# দেৱ-দুন্দুভি বাজে কাৰ বাবে

## ( FOR WHOM THE BELL TOLLS )


মূল : আৰ্ণেস্ট হেমিংওৱে
( Ernest Hemingway )

অনুবাদ : বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য








শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড
কলিকতা-৯

প্ৰকাশক ঃ
অৰুণ কুমাৰ পুৰকায়স্থ
শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড,
কলিকতা-৯

মূল্য ঃ বাজ সংস্কৰণ—৬.৫০
সুলভ সংস্কৰণ—৫.৫০

মুদ্ৰক ঃ
সমীৰ কুমাৰ ভোচ্
হৰিহৰ প্ৰেছ
৯৩।২, সীতাৰাম ঘোষ ষ্ট্ৰীট,
কলিকতা-৯



## ॥ ১ ॥

গোটেই হাবিথন পাইনগছৰ সৰাপাতেৰে ভৰা। হাত দুটাৰ ওপৰত খুঁতৰিটো দি তেওঁ এই সৰাপাত বোৰৰ ওপৰত দীঘল দি পৰি আছে। পাইনগছবোৰৰ মাজেদি সোঁ-সোঁৱাই এজাক বতাহ বৈছে। নিচেই কাষতে পাহাৰ; ঠাইটুকুৰা অলপ আওগৰীয়া; কিন্তু তললৈ ক্ৰমাৎ এঢলীয়া। তলৰ গিৰিসঙ্কটটোৰ মাজেদি অকাই-পকাই এটা বাট গৈছে। বাটটো তেওঁৰ চকুত পৰিছে। বাটৰ কাষেদি সৰু জুৰি এটিও বৈ গৈছে। গিৰিসঙ্কটটোৰ নামনিত জুৰিৰ কাষতে এটা মিল আছে। ওচৰতে এটা পানীৰ বান্ধ। তা'ৰ পৰা পানী ওলাই আছে। জহৰ ৰ'দত পানীবোৰ ৰূপৰ দৰে তিৰবিৰাই আছে। শুই থকাৰে পৰা তেওঁ এই আটাইবোৰ দেখি আছে। এবাৰ তেওঁ মাত লগালে, "সেইটোৱেই মিল নহয় নে ?"

"হয়, সেইটোৱেই।"

"তাত মিল থকা কথাটো মোৰ মনত নপৰে দেখোন।"

"আপুনি ইয়ালৈ অহা সময়তে মিলটো তাত সাজিছে। আগৰ পুৰণি মিলটো আৰু তলত। গিৰিসঙ্কটটো যে দেখিছে তাৰ পৰাও বহুত তললৈ যাব লাগে।"

ফট'ষ্টেট কৰা সামৰিক মানচিত্ৰ এখন উলিয়াই পাতবোৰৰ ওপৰতে তেওঁ মেলি লৈ ভালকৈ চাবলৈ লাগিল। বুঢ়া মানুহজনে তেওঁৰ কান্ধটোলৈ চাই ৰ'ল। বুঢ়া চুটি-চাপৰ খাউকাল। গাত পিন্ধিছে খেতিয়কে পিন্ধা ক'লা

চোলা আৰু বগা ইস্ত্ৰী কৰা ট্ৰাউজাৰ; ভৰিত পাহাৰবগোৰা জোতা। পাহাৰলৈ উঠি আহিব লগা হোৱাত তেওঁ ফোঁপাই জোপাই আহিছে। লগত দুটা গধুৰ টোপোলাও আনিছে। তাৰে টোপোলা এটাত হাত এখনেৰে ভেজা দি বুঢ়া বহি আছে।

"তেনেহলে দলঙখন আপুনি ইয়াৰ পৰা দেখা নাই?"

বুঢ়াই কলে, "নাই দেখা। এই অঞ্চলতে গিৰিসঙ্কট—ইয়াত একে অসুবিধা নাই। ইয়াৰ কাষেদিয়েই মন্থৰ গতিৰে জুৰিটো বৈ গৈছে। হাবিৰ মাজে মাজে বাটটো এঢলীয়া হৈ পৰিছে—তাতে কুকুং এটাও আছে—"

"অঁ, মনত পৰিছে।"

"কুকুংটোৰ সিফালেই দলঙখন।"

"সিহঁতৰ চকীবোৰ ক'ত ক'ত?

"সেই যে মিলটো দেখিছে তাতে এটা চকী আছে।"

ডেকাই মেপখনত ঠাইবোৰ চাই আছিল। তেওঁৰ গাত এটা খাকী কামিজ। কামিজটোৰ বৰণ নাইকিয়া হৈছে। কামিজৰ জেপৰ পৰা চশমাযোৰ উলিয়াই তেওঁ ৰুমালেৰে গ্লাছ কেইখন মচিলে। লেন্‌চ কিখন টান কৰি লৈ দূৰলৈ চালে। মিলৰ কাঠবোৰ তেওঁ পৰিষ্কাৰভাৱে দেখিবলৈ পালে। দুৱাৰৰ পাছফালে থকা কাঠৰ বেঞ্চখনো চকুত পৰিল। মুকলি চালিখনৰ পাছফালে কাঠৰ গুৰিবোৰ দ'ম হৈ আছে। তাতে ঘূৰণীয়া কৰতখনো আছে। জুৰিটোৰ সিপাৰৰ পাহাৰৰ পৰা কাঠৰ টুকুৰা আনিবৰ কাৰণে দীঘলীয়া খাল এটা খান্দি থোৱা আছে। চশমাযোৰ পিন্ধি তেওঁ জুৰিটো বৰ ভালকৈ দেখিলে। পানীৰ বান্ধটোৰ পৰা বতাহত ওফৰি পৰা পানীৰ কণিকাবোৰো চকুত নপৰাকৈ নাথাকিল।

"ক'ত 'চন্তৰী' (Sentry) দেখোন নাই?"

"মিলৰ পৰা ধোঁৱা ওলাইছে। ৰছী এডালত কাপোৰ কিছুমানো মেলি থোৱা আছে।" বুঢ়াই মাত লগালে।

"সেইবোৰ দেখিছোঁ কিন্তু চন্তৰীহে চকুত পৰা নাই।"

বুঢ়াই কলে, "সি হয়তো ছাঁত আছে। তাত বৰ গৰম। সি ছাঁ-তে আছে। আমি তাক দেখাহে নাই।"

"হব পাৰে। থাক, ইয়াৰ পিছৰ চকীটো ক'ত?"



"দলঙখনৰ তলতে। সেইখিনিতে বাট-পথ মেৰামতি কৰা মানুহটোৰো ঘৰ। চকীত তাতেই। গিৰিসঙ্কটৰ মূৰৰ পৰা ইয়ালৈ পাঁচ কিলোমিটাৰ।" মিলটোলৈ আঙুলিয়াই ডেকাজনে সুধিলে, "ইয়াত কিমান মানুহ আছে?"

"সম্ভৱতঃ চাৰিজন আৰু এজন 'কৰ্পৰেলো' থাকে।"

"তলত কিমান আছে?"

"আৰু আছে। মই চাই কম বাৰু।"

"দলঙত কিমান আছে?"

"তাত সদায় দুটা থাকে। দুমূৰে দুটা।"

"কেইজন মান মানুহ আমাক লাগিব। আপুনি কিমান মানুহ দিব পাৰিব?" ডেকাই সুধিলে।

"আপোনাক যিমান লাগে সিমান দিব পাৰিম। পৰ্বতত এতিয়া বহুত মানুহ আছে।" বুঢ়াই কলে।

"কিমান?"

"এশতকৈ বেছি হব। সিহঁতে সৰু সৰু দল পাতি থাকে। আপোনাক কিমান মানুহ দৰ্কাৰ হব?"

"দলঙখন ভালকৈ চাই ললেহে ক'ব পাৰিম।"

"আপুনি দলঙখন এতিয়াই চাব খোজে নে কি?"

"নাই, এতিয়া নাচাওঁ। এই বিস্ফোৰক বোমাটো ক'ত লুকাই থ'ব পাৰি তাকহে এতিয়া চাম। তাৰ সময় এতিয়াও হোৱা নাই। সম্ভৱহলে দলঙখনৰ পৰা আধাঘণ্টামানৰ দূৰতে কোনেও গম নোপোৱাকৈ থ'ব খুজিছোঁ।"

"সেইটো হ'ব। আমি য'ব পৰা যামগৈ তাৰ পৰা দলঙখনলৈ নামি যাব লাগিব। এতিয়া কিন্তু অলপ ওপৰলৈ উঠিব লাগিব।

"আপোনাৰ ভোক লাগিছে নে কি?" বুঢ়াই ক'লে।

"ভোক নলগা নহয়, কিন্তু এতিয়া একো নাখাওঁ। বাৰু, আপোনাৰ নামটো কি? মই পাহৰিছোঁ।" ডেকাই ক'লে। পাহৰি যোৱাটো যে ভাল কথা হোৱা নাই সেইটো ডেকাই বুজিলে।

"আনচেল্‌ম" বুঢ়াই কলে, "মোক আটায়ে আনচেল্‌ম বোলে। মোৰ ঘৰ হল বাৰ্ক ডি আভিলাত। আপোনাক টোপোলাটো উঠাই দিওঁচোন, ধৰক।"

ডেকাজন ওখ পাখ আৰু ক্ষীণ। ৰ'দ বতাহ লাগি মানুহজনৰ চুলি ঈষৎ

বঙচুৰা হৈছে। মুখখন ক'লা পৰিছে। গাত যিটো ফ্লেনেলৰ চাৰ্ট পিন্ধিছে, সেইটোতো ৰ'দ বৰষুণ পৰি বৰণ নাইকিয়া হৈছে। গাত খেতিয়কে-পিন্ধা ট্ৰাউজাৰ, ভৰিত পাহাৰবগোৱা জোতা। ডেকাই গাটো কাতি কৰি চামৰাৰ বেগটো হাতত ললে আৰু গধুৰ টোপোলাটো পিঠিলৈ তুলি আনিলে। ইখন হাতেৰে আন এটা বেগ লৈ পিঠিৰ টোপোলাটো ভালকৈ ল'লে। টোপোলাটো লোৱা ঠাইত তেওঁৰ কামিজটো ঘামত তিতি আছিল।

"টোপোলা-টাপলি ললোঁ, এতিয়া যাব লাগিব কেনেকৈ ?" তেওঁ সুধিলে।

"পাহাৰ বগাই যাব লাগিব।" আন্‌চেল্‌ম'ই ক'লে।

"টোপোলাৰ ভৰত কেকো-জেকোকৈ ঘামি-জামি দুয়ো পাহাৰৰ গাতে থকা পাইনগছৰ মাজেদি আগ বাঢ়িল। ডেকাৰ বাট-পথ একো চকুত নপৰিল, দুয়ো উঠি যাওঁতেই ৰাস্তা উলিয়াই যাবলৈ ধৰিলে। গৈ গৈ তেওঁলোকে এটা সৰু জুৰি পালেগৈ। জুৰিটো পাৰ হ'ল। জুৰিটোৰ তলীখন শিলেৰে ভৰা। পাৰ হৈ বুঢ়া আগ বাঢ়িল আৰু জুৰিৰ কাষে কাষে গৈ থাকিল। এই ছোৱা বাট আৰু এঢলীয়া সেইবাবে ওপৰলৈ উঠাটো কষ্টকৰ হৈ উঠিল। জুৰিটো এটা গ্ৰেণাইট শিলৰ কাষত নাইকিয়া হ'ল। সেইখিনি ঠাই ওখ। তাৰে নামনিত বুঢ়াই ডেকা আহি পোৱালৈ বাট চাই ৰল।"

"আহিব পাৰিছেনে ?"

"অঁ, পাৰিছোঁ।" ডেকাই ক'লে। মানুহটোৰ সৰ্বাঙ্গ ঘামিছে। এঢলীয়া ৰাস্তাত উঠি আহিব লগা হোৱাত কৰঙ্গনে সৈতে কলাফুল ফন্দিয়াই ধৰিছে।

"এতিয়া ইয়াতে মই নহালৈকে ৰ'ক। মই আগবাঢ়ি গৈ সিহঁতক সতৰ্ক কৰি আহোঁ। আপুনি লগত অনা বস্তুটোৰ বাবে সিহঁতে আপোনাক গুলী কৰিবও পাৰে। আপুনি সেইটো নিশ্চয় নিবিচাৰে।"

"ধেমালিতো তেনে ঘটনাৰ কথা ভাবিব নোৱাৰি। আপুনি মূৰলৈ যাব নে কি ?" ডেকাই সুধিলে।

"নাই, নিচেই ওচৰ। আপোনাৰ নামটো কি ?"

"মোক আটায়ে 'ৰবাৰ্টো' বুলি মাতে।" ডেকাই উত্তৰ দিলে। তেওঁ হাতৰ বেগ নমাই জুৰিৰ কাষৰ দুটা শিলৰ মাজত লাহেকৈ থ'লে।

"তেনেহলে, 'ৰবাৰ্টো' ইয়াতে ৰ'ক, মই আকৌ উভতি আহিম।"

"বাৰু, ইয়াতে ৰৈছোঁ। আপুনি এইটো বাটেদিয়েই দলঙখনলৈ যাব নে কি ?"



"নহয়, এইটো বাটেদি নহয়। দলঙলৈ যোৱা বাট অইন এটাহে। বাটটো চুটি আৰু সুগম।"

"এই বস্তুটো মই দলঙৰ পৰা বেছি আঁতৰত ৰাখিব নোখোজোঁ।"

"সেইটো চাই-চিতি ল'ব। ভাল নাপালে আমি আন এটুকুৰা ঠাই ল'ম।"

"বাৰু, দেখা যাওক।"

ডেকাজনে টালি-টোপোলাবোৰৰ কাষতে বহিল। বুঢ়াই ওখ গ্ৰেনাইট শিলটো বগাবলৈ লাগিল। ডেকাই বুঢ়া উঠি যোৱা চাই আছিল। ডেকাই বুজিলে যে উঠাটো সিমান টান নহয়। ওচৰতে অ'ত-ত'ত ধৰি মেলি যাব পাৰি। তেওঁ আগেয়েও ইয়াত কেইবাবাৰো উঠিছিল। ইয়াত বগোৱা মানুহ-বোৰে উঠা-নমাৰ চিন যাতে থাকি নাযায় তালৈ চকু ৰাখে।

ডেকাৰ নাম ৰবাৰ্ট জৰ্ডান। তেওঁৰ বৰ ভোক লাগিল। লগে লগে তেওঁ চিন্তান্বিতো হ'ল। মাজে সময়ে ভোক লাগেই, কিন্তু এনেকৈ চিন্তান্বিত তেওঁ কাহানিও হোৱা নাছিল। তেওঁৰ যি হয় হক, তালৈ তেওঁ ভ্ৰূক্ষেপ নকৰে। ইয়াত শত্ৰু-সৈন্যক অনুসৰণ কৰাও সহজ। অভিজ্ঞতাৰ পৰা তেওঁ এই কথা বুজিছে। গতিকে চিন্তা কৰি লাভ নাই। অনুসৰণ কৰা যেনে সহজ, ভাল গাইড হলে সিহঁতৰ মাজেদি যোৱাও তেনে সহজ। ধৰা পৰিলে কি কৰা যাব সেই কথা ভাবিলেহে তেনেকৈ যোৱা টান। তদুপৰি কাক বিশ্বাস কৰা যায় সেই বিষয়ে ঠিক কৰাটোও এটা সমস্যা হৈ পৰে। যাৰ লগত কাম কৰা হৈছে, তাকো বিশ্বাস কৰিব লগা হয়, আকৌ যাৰ লগত সমূলি কাম কৰা নাই, তেনে মানুহকো বিশ্বাস কৰিব লগাত পৰে। সেই সময়ত কাক বিশ্বাস কৰিব পাৰি তাক পূৰ্বেই ঠিক কৰি লবই লাগিব। এতিয়া কিন্তু এইবোৰ চিন্তা তেওঁ নকৰে। অইন বেলেগ বিষয়হে তেওঁ চিন্তা কৰিব লগা হৈছে।

বুঢ়া আন্‌চেল্‌ম গাইড হিচাপে বৰ ভাল, পাহাৰ বগোৱাতো পাকৈত। ৰবাৰ্ট জৰ্ডানেও খোজ দিব নোৱাৰা নহয়, কিন্তু ৰাতিপুৱাৰে পৰা বুঢ়াৰ পাছে পাছে ঘূৰি ৰবাৰ্টৰ এনে অনুমান হৈছে যেন সি তেওঁক এইদৰে ঘূৰাই-ফুৰাই শেহত মৃত্যুৰ মুখতহে পেলাবগৈ। এতিয়ালৈকে ৰবাৰ্ট জৰ্ডানে আন্‌চেল্‌ম'ক সকলো কথাতে বিশ্বাস কৰি আহিছে, কিন্তু তাৰ বিচাৰ-বুদ্ধিৰ ওপৰত সদায় নিৰ্ভৰ কৰা টান। তাৰ বিচাৰ-বুদ্ধিৰ পৰীক্ষা কৰিবলৈ এতিয়াও তেওঁ সুযোগ পোৱা নাই ; অৱশ্যে বিচাৰ-বুদ্ধিৰে কোনো বিষয়ে সিদ্ধান্তলৈ অহা দায়িত্বটো

তেওঁৰ নিজৰ। আন্‌চেল্‌ম'ৰ বিষয়েও তেওঁৰ চিন্তা নাই। আন এশ এবুৰি সমস্যাৰ দৰে দলঙখনৰ সমস্যাটোও সিমান কঠিন নহয়। দলঙ এখন কেনেকৈ বিধ্বস্ত কৰিব পাৰি তাক তেওঁ জানে। সৰু-ডাঙৰ, মজবুত অমজবুত সকলো-বিধৰ ভালেকেইখন দলঙ তেওঁ ভাঙি চূৰমাৰ কৰিছে। ১৯৩৩ চনত এবাৰ লা-গ্ৰান্‌জালৈ পদব্ৰজে যাওঁতে এই দলঙখন দেখা তেওঁৰো মনত পৰে। আগনিশা গল্‌জেও দলঙৰ বৰ্ণনা এটা ঘৰৰ ওপৰ মহলাত তেওঁক পঢ়ি শুনাইছিল। দেখি শুনি দলঙখনৰ বিষয়ে তেওঁৰ যি ধাৰণা হৈছে, তাতকৈ যদি সেইখন দুগুণো ডাঙৰ হয়, তথাপিও তাক ধ্বংস কৰিবৰ জোখাৰে যথেষ্ট বিস্ফোৰক পদাৰ্থ আৰু হাতিয়াৰ টোপোলাত পূৰ হৈ আছে।

গল্‌জৰ মূৰৰ ওপৰত তেতিয়া লাইট্ জ্বলি আছিল। তেওঁৰ মূৰটো খুৰোৱা; শুকুৱা ঘাৰ কিছুমান দাগ খুৰোৱা মূৰটোত জিলিকি আছিল। পেন্সিল এডালেৰে মেপখন দেখুৱাই তেওঁ কৈছিল, "দলঙখন উৰাই দিয়াটো একো টান নহয়—বুজিছে নে?"

"হয় বুজিছোঁ।"

"একো কথাই নহয়। কিন্তু কেৱল দলঙখন ধ্বংস কৰিলে একো কামত নাহে।"

"হয়, সেনাপতি।"

"আক্ৰমণৰ সময় এটা ঠিক কৰিব লাগিব। সেই নিৰ্দিষ্ট সময়তহে দলঙখনো ধ্বংস কৰিব লাগিব। কথাটো সহজ। আপুনি বুজিছে চাগৈ। সেইমতে কাম কৰিবলৈহে আপোনাৰ অধিকাৰ আছে, আৰু তাকে কৰাহে ভাল।"

গল্‌জে পেন্সিল ডাল লৈ নিজৰ দাঁতত টুকুৰিয়াবলৈ ধৰিছিল। ৰবাৰ্ট জৰ্ডানে ওঁমৃতৎসৎ একোকে মতা নাছিল।

ৰবাৰ্টলৈ চাই গল্‌জে আকৌ কৈছিল, "সেইমতে কাম কৰিবলৈহে অধিকাৰ আছে আপোনাৰ আৰু সেইটো কৰাহে ভাল।" তেওঁ আকৌ মেপখনত টুকুৰিয়াই টুকুৰিয়াই কৈছিল, "সেইটো মই কৰা উচিত। কিন্তু আমাৰ পক্ষে সেইটো কৰাই টান।"

"কিয় সেনাপতি?"

এনেতে গল্‌জৰ খঙ উঠিল, তেওঁ কলে, "কি 'কিয়' 'কিয়' কৰিছে? আক্ৰমণৰ অভিজ্ঞতা কিমান আছে আপোনাৰ? মোৰ আদেশৰ যে



সলনি নহ'ব তাৰ কি নিশ্চয়তা আছে? আক্ৰমণ যে বন্ধ কৰি নিদিব তাৰ কি প্ৰমাণ আছে? আক্ৰমণৰ সময়ত যে হোঁহকাই দিব নালাগিব তাৰ কি নিশ্চয়তা আছে? নিৰ্দিষ্ট সময়ৰ আগতেই আক্ৰমণ কৰিবলগীয়া হ'ব পাৰে। একো নিশ্চয়তা নাই। নিৰ্দিষ্ট সময়ত জানো আক্ৰমণ হোৱা দেখিছে কেতিয়াবা?"

"যদি সঁচাকৈয়ে আপুনি আক্ৰমণ কৰে, তেনেহলে সময়মতেই আৰম্ভ কৰিব লাগিব।" ৰবাৰ্ট জৰ্ডানে কলে।

"মই আক্ৰমণ কৰোঁ হয়, কিন্তু সেইবোৰ মোৰ নিজা বিবেচনাৰে কৰা আক্ৰমণ নহয়। খাৰ বাৰুদৰ মালিক মই নহয়, মই মাত্ৰ ৰখীয়াহে। থাকিলেও সিহঁতে মোক খোজা বস্তু নিদিয়ে। এইটো সামান্য কথা। ইয়াৰ বাহিৰেও আৰু কথা আছে। ইহঁত কেনেকুৱা মানুহ আপুনি জানেই। আটাইবোৰ কথা এতিয়া নকওঁ। সদায় কিবা এটা নহয় কিবা এটা কৰিবই—সদায় হস্তক্ষেপ—কেৱল হস্তক্ষেপ এতিয়া বুজিছে চাগৈ।" গল্‌জে কলে।

"তেনেহলে দলঙখন কেতিয়া ধ্বংস কৰোঁ বুলি ভাবিছে?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"আক্ৰমণ হ'লেহে হ'ব। তাৰ আগত একো কৰা নহ'ব।" গল্‌জে মেপখন দেখুৱাই কলে, "এই ৰাস্তাটোৰেদি যাতে নতুন সৈন্য নাহে তালৈ মন কৰিব লাগিব। ৰাস্তাটোত নতুন সৈন্য নোহোৱা কথাটো মই অন্ততঃ জানিব লাগিব।"

"আক্ৰমণ হব কেতিয়া?"

"সেইটো আপোনাক মই কম। যিটো দিন আৰু সময় দিয়া হব ঠিক তেতিয়াই যে আক্ৰমণ হবই এনে নহয়—হোৱাৰ সম্ভাৱনা আছে বুলিহে ধৰিব লাগিব। আপুনি সাজু হৈ থাকিব। আক্ৰমণ হৈ যোৱাৰ পিছত আপোনালোকে দলঙখন ভাঙি দিব। বুজিছেনে?" মেপত পেন্সিল ডাল থৈ তেওঁ ক'লে—"এই ৰাস্তাটোৰেদি সিহঁতে নতুন সৈন্য আনিব পাৰে। এইটো ৰাস্তাইদি টেঙ্ক, খাৰ-বাৰুদ, কামান আদি কঢ়িয়াব পাৰি। আনকি এইটো বাটেদিয়েই ট্ৰাক লৈ গিৰিসঙ্কটটোৰ ফালেও যাব পাৰি। এই গিৰিসঙ্কটতে মই আক্ৰমণ চলাম। দলংখন ভাগি যোৱা কথাটো মই জানিব লাগিব। আক্ৰমণৰ সময় হোঁহঁকাই দিলে হয়তো দলংখন আকৌ মেৰামতি কৰিব। সেইটো হ'বলৈ দিব নোৱাৰি। আক্ৰমণৰ সময়তে দলংখন ধ্বংস

কৰিবই লাগিব আৰু দলংখন ধ্বংস হোৱাটো মই জানিব লাগিব। তাত দুটা 'চন্তৰী' ( Sentry ) আছে আপোনাৰ লগত যিটো মানুহ যাব, সি তাৰ পৰা এইমাত্ৰ আহিছেহে। সি বৰ বিশ্বাসী বুলি সকলোৱে কয়। আপুনি দেখিবই নহয়। পাহাৰত তাৰ মানুহ আছে। আপোনাক যিমান মানুহ লাগে ল'ব। কামত যিমান পাৰে, কম মানুহ খটুৱাব। কিন্তু, চাব যাতে প্ৰয়োজনতকৈ কম নহয়। এইবোৰ কথা আপোনাক নকলেও হয়"।

"আক্ৰমণ যে হৈছে তাক মই কেনেকৈ বুজিম ?"

"সম্পূৰ্ণ এটা ডিভিজনেৰে আক্ৰমণ আৰম্ভ হ'ব—বিমানেৰে বোমা পেলোৱা হ'ব। আপুনি শুনিবই। আপুনিতো কলা নহয়।"

"তেনেহ'লে যেতিয়াই বিমানৰ পৰা বোমা পেলাব, তেতিয়াই আক্ৰমণ হ'ল বুলি মই ধৰি ল'ম।"

গল্‌জে মূৰটো লৰাই ক'লে—"সদায় আপুনি তেনেকৈ ধৰি ল'ব নোৱাৰে কিন্তু এই ক্ষেত্ৰত আপুনি ধৰিব পাৰে। যিহেতু এই আক্ৰমণৰ গুৰিত মই নিজে আছোঁ।"

"এতিয়া বুজিছোঁ"—ৰবাৰ্ট জৰ্ডানে ক'লে, "এইবোৰ মোৰ বৰ ভাল লাগে বুলি কব নোৱাৰোঁ।"

"মোৰো বৰ ভাল নালাগে। যদি আপুনি কাম কৰিব নোখোজে তেন্তে এতিয়াই কৈ দিয়ক। যদি আপুনি কামটো কৰিব নোৱাৰে বুলি ভাবে, তেন্তে তাকো খোলোচাকৈ এতিয়াই কওক।"

"কামটো কৰিমেই।" ৰবাৰ্ট জৰ্ডানে ক'লে—"কৰিম বুলিছোঁ যেতিয়া ভালকৈয়ে কৰিম।"

"সেইটো হ'লেই হ'ল।"—গল্‌জে ক'লে, "দলঙখনত যাতে কোনো নাথাকে, সেইটো চাব লাগিব। এই খিনিয়েই কথা।"

"বুজিছোঁ।"

"এই বোৰ কাম এই দৰে কৰা বুলি মানুহক মোৰ ক'বৰ মন নাযায়।" গল্‌জে কৈ গ'ল—"মই আপোনাক আদেশ দিবলৈ টান পাওঁ। মই যদি নিৰ্দেশ দিওঁ, বাধ্য হৈ আপুনি সেই কাম কৰিব লগাত পৰিব। সেইবাবেই মই কথাবোৰ ভালকৈ বুজাই দিছো, তাৰ-পৰাই বিপদ-সম্পদ, সুবিধা অসুবিধা, আপুনি বুজি লব পাৰিব।"



"দলংখন যদি ভাঙি পেলোৱা হয়, তেন্তে না—প্ৰান্‌জালৈ আপুনি কেনেকৈ যাব ?"

"গিৰিসঙ্কটো আক্ৰমণ কৰাৰ পিছত দলঙখন মেৰামতি কৰিবৰ বাবে সাজু হৈ যাব লাগিব। কামটো জটিল, অথচ সুন্দৰ। এনে কাম সদায় যিমান জটিল, সিমান সুন্দৰ। প্লেনটো মাদ্ৰিদত কৰা হৈছে। ভিন্‌চেন্ট ৰোজোৰ ই সৰ্বোৎকৃষ্ট প্লেন। আক্ৰমণ মই কৰোঁ। কিন্তু কৰোঁতে মই যথেষ্ট সৈন্যবল নোহোৱাকৈয়ে কৰোঁ। সেইটো হ'লেও অভিযান সফল হোৱাৰ সম্ভাৱনা নিশ্চয় আছে। এইবাৰ মোৰ বৰ ভাল লাগিছে। দলংখন ভাঙি দিলেই আক্ৰমণ এইবাৰ সফল হ'ব। আমি চেগ'ভিয়া অধিকাৰ কৰিব পাৰিম। চাওক…এইখনেই চেগ'ভিয়া…দেখিছেনে ? আমি গিৰিসঙ্কটৰ আগভাগত আক্ৰমণ চলাম; সেইটুকুৰা ঠাই এই খিনিতে নহয়,—ইয়াৰো সিফালে। চাওক এইয়া…এনেকৈ।—"

"সেইবোৰ মই নজনাকৈ থকাই ভাল।" ৰবাৰ্ট জৰ্ডানে ক'লে।

"ভাল কথা। সিপাৰে টালি-টোপোলাও আপুনি বেছিকৈ নিব নালাগে। বুজিছে ?"

"সেইবোৰো মোক নালাগে। যি হয়, হৈ থাকিব, মই সেইবোৰ নজনাই মঙ্গল।" পেন্সিল ডালেৰে কপালত টুকুৰিয়াই গল্‌জে ক'লে "এৰা নজনাই ভাল। নজনাকৈ মোৰো থাকিবৰ মন যায় কেতিয়াবা; কিন্তু দলংখনৰ কথা নজনাকৈ থাকিব নোৱাৰি—সেই কথা আপুনি নিশ্চয় বুজে।"

"হয়, সেইটো মই বুজোঁ।"

"আপুনি বুজে বুলি মই জানোঁ" গল্‌জে কৈ গ'ল—"এতিয়া আৰু কথা নেপাতোঁ। মদপান কৰি লওঁ আহক। কথা কৈ কৈ মোৰ পিয়াহ লাগিছে। কমৰেড্ হৰ্ডন, আপোনাৰ নামৰ স্পেনদেশীয় উচ্চাৰণ বৰ শুৱলা—কম্‌ৰেড্ হৰ্ডাউন।"

"সেনাপতি, গল্‌জ নামটো স্পেনভাষাত কেনেকৈ উচ্চাৰণ কৰিব ?"

গল্‌জে মিচিকিকৈ হাঁহিলে। বৰ কৈ পানী লাগিলে মাতটো যেনেকুৱা হয়, ঠিক তেনেকুৱা মাতেৰে তেওঁ ক'লে—"হট্‌জে…কমৰেড্ হেনেৰেল খট্‌জে! 'গল্‌জ' শব্দটো স্পেনভাষাত এনেদৰে উচ্চাৰিত হয় বুলি জনাহ'লে মই ইয়াত যুঁজ কৰিবলৈ অহাৰ আগতেই ভাল নাম এটা সলাই ল'লোঁহেতেন।

এক ডিভিজন সৈন্যৰ কৰ্ণধাৰ হৈ আহিছোঁ যেতিয়া নাম এটা মই নিশ্চয় লব পাৰোঁ।···ধৰক এই হেনেৰেল হট্‌জে এই নামটোকে লব পাৰোঁ। কিন্তু এতিয়া আৰু সময় নাই, বহুত পলম হৈ গ'ল। বাৰু, গৰিলা যুঁজ আপোনাৰ কেনে লাগে?

"বৰ ভাল লাগে।" ৰবাৰ্ট জৰ্ডানে ক'লে।" মিচিকিয়া হাঁহি এটা মাৰি তেওঁ পুনৰ ক'লে, "মুকলিত ঘূৰি ফুৰিলে গা-পাও ভাল লাগে।"

"আপোনালোকৰ বয়সত মোৰো ভাল লাগিছিল।" গল্‌জে উত্তৰ দিলে, "মই শুনিছোঁ বোলে আপোনালোক দলঙ ধ্বংস কৰাত পাকৈত। বিজ্ঞান সন্মত উপায় নয় বোলে। অৱশ্যে মই শুনিছোঁহে—নিজ চকুৰে দেখা নাই। হয়তো নহ'বও পাৰে। আপোনালোকে সঁচাকৈয়ে দলঙ্ ধ্বংস কৰে নে কি?"

কথা কৈ কৈ গল্‌জৰ বিৰক্তি লাগিছিল। স্পেন্‌দেশীয় মদ এগিলাছ বাকি ৰবাৰ্ট জৰ্ডানক দি তেওঁ আকৌ সুধিলে, "আপোনালোকে সঁচাকৈয়ে দলঙ্ ভাঙেঁ নে কি?"

"হয়, মাজে-সময়ে ভাঙোহঁক।"

"এইখন দলঙৰ বেলিকা তেনেকৈ মাজে সময়ে বুলি নকলেই ৰক্ষা। এতিয়া আৰু দলঙৰ কথা এৰোঁ। দলঙখনৰ কথাটো আপুনি বোধহয় ভালকৈ বুজিছে, আমি যত লাগোঁ মনপুতি লাগোঁ—ধেমালিও আমাৰ গহীন ধৰণৰ। বাৰু, সিপাৰে ছোৱালী পোৱা যায় নে কি, ?

"ছোৱালী বিচাৰি ফুৰিবলৈ সময় নাই।"

"মই নামানো সেইটো। কাম যদি অনিয়মিত হয়, জীৱনৰ ক্ষেত্ৰতো সিমানে নিয়ম নথকা হয়। আপোনালোকৰ কাম বেয়ালগা নহয়। চুলি কোচাও ভালকৈ নাকাটে।"

"আমাৰ যেনেকৈ চলে তেনেকৈয়ে চুলি কাটোঁ।" ৰবাৰ্ট জৰ্ডানে কলে। গল্‌জৰ দৰে মূৰ খুৰালে মানুহে তেওঁক গালি পাৰিব। ৰবাৰ্ট জৰ্ডানে বিমৰ্ষ ভাৱে আকৌ কলে, "ছোৱালীৰ বাহিৰেও আন বহুত কথা মোৰ ভাবিবলগীয়া আছে।"

অলপ বৈ ৰবাৰ্ট জৰ্ডানে আকৌ প্ৰশ্ন কৰিলে, "মই নো কেনে ধৰণৰ ইউনিফৰ্ম পিন্ধিব লাগিব?"

গিলাছত মদ বাকি লৈ গল্‌জে কলে, "ইউনিফৰ্ম নালাগে। আপোনালোকৰ



চুলিকটা ভালেই হৈছে। মই আমনিহে দিলোঁ আপোনাক। মোৰ লগত আপোনাৰ মিল নাই।"

"আপুনি ছোৱালীৰ কথা নাভাবে, মই কিন্তু একোকে নাভাবো। ভাবিম কিয়? মই সেনাপতি। মই নাভাবো। এই চিন্তাৰ বেহৰ মাজলৈ মোক টানি নিনিব।"

ওচৰতে গল্‌জৰ লগৰ মানুহ এজনে মেপ এখন চাই আছিল। তেওঁ গোৰ্ গোৰাই উঠিল। ৰবাৰ্ট জৰ্ডানে তেওঁৰ ভাষা বুজি নাপালে।

গল্‌জে ইংৰাজী ভাষাত উত্তৰ দি কলে, "তুমি মনে মনে থাকা। মন গলে মই তামাচা কৰিমেই। গাম্ভীৰ্য মোৰ আছে—সেইবাবে মই তামাচাও কৰিব পাৰোঁ। এতিয়া এই গিলাছ খাই যাওকগৈ—বুজিলে?"

"হয় বুজিছোঁ।" ৰবাৰ্ট জৰ্ডানে মাত লগালে।

দুয়ো কৰমৰ্দন কৰিলে। ৰবাৰ্টে চেলাম দি মটৰত উঠিবলৈ বুলি ওলাই গল। বুঢ়া মানুহজন তাতে টোপনিয়াই টোপনিয়াই বাট চাই আছিল। মটৰ চলিবলৈ আৰম্ভ কৰিলে। গুৱাডাৰমা পাৰ হ'ল। বুঢ়াৰ তেতিয়াও টোপনি। তাৰ পিছত নাভাচাৰেদাইদি ওপৰলৈ উঠি আলপাইন ক্লাব পালেগৈ। তাতে ৰবাৰ্ট জৰ্ডানে তিনি ঘণ্টা শুই ললে। তাৰ পিছত আকৌ যাত্ৰা আৰম্ভ হ'ল।

গল্‌জৰ মুখৰ গঢ় অদ্ভুত, দেখাত কুৰূপ। মানুহটো শেনচকুৱা, নাকটো ডাঙৰ, ওঁঠকেইটা পাতল, মূৰটো খুৰোৱা, সোতোৰাসুতুৰি, অত তত আঘাতৰ চিন আছে। গল্‌জৰ এইৰূপ ৰবাৰ্টে শেষবাৰৰ কাৰণে চাই লৈছিল। কাইলৈ নিশা আন্ধাৰে আন্ধাৰে গৈ সিহঁত এস্কৰিয়েল পাৰহৈ ৰাস্তাটোত ওলাবগৈ। ৰাস্তাটোত অশ্বাৰোহী সৈন্য বোজাই কৰি আন্ধাৰে আন্ধাৰে শাৰী শাৰী ট্ৰাক অহাযোৱা কৰিছে; টালি-টোপোলা বহুত মানুহ ট্ৰাকত উঠিছে। কামান চলাওঁতাই কামানবোৰ ট্ৰাকত তুলিছে। দীঘল-চানেকীয়া টেঙ্ক ট্ৰাক্‌বোৰত টেঙ্কবোৰ বহুৱাই থৈছে। গিৰিসঙ্কটটো আক্ৰমণ কৰিবৰ বাবে এই গোটেই ডিভিজনটো আন্ধাৰে আন্ধাৰে আগবাঢ়িছে। ইয়াৰ বিষয়ে তেওঁ একো নাভাবে। এইবোৰ তেওঁৰ কাম নহয়। গল্‌জৰ হে কাম এইবোৰ। তেওঁৰ কাম হ'ল, তেওঁ যি কথা ভাবিব, তাক পৰিষ্কাৰকৈ ভাবিব—ঘটনা যেনেকুৱাই নহক, তাৰ সন্মুখীন হবলৈ তেওঁ সাজু হব—চিন্তা কৰি একো লাভ নাই। ভয় কৰাটো যেনে বেয়া কথা, চিন্তা কৰাটোও তেনে বেয়া কথা। চিন্তাই কাম আৰু জটিল কৰিহে তোলে।

পাহাৰৰ মাজে মাজে বৈ যোৱা জুৰিটিৰ নিৰ্মল পানী চাই চাই তেওঁ পানী-যুৰলিত বহিল। জুৰিটোৰ সিপাৰে ঘনকৈ হোৱা লতা কিছুমান তেওঁৰ চকুত পৰিল। জুৰিটো পাৰ হৈ তেওঁ দুহাতে দুমুঠি লতা ছিঙি ললে আৰু গুৰিত লাগি থকা বোকাবোৰ জুৰিৰ সোঁতত ধুই ললে। তাৰ পিছত টালি-টোপোলাবোৰৰ কাষত বহি পৰিষ্কাৰ চেঁচা সেউজীয়া পাত আৰু চনকা জলা-জলা-লগা ঠাৰিবোৰ চোবাবলৈ ধৰিলে। ঠাৰিবোৰ চোবাই লৈ তেওঁ জুৰিটোৰ কাষত আঁঠুকাঢ়ি বহিল; বেল্টত ওলমি থকা অটমেটিক পিস্তলটো পানীত তিতিব বুলি অলপ ওপৰলৈ তুলি লৈ একাঁজলি পানী খালে। পানী-খিনি বৰ চেঁচা চেঁচা লাগিল।

শিলত ভেজা দি মূৰ দাঙি চাই তেওঁ দেখিলে যে পাহাৰে পাহাৰে বুঢ়া মানুহজন আহি আছে, তেওঁৰ লগত আৰু এজন মানুহ। তেওঁ গাত পিন্ধি আহিছে খেতিয়কে পিন্ধা সাজ—এটা ক'লা বৰণৰ কামিজ আৰু ঈষৎ ক'লা এটা ট্ৰাউজাৰ! এনেকুৱা সাজ ইয়াৰ মানুহে পিন্ধেই। ভৰিত এযোৰ জোতাও পিন্ধি আহিছে আৰু পিঠিত সৰু বন্দুক এটা ওলমাই লৈছে। মূৰত একো নাই। দুয়োজনে পাহাৰেদি নামি আহোঁতে এনেকুৱা লাগিছিল, যেন দুটা ছাগলীহে নামি আহিছে।

দুয়ো আহি ওচৰ পালেহি। ৰবাৰ্ট জৰ্ডান থিয় হ'ল।

সৰু বন্দুকধাৰী মানুহজনক "নমস্কাৰ, কমৰেড" বুলি কৈ তেওঁ মিচিক্ কৈ হাঁহি এটা মাৰিলে।

মানুহজনেও প্ৰতি নমস্কাৰ জনালে; কিন্তু পেটে পেটে মানুহজনৰ খঙ্ উঠিছে যেন লাগিল। ৰবাৰ্ট জৰ্ডানে মানুহজনৰ মুখলৈ চালে, মুখখন বিষণ্ণ, দাঁড়িয়ে-গোঁফে ভোবোকাৰ। তদুপৰি মুখখন অলপ চেপেটা যেন দেখি। মূৰটো গোলাকাৰ, চকু কেইটা সৰু, ইটোৰ পৰা সিটো যেন বহুত আঁতৰত আছে এনেকুৱা দেখি। মানুহজন পাহৰাল, পাঁচফুট দহ ইঞ্চি ওখ। হাত ভৰিবোৰ ডাঙৰ, নাকটোত কিহবাই কটা দাগ আছে,—আৰু মুখৰ চুক এটাতো ক্ষতচিহ্ন আছে। ওপৰ আৰু তলওঁঠৰ কটা দাগটো দাড়িবোৰৰ মাজতো জিলিকি থকা দেখা গ'ল।

এই মানুহজনলৈ চাই মূৰ জোকাৰি হাঁহি এটা মাৰি বুঢ়াই কলে, "ইয়াত এৱেঁই আমাৰ হৰ্তাকৰ্তা।" কথাষাৰ কৈ বুঢ়াই আকৌ হাঁহি দিলে। তাৰ



পিছত হাত দুখন মেলি মাংসপেশীবোৰ দেখুওৱা যেন কৰি চুটি বন্দুকধাৰী মানুহজনলৈ চাই বিদ্ৰূপৰ ভঙ্গীৰে প্ৰশংসা কৰি কলে, "বেচ্ বলী মানুহ।"

ৰবাৰ্ট জৰ্ডানেও "বুজিছোঁ" বুলি কৈ হাঁহি এটা মাৰিলে। মানুহজনৰ চেহেৰাটো দেখিয়েই তেওঁৰ কেনেবা কেনেবা লাগিল, পেটে পেটে মুঠেই ভাল পোৱা নাছিল।

"আপোনাৰ পৰিচয় কেনেকৈ জানিম? কিবা কাগজ-পত্ৰ আছেনে?" চুটি বন্দুক লোৱা মানুহজনে সুধিলে।

ৰবাৰ্ট জৰ্ডানৰ জেপৰ কভাৰটোত চেফ্টি-পিন মৰা আছিল। তেওঁ পিন্টো একৰাই ফ্লেনেল চাৰ্টৰ বাওঁফালৰ জেপটোৰ পৰা ভাঁজ কৰা কাগজ এখন উলিয়াই মানুহজনক দিলে। মানুহজনে ভাঁজবোৰ খুলি চালে। চাওঁতে মানুহজনৰ কিবা সন্দেহ হৈছে যেন লাগিল। কাগজখন লিৰিকি-বিদাৰি ভালকৈ চাবলৈ লাগিল।

ৰবাৰ্ট জৰ্ডানে লক্ষ্য কৰিলে—মানুহজনে পঢ়িব নাজানে।

"মোহৰটো চাওক।" তেওঁ কলে।

বুঢ়াই মোহৰটোলৈ আঙুলিয়াই দেখুৱালে। বন্দুকধাৰীয়ে ভালকৈ চাবলৈ লাগিল।

"কি মোহৰ এইটো?"

"আপুনি এইটো মোহৰ আগেয়ে দেখা নাই জানো?"

"নাই দেখা।"

"দুটা মোহৰ আছে। এটা হ'ল এচ্, আই, এম্ (চাৰ্ভিছ অৱ দি মিলিটৰী ইন্টেলিজেন্স)। আনটো হ'ল জেনেৰেল ষ্টাফ।" ৰবাৰ্ট জৰ্ডানে কলে।

"অঁ, সেইটো মোহৰ মই আগেয়ে দেখিছোঁ। কিন্তু ইয়াত মোৰ কথাৰ বাহিৰে আনৰ কথা নচলিব। টোপোলাত আছে কি?"

"বুঢ়াই গৰ্বেৰে ক'লে, তাত ডিনেমাইট আছে। যোৱা নিশা আন্ধাৰে আন্ধাৰে আমি বাটটো পাৰ হৈ আহিছোঁ। গোটেই দিনটো পাহাৰ বগাই ডিনেমাইট ভাৰ বৈ আনিছোঁ।"

চুটি বন্দুকধাৰীজনে উত্তৰ দি কলে, "মই ডিনেমাইট কামত লগাব পাৰোঁ।"…

কাগজখন ওভোতাই দি ৰবাৰ্ট জৰ্ডানলৈ চাই তেওঁ ক'লে," ডিনেমাইট কামত আহিব। কিমান আনিছে মোলৈ?"

"মই আপোনালৈ ডিনেমাইট অনা নাই।" ৰবাৰ্ট জৰ্ডানে ক'লে, "ডিনেমাইট অইন কামৰ কাৰণেহে আনিছোঁ। আপোনাৰ নাম কি?"

"সেইটো কেলেই আপোনাক?"

"তেওঁৰ নাম পাবলো," বুঢ়াই ক'লে। চুটি বন্দুকধাৰী জনে দুই জনলৈকে বিমৰ্ষ ভাবে চালে।

"ভাল কথা। আপোনাৰ খ্যাতি শুনিছোঁ।" ৰবাৰ্ট জৰ্ডানে ক'লে।

"কি শুনিছে মোৰ কথা?" পাবলোৱে সুধিলে।

"আপুনি গৰিলা বাহিনীৰ ভাল নায়ক বুলি শুনিছোঁ। প্ৰজাতন্ত্ৰৰ আপুনি অনুগত লোক আৰু এই আনুগত্য আপুনি আপোনাৰ কামৰ মাজেৰে ফুটাই তুলিছে। এইবোৰ কথাও কাণত পৰিছে। তদুপৰি আপুনি যে সাহসী আৰু কাৰ্যক্ষম মানুহ সেই কথাও মই শুনিছোঁ। জেনেৰেল ছ্টাকে আপোনাক ওলগ জনাইছে।"

"এই বোৰ আপুনি ক'ত ক'ত শুনিছে?" পাবলোৱে প্ৰশ্ন কৰিলে।

ৰবাৰ্ট জৰ্ডানৰ কথাত অলপো তোষামোদ নাছিল। তেওঁ ক'লে, "বুইট্ৰেগ'ৰ পৰা একেবিয়েললৈ—সকলো ঠাইতেই মই শুনিছোঁ।" তেওঁ ঠাইৰ নামবোৰ একালৰ পৰা কৈ গ'ল।

"বুইট্ৰেগ'দ বোলক, এস্কবিয়েলই বোলক—ক'তো মোৰ চিনাকি মানুহ নাই।" পাবলোৱে মাত লগালে।

"পৰ্বতৰ সিপাৰে থকা মানুহবোৰৰ বেছিভাগেই সেই ঠাইৰ মানুহ নহয়। আপুনি কোন ঠাইৰ?"

"আভিলা। ডিনেমাইটেৰে আপুনি কি কৰিব?"

"দলঙ্ ভাঙিম।"

"কোনখন দলঙ।"

"সেইটো মোৰ কথা।"

"যদি দলঙখন এই অঞ্চলত, তেনেহলে সেইটো মোৰ কথাহে। আপুনি য'ত থাকে তাৰ নিচেই ওচৰতে দলঙ্ ভাঙিব নোৱাৰে। আপুনি থাকিব লাগিব এঠাইত, কাম কৰিব লাগিব এঠাইত। মোৰ কৰ্তব্য কি মই বুজোঁ। এটা বছাৰও যি মৰিব নাজানিলে, সি নিজৰ কৰ্তব্য কি বুজে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, 'সেইটো মোৰ কাম। আমি একেল'গে বহি



দেখোন আলোচনা কৰিব পাৰোঁ। তুমি আমাক থৈলা কাপোৰ দি সহায় কৰিবা নেকি?'

পাবলোৱে মূৰ জোকাৰি ক'লে, 'ওহোঁ, নকৰোঁ।'

বুঢ়া জনে তাৰ ফালে ততালিকে মুখ কৰি লৰালৰিকৈ কিবা কিবি ক'বলৈ ধৰিলে; যি ভাষাত সি কথা কৈছিল, তাৰ সামান্য জ্ঞান থকা হেতুকে জৰ্ডানে কথাবোৰ ধৰিব পাৰিলে। কুৱেভেডো পঢ়াৰ দৰে বোধ হৈছিল কথাবোৰ। আন্‌ছেলেমোৱে পুৰণি কাষ্টিলিয়ান ভাষাত কথা কৈছিল। সেই কথাবোৰৰ অৰ্থ এনে হ'ব। 'তুমি হৃদয়হীন ৰাক্ষস নেকি? বোলো তুমি পশু নেকি? অঁ, ৰাক্ষস বুলি হেজাৰ বাৰ ক'ম। তোমাৰ জানো মূৰত মিউ আছে? নাই ঘিউ, একেবাৰে একো নাই। আমি খুব ডাঙৰ বিষয় এটাৰ বাবে ইয়ালৈ আহিছোঁ, আৰু তুমি নিজৰ ঠাইটুকুৰাৰ শান্তি ভঙ্গ হয় বুলি বিশ্বৰ মানুহৰ স্বাৰ্থ বিসৰ্জন দি গুপ্তস্থান টুকুৰাৰ কথাক আগত ঠাই দিছা। ৰাইজৰ স্বাৰ্থও জলাঞ্জলি দিছা। মই তোমাৰ দেউতাৰৰ অমুকৰ অমুক তমুক—মই অমুকা তোমাৰ এই ঠাইটুকুৰাৰো অমুকা। **সেই বেগটো লোৱা।**'

পাবলোৱে তললৈ চালে।

সি ক'লে, 'প্ৰত্যেকেই নিজৰ, প্ৰকৃত শক্তি অনুসৰি কাম কৰিব লাগিব। মই ইয়াত থাকোঁ আৰু ছাৰগোভিয়া পৰ্যন্ত মোৰ এক্তিয়াৰ। ইয়াত যদি তুমি গণ্ডগোল লগোৱা, তেন্তে আমাক সিহঁতে গুহাতে ধৰা পেলাবহি। নিষ্ক্ৰিয় হৈ থকা বাবেহে আমি এই পৰ্বতত থাকিব পাৰিছোঁ। এইটো হ'ল শিয়াল নীতি।'

আনছেলমোৱে কটুক্তি কৰি ক'লে, 'আমাক শিয়াল নীতি নেলাগে, কুকুৰনেচীয়াৰ নীতি লাগে।'

"ময়ো বাঘেই। আপোনালোকতকৈ একাঠি চৰা।" পাবলোৱে উত্তৰ দিলে। মানুহজনে যে টোপোলাটো ল'ব তাক ৰবাৰ্ট জৰ্ডানে বুজিলে।

"ঠিক, তুমিও বাঘ, আমাতকৈ একাঠি চৰা মোৰতো এতিয়া আঠষষ্ঠি বছৰ হ'ল।" আন্‌চেলম'ই পেবলোৰ ফালে চাই ক'লে।

মানুহজনে মাটিত থুৱাই মূৰটো দুপিয়ালে।

"আপোনাৰ সিমান বয়স হৈছে নে?" ৰবাৰ্ট জৰ্ডানে সুধিলে। তেওঁ বুজিলে যে বুঢ়াৰ বয়সৰ কথা ওলাল যেতিয়া সি আৰু আপত্তি নকৰিব।

"জুলাই মাহত আঠিষষ্ঠি পূৰ হৈছে।"

"আমাৰ সিমান হোৱাগৈ নাই" পাৱলোৱে ক'লে। ৰবাৰ্ট জৰ্ডানৰ ফালে চাই ক'লে, "মই বাৰু সৰু টোপোলাটো লওঁ, আনটো বুঢ়াক দিয়ক। তেখেত বুঢ়া যদিও ভাল বল আছে গাত।" তেওঁৰ কথাকেইষাৰ কণ্ঠতে আগৰ গোমোঠা ভাব নাই, এইবাৰ কণ্ঠতে বেজাৰেৰে কোৱাদি হে ক'লে।

"সৰু টোপোলাটো ময়ে ল'ম।" ৰবাৰ্ট জৰ্ডানে ক'লে।

"ওঁহো নেলাগে" বুঢ়াই ক'লে, "এইজন বলী মানুহ আছে নহয়, তেওঁক দিয়ক।" "ময়ে ল'ম" পাৱলোৱে ক'লে। পাৱলোৰ বিষাদ-ভৰা মুখখন দেখি ৰবাৰ্ট জৰ্ডানৰ বেয়া লাগিল। এই বিষাদৰ লগত তেওঁৰ পৰিচয় আছে। সেই দেখি তেওঁ অলপ চিন্তিত হ'ল।

"বন্দুকটোকে দিয়ক মোক তেঁনেহলে।" তেওঁ ক'লে। পাৱলোৱে বন্দুকটো দিয়াত তেওঁ পিঠিফালে ওলোমাই ললে। দুজন মানুহ তেওঁৰ আগে আগে পাহাৰ বগাই গৈ আছে। টালি-টোপোলাৰে হোপোৰ-তেপোৰ কৈ গৈছে। গ্ৰেণাইট শিলবোৰত ধৰি ধৰি ক্ৰমাৎ ওপৰলৈ উঠিছে। ওপৰ হাবিৰ মাজত এটুকুৰা মুকলি ঠাই আছে। তালৈকে পোনাইছে।

ঘাঁহনিৰ দাঁতিয়েদি তেওঁবিলাক আটাইকেউজন যাবলৈ লাগিল। ৰবাৰ্ট জৰ্ডানে আগতে গধুৰ টালি টোপোলাৰে উঠা-নমা কৰিবলৈ টান পাইছিল। এতিয়া শুদা মানুহটো থপাখপ্ যাবলৈ লাগিল। বন্দুকটো পিঠিত লৈ একো আমনি পোৱা নাছিল। তেওঁ ঘাঁহনি দৰালৈ চাই দেখিলে যে তাত কেইবাঠাইটো ঘাঁহ কাটি নিয়াৰ চিন আছে; আৰু মাজে মাজে একোটা গোজ পুতি থোৱা আছে। ঘাঁহনিৰ মাজেদি এটা সৰু বাট। এই বাটেদিয়েই ঘোঁৰাবোৰ জুৰিটোলৈ নি পানী খুওৱা হয়। ঠায়ে ঠায়ে ঘোঁৰা গোবৰো আছে। ঘোঁৰাবোৰ ৰাতি ইয়াতে এৰাল দি থয়, আৰু দিনত হলে কাঠনিত সুমাই থয়গৈ। পেৱলোৰ ঘোঁৰা বা আছে কিমান?

তেওঁ পাৱলোৰ ট্ৰাউজাৰযোৰলৈ চালে। আঁঠু আৰু কৰঙনৰ কাষত ট্ৰাউজাৰ কেইটা জৰাজীৰ্ণ যদিও পৰিষ্কাৰ যেন দেখি। পেৱলোৱে বাৰু বুটজোতা পিন্ধে নে নিপিন্ধে? এই ঘোঁৰাবোৰত সি উঠে নে নুঠে? ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিলে। তাৰ মনৰ বলো আছে নিশ্চয়; কিন্তু বেজাৰেৰে ভৰা মুখখন দেখি ভাল নালাগে। এই বিষাদ ভাল লক্ষণ নহয়। মানুহে



যেতিয়া দল ত্যাগ কৰিব খোজে নাইবা বিশ্বাসঘাতকতা কৰিবলৈ বিচাৰে ঠিক তাৰ আগে আগে এনে বিষাদৰ লক্ষণ দেখা যায়। সৈন্যদল ত্যাগ কৰাৰ পূৰ্বৰ লক্ষণ এই বিষাদ।

তেওঁবিলাকৰ সমুখৰ কাঠনিত ঘোঁৰাৰ হিঁহিঁয়ানি শুনা গল। পাইনৰ ৰঙচুৱা গা-গছবোৰৰ ফাঁকেদি যি কণ ৰ'দ পৰিছিলহি, সেই কণ ৰ'দ পোহৰতে তেওঁ দেখিলে যে পাইনৰ গা-গছবোৰতে ৰছী দি ঘোঁৰা ৰাখিবৰ বাবে থোঁৱাৰ এটা সজা হৈছে। ওচৰ চাপি যোৱাৰ লগে লগে তেওঁৰ চকুত পৰিল, ঘোঁৰাবোৰে মূৰ তুলি তেওঁবিলাকৰ ফালে চাইছে। থোঁৱাৰৰ বাহিৰত গছ এজোপাৰ গুৰিত ঘোঁৰাৰ জিনবোৰ দ'মাই এখন তিৰপালেৰে ঢাকি থোৱা আছে।

ঘোঁৰা কেইটা ওচৰ চাপি আহিলত টোপোলা লৈ যোৱা মানুহ দুজন ৰ'ল। ৰবাৰ্ট জৰ্ডানে বুজিলে যে ঘোঁৰাকেইটা প্ৰশংসা কৰাৰ এয়েই উপযুক্ত সময়। মুখেৰে ফুটাই কলে, "বৰ ধুনীয়া ঘোঁৰা কেইটা।" পাৱলোলৈ চাই কলে, "এইবোৰ আপোনালোকৰে।"

থোঁৱাৰৰ মাজত পাঁচটা ঘোঁৰা আছিল। প্ৰথমতে তেওঁ একেলগে সিহঁতক চাই লৈ পিছত এটা এটাকৈ চাবলৈ লাগিল। ঘোঁৰাবোৰ কামত লগা বুলি পেৱলো আৰু আন্‌চেল্‌মই বঢ়িয়াকৈ জানে। পাব্‌লোৰৰ চকুৱে মুখে গৰ্বৰ ভাব ফুটি উঠিল, বিষাদৰ ভাবটোও আগতকৈ অলপ আঁতৰিল। ঘোঁৰা কেইটালৈ সি বৰ চেনেহৰ চকুৰে চালে। তাৰ চাল-চলনত এনে এটা ভাব ফুটি উঠিল যেন সি এটা বৰ আচৰিত কাৰ্যহে কৰিছে।

"সিহঁতে আপোনালৈ কেনেকৈ চাইছে!" তেওঁ কলে।

"এইবোৰ ঘোঁৰা ময়ে আনিছোঁ।" পাৱলোৱে কলে। পাৱলোৰ গৰ্বেৰে কোৱা কথাষাৰ শুনি ৰবাৰ্ট জৰ্ডানৰ বৰ ভাল লাগিল।

"সেইটো ঘোঁৰাকহে ঘোঁৰা যেন লাগে।" ঘোঁৰা এটালৈ আঙুলিয়াই ৰবাৰ্ট জৰ্ডানে ক'লে। "ঘোঁৰাটো ডাঙৰ—ষাঁড়!" তাৰ কপালত বগা দাগ এটা তঁতঁয়াই আছে। ভৰিএটা একেবাৰে বগা।

ঘোঁৰাটো সঁচাকৈয়ে বৰ ধুনীয়া! সি যেন শিল্পীয়ে আঁকা চিত্ৰৰ পৰাহে ওলাই আহিছে।

"বৰ ভাল ঘোঁৰা এইবোৰ" পাৱলোৱে কলে, "আপুনি জানো ঘোঁৰা চিনি পায়?"

"হয়।"

"ভাল কথা।" পাৰলোৱে ক'লে, "এই কেইটা ঘোঁৰাৰ ভিতৰত এটা ঘোঁৰাৰ অলপ আসোঁৱাহ আছে। আপুনি ধৰিব পাৰিছেনে?"

ৰবাট জৰ্ডানে বুজিলে যে পঢ়িব নজনা মানুহজনে এইবাৰহে তেওঁৰ কাগজ পত্ৰ পৰীক্ষা কৰিছে।

ঘোঁৰা কেইটাই মূৰ দাঙি মানুহজনলৈ চাই আছিল। ৰবাট জৰ্ডানে ৰছীৰ মাজেদি সৰকি ঘোঁৰাবৰ ভিতৰ সোমাই তাৰে এটা ঘোঁৰাৰ পিঠিত ঢকা এটা মাৰিলে। তাৰ পিছত ৰছী কেইডালতে আউজি আটাইকেউটা ঘোঁৰালৈ মন কৰিলে। ঘোঁৰাকেইটা লৰচৰ নকৰাকৈ থিয় দি আছিল। তেওঁ আৰু এক মিনিট ভালকৈ চাই ল'লে। তাৰ পিছত ৰছীকেইডালেদি মূৰ সুমুৱাই সৰকি ওলাই আহিল।

পাৰলোলৈ নোচোৱাকৈয়ে তেওঁ ক'লে, "ৰঙামুগা ঘোঁৰাটোৱে খোৰাইছে; পাছ ঠেঙ্ এটাৰ কিবা দোষ আছে। খুৰাটো কেনেবাকৈ ভাগিছে। ভালকৈ খোজ দিলে সোনকালে অৱস্থা বেয়া নহ'বও পাৰে, কিন্তু টান মাটিত অহাযোৱা কৰিলে সি হয়তো উঠিবই নোৱাৰিব।"

"আমি আনোঁতেই খুৰাটো তেনেকুৱা আছিল।" পাৰলোৱে ক'লে।

"আপোনাৰ এই বগা মুখৰ ষাঁড়টোৱেই আটাইতকৈ ভাল ঘোঁৰা; তাৰ কিন্তু ভৰিৰ গাঁঠি এটা উখহি আছে। সেইটো দেখিহে মনটো ভাল লগা নাই।"

ইয়াৰ উত্তৰত পাৰলোৱে ক'লে, "সেইটো বিশেষ একো নহয়। তিনিদিনৰ আগতে সি ক'ৰবাত খুন্দা খালে; কিবা হোৱা হ'লে ইমানদিনে উখহি ভীষ্মাকাৰ দিলেহেঁতেন।"

পাৰলোৱে তিৰপালখন গুচাই চেডোলবোৰ দেখুৱালে।

তাত দুখন সাধাৰণ জিন আছে। আমেৰিকাত এইবোৰ গ'ৰখীয়া লৰাই লয়। এনেধৰণৰ জিন আৰু এখন আছে; সেইখন ভদ্ৰকাফুলীয়া। চামৰাও হাতেৰে তৈয়াৰী। বৰ গধুৰ আৰু জিনৰ ৰেকাপত ঢাকনী থকা। যুঁজ কৰোঁতে ব্যৱহাৰ কৰা জিন দুখনো আছে। চামৰা ক'লা।

যুঁজত ব্যৱহাৰ কৰা জিন কিখনৰ কথা কওঁতে পাৰলোৱে ক'লে,

"আমি দুটা 'চন্তৰী' মাৰিহে সেইকিখন পাইছোঁ।"



"সেইটো দেখান ডাঙৰ চিকাৰ।"

"চন্তৰী' দুটা চেগ্ ভিয়া আৰু চান্তা মেৰিয়া ডেল ৰিয়েল ৰ মাজৰ ৰাস্তাতে ঘোঁৰাৰ পৰা নামিছিল। সিহঁতে গাড়ী এখনৰ গাড়োৱানটোৰ পৰা কিবা কাগজ-পত্ৰ বিচাৰিবলৈ নামিছিল। ঘোঁৰা কেইটাৰ গাত একো ঘূণ নলগোৱাকৈয়ে সিহঁতক ধৰাশায়ী কৰি পেলালোঁ।"

"এনেকুৱা 'চন্তৰী' বহুত মাৰিছেনে কি আপোনালোকে?" ৰবাট জৰ্ডানে সুধিলে।

"বহুত মাৰিছোঁ। কিন্তু ঘোঁৰাৰ গাত ঘূণ নলগাকৈ ইহঁতকহে মাৰিছোঁ।"

"এৰিভেল'ত ৰেলখন বোমা দি ধ্বংস কৰিছিল—এই পাৰলোৱেই।" আন্চেল্মই ক'লে।

"বিস্ফোৰণৰ কামত সহায় কৰিছিল এজন বিদেশীয়ে। আপুনি চিনি পায় নেকি তেওঁক?" পাৰলোৱে সুধিলে।

"নামটো কি আছিল তেওঁৰ?"

"মনত নাই। মানুহৰ মাজত তেনে নামৰ চলন্তি খুব কম।"

"দেখিবলৈ কেনেকুৱা?"

"তোমাৰ দৰে ধুনীয়া চেহেৰাৰ মানুহ, কিন্তু ইমান ওখ নহয়, হাতকিখন ইমান ডাঙৰ নহয়, আৰু নাকটোও তোমাৰ দৰে ভগা নহয়।"

'কাস্কিন'—ৰবাট জৰ্ডানে ক'লে, "সি কাস্কিনেই হ'ব।"

"হয়,' পাৰলোৱে ক'লে; "এনে নামৰ চলন্তি কম। তেনেকুৱাই হ'ব। তেওঁৰ কি হ'ল বাৰু?"

"যোৱা এপ্ৰিলতে তেওঁ ঢুকাল।"

বেজাৰ মনেৰে পাৰলোৱে ক'লে, "সকলোৱে সেইটোৱেই হয়। আমি আটাইবোৰ এনেকৈয়ে এদিন শেষ হৈ যাম।"

"মানুহৰ শেষ তেনেকৈয়ে হয়।" আন্চেল্মই ক'লে, "তেনেকৈ সদায় মানুহ মৰি আহিছে।" তোমাৰ হ'ল কি? পেটত কি আছে তোমাৰ?"

পাৰলোৱে আন্চেলমৰ কথালৈ কাণ নকৰিলে। নিজকে নিজে কোৱাৰ দৰে তেওঁ ঘোঁৰা কেইটাৰ ফালে বিমৰ্ষভাৱে চাই ক'বলৈ লাগিল, "সিহঁতৰ বেচ্ বল আছে। সিহঁতৰ বল কিমান আছে আপোনালোকে বুজিব নোৱাৰে। মই হলে বুজোঁ। ইহঁত দিনকদিনে বলী হৈছে। অস্ত্ৰ-শস্ত্ৰ আৰু

আহিলা পাতিও বেচি হৈ আহিছে। এনেবোৰ ঘোঁৰা লৈয়ে মই আজি আপোনালোকৰ আগত থিয় দিছোঁ। আৰু মোৰ ভৱিষ্যত কি চাওক—মোক কোনোবাই খেদি খেদি চিকাৰীয়ে জন্তু মৰাদি মাৰিব। আৰু একো নাই।"

"তোমালোকক যেনেকৈ চিকাৰ কৰে, তোমালোকেওতো আনক চিকাৰ কৰা।" আন্চেল্মই ক'লে।

"আৰু নকৰোঁ। আমি এতিয়া পৰ্বত এৰি যাম ক'লৈ? সেইটো ক'কচোন মোক। ক'লৈ যাম এতিয়া?" পেৰলোৱে উত্তৰ দিলে।

"স্পেনত ভালেমান পৰ্বত আছে। ইয়াৰ পৰা যদি কোনোবা যায়, তেন্তে 'চিয়েৰা ডি গ্ৰেডচ'ত থাকিবগৈ পাৰে।"

"মোৰ বাবে সেইবোৰ ঠাঁয়ো ঠিক নহয়। তাতো কোনোবাই মোৰ পাছ ল'ব। মই হাবাশান্তি হৈছোঁ। ইয়াতেই ভালে আছোঁ। এতিয়া দলও এখন যদি আপোনালোকে বোমা দি উৰাই দিয়ে, তেন্তে বিপদ আমাৰ হে; আমাকহে সিহঁতে খেদাকোবা কৰিব। আমি ইয়াত আছোঁ বুলি জানিলে উৰা জাহাজেৰে আমাক বিচাৰিব, সিহঁতে আমাক বিচাৰি পাবই। দক্ষিণ-পশ্চিম আফ্ৰিকাৰ অধিবাসী মূৰজাতীয় মুছলমানবোৰক পঠিয়ালে আমাক বিচাৰি উলিয়াবই; আমি সেইদেখি যাবই লাগিব। এইবোৰ সদায় দেখি শুনি মন বেয়া লাগিছে। শুনিছনে! "ৰবাৰ্ট জৰ্ডানৰ ফালে চাই পাৱলোৱে ক'বলৈ লাগিল," আপুনি বিদেশী মানুহ। মোৰ ওচৰলৈ আহি মোৰ কৰ্তব্য কি তাৰ নিৰ্দেশ দিবলৈ আপোনাৰ কি স্বত্ব আছে?"

"আপোনাক কাম কৰিবলৈ মই কোৱা নাই।" ৰবাৰ্ট জৰ্ডানে ক'লে। "তথাপি আপুনি ক'ব। সৌবোৰ,—সৌবোৰেই যত বিপদৰ মূল।"

তেওঁ গধুৰ টোঁপোলা ছুটালৈ আঙুলিয়ালে। টোপোলা ছুটা এইমাত্ৰ মাটিত থৈ তেওঁবিলাকে ঘোঁৰাবোৰ চাইছে। ঘোঁৰাবোৰৰ কাৰণেই যে এনে হ'বলৈ পাইছে এই কথা বুজি আৰু ৰবাৰ্ট জৰ্ডানেও কোনটো ঘোঁৰা কেনেকুৱা তাক ভালকৈ জনা যেন দেখি পাৱলোৱে মুখত যিহকে আহে তাকে কবলৈ লাগিল। ৰছী কেইডালৰ ওচৰতে তিনিও বৈ আছিল, ৰঙামুগা যাঁড়টোৰ গাত অ'ত ত'ত ছিগা চোৰোকাকৈ ৰ'দ পৰি তিৰবিৰণি উঠিছিল। ৰবাৰ্ট জৰ্ডানলৈ চাই পাৱলোৱে গধুৰ টোপোলাটো ভৰিৰে গুৰিয়াই "এইবোৰেই যত বিপদৰ কাৰণ।"



ৰবাৰ্ট জৰ্ডানে তেওঁক ক'লে, "মই মোৰ কাম কৰিবলৈহে আহিছোঁ। যুঁজৰ যিসকলে গুৰি ধৰিছে তেওঁবিলাকৰ আদেশত হে মই এইখিনি পাইছোঁহি। আপোনাৰ পৰা যদি সহায় ৰিচাৰোঁ, আপুনি নকৰোঁ বুলি ক'ব পাৰে। তেতিয়াহলে মই আনৰ সহায় বিচাৰিম। তেওঁবিলাকে মোক হয়তো সহায় কৰিব পাৰে। মোক যি কৰিবলৈ কৈছে তাক মই কৰিবই লাগিব, এইবোৰ কামৰ যে প্ৰয়োজন আছে তাক আপোনাক মই নিশ্চয়কৈ ক'ব পাৰোঁ। মই বিদেশী হব পাৰোঁ, কিন্তু সেইটো মোৰ দোষ নহয়। কেতিয়াবা ভাব হয়, মোৰ যদি জন্ম ইয়াতেই হ'লহেঁতেন।"

"মোৰ কথা হ'ল—আমি এতিয়া অশান্তি নিবিচাৰোঁ।" পাৱলোৱে ক'লে, "লগৰ মানুহবিলাকৰ প্ৰতি মোৰ কৰ্তব্য আছে, নিজৰ প্ৰতিও আছে।"

"হয় হয়, তোমাৰ নিজৰ প্ৰতি কৰিবলগীয়া কাম আছে। আজি বহুত দিনৰ পৰা তুমি নিজৰ কথাকে ভাবিছা! তোমাৰ নিজৰ কথা আৰু এই ঘোঁৰাকেইটাৰ কথা। ঘোঁৰাকেইটা নোহোৱালৈকে তুমি আমাৰ লগতে আছিলা। এতিয়া তোমাৰ সম্পত্তি হ'ল, আমাক এৰি দিলা।" আনচেল্মই ক'লে।

"অন্যায় কথা কৈছে।" পাৱলোৱে ক'লে, "এইবোৰ কামত লগাবলৈকে ঘোঁৰাবোৰ মই ৰাখিছোঁ।"

"নাই নাই, এইবোৰ কামত লগাবলৈ নহয়। তোমালোকে চুৰ কৰিব পাৰা, দবনি পিটি খাব পাৰা, মানুহ হত্যা কৰি পাৰা, কিন্তু যুঁজ কৰিবলৈ ক'লে নোৱাৰা।" বিৰক্ত হৈ আন্চেল্মেই ক'লে।

"আপুনি বুঢ়া হৈছে। যিহকে পাইছে তিহকে কৈ ৰিপদ চপাই লব খুজিছে।"

"বুঢ়া হব পাৰোঁ, কিন্তু কালৈকো মই ভয় নকৰোঁ। বুঢ়াকালতো মই ঘোঁৰা নোহোৱাকৈয়ে চলিছোঁ।" আনচেলমই ক'লে।

"আপুনি বৃদ্ধ, বেছি দিন জীয়াই নেথাকে।"

"বুঢ়া হ'লেও মই নমৰালৈকে মানুহৰ দৰে জীয়াই থাকিম। শিয়াললৈ মই ভয় নকৰোঁ।" আন্চেল্'মই ক'লে।

পাৱলোৱে মুখেৰে ওঁম্ তৎসৎ একো নেমাতি টোপোলাটো তুলি ললে।

আন্চেল্ম'ই আনটো টোপোলা তুলি লৈ ক'লে, "বাঘ হোৱা হ'লেও তোমাক মই ভয় নকৰিলোঁহেঁতেন।"

'মনে মনে থাকক', পাৰলোৱে মাত লগালে, "বুঢ়া হ'লে মানুহে বেছিকৈ কথা কয়। আপুনিও বুঢ়া হৈছে।"

"বুঢ়া হলেও সি কথামতে কাম কৰে।" টোপোলাটো লৈ কেকো-জেকো কৈ আন্‌চেল্‌ম'ই ক'লে; "বুঢ়াৰ এতিয়া ভোক লাগিছে, পিয়াহো লাগিছে, গৰিলাদলৰ নায়ক, তোমাৰ মুখত সেইয়া বেজাৰ ফুটি উঠিছে। বলা, আমাক কিবা এটা খাবলৈ দিয়া।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, যাত্ৰাতে কেৰোণ লাগিছে। তথাপি আন্‌চেল্‌ম মানুহৰ লগত মানুহ। ভালত সিহঁত বৰ ভাল। ভালে থাকিলে সিহঁতৰ দৰে মানুহ পাবলৈকে নাই, কিন্তু বেয়া হ'লে সিহঁত ভীষণ হৈ উঠে। আন্‌চেল্‌ম'ই আমাক ইয়ালৈ আনি ভাল কৰিছে নে বেয়া কৰিছে তাক নিশ্চয় জানে। মোৰ হ'লে ভাল লগা নাই, ইহঁতক সমূলি ভাল লগা নাই।

পাৰলোৱে টোপোলাটো কঢ়িয়াইছে; ৰবাৰ্ট জৰ্ডানক ঘোঁৰাটো দিছে, সেইটোৱেই একমাত্ৰ ভাল লক্ষণ। সম্ভৱতঃ সি সদায় তেনেকুৱাই। ৰবাৰ্ট জৰ্ডানৰ ধাৰণা হল, সিহঁত হয়তো নিতৌ বিমৰ্ষ হৈয়ে থাকে। সিও সিহঁতৰ লগৰে এটা।

ৰবাৰ্ট জৰ্ডানৰ মনলৈ বহুত কথাই আহিল। ওহোঁ, ইয়াক বিশ্বাস কৰিলে ঠগ খাব লাগিব। আগেয়ে সি কেনেকুৱা আছিল সেই কথা নাজানোৱেই, এতিয়া দেখিছোঁ সি ক্ৰমাৎ বেয়াৰ ফালে ঢাল লৈছে, আৰু সেই কথা সি লুকাই থোৱা নাই। লুকাবলৈ চেষ্টা কৰিলেই এটা সিদ্ধান্ত লবই লাগিব। এই কথা মনত ৰখা দৰ্কাৰ। বন্ধু ভাবেৰে সি প্ৰথমতে যি কাম কৰে, তাক চাই-চিন্তি এটা কিবা ঠিক কৰিব লাগিব। ঘোঁৰা কেইটাও ভাল, ধুনীয়াও। ঘোঁৰা কেইটা লৈ পেৰলোৱে বৰ গৰ্ব অনুভৱ কৰে। মোৰো তেনে গৰ্ব অনুভৱ হয়, ইয়াৰ কি কাৰণ ক'ব নোৱাৰোঁ। বুঢ়াৰ কথাই ঠিক। ঘোঁৰা কেইটাৰ পৰাই সি চহকী হৈছে, আৰু চহকী হৈ সি এতিয়া সুখে-সন্তোষে থাকিবলৈ বিচাৰিছে। সোনকালেই সি আমাৰ বিৰোধী হৈ উঠিব, কিয়নো সি জকি ক্লাবত যোগ দিবলৈ টান পাব।...

এই ধাৰণা অহাৰ লগে লগে তেওঁৰ মনটো ভাল লাগিল। সমুখত ডাঙৰ ডাঙৰ টোপোলা লৈ কেকো-জেকো কৈ যোৱা মানুহ দুটালৈ চাই তেওঁ এবাৰ হাঁহিলে। আজি দিনৰ দিনটো তেওঁ এবাৰো ফুৰ্ত্তি কৰা নাই, এতিয়া হাঁহি



মাৰি গা-মন ফৰকাল লাগিল! তেওঁৰ ধাৰণা হ'ল, তেৰেঁা যেন ঝকা কিজনৰ দৰেই হৈ পৰিছে। তেৰেঁা বিমৰ্ষ হৈছে। গল্‌জৰ কাষত থাকোঁতে তেওঁ গহীন আৰু বিমৰ্ষ হৈ আছিল। কামৰ দায়িত্বয়ো তেওঁক অলপ অভিভূত কৰিছে। অলপ নহয়, বেছিকৈয়ে অভিভূত কৰিছে। গল্‌জ কিন্তু বেচ্ আনন্দতে আছে, ইয়ালৈ অহাৰ আগতে গল্‌জে তেওঁকো ৰঙ্‌মনেৰে কাম কৰিবলৈ কৈছিল। কিন্তু কি হ'ব, তেওঁৰ মনৰ আনন্দ মনতে মাৰ গ'ল!

সকলো কৰ্মঠ মানুহেই স্ফূৰ্ত্তিবান। স্ফূৰ্ত্তিত থাকিলে ভাল, তদুপৰি সি এটা ভালৰ লক্ষণো! ই জীৱদ্দশাতে অমৰত্ব লাভ কৰাৰ নিচিনা কথা। আনন্দত থকাটো অৱশ্যে কঠিন কাম। সেই ৰঙিয়াল মানুহবোৰ এতিয়া আৰু নাই, যি কেইটা আছে সিহঁতে অভিশাপ মূৰত লৈ আছে। নাই, নাই, এনেকৈ ভাবি থাকিলে তেৰেঁা এদিন মৰহি যাব। ভৱা চিন্তা নকৰাই ভাল,—তেওঁ দলং ভাঙিবলৈহে আহিছে,—চিন্তা কৰিবলৈ অহা নাই। ভোকত তেওঁৰ প্ৰাণ যায়; পাৰলোও কেজানি খাৰৈচ্ লোক।

## ॥ ২ ॥

তেওঁবিলাক আটাইকেউজন ডাঠ কাঠনিখনৰ মাজেদি আহি এটা সৰু উপত্যকাৰ ওপৰভাগ পালেহি। উপত্যকাটো দেখিবলৈ পিয়লাটোৰ দৰে। কেম্পটো ক'ত হ'ব পাৰে তেওঁ লক্ষ্য কৰিলে, গছবোৰৰ মাজেদি ঘূৰণীয়া পাহাৰ এটা দেখা গৈছিল, সম্ভৱতঃ তাৰ নামনিতে কেম্পটো হ'ব।

কেম্পটো সকলো ফালৰ পৰাই ভাল। ওচৰ নোপোৱালৈকে কেম্পটো কোনেও নেদেখে। ৰবাৰ্ট জৰ্ডানে সেই কথা বুজিছিল। ওপৰৰ পৰা কেম্পটো নেদেখি। ভালুকৰ চোঙৰ দৰে কেম্পটো। কোনেও নেদেখে। কিন্তু কেম্পটো যে ভালকৈ পহৰা দিয়া হৈছে তাক ধৰিব পাৰি। তেওঁ আহি থাকোঁতেই কেম্পটোলৈ সাৱধানে লক্ষ্য কৰিছিল।

ঘূৰণীয়া পাহাৰটোত এটা ডাঙৰ গুহা আছিল। গুহাটোৰ মুখতে পাহাৰত গাত আঁউজি মানুহ এটা বহি আছিল। সি ভৰি কেইটা মাটিত মেলি দিছে। তাৰ ঘোঁৰাটোও পাহাৰৰ দাঁতিতে ৰৈ আছে। মানুহটোৱে ছুৰী এখন লৈ মাৰি এডাল চাঁছি আছিল। চাঁছি থাকোঁতেই কোনোনো আহিছে চাই আকৌ কামত লাগিল। ওচৰ চপাৰ লগে লগে সি সুধিলে, "এয়ানো আকৌ কোন্ আহিল ?"

"সেই বুঢ়া মানুহজন আৰু লগতে বিস্ফোৰক বোমা ব্যৱহাৰ কৰা মানুহ এজনো আহিছে।" পাব্লোৱে উত্তৰ দিলে। সি পিঠিত টোপোলাটো নমাই



গুহাৰ ভিতৰলৈ থ'লে। আন্চেল্‌ম'য়ো টোপোলাটো থ'লে। ৰবাৰ্ট জৰ্ডানেও কান্ধৰ পৰা ৰাইফোলটো নমাই পাহাৰৰ দাঁতিত আঁউজাই থলে।

চাঁচি থকা মানুহটোৰ মুখখন ইহুদী-গঢ়ৰ, দেখনিয়াৰ, অলস অলস ভাব এটা ফুটি উঠিছে,—ক'লাও মুখখন। ক'লামুখখনত নীলা নীলা চকুকেইটা উজলি আছে। সি কলে, "চাবা, গুহাটোৰ ইমান ওচৰতে সেইটো নথবা। ভিতৰত জুই আছে।"

তাৰ কথা শুনি পাব্লোৱে ক'লে, "যোৱাচোন তুমিয়েই গৈ আঁতৰাই থোৱাগৈ। সৌ গছজোপাৰ কাষতে থোৱাঁগৈ।"

ইহুদীটোৱে লৰচৰেই নকৰিলে, কিবা এটা মুখৰ ভিতৰতে ভোৰভোৰালে। ফুটাই অন্যমনস্কভাৱে ক'লে, "থক দিয়া তাতে। পাৰিলে উৰাই দিয়া চব। তেহে তোমালোকৰ ৰোগ যায় যদি।"

"তুমি নো কি সাজিছা ?" ইহুদীটোৰ কাষতে বহি ৰবাৰ্ট জৰ্ডানে সুধিলে। ইহুদীটোৱে তেওঁক দেখুৱালে। সি ফান্দ এখন সাজিছে—চাবিচুকীয়া, তাৰে এডাল বাহ সি চাঁচি আছে। সি ক'লে, "এইখন সাজিছোঁ শিয়ালৰ কাৰণে; ইয়াৰ লগতে এটুকুৰা কাঠ থাকিব, যাতে লগা মাত্ৰেই সি ধুপুচ্‌কৈ সৰি পৰে। তাৰ ককাল ভাগি যাব।" হাঁহি এটা মাৰি সি আকৌ ক'লে, "এনেকৈ চোৱা।" শিয়ালটো ফান্দত লগাৰ পিছত কাঠডালৰ সৈতে হুৰুমকৰে আহি মাটিত পৰিলে তাৰ ককাল কেনেকৈ ভাগিব তাকে হাত-ভৰি-মূৰ লৰাই অঙ্গী-ভঙ্গী কৰি দেখুৱালে। "খুব সহজ আৰু কাৰ্যকৰী" সি ব্যাখ্যা কৰি কলে।

"ই এটা ইহুদী—শহা পহু খুব ধৰে" আন্চেল্‌মই কলে, "ই শহাপহু ধৰিলে শিয়াল ধৰিছোঁ বুলি কয়। আকৌ শিয়াল ধৰিলে কয় বোলে মই হাতীহে ধৰিছোঁ।"

"আৰু হাতী ধৰিলে কি বুলি কওঁ ?" ইহুদীটোৱে সুধিলে। হাঁহি এটা মাৰি সি ৰবাৰ্টলৈ চালে।

"টেঙ্ক বুলি কবি।" আন্চেল্‌ম'ই উত্তৰ দিলে।

"বাৰু, টেঙ্ক এটা তেনেহলে আনিম"—জিপ্‌চিটোৱে ক'লে, "টেঙ্ক এটা আনিমেই আপোনাৰ যি মন যায় সেই বুলিয়েই ক'ব তাক।"

"জিপ্‌চিবোৰৰ কথাইহে সাৰ, জন্তু মৰাত মিছা।" আন্চেল্‌ম'ই ক'লে। জিপ্‌চিটোৱে ৰবাৰ্ট জৰ্ডানলৈ চাই চকু টিপিয়াই মাৰিডাল চাঁচিবলৈ লাগিল।

পাব্‌লো গুহাৰ ভিতৰলৈ সোমাই অদৃশ্য হ'ল। ৰবার্ট জর্ডানে ভাবিলে সি খোৱা বস্তু বিচাৰিহে গৈছে। তেওঁ জিপ্‌চিটোৰ কাষতে বহি থাকিল। তেতিয়া সময় আবেলি। গছৰ আগবোৰৰ সুৰুঙাইদি আবেলিৰ ৰ'দ আহি মেলি থোৱা ভৰিকেইটাৰ ওপৰতে পৰিছেহি। তেওঁৰ ৰ'দৰ ক্ষীণ উত্তাপ অনুভৱ কৰিলে। গুহাৰ ভিতৰত পৰা আহাৰৰ গোন্ধ আহি নাকত লাগিলহি। 'তেল আৰু পিঁয়াজৰ গোন্ধ'—মাংস-ভজাৰ গোন্ধ···তেওঁৰ ভোকো লাগিছিল—পেটে শানে কটাদি কাটিছিল।

"টেঙ্ক এটা আমি ধৰিমেই।" তেওঁ জিপ্‌চিটোক ক'লে, "ধৰা বৰ টান নহ'ব।" থৈলা দুটালৈ আঙুলিয়াই জিপ্‌চিটোৱে ক'লে, "এই কেইটাৰে পাৰিব জানো?"

"এৰা ইয়াৰেই ধৰিব লাগিব। মই শিকাই দিম। তুমি ফান্দ এখন সাজিবা। বৰ টান নহ'ব।" ৰবার্ট জর্ডানে ক'লে।

"তুমি আৰু ময়ে পাৰিমনে?"

"কিয় নোৱাৰিম আমি?" ৰবার্ট জর্ডানে ক'লে।

"এই থৈলা দুটা নিৰাপদ ঠাইত থোৱাগৈ। পাৰিবানে? তাত দৰ্কাৰী বস্তু আছে।" আন্‌চেলম'লৈ চাই জিপ্‌চিটোৱে ক'লে।

আন্‌চেলম্ 'নোৱাৰোঁ' বুলি গৰগৰাই উঠিল। ৰবার্ট জর্ডানলৈ চাই তেওঁ ক'লে, "নোৱাৰোঁ মই, মই মদ বিচাৰি যাব লাগে।" আন্‌চেলম'ৰ কথা শুনি ৰবার্ট জর্ডানে নিজে উঠি গৈ থৈলা কেইটা গুহাৰ মুখৰ পৰা নি গছ এজোপাৰ গুৰিত দুফালে দুটা থৈ দিলে। তাত কি আছে তেওঁ জানে, সেইবাবে দুয়োটা টোপোলা একে লগে থকাটো তেওঁ ভাল পোৱা নাছিল।

"কাপ এটা আনিবাচোন মোলৈ?" জিপ্‌চিটোৱে আন্‌চেলম'ক ক'লে।

"মদ আছে নে কি?" জিপ্‌চিটোৰ কাষত বহি ৰবার্ট জর্ডানে সুধিলে।

"আছে, কিয় নহব? ভৰপূৰ হৈ আছে। অলপমান খোৱা যাওক।"

"খাবলৈ কি আছে?"

'যি লাগে তাকে পাব' জিপ্‌চিটোৱে ক'লে, "খোৱা-বোৱা ভালেই, সেনাপতি সকলে যি খায় আমিও তাকেই খাওঁ।"

"জিপ্‌চিবোৰে যুদ্ধৰ সময়ত কি কৰে?" ৰবার্ট জর্ডানে সুধিলে।

"জিপচিয়ে সাধাৰণতে যি কৰে, সিহঁতেও তাকে কৰে।"



"ভাল কথা।"

"ভাল নহয়, উত্তম বুলি কওক," জিপ্‌চিটোৱে ক'লে, "আপোনাক মানুহে কি বুলি মাতে?"

"ৰবার্টো। আৰু তোমাক?"

"ৰাফেল। আপুনি টেঙ্কৰ কথা সঁচাই কৈছে নে ধেমালিহে কৰিছে?"

"ধেমালি নহয়, সঁচাই কৈছোঁ।"

এনেতে আন্‌চেলম'ই শিলৰ পাত্ৰত ৰঙা মদ লৈ গুহাৰ পৰা ওলাই আহিল। হেণ্ডেল কেইটা আঙুলিৰে ধৰি তিনটা কাপো আনিলে।

"সৌৱা, তেওঁলোকে কাপ-মদ চব আনিছে" সি ক'লে।

আন্‌চেলম'ৰ পাছে পাছে আহিল পেৱল।

"সোনকালে খোৱা বস্তুও আহিব। আপোনাৰ চিগাৰেট আছে নে?" পাৱলোই সুধিলে।

ৰবার্ট জর্ডান থৈলা কেইটাৰ কাষলৈ গ'ল। থৈলা এটাৰ মুখখন খুলি এটা সৰু মোনাৰ পৰা ৰুছদেশীয় চিগাৰেট থকা এটা চেপেটা বাকচ উলিয়াই আনিলে। এই চিগাৰেটবোৰ তেওঁ হেড্‌কোৱাৰ্টাৰৰ পৰা লৈ আনিছিল। বুঢ়া আঙুলিৰ নখেৰে সাঁফৰখন দাঙি পাৱলোৰ ফালে আগবঢ়াই দিলে। পাৱলোৱে ছটা চিগাৰেট ল'লে। ডাঙৰ হাতখনেৰে তাৰে এটা জ্বলাই চিগাৰেটটো চাবলৈ লাগিল। চিগাৰেটবোৰ দীঘল যদিও সৰু, মুখত লোৱা অংশ ডাঠ কাগজেৰে মেৰিওৱা। তেওঁ মাত লগালে:

"এইবোৰত একো নাই, ধপাত নিচেই কম। আগতেও খাইছোঁ—সেই যে মানুহজন, নামটো কিবা যেন,—তেওঁৰ আছিল এইবোৰ চিগাৰেট।"

"অ' কাস্কিন?" ৰবার্ট জর্ডানে ক'লে। কথাষাৰ কৈয়ে তেওঁ জিপ্‌চিটোক আৰু এন্‌চেলম'ক চিগাৰেট একোটা যাচিলে। দুয়ো দুটা ল'লে।

'আৰু লওক' ৰবার্ট জর্ডানৰ অনুৰোধত তেওঁলোকে আৰু এটা এটা ললে। তেওঁ আৰু চাৰিটা চাৰিটা চিগাৰেট দুয়োকে দিলে। ধন্যবাদ দিবৰ বাবে চিগাৰেট লৈ থকা হাতটো দুবাৰ জোকাৰি দিলে দুয়ো—হাত জোকাৰোঁতে এনেকুৱা লাগিল যেন তেওঁলোকে তৰোৱালেৰেহে অভিবাদন জনাইছে।

"এৰা, নামটো আগেয়ে কতো শুনা নাই।" পাৱলোৱে মন্তব্য কৰিলে।

আন্‌চেলম'ই কাপ এটাৰে পাত্ৰটোৰ পৰা একাপ মদ লৈ ৰবার্ট জর্ডানলৈ

আগবঢ়াই দি ক'লে, "এয়া খাওক।" তাৰ পিছত তেওঁৰ আৰু জিপ্ চিটোৰ কাৰণেও দুকাপ আনিলে।

"মোৰ বাবে মদ নাই নে কি?" পাৰলোৱে সুধিলে। তেতিয়া আটাইবোৰ গুহাৰ মুখতে বহি আছিল।

আন্‌চেল্‌ম'ই তেওঁৰ কাপটোকে পাৰলোক দি আন এটা কাপ আনিবলৈ বুলি গুহাৰ ভিতৰলৈ গ'ল। ঘূৰি আহি পাত্ৰটোৰ পৰা একাপকৈ মদ বাকি ললে। তেতিয়া আটায়ে এসোহাকৈ খালে।

মদখিনি ভাল। খাওঁতে অকটা গোন্ধ আহিলেও খাবলৈ বেয়া নালাগিল। ৰবাৰ্ট জৰ্ডানে লাহে লাহে খালে,—খোৱাৰ লগে লগে গা গৰম হৈ গ'ল, ভাগৰো আঁতৰিল।

পাৰলোৱে ক'লে, "খোৱা বস্তু এতিয়া আনিব। বাৰু সেই বিদেশী মানুহজন, নামটো যাৰ আপুকগীয়া···সেই মানুহজন কেনেকৈ মৰিল?"

"তেওঁ শত্ৰুৰে বন্দী কৰাৰ পিছত আত্মহত্যা কৰিলে।"

"কেনেকৈ হ'ল সেইটো?"

"যুদ্ধত কেনেবাকৈ আহত হ'ল,—শত্ৰুৰ হাতত বন্দী হোৱাটো তেওঁ ভাল নাপালে।"

"কেনেকৈ কি হ'ল ভালকৈ কওকচোন।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই একো নাজানো।" জৰ্ডানে মিছা মাতিলে। আচলতে তেওঁ সকলো কথা ভালকৈ জানে, কিন্তু সেইবোৰ কথা পতাৰ এতিয়া সময় নহয় বুলি মিছা মাতিলে।

"যুঁজত আহত হ'লে মাৰি পেলাবলৈ তেওঁ আমাক শপথ খুৱাইছিল—মানুহটোৰ কথা কোৱাৰ ধৰণ একলেখীয়া।" পাৰলোৱে মাত লগালে।

সেইটো হ'লেও মানুহটোৰ কথাৰ লাগ-বান্ধ নাই—বেচেৰা কাস্কিনটো! ৰবাৰ্ট জৰ্ডানে ভাবিলে।

"তেওঁ আত্মহত্যাৰ বিৰোধী—সেই কথা মোক এবাৰ কৈছিল। আনৰ অত্যাচাৰলৈও তেওঁৰ বৰ ভয়।" পাৰলোৱে ক'লে।

"সেইটাও তেওঁ কৈছিলনে?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"এৰা, আমাক আটাইকে তেওঁ সেই কথা কৈছিল" জিপ্ চিটোৱে ক'লে।

"তোমালোকো যুঁজত আছিলা নে কি?"



"অঁ, আমিও আছিলোঁ।"

"তেওঁৰ কথা কোৱা ধৰণ একলেখীয়া। কিন্তু মানুহজন বৰ সাহসী।" পাৰলোৱে ক'লে।

ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিবলৈ লাগিল। বেচেৰা কাস্কিনটো! সি ইয়াত থাকি উপকাৰতকৈ অপকাৰহে বেছি কৰিলে। তাৰ কথাৰ কোনো স্থিৰতা নাই বুলি যদি আগেয়ে জানিলোঁহেঁতেন! তাক ডিঙিত ধৰি উলিয়াই দিয়াই উচিত আছিল। এনেকুৱা মানুহ কেলেই—ক'ব এটা, কৰিব এটা! মানুহে তেনেকৈ কথা কব নাপায়। কথা মতে কাম হ'লেও সেইবোৰৰ পৰা উপকাৰতকৈ অপকাৰহে বেছি হয়। সেইদৰে কথা ক'ব নাপায়।

"মানুহটো অদ্ভুত ধৰণৰ। তেওঁ চেৰাবলিয়া আছিল বুলি মোৰ ধাৰণা হয়।" ৰবাৰ্ট জৰ্ডানে ক'লে।

কিন্তু মানুহটো বিস্ফোৰক পদাৰ্থ তৈয়াৰ কৰাত ওস্তাদ আছিল—তদুপৰি উগ্ৰ সাহসী—জিপ্ চিটোৱে ক'লে।

"কিন্তু চেৰাবলিয়া," ৰবাৰ্ট জৰ্ডানে মাত লগালে, "এইবোৰত মানুহক মগজু প্ৰয়োজন, মগজু ঠাণ্ডা ৰখাও দৰ্কাৰ। সেইদৰে কথা কোৱা নিয়ম নহয়।"

ৰবাৰ্ট জৰ্ডানৰ কথা শুনি পাৰলোৱে ক'লে, "ধৰক, এই দলঙ ভাঙোতে আপুনি জানিবা আহত হ'ল, তেতিয়া আপুনি কি কৰিব? তাতে পৰি থাকিব নে?"

ৰবাৰ্ট জৰ্ডানে আৰু এসোহা মদ খাই লৈ আগলৈ গাটো হেলনীয়া কৰি কলে, "মোৰ কথা শুনক—মোৰো হয়তো কাৰোবাৰ সহায় ল'ব লগা হব পাৰে,—কিন্তু তাৰ কাৰণে আগতেই মই কাকো কৈ নথওঁ, সময়ত পালে কম।"

জিপচিটোৱে সমৰ্থন কৰি ক'লে, "ঠিক, ভাল মানুহৰ কথাই এনেকুৱা। অ, খোৱা বস্তু আনিছে।"

"তুমি তো খালাই।" পাৰলোৱে ক'লে।

"মই আৰু দুবাৰ খাব পাৰোঁ। চোৱাচোন চোৱা, বস্তুবোৰ আনিছে কোনে?" জিপচিটোৱে পাৰলোলৈ চাই কলে।

গুহাটোৰ পৰা কেকো-জেকোকৈ ছোৱালী এজনী ওলাই আহিল। তাইৰ হাতত শিলৰ এটা পাত্ৰ। ৰবাৰ্ট জৰ্ডানে তাইৰ মুখখনলৈ চালে। তাই কৌণিক ভঙ্গীৰে মুখখন ঘূৰাইছে। তাইৰ আচৰণ দেখি তেওঁ তবধ মানিলে। তাই

হাঁহি হাঁহি ৰবাৰ্ট জৰ্ডানক "কমৰেড" বুলি সম্ভাষণ জনালে। ৰবাৰ্ট জৰ্ডানেও প্ৰতি সম্ভাষণ জনালে। তেওঁ অলপ সাৱধান হ'ল। ছোৱালীজনীলৈ ৰ লাগি চাই থাকিবৰ মন গৈছিল, যদিও, তেওঁ তাৰ পৰা নিজকে বিৰত কৰিলে। তাই ডাঙৰ পাত্ৰটো আনি ৰবাৰ্টৰ সন্মুখতে থলেহি। ৰবাৰ্টে তাইৰ ধুনীয়া হাত কিখন লক্ষ্য কৰিলে। এইবাৰ ছোৱালীজনীয়ে ৰবাৰ্টৰ মুখলৈ চাই মিচিক্‌কৈ হাঁহি এটা মাৰিলে। তেজগোৰা মুখখনত তাইৰ বগা দাঁতকেইটা জিলিকি আছিল; ছাল আৰু চকু দুটা সোণৰ বৰণ যেন দেখি। গালৰ হাড় উঠঙা, চকুযোৰ হাঁহি থকা, ওঁঠ কেইটা শুৱনি। চুলিকোচা সোণালী শস্যৰ দৰে,—ৰ'দত ক'লা পৰিছে। ভেৰাৰ লোমৰ নিচিনাকৈ চুটি চুটিকৈ কাটি থৈছে চুলিকোচা। তাই ৰবাৰ্ট জৰ্ডানলৈ চাই আকৌ হাঁহিলে, ধুনীয়া হাতখন দাঙি মূৰৰ চুলিখিনি নিমজ কৰিলে, কিন্তু কৰিলে কি হব? ততালিকে চুলিখিনি আকৌ থৰঙা হৈ পৰিল। মুখখন ইমান ধুনীয়া তাইৰ! ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিলে —চুলিকোচা কাটি নেপেলোৱা হ'লে তাই আৰু ধুনীয়া হ'লহেঁতেন।

"মই এই দৰেই চুলি ফণিয়াওঁ" ৰবাৰ্টৰ ফালে তাই কৈ হাঁহি দিলে। উঠক, খাই লওক, মোলৈ তেনেকৈ চাই নেথাকিব। ৱাল্লাডলিডত থাকোঁতেই মোৰ চুলি খুৰালে। এতিয়াহে গজিছে।"

তাই ৰবাৰ্টৰ মুখামুখিকৈ বহি তেওঁলৈ চালে। তেৰোঁ তাইলৈ উভতি চালে। তাই হাঁহি এটা মাৰি আঠুদুটা হাতদুখনেৰে সাৱটি ধৰিলে। তাই বহি থাকোঁতে ৰবাৰ্টে মন কৰিলে, তাইৰ ভৰিকেইটা দীঘল চানেকীয়া, আৰু পৰিষ্কাৰ। ৰবাৰ্টে যেতিয়াই তাইৰ ফালে চোলাৰ তলৰ স্তনাগ্ৰচূড়াও তেওঁৰ চকুত পৰিল। ৰবাৰ্টে যেতিয়াই তাইৰ ফালে চায়, তেতিয়াই তেওঁৰ কণ্ঠ ৰুদ্ধ হোৱাৰ দৰে হয়।

আন্‌চেল্‌ম'ই ক'লে, "আৰু প্লেট নাই। আপোনাৰ ভাগৰ কাটা-চামুচ লওক।" ছোৱালীজনীয়ে লোহাৰ থালখনত আঁউজাই চাৰিডাল কাঁটা-চামুচ যোৰ্‌বোৰ তলকৈ থৈ দিছে।

স্পেনদেশীয় আচাৰমতে খাওঁতে কোনেও কথা পাতিব নাপায়। তেওঁলোকেও সকলোৱে মুখেৰে ওঁম্‌তৎসৎ একো নমতাকৈ পাত্ৰটোৰ পৰা খোৱা বস্তু লৈ খাবলৈ লাগিল। শহাপহুৰ মাংস পিঁয়াজ আৰু মচলাৰে ভাজিছে, ৰঙা মদ আৰু চৰাই পোৱালিৰ মাংসৰ চুৰুহাও কৰিছে। ৰন্ধা-বঢ়া ভালেই হৈছে; শহাপহুৰ মাংসত হাড়বোৰ লাগি থকা নাই, চুৰুহাখিনিও উপাদেয় হৈছে।



ৰবাৰ্ট জৰ্ডানে খাই থাকোঁতে আৰু একাপ মদ খাই ললে। ছোৱালীজনীয়ে ৰবাৰ্টৰ খোৱা-বোৱাৰ আলেখ-লেখ চাই আছিল। বাকীবোৰেও ৰবাৰ্টৰ আহাৰ আৰু খোৱাৰ ধৰণ কাৰণলৈ লক্ষ্য কৰিছিল। ৰবাৰ্ট জৰ্ডানে এটুকুৰা ৰুটিত বাকী থকা চুৰুহাখিনি লগাই লৈ খালে। হাড়বোৰ একে ঠাইতে দ'ম কৰিলে, চুৰুহা থকা ঠাইখিনি মচিলে, ৰুটি এটুকুৰাৰে কাটা চামুচযোৰ চাফা কৰি একাষৰীয়াকৈ থৈ দিলে, তাৰ পিছত ৰুটি এটুকুৰা খাই কাপটোত একাপকৈ মদ ঢালি ললে। ছোৱালীজনীয়ে তেতিয়াও তেওঁৰ কামৰ আলেখ-লেখ চাই আছিল।

ৰবাৰ্ট জৰ্ডানে পিয়লাৰ আধাখিনি মদ খালে। ডিঙিত তেতিয়াও ৰিকবা এটা লাগি আছে যেন লাগিছিল তেওঁৰ—ছোৱালীজনীলৈ চাই সুধিলে, "তোমাৰ নাম কি?"

পাৱলোৱে ৰবাৰ্টৰ মাতৰ ঠেও শুনি লৰালৰিকৈ চালে। তাৰ পিছত লাহেকৈ থিয় হৈ তাৰ পৰা গুচি গ'ল।

"মোৰ নাম মেৰিয়া। আপোনাৰ একা?"

"ৰবাৰ্ট। তুমি পাহাৰত কিমান দিন আছা?"

"তিনিমাহ।"

"তিনিমাহ?" ৰবাৰ্টে তাইৰ চুলিখিনিলৈ চালে। ঘন, চুটি আৰু ঢৌ-উঠা। হাত লগালেই ঢৌ উঠে। পাহাৰৰ দাঁতিৰ ধাননি বতাহত হালি যোৱাৰ দৰে এতিয়া চুলিকোচা আউল-জাউল হৈ আছে।

তাই ক'লে, "ৱল্লাডালভৰ ফাটেকত থাকোঁতে মোৰ মূৰটো খুৰাই দিলে। এতিয়া যিখিনি চুলি দেখিছে এইখিনি গজোঁতে তিনিমাহ লাগিছে। মই জাহাজত আছিলোঁ। মোক সিহঁতে দক্ষিণ অঞ্চললৈ লৈ গ'ল। জাহাজখন ধ্বংস কৰাৰ পাছত বহুতো বন্দীক সিহঁতে ধৰা পেলালে। মই ধৰা নিদি এইখিনি পালোঁহি।"

"মই তাইক পাহাৰৰ মাজত লুকাই থাকোঁতে পালোঁ।" জিপচিটোৱে ক'লে, "আমি যাবৰ সময়তে এইক পাইছোঁ। তাই কিন্তু ধুনীয়া নহয়। তাইক আমি লগত ললোঁ হয়, কিন্তু এতিয়া এৰি দিবলৈহে মন গৈছে।"

"জাহাজত থকা ইজন মানুহ কলৈ গ'ল?" মেৰিয়াই সুধিলে, "সেই ধুনীয়া মানুহজন বিদেশী মানুহজন—তেওঁ এতিয়া ক'ত?"

"তেওঁ এপ্ৰিল মাহতে ঢুকাল।" ৰবার্ট জর্ডানে ক'লে।

"এপ্ৰিলত? জাহাজৰ ঘটনাটোও এপ্ৰিলতে।"

"অঁ হয়, ঘটনাৰ দহদিনৰ পিছতে তেওঁ ঢুকাইছে।" ৰবার্টে ক'লে।

"বেয়া লাগে মানুহটোলৈ—বৰ সাহসী মানুহ—আপুনি তেওঁৰ নিচিনা কামকে কৰেনে কি?" ছোৱালীজনীয়ে সুধিলে।

"এৰা, কৰোঁ।"

"আপুনি জাহাজো তৈয়াৰ কৰিছেনে কি?"

"কৰিছোঁ,—তিনিখন।"

"ইয়াত?"

'এস্ট্ৰেমাডুৰাত—ইয়ালৈ অহাৰ আগেয়ে মই এস্ট্ৰেমাডবাত আছিলোঁ। মই নেলাগে আমাৰ বহুতেই এস্ট্ৰেমাডুৰাত কাম কৰিছিল।

"এতিয়া এই পৰ্বতলৈ আহিছে, কিয়?"

"মই সেই ধুনীয়া ডেকাৰ ঠাইত আহিছোঁ। আন্দোলনৰ আগৰে পৰাই এই ঠাইবোৰ মই চিনি পাওঁ।"

"ভালকৈ চিনি পায়নে?'

'সিমান ভালকৈ বুলি ক'ব নোৱাৰোঁ। কিন্তু কথা মই খুব খৰকৈ শিকোঁ। মোৰ হাতত ভাল মেপ আছে; ভাল গাইডো আছে মোৰ।"

"এই বুঢ়া নেকি? বৰ ভাল মানুহ", তেওঁ ক'লে।

"ধন্যবাদ আইজনী" আনুবেলেমই ক'লে। ৰবার্টৰ হঠাতে উপলব্ধি হ'ল, তেওঁ ছোৱালীজনীৰ সৈতে অকলে থকা নাই, আৰু মানুহ আছে। তেওঁ বুজিলে যে ছোৱালীজনীলৈ চাই কথা কোৱাও দিগদাৰি···মাতটোও কিবাকিবি হৈ যায়। স্পেনদেশীয় ভাষা কোৱা মানুহৰ লগত ভালে থাকিবলৈ হলে দুটা নিয়ম পালিব লাগে। এটা হ'ল, মানুহে দেখিলেই চুৰট দিয়া, আৰু আনটো হ'ল, মাইকী মানুহৰ সঙ্গ ত্যাগ কৰা। দ্বিতীয়টো নিয়ম তেওঁ ইতিমধ্যে ভঙ্গ কৰিছেই। তেওঁ এতিয়া সেইবোৰ কথালৈ কাণ নেদিয়ে। বহুত কথালৈ, কাণ নিদিয়াকৈয়ে চলিব লাগিব। এইটো কথালৈ নো চিন্তা কৰিম বা কিয়?

"তোমাৰ মুখখন বৰ ধুনীয়া। ছোৱালী চুলিখিনি নকটা অৱস্থাত দেখা হ'লে মোৰ ভাগ্য বুলিয়েই ধৰিলোঁ হেঁতেন!" ৰবার্টে ক'লে।



"গজিব, গজিব। আৰু ছমাহতে ই দীঘল হৈ যাব।" তাই উত্তৰ দি ক'লে।

"জাহাজৰ পৰা আনোতেই আপুনি তাইক দেখিব লাগিছিল। এনে কুৰূপ আছিল তাই তেতিয়া—দেখিলেই জৰ উঠে।"

"তুমি নো কাৰ তিৰোতা? পাৱলোৰ নে কি?" কথাটো জানিবৰ কাৰণে ৰবার্ট উৎসুক হ'ল।

তাই তেওঁলৈ চাই হাঁহিবলৈ ধৰিলে। তাৰ পিছত তেওঁৰ আঁঠুত চাপৰ এটা মাৰি ক'লে, "পাৱলোৰ? পাৱলোক আপুনি জানে জানো?"

"তেনেহলে ৰাফেলৰ। ৰাফেলক মই চিনি পাওঁ।"

"ওঁহো, ৰাফেলৰো নহয়।"

"কাৰোৰেই নহয় এই অদ্ভুত মানুহ—তাই কাৰো নহয়। কিন্তু ৰন্ধা বঢ়াত পাকৈত।" জিপচিটোৱে ক'লে।

"সঁচাই নে?" ৰবার্টে সুধিলে।

"নহয়, নহয়, কাৰো নহয়। আচলতে তাই কাৰো নহয়, ধেমালিতো তাই কাৰো হোৱা নাই। আপোনাৰো নহয় দেই।"

"নহয়? ডিঙিত কিবা এটাই সোপা মাৰি ধৰা যেন লাগিল ৰবার্টৰ, তথাপি ক'লে, "ভাল কথাই। তিৰোতাৰ লগত প্ৰেমালাপ কৰিবৰ সময় মোৰ নাই। সেইটো সঁচা কথা।"

'মাত্ৰ পোন্ধৰ মিনিটো সময় উলিয়াব নোৱাৰেনে? ঘন্টাটোৰ চাৰিভাগৰ এভাগ সময়?" জিপ চিটোৰ এনেধৰণৰ কথা শুনি ৰবার্টৰ বিৰক্তি লাগিল। তেওঁ একো উত্তৰ নিদিলে, তেওঁ মেৰিয়াৰ পিনে চালে। ডিঙিৰ অসুখটো আকৌ উক দিয়াত কথা কবলৈ টান পালে।

মেৰিয়াই তেওঁলৈ চাই হাঁহি দিলে। তাই লাজত ৰঙা পৰিল, কিন্তু ৰবার্টৰ ফালে তাই চায়েই থাকিল।

"তোমাৰ লাজ লাগিছে। বৰকৈ লাজ লাগেনেকি তোমাৰ?" ৰবার্টে সুধিলে।

"ওঁহো মুঠেই লাজ নালাগে।"

"এতিয়া দেখোন লাগিছে।

"তেতিয়াহলে যাওঁগৈ গুহাটোলৈ।"

"থাকা, মেৰিয়া, নাযাবা।"

"নহয়, মই যাওঁ এতিয়া।" তাই ক'লে। এইবাৰ তাই নাহাঁহিলে। লোহাৰ থাল কিখন আৰু কাটা চামুচ কেইডাল তাই হাতলৈ ললে। ঘোঁৰা পোৱালীটোৰ দৰে তাই টুকুৰ টুকুৰ খোজ ললে—দেখাত কিবা যেন লাগিলেও পোৱালী জন্তুৰ দৰে মৰম লগা হৈ পৰিছিল তাইৰ খোজকেইটা।

এখোজ দুখোজকৈ গৈ তাই সুধিলে, "কাপ কেইটা লাগিব নে কি?" ৰবাৰ্টে তাইলৈ চাই আছিল—তাই আকৌ লাজতে ৰঙা পৰিল।

"মোৰ এইবোৰ ভাল নেলাগে" তাই ক'লে।

"সেইবোৰ এৰা", জিপচিটোৱে তাইলৈ চাই ক'লে, তাৰ পিছত সি পাত্ৰটোৰ পৰা একাপ মদ আনি ৰবাৰ্ট জৰ্ডানৰ ফালে আগবঢ়াই ক'লে "এইখিনি খাওক।" ছোৱালীজনী ইতিমধ্যে গধুৰ লোহাৰ থালকেইখন লৈ গুহাৰ ফালে গৈ আছিল···ৰবাৰ্ট জৰ্ডানে তাই যোৱাৰ ফালে চাই ৰ'ল।

"ধন্যবাদ" ৰবাৰ্ট জৰ্ডানে জিপছিটোক ক'লে। ছোৱালীজনীৰ অনুপস্থিতিত তেওঁৰ মাতটোও পৰিষ্কাৰ হ'ল। "এই কাপেই শেষ—যথেষ্ট খোৱা হ'ল আৰু নাখাওঁ।"

"নহয়, এই পাত্ৰটো আমি শেষ কৰিম। এতিয়াও আধাতকৈও বেছি আছে। এইবোৰ ঘোঁৰাৰ পিঠিত আমি বোজাই কৰি অনা।" জিপছিটোৱে ক'লে।

"পাবলোৰ এইটোৱেই শেহতীয়া আক্ৰমণ। ইয়াৰ পিছত তেওঁ একো কৰা নাই।" আন্‌চেল্‌মই ক'লে।

"আপোনালোক কেইজন আছে ইয়াত?" ৰবাৰ্টে সুধিলে।

"আমি সাতজন আছোঁহক আৰু দুগৰাকী মাইকী মানুহো আছে।"

"দুগৰাকী?"

"হয়, ইগৰাকী পাবলোৰ ঘৈণীয়েক।"

"তেওঁ আছে ক'ত?"

"সেই গুহাৰ ভিতৰতে আছে। এই ছোৱালীজনীয়ে ভালকৈ ৰান্ধিব-বাঢ়িব নেজানে। মই তাইক ভালৰি লগাবলৈহে ভাল ৰান্ধে বুলি ক'লোঁ। আচলতে পাবলোৰ ঘৈণীয়েকক লাচনি-পাচনিহে কৰি দিয়ে।

"পাবলোৰ ঘৈণীয়েক কেনেকুৱা মানুহ?"



"বৰ বৰ্বৰ যেন লাগে।" জিপছিটোৱে হাঁহি কলে "বৰ বৰ্বৰ, পাবলোক দেখাত কুৎসিৎ যেন লাগিব পাৰে, কিন্তু ঘৈণীয়েক আচলতে তাতোকৈও আগঢ়ী। কিন্তু মানুহজনী সাহসী। পাবলোতকৈ অনেকগুণে সাহসী। কিন্তু কিবা বৰ্বৰ যেন লাগে।"

প্ৰথমতে পাবলোও সাহসী আছিল—যিহতে ধৰে মনপুতি ধৰিছিল—আনচেল্‌মই কলে।

"কলেৰা মহামাৰীত যিমান মানুহ মৰে তাতকৈ বেছি মানুহ মাৰিছে পাবলোৱে। আন্দোলনৰ আৰম্ভণিতে সি ইমান মানুহ মাৰিলে যে টাইফয়ডতো সিমান মানুহ নমৰে।" জিপছিটোৱে কলে।

"কিছুদিনৰ পৰা মানুহটো ভয়াতুৰ হৈ পৰিছে। মৰিবলৈ বৰ ভয় মানুহটোৰ।" আন্‌চেল্‌মই ক'লে।

আন্‌চেল্‌মৰ কথা শুনি জিপছিটোৱে দাৰ্শনিকৰ দৰে মন্তব্য কৰিলে, "আৰম্ভণিতে ইমান বোৰ মানুহ মৰা বাবেই হয়তো তেনেকুৱা হ'ল মানুহটো। সি যিমান মানুহ মাৰিলে, প্লেগ মহামাৰীতো সিমান মানুহ নমৰে।"

"সেইটোতো সেইটোৱেই, তদুপৰি ধন-সম্পত্তি বয়-বস্তুও আনিছে। সি মদ খায় বেছিকৈ। বলধৰ লগত খেল কৰা অশ্বাৰোহীৰ নিচিনাকৈ সিও এতিয়া অৱসৰ লব খুজিছে। কিন্তু সি অৱসৰ লোৱা মানুহ নহয়।" আন্‌চেল্‌ম'ই ক'লে!

"ইয়াৰপৰা সিপাৰলৈ গ'লেই, তাৰ ঘোঁৰাবোৰ লৈ যাব আৰু সৈন্যদলত যোগদিবলৈ তাক বাধ্য কৰিব। মোৰো আৰু সৈন্যদলত যোগ দিবৰ মন নাই।" জিপছিটোৱে ক'লে।

"আৰু ইহুদীও নাই ইয়াত, নহয় জানো?" আন্‌চেল্‌মই সুধিলে।

"কিয় থাকিব?" জিপছিটো জলজলাই উঠিল, "সৈন্যদলত কোন্ নো ভৰ্তি হব খোজে? সৈন্য হবলৈ আমি জানো বিপ্লৱ কৰিছোঁ? যুঁজ কৰিবলৈ মই ভালেই পাওঁ, কিন্তু সৈন্যদলত ভৰ্তি হবলৈ নাযাওঁ।

"ইবিলাক মানুহে কেনি গ'ল?" ৰবাৰ্ট জৰ্ডানে সুধিলে। তেওঁৰ গাটো এতিয়া ভাল লাগিছে। মদ খোৱাৰ পৰা চকু কেইটা জাপ খাই গৈছে।

হাবিখনতে তেওঁ দীঘল দিলে। স্পেনদেশীয় আকাশখনলৈ মন কৰিলে। গছৰ আগবোৰৰ সুৰুঙাবোৰেদি আকাশখনলৈ চাই তেওঁ দেখিলে, পাহাৰৰ কাষে কাষে মন্থৰ গতিত ডাৱৰবোৰ অহা-যোৱা কৰি আছে।

স্পেনদেশীয় খেল, অশ্বাৰোহীয়ে বলধৰ লগত কৰা খেল।

"দুজন শুই আছে গুহাত।" জিপছিটো কবলৈ লাগিল, "ওপৰত আছে দুটা—সিহঁত বন্দুক এটা ৰাখি আছে। এটাই নামনিত পহৰা দি আছে।"

ৰবাৰ্ট জৰ্ডানে বাগৰ এটা মাৰি সুধিলে, "বন্দুকটো কেনেকুৱা।"

"নামটো কিবা—আগেয়ে শুনাই নাই। এতিয়া পাহৰি গৈছোঁ। মুঠতে কামান এটা।"

"স্বয়ংক্রিয় ৰাইফোলেই হব—ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিলে। ফুটাই সুধিলে, "ওজন বাৰু কিমান হ'ব বন্দুকটোৰ?"

"মানুহ এটা কথমপি তুলিব পাৰে, কিন্তু বন্দুকটো বেচ গধুৰ। ইয়াক জপাই থব পৰা তিনটা ঠেং আছে। অলপতে যিটো আক্রমণ কৰিলোঁহঁক, তাতে পোৱা এই বন্দুকটো। মদ যে লুটিছিলোঁ ঠিক তাৰ আগৰবাৰ।"

"কেই জাঁই মাৰিব পাৰি একেলগে?"

"অসংখ্যবাৰ।"

ৰবাৰ্ট জৰ্ডানৰ ধাৰণা হ'ল, সাধাৰণ বন্দুকৰ পাঁচশ জাঁই একেলগে মাৰিলে যেনে শব্দ হব, তাৰ শব্দও কিজানি তেনেকুৱা। তেওঁ জিপছিটোক সুধিলে, "ইয়াৰ গুলীবোৰ কত থয়?"

"লোহাৰ ঘূৰণীয়া কিবা এটা আছে বন্দুকটোৰ ওপৰ ফালে।"

"এইটো লুইচ বন্দুক"—পেটে পেটে ভাবিলে জৰ্ডানে। তাৰ পিছত বুঢ়াক সুধিলে, "কামান জানো আপুনি চিনি পায়?"

"একো নাজানো।" আন্‌চেল্‌মই ক'লে।

জিপচিটোলৈ চাই জৰ্ডানে সুধিলে, "তুমি একা?"

"ইয়াৰ গুলীবোৰ থৰকৈ যায় আৰু নলীডাল ইমান তপত হয় যে ছুলে হাত পুৰি যায়।" গহীনাই ক'লে জিপছিটোৱে।

"সেইটো সকলোৱেই জানে।" আন্‌চেল্‌মৰ কথাত ঘৃণাৰ সুৰ।

"হ'ব পাৰে। কিন্তু তেওঁ সুধিছিল কামানৰ বিষয়ে মই কিবা জানো নে কি। মই যি জানো কৈছোঁ। কামানৰ লিপলিপিত যিমানে হেঁচা দিব, সিমানে গুলী চলি থাকিব। সাধাৰণ ৰাইফোলৰ বেলিকা সেইটো নহয়।" জিপছিটোৱে ক'লে।

"জাম নধৰিলে, খাৰ-বাৰুদ অন্ত নহলে, বা গলি যোৱাকৈ গৰম নহলে



সিহঁতৰ কাম সিহঁতে কৰি থাকিব।" —ৰবাৰ্ট জৰ্ডানে কথাষাৰ ইংৰাজী ভাষাত কলে।

আন্‌চেল্‌মই বুজিব নোৱাৰিলে। সুধিলে, "আপুনি কি কৈছে?"

"বিশেষ একো কোৱা নাই", ৰবাৰ্ট জৰ্ডানে ক'লে, "আগলৈ কি হব তাকে ভাবিছোঁ। তাকে ইংৰাজী ভাষাত কৈছোঁ।"

"সেইটো আটায়ে নকৰে।" ইংৰাজী ভাষাত ভৱিষ্যতৰ কথা কৈছে। আপুনি হাত চাব জানেনে কি?" জিপছিটোৱে সুধিলে।

"নাজানো" বুলি কৈ ৰবাৰ্ট জৰ্ডানে কাপটোৰে পাত্ৰটোৰ পৰা আৰু একাপ মদ আনিলে। তাৰ পিছত ক'লে, "মোৰ কি ভাব হৈছে জানা? নাজানা যদিও তুমিয়েই যেন মোৰ হাতখন চাই অহা তিনদিনত কি হব তাক কৈ দিবা।"

"পাৱলোৰ মানুহজনীয়ে চাব জানে।" জিপছিটোৱে ক'লে, "কিন্তু মানুহজনী বৰ খঙাল, আৰু উগ্ৰ প্ৰকৃতিৰ—সেইদেখি তাই চাবলৈ কলে চায়নে নাচায় ক'ব নোৱাৰোঁ।"

ৰবাৰ্ট জৰ্ডানে শোৱাৰ পৰা উঠিল আৰু মদ এসোহা খাই লৈ ক'লে, "মানুহজনীক এতিয়াই লগ পাই আহোঁ বলা। কিবা খং-ৰাগ কৰিলে চম্ভালিব লাগিব আৰু।"

"মই গ'লে তাই বিৰক্ত হয়; মোক তাই দেখিবই নোৱাৰে।" ৰাফেলে ক'লে। "কেলেই?"

"মই সময় নষ্ট কৰো বুলি ভাবে।"

"কি অন্যায়!" আন্‌চেল্‌মই মন্তব্য কৰিলে।

"তাই ইহুদী দেখিবই নোৱাৰে।"

"ডাঙৰ ভুল কৰিছে।" আন্‌চেল্‌মই ক'লে।

"তাইৰ গাত ইহুদীৰ তেজ আছে।" ৰাফেলে কলে, "তাই কথা নজনা নহয়, জানে; কিন্তু মুখখন লাওপাত কচুপাত, অতিপাত চোকা, মানুহক বিন্ধি যায় একেবাৰে। এইদৰে কথা কৈ তাই নিজৰ আচল উদ্দেশ্য তল পেলায়। তাই যে ইমান উগ্ৰ প্ৰকৃতিৰ, আপুনি দেখিলে বিশ্বাসেই নকৰিব।"

"এই মেৰিয়াৰ লগত তাই কেনে ব্যৱহাৰ কৰে?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"ভাল ব্যৱহাৰেই কৰে। তাইক ভাল পায় মানুহজনীয়ে। কিন্তু আন

কোনোবা যদি কিবা ভাল কথা পাতিবলৈ যায়……জিপছিটোৱে 'ওহোঁ বুলি কৈ মূৰটো জোঁকাবিলে।

"ছোৱালীজনীক বৰ ভাল পায় মানুহজনীয়ে। যত্নও লয় তাইৰ।" আন্‌চেল্‌মই কলে।

"প্ৰথমতে ছোৱালীজনী একধৰণৰ আছিল। কথা-বতৰা সুধিলে একো নকয়, মাত্ৰ কান্দি থাকে। কোনোবাই যদি গাত ধৰে, পানীত তিতা কুকুৰৰ দৰে তাই কঁপিবলৈ ধৰে। এতিয়াহে অলপ ভাল হৈছে। সম্প্ৰতি আৰু ভাল হৈ পৰিছে। আজি তাইক বৰ ধুনীয়া লাগিল। আপোনাৰ লগত কথাপাতি থাকোঁতে তাই বৰ ভালকৈ কথা পাতিছে। তাইক আমি এৰি থৈয়ে আহিলোঁ-হেতেন। অকামিলা, পেনপেনীয়া আগচী ছোৱালীৰ কাৰণে দেৰি কৰাৰ একো অৰ্থ নাই। কিন্তু বুঢ়ীয়ে তাইক ৰছী এডালেৰে বান্ধি পেলালে। তাই আহিব নোখোজে, বুঢ়ীয়ে ৰছীৰ আগেৰে কোবাই খোজ দিবলৈ বাধ্য কৰিলে। তাই যেতিয়া সঁচাই খোজ দিব নোৱাৰা হ'ল, বুঢ়ীয়ে তাইক কান্ধলৈ তুলি ললে। বুঢ়ীয়ে নোৱাৰা হ'লে মই লওঁ। ওখ পৰ্বতৰ মাজে মাজে কাঁইটীয়া গছ; সেইবোৰ পাৰ হৈ গৈ আছোঁ। আমি তাইক কঢ়িয়াব নোৱাৰা হ'লে পাৰলোৱে লয়। বুঢ়ীয়ে কিন্তু তাইক আমাৰ হতুৱাই কঢ়িয়াইহে এৰিলে।"…কথাবোৰ সুঁৱৰি আকৌ সি কবলৈ লাগিল, "ছোৱালীজনীৰ জাঙ্‌টো দীঘল যদিও, গধুৰ নহয়। তাইৰ হাড় পাতল, ওজন কম। ভালেমান দূৰ কঢ়িয়াব লগা হোৱা বাবে তাইক বৰ গধুৰ গধুৰ যেন লাগিছিল। মাজে মাজে বৈ পেলাই আমি গুলীয়াওঁ,—আকৌ তাইক লৈ গৈ থাকোঁ। বুঢ়ীজনীয়ে ৰছীৰে পাৰলোকো কোবাই যায়। পাৰলোৰ ৰাইফোলটো তাই নিয়ে। ছোৱালীজনী বোকোচাৰ পৰা থলেই পাৰলোক আকৌ ৰাইফোলটো দি দিয়ে। ৰাইফোলত গুলী ভৰাই আকৌ ছোৱালীজনীক বোকোচাত নিবলৈ পাৰলোক তাই বাধ্য কৰে। অলপ ইতস্ততঃ কৰিলেই পাৰলোকে কুকুৰে কাঁইট নোখোৱা কৰে। গুলীবোৰ পাৰলোৰ জেপৰ পৰা উলিয়াই খাৰ-বাৰুদৰ মোনাত ভৰাই তাই পাৰলোক আকৌ গালি পাৰে। সন্ধিয়া অহাৰ লগে লগে সিহঁত দুয়োৰে আকৌ মিল হয়, ৰাতি আৰু কোনো কোহকাল নাই। লগত ঘোঁৰা থকা হ'লে সিহঁতৰ আৰু বিপদ হ'লহেঁতেন—নোহোৱাটো সৌভাগ্যৰ কথা।"

"ট্ৰেইনত সম্ভৱতঃ বৰ কষ্ট।" আন্‌চেলমই কলে, "মই তাত থকা নাছিলোঁ।



পাৰলোৰ দল তাত আছিল। এল্‌ছৰ্‌ভৰ দলো তাত আছিল। তাক আজি ৰাতি লগ কৰিম। সিহঁতৰ উপৰিও আৰু দুটা পাহাৰী দল আছিল। মই আনফালে গলোঁ।"

"সেই ধুনীয়া ডেকাজনো—আছিল সিহঁতৰ উপৰিও—তেওঁৰ নামটো মনত নাথাকে…" জিপছিটোৱে ক'লে।

'কাস্কিন'

"অ, এই নামটো মই বেগেতে পাহৰি যাওঁ। আমাৰ বন্দুক দুটা—লগতে মেচিন গান এটাও। এইবোৰ সৈন্যৰ বন্দুক। সিহঁতে বন্দুকবোৰ নিব নোৱাৰি এৰি থৈ গল। বন্দুক কেইটা ছোৱালীজনীতকৈ গধুৰ নহয়, বুঢ়ী যদি সৈন্যবোৰৰ ফালে গলহেঁতেন, তেনেহলে সিহঁতে নিশ্চয় বন্দুক কেইটা পালেহেঁতেন।" সি মূৰ জোকাৰি কথাবোৰ মনত পেলাই আকৌ ক'লে, "এনেকুৱা বিস্ফোৰণ মই জীৱনতে দেখা নাই। ট্ৰেইনখন লাহে লাহে আহি আছিল। বহুত দূৰৰ পৰাই ট্ৰেইনখন আমাৰ চকুত পৰিছিল। আমাৰ যে তেতিয়া কেনেকুৱা লাগিছিল তাক বৰ্ণাবই নোৱাৰোঁ। প্ৰথমতে ধোঁৱা দেখিলোঁ, তাৰ পিছত শুনিলোঁ ছঁইচেল। ঘচঁ ঘচঁ শব্দ ক্ৰমাৎ ডাঙৰ হৈ আহিল। তাৰ পিছতে বিস্ফোৰণ হ'ল। বিস্ফোৰণ হোৱা মাত্ৰকে ইঞ্জিন-সংলগ্ন চকা কেইটা ওপৰলৈ উঠিল। সমস্ত পৃথিবী এচমকা ক'লা ডাৱৰ হৈ যেন উঠি আহিল। বিৰাট শব্দ হ'ল। ধূলি-বালিৰে চৌদিশ ওপচি পৰিল। ইঞ্জিন ভাগি-ছিগি ওপৰলৈ ছিটিকি গল। কাঠৰ ফিছপ্লেটবোৰ স্বপ্নচাৰীৰ দৰে শূন্যতে ঘূৰি ফুৰি প্ৰকাণ্ড আহত জন্তুৰ দৰে ঘূৰি আহি মাটিত পৰিলহি। আন এঠাইত হোৱা বিস্ফোৰণৰ ফলত টুকুৰা-টুকুৰ মাটিৰ চপৰা পৰিবলৈ ধৰিলে। তাৰ আগতেই বগা বগা ধোঁৱা দেখিছিলোঁ। তাৰ পিছত মেছিনগানৰ শব্দ হ'ল…ষ্টাট্-টা-টা…জিপছিটোৱে কৈ গ'ল, কথা কওঁতে সি হাত দুখন মুঠি মাৰি মুখৰ আগত ঘূৰাবলৈ লাগিল,— তাৰ পিছত মনে-সজা মেছিনগান এটালৈ বুঢ়া আঙুলি দেখুৱাই উত্তেজিত হৈ কবলৈ ধৰিলে, "টা, টা, টাট্-টাট্-টা…এনেকুৱা দৃশ্য মই জীৱনত কাহানিও দেখা নাই; ট্ৰেইনৰ পৰা সৈন্যদল নামি অহা মাত্ৰকে সিহঁতৰ ওপৰত মেছিনগানৰ গুলী পৰিবলৈ ধৰিলে। সিহঁত এটা এটাকৈ বাগৰি পৰা দেখিলোঁ।

উত্তেজনাত ময়ো বন্দুকটো হাতলৈ তুলি ললোঁ। নলী ডাল পোৱা যেন

দেখিলোঁ। বন্দুকটো লৈ থাকোঁতেই বুঢ়ী মানুহজনীয়ে মোৰ গালত চৰ এটা মাৰি ক'লে, "গজমূৰ্খ, গুলী মাৰ, কি চাই আছ? গুলী নামাৰিলে তোক গুদাই নেৰো।" ময়ো কেইজঁাইমান মাৰি দেখিলোঁ। যে বন্দুকটো থিবেৰে ৰখাই মোৰ পক্ষে টান হৈছে। সৈন্যবোৰো দূৰৰ পাহাৰত গৈ উঠিছেগৈ। পিছত কিনো হৈছে চাবলৈ বুলি ট্ৰেইনৰ পৰা নামি গৈ দেখিলোঁ, এজন বিষয়াই পিস্তল দেখুৱাই কিছুমান সৈন্যক আকৌ আমাৰ ফাললৈ লৈ আনিছে। বিষয়াজনে হাতৰ পিস্তলটো ঘূৰাই সৈন্যবোৰক চিঞঁৰি চিঞৰি কিবা কৈ আছিল। আমি আটাইবোৰে তেওঁলৈকে টোৱাই গুলী এৰিলোঁ। পাচে কাঁবোৱেই গুলী তেওঁৰ গাত নালাগিল। তাৰ পিছত সৈন্যবোৰে গুই গুই গুলী চলাবলৈ লাগিল, বিষয়াজনে পিস্তলটো লৈ সিহঁতৰ পাছফালে অহা-যোৱা কৰি আছিল। আমাৰ গুলীয়েও তেওঁক নুচুলে; ট্ৰেইনখন থকাৰ বাবে মেচিনগানো এৰিব নোৱাৰা হ'ল। বিষয়াজনে পৰি থকা সৈন্য দুটালৈ গুলীয়াই দিলে। তথাপি সিহঁত পৰি থকাৰ পৰা নুঠা দেখি বিষয়াজনে সিহঁতক গালি পাৰিবলৈ ধৰিলে। শেহত দুই-তিনটাকে উঠি উঠি সৈন্যবোৰে আমাৰ ফালে চোচা ললে। অলপ দূৰ আহি মাটিত পৰি সিহঁতে আকৌ গুলী চলাবলৈ লাগিল। তাৰ পিছতে আমি গুচি আহিলোঁ। মেছিনগানটো তেতিয়াও চলি আছিল। এই ছোৱালীজনীক মই তেতিয়াই পালোঁ। তাই ট্ৰেইনৰ পৰা পাহাৰৰ ফালে পলাই গৈছিল। আমাক অহা দেখি তাই আমাৰ লগ ল'লে। সেই সৈন্যবোৰে আমাক মাজনিশালৈকে বিচাৰি ফুৰিছিল।

"ঘটনাটো বৰ ডাঙৰ, ইয়াৰ মূলত হয়তো আবেগ অনুভূতিয়েই বেছি।" আন্‌চেল্‌মই কলে।

এনেতে কাৰোবাৰ এটি গম্ভীৰ মাত শুনা গল। "আমি কৰাৰ ভিতৰত এই-টোৱেই ভাল কাম। হেই মদাহী ইহুদী, কি কৰিছ তই? জহবা কৰবাৰ, মাৰ বাপেৰৰ চিন নাই, এই ইয়াত কৰিছ কি? কি কৰিছ?"

পঞ্চাশ বছৰীয়া এগৰাকী তিৰোতা ৰবাৰ্ট জৰ্ডানৰ চকুত পৰিল। ওখই পাখই পাবলোৰ সমান, বেচ্ ওখ আৰু শকত আৱত মানুহজনী, গাত ক'লা বৰণৰ ব্লাউজ, ভৰিত উলৰ মোজা আৰু জোতা, গ্ৰেনাইট শিলেৰে সজা মূৰ্তিৰ মুখৰ দৰে সাইলাখ এখন মুখ। হাত দুখন দীঘল, কিন্তু ল-নি, মূৰৰ ক'লা কিচকিচীয়া কেকোৰাকেকুৰি চুলি কোছা খোপা বান্ধি থোৱা আছে।



মানুহজনীয়ে কালৈকো লক্ষ্য নকৰি কেৱল ইহুদীটোলৈকে চাই কলে, "ক, নকৰ কেলেই!"

"মই এই কমৰেড কেইজনৰ লগত কথা পাতিছোঁ। এওঁ ডিনেমাইটৰ ব্যৱহাৰ জানে।"

"মই সকলো জানো।" পাবলোৰ ঘৈণীয়েকে কলে, "এই তৎক্ষণাৎ যা। এন্ড্ৰিচ ওপৰত পহৰা দি আছে। তাক আজৰি কৰি দে গৈ।"

ইহুদীটো যাবলৈ ওলাল। ৰবাৰ্ট জৰ্ডানৰ ফালে চাই কলে; "আপোনাৰ লগত খাবৰ সময়ত আকৌ দেখা কৰিম।"

মানুহজনীয়ে কলে, "ধেমালি নহয়, তই আজি তিনিবাৰ খাইছ। তই যা— এন্ড্ৰিচক পঠিয়াই দেগৈ।"

ইহুদীটো গ'লত তাই ৰবাৰ্ট জৰ্ডানলৈ হাতখন আগবঢ়াই দি ক'লে, "তোমাৰ কেনে? গণতান্ত্ৰিক চৰকাৰ বা কেনে চলিছে?"

কৰমৰ্দন কৰি তেওঁ উত্তৰ দিলে। "সকলো ভালেই চলিছে। মোৰো ভাল। দেশৰ অৱস্থাও ভাল।"

"শুনি সন্তোষ পাইছোঁ।" কথাষাৰ কৈ তাই ৰবাৰ্টৰ চকুলৈ চাই মিচিক্ কৰে হাঁহি এটা মাৰিলে। ৰবাৰ্ট জৰ্ডানে মন কৰিলে, তাইৰ চকু কেইটা বৰ ধুনীয়া।

তাই সুধিলে, "তুমি আকৌ ট্ৰেইন-ধ্বংসৰ উদ্দেশ্যেই আহিলা নেকি?"

তাইক অবিশ্বাস কৰিবলগীয়া একো নাই। ৰবাৰ্ট জৰ্ডানে ঠিক কৰিলে। তেওঁ ফুটাই ক'লে, "ওঁহো' এইবাৰ এখন দলঙ্ হে।"

"দলঙ্খন ভাঙিলে কিটো হ'ব? ধ্বংস যেতিয়া কৰিবই লাগিব, ট্ৰেইন এখনকে কৰা ভাল। আমাৰ ঘোঁৰাবোৰো আছে।" তাই ক'লে।

"পিছত হব। এতিয়া দলঙখন নেভাঙিলে নহয়।"

"ছোৱালীজনীৰ মুখে শুনিলোঁ, ট্ৰেইন-ধ্বংসৰ সময়ত আমাৰ লগত থকা তোমাৰ সেই কমৰেডজনী বোলে ঢুকাল।"

"এৰা, ঢুকাল।"

"ইমান বেয়া লাগে মোৰ, এনেকুৱা বিস্ফোৰণ মই কাহানিও দেখা নাই। মানুহজনৰ বুদ্ধি আছিল। তেওঁৰ কথা-বতৰা দেখি মোৰ বৰ ভাল লাগিছিল। এতিয়া জানো আকৌ ট্ৰেইনতে ধৰিব নোৱাৰি? পৰ্বতত এতিয়া বহুত

মানুহ আছে। লেখ জোখেই নাই। তদুপৰি খোৱা-বস্তুও ঢুকাইছে। সেইবাবেই বাহিৰলৈ ওলাবলৈ কৈছোঁ। আৰু আমাৰ ঘোঁৰাবোৰো কামত লগাব পৰা হব।"

"এই দলংখনকে আমি হাতত লৈছোঁ এতিয়া।"

"ক'তনো দলংখন!"

"নিচেই ওচৰতে।"

"ভাল কথা," পাৰলোৰ পত্নীয়ে ক'লে, "ইয়াৰ আশেপাশে থকা দলঙবোৰ ভাঙি আমি ওলোৱাহে কথা। এই ঠাইত থাকি মোৰ আমনি লাগিছে। তাতে মানুহো বেছি হ'ল ইয়াত। ইয়াত পৰা একো মঙ্গল নহয়। ইয়াত কিবা বান্ধত থকা যেন লাগে।"

গছবোৰৰ ফাকেদি তাই পাৰলোক দেখি ক'লে, "মদ খাই খাই মানুহটো তেনেই দোপাট মদাহী হ'ল।" তাই ৰবাৰ্ট জৰ্ডানৰ ফালে ঘূৰি বং মনেৰে ক'লে, "চোৰা, তেওঁ হাবিত অকলে খাবলৈ এটা মদৰ বটল লৈ গৈছে। অনবৰত খালি মদ খায় মানুহটোৱে—মদে তেওঁক খাইচে। তুমিতো ডেকা ল'ৰা, তুমি অহা দেখি বং পাইছোঁ।" তাই ৰবাৰ্টৰ পিঠিত চপৰিয়াই চপৰিয়াই ক'লে, "দেখাত হে সৰু যেন লাগে, তুমি মানুহটো বেচ্ ডাঙৰ।" তাই ৰবাৰ্টৰ কান্ধটোৰ ওপৰত হাত ফুৰাই ফ্লেনেল চাৰ্টৰ তলৰ মাংসপেশীবোৰ পিটিকি পিটিকি চাই ক'লে, "তুমি অহা দেখি বং পাইছোঁ।"

"ময়ো ইয়ালৈ আহি ভাল পাইছোঁ।"

"লাহে লাহে আমাৰ মাজত বুজাবুজি হ'ব।" তাই ক'লে, "এতিয়া একাপ মদ খাই লোৱা।"

"আমি অলপ খালোঁৱেই। আপুনি জানো খাব?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"উঁহো মই এতিয়া নেখাওঁ, ডিনাৰৰ সময়তহে খাম। মদ খালে মোৰ বুকু চমচমায়।" তাই কথাষাৰ কৈয়ে আকৌ পাৰলোক দেখি "মদপী' বুলি চিঞৰি দিলে। ৰবাৰ্ট জৰ্ডানৰ ফালে ঘূৰি ক'লে, "এওঁ মানুহটো বৰ ভাল মানুহ আছিল। কিন্তু এতিয়া আৰু আগৰ পাৰলো নহয়। আৰু এটা কথা কওঁ তোমাক, এই ছোৱালীজনী, মেৰিয়া নামৰ এই ছোৱালীজনীক ভাল ব্যৱহাৰ কৰিবা আৰু তাইৰ লগত চাল-চলনতো সতৰ্ক হবা। তাইৰ এটা সময়ত বৰ বেয়া দিন গ'ল। বুজিছানে?"



"বুজিছোঁ, কিন্তু এবোৰ কথা কোৱাৰ অৰ্থ কি?"

"মই মন কৰিছিলোঁ; গুহালৈ আহোঁতে তোমাক দেখি তাইৰ কিবা ইএটা হৈছিল; ওলাই অহাৰ পিছতো তাই একেৰাহে তোমালৈ চাই আছিল।"

"তাইৰ সৈতে মই অলপ চুপতি মাৰিছিলোঁ।"

পাৰলোৰ মানুহজনীয়ে ক'লে, "তাইৰ মন বৰ বাৰু নাছিল। এতিয়া অলপমান ভাল হৈছে, পিছে ইয়াৰ পৰা তাই যোৱাই ভাল হ'ব।"

"বুজিছোঁ। তাইক আন্‌ছেল্‌মোই লাইনেদি লৈ যাব পাৰিব।"

"এই কাম শেষ হ'লে তাইক লৈ যাব পাৰিবা।"

ৰবাৰ্ট জৰ্ডানৰ ডিঙিত বিষ উঠিল আৰু মাত বাজিল, "নিব পৰা যায়।"

পাৰলোৰ মানুহজনীয়ে তাৰ ফালে চাই মুৰ লৰাই ক'লে, "কি বিপদ। মতা মানুহবোৰ এনেকুৱাই নেকি!"

"কি কথাটোনো হ'ল! তাই ধুনীয়া, জানাই দেখোন।"

"ওহোঁ, তাই ধুনীয়া নহয়। হৈছে যদি এতিয়াহে যদি ধুনীয়া হৈছে, বুজিছা।" পাৰলোৰ মানুহজনীয়ে ক'লে, "আৰু মানুহবোৰ! ইহঁতক পেটত ধৰাই মাইকী মানুহৰ ভুল! বাৰু, এই গণৰাজ্যক এইক চাব পৰা এঘৰো গৃহস্থ নোলাবনে?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আছে, ভাল চাই আছে। ভেলোঞ্চিয়াৰ ওচৰৰ উপকূলত। আন ঠাইতো থ'ব পাৰি। তাইক ভালদৰে ৰাখোঁতা মানুহ ওলাব, তদুপৰি তাই ল'ৰাছোৱালীৰ সৈতে কাম কৰিব। গাৱঁৰ ভগনীয়া বিলাকৰ ল'ৰাছোৱালী, বুজিছা। সিহঁতে কাম শিকাব।"

পাৰলোৰ মানুহজনীয়ে উত্তৰ দিলে, "মোৰো সেয়ে ইচ্ছা। পাৰলোৱে তাইক দেখিলে কিবা হৈ পৰে। পাৰলোক কিহে মাৰে ক'ব নোৱাৰো। কিন্তু ছোৱালীজনী দেখিলেই গাত যেন মহামাৰী লম্ভে। তাই গলেগৈয়ে ভাল হয়।"

"এই কামটো হৈ গলেই তাইক নিব পাৰিম।"

"তাইক চম্ভালি ৰাখিবা বুজিছা, মোৰে শপত। তোমাক বহুত দিনৰ চিনাকিৰ দৰে কথা কৈছোঁ।"

"ভাল ভাব হ'লে তেনে হয়েই।"

"বহাচোন। হোৱাতো হ'বই, গতিকে মোক কথা নিদিলেও হ'ব। কিন্তু তাইক লৈ নগলেহে তুমি এটা কথা দিব লাগিব।"

"লৈ নগলে কিয় ?"

"তুমি গ'লে তাই বাউলী হোৱাটো মই সহি থাকিব নোৱাৰিম। আগতেও তাইক বাউলী হোৱা দেখিছোঁ, গতিকে আৰু নেদেখিলেই ভাল।"

"দলংখনৰ হেস্তনেস্ত এটা হৈ যাওক," ৰবাৰ্ট জৰ্ডানে ক'লে, "দলং গলেও যদি আমি থাকোঁ তেতিয়া তাইক নিম।"

"তেনেকৈ ক'লে ভাল নেলাগে। এইবোৰ অমঙ্গলীয়া কথা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আচলতে মই কথা হে দিছিলোঁ। মই বেয়া কথা নকওঁ।"

পাৱলোৰ মানুহজনীয়ে ক'লে, "চাওঁ হাতখন।" ৰবাৰ্টে হাতখন আগ বঢ়াই দিলে আৰু তাই হাতখন মেলি নিজৰ বৰ হাতখনত থৈ খুব সাৱধানে চালে। চোৱাৰ পিছত হাতখন এৰি দিলে। লগে লগে থিয় হ'ল। সিও উঠিল। মানুহজনীয়ে তালৈ চালে—চাৱনিটোত হাঁহি নাই।

ৰবাৰ্ট জৰ্ডানে সুধিলে, "হাত চাই কি পালা? এইবোৰত মোৰ বিশ্বাস নাই। গতিকে নিৰ্ভয়ে কোৱা।"

"একো নাপালোঁ।" তাই ক'লে।

"নহয় তুমি পাইছা কিবা। জানিব খুজিছোঁ, যদিও মই এইবোৰ নেমানো।"

"তুমিনো মানা কি?"

"এইটোৰ বাহিৰে আন ভালেমান।"

"কোৱাচোন তোমাৰ বিশ্বাস কিহত?"

"কৰ্তব্যত।"

"গম পাইছোঁ।"

"আৰু কি গম পাইছা।"

"আৰু একো পোৱা নাই।" তাই গেজেৰা মাৰি ক'লে "দলংখনৰ কথা কি বুলি কৈছিলা তুমি? টান নহয় নে?"

"নহয়। মই কৈছিলোঁ ই বৰ গুৰুত্বপূৰ্ণ।"

"কিন্তু টানো নহয় জানো?"

"অঁ। এতিয়া চাবলৈ যাম। তাত কেইজন মানুহ থৈছা?"

"পাঁচটা—ভাল বুলিব নোৱাৰি। জিপছিটো এলাইবাহু; অৱশ্যে মানুহটো ভাল। অন্তৰখন নিকা। পেৱলোক বিশ্বাস কৰাই টান হৈ পৰিছে।"



"এল-ছৰ্ডোৰ মানুহৰ ভিতৰত কেইটা ভাল?"

"ধৰা আঠটামান। ৰাতিহে গম পাম। সি আহিছেই এইফালে। মানুহটো কামিলা। তাৰ হাতত ডিনামাইট আছে। বেছি নহয়। তুমি তাক কবাচোন।"

"তাক মতাইছিলা নেকি?

"ৰাতি সি সদায় আহে। মোৰ ওচৰচুবুৰীয়া। সমনীয়া আৰু লগৰীয়া।"

"মানুহটো কেনেকুৱা?"

"বৰ ভাল। ইফালে কামিনাও। ৰেলৰ ঘটনাটোত সি বহুত কৰিলে।"

"ই বোৰ দলত?"

"সময় মতে খবৰ দিব পাৰিলে, কাম চলা পঞ্চাশটা ৰাইফোল এঠাইত গোটাব পাৰি।"

"কাম চলা মানে?"

"মানে ঠাই বুজি কাম চলা।"

"ৰাইফোলটোৱে প্ৰতি কাৰ্ট্ৰিজ কেইটা?"

"বোধহয় বিশটা। এই কামলৈ কিমান নিব পাৰে তাৰ ওপৰত কথা। এই কামলৈ যদি সিহঁত আহে তেহে। এই দলগুৰ কামত টকা নাই, বয়-বস্তু নাই, ইফালে তোমাৰ পেট নোপোৱা কথা শুনি ভয় খাব। তদুপৰি কামৰ পিচত এই পৰ্বত এৰিব লাগিব। কিছুমানে দলংখনৰ কথাটো ভালকে নেপাব।"

"ঠিকেই।"

"এই বোৰ কথা এনেয়ে নপতাই ভাল।"

"মোৰো সেয়ে ভাব।"

"তেনে দলংখন চাই-চিতি আহাঁ। ৰাতি এল্-ছৰ্ডোৰ সৈতে কথা পাতিম।"

"মই এতিয়া আন্‌ছেল্‌মোৰ সৈতে যাম।"

"তাক উঠাই দিয়া। কাৰবাইন্ এটা লৈ যাবানেকি?"

"লগত লৈ যাব পাৰা যায়, কিন্তু নেমাৰোঁ। মই চাবলৈ যাওঁ, গণ্ডগোল কৰিবলৈ নেযাওঁ নহয়। তুমি যি কলা তাৰ বাবে শলাগ লৈছোঁ। তোমাৰ কথা শুনি ভাল লাগে।"

"মই খোলা কথা কওঁ।"

"হাতত কি দেখিলা কোৱাচোন।"

"নাই—একো দেখা নাই। এতিয়া দলঙলৈ যোৱা। মই তোমাৰ বস্তু-বাহানিবোৰ ৰখোঁ।"

"সেইবোৰ ঢাকি থবা যাতে কোনেও নেপায়। গুহাতকৈ তাত ভাল লাগিব।"

"বাৰু ঢাকি থম। কোনেও নেপায়। এতিয়া দলঙ চাবলৈ যোৱা।"

ৰবাৰ্ট জৰ্ডানে মাতিলে, "আন্ছেল্মো"। লগে লগে শুই থকা বুঢ়াৰ কান্ধত হাত থৈ তেওঁৰ মূৰটো কোচত লৈ তুলি দিলে। বুঢ়াই চকু মেলি চাই ক'লে, "বলা, যাওঁ।"



## ॥ ৩ ॥

তেতিয়া সিহঁত শেষৰ তৃণ গজত। ছাঁ চাই চাই গছত ধৰি ধৰি খুব সাৱধানে আগবাঢ়িছিল। ওখ মেৰুপ্ৰান্তৰ শেষৰ পাইন বন ভেদি সিহঁত গৈ আছে। তাৰ পৰা ৫০ গজ দূৰত দলংখন। গধূলিৰ বেলি আহি পৰ্বতৰ মুগা পিঠিত পৰিছেহি আৰু গভীৰ কন্দৰৰ থিয় শূন্যতাৰ কাষত দলংখন ক'লা হৈ পৰিছিল। তীখাৰে সজা একে বাগীৰ এখন দলং, দুয়োমূৰে প্ৰহৰীকক্ষ আছে। দুখন মটৰ একেলগে যাব পৰা এই দলংখনে সুশোভিত গোটা ধাতুৰে এটা কন্দৰ জোৰা দিছে সেই কন্দৰৰ তলত, একেবাৰে তলত—ৰূপালী পানীৰ নিজৰা এটাই শিলাখণ্ড আৰু টিলা বগাই গিৰিপথৰ তলৰ ঘাই সুঁতিয়েদি বৈ আহিছে।

ৰ'দে জৰ্ডানৰ চকু চাট মাৰি ধৰিছিল, আৰু দলংখন আকাৰ মাত্ৰ দেখা গৈছিল। তাৰ পিচত ৰ'দ কমিল আৰু গ'ল; গছনিৰ মাজেদি ঘূৰণীয়া মুগা শিখৰৰ সিপাৰত বেলি পৰিল; তাৰ উজ্জ্বল জিল্‌মিলনি পৰা সি দৃষ্টি ঘূৰাই আনিলে। তেতিয়া পৰ্বতৰ সুকোমল সেউজীয়া নবদীপ পৰিছে আৰু চূড়াত পুৰণি বৰফৰ ছটা দেখা গৈছে।

অবশিষ্ট ক্ষীণ আলোকৰ খন্তেকীয়া আকস্মিক স্থিতিত সি দলংখন চালে, তাৰ নিৰ্মাণ-পদ্ধতি তন্নতন্নকৈ পৰীক্ষা কৰিলে। অনুমান হ'ল দলংখন ভঙা সহজ। ওপৰ জেপৰ পৰা নোটবুক উলিয়াই সি চাই চাই ছবি আঁকিলে।

ছবিত কোনো সংকেত নিদিলে খাৰ-দিয়াৰ ঠাইবোৰৰ। সেইবোৰ পাছে পৰে হ'ব। কেৱল দলঙৰ কোনটো খুটা ভাঙিলে গাৰ এডোখৰ খহি পৰিব তাৰ বাবে খাৰ দিয়াৰ ঠাই চালে। আধা ডজন খাৰ যদি সুচিন্তিত বৈজ্ঞানিক শুদ্ধ প্ৰণালীৰে থাপন কৰা যায়—যাতে ইটোৰ পিচত সিটোকৈ খাৰ ফুটে—তেন্তে হৈ যায়। দুটা ডাঙৰ খাৰ হ'লেও হ'ব। অৱশ্যে খাৰকেইটা বৰ ডাঙৰ হ'ব লাগিব; দুয়ো ফালে একেলগে ফুটিলেই কাম হ'ব। ছবি আঁকা খৰ হৈ আহিল আৰু মন প্ৰফুল্লিত হৈ পৰিল। পৰিকল্পনা কৰি আনন্দ পালে, আনন্দ পালে কামত লাগিবলৈ পাই। তাৰ পাছত নোটবুকটো জপাই থলে, পেন্সিল ডাল তাৰ চামৰাৰ খাপত সুমাই থলে আৰু বুটামটো মাৰি দিলে।

ছবি আঁকি থাকোঁতে আন্চেল্মেই আলিবাট, দলঙ আৰু ৰখীয়া ঘৰবোৰ পৰীক্ষা কৰি আছিল। তাৰ ভয় লাগিল, খুব কাষৰতে দলঙখন। নিৰাপদ নহয়। গতিকে ছবি আঁকা শেষ হ'লত তাৰ মনটো পাতলিল।

ৰবাৰ্ট জৰ্ডানে পাইনতলত মুখ দি পৰি আছিল, তাৰ পৰা দলঙ চাইছিল। সি ৰূপৰ বুটাম মাৰি অতোৱাৰ লগে লগে আন্চেল্মোৱে তাৰ বাহুত হাত থৈ আঙুলিৰে কিবা দেখুৱালে।

আলিবাটত এটা ৰখীয়া ঘৰ আছিল-সিহঁতৰ মুখে মুখে। ৰখীয়াটোৱে হাতত ৰাইফোল লৈ আছিল, বেয়নেট আছিল লগোৱা। ৰাইফোলটো দুই আঁঠুৰ মাজত। তাৰ মুখত চিগাৰেট, মূৰত গোঠা টুপী আৰু গাত এটা কম্বলৰ নিচিনা 'কে'প'। পঞ্চাশ গজ দূৰৈৰ পৰা তাৰ মুখখন মনা টান। ৰবাৰ্ট জৰ্ডানে ফিল্ড গ্লাছখন লৈ হাতেৰে সাৱধানেৰে লেন্স মিলাই (তোঁতয়া বেলিৰ উজ্জ্বল পোহৰ নাছিল) লৈ দেখিলে দলঙৰ হাতমাৰি কেইডাল—যেন সেই কেইডাল একেবাৰে ওচৰত আৰু হাতেৰে ছুব পৰাত। আৰু জিলিকিলে প্ৰহৰীৰ মুখখনি—সোমোৱা গাল, চিগাৰেটৰ ছাই আৰু বেয়নেটৰ গ্ৰীজ-সনা ৰং। মানুহটো খেতিয়ক, উঠঙা হনুৰ তলত সোমোৱা গাল, খুৰুৱা গোঁফ, গধুৰ চেলাউৰিৰ ছাঁত থকা চকুহালি, ৰাইফোল ধৰা ডাঙৰ হাতখনি আৰু কম্বল 'কে'প'ৰ তলত জিলিকা গধুৰ বুটজোৰ জিলিকি উঠিছে। ৰখীয়াঘৰৰ বেৰত ওলমি আছে ক'লা চামৰাৰ মদ্যপাত্ৰ; পৰি আছে বাতৰিকাকত কেইখনমান, টেলিফোন কিন্তু নাই। আঁৰত অৱশ্যে টেলিফোন থাকিব পাৰে। কিন্তু দেখাত ঘৰটোৰ পৰা তাঁৰ যোৱা দেখা



নাই। টেলিফোনৰ তাঁৰ আলিটোৰেদি গৈ গৈ দলংৰ ফালে গৈছেগৈ। ঘৰটোৰ দাঁতিতে এটা কয়লাৰ জুইধৰা (পুৰণা পেট্ৰলৰ টিনৰ ওপৰখন কাটি গাত বিন্ধা দি সজা) দুচটা শিলৰ উধানত উঠোৱা আছে। কিন্তু জুই নাই। ওচৰতে ছাইৰ লগত পৰি আছে কেইটামান ছাই লগা সুদা টিন।

ৰবাৰ্ট জৰ্ডানে এইবাৰ গ্লাচজোৰ আন্ছেল্ম'ৰ হাতত দিলে। বুঢ়া তাৰ দাঁতিতে পেট পেলাই পৰি আছিল। হাঁহি সি মূৰ নৰালে। এটা আঙুলিৰে চকুৰ দাঁতিৰ লাওখোলাত হাত থলে।

"মানুহটো দেখিছোঁ" বুঢ়াই ক'লে। মাত ফুচফুচনিতকৈ সৰু, যেন মুখৰ আগৰ পৰাহে ওলাইছে। ওঁঠ একেবাৰে স্থিৰ। তালৈ চাই ৰবাৰ্ট জৰ্ডানৰ মুখত হাঁহি ফুটিল। বুঢ়াই একান্ত মনে ৰখীয়ালৈ আঙুলি টোৱাঁই আনটো আঙুলি ডিঙিত থলে। ৰবাৰ্ট জৰ্ডানে মূৰ দুপিয়াই শলাগিলে, কিন্তু একো নেমাতিলে।

দলঙৰ সিমূৰে থকা ৰখীয়া ঘৰটো সিহঁতৰ বিপৰীত ফালে ৰাস্তাৰ তললৈ মুখ কৰি আছিল, সেইবাবে সিহঁতে সেইটো দেখা পোৱা নাছিল। বহল, তেলতেলিয়া আৰু সুনিৰ্মিত ৰাস্তাটো সেইখিনিতে বাঁও ফালে ঘোৰ লৈছে; তাৰ পিচত সোঁ ফালে ঘূৰিছে। সেইখিনিতে আগৰ ৰাস্তাটো বহল কৰা হৈছে কন্দৰৰ দূৰৰ ফালৰ শিল কাটি। গিৰিসংকট আৰু দলঙৰ পৰা দেখা পোৱা বাঁও আৰু পশ্চিম দিশে কটা ওখ গিৰি; পশ্চিমৰ ফালে থকা বাঁও দিশটো গিৰিসংকট আৰু দলঙৰ পৰা ভালদৰে দেখি—ওখ ওখ অৱচ্ছেদিত শিলাখণ্ডৰে পৰিবেষ্টিত তাৰ চৌদিশ গৈ গিৰিসঙ্কটত লাগিছেগৈ। গিৰিকন্দৰটো এইখিনিতে অতি দ হৈ পৰিছে। তাতে আহি লগ লাগিছেহি গিৰিসঙ্কটৰ সৈতে জুৰিটিৰ ঘাই সোঁতা পানী। দলঙখন সেই জুৰিৰ ওপৰতে।

ৰবাৰ্ট জৰ্ডানে আন্ছেল্মোক সুধিলে, "ইটো চকী ক'ত আছে?"

"সেই চুকটোৰ ৫০০ মিটাৰ তলত। শিলাখণ্ড দাঁতিত আলিবন্ধা মানুহৰ জুপুৰীটোত।"

"কেইটা মানুহ আছে?"

আন্ছেল্মোই ৰাইনকুলাৰ লৈ আকৌ চালে। তেতিয়া ৰখীয়াটোৱে কুঠৰীটোৰ কাঠৰ বেৰত ছিগাৰেটৰ ছাই মোহাৰিছে আৰু জেপৰ পৰা

ধপাতৰ চমানা উলিয়াই বাকী থকা চিগাৰেটৰ ধপাতখিনি তাত ভৰাইছে। ৰথীয়াটো এইবাৰ থিয় হ'ল। কুঠৰীৰ বেৰত বাইফোলটো আউজাই থৈ গা পোনাই পুনৰ সেইটো হাতত ল'লে, তাৰ পিচত কান্ধত তুলি দলঙৰ ওপৰেদি খোজ কাঢ়িবলৈ ধৰিলে। আনছেল্মোৱে মাটিত দীঘল দি পৰিল আৰু ৰবাৰ্ট জৰ্ডানে বাইনকুলাৰজোৰ চোলাৰ জেপত সুমাই পাইন গছৰ আঁৰত মূৰ লুকুৱালে।

আন্ছেল্মোৱে জৰ্ডানৰ কাণৰ ওচৰত ফুচফুচাই ক'লে, "মানুহ সাতোটা, লগতে এটা ক'ৰ্পৰেল। জিপসীটোৱে ক'লে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ৰথীয়াটো অলপ আঁতৰ হ'লেই আমি পলাম। এতিয়া বৰ ওচৰতে আছে।"

"কি হ'লে তোমাৰ কাম হ'ব বুজিলানে এতিয়া?"

"অঁ। তাকেই লাগে।"

লাহে লাহে আন্ধাৰ হ'ল, বেলি ডুবিল, দূৰৰ পৰ্বতৰ সিপাৰত পোহৰ হেৰাই যাবলৈ ধৰিলে আৰু লগে লগে জাৰ নামিল।

ৰথীয়াটোৱে দলঙৰ ওপৰেদি সিমূৰৰ কুঠৰীটোলৈ যাবলৈ ধৰিলে। সন্ধিয়াৰ বান্ধনি ৰ'দত তাৰ বেয়নেট চিক্মিকাই উঠিল, কোটৰ তলত তাৰ দেহটো আগঢ়ী যেন দেখা গ'ল। "কেনে দেখিছা!"

"বৰ ভাল। বৰ—বৰ ভাল।" ৰবাৰ্ট জৰ্ডানে ক'লে।

আন্ছেল্মোই ক'লে "শুনি ভাল পালোঁ। এতিয়া যাওঁগৈ ব'লা। সি আমাক আৰু নেদেখে।"

ৰথীয়াটোৱে তেতিয়া দলঙৰ সিমূৰত বৈ সিহঁতৰ ফালে পিঠি দি আছিল। কাণত পৰিলহি কন্দৰেদি বৈ যোৱা জুৰিৰ পানীয়ে শিলত ঠেকা-খাই লগোৱা মাত। লগে লগে আৰু এটা শব্দ ভাহি আহিল। একেৰাহে আহি থকা এটা গুম্গুমনি। ৰথীয়াটোৱে ওপৰলৈ চালে, মূৰৰ টুপী পিঠি ফালে বেঁকা হ'ল। সিহঁতেও মূৰ তুলি ওপৰলৈ চালে। দেখিলে V আকাৰত উৰি যোঁৱা তিনিখন মন'প্লেন বেলিমাৰৰ শেষ দীপ্তিৰে উজ্জ্বল আকাশ পথেদি অভাৱনীয় বেগেৰে আগবাঢ়িছে; সিহঁতৰ মটৰ ধীৰে ধীৰে কঁপিছে আৰু দেখা গৈছে মুহূৰ্ত্তৰ স্থিতি আৰু ওখৰ ৰূপালী ৰং।

"আমাৰ নহয়নে?"



"আমাৰ যেনেই লাগিছে।" ৰবাৰ্ট জৰ্ডানে ক'লে, যদিও ইমান ওপৰত তাক ধৰা মস্কিল বুলি সি জানিছিল। উভয় পক্ষৰ পৰাই এনে সাক্ষ্য পহৰা দিয়া সম্ভৱ। কিন্তু কওঁতে সদায় পহৰা দিয়া প্লে'নবোৰ নিজৰ বুলি কোৱাই নিয়ম, কাৰণ তেতিয়া মনটো ভাল লাগে। অৱশ্যে বোমাৰু বিমান হ'লে সুকীয়া কথা।

এন্ছেল্মোৱেও তাকেই ভাবিছিল। সি ক'লে, "হয় আমাৰ বিমান। সেই কেইখন 'মছকাছ' প্লে'ন।"

"ঠিকেই।" জৰ্ডানে শলাগিলে," মোৰো মছকাছ বুলিয়েই ভাব হৈছে।"

"মছকাছ হয়।" আন্ছেল্মোই ক'লে।

ৰবাৰ্ট জৰ্ডানে বাইনকুলাৰেৰে চাব পাৰিলেহেঁতেন, কিন্তু নেচালে। যাৰে নহল লাগে, সেই নিশা তাৰ বিচাৰ অনাৱশ্যক। বুঢ়াই যদি ভাবি ভাল পাইছে যে বিমান কেইখন আমাৰ, ভাবক, তাৰ আমেজ ভাঙি দি লাভ কি! ছেগভিয়াৰ পিনে গৈ বিমান কেইখন নেদেখা হ'ল; দেখা গ'ল বোয়িং পি-৩২ নামৰ মাৰ্কিন বিমান খনৰ আকৃতিৰ ৰুছ মছকাছ বিমান সেইখন নহয়;—সেউজীয়া, ৰঙা, উইং-যুক্ত কিন্তু চাপৰ উইঙৰ বিমান যেন বোধ নহ'ল। ৰঙবোৰ ধৰিব নোৱাৰিলেও আকৃতিৰ পৰা আভাস লব পাৰি। ঘৰলৈ ঘূৰা ফেচিষ্ট পহৰাদাৰী বিমান যেনহে বোধ হ'ল সেই কেইখন।

দূৰত প্ৰহৰীটোৱে সিহঁতলৈ পিঠি দি সিমূৰৰ কুঠৰীত থিয় দি আছে।

"বলা, যাওঁ।" ৰবাৰ্ট জৰ্ডানে ক'লে। তাৰ পিচত সাৱধানে পাহাৰ বগালে, লুকাই লুকাই আগবাঢ়িল নেদেখা নোহোৱালৈকে। এশ গজ মানৰ পিচত আহি আছিল আন্ছেল্মো। যেতিয়া দলঙৰ পৰা নেদেখা হ'লহি, তেতিয়া জৰ্ডান ৰ'ল। আন্ছেল্মোৱে লগ ধৰিলত সিয়েই বাট দেখুৱাবলৈ আগবাঢ়ি গ'ল। তাৰ পিচত গিৰিসঙ্কটোৱেদি ওপৰত দুয়ো বগাবলৈ ধৰিলে। বৰ ওখ পোন পাহাৰ। তাত নিৰন্ধ্ৰ আন্ধাৰ।

বুঢ়াই আনন্দত ক'লে, "আমাৰ দুৰ্জয় বিমানশক্তি আছে।"

"অঁ।"

"আমি জিকিম।"

"আমি জিকিবই লাগিব।"

"অঁ। তাৰ পিচত তুমি আমাৰ ইয়াত চিকাৰলৈ ওলাবা—"

"কি চিকাৰ ?"

"বৰা গাহৰি, ভালুক, কুকুৰনেচীয়া বাঘ আৰু আমি যাক বোলো আইবেক্স।"

"তুমি চিকাৰ কৰি ভাল পোৱা ?"

"অঁ। খুব ভাল পাওঁ। আমাৰ গাৱঁত থৈ আমি চিকাৰ কৰিমগৈ। তুমি হ'বলা চিকাৰ কৰি ভাল নোপোৱা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ওহোঁ। জীৱ-জন্তু বধ কৰি মোৰ বেয়া লাগে।"

বুঢ়াই ক'লে, "মোৰ আকৌ ওলোটাটোহে। মই মানুহ বধ কৰি ভাল নেপাওঁ।"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "পাগলৰ বাহিৰে আনে ভাল নেপায়। কিন্তু দৰকাৰ হ'লে মই বেয়া নেপাওঁ বধ কৰি। বিশেষকৈ মহৎ উদ্দেশ্যৰ বাবে।"

"তেতিয়া অৱশ্যে সুকীয়া কথা।" আন্‌ছেল্‌মোৱে ক'লে, "ঘৰত থাকোঁতে —মানে মোৰ যেতিয়া ঘৰ আছিল, এতিয়া মোৰ ঘৰ নাই,—ঘৰত থাকোঁতে দৈভ্যামৰ হাবিত মৰা বৰা গাহৰিৰ শিঙ কিছুমান ৰাখিছিলোঁ। মই কুকুৰনেচীয়া বাঘ মাৰি ছাল গোটাইছিলো। জাৰকালি বৰফ পৰিলে তাত চিকাৰ কৰোঁ। এবাৰ এটা বৰ ডাঙৰ বাঘ মাৰিছিলোঁ। নবেম্বৰ মাহ, ঘৰলৈ গধূলি ঘূৰি আহোঁতে গাৱঁৰ মূৰতে পালোঁ তাক। মোৰ ঘৰৰ মজিয়াত চাৰিটা কুকুৰ-নেচীয়াৰ ছাল পাৰি থৈছিলোঁ। তাৰোপৰি চায়েৰা পৰ্বতত আইবেক্স মাৰি শিং গোটাইছিলোঁ। ঈগল চৰাইৰ দৰে এভিলাৰ হাবিত চৰা এৰিধ মন জুৰোৱা চৰাই পক্ষী—এইবোৰো আছিল চিকাৰৰ বস্তু। সেই চৰাইৰ মেলা ডেউকা, ঈগলৰ দৰে হালধীয়া আৰু জীৱন্ত এযোৰা চকু। বৰ সুন্দৰ সেইবোৰ জীৱ। সিহঁতৰ কথা মনত পৰিলেই মনত আনন্দ লাগে।"

"ওঁ," ৰবাৰ্ট জৰ্ডানে ক'লে।

"সেইবাৰ বসন্তত বৰফে-ঢকা পৰ্বতৰ কাষৰত পাইছিলোঁ এটা ভালুক। হাতোৰাৰে এচটা কাঠ বগৰাই আছিল। তাক মাৰি আনি তাৰ হাতোৰাটো দিলোঁ আমাৰ গিৰ্জাত। গিৰ্জাৰ দুৱাৰত সেই হাতোৰা খুৱাই থোৱা আছে।"

"কেতিয়া বুলিলা ?"

"ছবছৰৰ আগতে। গিৰ্জাত সেই মানুহৰ হাতৰ দৰে দীঘল হাতোৰা দেখিলে, দীঘল শুকান মুঠিৰ তলুৱাত গজাল দি দুৱাৰত লগাই থোৱা দেখিলে মনটো নাচি উঠে।"



"গৰ্বত ?"

"সেই আগবসন্ত ভালুক-বধৰ স্মৃতিত গৰ্ব হয়; কিন্তু আমাৰ নিচিনা এটা মানুহ মাৰিলে ভাল নেলাগে—ভাল বুলিবলৈ একো নাই তাত।"

"মানুহৰ হাতখনো দেখোন গিৰ্জাৰ দুৱাৰত গজালি মাৰি থব পাৰি।" জৰ্ডানে ক'লে।

"ওহোঁ। এনে বৰ্বৰতা অসহ্য। মানুহৰ হাতখন অৱশ্যে ভালুকৰ হাতোৰাৰ দৰেই।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মানুহৰ বুকু আৰু ভালুকৰ বুকু একে। ছালখন গুচালে দেখিবা মাংসপেশীবোৰ একে।"

আন্‌চেল্‌মোই উত্তৰ দিলে, "শুনিছোঁ, জিপ্সীবোৰে ভালুকক মানুহৰ ভায়েক বুলি ভাবে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আমেৰিকাৰ ৰেড-ইণ্ডিয়ানবোৰেও ভাবে। মজা কি জানা, সিহঁতে ভালুক মাৰি তাৰ ওচৰত ক্ষমা মাগে। তাৰ লাওখোলাটো নি গছৰ ওপৰত তুলি থয় আৰু তুলি থৈ যাবলৈ ওলাওঁতে ক্ষমা খুজি লয়।"

"জিপ্সীবোৰে ভালুকক মানুহৰ ভাই বুলি কিয় ভাবে জানা? ভালুকৰ ছালৰ তল ছোৱা মানুহৰ দৰে। ভালুকে মানুহৰ দৰে মদ খায়, নাচে আৰু গান শুনে।"

"ৰেড-ইণ্ডিয়ানবোৰেও তাকেই ভাবে।"

"ৰেড-ইণ্ডিয়ানবোৰো জিপ্সী নেকি ?"

"নহয়। কিন্তু সিহঁতে ভালুকৰ বিষয়ে একে দৰে ভাবে।"

"এৰা। জিপ্সীসকলে ভালুকক ভাই বুলি ভবাৰ কাৰণ হৈছে ভালুকে আনন্দ লভিবৰ বাবে চুৰ কৰে।"

"তুমিও জিপ্সী নেকি ?"

"ওহোঁ। মই অৱশ্যে ভালেমান জিপ্সীক দেখিছোঁ। বিশেষকৈ আন্দোলন হ'বৰে পৰা। পৰ্বতত বহুত জিপ্সী আছে। সিহঁতে নিজৰ পৰ জাতিক বধ কৰিলে পাপ বুলি নেভাবে। মুখেৰে নকলেও এই কথা সঁচা।"

"মূৰবোৰৰ দৰে একে তেনেহলে।"

"সিহঁতৰ কিছুমান নিয়ম আছে, যিবোৰ সিহঁতে নাই বুলি কয়। যুদ্ধত যিমান বেয়া হ'ব পাৰে সিমান বেয়া হয় সিহঁত।"

"সিহঁতে যুঁজৰ কাৰণ কি তাক নেজানে। কিয় যুঁজ কৰে তাকো নেজানে।"

আন্‌ছেল্‌মোৱে উত্তৰ দিলে, "নেজানে। যুদ্ধ হৈছে বুলি মাথোন সিহঁতে গম পায়। সিহঁতে ভাবে যে পুৰণি কালৰ দৰে আকৌ শান্তিৰ বাছ-বিচাৰ নকৰাকৈ মানুহে মানুহ মাৰিব।"

"কেতিয়াবা মানুহ মাৰিছানে?" আন্ধাৰৰ সঙ্গোপনত ৰবাৰ্ট জৰ্ডানে সুধিলে। এদিনৰ ভিতৰতে সিহঁতৰ মাজত আত্মীয়তাৰ জন্ম হৈছিল।

"কেইবাবাৰো। কিন্তু মাৰি আনন্দ লগা নাই। মানুহ মৰাটো পাপ। ফেচিষ্টক আমি মাৰিব লাগে, কিন্তু ফেচিষ্ট মৰাও পাপ। ভালুক আৰু মানুহ একে নহয়। জিপ্সীৰ ভেল্কীবাজীতো মোৰ বিশ্বাস নাই। জন্তু মানুহৰ ভাই হ'ব নোৱাৰে। মই মানুহ মৰাটো বেয়া পাওঁ।"

"কিন্তু মানুহ মাৰিছা তো?"

"মাৰিছোঁ। মাৰিমো। কিন্তু যদি জীয়াই থাকোঁ মই কাকো অন্যায় নকৰাকৈ বাচি থাকিম। করুণা বিচাৰি বাচি থাকিম।"

"কাৰ করুণা?"

"নেজানো। ঈশ্বৰ নায়েই। ঈশ্বৰ-পুত্ৰও নাই। ঈশ্বৰৰ ভূতো নাই। কোনে করুণা কৰিব? ক'ব নোৱাৰোঁ।"

"ঈশ্বৰক এৰি দিলা নেকি?"

"এৰি দিলোঁ। ঈশ্বৰ থকা হ'লে তেওঁ এইবোৰ দৃশ্য নেদেখুৱালেহেঁতেন। আনবোৰে বিশ্বাস কৰিলে কৰক।"

"আনে আছে বুলি ভাবে।"

"মই কিন্তু নেভাবোঁ। ধৰ্ম মানি চলিও তেওঁক নেপালোঁ। মানুহে কেৱল নিজে নিজৰ ওচৰত জগৰীয়া।"

"তেন্তে তুমি মানুহ বধৰ বাবে নিজক নিজে ক্ষমা কৰিবা?"

"অঁ।" আন্‌চেল্‌মোই ক'লে, "তুমি যেনেকৈ ফুটাই কৈছা ঠিক তেনেকৈয়ে। সেয়ে হ'ব। কিন্তু ঈশ্বৰ থাকিবও পাৰে নেথাকিবও পাৰে। বধ কৰাটো পাপ, বুজিছা। আন মানুহৰ জীৱ বধ কৰাজনে নিজেও চিতাত উঠে। দৰকাৰ হ'লে মই মানুহ বধিম, কিন্তু মই পাব্‌লোহঁতৰ দৰে নহয়।"

"শত্ৰুক নেমাৰিলে যুদ্ধ জিকিব নোৱাৰি। এই কথা মিছা বুলিব নোৱাৰি।"



"সঁচাকৈয়ে। যুদ্ধত বধ কৰিবই লাগিব। কিন্তু মোৰ ভাববোৰ বেলেগ।" আন্‌ছেল্‌মোই ক'লে।

আন্ধাৰত সিহঁত ওচৰাওচৰিকৈ যাবলৈ ধৰিলে। বুঢ়াই সৰুকৈ ক'লে, "মই আন কি বিশ্বপ এটাকো বধ নকৰোঁ। মালিক এটাৰো গাত হাত নোতোলোঁ। আমি যেনেকৈ পথাৰত খেতি কৰোঁ আৰু হাবিত কাঠ কাটোঁ, সেইদৰে সিহঁতক জীৱনৰ বাকীছোৱা কাম কৰাম। তেতিয়া সিহঁতে মানৱ-জীৱনৰ অৰ্থ বুজিব। আমাৰ দৰে সিহঁতে খাব, শুব আৰু কাম কৰিব লাগিব। তেতিয়া বুজিব।"

"তেতিয়া হ'লে সিহঁত বাচি যাব। পাছত সিহঁতেই আকৌ তোমালোকক বন্দী-বেটী কৰিব।"

"সিহঁতক বধিলেও আমাৰ একো শিকা নহয়।" আন্‌ছেল্‌মোই ক'লে, "সিহঁতক নিৰ্মূল কৰা বৃথা। নল মৰি গজালি ওলাব—গজালিবোৰ হ'ব ঘৃণাৰ প্ৰতিমূৰ্তি। জেলত একো নহয়। জেলত মানুহে কেৱল ঘৃণা কৰিবলৈ শিকে। আমাৰ শত্ৰুবোৰে এই কথা জনা উচিত।"

"কিন্তু তুমিতো মানুহ বধিছা।"

"অঁ বধিছোঁ।" আন্‌ছেলমোই ক'লে, "হয়তো আকৌ বধিব লাগিব। কিন্তু তাত একো আনন্দ নেপাওঁ, কাৰণ বধ কৰাটো পাপ।"

"পিছে তুমি দেখোন প্ৰহৰীটোক মাৰিম বুলি ধেমালিতে কৈছিলা।"

"ধেমালিতে কৈছিলোঁ হয়। তাক মই মাৰিম। মাৰিম। আমাৰ কাৰ্য সিদ্ধিৰ বাবে মাৰিম। কিন্তু আনন্দমনেৰে মাৰিব নোৱাৰিম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তেনেহলে যি এনে কাম কৰি আনন্দ পায় তেওঁ কৰক। আঠ আৰু পাঁচ লগ লগালে তেৰ হয়। যি সকলে আনন্দ পায় তেওঁলোকে তেৰ বিচাৰে। অকল আঠ বা পাঁচ নহয়।"

আন্ধাৰত আন্‌ছেল্‌মোৰ মাত শুনা গ'ল, "তেনেকুৱা মানুহ বহুত আছে। আমাৰ হাততো আছে। যুঁজাৰুৰ তুলনাত তেনে মানুহেই বেছি।"

"তুমি কেতিয়াবা যুঁজ কৰিছিলানে?"

বুঢ়াই উত্তৰ দিলে, "ওহোঁ। ছেগোভিয়াত আমিয়েই আন্দোলন আৰম্ভ কৰি যুঁজিছিলোঁ, কিন্তু পাছত হাৰি পলালোঁ। অকল ময়ে নহয়, আৰু বহুত পলাল। আচলতে আমিনো কি কৰিছিলোঁ আৰু কেনেকৈ কি কৰিব

লাগে একো জনা নাছিলোঁ। মোৰ হাতত এটা 'ছটগান' আছিল আৰু সিকালে আছিল 'মছাৰ' বন্দুক। মই ছটগানেৰে এশ গজ দূৰলৈকে গুলীয়াব নোৱাৰোঁ। কিন্তু সিহঁতে তিনিশ গজ দূৰৰ পৰা আমাক এন্দুৰ মৰাদি মাৰে। সিহঁতে বহুত পৰ গুলীয়াইছিল, ঠিক নিচান মতে,—যেন আমি কিছুমান নিৰীহ ভেৰাছাগলীহে।" এইখিনি কথা কৈ বুঢ়া মনে মনে ৰ'ল। তাৰ পিচত সি আকৌ ক'লে, "দলঙৰ গুৰিত যুদ্ধ হ'ব বুলি ভাবাঁনেকি তুমি?"

"হ'ব পাৰে।"

"এখনো যুঁজ পোৱা নাই য'ৰ পৰা নপলোৱাকৈ আছোঁ।" এন্‌ছেলমোৱে ক'লে, "যুদ্ধ হ'লে কি কৰোঁ ক'ব নোৱাৰো। বয়স হ'ল, মাজে মাজে ভাবি কিবা লাগে।"

"তোমাৰ ঠাইত মই যাম।" ৰবাৰ্ট জৰ্ডানে বুঢ়াক ক'লে।

"তুমি তেনে আগেয়েও যুঁজ কৰিছা?"

"অঁ। কেইবাখনো।"

"দলঙত যুদ্ধ হ'ব নেকি?"

"দলঙৰ কথাহে ভাবিছোঁ সন্তহতে। মোৰ কামৰ কথা। দলংখন ভঙা সহজ কাম। তাৰ পিচত বাকীবোৰ কাম ঠিক কৰি লম। এতিয়া আগতীয়া কাম বোৰৰ নিৰ্দেশ লব লাগিব। নিৰ্দেশবোৰ লিখি দিয়া হ'ব।"

"লিখি লাভ কি, ইয়াত পঢ়োঁতাই কম।" আন্‌ছেল্‌মোই ক'লে।

"সকলোৱে যাতে বুজে তেনেকৈ লিখি দিয়া হ'ব। লগে লগে বুজায়ো দিয়া হ'ব।"

"মোক যি কাম দিয়ে তাকে কৰিম।" আন্‌ছেল্‌মোই ক'লে, "কিন্তু ছেগোভিয়াৰ গুলীয়াগুলীৰ কথা মই পাহৰা নাই। গতিকে যুদ্ধ হ'লে নপলাবৰ বাবে কি কি কৰিব লাগিব তাক হ'লে বুজাই দিব লাগিব। ছেগোভিয়াত মোৰ পলাবলৈ খুব মন গৈ আছিল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ লগত থাকিবা। কেতিয়া কি কৰিব লাগে মই কৈ থাকিম।"

"তেনেহলে কোনো কথা নাই। মোক যি কৈ থাকিবা, সেই মতে মই কৰি থাকিম।"

"আমাৰ কাম হ'ল দলংভঙা। যদি তাত যুঁজ হয়, তেন্তে হ'বলৈ



দিম।" আন্ধাৰৰ মাজত কথাষাৰ কোৱাৰ লগে লগে জৰ্ডানৰ অনুভৱ হ'ল যেন সি যেন বচনহে মাতিছে।

আন্‌ছেল্‌মোই উত্তৰ দিলে, "তেনেহলে খুব ভাল হ'ব।"

ৰবাৰ্ট জৰ্ডানে মন কৰিলে বুঢ়াই সৰল ভাবে কথা কৈছে, কথা পৰিষ্কাৰ, তাত একো হেৰফেৰ নাই। বুঢ়াৰ কথাত সি ইংৰাজৰ অস্পষ্ট উক্তি অথবা ৰোমানৰ বীৰ বচন শুনা নাছিল। জৰ্ডানৰ কপালৰ বলত এনে এটা বুঢ়া পাইছে। দলং চাই কামৰ ঠিক-ঠাক কৰি অহাৰ পিচত তাৰ ধাৰণা হৈছে যে ৰখীয়াক হঠাতে আক্ৰমণ কৰি দলং ভঙা সহজ হ'ব। গল্‌জৰ আদেশ সেয়ে তাৰ মনঃপূত হোৱা নাই। সেই আদেশৰ প্ৰয়োজন নাই। এই আদেশ পালনৰ বাবে বুঢ়াই আৰু সি কি কৰিব লাগিব তাক ভবাই হোৱা নাই। কৰ্মীকেইজনৰ পক্ষে এই আদেশ ভুল হৈছে।

এনেকৈ ভবা উচিত হোৱা নাই। ৰবাৰ্ট জৰ্ডানে ভাবিলে। অকল সিয়েই কিয়, কোনো মানুহেই ক'ব নোৱাৰে কি সিহঁতৰ ঘটিব নেলাগে। জৰ্ডান বুঢ়া কোনোটোৰেই বিবেচনাৰ পাত্ৰ নহয়। সিহঁত কেৱল কৰ্তব্যৰ যন্ত্ৰ। আৱশ্যকীয় আদেশ দিয়া হৈছে—যাৰ শুদ্ধাশুদ্ধৰ বাবে কেও দায়ী নহয়। দলংখন আছে। এই দলং ভঙাৰ ওপৰতে নিৰ্ভৰ কৰিছে হয়তো মানৱ-জাতিৰ ভৱিষ্যত। এই যুদ্ধত ঘটা ঘটনাই তাক নিৰ্দ্ধাৰণ কৰিব। ইয়াত তাৰ কেৱল এটা কৰ্তব্য আছে, তাকে সি কৰিব লাগিব। মাত্ৰ এটা? ওহোঁ নহয়। এটা হোৱা হলে কোনো কথা নাছিল। গুণনিচিতনি নকৰাই ভাল, হেৰ উকলিপুঙা—। আন কথা ভাব।" ৰবাৰ্ট জৰ্ডানে নিজকে ক'লে।

তাৰ মনত পৰিল মেৰিয়ালৈ। তাইৰ গাৰ বৰণ, চুলি, চকুত সেই একে সোণালী পাতল মুগা বৰণ। চুলিকোচা ঈষৎ ক'লা। কিন্তু ছাল ক'লা পৰাৰ লগে লগে সেই ৰং পাতল দেখাব। তাইৰ ছাল এতিয়া মিহি, শেঁতা, সোণোৱালী ৰঙৰ, কিন্তু মাখি ছালৰ তলতে সেয়া ক'লা বৰণ। ছালো মিহি, দেহো মিহি। কিন্তু তাইৰ খোজ কাটল আগচী, দেখিলে ভাব হয় যেন নেদেখা কিবা এটাই তাইৰ অন্তৰত অথবা চৌপাশে থাকি মনক আমনি দিছে। তাৰ চকুৰে চকুৰে পৰিলে তাই লাজ পায়। আঠুত হাত দি আমনজিমনকৈ তাই বহি থাকে; ডিঙিৰ ওচৰত চোলাটো

খোলা হৈ থাকে, বানবাটিৰ দৰে বুকু ঘুৰিয়ে চোলাৰ লগত তুলি বয়। তাইৰ কথা মনত পৰিলতে তাৰ ডিঙিতো সোপা মাৰি ধৰিলে, খোজ দিয়া টান হৈ পৰিল। কিছু সময় তুয়োটাৰে মুখত কথা নোলাল। শেহত বুঢ়াই ক'লে, "এতিয়া আমি পাহাৰৰ পৰা নামি শিবিৰলৈ যাম।"

পাহাৰৰ পৰা নামি যাওঁতে আন্ধাৰত কোনোবা এটা মানুহে চিঞৰি সুধিলে, "ৰহঁক। কোন্ সেই কেইটা?" ৰাইফোল তুলি পিছ'লৈ নিওতে আৰু পুনৰ অগাপিছা কৰোঁতে গছত লাগোঁতে শব্দ হ'ল।

"কমৰেড।" আন্ছেল্মোৱে ক'লে।

"কি কমৰেড?"

"পাব্লোৰ দলৰ।" বুঢ়াই উত্তৰ দিলে, "আমাক তুমি চিনি পোৱা নাই নেকি?"

"চিনি পাইছোঁ। কিন্তু আমাৰ ওপৰত আদেশ আছে। প্ৰৱেশ-সংকেত জানানে নাই?"

"ওহোঁ। আমি তলৰ পৰা আহিছোঁ।"

আন্ধাৰৰ পৰা মানুহটোৱে ক'লে, "জানো। তোমালোক দলঙৰ পৰা আহিছা। মই জানো। কিন্তু আদেশ ওপৰৱালাৰ। তোমালোকে প্ৰৱেশ-সংকেতৰ শেহৰ শব্দটো জানিব লাগে।"

"প্ৰথমটোনো কি?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"পাহৰিলোঁ।" মানুহটোৱে আন্ধাৰতে এই বুলি কৈ হাঁহিবলৈ ধৰিলে। এতিয়া (নিলাজ) ডিনামাইট লৈ শিবিৰলৈ যোৱাগৈ।

আন্ছেল্মোৱে ক'লে," এয়ে গৰিলা যুঁজৰ শৃঙ্খলা। এইটো নমোৱা।"

"নমাইছে।" মানুহটোৱে ক'লে, "বুঢ়া আঙুলি আৰু তৰ্জমীৰে ধৰি আছোঁ"

"মচাৰত তেনেকৈ ধৰিলে ফুটে।"

"এইটোও মচাৰেই।" মানুহটোৱে ক'লে, "বুঢ়া আৰু তৰ্জনী আঙুলীৰে ধৰি আছোঁ। যেনেকৈ সদায় ধৰি থাকোঁ।"

আন্ধাৰত আন্চেল্মোৱে সুধিলে, "ৰাইফোলটো কালৈ টোৱাইছা?"

"তোমালৈকে।" মানুহটোৱে উত্তৰ দিলে "ঘোঁৰাটো নমালেও তোমালৈকে চান্দিছোঁ। শিবিৰলৈ গৈ ক'বা মোৰ ঠাইত আন কাৰোবাক দিয়ক; মোৰ অকথনীয় আৰু অবৰ্ণনীয় ভোক লাগিছে আৰু প্ৰৱেশ-সংকেতটোও পাহৰিলোঁ।"



ৰবাৰ্ট জৰ্ডানে সুধিলে, "তোমাৰ নাম কি?"

"অগষ্টিন।" মানুহটোৱে ক'লে, "মোৰ নাম অগষ্টিন। ইয়াত থাকি আমনিত মৰিছোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আমি খবৰটো কমগৈ।"

তাৰ কাণত স্পেনিশ ভাষাৰ শব্দ aburmiento টো বাজি গ'ল। এই শব্দটো এই দেশৰ খেতিয়কৰ বাহিৰে আন ক'তো ব্যৱহাৰ নকৰে। তথাপি-স্পেনদেশৰ যি কোনো লোকেই তাক সহজে ব্যৱহাৰ কৰে।

অগষ্টিনে এইবাৰ আগবাঢ়ি আহি ৰবাৰ্ট জৰ্ডানৰ কান্ধত হাতখন থৈ ক'লে "শুনা।" তাৰ পিচত সি টিঙিৰি মাৰি জুই জ্বলাই মুখখন চালে।

"তোমাক ইটোৰ দৰেই দেখি। পিছে অলপ বেলেগ।" "শুনা" মানুহটোৱে ক'লে আৰু দীপশিখা নুমাই ৰাইফোলটো লৈ থিয় দিলে। "কোৱাচোন, দলঙৰ কথাটো সঁচানেকি?"

"দলঙৰ কি কথা?"

"এখন দলঙ উৰুৱাই দিয়াৰ কথা। উৰুৱাই দি আকৌ পৰ্বতত লুকাব লাগিব।"

"নেজানো।"

"নেজানা?" অগষ্টিনে ক'লে, "কি বৰ্বৰতা? ডিনেমাইটটো তেনে কাৰ?"

"মোৰ।"

"ইয়াৰ কাম কি তাক নেজানানেকি? ফাকি নিদিবা।"

"মই জানো। সময়ত তুমিও জানিবা।" ৰবাৰ্ট জৰ্ডানে ক'লে, "এতিয়া শিবিৰলৈ যাওঁ।"

"জহনিত যোৱা। মৰাগৈ। তোমাক কামত লগা কিবা এটা কথা কবলৈ দিবানে?" অগষ্টিনে ক'লে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "অঁ, কোৱা, যদি নিলাজ নহয়।" এই বুলি অগষ্টিনৰ নিলাজ কথাটোলৈ সি আঙুলিয়াই দিলে। অগষ্টিনে কথাই পতি—বিশেষ্যত বিশেষণ আৰু কেতিয়াবা ক্ৰিয়া কৰি নিলাজ কথা ব্যৱহাৰ কৰে। অগষ্টিনে যে ভাল কথা ক'ব পাৰে তাক ৰবাৰ্ট জৰ্ডানে ভাবিবই নোৱাৰিলে। অগষ্টিনে কথা শুনি আন্ধাৰতে হাঁহিলে,—"মই কথা তেনেকৈয়ে কওঁ। বেয়া হ'ব পাৰে। কিন্তু কোনে জানে বেয়ানে ভাল। প্ৰত্যেকেই নিজ নিজ ধৰণে কথা কয়।

শুনা, দলঙখন মোৰ বাবে একোৱেই নহয়। আন বস্তুৰ সৈতে একে। পৰ্বতত থাকি থাকি আমনি লাগিছে। দৰকাৰ হলে ইয়াৰ পৰা যাব লাগে। এই পৰ্বতবোৰ ভাল নেলাগে। এটা কথা কওঁ দেই। তোমাৰ সেই খাবৰোৰ ঠিকমতে ৰাখিবা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ধন্যবাদ। কিন্তু কাৰ পৰা ?"

অগষ্টিনে উত্তৰ দিলে, "মোৰ পৰা নহয়। মোতকৈ কম নিলাজ কোনো মানুহৰ পৰা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "বুজিছোঁ।"

"তুমি স্পেনীশ ভাষা জানা ?" অগষ্টিনে আগ্ৰহেৰে সুধিলে, "তোমাৰ সেই নিলাজ খাদ্ৰব্যটো ঠিকে-ঠাকে ৰাখিবা।"

"ধন্যবাদ।"

"ধন্যবাদ দিব নেলাগে। কেৱল বস্তুটো চাবা।"

"কি হ'লনো বস্তুটোৰ।"

"এইদৰে কথা কৈ সময় নষ্ট নকৰোঁ।"

"ধন্যবাদ। মই শিবিৰলৈ যাওঁ।"

"যোৱা" অগষ্টিনে ক'লে, "আৰু তাত ক'বা যাতে প্ৰৱেশ-সংকেত শব্দ জনা মানুহ ইয়ালৈ পঠায়।"

"তোমাক আমি কেম্পত দেখা পাম নেকি ?"

"অঁ। অলপতে দেখা পাবা।"

"আহাঁ।" ৰবাৰ্ট জৰ্ডানে আন্‌ছেল্‌মোক ক'লে।

ঘাঁহনিৰ দাঁতিয়ে দাঁতিয়ে আগবাঢ়িল সিহঁত। কেউকাষে ধোৱাঁ বৰণীয়া কুৱঁলী। হাবিৰ পাইন পাতে আৰু ঘাঁহৰ নিয়ৰে সিহঁতৰ জৰী-তলুৱা জোতা তিয়াই পেলালে আৰু তাৰ পাছত বিস্তীৰ্ণ ঘাঁহনিৰ ওপৰত সিহঁতৰ ভৰি পৰিল। গছনিৰ ফাঁকেদি ৰবাৰ্ট জৰ্ডানে পোহৰ দেখা পালে। তাতে গুহাটো।

আন্‌চেল্‌মোই ক'লে, "অগষ্টিন বৰ ভাল মানুহ। সি নিলাজ মাত মাতে আৰু সদায় পেংলাই কৰি কথা কয় ; কিন্তু সি বৰ সাৱধান।"

"তুমি তাক ভালকৈ জানা।"

"অঁ, বহুত দিনৰে পৰা জানো। তাৰ ওপৰত মোৰ অগাধ বিশ্বাস।"

"তাৰ কথাবোৰ বিশ্বাস কৰিছা ?"



"অঁ। তুমি মন নিশ্চয় কৰিছা, পাব্‌লোৰ মতিগতি বেয়া হৈছে—"

"কি কৰিলে ভাল হ'ব বুলি তুমি ভাবা ?"

"সদায় সাৱধানে থাকিব লাগিব।"

"কোন্ ?"

"তুমি। মই। সেই মানুহজনী আৰু অগষ্টিন। বিপদ নাইকিয়া নহয়।"

"আগেয়ে কেনে আছিল ?"

"এনে নাছিল। এতিয়া অৱস্থা বেয়াৰ ফালে ঢাল খাইছে। কিন্তু এই ঠাইলৈ আহিব লগা হ'ল যেতিয়া, পাব্‌লো আৰু এল্ ছৰডোক বাদ দি কাম কৰিব নোৱাৰি। অৱশ্যে অকলসৰে কৰা কাম হ'লে বেলেগ।"

"বাৰু এল্ ছৰডো কেনে ?"

"ভাল।" আন্‌ছেল্‌মোই ক'লে, "পেব্‌লো যিমান বেয়া, সি সিমান ভাল।"

"তেনেহলে পাব্‌লোক বেয়া বুলি ধৰিছা ?"

"আজি আবেলি তাকে মই ভাবিছিলোঁ। এতিয়া যি শুনিলোঁ তাৰ পৰা আৰু দৃঢ় ধাৰণা হ'ল। সচাঁকৈয়ে মোৰ সেয়ে ধাৰণা।"

"তেনেহলে আন দলংৰ কথা কৈ আন মানুহ বিচৰাই ভাল হ'ব নেকি ? তাকে কৰোঁ নেকি ?"

আন্‌ছেল্‌মোৱে ক'লে, "ওহোঁ। এইখন পাব্‌লোৰ ঠাই। তাৰ চকুত ধূলি দি কেনিও যাবৰ উপায় নাই। সেই দেখি খুব সাৱধানে চলিব লাগিব।"

## ॥ ৪ ॥

সিহঁত আহি গুহাৰ মুখ পালেহি ; মুখত ওলমাই থোৱা কম্বলখনৰ দাঁতিৰ পৰা পোহৰ ওলাইছিল। গছতলত থোৱা টোপোলা দুটাৰ ওপৰত থকা কেনভাচ কাপোৰখন তিতি গৈছিল আৰু ৰবাৰ্ট জৰ্ডানে আঁঠু কাঢ়ি কেন্‌ভাচখন ছুই তিতা আৰু টান পালে। আন্ধাৰে মুধাৰে কেনভাচৰ তলত হাত সুমাই ওপৰৰ জেপৰ পৰা চামৰাৰে ঢকা ফ্লাস্কটো উলিয়াই আনি নিজৰ জেপত ভৰালে। বহুত পৰ নোখোলাকৈ ৰখা টোপোলাকেইটাৰ কজাত লগোৱা টলাবোৰ খুলি আৰু বন্ধাজৰীবোৰ টানি খুলি সি ভিতৰত বস্তুবোৰৰ তন্নতন্নকৈ পৰীক্ষা কৰিবলৈ ধৰিলে। এটা টোপোলাৰ ভিতৰত সি পালে থৈলাৰে বন্ধা কিছুমান আটি বন্ধা টুকুৰা কিছুমান—সেই টুকুৰাবোৰ শোৱা সাজপাৰেৰে ঢকা। তাৰ পিচত ৰছীৰে বান্ধি টোপোলাত পুনৰ টলা লগাই দিলে। ইটো টোপোলা খুলি ভিতৰত এটা পুৰণি খাৰ-বাকচ পালে ; তাৰ লগতে মুৰ লগোৱা এটা কাঠৰ চিগাৰ-বক্স। তাৰ প্ৰত্যেক চিলিণ্ডাৰতে আছে দুডাল দুডাল তাঁৰ। সকতে সি বনৰীয়া চৰাইৰ কণী যেনেকৈ গোটাই সাৱধানে জাপিছিল, এই তাঁৰবোৰো তেনেকৈ সাৱধানে জপা আছে। চিগাৰ-বক্সৰ লগত আছে ছাব-মেচিনগানৰ গা।—বেৰেলৰ পৰা তাক বিচ্ছিন্ন কৰি সি তাৰ চামৰাৰ জেকেটৰ ভিতৰত সুমাই ললে ; তাৰ 'ক্লিপ' আৰু 'পেন' কেইখন এটা টোপোলাৰ ভিতৰত জেপত সুমাই পাত 'ই'নছুলে টেড' তাঁৰডালৰ মুঠিটো ইটো টোপোলাৰ ভিতৰ জেপত



থলে। তাৰ ভৰোৱা জেপৰ ভিতৰত সি 'প্লায়াৰ' আৰু কাঠৰ 'অল' দুটা চালে (সেই দুটাৰে টুকুৰাবোৰত বিন্ধা কৰিব পাৰি) আৰু একেবাৰে শেষত ভিতৰ-জেপৰ পৰা গল্‌জৰ হেডকোৱাৰ্টাৰসৰ পৰা পোৱা ৰুচ চিগাৰেটৰ ডাঙৰ পেকেট এটা উলিয়ালে। তাৰ পিচত আগৰ দৰে টোপোলাটো বান্ধি টলা লগাই পুনৰ সকলো ঠিক-ঠাক কৰি কেনভাচেৰে তাক ঢাকি থলে। আন্‌ছেল্‌মো ইতিমধ্যে গুহা পালেগৈ।

ৰবাৰ্ট জৰ্ডানেও লাহে লাহে গৈ গুহাত সোমালে। গুহাত তেতিয়া গৰম আৰু ধোঁৱা বলিছে। বেৰৰ দাঁতিত এখন মেজ ; তাত বটল এটাৰ পৰা এডাল মমবাতি জ্বলি, মেজৰ ওপৰত পেব্‌লো বহি আছিল। লগতে অচিনাকি তিনিটা মানুহ আৰু ৰাফেল নামৰ জিপ্সীজনী। বেৰত মমবাতিৰ ছাঁ পৰিছে, মানুহবোৰৰ পিঠি ফালে। এন্‌ছেল্‌মো সোমাই আহি মেজৰ সোঁ-দাঁতিতে থিয় হৈছেহি। গুহাৰ কোণত কয়লাৰ জুইকুৰা ফুৰাই পেব্‌লোৰ ঘৈণীয়েক থিয় হৈ আছে। ছোৱালীজনীয়ে আঠুকাঢ়ি লোৰ পাত্ৰ এটাত কিবা সিজাইছে। তাই কাঠৰ চামুচখন তুলি সম্ভহতে দুৱাৰত থিয় হোৱাহি মাত্ৰকে ৰবাৰ্ট জৰ্ডানৰ ফালে চালে। ৰবাৰ্ট জৰ্ডানে জুইৰ পোহৰত উজ্জ্বলি উঠা মুখখন দেখিলে, আৰু লগে লগে তাইৰ বাউসি, চামোচৰ পৰা টোপাল আৰু লোৰ পাত্ৰলৈও চকু গ'ল।

"কি আনিছা ?" পাব্‌লোৱে সুধিলে।

"মোৰ বস্তু-বাহানি।" এই বুলি সি টোপোলা দুটা নি মেজৰ পৰা দূৰত থকা চুক এটাত থাৰিলেগৈ।

"বাহিৰত থোৱা কিবা অসুবিধা হ'লনেকি ?"

"আন্ধাৰত কোনোবাই হাত দিব পাৰে।" এই বুলি ৰবাৰ্ট জৰ্ডানে ক'লে আৰু মেজৰ কাষলৈ গৈ তাত চিগাৰেটৰ বাকচটো থলে।

"গুহাৰ ভিতৰত ডিনামাইট থোৱাটো মই ভাল পোৱা নাই।" পাব্‌লোৱে ক'লে।

"জুইৰ পৰা বহুত আঁতৰত থৈছোঁ।" জৰ্ডানে উত্তৰ দিলে। "চিগাৰেট এটা খোৱা।" এই বুলি যুদ্ধজাহাজ অঙ্কিত কাগজৰ বাকচটো বুঢ়া আঙুলিৰে ঠেলি পেব্‌লোক দিলে।

আন্‌ছেল্‌মোই তাক জন্তুৰ ছালেৰে আচ্ছাদিত টুল এখনত বহিবলৈ দিলে, আৰু নিজে মেজত বহিল। পাব্‌লোৱে তালৈ চাই ৰৈ গ'ল, যেন কিবা এটা কব খুজিছিল। তাৰ পিচত চিগাৰেটটো হাতত ললে।

জৰ্ডানে আনবোৰকো চিগাৰেট যাচিলে। নিজে কিন্তু কালৈও মুখ তুলি নেচালে। কিন্তু সি মন কৰিলে দুটাই চিগাৰেট নললে, এটাইহে ললে। তাৰ চকু আছিল পাব্লোৰ ওপৰত।

"জিপ্সী বাইটি, কেনে খবৰ?" ৰাফেলৈ চাই জৰ্ডানে সুধিলে। জৰ্ডানে গম পাইছিল যে সি অহাৰ আগতে মানুহবোৰে তাৰেই কথা পাতি আছিল। জিপ্সী ছোৱালীজনীয়ে উত্তৰ দিলে, "ভালেই।" কিন্তু তাই ইতস্ততঃ কৰিছিল।

"তোমাক তাই খাবলৈ দিছে নে নাই?" জৰ্ডানে পুনৰ সুধিলে।

"দিছে, নিদিব কিয়?" জিপ্সীজনীয়ে ক'লে। আবেলি সিহঁতে যেনে সম্ভাৱৰে কথা পাতিছিল এতিয়া সেই সম্ভাৱ নাই।

পাব্লোৰ তিৰোতাজনীয়ে ওম্‌তৎসৎ একো নেমাতি কেৱল কয়লাৰ জুই ফুৰাবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "অগষ্টিন নামৰ মানুহ এটাই কৈ পঠিয়াইছে যে সি আমনিত মৰিছে।"

"আমনিত মানুহ নমৰে।" পাব্লোৱে উত্তৰ দিলে, "মৰকেইছোন চাওঁ।"

"মদ আছে নেকি?" মেজৰ ফালে চাই জৰ্ডানে সুধিলে। লগে লগে হাত দুখন মেজত থৈ ললে।

"নায়েই বুলিব পাৰি।" পাব্লোৱে গহীন হৈ ক'লে। ৰবাৰ্ট জৰ্ডানে ঠিক কৰিলে সি বাকী তিনিটাৰো মনটো জুখি চাব।

"তেতিয়া হ'লে একাপ চেঁচা পানীকে দিয়া। হেৰা"—এই বুলি ছোৱালী-জনীলৈ চালে। "একাপ চেঁচা পানী।"

ছোৱালীজনীয়ে মানুহজনীলৈ চালে কিন্তু মানুহজনীয়ে কাটিকে নকৰিলে। তাই নিজে গৈ কেটলিৰ পৰা কাপত পানী বাকিলে আৰু মেজলৈ আনি তাৰ আগত থলে। জৰ্ডানে তাইলৈ চাই হাঁহিলে। লগে লগে পেটটো কাটি কৰি টুলখনৰ বাওঁকালে গ'ল। পিষ্টলটো এইবাৰ পেটিৰ পৰা ওলমি ঠিক ঠাইত পৰিল। এইবাৰ কৰঙনৰ জেপত সি হাত ভৰালে আৰু লগে লগে পাব্লোৱে তালৈ চালে। সকলোৰে চকু আছিল তাৰ ওপৰত, তাৰ চকু আছিল পাব্লোৰ ওপৰত। জেপৰ পৰা চামৰাৰে ঢকা ফ্লাস্কটো উলিয়াই সি মুখটো খুলি, কাপৰ আধা পানী খাই তাত লাহে লাহে ফ্লাস্কৰ পৰা কিবা বাকিলে।

"বৰ চোকা, তথাপি অলপ তোমাক দিম।" সি ছোৱালীজনীক ক'লে আৰু তাইলৈ চাই হাঁহিলে। তাৰ পিচত পাব্লোলৈ চাই ক'লে "তোমাকো অলপ দিলোঁহেঁতেন, কিন্তু আৰু নায়েই বুলিব পাৰি।"

"নই এইবোৰ বস্তু ভাল নেপাওঁ।" পাব্লোৱে ক'লে।

ভেকেটাভেকেট গোন্ধ মেজৰ চৌপাশে বিয়পি গ'ল আৰু জৰ্ডানে সেই চিনাকি বস্তু ফেৰি সোহা মাৰি খালে।

"বঢ়িয়া লাগিছে, কাৰণ আৰু নায়েই বুলিব পাৰি।" জৰ্ডানে ক'লে।

"কি খাইছা?" জিপ্সীজনীয়ে সুধিলে।

"দৰব। তুমি খাবানেকি?"

"কিহৰ দৰব?"

"মহৌষধি।" জৰ্ডানে উত্তৰ দিলে, "সকলোতে ভাল। তোমাৰ কিবা বেমাৰ থাকিলে খাব পাৰা।"

"চাওঁ দিয়াচোন।"

ৰবাৰ্ট জৰ্ডানে কাপটো তাইলৈ আগবঢ়াই দিলে। পানী পৰি বস্তুটো বগা হালধীয়া হৈছিল গতিকে এঢোকতকৈ বেছি খাবলৈ সি হাক দিলে। বস্তু নিচেই কম। কিন্তু একাপ খাই জৰ্ডানে সকলো সুখ থাওকতে অনুভৱ কৰিলে। সেই বাতৰি-কাকত পঢ়া, সেই কাফেত খোৱা, সেই চেষ্টনাট গছৰ ফুলাম সৌন্দৰ্য, বৃক্ষকুঞ্জৰ সেই কম বেগী ওখ ঘোঁৰাবিলাকৰ আহ-যাহ, সেই কিতাপৰ দোকান, সেই কাগজৰ দোকান, সেই গেলেৰী, সেই পাৰে মোঁসোঁস্, সেই ষ্টুডে ৰাফেল', সেই বাটে চৌমণ্ট, সেই গেৰেণ্টি ট্ৰাষ্ট কোম্পানী আৰু ইলিডিলা চিটে, ফয়টৰ প্ৰাচীন হোটেল; আৰু লগে লগে গধূলিৰ পঢ়া-শুনা, আৰু ফুৰা-চকা; আৰু ক'ত পোৱা আৰু পাহৰা সুখৰ স্মৃতি মনলৈ আহিল তিতা, অস্বচ্ছ, জিভা কোচ খুওৱা, মগজু আৰু পাকস্থলী জলোৱা আৰু ভাব উদ্ৰেক কৰা পানীয় দৰব টোপা গলাধঃকৰণ কৰাৰ লগে লগে।

জিপ্সীটোৱে মুখখন যিকটাই কাপটো ওভোটাই দিলে। "এইবোৰত দেখোন 'এনিচ'ৰ (এবিধ মচলা) গোন্ধ, তিতাও তিতা আও-তিতা। এই দৰব খোৱাতকৈ বেমাৰ হোৱা ভাল।"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "সেয়া হ'ল তিতা গছ (worm wood)ৰ ৰস। এই দৰব খালে মগজ বোলে গেলি যায়। মোৰ বিশ্বাস নহয়, ইয়াক খালে ভাব

বদলি হয়, লাহে লাহে পানী ঢালি—একেবাৰতে কেই টোপাল মান দিব লাগে। মই আকৌ তাক পানীত ঢালি খাইছোঁ।”

“কি কৈছা ?” পাব্লোৱে খঙত ক'লে, ঠাট্টা বুজি পাই।

“দৰবৰ কথা কৈছোঁ।” ৰবাৰ্ট জৰ্ডানে ক'লে আৰু হাঁহিলে। “বুজিছা, এইটো মাদ্রিদত কিনা। এইটোৱেই হ'ল শেষ বটল, মুঠতে তিনি সপ্তাহ গ'ল।” এই বুলি সি ভালকৈ এঢোক খাই ললে। জিভাখন জঠৰ হৈ যোৱা যেন অনুভৱ হ'ল। সি পেব্লোলৈ চাই দাঁত নিকটাই হাঁহিলে।

“কামৰ খবৰ কি ?” সি সুধিলে।

পেব্লোৱে উত্তৰ নিদিলে। জৰ্ডানে আন তিনিটা মানুহলৈ সাৱধানেৰে লক্ষ্য কৰিলে। এটাৰ মুখখন বহল আৰু চেপেটা। 'ছেৰানো হেল'ৰ দৰে বহল আৰু মুগা; নাকটো চেপেটা আৰু খৰা; মুখৰ পৰা দীঘল ৰুছ চিগাৰেট এটা কৌণিক দিশত ওলাই আছে—ফলত চেপেটা মুখ আৰু চেপেটা দেখা গৈছে। মানুহটোৰ গোঁফ চুটি আৰু পকা, পকা দাড়ি এমুঠি আৰু ক'লা কোটটো গলাবন্ধ। জৰ্ডানে তালৈ চাওঁতে সি মেজলৈ একথৰে চাই আছিল। এবাৰো চকু পিৰিকিওৱা নাছিল। আন দুটা ভাই ককাই। চেহেৰাও একে; দুয়ো চুটি, গাঠলু; চুলি ক'লা; আৰু কপাললৈকে পৰা; ক'লা চকুৰা আৰু মুগা। এটাৰ কপালত এটা দাগ, ঠিক বাঁও চকুৰ ওপৰতে। চকুৰা আৰু মুগা। এটাৰ কপালত এটা দাগ, ঠিক বাঁও চকুৰ ওপৰতে। সি সিহঁতলৈ চকু তোলাৰ লগে লগে সিহঁতেও তালৈ একে থৰে চালে। এটাৰ বয়স ছাব্বিশ, আৰু আনটোৰ বয়স আঠাইশ মান হ'ব। বোধহয় দুবছৰৰ সৰু ডাঙৰ।

“কি চাইছা ?” দাগ থকাটোৱে ক'লে।

“তোমাকে।”

“একো নাই। চিগাৰেট এটা খোৱা।” জৰ্ডানে ক'লে।

“দিয়া।” সি ক'লে। আগৰ বাৰ সি চিগাৰেট লোৱা নাছিলে।

“হাতকিখন ইটোৰ দৰে। সেই ট্রেইনত লগ পোৱাটোৰ দৰে।”

“তোমালোক ট্রেইনত আছিলা নেকি ?”

“আমি ট্রেইনত আছিছোঁ। অৱশ্যে বুঢ়া নাছিল।”

পাব্লোৱে তেনেতে ক'লে, “আকৌ আমি এতিয়া ট্রেইন ধৰিবগৈ লাগিব।”

“আমি তাকে কৰিম। কিন্তু আগতে দলংখনৰ কাম হৈ যাওক।”



জৰ্ডানে মন কৰিলে এইবাৰ পেব্লোৰ মানুহজনীয়ে জুহালৰ গুৰিৰ পৰা কথা-বতৰা শুনিছে। দলঙৰ কথা কওঁতে সকলো মনে মনে আছিল।

“দলঙৰ কাম হৈ যাওক।” জৰ্ডানে আকৌ ক'লে, ইচ্ছা কৰিয়েই ক'লে আৰু কৈয়েই তিতা দৰব ( absinthe ) এপালি খাই ললে। সি ভাবিলে, এতিয়া আচল কথালৈ আহিম। কথাটো ওলাবই।

পাব্লোৱে ক'লে, “মই দলঙলৈ নেযাওঁ। মোৰ দলবো কোনো নেযায়।” লগে লগে সি মেজলৈ চালে।

ৰবাৰ্ট জৰ্ডানে একো নকলে। সি আন্ছেল্মোলৈ চালে আৰু কাপটো পুনৰ মুখলৈ তুলি ক'লে, “তেনে হ'লে আপ, আমিয়েই কৰিম কামটো, কি বোলা !”

“এই ভয়পাতুৰাটো নহলেও হ'ব।” আন্ছেল্মোৱে ক'লে।

“কি কৈছা ?” পেব্লোৱে বুঢ়াৰ মুখলৈ চাই সুধিলে।

“তোমাক কোৱা নাই।” আন্ছেল্মোৱে তাক ক'লে।

ৰবাৰ্ট জৰ্ডানে এইবাৰ মেজৰ ওপৰেদি জুহালৰ গুৰিত বহি থকা পেব্লোৰ ঘৈণীয়েকলৈ চালে। এতিয়ালৈকে তাই একো মতা নাই আৰু ঠাৰে-চিয়াঁৰেও একো কোৱা নাই। তেনেতে তাই ছোৱালীজনীৰ কাণে কাণে কিবা এটা ক'লে আৰু ছোৱালীজনীয়ে জুহাল এৰি বেৰৰ কাষেদি উঠি গুহাৰ মুখত কম্বলখন তৰি দিলে। ৰবাৰ্ট জৰ্ডানে ভাবিলে, এতিয়া আচল কথা ওলাব। এতিয়া ওলাবই। সি তেনে হ'ব বুলি ভবা নাছিল কিন্তু এতিয়া দেখিছে অঘটন ঘটিবই।

ৰবাৰ্ট জৰ্ডানে পাব্লোলৈ চাই কলে, “তোমাৰ সহায় নেপালেও আমি দলং ভাঙিমেই।

“নোৱাৰা।” পাব্লোৱে ক'লে, “ইয়াত কোনো দলং ভাঙিব নোৱাৰা।” জৰ্ডানে দেখিলে পাব্লো ঘামি গৈছে।

“নোৱাৰোঁ ?”

“ওহোঁ। দলং ভাঙিব নোৱাৰা।” গহীন হৈ পাব্লোৱে ক'লে।

“তোমাৰ মত কি ?” পাব্লোৰ ঘৈণীয়েকলৈ চাই জৰ্ডানে সুধিলে। ওখ আৰু স্থিৰ মানুহজনী জুহালৰ কাষত থিয় দি আছিল। তাই মুখ ঘূৰাই ক'লে, “দলঙ ভঙাৰ পক্ষে।” জুইৰ পোহৰত তাইৰ মুখখন উজ্জ্বল হৈ উঠিল আৰু ৰঙা পৰিল। গৰম, ক'লা আৰু ধুনীয়া যেন হৈ উঠিল তাইৰ তাপ-ক্লিষ্ট মুখ।

"কি কৈছ ?" পাব্লোৱে ক'লে। ৰবাৰ্ট জৰ্ডানে মন কৰিলে তাৰ মুখত প্ৰতাৰিত হোৱাৰ গ্লানি। লৰাওঁতে কপালত দেখা গ'ল ঘাম।

পাব্লোৰ ঘৈণীয়েকে ক'লে, "মই দলং ভঙাৰ পক্ষে। অৰ্থাৎ তোমাৰ বিপক্ষে।"

চেপেটামুখীয়া আৰু খৰানকীয়া মানুহটোৱেও ক'লে, "মই—দলং ভঙাৰ পক্ষে।" কথা কৈয়েই সি চিগাৰেটৰ ছাই মেজত মোহাৰিলে।

ভ্ৰাতৃদ্বয়ৰ এটাই ক'লে "মই দলঙৰ কথা ভবা নাই। মই পাব্লোৰ পক্ষে।"

ইটো ভায়েকে ক'লে, "ময়ো।"

জিপ্সীটোৱেও ক'লে, "ময়ো।"

ৰবাৰ্ট জৰ্ডানে পাব্লোক নিৰীক্ষণ কৰিলে। লগে লগে সোঁহাতখন তললৈ নমাই নিলে। যদি দৰকাৰ হয় হাতখন সাজু থাকিব লাগিব, দৰকাৰ হ'বও পাৰে। (কাৰণ দুৰ্ঘটনা ঘটি যাব পাৰে, কিন্তু ভালেৰে এতিয়ালৈকে গৈছে যেতিয়া যোৱাই ভাল; কিন্তু ইটোও সহজ—কাজিয়াত অতি সহজে একোটা কৈদে, একোটা পৰিয়াল, একোটা দলে অচিনাকি বিদেশীৰ বিৰুদ্ধে মুঠ বান্ধি সহজে থিয় দিব পাৰে; কিন্তু এই বিভেদ ঘটাৰ পাছত হাতেৰে কৰিব পৰাটোৱেই আটাইতকৈ সহজ আৰু অস্ত্ৰবিদ্যাৰ দিশৰ পৰাও শুদ্ধ।) জৰ্ডানে পাব্লোৰ ঘৈণীয়েকলৈ চালে, দেখিলে তাইৰ মুখ ৰঙা পৰিছে, সুস্থ আৰু শুদ্ধ ৰূপ ফুটি উঠিছে নিজৰ আনুগত্য প্ৰকাশ কৰাৰ লগে লগে।

পাব্লোৰ ঘৈণীয়েকে ৰং মনে কলে, "মই ৰিপাব্লিকৰ পক্ষে। ৰিপাব্লিক মানে দলংখন। পিছে পৰে আন কাম হ'ব।"

বিৰক্তিত পাব্লোৱে ক'লে, "আৰু তোৰ! তোৰ মগজুটো ষাঁড় গৰুৰ দৰে, আৰু হিয়াখন বেশ্যাৰ দৰে। দলঙৰ ভঙাৰ পিচত আকৌ 'পিচলৈ' বুলি ক'বলৈ কিবা থাকিব জানো? কথাটো ধৰিব পাৰিছ জানো?

পাব্লোৰ ঘৈণীয়েকে ক'লে, "ঘটাটো ঘটিবই।"

"হেৰ দলং ভগাৰ পিচত কুকুৰ মেকুৰীৰ দৰে খেদি খেদি মাৰিব জনা নাই-নে? তাৰ পৰা একো লাভ নাই। মৰিলেও তোৰ চেতনা নহয়।"

"নেলাগে। ভয়পাতুৰা। মোক ভয় খুৱাবলৈ নেযাবা।" পাব্লোৰ ঘৈণীয়েকে ক'লে।

পাব্লোৱে অতিষ্ঠ হৈ ক'লে, "ভয়পাতুৰা। যাৰ বুদ্ধি আছে তাক বোল ভয়পাতুৰা। যি আগতে মূৰ্খামি দেখা পায় তাক বোল ভয়পাতুৰা। মূৰ্খালি ধৰিব পাৰিলে ভয়পাতুৰা নহয়।"

আন্ছেল্মোই কলে, "ভয়পাতুৰা কাক কয় তাক জনাটো মূৰ্খালি নহয়।"

পাব্লোৱে তালৈ চাই কলে, "তই তেনে মৰিবলৈ বিচাৰিছ নেকি?" জৰ্ডানে মন কৰিলে পাব্লোৰ কথা একেবাৰে নিবলঙ্কাৰ হৈ ওলাই পৰিল।

"ওহোঁ।"

"তেনেহ'লে নিজৰ মুখখনকে চা। তই বুজাকৈ কথা কৰ। এইটো সাংস্কৃতিক কথা।" কথা কোৱাৰ লগে লগে পাব্লোৰ স্বৰ বিহ্বল হ'ল, "মোৰ বাহিৰে কোনেও ইয়াৰ গুৰুত্ব বুজা নাই নেকি!"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, 'মোৰো সেয়ে ধাৰণা। বুঢ়া পাব্লো, মোৰ ধাৰণা সেয়ে। মোৰ বাহিৰে বুজিছা। তুমি বুজিছা, মই বুজিছোঁ, মানুহজনীয়ে মোৰ হাতলৈ চাই বুজিছে, কিন্তু এই বুজা নাই, এতিয়াও বুজা নাই।"

পাব্লোৱে আকৌ ক'লে, "মই মুখিয়াল এনেয়ে হৈছোঁনেকি? কি কৈছোঁ তাক মই জানো। বাকীবোৰে নেজানে। এই বুঢ়াটোৱে ভুল বলকিছে। ই বিদেশীৰ চৰ আৰু দূত। ইয়ালৈ যিবোৰ বিদেশী আহে সিহঁতে বিদেশৰ ভালৰ বাবে আহে। বিদেশীৰ ভালৰ বাবে আমি বলি যাম। হ'ব নোৱাৰে। আমাৰ সকলোৰে ভাল হ'ব লাগে, সকলো ৰক্ষা পৰিব লাগে।"

পাব্লোৰ তিৰোতাই ক'লে, "ৰক্ষা? ৰক্ষা ক'ত আছে? ইয়াত সকলোৱেই ৰক্ষা পৰিবলৈ বিচাৰি বিপদ বঢ়াইছে। ৰক্ষা পৰিবলৈ বিচাৰিলে সকলো হেৰাব।"

মেজৰ দাঁতিত তাই হাতত চামুচ লৈ থিয় হ'ল।

পাব্লোৱে উত্তৰ দিলে, "বিপদৰ মাজতো ৰক্ষাৰ আশা আছে, মাত্ৰ জানিব লাগে। ষাঁড়গৰুৱে যুঁজোঁতাসকলৰ দৰে; কেতিয়াও কোনো কথাতে ভুল নকৰে দেখি ৰক্ষা পৰে।"

তিৰোতাজনীয়ে উত্তৰ দিলে, "কিন্তু খোচ খালে ৰক্ষা নপৰে।" "মই হ'ব পায় নেজানো। কিমান দিন দেখিছোঁ মাটাডৰবোৰে সেইদৰে ডাংকোপ মাৰি শেহত খোচ খায়। ফিনিটই সদায় কয় জানিলে একো নহয়, ষাঁড়গৰুৱে নোখোচে। মানুহেহে নিজে নিজক তাৰ শিঙত সুমুৱাই দিয়ে। খোচ খোৱাৰ

আগতে সদায় সিহঁতে সেইদৰে ডাংকোপ মাৰে। পিচত দেখো হাসপতালত।" পেব্লোৰ তিৰোতাই বিচনাত পৰি থকা মাটাডোৰৰ ভাও দিলে।

"হেৰা আপ, হেৰাআপ?" তাই ক'লে, "Buneas Compadre. পিলাৰ, তোমাৰ কেনে?" এইবাৰ তাৰ মাত বেমাৰীৰ দৰে হ'ল। "ফিনিটো, কেনেকৈ ইমান দুখ পালা?" এইবাৰ মাত সহজ হ'ল। তাৰ পিচত আকৌ দুৰ্বল আৰু ক্ষুদ্ৰ স্বৰেৰে ক'লে, "নাই দুখ পোৱা নাই, পিলাৰ। একো হোৱা নাই। এনে ঘটনা হ'ব নেলাগিছিল। মই তাক বধিলোঁ। তাতকৈ ভালকৈ বধিবলৈ টান। তাক ভালদৰে মাৰি—যেনেকৈ মাৰিব লাগে তেনে দৰে মাৰি ষাঁড়টোক গোটোকাই নিজৰ ভৰত নিজে পৰিবলৈ এৰি দি। দন্ত আৰু লয়লাসে যেতিয়া আঁতৰি আহিলোঁ, তেতিয়া সি পিছফালৰ পৰা শিঙেৰে টিকাৰ মঙহ খুচি পেটৰ ভুকু সৰকাই দিলে।" এইবাৰ তাই তিৰীমুৰা যুঁজাৰুৰ ভাও দিবলৈ এৰি হাঁহি ভালকৈ ক'বলৈ ধৰিলে। "তোমাৰ ৰক্ষা, তিনিটা কমদামী মাতাডোৰৰ লগত থাকি ভয় আৰু ৰক্ষাৰ কথা নেজানিম নে? ৰক্ষা কৰাৰ কথা মোৰ আগত তুলিয়াবা, আন কথা কোৱা। আৰু তুমি—তোমাৰ কথা কিমান কৈছিলোঁ! এবছৰ যুঁজিয়েই এলেহুৱা, মদপী আৰু কাপুৰুষ হ'লা।"

পাব্লোৰে ক'লে, "মানুহৰ আগত সেইদৰে ক'বলৈ তোমাৰ এক্তিয়াৰ নাই। বিশেষকৈ বিদেশীৰ আগত।"

"মই কমেই। তুমি শুনা নাই নেকি! ইয়াত কাৰ হুকুম চ'লে নেজানা জানো?"

পাব্লোৰে উত্তৰ দিলে, "ইয়াত মোৰ হুকুম চলে।"

"ধেমালিতো নচলে।" পাব্লোৰ তিৰোতাই কলে, "ইয়াত মই হুকুম দিওঁ। শুনা নাই নে ভদ্ৰলোক? ইয়াত মোৰ হুকুমেই চলে। তুমি থাকা যদি থাকিব পাৰা, আহাৰ খোৱা, মদ খোৱা—খুব বঙা মদ নহয় দেই—, কাম কৰা। কিন্তু মোৰ হুকুমত চলিবা।"

পাব্লোৰে ক'লে "মই তোমাকে আৰু বিদেশীটোকে গুলীয়াই মাৰিম।" তাৰ মুখ গোমোঠা।

তিৰোতাজনীয়ে উত্তৰ দিলে, "গুলীমাৰি চোৱাচোন, কি হয়।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোক একাপ পানী দিয়া।" সি গোমোঠামুৰা মানুহটোৰ ফালে আৰু হাতত বেটনৰ দৰে চামোচধৰা লৈ থকা গৰ্বিত আৰু আত্ম-নিৰ্ভৰশীল মানুহজনী চাবলৈ এৰা নাছিল।



পাব্লোৰ ঘৈণীয়েকে মেৰিয়াক মাতিলে। মেৰিয়া আহিলত ক'লে, "এই জন কমৰেডক পানী দিয়া।"

ৰবাৰ্ট জৰ্ডানে ফ্লাস্কটো ললে আৰু হলষ্টাৰৰ পৰা পিষ্টলটো খুলি কৰঙনৰ ওপৰত থলে। এইবাৰ কাপত বাকী থকা মদ ললে আৰু মেৰিয়াই অনা পানী কাপ লৈ অলপ অলপকৈ তাতে বাকি দিলে। মেৰিয়াই তাৰ কিলাকুটিৰ কাষত থিয় হৈ তাক চৈ আছিল।

পাব্লোৰ ঘৈণীয়েকে তাইক চামুচেৰে দেখুৱাই দি ক'লে, "বাহিৰলৈ যোৱাচোন।"

"বাহিৰত বৰ ঠাণ্ডা।" তাই ৰবাৰ্ট জৰ্ডানৰ গালৰ কাষত বৈ কাপত মদে বাষ্প বৰণ ধৰা চাই আছিল।

"বাহিৰত বৰ ঠাণ্ডা হ'ব পাৰে। কিন্তু ভিতৰত বৰ গৰম।" পাব্লোৰ ঘৈণীয়েকে মৰমত ক'লে "বেছি সময় থাকিব নেলাগে।"

ছোৱালীজনীয়ে মূৰজোকাৰি বাহিৰলৈ ওলাই গ'ল।

পাব্লোৰে বেছি সময় সহিব নোৱাৰিব, জৰ্ডানে ভাবিলে। সি এহাতে কাপটো ললে আৰু ইহাতে পিষ্টলৰ ঘোৰাত হাত দিলে। 'চেফটি কেচ' এৰি দি কোমল মুঠিটোত সংযত ভাৱে হাত দি এটা উৰ'লা সুখ অনুভৱ কৰিলে। ঘূৰণীয়া ঘোৰাৰ সৈতে তেতিয়া স্থিৰ বন্ধুত্ব। পেব্লোৰে একেৰাহে ঘৈণীয়েকলৈ চাই আছিল। তাই ক'লে, "মদাহী, ইয়াত কাৰ হুকুম চ'লে কোৱা।"

"মোৰ।"

"নহয়। কাণ খৰকিয়াই শুনা। মোৰ হুকুম চলে।"

পাব্লোৰে তাইলৈ চালে কিন্তু কি ভাবিছিল মুখৰ পৰা ধৰিব পৰা নগল। তাইলৈ ইচ্ছা কৰি সি চাই আছিল আৰু পিচত সি মেজৰ ওপৰেদি ৰবাৰ্ট জৰ্ডানৰ ফালে চালে। সি তাক বহুত সময় পৰীক্ষা কৰিলে আৰু তাৰ পিচত ঘৈণীয়েকলৈ চাই ক'লে, "বাৰু মানি ললোঁ। তুমিয়েই হুকুম দিয়া। আৰু ইচ্ছা হ'লে তেওঁকো হুকুম দিবলৈ ক'বা। দুয়োটা মিলি মৰাহঁক।"

পাব্লোৰে মানুহজনীৰ মুখলৈ চাই চাই কথা কৈছিল। কিন্তু সি তাইলৈ সমীহো কৰা নাছিল আৰু ভয়ো কৰা নাছিল। "মই বেছি মদ খাব পাৰোঁ। হয়তো এলেহুৱাও। মোক তুমি কাপুৰুষ বুলি ভাবিব পাৰা, কিন্তু মই নহয়। মই মূৰ্খ নহয়।" সি ব'ল। "তুমি গৰাকী হৈছা যেতিয়া হুকুম দিয়া আৰু হুকুম

দিবলৈ ভাল পোৱা উচিত। তুমি এতিয়া তিৰোতা আৰু গৰাকী, গতিকে আমাক খাবলৈ দিয়া।"

পাব্লোৰ তিৰোতাই মাতিলে, "মেৰিয়া।"

ছোৱালীজনীয়ে গুহাৰ বাহিৰৰ পৰা কম্বলৰ ফাকেদি মূৰ সুমুৱাই চালে। "আহঁা, ভাত বাঢ়িবৰ হ'ল।"

ছোৱালীজনী সোমাই আহিল আৰু জুহালৰ ওচৰৰ চাপৰ মেজখনৰ ওচৰলৈ গৈ এনামেলৰ টৌটো তুলি লৈ মেজত থলেহি।

পাব্লোৰ ঘৈণীয়েকে তেনেতে জৰ্ডানক ক'লে, "মদে সকলোলৈকে জুৰিব। মদাহীটোৱে কি কয় তালৈ কাণ নিদিবা। এইয়া শেষ হ'লে আৰু আনিম। সেইটো কি খাইছা খাই লোৱা, তাৰ পিছত মদ লোৱা।"

ৰবাৰ্ট জৰ্ডানে মদৰ শেষ সোঁহা মাৰি, সোপ ঢুকি গিলি ললে। পেটত তপত, স'ৰু, বাষ্প ওলোৱা, তিতা আৰু ৰসায়নকাৰক তাপ অনুভৱ কৰিলে আৰু কাপটো ছোৱালীজনীৰ হাতত দিলে। ছোৱালীজনীয়ে কাপত পূৰাকৈ মদ বাকি দি মিচিকিয়াই হাঁহিলে।

জিপ্সীটোৱে সুধিলে, "দলংখন চালা ?" বাকীবোৰে নিজ নিজ পক্ষ লোৱাৰ পাছৰ পৰা সি মুখ মেলা নাছিল। এইবাৰ সিহঁতে কথা শুনিবলৈ লাগিল।

ৰবাৰ্ট জৰ্ডানে ক'লে, "চালো। কাম বৰ সহজ। কেনেকৈ কৰিম দেখুৱাম নেকি ?"

"অঁ। দেখুওৱাচোন।"

ৰবাৰ্ট জৰ্ডানে জেপৰ -পৰা নোটবুকটো উলিয়াই সকলোকে ছবিবোৰ দেখুৱালে।

প্ৰিমিটিভ'নামৰ চেপেটানকা মানুহটোৱে ক'লে, "চোৱা, একেবাৰে জানিবা দলংখনেই।"

ৰবাৰ্ট জৰ্ডানে পেন্সিলেৰে দলং ভঙাৰ পৰিকল্পনা দেখুৱাবলৈ আঙুৱাই গ'ল আৰু খাৰ কিয় দিব তাক বুজাই ক'লে।

দাগ থকা ভায়েকটোৱে ক'লে, "সহজ দেখোন। কেনেকৈ ফুটাবা।"

ৰবাৰ্ট জৰ্ডানে তাকো বুজাই ক'লে। আৰু কথা কওঁতে গম পালে ছোৱালীজনীৰ হাতখন তাৰ কান্ধত। পাব্লোৰ ঘৈণীয়েকেও চাইছিল। কেৱল পাব্লোৱে উদাস হৈ মদ খাইছিল আৰু মেৰিয়াই গুহাৰ বাওঁফালে ওলমি থকা



চালৰ মোনাৰ পৰা ডাঙৰ টৌত ভৰাই থোৱা মদ অলপ অলপকৈ কাপত লবলৈ ধৰিলে।

"এইবোৰ তুমিয়েই কৰিছানেকি ?" ছোৱালীজনীয়ে ৰবাৰ্ট জৰ্ডানক সুধিলে।

"অঁ।"

"কেনেকৈ ভাঙিবা দেখুৱাবানে ?"

"দেখুৱাম। কিয় নেদেখুৱাম ?"

পাব্লোৱে মেজৰ দঁাতিৰ পৰাই মাত লগালে, "দেখিবাতো। তুমি নে-দেখিবা কিয় ?"

পাব্লোৰ ঘৈণীয়েকে ক'লে "কেপকেপাই নাথাকিবা।" হঠাতে আবেলি পাব্লোৰ হাতত কি দেখিছিল তাক মনত পেলাই খঙত একো নাই হৈ ক'লে, "মনে মনে থাকা। কুলক্ষণীয়া। মানুহ বধোঁতা।"

পাব্লোৱে ক'লে, "বাৰু। মনে মনে থাকা। এতিয়া তোমাৰ হুকুমত চলিছে, গতিকে সেই ধুনীয়া ছবিবোৰ চলোৱা। কিন্তু মনত ৰাখিবা মই ভোদা নহয়।"

পাব্লোৰ ঘৈণীয়েকৰ খং গৈ বেজাৰ আৰু বেজাৰ গৈ সম্পূৰ্ণ নিৰাশাত পৰিণত হ'ল। জীয়ৰী কালৰে পৰা তাই এই ভাব অনুভৱ কৰি আহিছে আৰু কিহে এই ভাব উদ্রেক কৰে তাকো জানে। এইবাৰ হঠাতে সেই ভাব আহিল। কিন্তু সেই ভাব তাই আঁতৰালে। ৰিপাব্লিককো যাতে সেই ভাবে স্পৰ্শ নকৰে তাৰ বাবে সাৱধান হ'ল। তাই ক'লে, "মেৰিয়া, ভাত বাঢ়া, আমি খাওঁ।"

## ॥ ৫ ॥

ৰবাৰ্ট জৰ্ডানে গুহাৰ মুখৰ কম্বলখন আঁতৰাই বাহিৰলৈ ওলাই গৈ ৰাতিৰ ঠাণ্ডাত উশাহ সলালে। কুৰঁলী তেতিয়া নাই, আকাশত তৰা ওলাইছে। বতাহ নাছিল। ভিতৰৰ গুহাৰ ধপাত আৰু কয়লাৰ ধোঁৱা আৰু নাই; ভাত, মাংস, ছেফ্রন, তেল, 'টেৰি', দুৱাৰত আঁৰি থোৱা ডাঙৰ ছালৰ মদ-মিহলোৱা, (ছালখন মূৰটোত গাঠি আছে, ঠেংকিখন ওলমোৱা;), মজিয়াত পৰা বালিৰে মিহলি মদৰ গোন্ধ এইবোৰো আৰু নাই। গোন্ধ জানো কিবা এই কেইটাই? বেৰত ওলমোৱা আছে অজান কিছুমান লতাৰ থোপা; সন্তীয়া, ৰঙা মদ; নহক; মানুহৰ কাপোৰত লাগি থকা ঘোঁৰাৰ আৰু মানুহৰ ঘাম (মানুহৰ ঘাম ভেকেটাভেকেট আৰু ধোৱঁা ৰৰণীয়া, ঘোঁৰাৰ শুকান ঘামৰ ফেন সুস্বাদু কিন্তু নিশকতীয়া);—এইবোৰৰ গোন্ধৰ পৰাও সি এতিয়া মুক্ত। জৰ্ডানে পৰিষ্কাৰ নিশা পৰ্বতৰ পৰা অহা মুকলি বতাহত টানি উশাহ সলালে। বতাহত উটি আহিছিল পাইনৰ গোন্ধ আৰু নিজৰাপাৰৰ ঘাঁহনিৰ নিয়ৰৰ গোন্ধ। বতাহ নোহোৱাত নিয়ৰ ৰৰকৈ পৰিছিল। কিন্তু সি তাতে থিয় হৈ ৰ'ল। তাৰ অনুমান হ'ল পুৱালৈ বৰফ পৰিব।

সি দীঘল উশাহ টানি তাত থিয় দি থাকোঁতে এবাৰ ৰাতিৰ শব্দবোৰ শুনিলে। প্ৰথমতে শুনিলে দূৰৈৰ জুইৰ শব্দ; তাৰ পিচত ঘোঁৰাশালৰ কাঠবোৰৰ ওচৰত ফেচাঁৰ কুৰুলি আৰু গুহাৰ ভিতৰত জিপ্সীটোৱে গীটাৰৰ মৃদু মূৰ্চ্ছনা তুলি গোৱা গীত।



তাৰ মাত কৃত্ৰিম কণ্ঠৰ—'মই দেউতাৰ পৰা শিকা।' তাৰ পিচত গানৰ শব্দ—

"জোন আৰু বেলি
দুটুকায় সমূলি—
ঘূৰিলোঁ যদিও পৃথিবী খনি!"

গায়কৰ গীটাৰৰ শব্দ আৱৰি ধৰিলে ঝঙ্কাৰিত হাত-চাপৰিয়ে। "খুব ভাল লাগিছে। এইবাৰ কাটালান গোৱা।" ৰবাৰ্ট জৰ্ডানে শুনিলে কোনোবাই কোৱা।

"ওহোঁ।"

"গোৱা। কিয় নেগাবা। কাটালান গোৱা।"

জিপ্সীয়ে ক'লে আৰু করুণ স্বৰেৰে গালে—"বাৰু।"

"নাকটি চেপেটা মোৰ,
মুখনি ক'লা ঘোৰ,
'মানুহ তথাপি মই'
এয়ে কথা মোৰ।"

কোনোবাই ক'লে, "বঢ়িয়া। গাই যোৱা।"

জিপ্সীৰ মাত এইবাৰ করুণ আৰু হাস্যৰস পূৰ্ণ হ'ল—

"অপাৰ করুণা প্ৰভু
কৰিলা যে মোক নিগ্ৰো
মই নহয় কেটালান প্ৰভু।"

পাব্লোৱে হঠাতে ক'লে, "বৰ গণ্ডগোল হৈছে। জিপ্সী, বন্ধ কৰা।"

হঠাতে এজনী মাইকী মানুহে ক'লে, "খুব গণ্ডগোল হৈছে। সেই মাতেৰে তুমি 'গাৰ্ডিয়া চিভিল' ক'লেও একো লাভ নহয়। মাতত গুণ নাই।"

জিপ্সীয়ে ক'লে, "মই আন এটা পদ জানো।" এই বুলি গীটাৰ ললে।

মাইকী মানুহজনীয়ে উত্তৰ দিলে, "থোৱা।"

গীটাৰ বন্ধ হ'ল।

"আজি মাতটো কিবা হ'ল। সেই বাবে কোনো কথা নাই।" এই বুলি সি কম্বলখন টানি গুহাৰ পৰা ওলাই আহিছিল।

ৰবাৰ্ট জৰ্ডানে মন কৰিলে জিপ্সীটোৱে গছ এজোপাৰ ওচৰলৈ গৈ তাৰ পৰা তাৰ ফাললৈ ঘূৰিলে।

জিপ্সীয়ে লাহেকৈ ক'লে, "ৰবাৰ্ট।"

"বাকেল।"

জৰ্ডানে জিপ্সীৰ মাতৰ পৰা ধৰিলে যে তাক মদে ধৰিছে। সি নিজে দুটা এবাচিন্তে খাইছে আৰু তাৰ উপৰিও মদ হজম কৰিছে। কিন্তু তাৰ মূৰ ঠিক আছে; ঠাণ্ডা হৈ আছে—পাব্লোৰ লগত হোৱা বাদানুবাদ সত্বেও।

জিপ্সীয়ে লাহেকৈ সুধিলে, "তুমি পাব্লোক নবধিলা কিয় ?"

"বধিম কিয় ?"

"তাক অচিৰতে বধিব লাগিব। এই সময়তে নকৰিলা কিয় ?"

"তুমি সুস্থিৰে আছা তো !"

"বাকীবোৰেনো কি বিচাৰিছিল বুলি ভাবা ? মানুহজনীয়ে ছোৱালীজনী পঠিয়াই দিয়াৰ কাৰণনো কি ? সি যিবোৰ বলকিলে তাৰ পিচত আৰু সহি থাকিব পাৰি নেকি ?"

"তেনেহলে তোমালোকে বধিব লাগিছিল।"

"হৰি হৰি।" জিপ্সীয়ে উত্তৰ দিলে, "সেইটো তোমাৰ কাম। আমি তিনি চাৰি বাৰ আশা কৰিছিলোঁ। পাব্লোৰ কোনো নাই।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই ভাবিছিলোঁ; কিন্তু বাদ দিলোঁ।"

"আমিও ধৰিছোঁ। সকলোৱে তোমাক সাজু হোৱা দেখিছিল। কিয় নবধিলা ?"

"ভাবিলোঁ, তেতিয়া তোমালোকেই বা মানুহজনীয়েই বেয়া পালাহেতেন।"

"হৰি হৰি। মানুহজনীয়ে বাট চাই আছিল। তুমি সৰু ল'ৰা হৈ আছা।"

"হ'ব পাৰে।"

"এতিয়াও বধ কৰা।" জিপ্সীটোৱে ক'লে।

"মানে হত্যা ?"

"খুব ভাল হয়।" লাহেকৈ জিপ্সীটোৱে ক'লে, "তাক তুমি বধিবই লাগিব। আন উপায় নাই।"

সিহঁতৰ কথাৰ মাজতে নীৰবতাৰ কোমলতাত গছৰ ফাঁকেদি এটা নিয়তি চৰাই উৰি গ'ল। সিহঁতৰ কাষেদিয়েই নামি সি আকৌ উঠি গ'ল। ডেউকাৰ কোব খুব ঘন, কিন্তু চিকাৰত ফুৰা চৰাইৰ দৰে ডেউকা শব্দহীন।



আন্ধাৰত জিপ্সীয়ে ক'লে, "তাৰৈ চোৱা। মানুহে এই দৰে চিকাৰ কৰিব লাগে।"

"দিনত ইয়েই কণা হৈ গছৰ ওপৰত কাউৰীৰ জাকৰ মাজত থাকে।" ৰবাৰ্ট জৰ্ডানে ক'লে।

"কাচিত থাকে।" জিপ্সীটোৱে ক'লে, "তাৰ পিচত বিপদত পৰে। তাক বধ কৰা।" সি ক'লে, "নহলে কথা গহীন হ'ব।"

"এতিয়া সময় গ'ল।"

"আকৌ সময় উলিওৱা। নতুবা এই নিৰ্জনতাৰ সুযোগ লোৱা।"

তেনেতে গুহাৰ মুখৰ কম্বল আঁতৰাই কোনোবা এটা আহি সিহঁতৰ ওচৰ পালেহি। কম্বল আঁতৰাওঁতে গুহাৰ মুখত পোহৰ বিৰিঙিছিল।

"বৰ সুন্দৰ নিশা।" মানুহটোৱে গহীন, নীৰস মাতেৰে ক'লে, "আজি বতৰ ভাল হ'ব।"

মানুহটো পাব্লো।

তাৰ মুখত এটা ৰুচ চিগাৰেট। চিগাৰেটৰ পোহৰত তাৰ ঘূৰণীয়া মুখখন জিলিকিল। তৰাৰ পোহৰত সিহঁতে দীঘল হাত দুখনেৰে সৈতে তাৰ গধুৰ দেহ দেখিবলৈ পালে।

সি ক'লে, "তিৰোতাজনীৰ কথাত বৰকৈ কাণ নিদিবা।" চিগাৰেটৰ উজ্জ্বল পোহৰ দেখা গ'ল। আন্ধাৰত চিগাৰেটটো নমাওঁতে হাতখন দেখা গ'ল। "তাই অলপ গণ্ডগোলীয়া। কিন্তু ৰিপাব্লিকৰ প্ৰতি বৰ অনুগত।" কথা কৈ থাকোঁতে চিগাৰেটৰ পোহৰে অলপ লৰচৰ কৰিছিল। বোধহয় ওঠৰ কোণত চিগাৰেটটো আছিল, ৰবাৰ্ট জৰ্ডানে ভাবিলে। "আমাৰ আৰু একো অসুবিধা নাই। আমাৰ মতৰ মিল আছে। তুমি অহা বাবে মই ভাল পাইছোঁ।" চিগাৰেটৰ শিখা জ্বলিল। সি ক'লে, "তৰ্কাতৰ্কিত বৰকৈ নেলাগিবা। তোমাক আমি ইয়াত বিচাৰিছোঁ।"

সি আকৌ কলে, "ক্ষমা কৰিবা। মই ঘোঁৰাবোৰ চাওঁগৈ। কেনেকৈ বান্ধিছে বা ?"

গছনিৰ মাজেদি গৈ সি ঘাঁহনিৰ দাঁতি ওলালগৈ আৰু সিহঁতে ঘোঁৰা এটাই চিঞৰা শুনিলে।

"দেখিলা।" জিপ্সীটোৱে ক'লে, "এতিয়া দেখিলা নহয়! চাই থাকোঁতেই সময় গ'ল।"

ৰবাৰ্ট জৰ্ডানে একো নকলে।

জিপ্সীটোৱে খঙেৰে কলে, "মই তললৈ যাওঁ।"

"কি কৰিবগৈ?"

"হৰি হৰি। অন্ততঃ তাক পলাবলৈ বন্ধ কৰিম।"

"সি ঘোঁৰালৈ যাবগৈ নেকি?"

"এহেঁ।"

"তেনেহলে কলৈ গলে তাক যোৱাত বাধা দিব পাৰা তালৈ যোৱা।"

"তাত অগষ্টিন আছে।"

"তেনেহলে অগষ্টিনক কোৱাগৈ। কি হৈছে তাক কোৱাগৈ।"

"অগাষ্টিনে তাক মাৰিব পাৰিব।"

"কম বেয়া।" ৰবাৰ্ট জৰ্ডানে কলে, "যোৱা, কি হৈছে তাক কোৱাগৈ।"

"তাৰ পিচত?"

"মই ঘাঁহনিলৈ গৈ চাওঁগৈ।"

"ভাল কথা।" ৰবাৰ্ট জৰ্ডানে আন্ধাৰত ৰাফেলৰ মুখখন দেখিলে কিন্তু সি অনুভৱ কৰিলে জিপ্সীটোৱে হাঁহিছে। "এতিয়া ককালত টঙালি বান্ধিছা।" জিপ্সীটোৱে সন্তোষেৰে কলে।

ৰবাৰ্ট জৰ্ডানে ক'লে "অগাষ্টিনক লগ ধৰাকৈ।"

"বাৰু ৰবাৰ্ট বাৰু।"

ৰবাৰ্ট জৰ্ডানে পাইন বননিৰ মাজে মাজে বাট খুপি খুপি গৈ ঘাঁহনিৰ দাঁতি ওলালগৈ। আন্ধাৰতে ভুমুকিয়াই—তৰাৰ পোহৰত আন্ধাৰ অলপ পাতল আছিল—সি দেখিলে বান্ধি থোৱা ঘোঁৰাৰ ক'লা মূৰ্তি। তাৰ আৰু নিজৰাৰ মাজতে সিহঁত আছে। সি সংখ্যা গণনা কৰিলে। মুঠতে পাঁচোটা। ৰবাৰ্ট জৰ্ডানে পাইন গছ এজোপাৰ মুঢ়াত বহি ঘাঁহনিৰ ফালে চাই পঠিয়ালে।

'মোৰ ভাগৰ লাগিছে। বোধহয় মোৰ বিচাৰ ও বুধি বেয়া। কিন্তু দলং ভঙাই মোৰ কাম। কিন্তু সেই কাম কৰি নোলোৱাকৈ মই আন বিপদ চপাই লোৱা অনুচিত। কেতিয়াবা অৱশ্যে বিপদ এৰাই চলিবলৈ বিপদৰ সন্মুখীন হোৱা ভাল—দৰকাৰী ব্যৱস্থা লৈ। এতিয়ালৈকে পৰিস্থিতি নিজা গতিত চলিবলৈ এৰি দিছোঁ।



যদি মানুহবোৰে সঁচাকৈয়ে মই পেব্লোক বধাটোকে বিচাৰিছিল তেতিয়া হ'লে মই বধাই ভাল আছিল। কিন্তু ভৱিষ্যত সহকৰ্মীক নিজৰ ঠাইত মৰা বিদেশীৰ পক্ষে অনুচিত। কাম কৰোঁতে, অথবা কঠোৰ শৃঙ্খলা থাকিলে মৰাটো বেলেগ কথা। আজি বধ কৰাটো অতি সহজ আছিল, কিন্তু বধ কৰাহেঁতেন বেয়া হ'লহেঁতেন বুলি মোৰ ধাৰণা। এইখন ঠাইত একো কামকে সহজ বা চুটি বুলি ধৰা অনুচিত। তদুপৰি মানুহজনীয়ে মোক বিশ্বাস কৰিলেও এনে কাম কৰাৰ পাছত কি কৰিলেহেঁতেন কোনে জানে? এনে অৱস্থাত মৰিলে মৰণ বৰ কুৎসিৎ, লেতেৰা আৰু অসহনীয় হয়। তাই কি কৰিলেহেঁতেন কোনে জানে? মানুহজনী নহলে ইয়াত সংগঠন বা শৃঙ্খলা নেথাকে; তাই থাকিলে কাম ভালেৰে হয়। তাই বা জিপ্সী অগষ্টিনে যদি তাক মাৰে তেন্তে ভাল হয়। আন্‌ছেল্‌মোক ক'লেও সি তাক মাৰিব। যদিও বুঢ়াই বধ কৰি ভাল নেপায়। সি পাব্লোক ঘৃণা কৰে। মোক সি মানে আৰু দুয়ো একে বিশ্বাসেৰে অনুপ্ৰাণিত। সি আৰু মাইকী মানুহজনীয়ে বিপাব্লিক আছে বুলি বিশ্বাস কৰে। কিন্তু কোৱাটো টান কথা।"

তৰাৰ পোহৰত সি যেতিয়া চাব পৰা দেখিলে, তেতিয়া সি মন কৰিলে যে এটা ঘোঁৰাৰ ওচৰত পেব্লো বৈ আছে। ঘোঁৰাটোৱে চৰি আছিল, চৰিবলৈ এৰি মূৰ দাঙিলে আৰু আকৌ মূৰটো নমালে। তাৰ গাত আউজি পাব্লো থিয় দি আছে। ঘোঁৰাটোৱে খোজ দিলে লগে লগে সি যায় আৰু ডিঙিত চপৰিয়ায়। ৰচাই যিমান দূৰ যাবলৈ দিয়ে সিমান দূৰহে ঘোঁৰা যাব পাৰে। খাই থাকোঁতে মৰম পাই ঘোঁৰাটোৰ ধৈৰ্য হেৰাই গৈছিল। পাব্লোৱে কি কৰিছে জৰ্ডানে ধৰিব পৰা নাছিল, ঘোঁৰাৰ লগত কি কথা পাতিছিল তাকো ধৰিব পৰা নাছিল। কিন্তু পাব্লোৱে ঘোঁৰাৰ ৰছীও খোলা নাছিল আৰু জীনো লগোৱা নাছিল। জৰ্ডানে বহি বহি পাব্লোক নিৰীক্ষণ কৰি থাকিলে আৰু নিজৰ সমস্যাৰ কথা ভাবিবলৈ লাগিল।

পাব্লোৱে আন্ধাৰতে ঘোঁৰাটোক ক'লে, "অ' বৰ ঘোৰা, অ' চিধা ঘোৰা, অ' কটিয়া ঘোৰা।" সি ডাঙৰ ঘোঁৰাটোক কৈছিল। "অ' ধুনীয়া সোণামুৰা, অ' ধুনীয়া সোণ। পিউপলোৰ বেললাইনৰ দৰে তোৰ দীঘল ডিঙিটো—কিন্তু মেৰটো বেছি ধুনীয়া।" ঘোঁৰাটোৱে ঘাঁহ খাই আছে, ইফালে সিফালে মূৰ লৰাইছে; মানুহটোৱে কথাকৈ থকা দেখি আমনি পাইছিল।

পাব্‌লোৱে ক'লে। 'তই জানো তিবোতা ? তই জানো জধামূৰ্খ।' "হেৰ, হেৰ, মোৰ বৰ ঘোঁৰা, কটিয়া ঘোঁৰা। তই জানো জলা পৰ্বতৰূপী তিবোতা ? তই চটা চুলিৰ ঘূৰী পোৱালী। তই মাকৰ পেটৰ পৰা সৰা ঘোঁৰা পোৱালী। তই লোকক ফাকি নিদিয়, লাজ নিদিয় আৰু তই সুবুজ। হেৰ মোৰ বৰ ঘোঁৰা। হেৰ মোৰ কটিয়া ঘোঁৰা।"

পাব্‌লোৱে ঘোঁৰাৰ লগত পতা কথা শুনিবলৈ জৰ্ডানে ভাল পালেহেঁতেন, কিন্তু নুশুনিলে। সি বুজিলে, পাব্‌লোই ঘোঁৰাবোৰ চাবলৈ আহিছে, এতিয়া তাক বধাৰ সময় নহয়। বহাৰ পৰা উঠি জৰ্ডান গুহালৈ উভতিল। পাব্‌লোই ঘাঁহনিতে বৈ ঘোঁৰাৰ লগত ভালেমান পৰ কথা পাতিলে। ঘোঁৰাটোৱে মাথামুণ্ড একো বুজি নেপালে। কিন্তু মাতৰ পৰা যি বুজিব পাৰি—ওৱে দিনটো সি ঘোৰাশালত থাকি ভোকত অস্থিৰ ; ৰছীয়ে টানে মানে ঘূৰি ঘাঁহ খাইছে। সি মৰমৰ মাত শুনিছে কিন্তু আমনি পাইছে। তাৰ পিচত পেব্‌লোৱে তাক এৰি দিলে। কথা বন্ধ হ'ল। ঘোঁৰাটোৱে তত পাই মানুহৰ আমনি নোপোৱাকৈ আপোন মনে ঘাঁহ খাবলৈ ধৰিলে।



## ॥ ৬ ॥

গুহাৰ ভিতৰত ৰবাৰ্ট জৰ্ডানে ছালৰ টুলত বহি জুই ফুৰাইছিল আৰু মানুহ-জনীৰ কথা শুনিছিল। তাই কাঁহীবাটি ধুইছিল, আৰু মেৰিয়া নামৰ ছোৱালী-জনীয়ে শুকাই সেইবোৰ আঁতৰাই থৈছিল। আঁঠুকাঢ়ি এটা গাতত বস্তুবোৰ দিছিল। তাকে চেল্‌ফ হিচাপে ব্যৱহাৰ কৰিছিল।

মানুহজনীয়ে কৈছিল, "এল-চৰ্ডো নাহিল দেখোন। আচৰিত, এঘণ্টাৰ আগতে সি ইয়ালৈ আহিব লাগিছিল।"

"তাক আহিবলৈ কৈছিলা নেকি ?

"ওহোঁ। ৰাতি সি সদায় আহে।"

"কিবা আন কাম আছে চাগৈ।"

"আন কাম হ'ব পাৰে।" তাই ক'লে, "আজি সি নাহিলে কাইলৈ গৈ আমি তাক লগ ধৰিমগৈ।"

"ইয়াৰ পৰা কিমানদূৰ ?"

"ওহোঁ। গৈ ভাল লাগিব। মোৰ যে ফুৰা-চকা নোহোৱাই হ'ল।"

"ময়ো যামনে ?" মেৰিয়াই সুধিলে, "পিলাৰ, মই যামনে ?"

"শুননিকণ, যাবা।" ডাঙৰ মুখখন ঘূৰাই পিলাৰে ক'লে, "তাই শুবনি নহয়নে ?" ৰবাৰ্ট জৰ্ডানলৈ চাই তাই সুধিলে, "তাইক কেনে লাগিছে ? অলপ পাতল ?"

"মোৰ ভাল লাগিছে" ৰবাৰ্ট জৰ্ডানে ক'লে। মেৰিয়াই তাক একাপ মদ দি ক'লে, "খোৱা, এই টোপা খালে মোক আৰু ভাল লাগিব। মোক ভাল দেখিবলৈ ভালেমান কণ খাব লাগে।"

ৰবার্ট জৰ্ডানে ক'লে, "তেনেহলে মই নেখাও। তোমাক ইতিমধ্যে বৰ ধুনীয়া দেখিছোঁ।"

"কথা ক'ব জানিছা।" মাইকী মানুহজনীয়ে ক'লে, "তুমি জনা মানুহৰ দৰে কৈছা। আৰু কেনে দেখিছা কোৱাচোন ?"

"বুদ্ধিমতী", ৰবার্ট জৰ্ডানে থোৰতে ক'লে। মেৰিয়াই হাঁহিলে আৰু মাইকী মানুহজনীয়ে বিষণ্ণভাৱে মূৰটো নবালে। তাই ক'লে, "ডন ৰবার্ট, তুমি যে কথা কেনেকৈ কোৱা আৰু কেনেকৈ শেষ কৰা।"

"মোক ডন ৰবার্ট নুবুলিবা।"

"ধেমালিহে কৰিছোঁ। ধেমালিতে আমি কেতিয়াবা মানুহক ডন পাব্লো বুলি কওঁ। সেইদৰে ছিনেটৰিয়া মেৰিয়া বোলো।"

"মই তেনে ধেমালি ভাল নেপাওঁ।" জৰ্ডানে ক'লে, "কমৰেড বুলি কলেই যুদ্ধ হৈ যায়। ধেমালিৰ পৰাই বেয়া হয়গৈ।"

মানুহজনীয়ে ঠাট্টা কৰি ক'লে, "ৰাজনীতি তোমাৰ ধৰ্মৰ দৰে। তুমি ধেমালি নকৰা ?"

"কৰোঁ, কিন্তু সম্বোধনত ধেমালি বেয়া পাওঁ। সম্বোধনটো ফ্লেগখনৰ নিচিনা বস্তু।"

"মই ফ্লেগৰ বিষয়ে ধেমালি কৰোঁ। যেই সেই ফ্লেগৰ বিষয়ে।" মাইকী মানুহজনীয়ে হাঁহিলে। "মোৰ মতে আটাইবোৰে ধেমালি কৰিব নোৱাৰে। পুৰণি হালধীয়া আৰু সোণালী ফ্লেগখনক আমি কৈছিলোঁ তেজ আৰু পুঁজ। বিপাব্লিকৰ ফ্লেগখনত ৰঙা বঙ দিলত আমি ক'লোঁ, "তেজ, পুঁজ আৰু পাৰ-মেঙ্গেনেট। এইবোৰ হ'ল ধেমালি।"

মেৰিয়াই ক'লে, "এওঁ কমিউনিষ্ট। বৰ নিষ্ঠাবান মানুহ।"

"তুমি কমিউনিষ্ট নেকি ?"

"ওহোঁ। মই ফেছিষ্টবিৰোধী।"

"কিমান দিনৰ পৰা ?"

"যেতিয়াৰ পৰা ফেচিজিমৰ অৰ্থ বুজি পাইছোঁ ?"

"কেতিয়া মানে বাক ?"

"প্ৰায় দহ বছৰৰ আগতে।"



"বেছি দিন হোৱা নাই।" মাইকী মানুহজনীয়ে ক'লে, "মই যোৱা ২০ বছৰ ধৰি ৰিপাব্লিকান হৈ আছোঁ।"

মেৰিয়াই ক'লে, "মোৰ দেউতা আছিল আজীৱন ৰিপাব্লিকান। সেইবাবে তেওঁক গুলীয়াই মাৰিলে।"

"মোৰ দেউতাও ৰিপাব্লিকান আছিল—গোটেই জীৱন। মোৰ ককাদেউতাও।"

"কোন দেশৰ ?"

"মাৰ্কিণ যুক্তৰাষ্ট্ৰ।"

"তেওঁলোকক গুলীয়াই মৰা নাইনে ?" মাইকী মানুহজনীয়ে সুধিলে।

"কি কোৱা। আমেৰিকাখনেই ৰিপাব্লিকানৰ দেশ। তাত ৰিপাব্লিকানক গুলীয়াই নেমাৰে।"

মাইকী মানুহজনীয়ে ক'লে "ৰিপাব্লিকান ককাক পোৱাটো ভাগ্যৰ কথা। তোমাৰ গুৰি ভাল।"

"মোৰ ককা ৰিপাব্লিকানৰ জাতীয় কমিটীত আছিল।" ৰবার্ট জৰ্ডানে ক'লে। মেৰিয়াই শুনি মুগ্ধ হ'ল।

"তোমাৰ দেউতাৰে এতিয়াও ৰিপাব্লিকৰ কাম কৰি আছেনেকি ?" পিলাৰে সুধিলে।

"ওহোঁ। দেউতা ঢুকাল।"

"কেনেকৈ ঢুকাল ক'বানে ?"

"নিজে নিজে গুলীয়াই মৰিল।"

"অত্যাচাৰৰ পৰা হাত সাৰিবৰ বাবে নেকি ?" মানুহজনীয়ে সুধিলে।

"অঁ।" ৰবার্ট জৰ্ডানে ক'লে, "অত্যাচাৰৰ হাত সাৰিবৰ বাবে।"

মেৰিয়াই ৰবার্ট জৰ্ডানলৈ সজল নয়নেৰে চালে। "মোৰ দেউতাই অস্ত্ৰ বিচাৰি নেপালে।" মেৰিয়াই ক'লে; "তোমাৰ দেউতাৰে অস্ত্ৰ পোৱা শুনি মই বৰ ভাল পালোঁ।"

ৰবার্ট জৰ্ডানে উত্তৰ দিলে, "ভাগ্য ভাল আছিল বাবে। পিছে এতিয়া আমি আন কথা পাতোঁ।"

"তেনেহলে তুমি আৰু মই একে।" মেৰিয়াই ক'লে। তাই জৰ্ডানৰ বাউসীত হাত থৈ মুখলৈ চালে। তাইৰ মুগা বৰণীয়া মুখলৈ চাই সি চকুত চকু-

থলে। আগেয়ে চকুযুৰি মুখখনৰ তুলনাত কুমলীয়া নাছিল। এইবাৰ চকুযুৰি কুমলীয়া, ভোকাতুৰ আৰু অভাৱপূৰ্ণ যেন বোধ হ'ল।"

মান্নুহজনীয়ে ক'লে, "তোমালোকক দেখিলে ককাই-ভনী যেন লাগিব। পিছে নহয় সেইটো ভালৰে কথা।"

মেৰিয়াই ক'লে, "এতিয়া মই বুজি পাইছোঁ তোমাক দেখি এনে ভাব কিয় হৈছে। এতিয়া স্পষ্ট।"

"কি কোৱা।" ৰবাৰ্ট জৰ্ডানে ক'লে আৰু সি তাৰ মূৰৰ ওপৰত হাতখন বুলাবলৈ ধৰিলে। ওৱে দিন সি তাকে কৰিবলৈ বিচাৰিছিল, এতিয়া কৰিবলৈ পাই তাৰ ডিঙি যেন উখহি গ'ল। তাই হাতৰ তলত মূৰটো লৰাই তালৈ চাই হাঁহিবলৈ ধৰিলে। তাৰ হাতৰ আঙুলিৰ মাজত দি অনুভৱ কৰিলে চটা মূৰৰ ডাঠ, জিলমিলীয়া খহটা ছাল। লাহে হাত গৈ ডিঙি পালেগৈ। তাৰ পিচত হাতখন নমাই আনিলে।

"আকৌ কৰা।" মেৰিয়াই ক'লে, "ওৱে দিনটো কৰিবা বুলি বাট চাই আছোঁ।"

"এতিয়া নহয়, পাছত।" ৰবাৰ্ট জৰ্ডানে ক'লে। তাৰ মাতটো ডাঠ হৈ পৰিল।

পাব্লোৰ তিৰোতাই ভোৰভোৰাই ক'লে, "আৰু মই এইবোৰকে চাই বহি থাকোঁ। মই জানো নেলাগিম! অৱশ্যে টান। এনে অপকাণ্ড নকৰি যদি পাব্লোৰেই থাকিলহেঁতেন।"

মেৰিয়াই একো গ্ৰাহ্য নকৰি, মেজৰ দাঁতিৰ মমবাতিৰ পোহৰত খেলা মগ্ন লোকসকললৈ পিঠি দি ক'লে, "ৰবাৰ্ট, আৰু একাপ মদ খাবানেকি?"

"দিয়া। থাম।" সি ক'লে।

পাব্লোৰ তিৰোতাই ক'লে, "তুমিও মোৰ দৰে মদাহী এটাকে পালা। সেই আপুৰুগীয়া বস্তুটো পূৰা একাপ গিলিলে। ইঙ্গলেচ, শুনা।"

"ইংলেচ নহয়, এমেৰিকান।"

"এমেৰিকান, অঁ এমেৰিকান, শুনা। তুমি শুবা ক'ত?"

"বাহিৰত। মোৰ শোৱা কাপোৰ-কানি আছে।"

"ভাল কথা।" তাই ক'লে, "ৰাতি পৰিষ্কাৰ।"

"ঠাণ্ডা পৰিব।"



"তেন্তে বাহিৰত শুবা" মাইকী মান্নুহজনীয়ে ক'লে, "বাহিৰতে শোৱা। আৰু তোমাৰ বস্তুবোৰ মোৰ লগতে শুব।"

"ভাল কথা।" জৰ্ডানে ক'লে।

"আমাক অলপ কথা পাতিবলৈ দিয়া", ৰবাৰ্ট জৰ্ডানে ছোৱালীজনীৰ কান্ধত হাত থৈ ক'লে।

"কিয়?"

"মই পিলাৰৰ লগত কথা পাতিব লগা আছে।"

"মই যাওঁ নেকি?"

"অঁ।"

ছোৱালীজনী গুহাৰ মুখলৈ গৈ ছালখনৰ দাঁতিত থিয় হৈ তাচ খেলা চাবলৈ লাগিল। পিলাৰে সুধিলে, "কি হ'ল?"

"জিপ্সীটোৱে ক'লে মই বোলে—" জৰ্ডানে ক'লে।

"নেলাগে।" পিলাৰে বাধা দি ক'লে, "সি ভুল কৰিছে।"

"যদি দৰকাৰ হয় তেনেহলে"—ৰবাৰ্ট জৰ্ডানে কোনোৰকমে কষ্টেৰে লাহেকৈ ক'লে।

"অৱশ্যে তুমি কৰিলাহেঁতেন মই জানো।" মান্নুহজনীয়ে ক'লে, "নেলাগে দৰকাৰ নাই। মই তোমাৰ ওপৰত চকু ৰাখিছোঁ। তুমি শুদ্ধ বিচাৰকে কৰিছা।"

"যদি দৰকাৰ হয়—"

"নেলাগে। দৰকাৰ নাই। জিপ্সীৰ মনটো গেলা।"

"দুৰ্বলতা থাকিলে মান্নুহ বিপজ্জনক হয়।"

"তুমি সৰু ল'ৰা হৈ আছা।" তাই ক'লে, "লাহে লাহে বুজিবা।" তাৰ পিচত মেৰিয়ালৈ চাই ক'লে, "ব'লা মেৰিয়া। আৰু কথা নেপাতোঁ।"

ছোৱালীজনী আহিলত ৰবাৰ্ট জৰ্ডানে হাতেৰে তাইৰ মূৰত চপৰিয়ালে। তাই হাতৰ তলত মেকুৰী-পোৱালীৰ দৰে লেউসেউ হ'ল। জৰ্ডানে ভাবিলে তাই এতিয়া কান্দিব। কিন্তু তাইৰ ওঁঠ দুখন আকৌ সহজ হ'ল আৰু তাই তালৈ চাই মিচিকিয়াই হাঁহিলে।

পিলাৰে জৰ্ডানক ক'লে, "এতিয়া শোৱাগৈ যোৱা। তোমাৰ যাবলৈ বহুত বাট আছে।"

"বাৰু। মই মোৰ বস্তুবোৰ চাওঁগৈ।"

## ॥ ৭ ॥

বিচনাত সি শুই আছে। ভাব হৈছে যেন বহুত যুগ শুই আছে। পাৰ্বত্য শিলাখণ্ডৰ দাঁতিত গুহামুখৰ পৰা অদূৰত হাবিৰ মজিয়াত বিচনা পৰা আছে; সি শুইছে, বাগৰ সলাইছে আৰু বাগৰ সলাওঁতে নিজৰ পিস্তলটো হাতত ঘূৰাইছে। এডাল জৰীৰে পিস্তলটো হাতৰ জোৰাত বন্ধা আছিল। শুবৰ সময়ত তাক লেপৰ তলত আৰু গাৰ দাঁতিত থৈ লৈছিল। কান্ধ আৰু পিঠিত এটা ভাগৰ; ভৰিত ভাগৰ; মাংসপেশীবোৰ ভাগৰত টন্‌টনাইছে। মাটি কোমল; বিচনাত ঠেং মেলি লৈ ভাগৰত লালকাল দি পৰি আছিল সি। তাৰ পিচত সি সাৰ পালে, ক'ত আছে ভাবি নেপালে, তাৰ পিচত জানিলে। পিস্তলটো গাৰ দাঁতিৰ পৰা নি ভালকৈ থৈ আকৌ টোপনি মাৰিবলৈ বুলি গাৰুত হাত থলে সি। গাৰু—মানে নিজৰ জোটাযোৰৰ ওপৰত কাপোৰ-কানিবোৰ মেৰিয়াই প্ৰস্তুত কৰা গাৰু।

তেনেতে কান্ধত তাইৰ হাতৰ স্পৰ্শ অনুভৱ কৰিলে। লগে লগে সি ঘপকৈ ঘূৰি চালে, সোঁহাতেৰে পিস্তলটো ধৰি ৰ'ল।

তাৰ পিচত তাৰ হাতৰ পিষ্টল খহি পৰিল, দুইখন হাত আগবঢ়াই দিলে, মুখত ফুটিল "তুমি।" লাহে লাহে সাৱটি ধৰি আনিলে মাটিলৈ, আৰু অনুভৱ কৰিলে তাইৰ গোটেই গাতে এটা কঁপনি।

"সোমোৱা।" সি লাহেকৈ ক'লে, "বাহিৰত বৰ ঠাণ্ডা।"



"ওহোঁ, মই নোসোমাওঁ।"

"সোমোৱা। আমি তাৰ কথা পিছতো পাতিব পাৰিম।"

তাইৰ গাত কঁপনি মাৰ যোৱা নাই; এহাতেৰে সি তাইৰ হাতৰ গাঁঠিত ধৰিলে, ইহাতেৰে আলফুলকৈ সাৱটি ধৰিলে। মূৰটো তাই আঁতৰাই নিলে।

"মোৰ মইনা, সোমোৱা।" কথা কোৱাৰ লগে লগে সি তাইৰ ডিঙিত চুমা খালে।

"মোৰ ভয় লাগিছে।

"একো ভয় নাই, সোমোৱা।"

"কেনৈকৈ?"

"পিছলি আঁহা। যথেষ্ট ঠাই আছে। মই সহায় কৰিম নেকি?"

"নেলাগে।"

বিচনাৰ ভিতৰত তাই সোমাই পৰিল, সি তাইক সাৱটি ধৰি ৰ'ল; সি তাইৰ ওঁঠত চুমা খাবলৈ বিচাৰিলে, তাই কাপোৰৰ গাৰুত মুখ লুকুৱালে। কিন্তু দুখন হাতেৰে তাৰ ডিঙিত সাৱটি ধৰিলে। কিন্তু লাহে লাহে তাইৰ হাত শিথিল হৈ আহিল, সি অনুভৱ কৰিলে সি ধৰি থকা সত্বেও তাই কঁপিছে।

সি ক'লে, "ভয় নকৰিবা।" সি হাঁহিবলৈ ধৰিলে। "ভয় নকৰিবা। সেইটো পিস্তল।"

পিস্তলটো তুলি সি তাৰ ইটো ফালে নিলে।

"লাজ লাগিছে।" মুখখন আঁতৰাই তাই ক'লে।

"ওহোঁ। কিহৰ লাজ। এতিয়া। ইয়াত। বুজিছাতো?"

"জানো। কিন্তু মোৰ ভয় লাগিছে, লাজ লাগিছে।"

"মই তোমাক ভাল পাওঁ।"

"ময়ো ভাল পাওঁ। আঁ। ভাল পাওঁ। মোৰ মূৰত হাত বুলোৱাচোন।" তাৰ পৰা মুখ আঁতৰাই ৰাখিয়েই তাই ক'লে; গাৰুত মূৰ গুজিবলৈ তাই এৰা নাছিল। সি তাইৰ মূৰৰ ওপৰত হাত বুলালে, চপৰিয়ালে। হঠাতে তাইৰ মুখখন গাৰুৰ পৰা আঁতৰালে, তাই তাৰ কোলাত সোমাই অতি কাষ চাপি আহিল, তাইৰ মুখ তাৰ মুখৰ বিপৰীতে ৰ'ল আৰু তাই কান্দিবলৈ ধৰিলে।

তাই তাক জোৰেৰে কাষ চপাই আনিলে, অনুভৱ কৰিলে গাল্ভৰু

দেহৰ দীঘল দৈৰ্ঘ্য, চকুৰ নিমখকণ চুমিলে। তাইৰ কান্দোনৰ মাজতে সি অনুভৱ কৰিলে তাইৰ ঘূৰণীয়া, জোডা কঠিন বুকুখন—তাইৰ চোলাটোৰ ওপৰত।

"মই চুমা খাব নেজানো।" তাই ক'লে, "কেনেকৈ তাক নেজানো।"

"চুমা খাবৰ আৱশ্যক নাই।"

"ওহোঁ। মই চুমা খাব লাগিব। মই সকলো কৰিব লাগিব।"

"নেলাগে দৰকাৰ নাই। এয়েই হ'ব। কিন্তু তোমাৰ গাত কাপোৰ-কানি বেচি আছে।"

"কি কৰিব লাগে নো।"

"বাৰু মই দেখুৱাই দিওঁ।"

"অঁ। ভাল। তোমালৈকো ভাল।"

"ভাল হ'ব নেকি ?"

"অঁ ভাল। বাৰু পিলাৰে যে ক'লে মই তোমাৰ লগত যাব পাৰিম।"

"পাৰিবা ?"

"ঘৰলৈ যাব পাৰিমনে ? তোমাৰ লগত।"

"নহয়, ঘৰলৈ নহয়।"

"নহয়, নহয়। তোমাৰ লগত। তোমাৰ তিৰোতা হৈ।"

সিহঁত পৰি ৰ'ল। ঢালবোৰ খোল খালে, য'ত গঠনৰ কঠিনতা আছিল তাত নামিল মসৃনতা; তাৰোপৰি কঠিন ঘূৰণীয়া সংবদ্ধতা, দীঘলীয়া উমলগা শীতলতা,—বাহিৰ শীতল আৰু ভিতৰত উম—; দীঘল, পাতল আৰু নিকট সংলগ্নতা, নিকট বন্ধন; নিঃসঙ্গ, আকৃতিৰ ভিতৰতো শূন্যকৰণ, সুখীকৰণ; যৌবনোচিত আৰু প্ৰেমোচিত। এটা শূন্যকাৰী, বুকু-বিষোৱা সন্নিবদ্ধ নিঃসঙ্গতাৰ লগে লগে এটা তপত মসৃনতা।—আহি ৰবাৰ্ট জৰ্ডানৰ মনত ভাহি উঠিল, আৰু সি সুধিলে—"তুমি আন কাৰোবাক ভাল পাইছিলানে ?"

"ওহোঁ।"

কিন্তু তাৰ পিচতে তাৰ বুকুত মৃত প্ৰায় হৈ ক'লে "কিন্তু মোৰ ওপৰত আগেয়েও এনে হৈছিল।"

"কাৰ দ্বাৰা ?"

"বহুতৰ দ্বাৰা।"



এইবাৰ তাই নীৰৱ নিশ্চল হৈ পৰি ৰ'ল; যেন তাইৰ দেহ মৃতপ্ৰায়। মুখখনো ঘূৰাই ললে।

"এতিয়া আৰু মোক ভাল নেপাবা নহয় জানো ?"

"মই তোমাক ভাল পাওঁ।" সি ক'লে।

কিন্তু তাৰ কিবা এটা হৈ গ'ল আৰু তায়ো তাক গম ধৰিব পাৰিলে।

তাই ক'লে, "ওহোঁ।" তাইৰ মাতো মৃতপ্ৰায় আৰু খহটা হ'ল। "তুমি মোক আৰু ভাল নেপাবা। কিন্তু তুমি মোক কিজানি ঘৰলৈ নিবা। ময়ো ঘৰলৈ যাম। মই তোমাৰ তিৰোতাও নহয়, একো নহওঁ।"

"মেৰিয়া, মই তোমাক ভাল পাওঁ।"

"মিছা কথা" তাই ক'লে। শেহত করুণ স্বৰে অথচ আশাৰে ক'লে—"কিন্তু মই এই ওঁঠেৰে কাকো স্পৰ্শ কৰা নাই।"

"তেনেহলে মোকে কৰা।"

"কৰিব খোজোঁ। কিন্তু নেজানো।" তাই ক'লে, "যেতিয়া বাধ্য হৈ অকাৰ্য কৰিছিলোঁ তেতিয়া যুঁজোতে যুঁজোতে মই নেদেখা হৈ গৈছিলোঁ। যুঁজোতে যুজোঁতে শেহত মোৰ মূৰত মানুহ বহি লৈছিল। মই কামুৰিছিলোঁ। তেতিয়া সিহঁতে মোৰ মুখ বান্ধি দিছিল। মূৰৰ পিছফালে হাত দুখন ধৰি আছিল। আৰু মোৰ ওপৰত অত্যাচাৰ চলিছিল।"

"মেৰিয়া, তোমাক মই ভাল পাওঁ। তোমাক কোনেও স্পৰ্শ কৰা নাই। কোনেও তোমাক স্পৰ্শ কৰিব নোৱাৰে, মইনা !"

"তুমি তেনেকৈ ভাবা ?"

"মই জানো।"

"তথাপিও ভাল পোৱা।" তাইৰ শীতলতা আঁতৰিল।

"মই তোমাক বেছিকৈ ভাল পাম।"

"মই তোমাক ভালকৈ চুমা খাম।"

"এবাৰ খোৱা।"

"নেজানো।"

"খোৱাচোন।"

তাই গালতে এটা চুমা খাই দিলে।

"নহল।"

"নাকবোৰ ক'লে যায়? মানুহৰ নাকবোৰ ক'লৈ যায় তাক ভাবি মই বিমোৰ।"

"এই কালে চোৱাচোন।" এইবাৰ তুয়োৰে মুখ লগ লাগিল, তাই তাৰ গাৰ কাষ চাপি গ'ল। মুখ লাহে লাহে খোল খালে, তাৰ পিচত হঠাতে তাইক চপাই আনি সি সৰ্বোত্তম সুখ পালে; আলফুলকৈ, লাহেকৈ, মৰমেৰে উচ্ছাসেৰে, আন্তৰিক তৃপ্তিৰে চপাই ললে—চিন্তাশূন্য, ভাগৰৰহিত, নিৰুদ্বিগ্ন,—মনত এটা গভীৰ আনন্দ। সি ক'লে, "মোৰ মইনা, মোৰ সোণজনী, মোৰ চেনেহী, মোৰ দীঘল শুৱনিকণ।"

"কি কৈছা?" যেন বহুত দূৰৰ পৰা তাই কথা ক'লে।

"মোৰ শুৱনিকণ।" সি ক'লে।

তুয়ো পৰি ৰ'ল। তাইৰ হিয়া ঢাকুৰিওৱা সি শুনিবলৈ পালে। ভৰি দাঁতিৰে তাইৰ দাঁতিটো লৰাই দিলে।

"তুমি সুদা ভৰিৰে আহিলা?"

"অঁ।"

"তেনেহলে তুমি শুবলৈ আহিছিলা।"

"অঁ।"

"ভয় লগা নাছিল?"

"লাগিছিল, খুব ভয় লাগিছিল। কিন্তু বেছি ভয় লাগিছিল জোতা খোলাৰ কথা ভাবি।"

"এতিয়া সময় কিমান হ'ল? ৰাতি পুৱাল?"

"নাই হোৱা। তোমাৰ ঘড়ী নাই।"

"আছে। তোমাৰ পিঠি ফালে।"

"উলিয়াই আনা।"

"নানো।"

"তেনে গাৰ ওপৰেদি চোৱা।"

এটা বাজিছে। বিচনাৰ আন্ধাৰত ডায়েল জিলিকিছে।

"তোমাৰ খুঁতৰিয়ে মোৰ কান্ধ বিন্ধিছে।"

"বেয়া নেপাবা। দাড়ি খুৰাবলৈ একো নাই।"

"মোৰ ভাল লাগে। তোমাৰ দাড়ি বঙচুৰা?"



"অঁ।"

"দীঘল কৰিবা নেকি?"

"দলঙ ভঙাৰ আগতে নকৰোঁ? মেৰিয়া, শুনা, তুমি—?"

"তুমি কি—?"

"তোমাৰ মন গৈছে নেকি?"

"অঁ। সকলো কৰিবলৈ। আমি সকলো একেলগে কৰিলে আনবোৰ নোহোৱা দৰে হ'ব।"

"তাৰ কথা ভাবি আছা নেকি?"

"নাই ভৱা। কিন্তু মই নিজে ভাবিছোঁ কিন্তু পিলাৰে কৈছিল।"

"তাই বৰ জ্ঞানী।"

"আৰু এটা কথা," মেৰিয়াই ক'লে, "তাই ক'লে তোমাক ক'বলৈ, মই ৰুগীয়া নহয় বুজিছা। তাই এইবোৰ কথা জানে আৰু তোমাকো ক'বলৈ কৈছে।"

"তাই মোক কবলৈ কৈছে?"

"অঁ। মই তাইক কৈছিলোঁ তোমাক ভাল পাওঁ বুলি। আজি তোমাক দেখি মোৰ ভাল লাগিছিল, মই তোমাক সদায় ভাল পাই আহিছোঁ, কিন্তু তোমাক আগতে দেখা নাছিলোঁ। পিলাৰক ক'লোঁ। তাই ক'লে যদি মই তোমাক সকলো কওঁ, তেন্তে এইটোও যাতে কওঁ যে মই ৰুগীয়া নহয়। আনটো কথা তাই মোক আগতে কৈছিল। ট্ৰেইন অহাৰ পাছতে।"

"কি কৈছিল?"

"নিজে মানি নললে কোনেও কাকো কৰিব নোৱাৰে আৰু যদি মই কাৰোবাক ভাল পাওঁ তেন্তে তেওঁ সকলো লৈ যায়। বুজিছাতো মই মৰিবলৈ ওলাইছিলোঁ।"

"পিলাৰে ঠিকেই কৈছে।"

"নমৰা বাবে মই বৰ সুখী। মই সুখী যে মই নমৰিলোঁ। তুমি মোক ভাল পোৱা?"

"এতিয়া তোমাক ভাল পাইছোঁ, বুজিছা?"

"তোমাৰ তিৰোতা কৰিবা মোক?"

"যিবোৰ কামত লাগি আছোঁ সেইবোৰ কাম কৰি থাকিলে তোমাক তিৰোতা কৰা টান হ'ব। কিন্তু এতিয়া তুমি মোৰ তিৰোতা।"

"এবাৰ হ'লে মই হৈয়েই থাকিম। এতিয়া মই তোমাৰ তিৰোতা ?"

"অঁ মেৰিয়া। মোৰ সৰু মইনা।"

তাই তাক জোৰেৰে সাৱটি ললে। ওঁঠে বিচাৰিলে ওঁঠ। পালত বিপৰীতে স্পৰ্শ কৰিলে। সি তাইক অনুভৱ কৰিলে ; সজীৱ, নতুন, মিহি, যৌবনোচিত, গুৰনি। তপত, উতলা শীত ; এথচ অবিশ্বাস্য। কিন্তু তাৰ পোছাক, জোটা, কৰ্তব্য এইবোৰৰ দৰেই সঁচা। ভয়ত তাই ক'লে, "এতিয়া আমি যি কৰিব লাগে সোনকালে কৰোঁ, য'তে পুৰণাবোৰ সকলো উটি যায়।"

"তুমি বিচাৰিছা।"

"তাই খুব প্ৰচণ্ড আবেগেৰে ক'লে "অঁ, অঁ, অঁ।"



## ॥ ৮ ॥

ৰাতি ঠাণ্ডা পৰিছিল আৰু ৰবাৰ্ট জৰ্ডানৰ গধুৰ টোপনি ধৰিছিল। এবাৰ সাৰ পাই, ভালকৈ ঠেংঠুং মেলি, সি দেখিলে যে ছোৱালী জনী আছে, বিচনাৰ তললৈ বাগৰি গৈছে ; তাই পাতল কিন্তু নিয়মিত উশাহ লৈছে। ঠাণ্ডাত মূৰ উলিয়াই আন্ধাৰত দেখা পালে তৰাৰে আকাশ ডাঠ আৰু উজ্জ্বল। নাকৰ গুৰিত বতাহ চেঁচা ; বিচনাৰ জাপৰ ভিতৰত মূৰ সুমাই সি তাইৰ মিহি কান্ধত চুমা খালে। তাই সাৰ নেপালে ; সি ত্ৰিজৰ দাঁতিলৈ বাগৰি গ'ল আৰু কিছু সময় মূৰ উলিয়াই কেই মুহূৰ্তমান সাৰে ৰ'ল আৰু অনুভৱ কৰিলে ভাগৰৰ বিগলিত বিলম্বিত ৰূপ আৰু তাৰ পিচত অনুভৱ কৰিলে ভূটা দেহৰ মিহি ছালৰ স্পৰ্শ ; তাৰ পিছত সি যিমান পাৰে সিমান তললৈ ভৰি ভূটা ঠেলি দি ভিতৰলৈ সোমাই টোপনিত লালকাল দিলে।

দিনৰ প্ৰথম পোহৰত সি সাৰ পালে, কিন্তু ছোৱালীজনী ইতিমধ্যে গ'ল। সাৰ পাওঁতেই সি গম পালে, বিচনাৰ যি ঠাইত তাই আছিল সেই ঠাই তেতিয়াও গৰম হৈ আছে। গুহাৰ মুখলৈ চাই সি দেখিলে কম্বলৰ ওপৰত ৰৰফৰ ঘূৰণীয়া চামনি আৰু শিলৰ ফাটেদি ওলোৱা ধোঁৱা। সি বুজিলে বান্ধনিৰ জুহাল জ্বলিছে।

কাঠৰ মাজৰ পৰা এটা মানুহ ওলাই আহিল, 'পঞ্চ'ৰ দৰে কম্বল

এখন লৈ। ৰবাৰ্ট জৰ্ডানে মন কৰিলে মানুহটো পেব্‌লো আৰু তাৰ মুখত এটা চিগাৰেট। বোধহয় সি ঘোঁৰাবোৰ শালত বান্ধি থৈ আহিছিল।

পাব্‌লোৱে কম্বলখন দাঙিলে আৰু ৰবাৰ্ট জৰ্ডানলৈ নোচোৱাকৈ গুহালৈ সোমাল।

এইবাৰ জৰ্ডানে হাতেৰে তাৰ পাঁচ বছৰীয়া পুৰণি 'ৰ'ৰ'ৰ ওপৰৰ কাপোৰত পাতল ৰবৰৰ চামনি অনুভৱ কৰিছে। বেলুনছিল্কৰ এই চাকনিখন উৰলিছে আৰু ৰবমোহা পৰিছে। 'বুনিঅ'" সি নিজকে নিজে ক'লে, ফ্লানেলৰ পাৰিৰ পাতল স্পৰ্শ সুখ অনুভৱ কৰিলে বহলকৈ ভৰি দুটা মেলি দি। তাৰ পিছত ভৰি দুটা চপালে আৰু কাটি হৈ শুলে—যাতে ৰ'দ আহি মুখত পৰিবহি নোৱাৰে। তাৰ ভাৱটো এনে—'মই আৰু অলপ শুই লওঁ।'

সি টোপনি গ'ল। কিন্তু এৰোপ্লেনৰ মটৰৰ শব্দত সি সাৰ পালে।

পিঠি পেলাই সি এৰোপ্লেনবোৰ চালে। তিনিখন ফেচিষ্ট ফিয়াট প্লেনে পহৰা দিছে। পাৰ্বত্য আকাশেদি সৰু, উজ্জল আৰু বেগী ফিয়াটকেইখনে গতি কৰিছিল। সিহঁতৰ গতিপথ আন্‌ছেল্‌মো আৰু সি কালি অহা ঠাই টুকুৰাৰ ফালে। সেই তিনিখন উৰি গুচি যোৱাৰ পিছত আৰু নখন আহিল। আগৰ কিখনতকৈ ওপৰত তিনি—তিনি—তিনিকৈ শাৰী পাতি এইবোৰ প্লেন গৈছিল।

পাব্‌লো আৰু জিপ্সী দুয়ো গুহাৰ মুখত ৰৈ আছিল। চকু আকাশত। ৰবাৰ্ট জৰ্ডান নীৰবে পৰি ৰ'ল। আকাশত মটৰৰ উচ্চ কোবাল গৰ্জন। আৰু তিনিখন প্লেনে প্ৰায় মুকলিৰ পৰা ১০০০ ফুট উচ্চ উৰি গৈছিল। দুই মটৰ বিশিষ্ট 'হেইংকোল—১১১' বিমান সেই কেইখন।

ৰবাৰ্ট জৰ্ডানৰ মূৰটো শিলৰ ছাঁত আছিল আৰু ওপৰৰপৰা তাক দেখা নেপাব বুলি সি জানিছিল। দেখিলেও কোনো ভয় নাই। সি বুজিছিল যে যদি ওপৰৰ পৰা কিবা দেখেও তেন্তে সেই শালৰ ঘোঁৰাবোৰেই দেখিব। এই পৰ্বতত কিবা নিবিচাৰিলেও সিহঁতে ঘোঁৰাবোৰ দেখিব পাৰে, কিন্তু দেখিলেও নিজৰ পক্ষৰ অশ্বাৰোহী সৈন্য বুলি ভাবিব। তাৰ পিছত আকৌ গুমগুমনি শুনা গ'ল। আৰু তিনিখন "হেইংকল-১১১" বিমান ওপৰৰ পৰা নামি অহা চকুত পৰিল। স্পষ্ট শাৰীত আহি সিহঁতে তললৈ নামি ভয়ানক গৰ্জন কৰি পুনৰ মিলি গ'ল ওপৰৰ দিগন্তত।



ৰবাৰ্ট জৰ্ডানে এইবাৰ কাপোৰৰ গাৰুটো খুলি নিজৰ কামিজটো উলিয়ালে। কামিজটো সুমুৱাই তললৈ টানোতেই সি নতুন প্লেন অহা গম পালে। তালৈ টানি অতোৱাৰ পিছত আকৌ প্লেন অহাৰ শব্দ শুনিলে। সি জাপৰ তলত ট্ৰাউজাৰটো সুমুৱাই থিৰ হৈ থাকোঁতে দুই ইঞ্জিনযুক্ত হেইংকেল বোমাৰু বিমান তিনিখন ওপৰেদি যাবলৈ ধৰিলে। তাৰ পিছত প্লেন কেইখন পৰ্বতৰ ওপৰত নেদেখা হয় মানে সি পিষ্টলটো পেটীত বান্ধি ললে আৰু বিচনাখন জাপি শিলৰ দাঁতিত থৈ দিলে। তাৰ পিছত বহি জোতাৰ ফিটা মাৰোঁতে শুনিলে ভয়ানক গুমগুমনি। নখন হেইংকেল বোমাৰু বিমান শাৰী পাতি আহি আছিল। সিহঁতো লাহে লাহে আকাশখন কোবাই গুচি গ'লগৈ।

ৰবাৰ্ট জৰ্ডানে শিলৰ দাঁতিয়েদি গৈ গুহাৰ মুখ পালেগৈ। তাত ভাই-ককাই দুটাৰ এটা, পাব্‌লো, জিপ্সীটো, আন্‌চেল্‌মো, অগষ্টিন আৰু মানুহজনীয়ে মুখতে থিয় হৈ বাহিৰলৈ চাই আছে।

"এনেকৈ কেতিয়াবা আগতে প্লেন আহিছিল নে ?" সি সুধিলে।

"নাই দেখা।" পাব্‌লোৱে ক'লে, "সোমাই আহাঁ। সিহঁতে তোমাক দেখা পাব।"

গুহাৰ মুখত তেতিয়াও ৰ'দ পৰা নাই। নিজৰা দাঁতিৰ ঘাঁহনিতহে ৰ'দে চিকমিকাইছিল। গতিকে আন্ধাৰত সিহঁতক দেখা অসম্ভৱ বুলি সি জানিছিল। একালে প্ৰত্যুষৰ গছৰ ছাঁ পৰি আছে, তদুপৰি আছে পৰ্বতীয়া শিলৰ আঁৰবেৰ। গতিকে ভয় নাই। কিন্তু তথাপি সিহঁতে ভয় খাব বুলি সি গুহালৈ সোমাই গ'ল।

"বহুত প্লেন।" মানুহজনীয়ে ক'লে।

"আৰু আহিব।" ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে।

পাব্‌লোৱে সন্দেহত সুধিলে, "কেনেকৈ জানিলা ?"

"এই কেইখন প্লেনৰ পাছতে ৰখীয়া প্লেন আহিব।"

তেনেতে শব্দ হ'ল। ওখত করুণ গুমগুমনি শুনা গ'ল। প্ৰায় ৫০০০ ফুট ওখত ৰবাৰ্ট জৰ্ডানে লেখি পালে পোন্ধৰখন ফিয়াট—বনৰীয়া ৰাজহাঁহৰ দৰে V-আকাৰত শাৰী পাতি সিহঁত গৈ আছে।

গুহাৰ মুখত সকলোৱে মুখ গহীন হ'ল। ৰবাৰ্ট জৰ্ডানে সুধিলে, "তোমালোকে একেলগে ইমানবোৰ প্লেন দেখা নাই নহয়নে ?"

"ওহোঁ।" পাব্লোৱে ক'লে।

"তেনে ছেগভিয়াত বেছি প্লেন নাই।"

"নাই, নাছিলো। আমি তিনিখনহে দেখিছোঁ। কেতিয়াবা তিনিখন খেদা বিমান। তিনিখন বোধ হয় জাংকাৰ, ডাঙৰখনৰ তিনিটা মটৰ আছে। লগত আছে তিনিখন খেদা বিমান। এনেকুৱা প্লেন আগতে দেখা নাই।"

বেয়া খবৰ, ৰবাৰ্ট জৰ্ডানে মনতে ভাবিলে। সঁচাকৈয়ে বেয়া। ইমানবিলাক প্লেন একেলগে গৈছে, ইও বেয়া খবৰ। সিহঁত নমাৰ শব্দ শুনিম বোধহয়। অৱশ্যে এতিয়াও সিহঁতে যুদ্ধৰ সৈন্য আনিব পৰা নাই। আজি নিশা বা কাইলৈৰ নিশাৰ আগত সৈন্য নাহে। এই সময়তটো আহিবই নোৱাৰে।

ক্ৰমাৎ ক্ষীণ হৈ যোৱা গুম্গুমনি সি শুনিবলৈ পালে। সি ঘড়ী চালে। এতিয়া সিহঁত যাত্ৰাপথত, প্ৰথমে যোৱা কেইখনো। সি 'নবটো' ঠেলি দি ষ্টপ্ৱাচৰ চেকেণ্ডৰ কাঁটা ঘূৰালে আৰু সন্তৰ্পণে চাই ৰ'ল। নাই নমা। এতিয়া মানে হয়তো নামিব। ১১১নং কেইখন ঘণ্টাত ২১১ মাইল যায়। পাঁচ মিনিটত সিহঁত সেই ঠাই পাবগৈ। এতিয়া মানে সিহঁত কেষ্টিল পাৰ হ'ল; কেষ্টিলৰ তলৰ ছোৱাত পুৱা বেলা হালধীয়া আৰু মুগা ৰঙৰ। হালধীয়া বোৰৰ ওপৰেদি গৈছে বগা বগা আলি আৰু তাৰ মাজে মাজে সৰু সৰু গাওঁ। ওপৰেদি উৰি যোৱা হেইংকেল বিমানৰ ছাঁ পৰে তলত—যেনেকৈ মহাসাগৰৰ বালিত 'ছাৰ্ক'ৰ ছাঁ পৰে।

ক'তা ধুম ধুম—বোমাৰ শব্দ নাই! ঘড়ীয়ে টিকটিকাই আছে।

প্লেনবোৰ কলমেনাৰ, এস্কটৰিয়েল বা মাঞ্জানাবেচ-এল-ৰিয়েল বোলা উৰা জাহাজৰ ফিল্ডলৈ গ'ল। সিহঁতৰ লক্ষ্য সেই হ্ৰদৰ ওপৰত উপবিষ্ট প্ৰাচীন প্ৰাসাদ থকা নগৰখন। তাৰ হ্ৰদৰ ইকৰাণি হাঁহ চৰে তাৰ পিচফালে এখন ভুৱা উৰাজাহাজ নমা ঠাই আছে—তাত ভুৱা প্লেন আছে, সেই প্লেনৰ আগ পাখিবোৰ বতাহত ঘূৰে। তাতে সিহঁতে বোমা পেলাবলৈ বিচাৰিছে। সেই নগৰখনে আক্ৰমণৰ কথা গম পাবনে? হয়তো পাব। আগেয়ে কতবাৰ পাইছে তেনেকৈ।

"তুমি কি ভাবা, সিহঁতে ঘোঁৰাবোৰ দেখিলেনেকি?" পাব্লোৱে ক'লে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "সিহঁতে ঘোঁৰা চোৱা নাছিল।"

"কিন্তু সিহঁতে দেখিলেনেকি?"



"বোধহয় নাই দেখা। সিহঁতক আগতে নিৰ্দেশ নিদিলে সিহঁতে নেচায়।"

"সিহঁতে পুৱায় ঘোঁৰাবোৰৰ ওপৰেদি গৈছে।" পাব্লোৱে বিষণ্ণ মনে ক'লে।

"সিহঁতে ঘোঁৰাৰ কথা নিশ্চয় ভবা নাই, আন কিবাহে ভাবি গৈছিল।" জৰ্ডানে উত্তৰ দিলে।

"ঘড়ীৰ কাটা আঠ মিনিট গ'ল, কিন্তু তেতিয়াও বোমাৰ শব্দ শুনা নগ'ল।"

মানুহজনীয়ে সুধিলে, "ঘড়ীটোৱে কি কৰিছা?"

"প্লেনকেইখন ক'লৈ গৈছে তাকে শুনিছোঁ।"

"অ।" তাই উত্তৰ দিলে। দহ মিনিট হৈ গ'লত সি ষ্টপৱাচ'টো বন্ধ কৰিছে। এতিয়া সিহঁতৰ শব্দ আৰু শুনা নাযায়। শব্দৰ আহিবলৈ লোৱা এক মিনিট ধৰিলতো শব্দ শুনা নগ'ল। ৰবাৰ্ট আন্ছেলমোক ক'লে "তোমাৰ লগত মোৰ কথা আছে।"

আন্ছেলমো গুহাৰ মুখৰ পৰা ওলাই আহিল, আৰু সিহঁতে অলপদূৰ গৈ এজোপা পাইন গছৰ তলত থিয় হ'লগৈ।

"Que´tal? কেনে আছা? খবৰ কেনে?" জৰ্ডানে সুধিলে।

"ভাল।"

"খালানে?'

"কোনেও খোৱা নাই।"

"খোৱাগৈ আৰু দুপৰীয়া খাবলৈ কিবা অলপ লৈ থোৱা। তুমি গৈ সাৱধানে আলিবাটটো ৰখাগৈ। আলিবাটেদি অহাযোৱা কৰা প্ৰত্যেকটো বস্তুকে ভালকৈ নিৰীক্ষণ কৰিবা।"

"মই লিখিব নেজানো।"

"লিখিব নেলাগে।" ৰবাৰ্ট জৰ্ডানে তেওঁৰ নোটবুকৰ দুপৃষ্ঠা উলিয়ালে। ছুৰীৰে নিজৰ পেন্সিলৰ এটুকুৰা কাটি আন্ছেলমোক মাতি ক'লে, "টেঙ্ক দেখিলে এই দৰে আঁকিবা।" এই বুলি টেঙ্ক আঁকিবলৈ শিকাই দিলে। "প্ৰত্যেকটো বস্তুৰ বাবে চিন দিবা। চাৰিটা হৈ গ'লে চাৰিটা আঁচ মৰা হ'লে পঞ্চমটোলৈ যাবা।"

"আমিও সেই দৰে লিখোঁ।"

"ভাল কথা। ট্ৰাক হ'লে দুটা চকা আৰু বাকচ আঁকিবা। খালি

গ'লে এটা বৃত্ত আঁকিবা। বন্দুক থাকিলে চাবা। ডাঙৰ হ'লে এই দৰে। সৰু হ'লে এই দৰে। মটৰো চাবা। এম্বুলেঞ্চো চাবা। দুটা চকা আৰু বাকচ, তাৰ ওপৰত এটা 'X' চিন। স্থল-সৈন্য গ'লে কোম্পানীকৈ গণিবা। এইদৰে। সৰু বৰ্গক্ষেত্ৰ এটা আৰু দাঁতিতে এডাল আঁক। বাকচত চাৰিটা ভৰি দিলে বিশটা ঘোঁৰা হয়। বুজিছা। প্ৰত্যেকটো বাহিনীৰে বাবে এডাল এডাল আঁচ।"

"বঢ়িয়া হ'ব।"

"এতিয়া চোৱা।" সি দুটা ডাঙৰ চকা আঁকি চাৰিওফালে বৃত্ত দিলে আৰু তাতে এডাল সৰু বন্দুক নলী দিলে। "এইবোৰ এন্টী-টেঙ্ক। ৰবৰ টায়াৰ দেখিলে বুজিবা। তাৰ চিন ৰাখিবা। সেই বিধ বন্দুক দেখিছা নহয়।"

"দেখিছোঁ" আন্‌ছেল্‌মোই ক'লো, "বুজি পাইছোঁ।"

"জিপ্সীটো লগত নিয়া। ক'ত থাকা তাক বুজাই ক'বা। এনে এটুকুৰা ঠাই বাছি লবা যাতে কোনো ভয় নেথাকে, ৰব ওচৰত নাথাকিবা; তেহে ভালকৈ চাব পাৰিবা। যেতিয়ালৈকে মানুহ নেযায় তেতিয়ালৈকে তাতে থাকিবা।"

"বুজিছোঁ।"

"ভাল কথা। তুমি ঘূৰি আহিলে আলিবাটৰ যানবাহনৰ বিষয়ে সকলো বুজি পাম। দুখন কাগজ দিলোঁ। এখন সিফালে যোৱাৰ আৰু এখন ইফালে যোৱাৰ।"

দুয়ো আকৌ উভতি গ'ল গুহাৰ ফালে।

"ৰাফেলক মাতাছোন।" গছৰ ওচৰত বৈ জৰ্ডানে ক'লে। আন্‌ছেল্‌মো গুহালৈ সোমাই গ'ল, কম্বলখন পাৰিলে। জিপ্সীটো ওলাই আহিল। সি আহোঁতে মুখ মোহাৰি আহিছে।

"কেনে আছা?" জিপ্সীয়ে ক'লে, "ৰাতি আন কিবা কৰিলানেকি।"

"শুলোঁহে।"

"বৰ বেয়া নহয়।" জিপ্সীয়ে মুখ বিকটাই হাঁহি ক'লে, "চিগাৰেট এটা দিয়াচোন।"

জৰ্ডানে জেপত চিগাৰেট চালে আৰু ক'লে' "শুনা, মই এন্‌ছেল্‌মোৰ লগত এঠাইলৈ যাম। আলিবাটটো ৰখিব লাগে। তুমি গৈ ঠাই টুকুৰা চাই আহাঁগৈ আৰু পিছত মোক তালৈ লৈ যাব লাগিব। মই নগ'লে যাকে হয় তালৈ লৈ যাব লাগিব। তুমি কাঠৰ মিলটো চাই আহিবা আৰু তাত কিবা বদ-বদল হৈছেনে চাবা।"

"কি বদ-বদল?"

"মানুহ কিমান আছে?"

"আগতে আঠোটা আছিল।"

"এতিয়া কিমান আছে চাই আহাঁ। কিমান পৰৰ মূৰে মূৰে গাৰ্ড সলনি হয় তাক লক্ষ্য ৰাখিবা?"

"পৰ।"

"মানে কেই ঘণ্টা এজন ৰখীয়া থাকে, কিমান সময়ৰ মূৰত সলনি হয়।"

"মোৰ ঘড়ী নাই।"

"মোৰ ঘড়ীটোকে লোৱা।" জৰ্ডানে ঘড়ীটো খুলিলে।

ৰাফেলে ঘড়ীটো হাতত লৈ ক'লে, "চাবলগীয়া ঘড়ী। কাৰুকাৰ্য কি চাবা। এনেকুৱা ঘড়ীয়ে লিখা-পঢ়া জানে। সংখ্যা কেনেকুৱা জটিল চোৱা। এইটো ঘড়ীয়ে বাকাবোৰ ঘড়ীৰ আয়ুস টুটাব।"

"ধেমালি থোৱা। ঘড়ী চাব জাননে নেজানা?" জৰ্ডানে ক'লে।

"কিয় নেজানো! বাৰ বাজিলে দুপৰীয়া। ভোক লাগে। বাৰ বাজিলে মাজনিশা। টোপনি। পুৱা ছটা বাজে। আকৌ ভোক লাগে। ৰাতি ছয় বাজে। সুৰা পান। ভাগ্য হ'লে ৰাতি দহ বজাত—"

"মনে মনে থাকা।" জৰ্ডানে ক'লে, "বহুবালি নকৰিবা। তোমাৰ কাম হ'ব ডাঙৰখন দলং চোৱা, সেই দৰে তলৰ ৰাস্তাত থকা চকীটো চোৱা আৰু কাঠৰ মিলৰ ৰখীয়াটো চোৱা। তাৰ পিছত সেই সৰু দলংখন চোৱা।"

"কাম বহুত।" জিপ্সীটোৱে হাঁহি ক'লে, "আন মানুহক দিলে কেনে হয়?"

"নোৱাৰোঁ। খুব জৰুৰী কাম ৰাফেল। তুমি সাৱধানে কামটো কৰা আৰু ধৰা নপৰিবা।"

"নিশ্চয় ধৰা নপৰোঁ।" ৰাফেলে ক'লে, "ধৰা পৰাৰ কথা কিয় কৈছা? মই গুলী খাবলৈ ওলাইছোঁ বুলি ভাবিছানেকি?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "এইটো গুৰুতৰ কাম, কাজেই পাতল হ'লে নচলিব।"

"মোক পাতল হ'বলৈ হাক দিছা? যোৱা নিশা তুমি নো কি কৰিলা? তুমি মানুহটো মাৰিব নোৱাৰিলা। তাৰ সলনি কি কৰিলা? তুমি মানুহ

মাৰিবহে লাগিছিল, জন্ম দিব নেলাগিছিল নহয়। তদুপৰি আমাক ম
বোপাককাৰ প্ৰেতপুৰীলৈ আৰু কুকুৰ-মেকুৰী, উবহ-ছাগলী সহ গৰ্ভত ব
নাতি লৰাহঁতৰ দিনলৈ ঠেলি পঠিওৱা এই এৰোপ্লেনবোৰ দেখি গ
হ'ম? এৰোপ্লেনৰ শব্দত মানুহৰ পেট-নাৰীভুক ওলাওঁ-ওলাওঁ। সেইবো
সিংহগৰ্জন শুনাৰ পিচত তুমি মোক পাতল নহবলৈ কোৱা।"

"বাৰু, বাৰু।" জিপ্সীটোৰ কান্ধত হাত বুলাই ৰবাৰ্ট জৰ্ডানে ক'
"তেনেহলে গহীন হ'ব নেলাগে। জলপান খাই যোৱাগৈ।"

"তুমি কি কৰিবা?"

"মই এল্-ছৰ্ডক চাবলৈ যাওঁ।"

"এই এৰোপ্লেনবোৰ দেখাৰ পাছত পৰ্বত জনশূন্য হ'ব পায়।" জিপ্সীটো
ৱে ক'লে, "এৰোপ্লেন দেখি বহুতৰে গাৰ কাল ঘাম বাজ হ'ব পায়।"

"এৰোপ্লেনবোৰে গৰিলা চিকাৰ কৰিবলৈ অহা নাছিল।"

জিপ্সীয়ে মুৰ জোকাৰি ক'লে, "হ'ব পাৰে। কিন্তু ইচ্ছা কৰিলেই চিক
কৰিব পাৰে।"

"হৰি হৰি।" ৰবাৰ্ট জৰ্ডানে ক'লে, "সেইবোৰ হৈছে ভাল ভাল জাম
পাতল বোমাৰু। সেইবোৰক জিপ্সীৰ বিৰুদ্ধে নলগায়।"

জিপ্সীয়ে ক'লে, "দেখিয়েই ভয় লাগে। সঁচাকৈয়ে ভয় লাগে।"

ৰবাৰ্ট জৰ্ডান আৰু সি এইবাৰ গুহাৰ মুখ পালেগৈ। জৰ্ডানে ক'লে, "এ
এৰোপ্লেনবোৰে এখন এৰোড্ৰেমত বোমা পেলাবলৈ গৈছে। মোৰ দৃঢ় বিশ্বাস হৈছে।

পাব্লোৰ মানুহজনীয়ে সুধিলে, "কি?" তাই কন্‌ডেন্সড্ মিল্ক এটা আৰু
এটা পাত্ৰত কফি দিলে।

"গাখীৰ আছে? ভোজ হ'ব দেখোন।"

"বস্তু আটাইবোৰ আছে।" পাব্লোৰ তিৰোতাই ক'লে, "এৰোপ্লেনবোৰ
উৰিবৰ পৰা মানুহৰ ভয় হৈছে। সেইবোৰ কলৈ গৈছা বুলিলা?"

জৰ্ডানে ছুৰী-কটাৰীৰে গাখীৰৰ টিং কাটি ডাঠ গাখীৰ কফিত বাকী দিলে।
তাৰ পিচত টিঙৰ দাঁতিৰ গাখীৰকণ কফিৰ কাপত পেলাই দি কফি কা
লৰাবলৈ ধৰিলে। লাহে লাহে কফি কাপৰ পাতল মুগা বৰণ ধৰিলে।

"সেই প্লেনবোৰে এৰোড্ৰেমত বোমা পেলাবলৈ গৈছে। প্লেনবোৰ এস্কৰিয়ে
আৰু কলমেনাৰলৈ যাবগৈ পাৰে। তিনিওটা দল।"



পাব্লোৱে ক'লে, "সিহঁত ইমান দূৰলৈ গৈছে অথচ এই ঠাইটুকুৰা
এৰি দিছে।"

তিৰোতাজনীয়ে ক'লে, "সিহঁত ইয়াত ওপৰত কিয় উৰিছিল? কিয়
এইফালে আহিল? কেতিয়াও এইফালে প্লেন অহা নাছিল। ইমান সৰহকৈ
তো দেখাই নাছিলোঁ। সিহঁতে আক্ৰমণ কৰিবলৈ যো-জা কৰিছে নেকি?"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "যোৱা নিশা আলিবাটত কিহৰ যাতায়াত হৈছিল?"
মেৰিয়া বোলা ছোৱালীজনী তেতিয়া জৰ্ডানৰ ওচৰত থিয় হ'লহি, কিন্তু জৰ্ডানে
তাইলৈ নেচালে।

মাইকী মানুহজনীয়ে ক'লে, "ফাৰ্ণেণ্ডো! লা-গ্ৰাঞ্জাত কালি কি দেখিলা
কোৱাচোন?"

"একো দেখা নাই।" চাপৰ, মেলামুখৰ ৩৫ বছৰীয়া মানুহ এটাই উত্তৰ
দিলে। ৰবাৰ্ট জৰ্ডানে মানুহটো আগতে দেখা নাই, তাৰ চকুত এটা ভাঁজ
আছে। "কিছুমান চাপৰ ট্ৰাক আৰু মটৰ। সৈন্য দেখা নাই।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "তুমি লা-গ্ৰাঞ্জাত সদায় ৰাতি থাকা নেকি?"

ফাৰ্ণেণ্ডোই ক'লে, "মই থাকোঁ। মই নহলে আন কোনোবা থাকে।"

"তাত আমাৰ মানুহ আছে নেকি?"

"হয়। নেথাকিব কিয়? বিজুলী শক্তিৰ কাৰখানাৰ বনুৱাবোৰ আছে।
আৰু কোনোবা কোনোবা আছে।"

"কি কৈছিলা?"

"Pues Nada—একো নাই। উত্তৰত অৱস্থা বাৰু নহয়। আচল খবৰ
হ'ল গুৱিৰে পৰা তাত অৱস্থা বেয়া।"

"ছেগোভিয়াৰ পৰা কিবা খবৰ পোৱানে?"

"ওহোঁ......(hombre)। খবৰ বিচৰা নাছিলোঁ।"

"তুমি ছেগোভিয়ালৈ গৈছিলা নেকি?"

"মাজে মাজে যাওঁ।" ফাৰ্ণেণ্ডোই ক'লে, "কিন্তু তাত বিপদ। কিছুমান
চকীত পৰিচয়-পত্ৰ খোজে।"

"এৰোপ্লেনখন দেখিছানে?"

"ওহোঁ। ক'ত আছে জানো কিন্তু যোৱা নাই। গলেই পৰিচয়-পত্ৰ খোজে।"

"কালি নিশা কোনোবাই প্লেনৰ কথা উলিয়াইছিলে নেকি?"

"লা-গ্ৰাঞ্জাৱত নেকি ? নাই, কোনেও উলিওৱা নাই। কোয়াপো ডা নানে ব্ৰডকাষ্টৰ কথাহে পাতিছিল। আৰু একো কথা শুনা নাই। অঁ—শুনিছে বিপাব্লিকৰ তৰফৰ পৰা এটা আক্ৰমণৰ যো-জা কৰিছে।"

"কি ?"

"ৰিপাব্লিকে আক্ৰমণ কৰিব খুজিছে।"

"ক'ত ?"

"ঠিক হোৱা নাই। ইয়াতেই হ'ব পাৰে। ছিয়েৰাৰ এডোখৰ ল'ব খুজিছে তুমি শুনা নাই।"

"লা-গ্ৰাঞ্জাত কোৱা-কুই কৰিছে নেকি ?"

"অঁ।······hombre। মই পাহৰি আছোঁ। আক্ৰমণৰ কথা ওলাইছে।"

"কোনে উলিয়াইছে।"

"বিভিন্ন মানুহে। ছেগোভিয়া আৰু এভিলাৰ কাফেত সেনাপতিবোৰে ক আৰু চাকৰবোৰে শুনে। কেউফালে গুজৱ ওলাইছে। কিছুদিনৰ পৰা এইফালে বিপাব্লিকে আক্ৰমণ কৰিব বুলি ওলাইছে।"

"আৰু কি শুনিছা।"

"একো নাই। অঁ, শুনিছোঁ। বিপাব্লিকানবোৰে দলংবোৰ ভাঙি দিব- নহলে আক্ৰমণ কৰা টান হ'ব। কিন্তু দলংবোৰ ভালদৰে ৰখা হয়।"

কফি খাই খাই ৰবাৰ্ট জৰ্ডানে ক'লে, "ধেমালি কৰিছা নেকি ?"

"ওহোঁ। নাই কৰা।" ফাৰ্ণেণ্ডোই ক'লে।

পাব্লোৰ তিৰোতাই ক'লে, "নাই কৰা। সি ধেমালি নকৰে। আমাৰে দুৰ্ভাগ্য।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তেতিয়া হ'লে ধন্যবাদ। আৰু কিবা শুনি নেকি ?"

"সিহঁতে কয় এই পৰ্বতটো পৰিষ্কাৰ কৰিবলৈ সেনা পঠাব। সৈন্য বো আহিছেই। ভেলাডলিডৰ পৰা আহিছে বুলি শুনিছোঁ। তেওঁলোকে তেনেকৈ কথা পাতে। সেইবোৰ পিছে ধৰিবলগীয়া নহয়।"

পাব্লোৰ তিৰোতাই ক্ৰূৰভাৱে পাব্লোলৈ চাই ক'লে, "তুমি হ'ব নিৰাপত্তাৰ কথাত ব্যস্ত আছা ?"



পাব্লোৱে তাইলৈ চিন্তিত ভাৱে চালে আৰু থুঁতৰি মোহাৰি ক'লে, "আৰু তুমি হ'ব পায় দলঙৰ কথা পাতিছা ?"

ফাৰ্ণেণ্ডোই বগৰ পাই কলে, "কি দলং ?"

মানুহজনীয়ে ক'লে, "ভোদা। লাওমূৰা!······আৰু একাপ কফি খাই আৰু খবৰ কোৱা।"

"পিলাৰ। খং নকৰিবা।" ফাৰ্ণেণ্ডোই ধীৰেৰে আৰু বং মনেৰে ক'লে, "গুজৱ শুনি ভয় খাব নেলাগে। যিমান জানো তাক তোমালোকক ক'লোঁ।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "আৰু একো নেজানা ?"

"ওহোঁ।" গম্ভীৰ স্বৰে ফাৰ্ণেণ্ডোই ক'লে, "গুজৱ মই মনত নেৰাখোঁ। এইকেইটা যি মনত আছে তাকে ভাগ্য বুলি ভাবিছোঁ।"

"গুজৱ তেনে আৰু আছে ?"

"অঁ। বহুত। কিন্তু মই কাণ নিদিওঁ। এটা বছৰে মই আন একো শুনা নাই।"

ৰবাৰ্ট জৰ্ডানে শুনিলে ওচৰতে কোনোবাই ঘপ কৰে অসংযত হাঁহি এটা মাৰিলে। তাই মেৰিয়া। তাৰ ওচৰতে বৈ আছিল।

তাই ক'লে, "আৰু কি গুজৱ আছে কোৱাচোন।" তাই কান্ধ নবালে।

ফাৰ্ণেণ্ডোই ক'লে, "মোৰ মনত নাই। গুজৱ শুনা আৰু তাত গুৰুত্ব দিয়াটো মানুহৰ পক্ষে অশোভনীয়।"

মানুহজনীয়ে উত্তৰ দিলে, "আমি এনে হ'লেহে ৰিপাব্লিকখন ৰক্ষা কৰিব পাৰিম।"

"দলং ভাঙিও পাৰিবা।". পাব্লোৱে ক'লে।

ৰবাৰ্ট জৰ্ডানে এইবাৰ আন্‌ছেল্‌মো আৰু ৰাফেললৈ চাই ক'লে," খোৱা হ'ল যদি তোমালোক যোৱা।"

বুঢ়াই ক'লে, "আমি যাওঁ।" এই বুলি দুয়োটা সাজু হ'ল। ৰবাৰ্ট জৰ্ডানে বাউসীত কাৰোবাৰ হাতৰ স্পৰ্শ অনুভৱ কৰিলে। ঘূৰি চাই দেখিলে মেৰিয়া। হাতখন তাতে থৈ তাই ক'লে, "তুমি খাই লোৱা। পেট ভৰাই খালেই গুজৱৰ ভাৰ সহিব পাৰিবা।"

"গুজৱেই ভোক গুচালে।"

"হ'ব নোৱাৰে। গুজৱ শুনাৰ আগতে খাইলোৱা।" পাত্ৰটো আগবঢ়াই দি তাই ক'লে।

ফার্ণেণ্ডোই তাইক ক'লে, "মোক পেংলাই নকৰিবা। মই তোমাৰ বন্ধু, মেৰিয়া।"

"তোমাক পেংলাই কৰা নাই। মই এওঁকহে কৈছোঁ। নেখালে তেওঁৰ ভোক লাগিব।"

ফার্ণেণ্ডোই ক'লে, "আমিও খাওঁ। আমি খাবলৈ আৰু কি আছে?"

পাব্‌লোৰ ঘৈণীয়েকে ক'লে, "আৰু একো নাই।" এই বুলি ফার্ণেণ্ডোৰ পাত্ৰত মঙহৰ জোল দিলে, "এতিয়া খোৱা। এতিয়া খালেই হ'ব।"

"পিলাৰ, বৰ ভাল লাগিছে।" ফার্ণেণ্ডোই গম্ভীৰ ভাৱে ক'লে।

"ভাল পালোঁ, ভালপালোঁ—"

"মোক বেয়া পাইছানেকি?"

"ওহোঁ। এতিয়া খোৱা।" পিলাৰে ক'লে।

"বাৰু খাওঁ।" ফার্ণেণ্ডোই ক'লে।

ৰবার্ট জর্ডানে মেৰিয়ালৈ চালে, তাইৰ কান্ধলৈ চালে। তাইৰ গা জোকাৰ খালে আৰু ইফালে মুখ ঘূৰালে। ফার্ণেণ্ডোই ধীৰে ধীৰে খালে। মুখত ফুটি উঠিল সম্ভ্রম আৰু গৌৰৱ। খোৱা চামোচখনেও তাক মোলান পেলাব পৰা নাই। জোল অকণ ওঁঠেদি বাগৰি পৰিলতো সিবোৰৰ একো খতিখুন নহ'ল।

পাব্‌লোৰ তিৰোতাই সুধিলে, "খাই কেনে পালা?"

সি ক'লে, "আগৰ নিচিনাই। ভাল লাগিছে।"

ৰবার্ট জর্ডানৰ বাউসীত মেৰিয়াৰ হাতখনৰ পৰশ অনুভৱ কৰিলে আৰু অনুভৱ কৰিলে যে তাইৰ আঙুলিবোৰ ৰঙত নাচিছে।

"সেই কাৰণে ভাল লাগিছে?" মানুহজনীয়ে ফার্ণেণ্ডোক সুধিলে।

তাই ক'লে, "অঁ। জোল আগৰ নিচিনাই। Como siempre!"

"উত্তৰ দিশে অৱস্থা বেয়া, আগৰ নিচিনাই। ইয়াত আক্রমণ হ'ব, আগৰ নিচিনাই। সৈন্য আহিছে আমাক বিচাৰি; আগৰ নিচিনাই। তুমি আগৰ নিচিনাৰ এটা স্তম্ভ।"

"পিলাৰ, পিচৰ দুটা কথা গুজৰ।"

পাব্‌লোৰ তিৰোতাৰ মুখত তিক্ততা ফুটি উঠিল। তাৰ পিচত ৰবার্ট জর্ডানৰ ফালে চাই সুধিলে, "স্পেইন! আনদেশত এনেকুৱা মানুহ আছে নে?"



ৰবার্ট জর্ডানে নম্র স্বৰে ক'লে, "স্পেইনৰ দৰে দেশ আৰু ক'তো নাই।"

ফার্ণেণ্ডোই ক'লে, "সঁচা কথা। পৃথিবীত স্পেইনৰ দৰে দেশ নাই।"

মানুহজনীয়ে সুধিলে, "তুমি জানো আন দেশ দেখিছা?"

"ওহোঁ।"

"দেখিছা?" ৰবার্ট জর্ডানলৈ চাই মানুহজনীয়ে ক'লে।

মেৰিয়াই ক'লে, "ফার্ণেণ্ডিট । ভেলেন্সিয়ালৈ গৈছিলা নহয়, তাৰ কথা কোৱা।"

"ভেলেন্সিয়া মোৰ ভাল নেলাগিল।" ফার্ণেণ্ডোই ক'লে।

"কিয়?" মেৰিয়াই সুধিলে। তাই হাতেৰে তেতিয়া জর্ডানৰ বাউসীত চেপা দিছিল। "কি কাৰণে?"

"মানুহবোৰ অনাচাৰী। মই বুজিবই নোৱাৰিলোঁ। ইটোৱে সিটোক Che´ বুলি সম্বোধন কৰে।"

"সিহঁতে তোমাক বুজিলেনে?" মেৰিয়াই সুধিলে।

"নুবুজাৰ ভাও ধৰিলে।" ফার্ণেণ্ডোই ক'লে।

"তাত কি কৰিলা?"

"সাগৰ চাবলৈও যোৱা নহ'ল। মানুহবোৰ ভাল নেলাগিল।" ফার্ণেণ্ডোই ক'লে।

পাব্‌লোৰ তিৰোতাই ক'লে, "বুঢ়ী, তই ইয়াৰ পৰা যা। সেইবোৰ কথা কেদ্‌ফেদাই মোৰ গা নজ্বলাবি। যা। ভেলেন্সিয়াত মই খুব ভালে আছিলোঁ। Vamos! ভেলেন্সিয়াৰ কথা নকবি।"

"তুমি কি কৰিছিলা?" মেৰিয়াই সুধিলে। পাব্‌লোৰ তিৰোতাই, এটুকুৰা কটী, একাপ কফি আৰু এবাটি মঙহৰ জোল লৈ খাবলৈ বহিল।

"কি? আমি তাত কি কৰিলোঁ? ফেৰিয়াত ফিনিটোই তেতিয়া তিনিখন যুঁজৰ বাবে নিমন্ত্রণ পাইছিল। ময়ো আছিলোঁ। ইমান মানুহ আগেয়ে দেখা নাছিলোঁ। কাফেত মানুহ কি চাবা? বহিবলৈ ঠাই পোৱাই টান আৰু ট্রামত বহাও টান। ভেলেন্সিয়াত তেতিয়া দিনে-ৰাতিয়ে আন্দোলন।"

"তুমি কি কৰিছিলা?" মেৰিয়াই সুধিলে।

"যিমান পাৰোঁ। সকলো কাম। বালিলৈ যাওঁ, পানীত সাঁতোৰোঁ। যাঁড়-গৰুৰে পালতৰা নাও ঠেলি দিয়ে। যাঁড় গৰুবোৰে পানীত গৈ গৈ শেহত সাঁতুৰিব লগা হয়। নাঁৱত সিহঁতক বন্ধা হয়। তাৰ পিছত যেতিয়া

মাটি পায় তেতিয়া বালিত থবক্‌বকক্‌কৈ খোজ কাঢ়ে। দহ যোৰা ষাঁড় গৰুৰে পূৰা পালতৰা নাও সাগৰলৈ টানি নিয়ে। সৰু সৰু ঢৌৰে আহি বালি জোকাৰে। সেয়ে ভেলেন্সিয়া।"

"ষাঁড় গৰু চোৱাৰ বাহিৰে আৰু কি কৰিছিলা ?"

"আমি বালিৰ ৰভাঘৰত আছিলোঁ। তাত ভজা আৰু Shredded মাছৰ পেষ্ট্ৰি, বঙা আৰু সেউজীয়া জলকীয়া আৰু ধানৰ দৰে সৰু সৰু বাদাম। পেষ্ট্ৰি বৰ সোৱাদ, চটাচট, মাছো অপূৰ্ব। নেমুৰ ৰস চটিওৱা সাগৰৰ কেঁচা 'প্ৰন' মাছ। দেখিবলৈ বঙচুৰা, মিঠা, চাবি কামোৰ লাগে। বহুত খালো। তাৰ পিচত সাগৰৰ বস্তুৰে সৈতে 'পায়েল্লা' খাওঁ। চোকোৰা থকা 'ক্লেম' মাছ, 'মাছেল', "কে্" আৰু "ঈল" এইবোৰ খাওঁ। তেলত ভজা সৰু সৰু ঈল মাছ উৰহি পুলিৰ দৰে কেকোৰা আৰু কোমল— মুখত ললেই পমি যায়। তাৰোপৰি সেই বগা, মদ। পাতল, খুব চেঁচা, বটলে প্ৰতি ত্ৰিশ চেণ্টিমছ। আৰু শেহত মেলন। সেই মেলনৰ ঠাই।"

ফাৰ্ণেণ্ডোই ক'লে, "কেষ্টাইলৰ মেলন তাতকৈ ভাল।"

"কি কোৱা।" পাব্লোৰ ঘৈণীয়েকে ক'লে, "কেষ্টাইলৰ মেলন জঁয় পৰি যাব। ভেলেঞ্চিয়াৰ মেলন খাই ভাল লাগে। হাতৰ সমান দীঘল সেই মেলনবোৰৰ কথা মনত পৰে। সাগৰৰ দৰে সেউজীয়া; চনকা; ৰসাল; আৰু জহকালিৰ পুৱাতকৈ মিঠা। সেই সৰু সৰু ঈল মাছবোৰ প্লেটত দ'ম হৈ থাকে। খাবলৈ বৰ সোৱাদ। কলহ বিয়েৰ'—জাৰকালিৰ ঘামৰ দৰে তিতি থাকে। একোটা কলহ এটা পানীৰ জগৰ দৰে।"

"কিন্তু নোখোৱা সময়ত কি কৰা ?"

"আমি চুটি পৰ্দা থকা কোঠাত প্ৰেম কৰিছিলোঁ। বাৰান্দাৰ পৰা ওলমি আছিল সেইবোৰ। একোজাক বতাহ আহি দুৱাৰৰ ওপৰেদি সুমাই জোবাবোৰ লৰাই দিয়ে। তাতে আমি প্ৰেম কৰিছিলোঁ। বাহিৰৰ ঢাকনি-বোৰৰ বাবে কোঠাটো আন্ধাৰ হৈ যায়। আলিবাটৰ পৰা ফুলৰ দোকানৰ গোন্ধ উটি আহে; আৰু ফায়াৰক্ৰেকাৰৰ পোৰা গোন্ধ। ফেৰিয়াৰ সময়। প্ৰায়ে আলিবাটত ক্ৰেকাৰ ফুটোৱা হয়। সমগ্ৰ নগৰতে ফায়াৰক্ৰেকাৰ ফুটে। খুটাৰ ওপৰত, ট্ৰামৰ ৰায়াৰত, খুটাৰ পৰা খুটালৈ থকা ফাকত হয় বিস্ফোৰণ, বিস্ফোৰণ জাপ নেদেখিলে বিশ্বাস নহব।



"আমি প্ৰেম মগ্ন। তাৰ পিচত আৰু একলহ বিয়েৰ অনাই গিলাচত ৰাকোঁ। যেন ঠাণ্ডাৰ টোপালহে সৰিছে। ছোৱালীজনীয়ে আনিলে মই দুৱাৰমুখতে লৈ কলহটো আনি ফিনিটোৰ পিঠিতে থওঁ। ফিনিটো শুই থাকে, গম নেপায়। বিয়েৰ দিলে কয়, "পিলাৰ, দিগদাৰি নকৰিবা, মই শোওঁ। মই কওঁ, "নেলাগে, খোৱাচোন কিমান ঠাণ্ডা।" চকু নেমেলাকৈ সি খায় আৰু আকৌ শোৱে। মই ভৰিপথানৰ গাকত পিঠি দি শুই তাক চাওঁ। ফিনিটোৰ বৰণ মুগা, চুলি ক'লা। গজগজীয়া ডেকা। শান্ত ভাৱে সি শুই থাকে। মই মদ কলহ কোট কোটকৈ পি বাহিৰত বাজি থকা সমাৰোহৰ সঙ্গীত শুনিলোঁ। পেৰ'লো।" তাৰ ফালে চাই পিলাৰে ক'লে, "তুমি এনেকুৱা সুখ পাইছানে ?"

পাব্লোৱে ক'লে, "আমি দোখান একেলগে ভালেমান কাম কৰিলোঁ।"

তাই উত্তৰ দিলে, "কৰিলোঁ। কিয় নাই কৰা ? ফিনিটোৰ বয়সত তুমি তাতকৈ বেচি গজগজীয়া আছিলা। কিন্তু তুমি ভেলোঞ্চিয়ালৈ যোৱা নাই। আমি জানো একেলগে শুই কেতিয়াবা ভেলেঞ্চিয়াৰ সেই সমাৰোহৰ সঙ্গীত শুনিছিলোঁ ?"

পাব্লোৱে ক'লে, "শুনিম কেনেকৈ ? আমি ভেলেন্সিয়ালৈ কাহানি গৈছিলোঁ নো ? তুমি মনত পেলালে বুজিবা। ফিনিটোৰ লগত থাকোঁতে জানো কাহানিবা ট্ৰেইন বগৰাইছিলা ?"

মানুহজনীয়ে ক'লে, "ওহোঁ। সেইটো আমি কৰিছিলোঁ। বেলখন আমি পেলালোঁ। অঁ। সেই কথা কোনেও নহয় বুলিব নোৱাৰে। ইমান এলাহ, দীৰ্ঘসূত্ৰিতা আৰু পৰাজয়ৰ গ্লানিৰ মাজত এইটোৱেই হৈছে। আগত অৱশ্যে আৰু হৈছে কাম। মই অন্যায় কথা নকওঁ। কিন্তু ভেলেন্সিয়াৰ কথা মিছা বুলি কোৱা টান। বুজিছা।"

ফাৰ্ণেণ্ডোই ক'লে, "মোৰ ভেলেন্সিয়া ভাল নালাগিল।"

"অবুজনক বুজোৱা ঢেকৰাৰ ঠাবি সিজোৱা।" মানুহজনীয়ে ক'লে, "মেৰিয়া। বস্তবোৰ সামৰ। আমি যাওঁ হক।"

কথা শেষ হোৱাৰ লগে লগে সিহঁতে প্লেনবোৰ 'উভতি অহাৰ শব্দ শুনিলে।

## ॥ ৯ ॥

সিহঁতে গুহাৰ মুখত থিয় দি এৰোপ্লেন কেইখন চালে। বোমাৰু বিমান কেইখন বহুত ওপৰত ; আকাশত ইঞ্জিনৰ শব্দ কোবাই সেইবিলাক খৰ আৰু কুৎসিৎ ধৰণেৰে আগবাঢ়িছিল। দেখিবলৈ গাল্‌ফ্-ষ্ট্ৰিমৰ 'ছাৰ্ক'ৰ দৰে। সিহঁতৰ ফিচা বহল আৰু নাক জোঙা। কিন্তু এৰোপ্লেনবোৰৰ ৰূপোৱালী ফিচাবোৰে ৰ'দত প্ৰপেলাৰৰ পাতল কুৰঁলী তুলি গৰ্জন কৰি গৈ আছে ; এতিয়া সিহঁতক ছাৰ্কৰ দৰে নেলাগে। একোৰে লগত সিহঁতক ৰিজাব নোৱাৰি। সিহঁত যেন যান্ত্ৰিক ধংসৰ প্ৰতিমূৰ্তি।

জৰ্ডানে ভাবিলে, লিখিব লাগিব। আকৌ কেতিয়াবা লিখিব লাগিব। সি বাউসীত মেৰিয়াৰ হাতখনৰ স্পৰ্শ অনুভৱ কৰিলে। সি ক'লে, "মেৰিয়া, কেনেকুৱা লাগিছে সিবিলাক তোমালৈ ?"

মেৰিয়াই উত্তৰ দিলে, "ক'ব নোৱাৰোঁ। মৰণৰ দৰে।"

পাব্‌লোৰ তিৰোতাই ক'লে, "প্লেনৰ দৰেই লাগিছে। সৰু কিখন ক'লৈ গ'ল ? ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সিহঁত আহিব পায়। এই বোমাৰুবোৰ বৰ বেগী, ৰ'বলৈ, টান, কাজেই অকলে উভতি আহিছে। আমাৰ প্লেনো নাই সিহঁতক চাবলৈ।"

তেনেতে V আকাৰত তিনিখন হেইংকেল বিমান নামি গছৰ ওপৰেদি সিহঁতৰ ফালে আহিল। যেন কেইটামান দেখিবলৈ বেয়া খৰানকা পুতলাই ঘৰঘৰাই,



গা লৰাই নামি আহি হঠাতে গা ফুলাই নিজকে দেখুৱাই গুমগুমনি এৰি থৈ গ'ল। প্লেনকেইখন ইমান তলেদি গৈছিল যে তলৰ পৰা সিহঁতে হেলমেট আৰু গগোলছ পিন্ধা পাইলটবোৰ দেখা পাইছিল। পাইলটৰ দলপতিৰ মূৰৰ স্কাৰ্ফখনো বতাহত উৰি আছিল।

পাব্‌লোৰে ক'লে, "সিহঁতে ঘোঁৰাবোৰ দেখিছে।"

মানুহজনীয়ে ক'লে, "সিহঁতে চিগাৰেটৰ মূৰকেইটাও দেখিছে। কম্বলখন পেলাই দিয়া।"

তাৰ পিচত আৰু প্লেন নাহিল। বাকীবোৰে বোধহয় বহুত ওপৰেদি উৰি গ'ল। গুম্‌গুমনি শেষ হ'লত সিহঁতে গুহামুখৰ পৰা বাহিৰলৈ ওলাই আহিল।

আকাশ তেতিয়া শুদা ; ওখ ; নীলা আৰু পৰিষ্কাৰ।

মেৰিয়াই ক'লে, "এটা সপোন দেখি সাৰ পালোঁ যেন লাগিল।" তেতিয়া গুমগুমনি আৰু নাই। শেষৰ গুমগুমনিৰ শব্দও নুশুনা হ'ল। থাকি থাকি কাৰোবাৰ আঙুলিৰ পৰশ অনুভৱ কৰাৰ দৰে নুশুনা গুমগুমনিটোও আহি যেন কাণত বাজি আছিল।

পিলাৰে ক'লে, "সপোন আৰু নাই ; এতিয়া ওলোৱাগৈ।" তাৰ পিচত জৰ্ডানৰ ফালে চাই ক'লে, "এতিয়া পিছে খোজ কাঢ়ি যাবা নে ঘোঁৰাত যাবা ?"

পাব্‌লোৰে তাইলৈ চাই গাহৰিৰ দৰে নোকনোকালে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি যি ভাল দেখা।"

তাই উত্তৰ দিলে, "খোজ কাঢ়িয়েই যাওঁ বোলা। যকৃতৰ বাবে ভাল।"

"যকৃতৰ বাবে ঘোঁৰাত উঠাও ভাল।"

"ভাল। পিচত টিকাত মৰকৈ ধৰে। খোজ কঢ়াই ভাল—।" এই বুলি পেব্‌লোলৈ চাই ক'লে, "তুমি ঘোঁৰাশাললৈ গৈ ঘোঁৰা চোৱাগৈ আৰু আটাইবোৰ ঠিকেঠাকে আছে নে নাই চোৱাগৈ।"

পেব্‌লোৰে জৰ্ডানলৈ চাই ক'লে, "তোমাক ঘোঁৰা লাগিব নেকি ?"

"নেলাগে দেই। ছোৱালীজনীক একা ?"

পিলাৰে উত্তৰ দিলে, "তাই খোজ কাঢ়ি যোৱাই ভাল। নহলে জঠৰ হৈ অকামিলা হৈ পৰিব।"

ৰবাৰ্ট জৰ্ডানৰ মুখখন লাজত ৰঙা-চঙা পৰিল।

পিলাৰে সুধিলে, "কালি টোপনি ধৰিলেনে ?" তাৰ পিছত ক'লে, "হওঁতে তাইৰ কোনো বেমাৰ নাই। ঈশ্বৰ নাই বুলি ভাবিলেও নোহোৱা নহয়।" তাৰ পিছত তাই পেৰ্লোলৈ চাই ক'লে,, "তুমি যোৱাগৈ। এইবোৰ কথা শুনিব নেলাগে। তোমাতকৈ কমবয়সীয়াবোৰৰ বাবেহে এইবোৰ কথা। বেলেগ ধাতুৰে গঢ়া। বুজিছা ?" "এতিয়া যোৱা গৈ।" ৰবাৰ্ট জৰ্ডানলৈ চাই তাই ক'লে, "অগষ্টিনে তোমাৰ টোপোলাটাপলিবোৰ চাব। সি আহিলে আমি যাম।"

ফৰকাল, উজ্জ্বল বতৰ ; ৰ'দত অলপ গৰম অনুভৱ হৈছে। ৰবাৰ্ট জৰ্ডানে হটঙা আৰু মুগাবৰণীয়া মানুহজনীৰ মৰম-সনা তেলেকা চকুযুৰিলৈ চালে, আনন্দত নাচি আছে। মুখখন গধুৰ আৰু প্ৰায় চতুষ্কোণীয়া—তাত ভাঁজ আছে—দেখিবলৈ বেয়া হলেও মধুৰ। যেতিয়ালৈকে কথা নকয় তেতিয়ালৈকে মুখখন বেজাৰমুৱা যেন লাগে। সি তাইলৈ চালে, তাৰ পিচত মানুহটোলৈ। গাঠলু আৰু গহীন তাৰ চেহেৰা। গছনিৰ মাজে মাজে মাজে ঘোৰাশাললৈ গতি কৰিছে। মাইকী মানুহজনীয়েও তাই লৈ চাই আছিল।

মানুহজনীয়ে ক'লে "তোমালোকে কালি কি কৰিলা ?"

"তাই কি কৈছে ?"

"তাই মোক একো নক'লে "

"ময়ো নকওঁ।"

"তেনেহলে তোমালোকে কি কৰিলা মই বুজিছোঁ।" মানুহজনীয়ে ক'লে, "পিছে তাইৰ বাবে এলপ ভাবিবা, সাৱধানে থাকিবা ?"

"যদি তাই গা ভাৰী হয় ?

"একো বেয়া নহয়।" মানুহজনীয়ে ক'লে, "বৰং তাৰ পৰা অনিষ্ট কমহে হ'ব।"

"এনে ঠাই প্ৰশস্ত নহয় তাৰ বাবে।"

"তাই ইয়াত নেথাকে। তোমাৰ লগতে যাব।"

"মই য'লৈ যাম, ত'লৈ মাইকী মানুহ নিয়া অসম্ভৱ।"

"দেখিলেহে লেখিম—কিজানি দুটা কঢ়িয়াব লগা হয়।"

"তেনেকৈ কথা নকবা "

তাই ক'লে, "শুনা। মই ভয়পাতুৰা নহয়। কিন্তু পুৱা যি দেখিলোঁ,



তাৰ পৰা ভাব হৈছে আমাৰ কেইজনে ঘূৰি দেওবাৰ নেপায়গৈ, কোনে জানে ?"

"আজি কি বাৰ বুলিলা ?"

"দেওবাৰ।"

"হৰি হৰি" জৰ্ডানে ক'লে, "অহা দেওবাৰ আহিবলৈ দিন আছে। বুধবাৰ পালেগৈও ভাল বুলিছোঁ। কিন্তু তুমি এনেকৈ কথা কোৱা ভাল হোৱা নাই।"

তাই ক'লে, "কাৰোবাক নকলেনো থাকোঁ কেনেকৈ ? আগেয়ে ধৰ্মৰ বা দেৱতাৰ দোহাই দিছিলোঁ। এতিয়া অন্ততঃ এটা মানুহ লাগে যাৰ লগত মন খুলি কথা ক'ব পৰা যায়। যিমানে নোকোৱা বৰ সাহিয়ালবোৰো এনে সময়ত অকলসৰীয়া হয়।"

"আমি অকল হ'ম কিয় ? আমি লগতহে আছোঁ।"

তাই ক'লে, "সেই যন্ত্ৰবোৰে এটা এটাকৈহে মাৰিব। এই যন্ত্ৰবোৰৰ তুলনাত আমিনো কি ?"

"আমি সিহঁতক ঘটুৱাম।"

তাই ক'লে, "চোৱা। মোৰ মনত বৰ বেজাৰ ; কিন্তু নেভাবিবা যে মই প্ৰতিজ্ঞা পাহৰিছোঁ। প্ৰতিজ্ঞা ঠিকেই আছে।"

"বেলি ওলালে বেজাৰ যাব, কুঁৱলী যেনেকৈ যায়।"

মানুহজনীয়ে ক'লে, "তুমি ভৱা দৰেই হওক। বোধহয় ভেলেন্সিয়াৰ কথা বেছি কেদ্‌কেদোৱা বাবে এনে লাগিছে। আৰু ঘোঁৰা চাবলৈ যোৱা জনৰ কাণ্ড দেখি এনে হৈছে। মই তাক আঘাত দিলোঁ সেই কথা কৈ। তাক মাৰা, কাটা, শাও দিয়া যি খুচী তাকে কৰা, কিন্তু খবৰদাৰ আঘাত নিদিবা।"

"তাৰনো লগ লাগিবলৈ পালা কেনেকৈ ?"

"লগ লাগিলোঁ কেনেকৈ ? আন্দোলন আৰম্ভ হওঁতে মানুহটো লেখৰ মানুহ আছিল। বৰ এহাশুধীয়া। এতিয়া কিন্তু একেবাৰে বেলেগ। কোনোবাই যেন গাৰ পৰা তেজ টোপা শুহি লৈ গ'ল।"

"মই তাক ভাল নেপাওঁ।

"সিও তোমাক ভাল নেপায়। কাৰণ আছে। যোৱা নিশা মই তাৰ লগত কটালোঁ।" হাঁহি তাই মূৰ জোকাৰি ক'লে, vamos a ver। সুধিলোঁ, পাব্লো, সেই বিদেশীটোক মাৰি নেপেলালা কেলেই ?"

"মানুহটো ভাল, পিলাৰ। ভাল।"

"মই ক'লো, 'তেনেহলে মই যে এতিয়া হুকুম দিওঁতা তাক মানিছা'?"

"সি ক'লে, 'মানিছোঁ।' শেহ নিশা গম পালোঁ সি সাৰে আছে আৰু কান্দিছে। মানুহে কান্দিলে যিমান বেয়া লাগে সিমান বেয়াকৈ থাকি থাকি সি কান্দিছে। ভিতৰত যেন এটা জন্তু সোমাই তাক জোকাৰি আছে।"

"মই ক'লোঁ, পাব্‌লো তোমাৰ হ'ল কি?" এই বুলি তাক সাৰটি ওচৰ চপাই আনিলোঁ।

"নাই, একো হোৱা নাই।"

"কিবা এটা হৈছে, তুমি নোকোৱাহে।"

"মানুহবোৰে যে মোক এৰি থৈ গ'ল!—the gent."

"মোৰ লগত আছে নহয়। মই জানো তোমাৰ তিৰোতা নহয়।"

সি ক'লে, "বেলৰ কথা মনত পেলোৱা চোন।" তাৰ পিচত আকৌ ক'লে, "ভগবানে তোমাক সহায় কৰিব।"

মই সুধিলোঁ, 'ভগবানৰ নাম ল'লাচোন। এইদৰে কিয় কৈছা?'

'অঁ। ঈশ্বৰ আৰু কুমাৰীৰ কথা কৈছোঁ।'

'হৰি হৰি। ঈশ্বৰ আৰু কুমাৰী! সেইদৰে কথা কয়নে?'

'পিলাৰ। মোৰ মনত মৰাৰ ভয় সোমাইছে। Teugo miedo de morir. .........বুজিছা?"

মই ক'লোঁ 'তেনে হ'লে উঠি যোৱা—একেখন পাটিত ভয় কৰি তুমি মোৰ লগত থাকিব নেলাগে।'

"তাৰ পিচত সি লাজ পালে আৰু নিতাল মাৰিলে। মোৰ টোপনি ধৰিলে। মানুহটো গ'ল, বুজিছা।"

ৰবাৰ্ট জৰ্ডানে একো নকলে।

মানুহজনীয়ে ক'লে, "ওৰে জীৱন মাজে মাজে এনেকৈ বেজাৰ পাওঁ। কিন্তু পাব্‌লোৰ বেজাৰৰ লগত এই বেজাৰ নিমিলে। মোৰ প্ৰতিজ্ঞা লৰচৰ হোৱা নাই।"

"তেনে যেন লাগিছে।"

তাই ক'লে, "ঠিক মাইকীমানুহৰ মাজে মাজে ছুৱ নোৱৰা হোৱা দৰে। গতিকে বিশেষ চিন্তাৰ কাৰণ নাই। সপোন দেখিছো। ৰিপাব্লিকত মোৰ



আস্থা আছে। বিশ্বাস আছে। ধাৰ্মিক সকলে যেনেকৈ নিজৰ ধৰ্মত বিশ্বাস কৰে ঠিক তেনেকৈ।"

"তোমাৰ কথাত পতিয়ন গৈছোঁ।"

"তোমাৰো একে বিশ্বাস?"

"ৰিপাব্লিকত?"

"অঁ।"

"আছে।" জৰ্ডানে উত্তৰ দিলে। সি ভাবিলে, হয়তো তাইৰ কথা সঁচা।

"মনটো ভাল লাগিছে। তোমাৰ ভয় নাই?"

"অন্ততঃ মৰিবলৈ।" সি সৰলভাৱে ক'লে।

"আন ভয় আছে নে কি?"

"কেনেবাকৈ কৰ্তব্য কৰিব নোৱাৰোঁ বুলি।"

"ধৰা পৰাৰ ভয় নাই? আনবোৰে তাকে বেছি ভয় কৰে।"

সৰল ভাৱে সি ক'লে, "নাই। সেই ভয় সোমালে আন কাম কৰিব নোৱাৰা হয়।"

"তুমি বৰ ঠাণ্ডা ল'ৰা।"

"ওহোঁ। মই তেনে নহয়।"

"অন্ততঃ তোমাৰ মগজ বৰ ঠাণ্ডা।"

"কাৰণ কামত মজি আছোঁ, সেইবাবে।"

"জীৱনৰ আনবোৰ বস্তু নিবিচাৰা?"

"বিচাৰোঁ। কিন্তু কামত ব্যাঘাত হ'লে টান পাওঁ।"

"মদ খাই খুব ভাল পোৱা। সেইটো মন কৰিছোঁ।"

"ভাল পাওঁ। কিন্তু কামত ব্যাঘাত নোহোৱাকৈয়ে খাওঁ।"

"আৰু মাইকী মানুহ?"

"ভাল পাওঁ, খুব ভাল পাওঁ, কিন্তু বৰ বেছি গুৰুত্ব নিদিওঁ।"

"বৰ নেভাবাও?"

"ওহোঁ। কিন্তু এজনীৰ বাহিৰে। আনক কৰা দৰে তাই মোক বিচলিত কৰিছে।"

"তুমি মিছা কথা কৈছা।"

"ক'ব নোৱাৰোঁ।"

"মেৰিয়াক ভাল পোৱা।"

"অঁ। হঠাতে। খুব ভাল লাগিছে।"

"মোৰো। হঠাতে মোৰো ভাল লাগিছে।"

"মোৰো।" উত্তৰ দিয়াৰ লগে লগে ডিঙিত তাৰ মাত গধুৰ হৈ গ'ল। "ময়ো ভাল পাওঁ।" কথা কৈ তাৰ আনন্দ হ'ল, তাৰ পিচত স্পেনিশত ক'লে "মই তাইক ভাল পাওঁ।"

"এল-ছৰডোক লগ পাই অহাৰ পিচত তাইক তোমাৰ ওচৰত এৰি দিম।"

ৰবাৰ্ট জৰ্ডানে একো নেমাতিলে। তাৰ পিচত ক'লে, "দৰকাৰ নাই।"

"দৰকাৰ আছে। আৰু ক'ত সময় পাবা ?"

"হাত খনত তাকে চাইছিলা নে ?"

"সেইবোৰ বাদ দিয়া।"

ৰিপাব্লিকৰ অনিষ্ট কৰা বস্তবোৰৰ লগতে হাতৰ বস্তটোও তাই বাদ দি থ'লে।

ৰবাৰ্ট জৰ্ডানে একো নেমাতিলে। মেৰিয়াই গুহাৰ ভিতৰত থালবোৰ থৈ আহি হাত দুখন মোহাৰি তাৰ ফালে চালে আৰু মিচিকিয়াই হাঁহিলে। পিলাৰৰ কথা তাই নুশুনিলে। ৰবাৰ্ট জৰ্ডানলৈ চাই হাহোঁতে তাইৰ চামৰাৰ বঙৰ গালত ক'লা হৈ লাজ বিৰিঙি উঠিল, কিন্তু তাৰ পিচত তাই আকৌ হাঁহিলে।

মাইকী মানুহজনীয়ে ক'লে, "দিনটো আছে। ৰাতিটো পাবা। দিনটোও পাবা। ভেলেঞ্চিয়াৰ দৰে আৰাম নোপোৱা। মোৰ দিনতে যি পালোঁ। কিন্তু তুমি কৰবাত দুনি পকা তুলিব পাৰিবা।" পিলাৰে হাঁহিলে।

ৰবাৰ্ট জৰ্ডানে তাইৰ কান্ধত হাতখন থৈ ক'লে, "মই তোমাকো ভাল পাওঁ। সচাঁকৈয়ে বৰ ভাল পাওঁ।"

"একেবাৰে ডন জুৱান।" মৰম পাই তাই অস্বস্তি বোধ কৰিলে, "এতিয়া সকলোকে ভাল পাবলৈ ধৰিছা। সৌৱা অগষ্টিন আহিছে।"

জৰ্ডানে গুহাৰ মুখত ৰৈ থকা মেৰিয়াৰ কায় চাপিলগৈ। তাই ওচৰলৈ অহা সি মন কৰিলে, তাইৰ চকুযুৰি উজ্জ্বল, ডিঙিয়ে গালে লাজৰ আভা।

"মইনা" এই বুলি সি তাইৰ মুখতে চুমা খালে। তাই তাক সাৱটি ধৰিলে আৰু ক'লে "হেৰা, হেৰা !"

ফাৰ্ণেণ্ডোৱে মেজত বহি চিগাৰেট হুঁপি আছিল। সি থিয় হ'ল, আমনিত মুৰ জোকাৰি ওলাই আহিল আৰু বেৰত আওজাই থোৱা 'কাৰবাণ'টো হাতত লৈ পিলাৰক ক'লে, "কাণ্ড-জ্ঞান নাই। মই বেয়া পাইছোঁ। তুমি ছোৱালী-জনীক চকু দিবা।"



পিলাৰে ক'লে, "মই লৈছোঁ। সেই কমৰেড জনৰ লগত তাইৰ কথা দিয়া-দি হৈ গৈছে।"

ফাৰ্ণেণ্ডোই ক'লে, "যেতিয়া কথা দিয়া-দি হৈছে, তেন্তে বেয়া বুলিব নোৱাৰি।"

মানুহজনীয়ে ক'লে, "মই ভাল পাইছোঁ।"

"ময়ো।" ফাৰ্ণেণ্ডোই ক'লে, "পিলাৰ, নমস্কাৰ।"

"ক'লৈ যোৱা ?"

"ওপৰৰ চকীটোলৈ যাওঁ। প্ৰিমিটোভক সলাই দিওঁগৈ।"

অগষ্টিনে আহি এই কটীয়া গহীন মানুহটোক ক'লে, "ক'লৈ যোৱা।"

"কামলৈ ?" ফাৰ্ণেণ্ডোই গহীনাই উত্তৰ দিলে।

"কাম ?" ঠাট্টাৰ সুৰত অগষ্টিনে উত্তৰ দিলে, "মই কামৰ শৰাধ কৰোঁ।।" পিলাৰলৈ চাই সুধিলে, "কোন কিটা আপদ ৰখিব লাগিব ?" লগতে অবাইচো মাতিলে।

"গুহাত আছে। দুটা বস্তা। তোমাৰ অবাইচ মাত শুনি আমনি লাগিছে।"

অগষ্টিনে ক'লে, "তোমাৰ ভাগৰত অলপ বগৰ তুলিছোঁ।।"

পিলাৰে খং নকৰাকৈ ক'লে, "তেনে গৈ যি কৰাগৈ কৰা।"

"তোমাৰ মাৰাক ?" অগষ্টিনে ক'লে।

পিলাৰে তাক ক'লে, "তোমাৰ হ'ব পায় নাছিলেই।" অপমান গৈ গৈ শেহত গতত পৰি কথা প্ৰকাশিত নোহোৱা হ'ল। আভাসত বুজোৱা হ'ল।

অগষ্টিনে গুপুতকৈ ক'লে "সিহঁতে কি কৰিছে।"

"একো কৰা নাই।" পিলাৰে ক'লে। "সময় হ'লে আমি সকলো জন্তু হওঁ।"

অগষ্টিনে ক'লে "জন্তু।" কথাৰ চখত পাই সি ক'লে, "জন্তু। তুমিনো কি ? নটীবোনটী আওনটীৰ জীয়ৰী। ময়ো সময় হ'লে অতপালি কৰোঁ।"

পিলাৰে তাৰ কান্ধত এটা চাপৰ মাৰিলে।

হোহোকৈ হাঁহি তাই ক'লে, "তোমাৰ গালি একে ধৰণৰ। কিন্তু জে
আছে। প্লেনবোৰ দেখিছিলানে ?"

অগষ্টিনে ক'লে, "সিহঁতৰ ইঞ্জিনৰ গাথীৰ মই লেতেৰা কৰিম।" কা
কোৰাৰ লগে লগে সি মূৰ লবাই তল-ওঁঠ কামুৰিলে।

পিলাৰে ক'লে, "ভাল কথা। সচাঁকৈয়ে ভাল কথা। কিন্তু কৰা টান।"

"ইমান ওপৰত ; টান।" "অগষ্টিনে ক'লে, "কিন্তু ভাবি চথ্ লাগে।"

"পিলাৰ, কিবা এটাৰ যো-জা হৈছে ?" অগষ্টিনে গহীন হৈ ক'লে
"সঁচানেকি ?"

"তোমাৰ কি ধাৰণা ?"

"খুব সাংঘাতিক বেয়াদপি। বহুত প্লেন।"

"ইবোৰৰ দৰে তোমাৰো ভয় সোমাইছে।"

"সিহঁতে কি যো-জা কৰিছে" অগষ্টিনে সুধিলে।

পিলাৰে ক'লে, "এই ন'বাটোৰ মতে বিপাব্লিকে আক্ৰমণ কৰিব। প্লেনবো
দেখি অনুমান হয় ফেচিষ্টবোৰে আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সাজু হৈছে। কি
প্লেনবোৰ দেখুৱালে কিয় ?"

অগষ্টিনে ক'লে, "যুদ্ধত যথেষ্ট মূৰ্খামি হয়। এই যুদ্ধত যথেষ্ট মূৰ্খা
হৈছে।"

"হৈছে। নহলে আমি ইয়াত কিয় থাকিব লাগে ?"

অগষ্টিনে ক'লে, "ঠিকেই কৈছা। এবছৰ ধৰি আমি মূৰ্খামি কৰিছোঁ
পেব্লোৰ বোধ আছে বুদ্ধি আছে।"

"কিয় ক'লা ?"

"কৈছোঁ আৰু।"

"পিছে বুজিবা। এতিয়া বুধিৰে বচা টান। তাৰ বোধ শক্তি গ'ল
পিলাৰে ক'লে।

"বুজিছোঁ।" অগষ্টিনে ক'লে, "আমি যাবই লাগিব। আমি বাচিব
বাবেই যুজিব লাগিব। গতিকে দলং ভাঙিব লাগিব। কিন্তু পেব্লো এতি
ভয়পাতুৰা হ'ল যদিও কোবাল।"

"ময়ো কোবাল।"

অগষ্টিনে ক'লে, "তুমি কোবাল নহয়, পিলাৰ। তুমি সাহিয়াল। তু



অনুগতা। তোমাৰ সিদ্ধান্ত আছে। তোমাৰ কথা ধৰা শক্তি আছে। সিদ্ধান্তও
লব পাৰা, সাহো আছে। কিন্তু কোবাল নহয়।"

মানুহজনীয়ে ভাবি সুধিলে, "তুমি সেইদৰে ভাবা ?"

"অঁ।"

"এই মানুহটো কোবাল আৰু ঠাণ্ডা।" পিলাৰে কলে, "মগজটো ঠাণ্ডা।"

অগষ্টিনে কলে, "অঁ। কৰ্তব্য বুজে নহলে তাক এই কাম কৰিবলৈ কিয়
পাচিব ? কিন্তু সি কোবাল নহয়। পাব্লো কিন্তু কোবাল।"

"পিচে ভয় আৰু কাম নকৰাৰ ফলত মিছা হ'ল।"

"তথাপি কোবাল হৈ আছে।"

"কি কৈছা ?"

"একো কৰ খোজা নাই। মই ভাবিচিন্তি চাইছোঁ। এতিয়া বুধিৰে কাম
কৰিব লাগিব। দলংখনৰ কাম হ'লে আমি তৎক্ষণাৎ যাব লাগিব। যো-জা
কৰি ৰাখিব লাগিব। ক'লৈ যাম, কেতিয়া যাম তাকো ঠিক কৰা দৰকাৰ।"

"হয়।"

"তাৰ ভাৰ পাব্লোৰে লব পাৰে। সি কোবেৰে কৰিব পাৰিব।"

"মোৰ বিশ্বাস নাই।"

"এই বিষয়ত ? বুজিছোঁ।"

"তুমি বোধহয় নেজানা সি জহান্নামে গ'ল।"

"Pero es muy vivo। সি কোবাল। এই কাম কোবত নহলে গলোঁ।"

পিলাৰে কলে, "মই বাৰু ভাবিম। এদিন হাতত আছে।"

"অগষ্টিনে উত্তৰ দিলে, "হেৰা, এতিয়া দলং। এই কাম জানিব লাগিব।
ট্ৰেইনখন কেনে সুন্দৰভাৱে বগৰালে মনত আছে।"

"অঁ।" পিলাৰে কলে, "অঁ, সিয়ে তাৰ যো-জা কৰিলে।"

অগেষ্টিনে কলে, "চোৱা, তুমি সিদ্ধান্ত লব পাৰা, সাহ দিব পাৰা।
পাব্লোৰ কিন্তু গতি দিব পাৰে। পেব্লোৰে পলোৱাৰ কাম লব পাৰে।
তাক বাধ্য কৰা, চিন্তা কৰক।"

"তুমি বুধিয়ক।"

"বুধিয়ক হয়।" অগষ্টিনে কলে, "কিন্তু অকামিলা। তাৰ বাবে পাব্লোৰে
উপযুক্ত।

"তাৰ যে ভয় আছে……।"

"ভয় থাকক।"

"দলঙৰ কথা কি কবা ?"

"সেইটো দৰকাৰী। দুটা কাম জৰুৰী। আমি এই ঠাই এৰি যাব লাগি জিকিবৰ বাবে। জিকিবলৈ আকৌ দলং ভঙা জৰুৰী।"

"পাব্লো যদি কোবাল তেন্তে সিয়েই সেই কাম নলয় কিয় ?"

"তাৰ দুৰ্বলতা আছে দেখি সি একো সলনি নিবিচাৰে। দুৰ্বলতাৰ ভাটা সি আঁৰ লৈছে। ইফালে নৈ বাঢ়িছে কেনে ফোটোকাৰে। তাক ঘূৰাব পাৰিলে সি লগে লগে কোবাল হব। e s muy VIVO।"

"জৰ্ডানে তাক নমৰাটো ভাল হ'ল।"

"ভাল হ'ল। Que´ Va। জিপ্সীটোৱে মোকে তাক মাৰিবলৈ কৈছিল জিপ্সীটো এটা জন্তু।"

"তুমিও জন্তু, মাত্ৰ বুধিয়ক।"

"আমি দুয়ো বুধিয়ক। কিন্তু পাব্লোৰ মগজ আছে।

"কিন্তু তাল ৰখা টান। সি জহান্নামে গ'ল।"

"তথাপি তাৰ মগজ আছে। পিলাৰ। যুদ্ধ কৰিবলৈ লাগে বুধি। কি জিকিবলৈ হ'লে লাগে মগজ আৰু বস্তু।"

তাই উত্তৰ দিলে, "বাকু কথাটো মই ভাবোঁ। আমি যাওঁ। দেৰি গৈছে।" তাৰ পিচত চিঞৰি কলে, "ইংলিচ ! ইংলেচ। আহাঁ। যাওঁহক।"



## ॥ ১০ ॥

পিলাৰে জৰ্ডানলৈ চাই কলে, "অলপ জিৰাওঁ। মেৰিয়া ইয়াতে বহা। আমি অলপ জিৰাওঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আমি গৈ থকাই ভাল, তাত গৈ জিৰামগৈ। মানুহটো লগ পাব লাগে।"

ত্ৰিবোতাজনীয়ে কলে "লগ পাবা। লৰালৰি কৰাৰ প্ৰয়োজন নাই। মেৰিয়া ইয়াতে বহা।"

ৰবাৰ্ট জৰ্ডানে কলে, "তেনেহলে একেবাৰে ওপৰত বহোঁ।"

তিবোতাজনীয়ে কলে, "মই ইয়াতে বহিম।" এই বুলি জুৰিৰ পাৰত বহিল। ছোৱালীজনী জোপোহা এটাৰ ওচৰত বহিল, তাইৰ চুলি সূৰ্যৰ পোহৰত উজলি উঠিল। ৰবাৰ্ট জৰ্ডানে কিন্তু ওখ পৰ্বতৰ ঘাঁহনিয়েদি বৈ যোৱা মাছ ভৰা জুৰিটোলৈ চাই ৰ'ল। তাৰ চকুপৰা ঠাইত জোপোহা বন গজিছে। ওচৰত শিলাখণ্ডবোৰ ধোৱাঁবৰণীয়া ; তলছোৱা হালধীয়া ঢেকীয়াৰে ভৰা, জোপোহা বন নাই। জোপোহা বনৰ তলত পাইনৰ শাৰী জিলিকিছে।

"এল ছৰ্ডোৰ তালৈ কিমান দূৰ বুলিলা ?"

তিবোতাজনীয়ে কলে, "বেছি দূৰ নহয়। মুকলি পালে তাৰ পৰা আৰু অলপ থাকে ; তাৰ পৰা সিটো উপত্যকালৈ নামি গৈ জুৰিৰ ওপৰত কাঠনি পালেই পালোঁ বুলি ধৰিবা। এতিয়া বহা আৰু মনটো পাতলোৱা।"

"তাক লগ পাই কামটো কৰি আহোঁ বুলি ভাবিছোঁ।"

মানুহজনীয়ে কলে, "ভৰি ধোওঁ বুলি ভাবিছোঁ।" এই বুলি জৰীৰ জোত আৰু গধুৰ উলৰ মোজা খুলি তাই নিজৰাৰ পানীত সোঁ ভৰিটো সুমালে। "বৰ ঠাণ্ডা।"

ৰবাৰ্ট জৰ্ডানে কলে, "আমি ঘোঁৰা লৈ অহা হলেই ভাল আছিল।"

তাই কলে, "মোৰ বাবে এয়েই ভাল। বহুত দিন খোজ কাঢ়িবলৈ পোৱা নাই। তোমাৰ কি হ'ল।"

"একো হোৱা নাই, অলপ লৰালৰি কৰিব খুজিছোঁ।"

"তেনেহলে শান্ত হোৱা। সময় বহুত আছে। আজি দিনটো কেনেকুৱা চোৱাচোন আৰু পাইন গছ নেদেখি কিমান ভাল লাগিছে। পাইন গছ দেখি দেখি আমনি লাগিছে। মইনা তুমিও জানো পাইন দেখি দেখি আমনি পোৱা নাই?"

"মোৰ পিছে পাইন গছ বৰ ভাল লাগে।" মেৰিয়াই কলে।

"কি ভাল পোৱা নো?"

"গোন্ধটো আৰু ভৰিৰ তলুৱাত পাইন পাতবোৰ। ওখ গছত বতাহ বলিলে মই ভাল পাওঁ—আৰু ইজোপা গছে সিজোপা গছত লাগি সোঁ সোঁৱালে বৰ ভাল লাগে।"

পিলাৰে কলে, "তুমি যিহকে তিহকে ভাল পোৱা। অলপ ভাল ৰন্ধা-বঢ়া কৰিব পৰা হ'লে যি কোনো মতা মানুহলৈকে তুমি দানস্বৰূপ হলাহেঁতেন। পিছে পাইন গছবোৰ দেখি দেখি আমনি লাগে। তুমিতো বীচ, অ'ক আৰু চেষ্টনাট গছৰ বননি দেখা পোৱা নাই। এইবোৰো হাবি। এইবোৰ হাবিত দেখিবা এজোপা গছৰ লগত ইজোপা গছ নিমিলে। তাতেহে বৈশিষ্ট্য আৰু সৌন্দৰ্য আছে। পাইনৰ বননি আমনিজনক। কি কোৱাহে ইংলেচ?"

"ময়ো পাইন গছ ভাল পাওঁ।"

পিলাৰে কলে "দেখিছোঁ দুয়ো একে। ময়ো পাইন ভাল পাওঁ, কিন্তু বেছি দিন থাকি বেয়া লাগিছে। পৰ্বতত থাকিও আমনি লাগিছে। পৰ্বতত কেৱল দুটা দিশ আছে। ওখ আৰু চাপৰ। তললৈ গলে কেচিষ্টবোৰৰ আলিবাট আৰু নগৰ পোৱা।"

"তুমি ছেগোভিয়ালৈ কেতিয়াবা গৈছানে?"

"হৰি হৰি। এই মুখ লৈ! সকলোৱে চিনে। তুমি দেখিবলৈ বেয়া হোৱা হলে কেনে পালাহেঁতেন লাহৰী?" তাই মেৰিয়াৰ মুখলৈ চাই সুধিলে।



"তুমি বেয়া নহয় দেখিবলৈ।"

"ইঃ মই বেয়া নহয়। মই জন্মোতেই কুৎসিৎ। গোটেই জীৱন মই কুৎসিৎ হৈ আছোঁ। তুমি-মানে ইংলেচ। তুমি মাইকী মানুহক নেজানা। মাইকী মানুহে কেতিয়াবা নিজকে ইমান কুৎসিৎ অনুভৱ কৰে। নিজে কুৎসিৎ অথচ ভিতৰি ধুনীয়া বুলি ভাবি থকাটো কেনে কথা তুমি জানো জানা? এনে ঘটনা কাচিতহে হয়। তাই ইটো ভৰি পানীত ভৰাই আকৌ উলিয়াই আনি কলে, "ইস, বৰ ঠাণ্ডা। সেই পানী চৰাইটো চোৱা।" এই বুলি তাই শিল এটুকুৰাত পানীৰ ওপৰত নেজ উঠা-নমা কৰি থকা এটা ধোঁৱাবৰণীয়া চৰাইলৈ আঙুলিয়াই দেখুৱালে। "এইবোৰ চৰাই একেবাৰে অকামিলা। গীতো নাগায়, খাবলৈও বেয়া। খালি নেজ উঠা-নমা কৰি থাকে। ইংলেচ, চিগাৰেট এটা দিয়াচোন।" এই কথা কৈ তাই এটা চিগাৰেট লৈ টিঙিৰি আৰু জেপৰ লাইটাৰ লৈ জ্বলালে আৰু চিগাৰেট খাই ধোঁৱা উৰুৱাই মেৰিয়া আৰু জৰ্ডানৰ ফালে চালে।

তাই কলে, "জীৱন কৌতূহলেৰে ভৰা।" এই বুলি তাই নাকৰ পৰা ধোঁৱা উৰুৱালে। "মই মতা মানুহ হোৱাহেঁতেন ভাল হলোঁহেতেন, কিন্তু হলোঁ মাইকী মানুহহে, গতিকে কুৎসিৎ। তথাপিও মানুহে মোকো ভাল পাইছিল, আৰু ময়ো মানুহক ভাল পাইছিলোঁ। কৌতূহলেৰে ভৰা। শুনাচোন হেৰা ইংলেচ, বৰ মজাৰ কথা। মোক চোৱাচোন মই কিমান বেয়া। ভালকৈ চোৱা।"

"তুমি বেয়া নহয়।"

"সঁচাকৈয়ে? মিছা নকবা দেই।" তাই খুব হাঁহি ক'লে, "দৰবে কাম দিছে তেনে। নহয় নহয়। ধেমালিহে কৰিছোঁ। মানুহৰ মাজত কিবা এটা আছে বুজিছা, যিটোৰ ফলত মানুহ প্ৰেমত পৰা ছোৱাত অন্ধ হয়। সেই ভাব হ'লে তুমি নিজেও অন্ধ হোৱা। আনকো অন্ধ কৰা। কোনো কাৰণ নোহোৱাকৈয়ে এদিন আকৌ মানুহে তোমাক কুৎসিৎ দেখে—অৰ্থাৎ আচল ৰূপটো দেখে। তেতিয়া তাৰ অন্ধতা যায় আৰু তুমিও নিজক নিজে কুৎসিৎ দেখা। তেতিয়া মানুহে তোমাক এৰি থৈ গুচি যায়, তোমাৰ মনলৈ নাচায়। বুজিছা, লাহৰী?" এই বুলি তাই ছোৱালীজনীৰ কান্ধত হাত চপৰিয়ালে।

মেৰিয়াই ক'লে, "ক'তা, তুমি দেখোন কুৎসিৎ নহয়।"

পিলাৰে ক'লে, "হৃদয় দি নহয়, মগজু খটুৱাই ভাবা—তোমাক মই বঢ়িয়া কথা কৈছোঁ। তোমাৰ ভাল লগা নাইনে ইংলেচ?"

"লাগিছে। কিন্তু আমি যাওঁ ব'লা।"

"কি ক'লা? যাব লাগে। ইয়াত বৰ ভাল লাগিছে।" এই বুলি তাই ৰবাৰ্ট জৰ্ডানলৈ চাই শ্ৰেণীত বহি মাষ্টৰণীয়ে কথা কোৱাদি কথা কৈ যাবলৈ ধৰিলে। যেন নিয়মিত বক্তৃতাহে। "যেতিয়া মোৰ দৰে কুৎসিৎ হ'বা—মাইকী মানুহ যিমান কুৎসিৎ হ'ব পাৰে সিমান কুৎসিৎ হবা,—তেতিয়া আকৌ সেই অন্ধ ভাৱটো হয়—তুমি কুৎসিৎ তুমি কুৎসিৎ। ঠিক কৰিব দৰে বাঢ়ে। তাৰ পিছত ভাবটো গজগজীয়া হ'লে আন মানুহে তোমাক ধুনীয়া বুলি চকু দিয়ে আৰু তাৰ পিছত আকৌ আগৰ দৰে হয়। মোৰ সেই বয়স গ'ল, তথাপিও আকৌ সেই ভাব হ'ব পাৰে। পিছে লাহৰী, তুমি ভাগ্যৱতী, তুমি দেখিবলৈ বেয়া নহয়।"

মেৰিয়াই ক'লে, "ময়ো কুৎসিৎ।"

পিলাৰে ক'লে, "তেওঁক সোধাচোন, কি কয়। পানীত ভৰি নিদিবা, ঠেৰেঙা লাগিব।"

"ৰবাৰ্টোই কৈছে যেতিয়া আমি যাওঁ ব'লা।" মেৰিয়াই ক'লে।

পিলাৰে ক'লে, "শুনাচোন। ৰবাৰ্টোৰ দৰেই মোৰ দায়িত্ব আছে। আৰু, পিছে বুজিছা, সময় হাতত আছে, গতিকে জিৰাই অলপ গা টঙাও। ইংলেচ, কথা কৈ ভাল লাগিছে। নহলে আমি ৰংধেমালি কৰিম কেনেকৈ? মোৰ কথা শুনি তোমাৰ জানো ভাল লগা নাই?"

"তুমি কথা ক'ব জানা। কিন্তু ধুনীয়া, কুৎসিৎ এইবোৰ কথা পতাতকৈ আন কামতহে মোৰ বেছি ৰাপ, বুজিছা।"

"তেনেহলে কোৱা সেইবোৰ কথাকে পাতোঁ।"

"আন্দোলন আৰম্ভ হওঁতে তুমি ক'ত আছিলা?"

"নিজৰ নগৰত।"

"এভিলাত?"

"অঁ। এভিলাত।"

"পাব্‌লোও বোলে এভিলাৰে?"



"মিছা কথা। সি মিছাতে নগৰীয়া বোলাব খোজে। তাৰখন চহৰ।" এই বুলি তাই নামটো ক'লে।

"তাৰ পিচত।"

"বহুত কিবাকিবি। বহুত কিবাকিবি। সকলোবোৰ কুৎসিৎ। গৌৰৱবোৰো যেন কুৎসিৎ।" পিলাৰে ক'লে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তাকে কোৱাচোন শুনো।"

তাই ক'লে, "জঘন্য কাণ্ড। এই ছোৱালীজনীৰ আগত নকওঁ।"

জৰ্ডানে ক'লে, "কোৱা। তাই যদি শুনিব নেলাগে, তেন্তে নুশুনাকৈ থক।"

মেৰিয়াই জৰ্ডানৰ গাত হাত থৈ ক'লে, "মই শুনিব পাৰোঁ। মই নুশুনিব লগা একো নাই।"

পিলাৰে ক'লে, "শুনিব লগা-নলগাৰ প্ৰশ্ন নহয়, প্ৰশ্ন হ'ল তোমাক ক'মনে নকম—ক'লে কিজানি ৰাতি বেয়া সপোন দেখা।"

মেৰিয়াই ক'লে, "মই ঘটনা শুনি বেয়া সপোন নেদেখোঁ। যিবোৰ ঘটনা আমাৰ ঘটি গ'ল, সেইবোৰ দেখা-শুনাৰ পাছত আৰু কি বেয়া সপোন দেখিম?"

"কিজানি ইংলেচে দেখে?"

"পৰীক্ষাকে কৰাচোন।"

"নহয় বুজিছা। মই ধেমালি কৰা নাই। কোনো সৰু নগৰত আন্দোলন আৰম্ভ হোৱা দেখিছানে?"

"ওহোঁ।" জৰ্ডানে ক'লে।

"তেনেহলে তুমি একোৱেই দেখা নাই। তোমালোকে মাথোন পেব্‌লোৰ অধঃপতন দেখিছা। সেই দিনাখন পেব লোক দেখা হলে বুজিলাহেঁতেন।"

"কোৱাচোন শুনো।"

"ওহোঁ, নকওঁ।"

"কোৱা, ক'বই লাগিব।"

"বাৰু তেনে কওঁ। একেবাৰে হুবহু ক'ম। কিন্তু লাহৰী, তুমি যদি অসহ্য হোৱা দেখা তেনে নুশুনিবা।"

"অসহ্য হ'লে বাৰু নুশুনো। কিন্তু ইবোৰ ঘটনাতকৈ জানো বেয়া হ'ব।" মেৰিয়াই ক'লে।

"হ'ব পাৰে।" পিলাৰে ক'লে, "দিয়াচোন, আৰু এটা চিগাৰেট খাওঁ।"

তলনৈ মূৰকৈ নৈৰ দাঁতিত ছোৱালীজনীয়ে জোপোহাটোত আউজি ললে। ৰবাৰ্ট জৰ্ডানে নিজেও সেই দৰে আউজি ললে, তাৰ মূৰৰ পিছফালে আছিল এটা জোপোহা। সি হাত মেলি মেৰিয়াৰ হাতখন ধৰি নিজৰ হাতত লৈ মোহাৰিবলৈ ধৰিলে। লাহে লাহে তাঁয়ো হাতখন মেলি তাৰ হাতৰ ওপৰত থৈ নিস্তব্ধ হ'ল। দুয়ো কথা শুনিবলৈ লাগিল।

পিলাৰে কলে, "পুৱাই নাগৰিক ফৌজে বেৰেকত আত্মসমৰ্পণ কৰিলে।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "বেৰেক আক্ৰমণ কৰিছিলানেকি ?"

"পাব্‌লোৱে আন্ধাৰতে গৈ বেৰি ললে, টেলিফোন তাঁৰ কাটিলে, এখন দেৱালৰ তলত ডিনামাইট থলে আৰু নাগৰিক ফৌজক আত্মসমৰ্পণ কৰিবলৈ ক'লে। সিহঁতে নকৰিলে। দিন হ'লত সি দেৱাল উৰুৱাই দিলে; যুদ্ধ হ'ল। দুটা চিভিল গাৰ্ড মৰিল। চাৰিটা জখম হ'ল, চাৰিটাই আত্মসমৰ্পণ কৰিলে।"

"আমি চালত পৰি আছিলোঁ। মাটিত, দেৱালৰ দাঁতিত, ঘৰৰ দাঁতিত আমি আছিলোঁ। তেতিয়া দোকমোকালি। ডিনামাইটৰ জুই নুমুৱা নাই। কাৰণ ৰবকৈ জুই জ্বলিছিল। বতাহো নাছিল। আমি ঘৰৰ ভঙা ঠাই চাই চাই গুলী কৰিলোঁ। গুলী ভৰাওঁ আৰু ধোৱাঁৰ মাজলৈ গুলী কৰোঁ। ভিতৰৰ পৰা ৰাইফোলৰ জিলিকনি ওলাইছিল। পিছে কোনোবাই গুলী কৰিবলৈ হাক দিলে। চাৰিটা গাৰ্ডে হাত দাঙি বাহিৰলৈ ওলাই আহিল। দেৱালৰ এছোৱা ভাগি পৰিল। বেৰ ভাগিল আৰু সিহঁতে ওলাই আহি আত্মসমৰ্পণ কৰিলে।"

পাব্‌লোৱে সুধিলে, "ভিতৰত আৰু আছে নেকি ?"

'সিহঁতৰ জখম হৈছে।'

"সিহঁতক ৰখ।" পাব্‌লোৱে আমাৰ গুলীৰ লক্ষ্যথলীৰ পৰা যোৱা চাৰিটা মানুহক আদেশ দিলে। "ইয়াতে থিয় হৈ থাক। দেৱালৰ ফালে।" চাৰিটা গাৰ্ড থিয় হ'ল। সিহঁতৰ মুখ দেৱালৰ ফালে। লেতেৰা, ধূলিমাকটি আৰু ধোৱাঁৰে ভৰা। সিহঁতৰ ওচৰত বন্দুক লৈ আৰু চাৰিটা থিয় দি আছে। তাৰ পিচত পেব্‌লেৰে জখম হোৱা কেইটা মাৰিবলৈ ভিতৰ সোমাল।

"কিছু পৰৰ পিছত আমি জখম হোৱা লোকৰ যন্ত্ৰণা, চিঞৰ আৰু কোৰ্হাল



শুনিবলৈ নেপালো। বেৰেকত গুলীও বন্ধ হ'ল। পেব্‌লো ওলাই আহিল। কান্ধত আছিল চট গানটো আৰু হাতত এটা 'মজাৰ' পিষ্টল।"

"পিলাৰ চোৱা।" পাব্‌লোৱে ক'লে, "আত্মহত্যা কৰা অফিচাৰটোৰ হাতৰ পৰা কি আনিলোঁ। মই আগতে কেতিয়াও পিষ্টল মৰা নাই।" তাৰ পিচত সি গাৰ্ড এটালৈ চাই ক'লে, "কেনেকৈ মাৰে দেখুৱাচোন।" দেখুৱাব নেলাগে। কৈ দে।"

গাৰ্ড চাৰিটা দেৱালৰ ফালে চাই ৰ'ল, সিহঁতৰ গাত ঘাম বিৰিঙিছিল, মুখত এষাৰ কথা নুফুটিল। বেৰেকৰ ভিতৰত তেতিয়াও গুলী চলি আছে। গাৰ্ডবোৰ ওখ-পাখ, দেখাত মোৰ মুখৰ দৰেই, কেৱল নাগৰিক ফৌজৰ ছাপ আছে। সৰু সৰু দাড়ি আছে, খুৰাবলৈ নৌ পোৱাৰ আগতে পোৱা দেখি সেইবোৰ মুখত আছে। দেৱালৰ ফালে চাই সিহঁত থিয় দি আছে, মুখত এষাৰ কথা নাই।

পাব্‌লোৱে ওচৰৰ মানুহ এটাক কলে, "এই ৰিচিভাৰটো কচোন কেনেকৈ মাৰে।"

মানুহটোৱে কৰ্কশ মাতেৰে ক'লে, "ঘোঁৰাটো টিপি দে। পিছলৈ টানি আগলৈ এৰি দিলেই হ'ল।"

পাব্‌লোৱে সুধিলে ? "ৰিচিভাৰটো ক'ত আছে ?"

"ওপৰত।"

পাব্‌লোৱে পিছলৈ টানিলে কিন্তু নাহিল। পাব্‌লোৱে "ক'লে, ক'তা নাহে দেখোন, লাগি ধৰিছে। মিছা কথা কৈছ।"

গাৰ্ডটোৱে ক'লে, "আৰু পিছলৈ টান আৰু লাহেকৈ আগলৈ এৰি দে।" এনে স্বৰ মই আগতে শুনা নাই। পুৱাৰ আগৰ আকাশতকৈও গোমোঠা।

পাব্‌লোৱে পিছলৈ টানি আকৌ এৰি দিলত ব্লকটো ঠিক ঠাইত পৰিল। হাতোৰাটো পিছলৈ কৰি পিষ্টলটো ঠিক কৰি ললে। বৰ কুৎসিৎ পিষ্টল, ঘূৰণীয়া হেণ্ডেল, খুব সৰু। বেৰেলটো ডাঙৰ, চেপেটা, চম্ভালিবলৈ টান। গাৰ্ডবোৰে তাক চাই আছিল, কিন্তু এটা কথাও ফুটা নাছিল মুখত।

এটাই সুধিলে, "আমাক কি কৰিবা ?"

পাব্‌লোৱে ক'লে, "গুলী কৰিম।"

মানুহটোৱে গোমোঠা স্বৰে সুধিলে, "কেতিয়া ?"

পাব্লোৱে ক'লে, "এতিয়াই।"

মানুহটোৱে সুধিলে, "কত ?"

পাব্লোৱে ক'লে, "ইয়াতে। এতিয়াই। ইয়াতে এতিয়াই। কিং ক'বা নেকি ?"

'গার্ডটোৱে ক'লে, "একো নাই ক'বলৈ। কিন্তু বৰ কুৎসিৎ কাম।"

পাব্লোৱে ক'লে, "তহঁতি কুৎসিৎ। খেতিয়কক মাৰি তহঁতি উৎখাত কৰিছ। তহঁতি মাৰকো মাৰিবি।"

গার্ডটোৱে ক'লে, "মই কাকো মৰা নাই! মাৰ কথা নকবা।"

"তেনেহলে দেখুৱা কেনেকৈ মৰিব লাগে। কাৰণ তহঁতি সদায় মাৰি থাক।"

এটা গার্ডে ক'লে, "আমাক অপমান নকৰিবা। আমি মৰিব জানো।"

পাব্লোৱে ক'লে, "দেৱালৰ ফালে আঁঠু কাঢ়া—মূৰটো দেৱালৰ ফালে দিয়া।" গার্ডকেইটাই ইটোৱে সিটোৰ মুখলৈ চালে।

পাব্লোৱে সিহঁতক ক'লে, "তহঁতি আঁঠু কাঢ়ি মই কৰা দৰে কৰ।"

এটা গার্ডে আটাইতকৈ ওখ গার্ডটোলৈ চাই ক'লে, "পাকো, কেনে লাগিছে ?" সেই ওখ মানুহটোৱেই পেব্লোক পিষ্টলৰ কথা শিকাইছিল। তাৰ কামিজৰ হাতত কৰপৰেলৰ আঁচবাঁচ চিন। সেই শীতল পুৱা মানুহটো খুব ঘামিছে।"

সি ক'লে, "আঁঠুকাঢ়াই ভাল। তেনে নকৰাত একো লাভ নাই।"

এটাই ধেমালি কৰা দৰে কৰি ক'লে, "হওঁতে একেবাৰে মাটিৰ ওচৰলৈ যাম।" কিন্তু ধেমালি কৰাৰ সময় নহয় সেইটো, হঠাতে সিহঁত গহীন হৈ গ'ল।

প্ৰথমটো গার্ডে ক'লে, "তেনে আঁঠু কাঢ়োঁ আহঁ"। চাৰিওটাই আঁঠু কাঢ়িলে। বৰ আপচু দেখালে সিহঁতক। মূৰবোৰ দেৱালৰ ফালে দোঁ খালে। হাতবোৰ কাষত ৰ'ল। এটা এটাকৈ কেউটাকে পেব্লোৱে গুলীয়ালে পাচ ফালৰ পৰা। ঠিক মূৰত। এটাক মাৰি সি ইটোৰ ওচৰলৈ গৈছিল। বেৰেল টোৱাঁই মৰাৰ লগে লগে মানুহটো বাগৰি পৰিছিল। সেই পিষ্টলৰ সেই শীতল, উগ্ৰ আৰু ৰুদ্ধ ধ্বনি আজিও শুনো। বেৰেলটো নচা দেখোঁ, মানুহৰ মূৰটো বাগৰা দেখোঁ। এটাই পিস্তলৰ গুলী লাগিলতো মূৰটো লৰোৱা নাছিল। এটাই মূৰটো আগবঢ়াই শিলত খুন্দিয়াইছিলগৈ।



এটাৰ গোটেই গাটো কঁপিছিল, মূৰটো লৰিছিল। কেৱল এটাই দুহাতেৰে চকু ঢাকি লৈছিল; মানে শেহৰটোৱে। দেৱালৰ দাঁতিত শ চাৰিটা দ'ম বান্ধি ৰ'ল। পেব্লো ঘূৰি আহিল। তাৰ হাতত পিষ্টলটো।

মোক ক'লে, "পিলাৰ, মই হাতোৰাটো বন্ধ কৰিব নোৱাৰোঁ। তুমি ধৰি থাকা চোন।" মোক পিষ্টলটো দি সি গার্ড চাৰিটালৈ চালে। সিহঁতক ৰখা চাৰিটায়ো চালে। আমি সকলোৱে চালোঁ। কিন্তু কোনেও একো নেমাতিলো।

'আমি নগৰখন ললোঁ। সেই ৰাতিপুৱা কোনেও একো খোৱা নাই। কফি একাপো কাৰো মুখত পৰা নাই। ইটোৱে সিটোৰ মুখলৈ চাই দেখিলোঁ মুখবিলাক বেবেক জ্বলাৰ ধোঁৱাৰ ধূলিৰে ভৰি আছে। পিহলাত পিহা মানুহৰ দৰে লাগিল নিজকে। পিষ্টল লৈ মই চাই আছোঁ মৰা গার্ডকেইটালৈ। হাত গধুৰ, পেট সুদা। গার্ডকেইটা ধোৱাঁবৰনীয়া, ধূলি-ধূসৰ,—আমাৰ দৰেই। কিন্তু এতিয়া শুকান কামিজবোৰ তেজেৰে তিতি সেমেকা হৈছে। আমি থিয় দি আছোঁ। দূৰৰ পাহাৰত বেলি ওলাল। বেৰেকৰ বগা দেৱালত বেলিৰ পোহৰ পৰিল। ধূলিবোৰ সোণোৱালী হ'ল। মোৰ কাষৰ খেতিয়কটোৱে বেৰেকৰ দেৱাললৈ চালে। সেই শবোৰ দেখিলে। তাৰ পিচত আমালৈ চালে, তাৰ পিচত বেলিলৈ চালে, তাৰ পিচত ক'লে "Vaya, ৰাতি পুৱাল।"

মই ক'লোঁ, "এতিয়া কফি খাওঁগৈ ব'লা।"

তেওঁ ক'লে, "পিলাৰ, যাওঁ বলা। আমি নগৰলৈ গলোঁ। গুলীত মৰা তাতে শেষ। আৰু কাৰো গাত গুলী চলোৱা নহ'ল।"

ৰবার্ট জর্ডানে সুধিলে, "বাকীবোৰৰ কি হ'ল? গাৱঁত জানো আৰু ফেচিষ্ট নাছিল ?"

"কি কোৱা? ফেচিষ্ট নাছিল? বিশটাতকৈ বেছি আছিল। কিন্তু সিহঁতক গুলী কৰা হোৱা নাছিল।"

"সিহঁতক কি কৰিলে ?"

"পাব্লোৱে সিহঁতক বেতেৰে কোবাই মাৰি ওখ টিলাৰ ওপৰৰ পৰা নৈত পেলাই দিলে।"

"বিশটাকে ?"

"কওঁ শুনা। ইমান সহজ নহয় কথাটো। টিলাৰ ওপৰৰ মুকলি ঠাইত কোবাই কোবাই মাৰি নৈত পেলাই দিয়া দৃশ্য আৰু জীৱনত যেন দেখিবলৈ নেপাওঁ।"

"নগৰখন ওখ পাৰত সজা। তাত মাজেদি নিজৰা বৈ থকা এখন মুকলি ঠাই। তাত বেঞ্চ আছে। কেউফালে ওখগছ। তাৰ ছাঁ বেঞ্চত পৰে। চাৰিওফালৰ ঘৰৰ বাৰান্দাবোৰৰ পৰা মুকলি ঠাইবোৰ দেখা যায়। গৰমতো বাৰান্দাৰ ছাঁইত খোজ কাঢ়ি যাব পাৰি—সৰ্বমুঠ ছটা আলিবাট। মুকলি ঠাইৰ তিনিফালে বাৰান্দা আৰু চতুৰ্থ ফালে গছ ছাঁ পেলোৱা বাট। পৰ্বতৰ টিলাৰ দাঁতিত পৰে সেই গছবোৰ। তলত নৈ খন। তিনিশ ফুট দ।

"পাব্‌লোৱে বেৰেক আক্ৰমণ কৰাৰ সকলো যো-জা কৰিছিল। প্ৰথমতে সি সোমোৱা বাটবোৰ গাৰীবোৰ দি এনেকৈ বেৰি ললে যেন যুজঁৰ বাবেহে আয়োজন হৈছে। যেন এখন ষাঁড়-যুজঁহে হ'ব। নগৰৰ হলত সকলো ফেচিষ্টকে বন্দী কৰি থোৱা হৈছে; সেই মুকলি ঠাই টুকুৰাত সেইটোৱেই ডাঙৰ হ'ল। তাতে বেৰত ঘড়ীটো অঁৰা আছিল। আৰু সেই ঘৰবোৰৰ বাৰান্দাৰ তলতে ক'ৰবাত ফেচিষ্টবোৰৰ ক্লাব আছিল। বাৰান্দাৰ তলত ক্লাবৰ মুখৰ দাঁতিত সিহঁতৰ ক্লাবৰ চকীমেজবোৰ সজোৱা আছে। তাতে সিহঁতে মদ খায়। মেজ আৰু চকীবোৰ ভাজ লগা কাঠৰ। দেখিবলৈ কাফেৰ দৰে, কিন্তু বঢ়িয়া।'

"সিহঁতক ধৰিবলৈ যুদ্ধ হৈছিলনেকি?"

"পাব্‌লোৱে বেৰেকবোৰ আক্ৰমণ কৰাৰ আগতে ৰাতিয়েই সিহঁতক ধৰিলে। তাৰ লগতে বেৰেকবোৰ বেঢ়ি ললে। গতিকে আক্ৰমণ হোৱাৰ লগে লগে সিহঁত সকলো ঘৰে ঘৰে ধৰা পৰিল। বুধিয়কৰ কাম কৰিলে। পাব্‌লো সংগঠক। নহলে চিভিল গাৰ্ডবোৰক আক্ৰমণ কৰোঁতে পাছ ফালৰ পৰা আৰু দাঁতিৰ পৰা আমাক আক্ৰমণ কৰাৰ আশা আছিল।

"পাব্‌লো বুধিয়ক আৰু নিষ্ঠুৰ। এই গাঁওখন পৰিকল্পিত আৰু নিয়াৰিকৈ আক্ৰমণ কৰি তাৰ কাম সি সমাধা কৰিছিল। আৰু কওঁ শুনা। আক্ৰমণ সফল হোৱাৰ পাছত—মানে গাৰ্ড চাৰিটাই সেও লোৱাৰ শেষত, (সিহঁতকতো বেৰলৈ মুখ কৰাই মাৰিলেই)। আমি আকৌ প্ৰত্যূষতে খোলা এখন কাফেত বহি কফি খাইছিলোঁ,—সেইখিনিৰ পৰা পুৱাৰ বাচ যায়। কফি খাই সি মুকলি ঠাই টুকুৰা সংগঠিত কৰিবলৈ লাগিল। বেৰিকেড কৰিবলৈ আলিবাটত



গাড়ীবোৰ পাতিলে। কেৱল নৈৰফালৰ আলিবাটটো মুকলি ৰ'ল। তাৰ পিচত পাব্‌লোৱে পুৰোহিতবোৰক ক'লে, ফেচিষ্টসকলক সৈ কঢ়াবলৈ আৰু কৰিবলগীয়া কাম কৰিবলৈ।

"ক'ত?"

"নগৰৰ হলত। বাহিৰত বহুত মানুহ। ভিতৰত পুৰোহিতে সৈ কঢ়োৱাইছে। বাহিৰত অলপ উচ্ছৃংখলতা আৰু নিলাজ কথা মাতিছে। কিন্তু বেছি ভাগ মানুহেই গহীন-গম্ভীৰ। যিবোৰে পেংলাই কৰিছিল, সিহঁতে বেৰেক লোৱাৰ পাছৰে পৰা খাই-বৈ টং হৈ আছিল। কিছুমান অপদাৰ্থ মানুহো আছিল। সিহঁতে চৌবিশ ঘণ্টা মদ খায়।"

"পুৰোহিতে ভিতৰত কাম কৰিছে। ইফালে পেব্‌লোৱে বাহিৰত মুকলি ঠাই টুকুৰা দুটা শাৰীত ভাগ কৰিলে।"

"ৰছীটনা খেলৰ বাবে যেনেকৈ দুশাৰী মানুহ পাতে ঠিক তেনেকৈ। নতুবা বাইচাইকেল ৰেচ শেষ হ'বৰ সময়ত দুফালে থিয় হৈ চাই থকা মানুহৰ দুটা শাৰী জানিবা, মাজেদি বাইচাইকেল যোৱা ঠাই। বা ধৰা ধৰ্মৰ উৎসৱবোৰত শোভাযাত্ৰা যোৱা বাবলৈ দুফালে মানুহ গোট খাইছে। দুই মিটাৰ ব্যৱধান। শাৰী দুটা হলৰ মুখৰ পৰা পৰ্বতৰ ওখ টিলালৈকে। হলৰ দুৱাৰমুখৰ পৰা চালে মানুহৰ দুটা ডাঠ শাৰী দেখা পায়।"

"সিহঁতৰ হাতত বেত—মানে ধৰা, ধান-সৰোৱা বেতৰ দৰে—। মাজত কোবাবৰ জোখাৰে খালি ঠাই। সকলোৰে হাতত বেত নাছিল। বেত ইমানবোৰ পায় ক'ত? বেছি ভাগেই ডন গুইলাৰমো মাৰ্টিনৰ গুদামৰ পৰা অনা। গুইলাৰমো ফেচিষ্ট; তাৰ খেতিৰ সজুলি বেচা এখন দোকান আছিল। যি বিলাকৰ বেত নাছিল, সিহঁতৰ হাতত গৰখীয়াৰ এচাৰি বা ষাঁড় চৰোৱা মাৰি আছিল। খেনোৰ হাতত আছিল কাঠৰ কাটা। কিছুমানৰ হাতত ধান জৰা সজুলি। কিছুমানৰ হাতত কাচি বা ধান কটা নলীয়া কটাৰী। পেব্‌লোৱে সিহঁতক একেবাৰে টিলাৰ দাঁতিত থিয় কৰাই থৈছিল।"

"দুয়ো শাৰী মানুহৰ মাতবোল নাই। আজিৰ দৰেই বতৰ ফৰকাল। ওখ আকাশত ডাৱৰ আছিল, ঠিক আজিৰ দৰেই। মুকলি ঠাই টুকুৰাত ধূলি নাই, কাৰণ আগনিশা পৰা নিয়ঁৰত গোটেইখন তিতি আছিল। গছবোৰে শাৰীকেইটাৰ ওপৰত ছাঁ বিলাইছিল। সিংহৰ মুখেদি নিজৰাত পিতলৰ

পাইপৰ পৰা পানী পৰি আছিল। মাইকী মানুহে তাৰে পৰা কলহত পানী ভৰায়।"

"হলটোৰ দাঁতিতহে কেৱল বজকৰা মানুহবোৰে মদৰজালত ওভতগোৰে নাচিছিল। অপদাৰ্থ মানুহবোৰে খিৰিকীয়েদি জুমাজুমি কৰি নিলাজ মাত মাতিছিল আৰু লেতেৰা পেংলাই কৰিছিল। শাৰীপতা মানুহবোৰে কিন্তু নীৰৱে ৰৈ আছিল। তাৰে এটাই কোৱা শুনিছিলোঁ। 'মাইকী মানুহো আছেনেকি?'

আন এটাই ক'লে 'ঈশ্বৰে নকৰক।'

আন এটাই আকৌ ক'লে, "এইজনীয়েই হ'ল পেৰ্‌লোৰ তিৰোতা পিলাৰ। মাইকী মানুহ আছে নেকি ?"

মই তালৈ চালোঁ। দেওবৰীয়া সাজ পিন্ধা এজন খেতিয়ক, ঘামি জোল ৰৈ গৈছে গাটো। মই ক'লোঁ, "জোৱাকিন, নাই। মাইকী মানুহ নাই। আমি মাইকী মানুহ নেমাৰোঁ। কিয় মাৰিম ?"

সি উত্তৰ দিলে, "ৰক্ষা কৰিলা হে প্ৰভু যীশু, মাইকী মানুহ নাই। কিন্তু কেতিয়া আৰম্ভ হ'ব ?"

মই ক'লোঁ, "পুৰোহিতৰ কাম হৈ গলেই।"

"আৰু পুৰোহিতক ?"

"ক'ব নোৱাৰোঁ।" মই ক'লোঁ। মানুহটোৰ মুখখন সজীৱ আৰু কপালেদি ঘামৰ জোল বৈছে। "মই আগতে মানুহ মৰা নাই।" সি ক'লে।

কাষৰ খেতিয়কটোৱে ক'লে, "তেতিয়া হ'লে এইবাৰ জানিবা। কিন্তু এই ডালেৰে এমাৰ মাৰিলে মানুহ নমৰে।" এই বুলি দুই হাতেৰে বেতডাল ধৰি সি সন্দেহৰ ভাৱেৰে সেই ডাল চালে।

আন এটাই ক'লে, "তাতে মজা। বহুত মাৰ পৰিলেহে হ'ব।"

আন এটাই ক'লে, 'সিহঁতে বোলে ভেল্লাডলিড আৰু এভিলা ললে। আমি ইয়ালৈ অহাৰ আগতে।'

মই ক'লোঁ, "এইখন নগৰ সিহঁতে কেতিয়াও ল'ব নোৱাৰে। এইখন আমাৰ। আমি আগতে আক্ৰমণ কৰি ললোঁ। পাব্‌লোৱে আক্ৰমণ কৰাৰে বাট চাই থকা মানুহ নহয়।"

আন এটাই ক'লে, "পাব্‌লো কৰ্মঠ। কিন্তু এই গাৰ্ড বধখন পাতি খামখেয়ালি কৰিছে। কি ভাবা, পিলাৰ ?"



মই ক'লোঁ, "হওঁতে হয়। কিন্তু এতিয়াতো সকলোবোৰেই লাগি গৈছা।"

সি ক'লে, "অঁ। খুব ভাল ধৰণে সংগঠিত হৈছে। বাৰু আন্দোলনৰ আৰু খবৰ নেপাওঁ কিয় ?"

"পাব্‌লোৱে বেৰেক আক্ৰমণ কৰাৰ আগতে টেলিফোন তাঁৰবোৰ কাটি দিলে। সেইবোৰ এতিয়াও লগোৱা নাই।"

সি ক'লে, "সেয়েহে আমি একো খবৰ নেপাওঁ। মই আলিবাট সজা মানুহৰ পৰা খবৰ পাইছোঁ।"

সি মোক সুধিলে, "পিলাৰ, এনে কিয় কৰা হ'ল ?"

মই ক'লো, "গুলী বচাবলৈ। প্ৰত্যেকেই ইয়াত ভাগ লব লাগিব।"

"উস, তেনেহলে আৰম্ভ হ'ক। আৰম্ভ হ'ক।" মই তালৈ চালোঁ। সি দেখিলোঁ কান্দিছে।

"খোৱাকিন, কি হ'ল তোমাৰ ? কান্দিছা কেলেই ?"

"নোৱাৰোঁ আৰু। আগতে মানুহ মৰা নাই মই।"

"সৰু নগৰ। প্ৰত্যেকেই প্ৰত্যেকক জানে। বিপ্লৱৰ দিনত সেই দৃশ্য যদি দেখা নাই তেন্তে কোনেও একো ধৰিব নোৱাৰে। সেই দিনা শাৰী পাতি থিয় হৈ থকা খেতিয়কবোৰে নিজৰ পথাৰৰ সাজ পিন্ধি আছিল ; নগৰলৈ আহোঁতে চাপৈগ লৰালৰি হ'ল। কিছুমানে বিপ্লৱৰ জয়ৰ দিনা কি সাজ পিন্ধিব ঠিক কৰিব নোৱাৰি দেওবৰীয়া বা উছৱ-বৰীয়া সাজকে পিন্ধি আহিছে। সিহঁতে আকৌ ইবোৰে সাধাৰণ সাজ পিন্ধি অহা দেখি ভুল হ'ল বুলি ভাবি লাজ পাইছে। বেৰেক কৰা মানুহো আছে তাৰ ভিতৰত। কিন্তু জেকেটবোৰ সোলোকালে হেৰাব বুলি সোলোকাবলৈও ভয়। কাৰণ সেই বদজাতবোৰে চুৰি কৰাৰ ভয়। সেইবাবে ঘামিজামি কামৰ বাবে ৰৈ আছে।

বতাহ আহিল। ধূলি শুকাই গ'ল মানুহৰ অহা যোৱাত আৰু গছকত। ধূলি উৰিবলৈ ধৰাত নীলা দেওবৰীয়া জেকেট পিন্ধা মানুহ এটাই "আগুৱা, আগুৱা" অৰ্থাৎ পানী বুলি চিঞৰিবলৈ ধৰাত মুকলি ঠাইৰ ৰখীয়াটোৱে কৰ্তব্য মতে হোজ-পাইপ মেলি ধূলিবোৰ তিতাই নমাই দিলে। প্ৰথমতে দাঁতি কাষৰত, তাৰ পিচত মাজলৈ পাইপ দিলে। শাৰী দুটা পিছুৱাই গ'ল আৰু মাজৰ ধূলিবোৰ নমাই দিলে। হোজ-পাইপ বহলাই ঘূৰালত এটা অৰ্দ্ধবৃত্তৰ দৰে হ'ল, ৰ'দত পানী জিলমিলাবলৈ ধৰিলে ; বেত মাৰি আৰু ফৰ্ক লোৱা মানুহবোৰে

সেইবোৰত ভৰ দি পানীৰ সোঁত বলা চাবলৈ ধৰিলে। যেতিয়া মাজত ধূলি তিতি বহি গ'ল, তেতিয়া শাৰীবোৰ আকৌ ঠিক ঠাইত থিয় হ'ল আৰু এটা যেতিয়কে চিঞৰি ক'লে, "কেচিষ্ঠ এটাও দেখা নাই? প্ৰথমটো কেতিয়া ওলাব?"

পাব্লোৱে হলৰ মুখৰ পৰা ক'লে, "এতিয়াই ওলাব। এতিয়াই ওলাব।" তাৰ মাতটো ভাগিচে। কাৰণ আক্ৰমণৰ সময়ত বৰকৈ চিঞৰিছিলে। তদুপৰি বেবেকৰ ধোৱাঁ লাগিছিল।

এটাই সুধিলে "পলম হৈছে কিয়?"

পাব্লোৱে চিঞৰি ক'লে, "সিহঁতে পাপ খহাই শেষ কৰা নাই।

মানুহ এটাই ক'লে, "মানুহো জানো কুবিটা নহয়।"

আন এটাই ক'লে "বেছি আছে।"

"বিশটাৰ পাপ জানো কমবোৰ হ'ব।"

"আচলতে সিহঁতে বুধি খটুৱাই সময় কটাইছে। কিন্তু এনে বিপদকালত ডাঙৰ পাপবোৰৰ বাহিৰে আৰু কিবোৰ নো মনত পৰিব?"

"ধৈৰ্য ধৰাচোন। কাৰণ বিশটাৰ প্ৰত্যেকৰে ডাঙৰ পাপ ক'বলৈ হলেও কমখিনি সময় লাগে জানো?"

আন এটাই ক'লে, "ধৈৰ্য ধৰিছোঁ। কিন্তু এইবোৰ সোনকালে খতম কৰাই ভাল। আমালৈও ভাল, সিহঁতলৈও ভাল। কি বোলা? জুলাই মাহ, আমাৰ কাম বহুত। খেতি চপালোঁহে, মৰণা মৰা নাই। এতিয়াও মেলা আৰু উছৱ পতাৰ সময় হোৱা নাই।"

আন এজনে ক'লে, "আজি ইয়াতো এখন মেলা আৰু উছৱ হৈছে। আজি হৈছে মুক্তিৰ মেলা। এই মেলা শেষ হ'লে নগৰ আৰু মাটি আমাৰ হ'ব।"

এটাই ক'লে "আজি ফেচিষ্টবোৰৰ মৰণা মাৰিম। এই খেৰ জাৰিলেহে নগৰখনৰ মুক্তি হ'ব।"

আন এটাই ক'লে, "আমি এতিয়া ভালকৈ শাসন কৰিলেহে মুক্তি পোৱাৰ ফল হ'ব।" তাৰ পিছত সি মোলৈ চাই ক'লে, "আমাৰ দলৰ সভা কেতিয়া?"

মই ক'লোঁ, "এই কাম শেষ হলেই হ'ব। হলতে হ'ব।"



চখতে মই গাৰ্ডৰ তিনিচুকীয়া পেটেন্ট লিডাৰৰ হেট এটা পিন্ধি আছোঁ; পিষ্টলটো বছীৰে ককালৰ পৰা ওলোমাই থোৱা আছে, দীঘল নলাটো বছীত লগা আছে। বুঢ়া আঙ্লিৰে হাতোৰা ডাল নমাওঁতে আৰু ঘোৰাঁটোত টিপা মাৰোঁতে সহজ লাগিছিল। জেকেটটো চখত পিন্ধি ভাল লাগিছিল, পিচত ভাবিছিলোঁ কিজানি হেট নিপিন্ধি পিষ্টলৰ হলষ্টাৰটো পিন্ধা হ'লে বেছি ভাল আছিল। শাৰীত থকা মানুহ এজনে মোক ক'লে, "পিলাৰ আইদেউ, তুমি সেই হেট পিন্ধাটো ভাল দেখা নাই। এতিয়া 'গাডিয়া চিভিল 'আৰু নাই নহয়।'

মই ক'লোঁ, "তেনে মই সোলোকাই থওঁ।" সোলোকালোঁও।

সি ক'লে, "মোক দিয়া, নহলে নষ্ট হ'ব।"

আমি শাৰীৰ এমূৰে আছিলোঁ, সেইমূৰে বাটটো নৈৰ দাঁতিৰ ওখ টিলাই দি গৈছে। সি হেটটো হাতত লৈ টিলাৰ ওপৰেদি ষাঁড় গৰু বখোঁতে গৰখীয়াই জাকৰ তলেদি শিলগুটি দলিওৱাদি দলিয়াই উৰুৱাই পঠিয়ালে। হেটটো বহুত দূৰলৈ উৰি গ'ল আৰু লাহে লাহে সৰু হৈ মনিৰ নোৱাৰাত পৰিলগৈ। বতাহত পেটেন্ট চামৰাৰ চিকমিকনি দেখিলোঁ মাত্ৰ। হেট গৈ নৈত পৰিলগৈ। মই মুকলি ঠাইটুকুৰালৈ চকু দিলোঁ, দুৱাৰে, বাৰান্দাই, খিড়িকীয়ে য'তে ত'তে মানুহেই মানুহ। হলৰ দুৱাৰমুখলৈকে দুশাৰী মানুহ। হলৰ খিড়িকীত মানুহৰ ঠেলাহেঁচা। বহুত মানুহে একেলগে কথা কৈছে। মই তেনেতে কোনোবাই চিঞৰি কোৱা শুনিলোঁ "প্ৰথমটো ওলাইছে।" দেখিলোঁ মেয়ৰ—নগৰাধিপতি ডন বেনিটো গাৰ্চিয়া। সুদা মূৰে দুৱাৰমুখৰ পৰা ওলাই আহি পদূলিয়েদি আহি আছে। একো ঘটা নাই। বেত লোৱা মানুহ দুশাৰীৰ মাজেৰে গ'ল, একো ঘটা নাই। দুটা, চাৰিটা, আঠটা, দহটা মানুহ পাৰ হৈ গ'ল, একো ঘটা নাই। উচ্চ শিৰ, ধোৱাঁবৰণীয়া শকত মুখ, চকু সমুখত—মাজে মাজে মাত্ৰ পিৰিক পাৰাককৈ ইকালে সিকালে চায়। খোজ কিন্তু গহীন। তেতিয়াও একো ঘটা নাই।

ওপৰৰ বাৰান্দাৰ পৰা কোনোবাই চিঞৰা শুনিলোঁ "ভয়পাতুৰাহঁত কি চাই আছ?" কিন্তু ডন বেনিট তেতিয়াও নিৰ্বিঘ্নে খোজ কাঢ়ি গৈ আছে। তাৰ পিচত দেখিলোঁ মোৰ পৰা তিনিটা মানুহৰ আঁতৰত এটা মানুহে বেতডাল লৈ ৰৈ আছে। মানুহটোৱে ডন বেনিটো ওচৰলৈ অহা চাই

আছে। তেতিয়াও একো ঘটা নাই। যেতিয়া ডন বেনিটো মানুহটোৰ আগ পালেহি সি ডন বেনিটোৰ মূৰৰ কাষত এটা পূৰ্ণহতীয়া কোব সোধালে। ডন বেনিটোই তালৈ চালে আৰু তেতিয়া সি আকৌ কোব সোধালে তাৰ পিচত চিঞৰি ক'লে, "গৰাকী এই মাৰ তোৰ বাবে।" এই বাৰ মাৰ ডন বেনিটোৰ মুখত পৰিল। তেওঁ হাতেৰে মুখ ৰক্ষা কৰিবলৈ যত্ন কৰিলে। তাৰ পিচত মানুহে মাৰি তেওঁক বগৰাই দিলে। প্ৰথমে মৰাটোৰে সাহায্য বিচাৰি ইবোৰক মাতিলে আৰু নিজে ডন বেনিটোৰ কামিজৰ কলাৰত ধৰি চোচোৰালে। ইবোৰেও হাতে-পাতে ধৰি ধূলিত মুখ দি মানুহটোক বাটেদি চোচোৰাই টিলাৰ দাঁতিলৈ নি ওপৰৰ পৰা নৈলৈ বগৰাই দিলে। প্ৰথমতে মৰা মানুহটোৱে টিলাৰ দাঁতিত বহি মানুহ-টোলৈ চাই ক'লে, "গৰাকী, হেৰ গৰাকী, হেৰ গৰাকী।" মানুহটো ডন বেনিটোৰ আধি খোৱা আছিল আৰু ছুয়োটাৰে মাজত নৈৰ দাঁতিৰ মাটি এটুকুৰা লৈ হাই কাজিয়া লাগিছিল আৰু এই মানুহটোক ডন বেনিটোৱে ঘৃণা কৰিছিল। মানুহটো তাতে বহি বৈ ডন বেনিটো পৰা ঠাই টুকুৰালৈ চাই ৰ'ল, নিজৰ শাৰীলৈ ঘূৰি নাহিল।

ডন বেনিটোৰ পিচত কোনো নাহিল। কাৰো ক'তো সাৰস্থৰ নোহোৱা হ'ল কাৰণ সকলোৰেই ইয়াৰ পাছত কোন আছে তালৈ বাট চাই ৰ'ল। তেনেতে এটা মদাহীয়ে চিঞৰিলে, "গৰুটোক উলিয়াই আন।"

হলৰ খিড়িকীৰ পৰা আকৌ কোনোবা এটাই উত্তৰ দিলে, "সিহঁতে প্ৰাৰ্থনা কৰিয়েই আছে। সিহঁতে লৰচৰ নকৰে।"

আন এটা মদাহীয়ে চিঞৰিলে, "সিহঁতক উলিয়াই আন। আন, উলিয়াই আন। প্ৰাৰ্থনাৰ সময় উকলি গ'ল।"

কিছু পৰলৈ কোনো নাই। তাৰ পিছত দুৱাৰেদি এটা মানুহ ওলাই আহিল।

"মানুহজন ডন ফেডেৰিক' গঞ্জালেজ। এজন মিলমালিক, ধান মজুত ৰাখে আৰু ডাঙৰ ফেচিষ্ট। মানুহজন ওখ পাতল আৰু চুলি এদাঁতিৰ পৰা ইদাঁতিলৈ আঁচোৰা। মূৰৰ টপা ঠাইটুকুৰা যাতে নেদেখি তাৰ ব্যৱস্থা। গাত এটা ৰাতিৰ চোলা, পেণ্টত সুমাই থোৱা। ঘৰৰ পৰা শুদা ভৰিৰে যেনেকৈ ওলাইছিল ঠিক তেনেকৈয়ে আছে; পেৰ্‌লোৰ আগে আগে মূৰত হাত এখন দি তেওঁ আহি আছে, পেৰ্‌লোৱে নিজ চট গানৰ বেৰেলটো তেওঁৰ মূৰৰ ফালে পোনাই আছে। যেতিয়া মানুহ দুশাৰীৰ মাজত সোমালহি তেতিয়া পেৰ্‌লো হলৰ মুখলৈ উভতি গ'ল। ডন ফেডেৰিকোই খোজ কাঢ়িব নোৱাৰিলে; যতে আছে ত'তে থিয় হৈ ৰ'ল। চকু ৰ'ল আকাশত আৰু হাতো মেলি দিলে সেই পিনে; দেখিলে ভাব হয় যেন তেওঁ আকাশখন ধৰিবহে।

এটা মানুহে ক'লে, "তাৰ খোজ কাঢ়িবলৈ ভৰি নাই।"

আন এটা মানুহে চিঞৰি সুধিলে, "ডন ফেডেৰিকো, হ'ল কি? খোজ কাঢ়িব নোৱাৰানেকি?" কিন্তু ফেডেৰিকোই হাত ওপৰলৈ তুলি তাতে ৰ'ল, মাত্ৰ তেওঁৰ ওঁঠ দুখন লৰি আছিল।

পাব্‌লোৱে খটখটীৰ পৰা চিঞৰি ক'লে, "খোজ কাঢ়।"

ডন ফেডেৰিকোই তাতে থিয় হৈ ৰ'ল আৰু খোজ কাঢ়িব নোৱাৰিলে। মদাহী এটাই তাক পিঠি ফালৰ পৰা খুচি দিলে আৰু ফেডেৰিক'ই ঘোঁৰাই জাপ মৰা দি জাপ এটা মাৰিলে, কিন্তু সেই একে দৰেই হাত তুলি আৰু চকু তুলি আকাশলৈ চাই ৰ'ল।

মোৰ ওচৰত থকা খেতিয়কটোৱে ক'লে, "লাজ লগা কথা। মোৰ কোনো আখেজ নাই মানুহটোৰ প্ৰতি। কিন্তু এনেকুৱা দৃশ্য বেছি পৰ সহ্য কৰিব নোৱাৰি।" সেই কাৰণে সি শাৰীৰ পিছলৈ গৈ ডন ফেডেৰিক'ৰ ওচৰলৈ গ'ল আৰু "তোমাৰ অনুমতি লৈহে" বুলি মাৰি ডালেৰে মূৰৰ ওচৰত ডাঙৰ কোব মাৰি দিলে।

ডন ফেডেৰিকোই হাত দুখন নমাই মূৰৰ ওপৰত দিলে—অৰ্থাৎ য'ত টপা ঠাইখিনি ওলাই আছিল, মূৰটো হাতেৰে ঢকা অৱস্থাতে নমাই দিলে; আঙুলিৰ ফাকেৰে দুই এডাল দীঘল চুলি ওলাই পৰিল। শাৰী দুটাৰ মাজেদি সি দৌৰিবলৈ ধৰিলে আৰু পিঠিত আৰু কান্ধত বেতৰ কোব পৰিবলৈ লাগিল। অৱশেষত সি যেতিয়া তললৈ মূৰকৈ লুটি খাই পৰিল তেতিয়া শাৰীৰ শেষৰ মানুহবোৰে তাক ধৰি নি টিলাৰ সিপাৰে পেলাই দিলেগৈ। পাব্‌লোৱে চটগানেৰে ঠেলি থৈ যোৱাৰে পৰা মানুহটোৱে মতা নাছিল। মাত্ৰ সি খোজ কাঢ়িব পৰা নাছিল। যেন ভৰিৰ শক্তি হেৰুৱাই পেলাইছিল।

ডন ফ্রেডেৰিক'ৰ পাছত দেখিলোঁ। টিলাৰ দাঁতিৰ শাৰীৰ শেষৰ ফালে কাঠচিতীয়া মানুহবোৰ আছে। তাৰ পৰা মই গৈ এইবাৰ হলটোৰ বাৰান্দালৈ গ'লোঁ। আৰু দুটা মদাহীক ঠেলি খিড়িকীয়েদি ভিতৰলৈ চালোঁ। হলৰ ডাঙৰ কমটোত অৰ্দ্ধবৃত্তাকাৰে পুৰোহিতৰ সৈতে আটাইবোৰে আঠু কাঢ়ি প্ৰাৰ্থনা কৰি আছে। পুৰোহিতেও আঠু লৈছে আৰু প্ৰাৰ্থনা কৰিছে। পাব্‌লো আৰু চাৰি-আঙুলীয়া মুচি—কুৱাট্ৰো ডেডচই (ই পাব্‌লোৰ লগৰীয়া) চট গান লৈ সিহঁতক ৰখি আছে। পাব্‌লোৱে পুৰোহিতক সুধিলে, "এইবাৰ কোন্ যাব?" পুৰোহিতে প্ৰাৰ্থনা কৰিয়েই ৰ'ল, একো উত্তৰ নিদিলে।

পাব্‌লোৱে এইবাৰ পুৰোহিতলৈ চাই কৰ্কশ মাতেৰে ক'লে, "শুনা। এইবাৰ কাক পঠিওৱা? কোন যাবলৈ ওলাইছা?"

পুৰোহিতে পাব্‌লোক একো নক'লে। তেওঁ যেন তাত নাই এনে ভাৱে আওকাণ কৰি ৰ'ল আৰু দেখিলোঁ। পেব্‌লোৰ মুখ খঙত ৰঙা পৰিছে।

ডন ৰিকাৰ্ডো মন্টাল্‌ভোই ক'লে, "আমি আটাইবোৰ একে লগে যাম।" মানুহটো জমিদাৰ, প্ৰাৰ্থনা কৰিবলৈ এৰি সি পাব্‌লোলৈ চাই ক'লে।

"নহৰ।" পাব্‌লোৱে ক'লে, "এবাৰত এটাকৈ হে যাব পাৰিব।"

ডন ৰিকাৰ্ডোই ক'লে, "তেনে মই যাওঁ। ইয়াতকৈ আৰু সাজু হ'বলৈ কি আছে?" পুৰোহিতে তেওঁক আশীৰ্বাদ দিলে; ৰিকাৰ্ডো থিয় হ'লত আকৌ এবাৰ আশীৰ্বাদ দিলে। তাৰ ডন ৰিকাৰ্ডোক এপাত ক্ৰচ দিলে চুমা খাবলৈ। ডন ৰিকাৰ্ডোই চুমা খালে আৰু তাৰপাছত পাব্‌লোলৈ চাই ক'লে, "ইয়াতকৈ আকৌ কি সাজু আছে? হেৰ 'কেত্ৰন'……। ৰ'ল?"

ডন ৰিকাৰ্ডো চুটি চাপৰ; মূৰত পকা চুলি, ডাঙৰ গলধন, গাত কলাৰ নোহোৱা এটা চাৰ্ট। বৰকৈ ঘোঁৰা উঠা বাবে ভৰি যোৰ ধেনুভিৰীয়া। বাকীবোৰে আঠু লৈ প্ৰাৰ্থনা কৰি আছিল; সি ক'লে "বেজাৰ নকৰিবাহঁক। মৰাটো একো কথা নহয়। কিন্তু এইবোৰ বদজাতৰ হাতত মৰাটোহে বেয়া। চটগানেৰে মোক খুচুৰি।" সি পাব্‌লোলৈ চাই ক'লে।

হলৰ বাৰান্দাৰ মুখৰ পৰা পকা চুলিৰে শুভ্ৰ মূৰটো লৈ সি খোজ ল'লে। তাৰ সৰু ডাৱৰীয়া চকু যোৰ আৰু ডাঙৰ গলধনটো ওলাই পৰিছিল। মানুহটোৰ সকলোতে খং ফুটি উঠিছিল। খেতিয়ক দুশাৰীলৈ চাই সি মাটিত পিকালে।



বুজিছা ইংলেচ, সি একেবাৰে আচল থুই পেলালে; এনে সময়ত আচল থুই পেলোৱা বৰ টান। "তইঁতৰ তথাকথিত ৰিপাব্লিক ধ্বংস হওক। তইঁতৰ সাতপুৰুষৰ শ্ৰাদ্ধ কৰোঁ।"

কোৱাৰ লগে লগে মানুহটোক মৰিয়াই মাৰি পেলালে, কাৰণ মানুহবোৰে অপমান বোধ কৰিলে! খোজ কাঢ়িবলৈ ধৰোঁতেও মাৰ পৰিবলৈ ধৰিলে। শেহত সি পৰি গ'ল। পৰি গ'লত ধান কটা কাচি আৰু 'হুকে'ৰে তাক ছোৱা-ছোৱাকৈ কাটিলে। তাৰ পিচত তাক ভালেমান মানুহে কঢ়িয়াই নি টিলাৰ ওপৰেদি বগৰাই নৈত পেলাই দিলে গৈ। মানুহবোৰৰ হাতত, কাপোৰত এইবাৰ তেজ লাগিল। সিহঁতে ভাবিবলৈ ধৰিলে হলৰ পৰা অহা মানুহবোৰ সঁচাকৈয়ে শত্ৰু। সিহঁতক মাৰিব লাগে।

ডন ৰিকাৰ্ডোই সেই কাণ্ড নকৰা হ'লে আৰু মানুহবোৰক অপমান নকৰা হ'লে বেছি ভাগেই শাৰীত নাথাকিবলৈ পালেই ভাল পালেহেঁতেন। যদি কোনোবাই চিঞৰি ক'লেহেঁতেন যে "সিহঁতক ক্ষমা কৰিব লাগে, কাৰণ সিহঁতে উচিত শিক্ষা পালে", তেনেহলে আটাইবোৰে তাক মানি ললেহেঁতেন।

ডন ৰিকাৰ্ডোই মৰসাহস দেখুৱাই ইবোৰৰ অপকাৰ কৰিলে। কাৰণ সি মানুহবোৰক জোকাই ল'লে। আগতে বিশেষ আগ্ৰহ নেদেখুৱাকৈ সিহঁতে মাত্ৰ কৰ্তব্য সমাপন কৰি গৈছিল, এতিয়া কিন্তু সিহঁতৰ খং উঠিল। আৰু ফলত সিহঁতৰ ব্যৱহাৰ বেলেগ হ'ল।

এটাই চিঞৰিলে, "পুৰোহিতক ওলাবলৈ ক। তেতিয়া কাম সোন-কালে হ'ব।'

"পুৰোহিতক ওলাবলৈ ক।"

"আমাৰ চোৰ তিনিটা। পুৰোহিতক মাত।" এটাই চিঞৰি ক'লে।

এটা কঁটীয়া খেতিয়কে তালৈ চাই ক'লে, "আমাৰ ঈশ্বৰৰ লগত দুটা চোৰহে আছিল।"

তাৰ মুখখন খঙত ৰঙা হ'ল, "কাৰ ঈশ্বৰ?"

"কোৱা মতে আমাৰ ঈশ্বৰ।"

"সেইজন আমাৰ ঈশ্বৰ নহয়। ধেমালিতো নেভাবিবা।" ইটোৱে ক'লে, "যদি এই দুশাৰীৰ মাজত সোমাব লাগে তেন্তে মুখ চণ্ডালি কথা কৰি।"

চুটি খেতিয়কটোৱে ক'লে, "তাৰ দৰে ময়ো ৰিপাব্লিকান। মই ডন

ৰিকাৰ্ডোক মুখতে মাৰিলো। ডন ফেডেৰিকক মই পিঠিত বহাইছোঁ। ডন বেনিটোক নেপালোঁ। আমাৰ ঈশ্বৰ বুলি কোৱাটো গত বুলি কৈছোঁ। চোৰ দুটাৰ কথাও কৈছোঁ।'

"ৰিপাব্লিকানৰ নাম নুমাৰি। ডন ডন কৰিছ কিয় ?"

"সেই বুলি সিহঁতক মতা হয়।"

"মই নেমাতোঁ। আৰু তোমাৰ প্ৰভু ! সোঁৱা আৰু এজন আহিছে।"

আমি তেতিয়া এটা কুৎসিৎ দৃশ্য দেখিলোঁ।। হলৰ মুখৰ পৰা এইবাৰ যিজন মানুহ ওলাই আহিল তেওঁ জমিদাৰ ডন চিলেষ্টিঅ' ৰিভাৰোৰ ৰৱপুত্ৰ ডন ফষ্টিন ৰিভাৰো। মানুহটো ওখ, চুলি হালধীয়া আৰু কপালৰ পৰা ধুনীয়াকৈ ওভোতাকৈ আঁচোৰা। জেপত মানুহটোৱে সদায় এখন ফণি লৈ ঘূৰে। মানুহটোৱে খুব ছোৱালী জোকায় আৰু ভয়পাতুৰা। সি সদায় ষাঁড় গৰুৰ যুঁজ কৰিবলৈ বিচাৰি ফুৰিছিল। তাৰ পিচত জিপ্সীৰ লগত আৰু ষাঁড়গৰুৰলাৰ লগত ফুৰিছিল। এণ্ডেলুচিয়ান সাজ-পাৰ পিন্ধি মানুহটোৱে খুব ভাল পাইছিল। কিন্তু পিন্ধিলে কি হ'ব মানুহৰ নাম মাত্ৰ সাহসো নাই। আৰু তাক দেখিলে মানুহে হাঁহিছিল। এবাৰ সি ষাঁড়গৰুৰ যুঁজত ওলাব বুলি ওলাইছিল,—এভিলাত। সি বোলে এণ্ডেলুছিয়ানৰ সাজপাৰ পিন্ধি ঘোঁৰাৰ পিঠিৰ পৰা ষাঁড়গৰু এটা মাৰিব এনেকৈ কথা ওলাইছিল। আখৰাও কৰিছিল ভালেমান দিন। কিন্তু যেতিয়া দেখিলে যে সি দেখা লেৰেলা ষাঁড় গৰুটোৰ ঠাইত এটা প্ৰকাণ্ড ষাঁড় দিয়া হৈছে, তেতিয়া সি বেমাৰ হৈছে বুলি ভাও জুৰি ডিঙিত আঙুলি সুমুৱাই বতিয়ালে।

সি শাৰী দুটাৰ মাজত সোমালত সিহঁতে চিঞৰিলে, "হেৰ, ডন ফষ্টিনো ! চাবা, যাতে বমি নকৰা এইবাৰ।"

"ডন ফষ্টিন', শুনা। টিলাৰ সিপাৰে বহুত ধুনীয়া ছোৱালী আছে।"

"ডন ফষ্টিন'। অলপ ৰ'বা আৰু অলপ পিছতে আগৰটোতকৈ ডাঙৰ এটা ষাঁড়গৰু আনি দিম।"

আন এটাই ক'লে, "শুনা, ডন ফষ্টিন'। কেতিয়াবা মৃত্যুৰ কথা শুনিছানে ?"

ডন ফষ্টিন' তাতে ৰ'ল। দেখাত বেছ সাহসী। তাৰ মনৰ ভাৱ যেন সি কেনিবা যাবলৈ ওলাইহে আহিছে। সেই একে ভাবতে সি ষাঁড়



গৰুৰ যুঁজৰ বাবে সাজু হৈছিল। কাৰণ মানুহে তাক কৈছিল যে সি ষাঁড়গৰুৰ পাকৈত যুঁজাৰু হ'ব পাৰিব। ডন ৰিকাৰ্ডোক দেখি তাৰ সাহস বাঢ়িছিল আৰু তাতে ধুনীয়াটি হৈ থিয় দি আছিল ; দেখাত সাহসীও যেন হ'ল। কিন্তু মুখখন ঘৃণাৰে ভৰি আছিল। তাৰ মুখৰ পৰা কথা নোলাল।

কোনোবাই শাৰীৰ পৰা ক'লে, "আহঁা ডন ফষ্টিন'। আহঁা। ইয়াতে আটাইতকৈ ডাঙৰ ষাঁড় গৰুটো আছে।"

ডন ফষ্টিন'ই বাহিৰলৈ চালে আৰু দেখি বুজিলে দুই শাৰী মানুহৰ মাজত দয়া নাই। তথাপি দেখাত মানুহটো তেতিয়াও ধুনীয়া হৈ আছে। ইফালে সময় চমু চাপি আহিছে আৰু যাবলৈ মাথোন বাট এটা।

কোনোবা এটাই ক'লে, "ডন ফষ্টিন', কিয়, ৰৈ আছা কিয়, বোলো কিয় ?"

শাৰীৰ পৰা কোনোবা এটাই ক'লে, "বেচেৰাই বমি কৰিব খুজিছে।" হাঁহিৰ শব্দ শুনা গ'ল।

এটা খেতিয়কে ক'লে, "ডন ফষ্টিন'। ভাল লাগিলে বমিকে কৰা। কৰা নকৰা মোৰ বাবে একে কথা।"

তাৰ পিচত ডন ফষ্টিনই শাৰীৰ মাজেৰে চাই পঠিয়ালে ওখ টিলা আৰু তাৰ সিপাৰলৈ। সিপাৰে শূন্য। সি মুখ ঘূৰাই হলৰ ফালে যাব খুজিলে।

গোটেই মানুহজাকে চিঞৰি দিলে আৰু কোনোবা এটাই টেটু ফালি সুধিলে, "ডন ফষ্টিন' বোপা, ক'লৈ যোৱা ?"

আন এটাই ক'লে "সি হকৰাবলৈ ওলাইছে।" এইবাৰ আটাইবোৰে হাঁহিলে।

তাৰ পাছত আমি দেখিলোঁ চটগানেৰে ঠেলি তাক পেৰ্লোৱে লৈ আহিছে। এতিয়া তাৰ আৰু নিজা ৰেহৰূপ নাই। পেৰ্লোৱে তাক ঠেলি লৈ আহিছে সি যেন আলিবাট এটাহে পৰিষ্কাৰ কৰিছে। ডন ফষ্টিনই জানিবা জাবৰ। ডন ফষ্টিন' এইবাৰ ওলাই আহিল, আৰু দুহাত ভাঁজ কৰি প্ৰাৰ্থনা কৰিলে। তাৰ পিচত চকুত হাত দি খটখটীয়েদি নামি আহি শাৰীৰ মাজ পালেহি।

কোনোবা এটাই ক'লে, "তাক একো নকৰিবা। গাত হাত নিদিবা।"

শাৰীৰ মানুহবোৰে বুজিলে। ডন ফষ্টিন'ৰ গাত কোনেও হাত নুতুলিলে।

তথাপি তাৰ চকুৰ হাতযোৰ কঁপিল, তাৰ মুখ কঁপিল আৰু সি দুই শাৰীৰ মাজেৰে আগ বাঢ়িল।

কোনেও একো নকলে, কোনেও তাক নুছুলে; তথাপি আধাবাট গৈয়ে সি যাব নোৱাৰা হ'ল আৰু আঁঠু লৈ বহিল।

তথাপি কোনেও তাক আঘাত নকৰিলে। মই শাৰীৰ দাঁতিয়ে দাঁতিয়ে গৈ আছিলোঁ। কি হয় চাবৰ বাবে। দেখিলোঁ, খেতিয়ক এটাই চাপৰি তাক আঁঠু দুটাত ধৰি তুলি দিলে আৰু ক'লে, "ডন ফষ্টিন' উঠা। খোজ কাঢ়া। এতিয়াও ষাঁড়টো ওলোৱা নাই।"

ডন ফষ্টিনই খোজ দিব নোৱাৰিলে। ক'লা চোলা পিন্ধা এটা খেতিয়কে একালে আৰু আন এটাই একালে কান্ধত ধৰি ধৰি তাক লৈ গ'ল। ডন ফষ্টিনই দুই শাৰীৰ মাজেৰে খোজ কাঢ়ি গ'ল। চকুত হাত গুচা নাই, ওঁঠৰ কঁপনি মাৰ যোৱা নাই, মূৰৰ হালধীয়া চুলি মূৰত জিলমিলালে আৰু সিহঁত গ'লত খেতিয়কবোৰে ক'লে, "ডন ফষ্টিন, ভালকৈ খাইবৈ লোৱা।" আন কিছু মানে ক'লে, "ডন ফষ্টিন', আদেশ দিয়া।" আন এটা ষাঁড়-গৰু যুঁজত হৰা মানুহে ক'লে, "ডন ফষ্টিন' তোমাৰ আদেশত……।" আন এটাই ক'লে "ডন ফষ্টিন', স্বৰ্গত ধুনীয়া ছোৱালী আছে।" সিহঁতে এই দৰে ডন ফষ্টিন'ক দুই শাৰীৰ মাজেৰে লৈ গ'ল, থিয় কৰাই আৰু কাষলতি তলত ধৰি ধৰি। তাৰ চকুৰ পৰা হাত নানামিল। তথাপি আঙুলিৰ ফাঁকেৰে বোধ-হয় দেখিছিল। টিলাৰ দাঁতি পালত সি আকৌ আঁঠু কাঢ়িলে, লুটি খাই পৰিল, আৰু ঘাঁহত খামোচ মাৰি ধৰিলে। তাৰ পিচত ক'লে, "নেলাগে, নেলাগে, নেলাগে, কাৰো কৰিছোঁ, নেলাগে।"

লগত থকা খেতিয়কবোৰে আৰু মূৰৰ কাঠচিতীয়া মানুহ কেইটাই সি আঁঠু কঢ়াৰ লগে লগে বহি পৰিল আৰু তাক ঠেলি দিলে। টিলাৰ ওপৰেদি গৈ মানুহটোৱে মাৰ এটা নোখোৱাকৈ সিপাৰে পৰিলগৈ আৰু আমি তাৰ চিঞৰ শুনিলোঁ।

তেতিয়াহে মই বুজিলোঁ যে দুই শাৰী মানুহ নিষ্ঠুৰ হৈ পৰিছে। ডন ৰিকাৰ্ডৰ অপমান আৰু ডন ফষ্টিনৰ কাপুৰুষালি দুয়োটাই তাৰ কাৰণ।

এটা খেতিয়কে ক'লে, "আৰু এটা আনা।" আন এটা খেতিয়কে তাৰ পিঠিত চপৰিয়াই ক'লে, 'ডন ফষ্টিনৰ দৰে লোক জীৱনত দেখা নাই।"



আন এটাই ক'লে, "এইবাৰ ডাঙৰ ষাঁড়গৰুটোকে পালে। দুল্লাৰ মাৰি আৰু লাভ নাই।"

আন খেতিয়কটোৱে ক'লে, "মোৰ জীৱনতো এনে লোক দেখা নাই।"

আন এটা খেতিয়কে ক'লে, "আৰু আছে। ধৈৰ্য ধৰা। আৰু বা কি দেখা?"

প্ৰথমটো খেতিয়কে ক'লে, "দৈত্যও আছে বাওনাও আছে। নিগ্ৰোও দেখিবা, বা আফ্ৰিকাৰ নেদেখা জন্তু দেখিবা। কিন্তু ডন ফষ্টিনৰ দৰে বস্তু আৰু ক'ত দেখিবা? আৰু এটা চাওঁ। আৰু এটা বুজিছা।"

মদাহীবোৰে 'এনিচ' আৰু 'কগনাক'ৰ লুটি অনা বটলবোৰ খুলি বিলাইছে আৰু মদৰ দৰে খাইছে। শাৰীৰ কিছুমান মানুহৰো গাত নিচা লাগিছে; ডন বেনিট, ডন ফ্ৰেডেৰিক, ডন ৰিকাৰ্ডো আৰু বিশেষকৈ ডন ফষ্টিনক চোৱা আবেগৰ পিচত মদ খাই। বটলৰ মদ নোখোৱা বোৰে ছালৰ মোনাৰ মদ খালে; এটাই ইটোক দিলে; মোকো কোনো এটাই ছালৰ মোনা দিলে, ময়ো খালোঁ। খুব খালোঁ। মোৰ ডিঙিয়েদি চেঁচা হৈ বাগৰি গ'ল। আৰু পিয়াহো গুচিল।

ছালৰ মোনা দিয়া মানুহটোৱে ক'লে, "মাৰিলে বেছি পিয়াহ লাগে।"

মই সুধিলোঁ, "তুমি মাৰিছা নেকি?"

সি ক'লে, "আমি চাৰিটা বহালোঁ। গাৰ্ডবোৰ বাদ দি। পিলাৰ, তুমি বোলে এটা গাৰ্ড মাৰিলা?"

মই ক'লোঁ। "এটা নহয়। বেৰখন ভাগিলত ধোঁৱাৰ মাজত গুলীয়ালোঁ। বুজিছা।"

"পিলাৰ, পিষ্টলটো ক'ত পালা?"

"পাব্লোৰ পৰা। পাব্লোৱে গাৰ্ডবোৰ মাৰি মোক দিলে।"

"পিষ্টলেৰে মাৰিলে?"

"অঁ। মাৰি মোৰ হাতত দিলে।" মই ক'লোঁ।

"মোক চাবলৈ দিবানে?"

"চোৱা।" মই ক'লোঁ। এই বুলি বছীৰ তলৰ পৰা পিষ্টলটো উলিয়াই তাক দিলোঁ। তেতিয়াও কোনো নোলোৱা দেখি চিন্তা কৰি আছিলোঁ। তাৰ পিচত ষ্টৰ মালিক ডন গুইলাৰ্মো মাৰ্টিন ওলাই আহিল। তেওঁৰ গুদামৰ পৰাই

মাৰি, বেত, হুক, কাচি এইবোৰ অনা হৈছিল। ডন গুইলাৰ্মো ফেচিষ্ট আছিল, নহলে তেওঁৰ বিৰুদ্ধে কাৰো একো অভিযোগ নাছিল ;

অৱশ্যে বেত তৈয়াৰ কৰা মানুহবোৰক তেওঁ কম পইচা দিছিল, কিন্তু সি বেছি দামতো বেচা নাছিল। যদি কোনোবাই ডন গুইলাৰ্মোৰ পৰা নিকিনো বোলে, তেন্তে কাঠ আৰু চামৰাৰ খৰচটো দিলেই হ'ব। তাৰ কথাবোৰ হুটা। মানুহটো ফেচিষ্ট আৰু ক্লাবৰ মেম্বৰ। দু'পৰীয়া গধূলি তাৰ বেতৰ চকীত বহি ক্লাবত E Debate পঢ়ে, জোতা পলিচ কৰায়, 'ভাৰ্মাউথ' আৰু 'ছেলজাৰ' খায়, পোৰা বাদামৰ জুটি লয়। আৰু শুকান 'শ্ৰিম্পছ' আৰু 'এঙ্কোভিচো' খায়। এইবিলাকৰ বাবে মানুহৰ মৃত্যু দণ্ড হ'ব নোৱাৰে ; আৰু ডন ৰিকাৰ্ডোৰ অপমান 'আৰু ডন ফষ্টিনোৰ শোচনীয় ভয়ৰ দৃশ্য নেদেখা হ'লে আৰু তাৰ পিচত মদ নোখোৱা হ'লে আন কিছুমানে ক'লেহেঁতেন "ডন গুইলাৰ্মো। শান্তিত থাকক আমি তাৰ বেতবোৰ পাইছোঁ। তাক এৰি দিয়াহক।'

নগৰখনৰ মানুহবোৰ মৰমিয়াল যদিও সিহঁত নিঠুৰো হ'ব পাৰে। সিহঁতৰ স্বাভাৱিক ন্যায়বোধ এটা আছে। সৎকাম কৰাৰ প্ৰবৃত্তিও আছে। কিন্তু নিষ্ঠুৰতা এতিয়া মানুহবোৰৰ মনত সোমাই গ'ল ; তদুপৰি কিছুমান মাতাল হ'ল। কিছুমান আকৌ মাতাল হ'বৰ উপক্ৰম কৰিছে। ডন বেনিট ওলাবৰ বেলিকা মানুহবোৰ যেনে আছিল, এতিয়া সিহঁত তেনে নহয়। আন দেশত কেনে হয় তাক মই নেজানো। মদ খাই খুব আনন্দ পাওঁ ; কিন্তু স্পেইনত যেতিয়া আচল মদৰ বদলি আন বস্তু খাই পাগল হয় তেতিয়া বৰ বেয়া হয়। মানুহে তেতিয়া এনে কিছুমান কাম কৰে যে যিবোৰক অন্যায় নুবুলি নোৱাৰি। তোমাৰ দেশত কেনে হয়, ইংলেচ ?'

ৰবাৰ্ট জৰ্ডানে ক'লে, "একে। সাত বছৰ বয়সৰ কথা মনত পৰে ; আইৰ লগত অহিঅ'লৈ গৈছিলোঁ। বিয়া এখন খাবলৈ। তাত মই এজনী ছোৱালীৰ লগত ফুল কঢ়িয়াবলৈ লগ হৈছিলোঁ।।"

মেৰিয়াই সুধিলে, "সচাঁকৈয়ে নে ? খুব ভাল লাগিব পায়।"

সেই নগৰখনত এজন নিগ্ৰোক লেম্পপষ্টত ফাঁচী দি পোৱা হৈছিল। 'আৰ্কলাইট'ত। প'ষ্টৰ পৰা ফুটপাথলৈ তাৰ পোহৰ পৰিছিল। আৰ্ক লাইট অঁৰা দৰে মানুহটোকো আঁৰি থৰ খুজিছিল, কিন্তু নোৱাৰিলে ভাগি গ'ল—'

মেৰিয়াই ক'লে, "নিগ্ৰোক, কি নিষ্ঠুৰ !"



পিলাৰে সুধিলে, "মানুহবোৰে মদ খাই আছিল নেকি ? নহলে নিগ্ৰোটোক পুৰিলে কেনেকৈ ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "নেজানো। মই আৰ্ক লাইট থকা পোনৰ ঘৰ এটাৰ খিড়িকীৰ পৰ্দা তুলি চাই আছিলোঁ।। আলিবাটত মানুহে জুম বান্ধিছিল। যেতিয়া দ্বিতীয়বাৰ নিগ্ৰোটোক ওপৰলৈ তুলিলে—"

পিলাৰে ক'লে, "যদি সাত বছৰীয়া আছিলা আৰু ঘৰৰ ওপৰৰ পৰা চাইছিলা তেন্তে মদ খাইছিলনে নাই ক'ব নোৱাৰিবৰে কথা।"

মানুহে দ্বিতীয়বাৰ নিগ্ৰোটোক ওপৰলৈ তোলোঁতে আয়ে মোক খিড়ীকিৰ গুৰিৰ পৰা টানি আনিলে। মই আৰু একো নেদেখিলোঁ।। ৰবাৰ্ট জৰ্ডানে ক'লে, "কিন্তু মই জানো সকলো দেশতে মাতলামি একে ধৰণৰ। মাতলামি কুৎসিৎ আৰু নিষ্ঠুৰ।"

মেৰিয়াই ক'লে, "সাত বছৰত চাগৈ তেনেই সৰু আছিলা। এইবোৰ কথা কেনেকৈ বুজিবা। চাৰ্কাচৰ বাহিৰে কেতিয়াও মই নিগ্ৰো দেখা নাই। অৱশ্যে মুৰছ বোৰক যদি নিগ্ৰো বুলি ধৰোঁ। তেন্তে বেলেগ কথা।"

পিলাৰে ক'লে, "কিছুমান নিগ্ৰো হয়, কিছুমান নিগ্ৰো নহয়। মই বাৰু মুৰৰ কথা ভালকৈ বুজাই দিম।"

মেৰিয়াই ক'লে, "মোৰ দৰে নোৱাৰা···মোৰ দৰে নোৱাৰা।"

পিলাৰে ক'লে, "এইবোৰ কথা নৰকিবি। বেয়া কথা। বাৰু কোনখিনিত এৰিলোঁ ?"

ৰবাৰ্ট জৰ্ডানে ক'লে "মানুহ দুশাৰীৰ মাতলামিৰ কথা কৈছিলা। ওঁ, কৈ যোৱা।"

পিলাৰে ক'লে, "মাতলামি বুলি ক'লে ভুল হ'ব। কাৰণ মাতলামিৰ পৰা বেলেগ অৱস্থাটো। কাৰণ ডন গুইলাৰ্মো ওলাই অহাৰ লগে লগে অৱস্থাৰ সলনি ঘটিল। ডন গুইলাৰ্মোৱে পোন হৈ খোজ কাঢ়িছিল ; চকুৰে কম দেখে ; মুৰৰ চুলি পকা ; ওখ বেছি নহয় ; কলাৰহীন কলাৰ বুটাম থকা এটা চাৰ্ট ; থিয় হৈ এবাৰ হাতেৰে 'ক্ৰশ' কৰিলে, তাৰ পিচত দূৰলৈ চালে ; কিন্তু চচমা নোহোৱাত একো নেদেখিলে ; তাৰ পিচত লাহে লাহে নিস্তব্ধ মনেৰে আগ বাঢ়িল। দেখিলে মানুহৰ পুতৌ ওপজে। কোনোবা এটাই ( শাৰীৰ মাজৰ পৰা ) চিঞৰিলে, "হেৰা ডন গুইলাৰ্মো, এই ফালে। ইয়াত তোমাৰ সকলো উৎপন্ন বস্তু পাবা !"

ডন ফষ্টিন'ক জোকাই জোকোৰাটো সহজ বুলি সিহঁতে গ্ৰহণ কৰিছিল; কিন্তু এতিয়া বুজিলে যে ডন গুইলাৰ্মো বেলেগ ধাতুৰ মানুহ। যদি ডন গুইলাৰ্মোক মাৰিব লাগে তেন্তে তাক সোনকালে মাৰিব লাগিব। এই কথাও সিহঁতে উপলব্ধি কৰিলে।

আন কোনোবা এটাই চিঞৰি ক'লে, "ডন গুইলাৰ্মো। চচ্‌মা বিচৰাই ঘৰলৈ মানুহ পঠামনেকি।"

ডন গুইলাৰ্মোৰ ঘৰটো ঘৰ নাছিল; কাৰণ মানুহটো নিধনী আছিল। ফতুৰামি কৰিবলৈহে ফেচিষ্ট হৈছিল আৰু যাতে কম কাম কৰি যাব পাৰে তাৰ বাবে। তাৰ এখন সৰু কাঠৰ সজুলিৰ দোকান আছিল। ঘৈণীয়েক বৰ ধৰ্ম-ভীৰু, আৰু ঘৈণীয়েকক ভাল পাইছিল বাবেই তেৱোঁ সেই ধৰ্মভীৰু হৈছিল আৰু ফেচিষ্ট হৈ পৰিছিল। মুকলি ঠাই টুকুৰাৰ অলপমান দূৰৰ ঘৰটোৰ কোঠা এটাতে সি আছিল। গুইলাৰ্মো তাত থিয় হৈ দুই শাৰীৰ মাজত সোমোৱাৰ কথা ভাবি থাকোঁতেই কোঠাৰ বাৰান্দাৰ পৰা এজনী তিৰোতাই চিঞৰিবলৈধ বিলে; তাই তাক দেখা পাইছিল। গুইলাৰ্মোই ঘৈণীয়েকক চিনি পালে।

তাই এই বুলি চিঞৰিছিল "গুইলাৰ্মো। গুইলাৰ্মো। ৰবা, ময়ো তোমাৰ লগত যাওঁ।"

ডন গুইলাৰ্মোই সেইফালে চালে, কিন্তু চকুৰে তাইক মনিব নোৱাৰিলে। সি কিবা এটা ক'ব খুজিও ক'ব নোৱাৰিলে। সেইবাবে মানুহজনীৰ ফালে হাতখন লবাই সি দুই শাৰী মানুহৰ মাজেৰে খোজ ললে।

তাই আকৌ চিঞৰিলে, "গুইলাৰ্মো। গুইলাৰ্মো। উস্"। বাৰান্দাৰ বেলিঙত ধৰি তাই কঁপি কঁপি আকৌ মাতিলে, 'গুইলাৰ্মো।"

গুইলাৰ্মোই চিঞৰৰ ফালে আকৌ হাত লৰালে আৰু দুই শাৰীৰ মাজেৰে আগবাঢ়িলে। তাৰ মূৰ পোন; মুখৰ বঙৰ বাহিৰে বাকীবোৰত কোনো সলনি নাই।

তেনেতে এটা মদপীয়ে "গুইলাৰ্মো" বুলি চিঞৰিলে। সি ঠিক ঘৈণীয়েকৰ মাতটো অনুকৰণ কৰিছিল। গুইলাৰ্মোৰ চকুৰেদি লোতক বাগৰি আহিল আৰু সি সহিব নোৱাৰি অন্ধভাৱে মানুহটোৰ ফালে দৌৰি গ'ল। মদপীটোৱে মূৰৰ দাঁতিত এটা পূৰ্ণহতীয়া কোৰ মাৰিলে আৰু ডন গুইলাৰ্মো বহি পৰিল। তাৰ পিচত কান্দিবলৈ ধৰিলে, অৱশ্যে ভয়ত নহয়। মদপীবোৰে তাক মৰিয়াই



থাকোঁতে এটাই তাৰ মূৰৰ ওপৰত উঠি বটলেৰে কোবাবলৈ ধৰিলে। এই দৃশ্য দেখি বহুত মানুহ শাৰী ভাঙি গুচি গ'ল আৰু সিহঁতৰ খালি ঠাইবোৰ ললে মদপী-সোপাই। এই সোপা মদপীয়েই হলৰ খিড়িকীৰ মুখত বৈ ঠাট্টা-বিদ্ৰূপ কৰি আছিল আৰু ওভত মাত মাতিছিল।'

পিলাৰে ক'লে, "পাৰ্‌লোৰে গাৰ্ডবোৰ গুলীয়াই মাৰোঁতেই মোৰ বেয়া লাগিছিল। বৰ লেতেৰা কাম। কিন্তু ভাবিলোঁ, হয়তো এনেই হ'ব লগা আছিল; ভাবিছিলোঁ, অন্ততঃ কোনো নিষ্ঠুৰতা নাই। মাত্ৰ জীৱনটো লয়—জিকিবলৈ হ'লে নলৈও উপায় নাই। ৰিপাব্লিক ৰক্ষা কৰিবলৈ লোৱাটো দৰকাৰ।"

যেতিয়া মুকলি ঠাই টুকুৰা বেৰি লৈ শাৰী পতাইছিল, তেতিয়া মই পাৰ্‌লোৰ কাম বৰ ভাল পাইছিলোঁ; যদিও অলপ উদ্ভট যেন লাগিছিল তথাপি পাৰ্‌লোৰ ধাৰণা বুলি সহ্য কৰিলোঁ। যি কাম কৰা হয় সেই কাম যাতে কচিকৰ হয় তাৰ বাবে ব্যৱস্থা কৰা হব বুলি ধাৰণা আছিল। ফেচিষ্টবোৰক মাৰিবলৈ হ'লে আমি সকলোৱে দোষৰ ভাগ লোৱা ভাল হ'ব বুলি ভাবিছিলোঁ—যেনেকৈ এই নগৰ আমাৰ হ'লে ইয়াৰ পৰা পোৱা সুবিধাবোৰো আমাৰ হ'ব। কিন্তু ডন গুইলাৰ্মো বধৰ পাছত মোৰ অৰুচি আৰু লাজ হ'ল। আৰু ভাল মানুহবোৰৰ ঠাই সেই অপদাৰ্থ মদাহীবোৰে লোৱা দেখি মোৰ তাত আৰু থকাটো ভাল নহব বুলি ভাবিলোঁ। এই বুলি মই মুকলি ঠাই টুকুৰাইদি খোজ কাঢ়ি গৈ এজোপা ডাঙৰ গছৰ ছাঁত থকা বেঞ্চত বহি পৰিলোঁ।

দুটা খেতিয়কে শাৰীৰ পৰা ওলাই গৈ কথা পাতি পাতি আহি আছিল। এটাই মোক চিঞৰি কলে, "কি হ'ল, পিলাৰ?"

মই কলোঁ, "একো হোৱা নাই।"

সি ক'লে, "হৈছে। কোৱাচোন কি হৈছে?"

মই কলোঁ, "পেট ঠিহঠিহীয়া হ'ল।"

সি ক'লে, "আমাৰো তেনে অৱস্থা।" এই বুলি দুয়ো বেঞ্চতে বহি পৰিল। এটাই হাতত ছালৰ মোনা লৈ মোলৈ আগবঢ়াই দিলে।

"মুখখন ধোৱা।" সি কলে। ইটোৱে কথাটো আকৌ উলিয়ালে, "ইয়াৰ পৰা ভাগ্য বেয়া হয়। ডন গুইলাৰ্মোক এই দৰে বধাৰ পৰা কি হয় কোনে জানে?"

ইটোৱে কলে, "আটাইবোৰ মাৰিব লগা নাছিল,—আৰু মাৰিব যদি লাগেও, ভালকৈ মাৰিব লাগিছিল, এনেকৈ পেংলাই কৰি মৰাটো বেয়া হৈছে।"

আনটোৱে উত্তৰ দিলে, "ডন ফষ্টিনোক পেংলাই কৰি মৰাটো ভাল হৈছে। কাৰণ মানুহটো বহুৱা আছিল আৰু মানুহৰ তেজ নাছিল। কিন্তু ডন গুইলার্মোৰ দৰে গহীন মানুহ এটাক পেংলাই কৰাটো ভুল হৈছে।"

মই কলোঁ, "মোৰ পেট ভৰি আছে।" সঁচাকৈয়ে ভিতৰুৱা বেমাৰ এটা গোটেই দেহত অনুভৱ কৰিলোঁ। তাৰ পিছত ঘাম ওলাল আৰু বমি হ'ব খুজিলে। সাগৰৰ বেয়া মাছ খালে যেনে লাগে।

এটা খেতিয়কে কলে, "তেনেহলে আৰু কথা নকওঁ। কিন্তু আনবোৰ নগৰত কি হৈছে বাৰু?"

মই কলোঁ, "এতিয়া টেলিফোনৰ তাৰবোৰ লগোৱা নাই। সোনকালে তাৰ লগাব লাগিছিল।"

সি ক'লে, "ঠিকেই কৈছা। নগৰখন ৰক্ষা কৰিবৰলৈ আয়োজন কৰা ভাল নে, এইদৰে নিষ্ঠুৰভাবে লাহে লাহে মানুহ মৰা ভাল, তাক কোনে ক'ব।"

মই কলোঁ "মই গৈ পাব্লোক কওঁগৈ বাৰু।" মই থিয় হলোঁ আৰু হলৰ দুৱাৰ মুখৰ ফালৰ বাৰান্দাইদি যাবলৈ ধৰিলোঁ। হলৰ দুৱাৰ মুখৰ পৰাই শাৰী দুটা পতা আছে। এতিয়া শাৰী দুটা পোন আৰু নিয়মিত নহয়; বৰং মদাহীৰে ভৰি পৰিল। দুটা মানুহে মুকলি ঠাই টুকুৰাৰ মাজত পেট পেলাই পৰি এটাই ইটোক মদৰ বটল যাচিছে। এটাই মদ খাই চিঞৰিছে "এনাৰ্কিজম দীৰ্ঘজীৱী হওক।" বলিয়াই চিঞৰাদি চিঞৰিছে। তাৰ ডিঙিত ৰঙা-ক'লা ৰুমাল। ইটোৱে আকৌ চিঞৰিছে "স্বাধীনতা দীৰ্ঘজীৱী হওক।" তাৰ পিচত ওপৰলৈ ভৰি মাৰি আকৌ "স্বাধীনতা দীৰ্ঘজীৱী হওক" বুলি চিঞৰিছে। সি এহাতেৰে ৰঙা ক'লা ৰুমালখন আৰু আন হাতেৰে বটলটো প্ৰদৰ্শন কৰিছে।

এটা শাৰী ভাঙি অহা খেতিয়কে বাৰান্দাৰ ছাঁত থিয় হৈ তাৰ ফালে চাই আমনিত কলে, "ইহঁতে আচলতে "মাতলামি দীৰ্ঘজীৱী হওক" বুলিহে চিঞৰা উচিত। কাৰণ সিহঁতে আনত একোতে বিশ্বাস নকৰে।"

আন এটা খেতিয়কে কলে, "সিহঁতে মাতলামিতো বিশ্বাস নকৰে। ইহঁতে একো নুবুজে আৰু একোতে বিশ্বাস নকৰে।"



তেনেতে এটা মদাহীয়ে থিয় হৈ দুয়োটা হাতেৰে মূৰৰ ওপৰত মুষ্টি তুলি চিঞঁৰি কলে, "এনাৰ্কি দীৰ্ঘজীৱী হওক, স্বাধীনতা দীৰ্ঘজীৱী হওক।"......

ইটো মদাহীয়ে তলপেট পেলাই চিঞৰাটোৰ সৰু গাঠিত ধৰি বাগৰিবলৈ ধৰিলে আৰু চিঞৰাটো মাটিত ঢলি পৰিল। দুয়োটাই বাগৰি বাগৰি শেহত ৰহিল আৰু আৰু পেলোৱাটোৱে পৰাটোৰ ডিঙিত ধৰি তাক এটা মদৰ বটল দি তাৰ ৰঙা-ক'লা ৰুমাল খনত চুমা খালে, আৰু তাৰ পিছত দুয়ো মদ খাবলৈ লাগিল।

তেনেতে দুয়ো শাৰীৰ পৰা চিঞৰ আৰম্ভ হ'ল। মই বাৰান্দাৰ পৰা চাই পঠিয়াই দেখিলোঁ কোন ওলাইছে একো ধৰিব পৰা নাই। দুৱাৰমুখৰ মানুহবোৰৰ ওপৰেদি মুখখন ধৰাৰ কোনো উপায় নাই। দেখিলোঁ পাব্লো আৰু কিউৰাটো ডেডোচে চট গানেৰে কোনোবা এটাক ঠেলি লৈ আহিছে। কিন্তু কাক আনিছে ধৰিব নোৱাৰিলোঁ, মই শাৰী দুটাৰ ওচৰ পালতো দেখিলোঁ সন্ধি নাই।

ঠেলাঠেলি বেছি হ'বলৈ ধৰিলে। ফেচিষ্ট কাফেখনৰ চকীমেজবোৰ ওলোটা ওভোটা হৈ আছে। মাত্ৰ এটা মদাহীয়ে এখন মেজত হাতভৰি মেলি শুই আছে, আৰু তাৰ মূৰটো ওলমি আছে আৰু মুখখন মেলা আছে। মই চকী এখন টানি তাৰ ওপৰত থিয় হৈ মানুহ জাকৰ মূৰৰ ওপৰেদি তললৈ চালোঁ।

পাব্লো আৰু কুৱাট্ৰো ডেডচে ঠেলি অনা মানুহটো ডন এনাষ্টাচিঅ' ৰিভাচ। মানুহটো ফেচিষ্ট আৰু চহৰৰ আটাইতকৈ পেটুৱা মানুহ। মানুহটো শস্যৰ মহাজন আৰু কেইবাটাও ইন্সিঅৰেন্স কোম্পানীৰ এজেন্ট। সি সৰহ সুদত টকা ধাৰে দি ব্যৱসায় কৰিছিল। চকীত থিয় দি মই তাক শাৰীয়েদি খোজ কাঢ়ি অহা দেখিলোঁ। তাৰ শকত গলধনটো পাছফালৰ কোটৰ কলাৰত ওলমি আছিল, টপা মূৰটো ৰ'দত জিলিকিছিল। কিন্তু সি মানুহবোৰৰ ওচৰ পোৱাৰ আগতেই আটাইবোৰে একে লগে অমঙ্গলীয়া কিৰিলি পাৰি উঠিল; বৰ বেয়া চিঞৰ। আটাইবোৰ মদৰ জালত উন্মত্ত। শাৰী ভাঙি আটাইবোৰে তেওঁৰ ফালে লৰি আহিল। ডন এনাষ্টেছিঅ' হঠাতে মূৰত হাত দি তললৈ পৰি গ'ল আৰু তাৰ পিছত মানুহৰ কোবত তাক নেদেখাত পৰিলোঁ। মানুহবোৰ উঠিলত দেখিলোঁ, ডন এনাষ্টেছিঅ'

মৰিল, বাৰান্দাৰ শিলত খুন্দিয়াই তাৰ মূৰটো কোনোবাই ভাঙিলে। এইবাৰ আৰু শাৰী নাইকিয়া হ'ল—কেৱল মানুহৰ জুম।

সিহঁতে চিঞৰি ক'লে, "আমি গৈছোঁ। সিহঁতৰ গুৰিলৈ আমি গৈছোঁ।"

এটা মানুহে ডন এনাষ্টেছিঅ'ৰ শ'টো গুৰিয়াই গুৰিয়াই ক'লে, "মানুহটো বৰ গধুৰ, ডাঙিবই নোৱাৰি, সি ইয়াতে পৰি থাকক।" মুখ নিকটাই মানুহটো তাতে পৰি ৰ'ল।

"সেই বৰ পেটুৱাটোক কোনে কঢ়িয়াব টিলাৰ ওপৰলৈ। তাতে পৰি থক দে।"

এটা মানুহে ক'লে, "আমি এতিয়া সোমাই গৈ সিহঁতক আইধা কৰিম। আমি যাওঁ।"

আন এটাই ক'লে, "দিনটো ব'দত থিয় হৈ থাকি কি কৰো? বলা যাওঁ।"

জুমটো এইবাৰ বাৰান্দাৰ ফালে আগবাঢ়িল। চিঞৰি, ঠেলি, জন্তুৰ দৰে কোহাল কৰি সিহঁত আগ বাঢ়িল। "খোল, খোল, খোল'" শব্দেৰে সিহঁতে আটাহ পাৰিবলৈ ধৰিলে। শাৰী ভাগিলত গাৰ্ডবোৰে হলৰ দুৱাৰ বন্ধ কৰি দিলে।

চকীৰ পৰা মই বন্ধ খিড়িকীৰে হলৰ ভিতৰখন দেখিলোঁ। আৰু আগৰ দৰেই সিহঁত তাতে আছে। পুৰোহিত থিয় দি আছে। বাকীবোৰে আঠু লৈ অৰ্দ্ধবৃত্তাকাৰে তেওঁৰ চৌপাশে বৈ প্ৰাৰ্থনা কৰিছে। মেয়ৰৰ আসনৰ আগৰ বৰ মেজত পাবলো বহি আছে আৰু চট-গানটো কান্ধত আছে। ভৰিবোৰ মেজৰ পৰা ওলমি আছে আৰু সি এটা চিগাৰেট খাইছে। কুৱাট্ৰো ডেডোচে মেয়ৰৰ আসনত বহি এটা চিগাৰেট হুঁপিছে। বাকীবোৰ গাৰ্ডে বিভিন্ন মেম্বৰৰ আসনত বহি বন্দুক লৈ আছে। ডাঙৰ দুৱাৰৰ চাবিটো পাবলোৰ মেজৰ ওপৰত পৰি আছে।

মানুহৰ জুমটোৱে চিঞৰিছে, "খোল, খোল, খোল।" যেন সেইটো প্ৰাৰ্থনা সঙ্গীতহে। পাবলোৱে কলাৰ দৰে তাতে বহি আছে। সি পুৰোহিতক কিবা এটা ক'লে কিন্তু গণ্ডগোলৰ বাবে মই শুনিলোঁ।

পুৰোহিতে একো উত্তৰ নিদিলে—ঠিক আগৰ দৰেই। প্ৰাৰ্থনাত নিমগ্ন হৈ ৰ'ল। মানুহে ঠেলাঠেলি আৰম্ভ কৰাত মই চকীখন খিড়িকীৰ কাষলৈ নিলোঁ আৰু মানুহবোৰে মোক ঠেলা দৰে মেয়ো চকীখন ঠেলি নিলোঁ।



মই চকীত থিয় হ'লোঁ আৰু খিড়িকীৰ 'বাৰ'ত মুখ থলোঁ। আৰু এটা মানুহ মোৰ চকীত উঠিল আৰু মোৰ গাৰ ওপৰেদি হাত নি বহল বাৰত ধৰিলে।

মই কলোঁ, "হেৰা চকীখন ভাগিব।"

সি ক'লে, "চোৱাচোন, চোৱা। সিহঁতে কেনেকৈ প্ৰাৰ্থনা কৰিছে।"

তাৰ গোন্ধ মোৰ ডিঙিত পৰিল। জুমৰ গোন্ধ। টেঙা, শিলৰ ওপৰত থকা বমিৰ দৰে; আৰু মদৰ গোন্ধ। সি মোৰ কান্ধ আৰু মূৰৰ ওপৰেদি বাৰৰ ফাঁকেদি মুখ দি চিঞৰিলে, "খোল, খোল।" সপোনত যেনেকৈ দৈত্য আহি পিঠিত উঠে, ঠিক সেই দৰে জুম আহি মোৰ পিঠিত উঠিলহি।

ইয়াৰ পিচত মানুহৰ জুমটোৱে দুৱাৰ খন হেঁচি ধৰিলেহি; দুৱাৰমুখত থকাবোৰক পাছৰবোৰে হেঁচি ধৰিলে। মুকলি ঠাই খনৰ পৰা ক'লা চোলা পিন্ধা শকত মদপী এটাই ডিঙিত বগা-ক'লা ৰুমালখন মেৰিয়াই ঠেলাঠেলিৰ মাজত সোমাই আগ বাঢ়ি পৰি গ'ল। তাৰ পিছত সি আকৌ থিয় হৈ পিছলৈ আহিল। আকৌ আগবাঢ়ি গৈ ঠেলাঠেলি কৰি থকা মানুহবোৰৰ পিছফালে গৈ পৰিলগৈ। লগতে এই বুলি চিঞৰিছিল, "মই দীৰ্ঘজীৱী হওঁ আৰু এনাৰ্কি অৰ্থাৎ অৰাজকতা দীৰ্ঘজীৱী হওক।"

মই চাই থাকোতেই এই মানুহটোৱে জুমৰ পৰা আঁতৰ হৈ এঠাইত বহি ন'লেগৈ আৰু এটা মদৰ বটল খুলি ললে। বহি থাকোঁতে সি দেখিলে, ডন এনাষ্টেছিঅ'ৰ শটো তললৈ মুখকৈ পৰি আছে; গছকত আৰু শিলত খুন্দা খাই শটো তেনেই পিঠা উঠিছিল। মদপীটোৱে এইবাৰ শটোৰ ওচৰলৈ গৈ তাৰ মূৰত আৰু কাপোৰত মদ বটল ঢালি দিলে আৰু তাৰ পিচত জুইশলা লৈ ডন এনাষ্টেছিঅক' পুৰিবলৈ চেষ্টা কৰিলে। খুব জোৰে বতাহ বলিছিল, গতিকে জুইশলাৰ কাঠি বাৰে বাৰে নুমাই গ'ল। তাৰ পিচত শকত মদপীটোৱে তাতে বহি বটলৰ বাকী খিনি পিবলৈ লাগিল আৰু মূৰ জোকাৰি জোকাৰি ডন এনাষ্টেছিঅ'ক কান্ধত চপৰিয়াবলৈ ধৰিলে। বাৰেপতি সি মুখত বটল বাকিবলৈ ধৰিলে।

ইতিমধ্যে জুমৰ মানুহবোৰে দুৱাৰ খুলিবলৈ কৈ আছে; মোৰ লগত চকীত থকা মানুহটোৱে খিড়িকীৰ বাৰত টান মুঠি মাৰি কাণৰ ওচৰত ইমান জোৰে চিঞৰিবলৈ লাগিল যে মোৰ কাণ তাল মাৰি গ'ল আৰু উপায় নেপাই মই ডন এনাষ্টেছিঅক' পুৰিবলৈ চেষ্টা কৰা মদপীটোলৈ চালোঁ, আৰু তাৰ পিছত

হলৰ ভিতৰলৈ চকু ফুৰালোঁ। মদপীটোৰ মুখৰ গোন্ধ অসহ হৈছিল। যেনেই আছিল তেনেই আছে, ভিতৰত কোনো পৰিবৰ্তন নাই। বন্দীবোৰে প্ৰাৰ্থনা কৰি আছে, আঠু লৈ ; গাৰ চাৰ্ট খোলা ; কিছুমানে তলমূৰ কৰি আছে, কিছুমানে চাইছে পুৰোহিতৰ মুখলৈ, কিছুমানে চাইছে হাতৰ ক্ৰশলৈ। পুৰোহিতে সিহঁতৰ মূৰৰ ওপৰলৈ চাই প্ৰাৰ্থনা কৰিছে। পিছফালে পাব্লোৱে মেজত ভৰি জোকাৰি জোকাৰি বহি আছে ; তাৰ কান্ধত সেই শ্বট গানটো, মুখত এটা জ্বলা চিগাৰেট আৰু হাতত এটা চাবি নচুৱাই থকা অৱস্থাত আছে।

মন কৰিলোঁ, পাব্লোৱে মূৰটো আগবঢ়াই আকৌ পুৰোহিতক কিবা কৈছে, কিন্তু চিঞৰত কি কৈছে তাক নুশুনিলোঁ। পুৰোহিতে কোনো উত্তৰ নিদি প্ৰাৰ্থনা কৰি ৰ'ল। তেনেতে এটা মানুহ অৰ্দ্ধবৃত্তৰ পৰা উঠিল, আৰু সি ওলাই যাব খুজিলে। মানুহটো ডন জোছে কাষ্ট্ৰো। মানুহে ডন পেপে বোলে। এটা বিখ্যাত ফেচিষ্ট ; ঘোঁৰা-বেপাৰী। থিয় হ'লত দেখিলোঁ, মানুহটো ফৰকাল, দাড়ি খুৰোৱা নাই, কিন্তু একেবাৰে যেন সৰু এনে লাগিছে। ধোৱাঁবৰণীয়া ট্ৰাউজাৰৰ মূৰত আঁটি থোৱা এটা পাইজামা। সি ক্ৰশটোত চুমা খালে আৰু পুৰোহিতে তাক আশীৰ্বাদ দিলে। তাৰ পিছত সি থিয় হৈ পেব্লোলৈ চালে আৰু মূৰ নৰাই দুৱাৰমুখলৈ গ'ল।

পাব্লোৱে মূৰ জোকাৰি আকৌ চিগাৰেট হুঁপিলে। দেখিলোঁ, ডন পেপে পাব্লোক কিবা ক'ব খুজিছে, কিন্তু চিঞৰত একো নুশুনিলোঁ। পাব্লোৱে কোনো উত্তৰ নিদিলে। মাত্ৰ সি মূৰ জোকাৰি দুৱাৰৰ ফালে মূৰ নৰালে।

দেখিলোঁ, ডন পেপে একান্ত মনে দুৱাৰমুখলৈ চাই আছে ; বোধ হয় তলা যে মৰা আছে সেই কথা সি জনা নাছিল। পাব্লোৱে চাবিটো তাক দেখুৱালে, আৰু সিও চাবিটোলৈ একান্ত মনে খন্তেক কাল চালে ; তাৰ পিচত সি গৈ আকৌ প্ৰাৰ্থনা কৰিবলৈ বহিলগৈ। পুৰোহিতে এইবাৰ পাব্লোলৈ চালে। পাব্লোৱে দাঁত নিকটাই হাঁহি তেওঁক চাবিটো দেখুৱালে ; পুৰোহিতে এই প্ৰথম গম পালে যে দুৱাৰ মৰা আছে আৰু তেওঁ মূৰ নৰোৱাৰ দৰে কৰিলে। কিন্তু আচলতে সি মূৰ নৰোৱা নাছিল, মূৰ নমাই প্ৰাৰ্থনা কৰিলে।

দুৱাৰ বন্ধ হোৱাৰ কথা সিহঁতে কিয় গম পোৱা নাছিল ক'ব নোৱাৰোঁ। বোধ হয় প্ৰাৰ্থনা আৰু আপোন চিন্তাত নিমগ্ন থকা বাবে তেনে হৈছিল।



এতিয়া বোধহয় সিহঁতে গম পালে ; গম পালে চিঞৰ-বাখৰৰ অৰ্থ। সিহঁতে বুজিলে কি পৰিবৰ্তন হৈ গৈছে। কিন্তু সিহঁত শান্তভাৱে ৰ'ল।

তেতিয়া চিঞৰ-বাখৰ ইমান বেছি হ'ল যে কাৰো মাত কোনেও নুশুনাত পৰিল ; মোৰ চকীখনত থিয় দি মদপীটোৱে বাৰত ধৰি টেটু ফালি "খোল, খোল" কৈ চিঞৰি চিঞৰি মাত ভাঙি দিলে।

মই দেখিলোঁ, পাব্লোৱে আকৌ পুৰোহিতক কিবা ক'লে ; কিন্তু পুৰোহিতে উত্তৰ নিদিলে। তাৰ পিছত পেব্লোৱে চটগানটো খুলি পুৰোহিতৰ কান্ধটো হেঁচুকি দিলে। পুৰোহিতে কোনো উত্তৰকে নিদিলে ; পুৰোহিতে তাৰ ফালে মুখকে নকৰিলে ; পাব্লোৱে মূৰটো নৰালে। তাৰ পিছত কিউৱাট্ৰ ডেড্চক কিবা ক'লে। ডেডেচে ইবোৰ ৰখীয়াক কিবা ক'লে। তাৰ পিছত সিহঁত থিয় হ'ল আৰু খোজ কাঢ়ি কোঠাটোৰ ইমূৰলৈ গ'ল আৰু চটগানবোৰ হাতে হাতে লৈ থিয় দিলে।

পাব্লোৱে ডেডচক আকৌ কিবা ক'লে। ডেডচে মেজ দুখন আৰু বেঞ্চ বোৰৰ ওচৰলৈ গ'ল। ৰখীয়াবোৰ পিছফালে ৰ'ল। কোঠাটোৰ ভিতৰতে এটা বেৰিকেড হ'ল। পাব্লোৱে চাপৰি পুৰোহিতৰ কান্ধত শ্বটগানেৰে হেঁচুকি দিলে। কিন্তু পুৰোহিতে কাণষাৰ নকৰিলে। কিন্তু দেখিলোঁ, ডন পেপেই তালৈ চাই আছিল। কিন্তু বাকীবোৰে কেৱল প্ৰাৰ্থনা কৰিয়েই আছে। পেব্লোৱে মূৰ নৰাই ডন পেপেই তালৈ চাই থকা দেখি চাবিটো হাতত লৈ তাক দেখুৱাই দিলে। ডন পেপেই বুজিলে আৰু মূৰ নমাই খুব খৰকৈ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

পাব্লোৱে এইবাৰ মেজৰ পৰা নামি ওখ বেদীত থকা মেয়ৰৰ চকীখনত গৈ বহিলগৈ আৰু এটা চিগাৰেট হুঁপিলে। লগে লগে ফেচিষ্টবোৰলৈ চালে। সিহঁত আছিল কাউন্সিল টেবলখনৰ পিছত। পেব্লোৰ মুখত কোনো ভাবৰ অভিব্যক্তি নাই। সমুখৰ মেজত চাবিটো পৰি আছে। ডাঙৰ লোৰ চাবি ; প্ৰায় এক ফুট দীঘল। পেব্লোৱে এইবাৰ ৰখীয়াবোৰক কিবা ক'লে, মই নুশুনিলোঁ। কি ক'লে, আৰু এটা ৰখীয়া দুৱাৰৰ ওচৰলৈ গ'ল। সিহঁতে খুব খৰকৈ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে, বোধহয় এইবাৰ কি হ'ব বুজিলে।

পাব্লোৱে পুৰোহিতক আকৌ কিবা ক'লে, কিন্তু পুৰোহিতে কাণষাৰ নকৰিলে। পাব্লোৱে এইবাৰ চাপৰি চাবিটো লৈ লগিয়াই দুৱাৰমুখৰ ৰখীয়া-

টোক দিলে। বথীয়াটোৱে চাবিটো ললে আৰু পাব্লোৱে তাৰ মুখলৈ চাই হাঁহিলে। বথীয়াটোৱে চাবি লৈ দুৱাৰখন ভিতৰৰ ফালে টানি খুলিলে, আৰু জুমটো ঠেলাহেঁচা কৰি সোমাই আহিল।

মানুহবোৰ সোমাই অহা দেখি মোৰ চকীত থকা মদপীটোৱে কিৰিলি "কেনে মজা" বুলি চিঞৰিবলৈ ধৰিলে। সি মূৰটো আগলৈ নিয়াত কি হ'ল একো নেদেখিলোঁ। সি চিঞৰিলে, "মাৰ, সিহঁতক মাৰি পেলা। মাৰিবে মাৰ। মাৰ।" সি মোক এইবাৰ ঠেলি দিলে আৰু মই একো নেদেখা হলোঁ।

মই কিলাকুটিৰে তাৰ পেটটোত খুন্দা বহালোঁ আৰু ক'লোঁ, "মদপী, এইখন কাৰ চকী? মোকো চাবলৈ দে।"

সি কিন্তু হাত মূৰ জোকাৰি বাৰত ধৰি কেৱল চিঞৰিছে, "মাৰ, মাৰি পেলা সিহঁতক। মাৰিবে মাৰ। এৰা ঠিক হৈছে। মাৰ। মাৰ মাৰ।"

এইবাৰ কিলাকুটিৰে ভালকৈ তাক খুন্দা শোধালোঁ আৰু ক'লোঁ, "মদপী; মোকো চাবলৈ দে।"

সি কিন্তু দুইখন হাতকে মোৰ মূৰত থৈ মোক ঠেলি দিলে যাতে সি ভালকৈ চাব পাৰে আৰু গোটেই গাটোৰ ভৰ মোৰ মূৰৰ ওপৰত পৰিল। সি চিঞৰিলে, "মাৰ, মাৰি পেলা। ঠিক হৈছে।"

মই ক'লোঁ, "তয়ো মৰ।" এই বুলি য'ত মাৰিলে দুঃখ পায় ত'ত খুন্দা শোধালোঁ। সি দুখ পাই মোৰ মূৰৰ পৰা হাত নমালে আৰু ক'লে, "হেৰ এইজনী, এনেকৈ মাৰিবৰ তোৰ অধিকাৰ নাই।" তেনেতে বাৰৰ ফাকেদি দেখিলোঁ হল মানুহেৰে ভৰা। বেতেৰে মাৰিবে কোবাইছে; ঠেলাহেঁচা কৰি, মাৰি মৰিয়াই সোমাই গৈছে। হাতৰ কাঠৰ কাঁটাবোৰ বঙা, কাঁটাবোৰ ভাগি গৈছে। গোটেই ৰুমটো হুলস্থুল। পাব্লোৱে ওখ ডাঙৰ চকীখনত বহি, আঠুত শটগানটো লৈ চাই আছে। মাৰপিট হৈছে, খুন হৈছে। ঘোঁৰা জুইত পুৰিলে যেনেকৈ চিঞৰে তেনেকৈ মানুহে চিঞৰিছে। দেখিলোঁ, পোছাকেৰে সৈতে বেঞ্চৰ ওপৰলৈ উঠা পুৰোহিতজনক হেঁচাঠেলা কৰা। খেদি যোৱা বোৰে তেওঁলৈ কাঁচি ধৰাইছে। দুটাই কাঁচিৰে পিঠি কাটিছে; কিছুমানে ধান কটা কাঁটা ধৰাইছে। এটাই আকৌ তেওঁৰ কাপোৰত ধৰি টানিলে। এটা চিঞৰ শুনিলোঁ। তাৰ পিছত আকৌ এটা চিঞৰ কাণত পৰিল। দেখিলোঁ, দুটা মানুহে কাঁচিৰে পুৰোহিতৰ পিঠি বখলিয়াইছে। তৃতীয় এটাই আকৌ তেওঁৰ



কাপোৰৰ আঁচলত ধৰিছে। তাৰ পিছত চকীৰ পিঠিত পৰি পুৰোহিতে ওপৰলৈ হাত তুলি দিয়া দেখিলোঁ। তেনেতে মই থিয় দি থকা চকীখন ভাগিল। মই আৰু মদপীটোৱে ফুটপাথত পৰিলোঁ। নাকত পৰি থকা মদৰ গোন্ধ নাগিলহি। তদুপৰি বমিৰ গোন্ধ। মদপীটোৱে তেতিয়া মোক আঙুলি জোকাৰি জোকাৰি কৈছে, "তই মোৰ ঘা কৰি দিব পাৰ।" মানুহবোৰে আমাৰ ওপৰেদি হললৈ কোব লৈছে। মোৰ চকুৰ আগত কেৱল চলন্ত ভৰি কিছুমান দেখিলোঁ। ইফালে দেখিলোঁ, মদপীটো বহিছে আৰু মই খুন্দা শোধোৱা ঠাইটুকুৰা ধৰি আছে।

আমাৰ নগৰখনত ফেচিষ্ট বধৰ পৰ্ব এইদৰে ওৰ পৰিল। শেষৰ বোৰ নেদেখা বাবে নিজকে ভাগ্যৱান যেন লাগিছে। মদপী নোহোৱা হ'লে অৱশ্যে গোটেই বোৰ কাণ্ডকে দেখিলোঁহেঁতেন। সি মোৰ উপকাৰহে কৰিলে, কাৰণ হলত হোৱা কাণ্ডবোৰ চাই সহি থাকিবলৈ টান হলহেঁতেন।

ইটো মদপী দেখা নোপোৱা হলোঁ। চকী ভগাৰ পিচত যেতিয়া উঠিলোঁ, তেতিয়া মানুহ হলৰ ভিতৰলৈ সোমাই গৈ আছে; মুকলি ঠাইটুকুৰাত ৰঙা-ক'লা স্কাৰ্ফ মৰা মদপীটোৱে ডন এনষ্টেছিঅ'ৰ গাত কিবা ঢালিলে। মূৰটো ইকাটি সিকাটি কৰি সি উঠিব খুজি উঠিব পৰা নাই। সি পিছে মদ ঢালি জুইশলা কাঠি মাৰিবলৈ এৰা নাই। জুইশলা মাৰে আৰু নুমাই যায়। মই তাৰ ওচৰলৈ গৈ ক'লোঁ, "হেৰৌ নিধক, কৰিছ কি?"

সি ক'লে, "মোক দিগদাৰি নকৰিবি।"

মই তাত থিয় হৈ থকা বাবে বতাহ অহাত বাধা পৰিলে; জুইশলাটোৰ কাঠিত জুই লাগিল, নীলা একুৰা জুই ডন এনাষ্টেছিঅ'ৰ কোটৰ ওপৰেদি লৰি গ'ল। তাৰ পিছত ডিঙিলৈ আহিল। মদপীটোৱে মূৰ তুলি চিঞৰিলে, "এই মৰা পুৰিছে, মৰা পুৰিছে।"

"কোনে পুৰিছে?" এটাই সুধিলে।

আন এটাই সুধিলে, "ক'ত?"

মদপীটোৱে ক'লে, "এইখিনিতে। একেবাৰে এইখিনিতে।"

কোনোবা এটাই বেতেৰে মদপীটোৰ মূৰতে মাৰ সোধালে, মদপীটো পৰি গ'ল। মদপীটোৱে মানুহটোলৈ চালে আৰু তাতে পৰি থাকি চকু মুদিলে আৰু বুকুত হাত দিলে। ডন এনাষ্টেছিঅ'ৰ কাষতে সি পৰি ৰ'ল, যেন তাৰ দুৰ্ঘোৰ

টোপনি। মানুহটোৱে তাক আৰু নোকোবালে। মদপীটো তাত পৰি থাকোঁতেই কিছুমান মানুহে মৰা নিয়া গাড়ীখনত বাকীবোৰ শৱ লগতে ডন এনাষ্টেছিঅ'ৰ শটোও তুলি দিলে, আৰু টিলাটোৰ ওপৰলৈ লৈ গৈ সেই গধূলি বেলিকা নৈত পেলাই দিলেগৈ। হলৰ ভিতৰ নিকা হৈ গ'ল। ইইঁতৰ লগতে নগৰৰ স্কার্ফ পিন্ধা বিশ ত্রিশটা মান মদপীক পেলাই দিয়া হ'লে নগৰখনৰ বাবে ভাল হ'লহেতেন। আকৌ যদি বিপ্লৱ হয়, তেন্তে মদপীবোৰ আগতে মাৰিব লাগে। পিছে আগতে আমি কথাটো ধৰিব নোৱাৰিলোঁ। পিছৰ কেইদিনতে আমি সকলো বুজি পালোঁ।

সেই নিশা কি ঘটে কোনেও একো কব নোৱাৰে। হলৰ বধ পৰ্বৰ পাছত আৰু ক'তো বধ নহ'ল। কিন্তু মদপীৰ সংখ্যা বেছি হোৱা বাবে সেই নিশা আমাৰ সভা নবহিল। আদেশ পোৱাই টান হ'ল, গতিকে সভা এদিন পিছলৈ দিয়া হ'ল।

"সেই নিশা মই পাব্লোৰ লগত শুলোঁ। হে'ৰা মেৰিয়া, মইনা, তোমাৰ আগত এই কথা নকলোঁহেঁতেন, কিন্তু তুমি সকলো কথা জনা ভাল। অন্ততঃ মোৰ এই সত্য কথাবোৰ। ইংলেচ, শুনা, বৰ কৌতুহলৰ কথা।"

ৰাতি আহাৰ খালোঁ। বেচ কৌতুহলপূর্ণ নিশা। ধুমুহা, বানপানী, যুদ্ধৰ পাছত সকলোৰে ভাগৰ লাগে, আমাৰো লাগিছিল। সেইবাবে কোনেও কথা কোৱা নাছিল। মোৰ ভাল লগা নাছিল, গোটেইখন যেন শূন্য এনে লাগিছিল। লাজ লাগিছিল অন্যায় হোৱা বুলি ভাবি। ভাব হৈছিল আমাৰ ভাগ্যত আৰু অত্যাচাৰ আৰু বেয়া আছে; আজি প্লেনবোৰ দেখি ভাব হোৱা দৰে। পিছে তিনি দিনৰ পিচতে আমাৰ ভাগ্য বেয়া হ'ল।

আমি খাবৰ সময়ত পাব্লোৱে কথা প্ৰায় কোৱাই নাছিল।

পোৱা পাঠা এটা খাই খাই সি মোক সুধিলে, "কেনে লাগিল, পিলাৰ?" বাচ যোৱা ঠাইটুকুৰাৰ চৰাই ঘৰত আমি খোৱাবোৱা কৰিছিলোঁ; কোঠাটোত মানুহেই মানুহ। কিছুমান গানত উন্মত্ত। বঢ়োৱা-মেলা কৰাত অসুবিধা হৈছিল।

"ডন ফষ্টিনৰ কথা বাদ দি মই ভাল নেপালোঁ।"

সি উত্তৰ দিলে, "মই ভাল পালোঁ।"

মই কলোঁ, "আটাইবোৰ ভাল লাগিল?"



সি ক'লে, "অঁ।" এই বুলি সি ছুৰীৰে এটুকুৰা ডাঙৰ ৰুটী কাটিলে। আৰু তাত 'গ্রেভি' দিলে। "পুৰোহিতৰ বাহিৰে বাকীবোৰ সকলোৰে।"

মই আচৰিত হ'লোঁ। পাব্লোৱে কেচিষ্টতকৈও পুৰোহিতক বেছি ঘৃণা কৰে। সেইবাবে সুধিলোঁ, "পুৰোহিতৰ তেনে হোৱাত বেয়া পালা নেকি?"

পাব্লোৱে বেজাৰ মনেৰে ক'লে, "তাক দেখি বিফল মনোৰথ হলোঁ।"

বহুত মানুহে গান গাই আছিল; আৰু আমি ইটোৱে সিটোক কথা শুনাবৰ বাবে চিঞৰিব লগা হৈছিল।

"কিয়" মই সুধিলোঁ!

পাব্লোৱে ক'লে, "বৰ বেয়াকৈ মৰিল মানুহটো। অলপো গাম্ভীর্য নেদেখিলোঁ।"

"গাম্ভীর্য? মানুহে খেদি খেদি মাৰোঁতে গাম্ভীর্য ক'ত দেখিবা?" মই কলোঁ, "দেখাত মানুহটো গম্ভীৰ। মানুহৰ যিমান গাম্ভীর্য থাকিব পাৰে সিমান।"

পাব্লোৱে ক'লে, "অঁ। কিন্তু শেষ মুহূর্তত মানুহৰ মনলৈ ভয় সোমাল।"

মই ক'লোঁ, "কাৰনো নোসোমালেহেঁতেন। তাক কেনেকৈ খেদি ফুৰিছিলে দেখা নাছিলা জানো?"

পাব্লোৱে ক'লে, "নেদেখিম কিয়? কিন্তু বেয়াকৈ মৰিল।"

মই ক'লোঁ, "এনে অৱস্থাত সকলোৱেই বেয়াকৈ মৰে। **টকাৰ বদলি আৰু কি পাবা?** হলৰ ভিতৰত হোৱা কাণ্ডবোৰেই কুৎসিৎ।"

পাব্লোৱে ক'লে, "হয়। সংগঠন মুঠেই নাছিল। কিন্তু পুৰোহিতে আৰ্হি দেখুৱাব লাগে।"

"তুমি দেখোন পুৰোহিতক ঘিণোৱা?"

"ঘিণাওঁ।" ৰুটী কাটি কাটি পেব্লোৱে ক'লে, "কিন্তু স্পেনীয় পুৰোহিতে ভালকৈ মৰিব লাগে।"

মই ক'লোঁ, "বোধহয় সি ভালকৈয়ে মৰিল। দেখনিয়াৰ একো কৰিবলৈ হওঁতে নেপালে।"

পাব্লোৱে ক'লে, "নহয়। মই বিফলমনোৰথ হলোঁ। ওৰে দিনটো পুৰোহিতৰ মৃত্যুৰ বাবে মই বাট চাই আছোঁ। ভাবিছিলোঁ, একেবাৰে

শেহত শাৰীৰ মাজলৈ পঠাম। আশা কৰিছিলোঁ। ভাবিছিলোঁ, সেইটো হ'ব সৰ্বোত্তম দৃশ্য। পুৰোহিত মৰা মই দেখা নাই।"

মই ঠাট্টা কৰি ক'লোঁ, "এতিয়াও সময় আছে। আন্দোলন আজিহে আৰম্ভ হ'ল।"

সি ক'লে, "ওহোঁ, মই বিফলমনোৰথ হলোঁ। সঁচাকৈয়ে কৈছোঁ।"

মই ক'লোঁ, "এতিয়া তেনেহলে ধৰ্ম বিশ্বাসো হেৰুৱাবা।"

সি ক'লে, "তুমি বুজা নাই। মানুহটো যেই সেই মানুহ নহয়, স্পেনীয় পুৰোহিত।"

মই ক'লোঁ, "স্পেনীয়সকল এনে ভাল মানুহ নেদেখিছা।" "এনে গৌৰৱ কৰিবলগীয়া জাতি! কি কোৱাহে, ইংলেচ? আহা, কি জাতি!"

ৰবাৰ্ট জৰ্ডানে ক'লে, "দুপৰ হ'ল। আমি এতিয়া যাওঁ।"

পিলাৰে ক'লে, "অঁ, আমি যাওঁ। পাব্‌লোৰ কথা কওঁ শুনা। সেই নিশা সি মোক কি ক'লে জানা—"আজি নিশা আৰু একো নকৰোঁ।"

মই ক'লোঁ, 'ভাল কথা। মোৰ ভাল লাগিছে শুনি!"

"ইমান বোৰ মানুহ মৰাৰ পিচত এইবোৰ ৰুচিবিগৰ্হিত হ'ব।

মই ক'লোঁ "হয়। এনে সাধু-সন্ত যেন নেদেখিছা। মই ষাঁড়গৰু যুঁজাৰুৰ লগত বছৰ চেৰেক আছিলোঁ।"

"সঁচাকৈয়েনে?"

"মই তোমাক কেতিয়াবা মিছা কথা কৈছোঁনেকি?" মই ক'লোঁ।

"সঁচা কথা। কিন্তু আজি মই একেবাৰে গৈছোঁ। তুমি মোক বেয়া পোৱা নাইতো?"

"নাই পোৱা। কিন্তু সদায় মানুহ নেমাৰিবা।"

'সেই নিশা পাব্‌লোৱে কেঁচুৱাটোৰ দৰে শুলে। পুৱা দিনৰ পোহৰত মই তাক জগাই দিলোঁ। মই হ'লে টোপ এটাকে মাৰিব নোৱাৰিলোঁ। উঠি গৈ মই চকীত বহি খিড়িকীয়েদি মুকলি ঠাই টুকুৰা চালোঁ। জোনাকে ছাটি থৈছে। বিশেষকৈ য'ত শাৰী দুটা আছিল। মুকলি ঠাইৰ পৰা দেখা পালোঁ, জোনাকত জিলিকা গছ-গছনিবোৰ। বেঞ্চবোৰো জিলিকিছে। পৰি থকা বটলবোৰো জিলিকিছে। আৰু টিলাৰ সেই পেলোৱা ঠাইটুকুৰাও



জিলিকিছে। ক'তো কাৰো সাৰ-সিকটি নাই। কেৱল নিজৰাৰ পানীৰ শব্দ শুনা যায়। মই তাতে বহি আছোঁ। ভাব হ'ল আৰম্ভণি বেয়া হ'ল।

খোলা খিড়িকী। ফণ্ডাৰ পৰা (—মুকলি ঠাইটুকুৰাৰ ওপৰৰ পৰা) এগৰাকী মাইকী মানুহে কন্দা শুনিলোঁ। মই বাৰান্দালৈ ওলাই গলোঁ। ভৰি শুদা। থিয় হৈ আছোঁ। জোনে আটাইবোৰ ঘৰবে মুখ পোহৰাই দিলে। কান্দোন ভাঁহি আহিছে। ডন গুইলাৰ্মোৰ ঘৰৰ বাৰান্দাৰ পৰা। ঘৈণীয়েক। দেখিলোঁ, তাই আঁঠুলৈ কান্দি আছে।

আকৌ কোঠালৈ ঘূৰি গৈ আগৰ দৰে বহিলোঁ। ভাবিবৰ মত নগল। জীৱনৰ আটাইতকৈ বেয়া দিন। অৱশ্যে সেইদিনাৰ কথা বাদ দিলে।

'সেইদিনা মানে?' মেৰিয়াই ক'লে।

"তিনি দিনৰ পিচত ফেচিষ্টসকলে যেতিয়া নগৰখন ললে।"

মেৰিয়াই ক'লে, "সেইবোৰ কথা মোক নকবা। মই আৰু নুশুনো। এয়ে আটিছে। অসহ্য।"

পিলাৰে ক'লে, "মই সেই বাবেই তোমাক শুনিবলৈ হাক দিছিলোঁ। তুমি শুনাটো মই বাঞ্ছা কৰা নাছিলোঁ। এতিয়া চাগৈ বেয়া সপোন দেখিবা?"

মেৰিয়াই ক'লে, "ওহোঁ। আৰু নুশুনো।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তেনেহলে আন এসময়ত মোকে কবা।"

পিলাৰে ক'লে, "ক'ম বাৰু। কিন্তু মেৰিয়া কোৱা ভাল নহব।"

মেৰিয়াই কাকূতি কৰি ক'লে, "মই নুশুনো। নেলাগে পিলাৰ। মই থাকিলে নকবাই। কিজানি নিজে নজনাকৈয়ে শুনো।"

তাৰ ওঁঠ দুটা কঁপিলে। জৰ্ডানে ভাবিলে, তাই এতিয়া ফেঁকুৰিব।

"নকবা। পিলাৰ, নকবা।"

"খৰামূৰী, নকওঁ। ভয় নকৰিবা। কেতিয়াবা 'ইংলেচ'কে কম।"

মেৰিয়াই ক'লে, "তেওঁৰ লগত ময়ো থাকিম। পিলাৰ, নকবা।"

"তুমি কামত থাকোঁতে ক'ম।"

"ওহোঁ নকবা, নকবা। কাবৌটি কৰিছোঁ। একোকে নকবা।" মেৰিয়াই ক'লে।

পিলাৰে ক'লে, "ইমানবোৰ কোৱাৰ পিচত ইবোৰ কোৱা ভাল হ'ব। কিন্তু তুমি নুশুনা, ভয় নাই।"

মেৰিয়াই ক'লে, "ভাল কথা ক'ব নোৱাৰানে ? কেৱল ভয় লগা কাহিনী!"

"আজি আবেলি তুমি আৰু ইংলেচ হুয়ো যি মন যায় তাকে পাতিবা।" পিলাৰে ক'লে।

মেৰিয়াই ক'লে, "তেতিয়া হ'লে সেই আবেলি সোনকালে আহক। উৰি আহক।"

পিলাৰে ক'লে, "আহিব। উৰি আহিব, উৰি যাবগৈ। সেইদৰে কাইলৈও উৰি যাব।"

মেৰিয়াই ক'লে, "এই আবেলি। আবেলি কেতিয়াকৈ আহিব ?"



## ॥ ১১ ॥

ক্ৰমাৎ সিহঁত উঠি আহিল। পাইন-বননিৰ ছাঁ তেতিয়াও গভীৰ। ওখ বননিৰ পৰা কাঠনি ভৰা ভৈয়ামলৈ নামি আকৌ নিজৰাৰ ধাৰে ধাৰে বৈ বাওঁ ফালে ঘূৰি সিহঁতে থিয় ঘূৰণীয়া শিলাখণ্ডৰ ওপৰ পালেগৈ। তাতে এজোপা গছৰ দাঁতিৰ পৰা এটা মানুহে হাতত এটা 'কাৰবাইন' লৈ ওলাই আহিল।

সি ক'লে, "বৈ যোৱা। পিলাৰ। তোমাৰ লগত কোন্ ?"

পিলাৰে ক'লে, "এজন ইংলেচ। কিন্তু নাম ৰবাৰ্টো, খ্ৰীষ্টান। কি সাংঘাতিক থিয় পৰ্বত বগাব লাগে ইয়ালৈ আহিবলৈ!"

ৰখীয়াটোৱে ৰবাৰ্ট জৰ্ডানলৈ হাতখন আগবঢ়াই দি ক'লে, "নমস্কাৰ, কমৰেড। ভাল নে ?"

জৰ্ডানে ক'লে, "ভাল। তোমাৰ ?"

"মোৰো।" ৰখীয়াটোৱে ক'লে। মানুহটো ডেকা, পাতল, লাহী, চিলনী-নকা, গালৰ হাৰ উঠঙা, আৰু চকুযুৰি ধোঁৱাবৰণীয়া। মূৰত টুপী নাই; চুলি ক'লা আৰু জপৰা; হাতৰ মুঠি টান কিন্তু বন্ধুত্বসূচক। চকুতো বন্ধুত্বৰ চিন।

সি ছোৱালীজনীলৈ চাই কলে, "মেৰিয়া, তোমাৰ ভাগৰ লগা নাই ?"

"নাই লগা, জোৱাকিন," মেৰিয়াই উত্তৰ দিলে, "আমি যিমান সময় খোজ কাঢ়িছোঁ তাতকৈ বেছি সময় কথাপাতি জিৰাই আহিছোঁ।"

জোৰাকিনে সুধিলে, "তুমিয়ে তেনে ডিনামাইট মাৰোঁতা? আমি তুমি থকা বুলি গম পাইছোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "নিশাটো পাবুলোৰ তাত কটালোঁ। হয় ময়ে ডিনামাইট মাৰোঁতা।"

জোৰাকিনে ক'লে, "শুনি ভাল পালোঁ। ট্ৰেইন উৰুৱাবা নেকি?"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "তুমি আগৰ ট্ৰেইনখনত আছিলানেকি?" কোৰাৰ লগে লগে সি হাঁহিলে।

জোৰাকিনে ক'লে, "নেথাকিম কিয়। তাতে এই জনীক পালোঁ"। এই বুলি মেৰিয়াৰ ফালে চাই সি দাঁত নিকটাই হাঁহিলে; "এতিয়া দেখিবলৈ বঢ়িয়া হৈছা। কিমান বঢ়িয়া হৈছে তাক কোনোবাই কৈছে নে নাই।"

মেৰিয়াই ক'লে, "জোৰাকিন মনে মনে থাকা। আগেয়ে তোমাৰ জপৰা চুলিকোচা কাটা।"

জোৰাকিনে ছোৱালীজনীক ক'লে, "মই হে তোমাক কঢ়িয়াই আনিছিলোঁ। কান্ধত আনিছিলোঁ।"

পিলাৰে ক'লে, "অকল তুমিয়েনে কিবা। আৰু বহুতে। বুঢ়া জন ক'ত।"

"'শিবিৰত।"

"যোৱা নিশা ক'ত আছিল।"

"ছেগোভিয়াত।"

"কিবা খবৰ আছে নেকি।"

জোৰাকিনে ক'লে, "আছে। খবৰ আছে।"

"বেয়া নে ভাল খবৰ।"

"প্লেনবোৰ দেখিছিলানে।"

জোৰাকিনে মূৰ লৰাই ক'লে, "অ সেইবোঁৰৰ কথা মোক একো নকবা। কমৰেড ডিনামাইট মাৰোঁতা, কি প্লেন সেইবোৰ।"

"হেইংকেল ১-১১ বোমাৰু। হেইংকেল আৰু ফিয়াট খেল বিমান।" ৰবাৰ্ট জৰ্ডানে তাক ক'লে।

"চাপৰ পাখিৰে ডাঙৰবোৰৰ নাম কি।"

"হেইংকেল ১-১১।"



জোৰাকিনে ক'লে, "যি নামেই নহওক, সেইবোৰ বেয়া। কিন্তু মই বেলি কৰি আছোঁ। এইবাৰ সেনাপতিৰ ওচৰলৈ নিওঁ ব'লা।"

"সেনাপতি।" পিলাৰে সুধিলে।

জোৰাকিনে গম্ভীৰ হৈ ক'লে, " 'প্ৰভু'তকৈ সেনাপতি বোলা ভাল। বেছি সামৰিক।"

পিলাৰে ক'লে, "তুমি খুব বেছি সামৰিক কৰি পেলাইছা।" এই বুলি তালৈ চাই হাঁহিলে।

জোৰাকিনে ক'লে, "ওহোঁ। সামৰিক শব্দ ব্যৱহাৰ কৰিলে আদেশবোৰ বেছি স্পষ্ট আৰু কাম বেছি শৃঙ্খলাপূৰ্ণ হয়।"

পিলাৰে ক'লে, "ইংলেচ, এই মানুহটো তোমাৰ দৰে? খুব গহীন ন'বা।"

জোৰাকিনে মেৰিয়াৰ কান্ধত হাত দি মুখলৈ চাই হাঁহি সুধিলে, "তোমাক কঢ়িয়াৰ লাগিব নেকি।"

মেৰিয়াই ক'লে, "এবাৰেই নিবাৰ। তাৰ বাবে ধন্যবাদ।"

জোৰাকিনে সুধিলে, "তোমাৰ মনত আছে।"

মেৰিয়াই ক'লে, "অনা মনত আছে। অ' তোমাৰ কথা নহয়। জিপ্সীটোৱেহে মোক কেইবাবাৰো পেলাই দিছিল। পিচে তোমাক ধন্যবাদ জোৰাকিন, তোমাকো কেতিয়াবা মই নিম।"

জোৰাকিনে ক'লে, "মোৰ পিচে মনত আছে। তোমাৰ ভৰি দুটা, তলপেটটো মোৰ কান্ধত আছিল মূৰ আৰু হাত দুখন পিঠিফালে পৰি আছিল।"

মেৰিয়াই হাঁহি ক'লে, "তোমাৰ বেচ মনত আছে দেখিছোঁ।" "মোৰ হ'লে একো মনত নাই। তোমাৰ বাহু, কান্ধ, পিঠি একোকে মনত পৰা নাই।"

জোৰাকিনে সুধিলে, "এটা কথা জানিবলৈ ইচ্ছা কৰা নেকি?"

"কি?"

"পিছৰ পৰা গুলী আহি থাকোঁতে তুমি পিঠিত ওলমি থকা বাবে মই ভাল পাইছিলোঁ।"

মেৰিয়াই ক'লে, "কি দুষ্ট। এই কাৰণেই বোধ হয় জিপ্সীটোৱে মোক ইমান বাট কঢ়িয়াইছিল।"

"সেই বাবে আৰু তোমাৰ ভৰি দুটা ছুবৰ বাবে।"

মেৰিয়াই ক'লে, "হে মোৰ বীৰবৃন্দ !  হে মোৰ ত্ৰাণকৰ্তা ?"

পিলাৰে ক'লে, "মেৰিয়া মইনা, এই লৰাটোৱে তোমাক বহুত পৰ কঢ়িয়াই নিছিলে হয়, কিন্তু সেই সময়ত তোমাৰ ভৰি দুটা নিৰ্জীৱ আছিল। সেই সময়ত বন্দুকৰ শব্দহে মুখৰ হৈ উঠিছিল। তোমাক এৰি থৈ অহা হ'লে সি সোনকালে গুলীৰ নিচানৰ বাহিৰলৈ আহিব পাৰিলেহেঁতেন।"

মেৰিয়াই ক'লে, "তাৰ বাবে তেওঁক ধন্যবাদ জনাইছোঁ। ময়ো তেওঁক কেতিয়াবা কঢ়িয়াম। ধেমালি কৰিবলৈও নিদিবানে। তেওঁ মোক আনিছি বুলি মই মুখ জপাই থাকিমনে ?"

জোৱাকিনে তাইক জোকাবলৈ নেৰিলে। সি ক'লে, "মই তোমাক এৰি থৈ আহিলোঁহেঁতেন। কেৱল পিলাৰে গুলী কৰে বুলিহে।"

পিলাৰে ক'লে, "মই কাকো গুলী নকৰোঁ।"

জোৱাকিনে ক'লে, "তুমি গুলী নকৰিলেও হয়। মুখেৰেই মৃত্যু ভয় দৰ্শাবা পাৰা।"

পিলাৰে তেওঁক ক'লে, "কেনে ধৰণে কথা কয় ই। আগেয়ে দেখোন লৰাটো নিৰ্জু আছিল। বোপাই, তুমি আন্দোলনৰ আগতে কি কৰিছিলা ?"

"মোৰ বয়স আছিল যোল। একো কৰা নাছিলোঁ।"

"তথাপি ?"

"মাজে মাজে দুই এযোৰ জোতা—"

"জোতা বনাইছিলা ?"

"নহয়, ৰং লগাইছিলোঁ।"

পিলাৰে ক'লে, "তুমি ভালকৈ কোৱাচোন। তাত বিফল হ'লা কেনেই।" এই বুলি পিলাৰে তেওঁৰ মুগা-বৰণীয়া মুখ, লেউসেউ গা, বিসদৃশ চুলি আৰু ফেৰেকাফেৰেক খোজ কিটাৰৈ চালে।

"কিহত বিফল বুলিলা।"

"কিহত। তুমি জানা। এতিয়া তোমাৰ বুজন বয়স হৈছে।"

লৰাটোৱে ক'লে "হ'লে ভয় লগা বাবে হ'ব।"

পিলাৰে ক'লে, "তোমাৰ চেহেৰাটি মনোমোহা। কিন্তু মুখখন ভাল নহয়। কি ক'লা ভয় লগা বাবে। ৰেলত দেখোন ঠিকেই আছিলা।"

লৰাটোৱে ক'লে, "এতিয়া সিহঁতলৈ মোৰ ভয় নেলাগে। কালৈকো নেলাগে। আমি বহুত বেয়া ঘটনা দেখিলোঁ। ষাঁড়-যুঁজ তাৰ তুলনাত একো নহয়। মেচিনৰ তুলনাত ষাঁড়টোনো কি ? অৱশ্যে এতিয়া যদি শালত সোমাওঁ ভৰি যে থৰক-বৰক নকৰিলেহেঁতেন তাক কোৱা টান।"

পিলাৰে ৰবাৰ্ট জৰ্ডানক ক'লে, "এওঁ ষাঁড়-যুঁজাৰু হ'ব খুজিছিল। কিন্তু ভয়ত নোৱাৰিলে।"

"কমৰেড, তুমি ষাঁড়-গৰু কেনে পোৱা।" জোৱাকিনে দাঁত নিকটাই হাঁহি সুধিলে।

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "খুব ভাল পাওঁ।"

জোৱাকিনে সুধিলে, "ভাল্লাডলিডত তুমি ষাঁড়-যুঁজ দেখিছিলানে।"

"অঁ। ফেব্ৰিয়াত। তেতিয়া চেপ্তেম্বৰ মাহ।"

জোৱাকিনে ক'লে, "সেইখন আমাৰ নগৰ। বৰ বঢ়িয়া ঠাই। কিন্তু যুদ্ধত তাৰ ভাল মানুহবোৰে অশেষ কষ্ট পালে।" তাৰ পিছত সি গহীন হৈ ক'লে, "সিহঁতে দেউতাক গুলী কৰি মাৰিলে। মোৰ আইকো গুলী কৰিলে। মোৰ বৈনাই আৰু বাইদেউহঁতকো—"

ৰবাৰ্ট জৰ্ডানে ক'লে, "বৰ্বৰ শত্ৰু।"

একেটা কথাকে বহুত দিন শুনিছে। কওঁতাজনে কিমান কষ্টেৰে সেই কথা কয় ভাবিব নোৱাৰি। মোৰ বোপাই, মোৰ আই, মোৰ বাইদেউ......কথা কোৱাৰ লগে লগে চকু সজল হয়, ডিঙি শুকাই যায়। বহুত বাৰ একে কথা শুনি শুনি এতিয়া ক'ব নোৱাৰা হৈছে কিমান বাৰ শুনিছিল। এই লৰাটোৰ গততে সকলোৱে কয়। নগৰখনৰ কথা উচ্চাৰণ কৰাৰ লগে লগে শুনোতাৰ মুখত ওলাব, "কি বৰ্বৰতা।"

সেই বিৱৰণী ক্ষতিৰ বিৱৰণী। ফেচিষ্টবোৰ মৰাৰ কাহিনী পিলাৰে যি দৰে হুবহু বৰ্ণাইছিল নিজৰাৰ পাৰত, ঠিক সেইদৰে সকলোৱে ঘটনাৰ বৰ্ণনা দিব নোৱাৰে। কিন্তু গম পোৱা যায় যে বাপেক চোতালত মৰিছে বা দেৱালত আউজি মৰিছে বা পথাৰত মৰিছে বা বাগিচাত মৰিছে বা আলিৰ কাষৰ ট্ৰাকৰ পোহৰত মৰিছে। নহলে হয়তো বৰ্ণনাটো এনেকুৱা হ'ব : পৰ্বতৰ পৰা মটৰৰ পোহৰ দেখিলোঁ আৰু গুলীৰ শব্দ শুনিলোঁ। অলপ পিছতে নামি আহি দেখিলোঁ আলিবাটত মৰাশবোৰ। মাক বাপেক বায়েক কাকো গুলী কৰা সিহঁতে নেদেখে। মাত্ৰ গুলীৰ শব্দ শুনে আৰু মৰাশবোৰ দেখে।

পিলাৰৰ হুবহু বৰ্ণনা শুনি অৱশ্যে মৰা ঘটনা চকুৰ আগত দেখা যেন বোধ হ'ল।

এই মানুহজনীয়ে লিখিব পৰা হ'লে! সি নিজেই লিখিব—যদি এই যাত্ৰাত সাৰি যায়। আৰু কথাবোৰ যদি ভালকৈ মনত থাকে তেন্তে তাই কোৱা ভাগেই সি লিখি যাব। তাই গল্প কব জানে। কোৰেভেদোতকৈ তাইৰ বৰ্ণনা ভাল। ময়ো যদি গল্প লিখিব পাৰিলোঁহেঁতেন, তেন্তে নিশ্চয় লিখিলোঁহেঁতেন। আমি কি কৰিলোঁ, আনে আমাক কি কৰিলে—তাকে লিখিব পাৰিলোঁহেঁতেন। সেইবোৰ কথা সি মনত ৰাখিছে। সি ভালেমান ঘটা ঘটনা জানে। কিন্তু আগৰে পৰা মানুহবোৰক মাথোন চিনি নেপায়। গাৱঁত সিহঁত কি আছিল তাক আগতে জনা ভাল।

সি ভাবিলে ঃ ঘূৰি ফুৰা বাবে আৰু জীয়াতু ভুগিবলৈ শেহলৈ নথকাৰ কাৰণে আমি কি ঘটে তাক ভালকৈ গম নাপাওঁ। কেতিয়াবা কোনোৱা খেতিয়ক পৰিয়ালৰ লগত থাকিব লাগে। ৰাতি আহি তাতে খোৱা-বোৱা কৰে। দিনৰ বেলা লুকাই থাকি ৰাতি পলাই যায়গৈ। নিজৰ কাম কৰি সিহঁত আজৰি হয়। পিছত যেতিয়া সেই ঠাইলৈ ঘূৰি আহে তেতিয়া শুনে যে মানুহবোৰক গুলীয়াই মাৰিলে। ইমান সহজে ঘটনাবোৰ ঘটে।

ঘটনাৰ সময়ত সিহঁত তাত নাথাকে। গৰিলাবোৰে আক্ৰমণ কৰি ধ্বংস কৰাৰ পাছত আৰু তাত নৰয়। খেতিয়কবোৰে গাৱঁত থাকে আৰু সিহঁতেই শক্ৰৰ শাস্তিৰ সন্মুখীন হয়। তাৰ পিছত কি হয় তাক সি জানে। সিহঁতে নিজে কি কৰে সেই সময়ত তাকো সি জানে। জানো কাৰণেই সেইবোৰ কাম ঘিণাওঁ, জৰ্ডানে ভাবিলে। সেইবোৰ কথা নিলাজ ভাৱে বৰ্ণিত হয়, বঢ়াই কোৱা হয়, তাক লৈ গৌৰৱ কৰা হয়; তাৰ যুক্তি দি ব্যাখ্যা কৰা হয় আৰু তাৰ পাছত অস্বীকাৰ কৰা হয়। কিন্তু এই মানুহ-জনীয়ে এনেকৈ হুবহু বৰ্ণনা দিলে যেন সেই বোৰ নিজ চকুৰে হে দেখিছে সি।

যি কি নহওক এইবোৰ শিকনিহে। যুদ্ধ পাৰ হ'লে সেয়ে প্ৰকৃত পক্ষে শিক্ষা হয়। মনকাণ দিলে যুদ্ধৰ পৰা বহুত শিকিব পৰা যায়। আচলতে সি যথেষ্ট শিকিছেও। যুদ্ধ হোৱাৰ আগৰ দহ বছৰ সি স্পেইনত কটোৱা বাবে তাৰ বহুত সুবিধা হ'ল। ভাষা জানিলে বহুত সুবিধা হয়, কাৰণ



অধিবাসী সকলৰ বিশ্বাস ভাজন হ'ব পাৰি। কথিত ভাষা জতুৱা ঠাচত ক'ব পৰা আৰু বিভিন্ন ঠাইৰ কথা জানিলে এই বিশ্বাস অনাত সহজ হয়। স্পেনৰ মানুহ নিজ নিজ গাওঁ কিথনৰ প্ৰতিহে বেছি অনুগত বুলিব পাৰি। প্ৰথম অনুগত্য স্পেইনলৈ; দ্বিতীয়তে নিজৰ জনজাতিটোলৈ; তাৰ পিছত ক্ৰমাৎ প্ৰদেশ, গাওঁ পৰিয়াল আৰু নিজা বৃত্তিলৈ। স্পেন ভাষা জানোতা-সকললৈ তেওঁলোকৰ আপাহ বেছি, প্ৰদেশৰ কথা জানিলে আৰু ভাল; আৰু যদি গাওঁখনৰ কথা জনা যায় বা মানুহজনৰ বৃত্তিৰ কথা জনা যায় তেন্তে বিদেশী লোক একোজনৰ পক্ষে যিমান আপোন বোলোৱা সম্ভৱ সিমান আপোন বোলাব পাৰি। তেতিয়া স্পেইনত তেওঁ বিদেশী নহয়, স্পেইনৰ মানুহে তেওঁক বিদেশী বুলি গণ্য নকৰে। সৰহ ক্ষেত্ৰতে এয়ে ঘটে, অৱশ্যে সিহঁতে বিৰুদ্ধাচৰণ কৰিলে সুকীয়া কথা।

কেতিয়াবা সিহঁতে বিদেশীৰ বিৰুদ্ধে বিৰুদ্ধাচৰণ কৰে; কিন্তু বিদেশী বুলিয়েই নহয়, কাৰোবাৰ বিৰুদ্ধে বিৰুদ্ধাচৰণ সিহঁতে কৰেই। কেতিয়াবা আকৌ নিজৰে বিৰুদ্ধাচৰণ কৰে। যদি তিনি জন একে লগে থাকে, প্ৰথমতে দুজনে তোমাৰ বিৰুদ্ধে লাগিব; তাৰ পিছত সেই দুজনৰ ভিতৰত এজনে আনজনক বিশ্বাসঘাতকতা কৰিব। সদায় যে এনে ঘটে এনে নহয়, কিন্তু মাজে মাজে এনেবোৰ ঘটনা ঘটে আৰু সেইবোৰ ঘটনাৰ পৰাই এই অনুমান হয়।

এইদৰে ভবাটো উচিত নহয়; কিন্তু ভাবক নো কোনে বাধা দি ৰাখিব পাৰে? একমাত্ৰ নিজে নিজৰ ভাব বাধা দি ৰাখিব পাৰে। পৰাজয়ৰ কথা সি কেতিয়াও নেভাবে। যুদ্ধ জিকাটোৱেই প্ৰথম কাম। যদি যুদ্ধত হাৰে, তেন্তে সিহঁতে সকলো হেৰুৱাব। কিন্তু সি সকলো লক্ষ্য কৰিছে, সকলো দেখিছে-শুনিছে, আৰু সেয়ে সকলোবোৰ কথা তাৰ মনত আছে। যুদ্ধ কৰিবলৈ আহিছে যেতিয়া সি সেই যুদ্ধলৈ আনুগত্য প্ৰদৰ্শাব আৰু যিমান ভাল মতে পাৰে সিমান ভাল মতে যুদ্ধ কৰিব। কিন্তু তাৰ মনৰ ৰজা আন হ'ব নোৱাৰে; দেখা-শুনাৰ শক্তি নো কোনো অপহৰণ কৰি নিব পাৰে? পিছে-পৰে সি এইবোৰ স্মৃতিৰ কথা নিজে বিচাৰ কৰি চালি-জাৰি চাব পাৰিব। বিচাৰৰ বাবে ভালেমান মাল-মচলাই গোট খাইছে। লাহে লাহে আৰু বেছি হ'ব। তাকে বৰ বেছি যেন বোধহয় সময়ে সময়ে।

পিনাৰ বোলা মানুহজনীলৈ চোৱাচোন, সি ভাবিলে। যিহকে নঘটক, সময় পালে তাইৰ পৰা ইছোৱা ঘটনাও শুনিব লাগিব। কাষত দুটি সৰু লৰাছোৱালী লৈ তাই কেনেকৈ খোজ কাঢ়িছে চোৱাচোন। তিনিওটি স্পেইনৰ সুন্দৰ চানেকি। তাই যেন ওখ পৰ্বত আৰু বাকী দুটি পুলিগছ। বুঢ়া গছবোৰ কটা হ'ল, কিন্তু পুলি গছবোৰ ফৰকাল হৈ গজিছে। সিহঁতে জীয়াতু ভুগিলেও দেখাত ফৰকাল, সজীৱ, নবীন আৰু দুৰ্ভাগ্যৰ স্পৰ্শমুক্ত। অৱশ্যে পিনাৰৰ মতে মেৰিয়া এতিয়াহে ভাললৈ আহিছে। আগতে কিম্ভূত-কিমাকাৰ হৈ আছিল।

একাদশ ব্ৰিগেডত এটা বেল্‌জীয় লৰা আছে। সি গাৱঁৰ পাঁচোটি লৰা লগত লৈ ব্ৰিগেডত ভৰ্তি হৈছিলগৈ। গাওঁখনত দুশমান লোক আছে। সেই লৰাটোৱে পূৰ্বে গাৱঁৰ বাজ হোৱা নাছিল। লৰাটো বাহিৰত দেখাৰ সময়ত তাৰ কেউটা লগৰীয়াৰ মৃত্যু ঘটিছিল; সেই লৰাটোৱে হানচ ব্ৰিগেডৰ অফিচাৰ-সকলৰ পাকঘৰৰ পাচনি আছিল। তেতিয়া তাৰ অৱস্থা বৰ বেয়া। লৰাটোৰ মুখমণ্ডল ডাঙৰ, বাদামী, ফৰ্কৰীয়া আৰু ফ্লেমদেশীয়। হাতদুখন খেতিয়কৰ হাত, আগঢ়া। বোজাবোৱা ঘোঁৰাৰ দৰে সি ধাহিমুহি আৰু লেতেৰ পেতেৰকৈ মেজৰ কাঁহীবাটি অতাইছিল। ভিতৰি তাৰ অন্তৰত কান্দোনৰ শব্দ। ভাত খাওঁতেও মন কৰিছিল, লৰাটোৱে নিঃশব্দ কান্দোনত ম্ৰিয়মান।

চকুতুলিলেই তাৰ কান্দোন চকুত পৰিছিল। মদ বিচাৰিলেও, দেখিবা তাৰ মুখত কান্দোন। প্লেটত যদি জোল খোজা, তেতিয়াও কান্দোন। মুখখন হঠাতে লুকাই পেলায়। খন্তেক পৰলৈ কান্দোন থামে, কিন্তু চকুলৈ চালেই আকৌ সেই চকুলো বাগৰি আহে। এপদ বস্তু থৈ ইপদ বস্তু আনিবলৈ যাওঁতেও সেই কান্দোন। তাৰ অৱস্থা বুজি সকলোৱে তাক মৰম কৰিছিল। কিন্তু মৰমে ফল নধৰিলে। সেই লৰাটো সুস্থ হৈ পুনৰ যুদ্ধলৈ গ'ল নে নাই নাইবা তাৰ কি হ'ল সেই কথা জানিবলৈ সি উদগ্ৰীৱ হৈ পৰিছে।

মেৰিয়াৰ অৱস্থা এতিয়া ভালেই। অন্ততঃ দেখাত। অন্তৰৰ ফুট পাবলৈ সিটো মনোবিকাৰ-চিকিৎসাবিদ নহয়। পিলাৰহে। যোৱা নিশা দুয়ো একেলগে কটোৱাই ভাল হৈছে। নহলে হয়তো এনে নহ'লহেঁতেন। তাৰ



ভালেই লাগিছে। এতিয়া তাৰ গা পাতল; মন সুন্দৰ, উদ্বেগহীন আৰু সুখী। দেখিবলৈ হওঁতে বেয়া হ'ল, কিন্তু তাৰ ভাগ্য ভাল। আন আন ঠাইৰ দুই এটা ঘটনা ইয়াতকৈ অশোভনীয় আছিল।......কিন্তু মেৰিয়া বৰ ধুনীয়া ছোৱালী।

তাইলৈ চালেই হ'ল নহয়। সি নিজক নিজে ক'লে।

ৰ'দত খোজ কাঢ়ি যাওঁতে সি মেৰিয়ালৈ চালে। তাইৰ ডিঙিত খাকী চাৰ্টটো খোলা। তাৰ ভাৱ হ'ল তাই চেঁউৰী পোৱালীৰ দৰে চেকুৰিছে। সাধাৰণতে মানুহে এনেকুৱা প্ৰাণীৰ কাষ চাপি নাহে। তেনেকুৱা ঘটনা নঘটেও। হয়তো কেতিয়াও নঘটে। সপোনত বোলছবিৰ নায়িকা শোৱাপাটীলৈ অহাৰ দৰে মৰমিয়াল আৰু মনোমোহা। সপোনতে তেনে নায়িকাক সি অঙ্কশায়িনী কৰিছে। গাৰ্বো আৰু হাৰ্লোৰ কথা মনত পৰে। হাৰ্লোক কেইবাবাৰো পাইছে। এইটোও তেনে সপোনৰ দৰে।

পজৱেস্কো আক্ৰমণৰ আগনিশা গাৰ্বো তাৰ শোৱাপাটীলৈ অহাৰ কথা তাৰ মনত আছে। তাই এটা পাটৰ উলৰ চুৰেটাৰ পিন্ধি আছিল। সি আঁকোৱালি লওঁতে তাইৰ চুলিকোচা তাইৰ মুখত অবিন্যস্ত হৈ পৰিছিল আৰু তাই সুধিছিল: মই তোমাক সদায়েই ভাল পাই আহিছোঁ, তুমি নো কিয় কোৱা নাছিলা? গাৰ্বো লাজকুৰীয়া নহয়। গহীনো নহয় আৰু আনমনাও নহয়। আঁকৰোলি ধৰোঁতে তাইক ভাল লাগিছিল; তাই মৰমিয়াল, মনোমোহা। জেক গিলবাৰ্টৰ লগত থকা সময়কণৰ দৰে। সকলো ঘটনা বাস্তৱত ঘটা দৰে বোধ হয়। হাৰ্লোতকৈ গাৰ্বোক সি অধিক ভাল পাইছিল, যদিওবা তাই মুঠেই এবাৰ আহিছিল। সপোনৰ ঘটনা।

সপোনৰ ঘটনা নহবও পাৰে। মেৰিয়াক মই চুকি পাওঁ, তাইক মই চুব পাৰোঁ, সি ভাবিলে। তাৰ ভয় লাগে নেকি? একোৱেই যেন ঘটা নাছিল, এনে বোধ হয়। একোৱেই যেন সঁচা নাছিল। বোলছবি-শিল্পীসকলক সপোনত দেখা দৰেই যেন এইটোও এটা ঘটনা। আগৰ ছোৱালীবোৰ এজনী এজনীকৈ আহিল, শুদা মাটিৰ পাটীত নিশা সোমাল; পুজিৰ খেৰ, ঘোৰাশাল, Conales, Cortijos, হাৱি, গেৰেজ, ট্ৰাক, স্পেইনৰ হাৱি—কত ঠাইত ঘটিছে সেই সপোনৰ ঘটনা। তাৰ টোপনি ধৰোঁতে সিহঁত পাটীলৈ আহিছিল আৰু জীৱনত দেখাতকৈ বেছি মৰমিয়াল আছিল। এয়ো হয়তো সপোনেই। চুবলৈ

সেইবাবে ভয় লাগে, কিজানি সঁচা নহয়। ভয় লাগিব পাৰে, কিন্তু এই হয়তো তাৰ সপোনৰ বস্তু, কল্পনাৰ সৃষ্টি।

সি এখোজ আগুৱাই গৈ ছোৱালীজনীৰ কান্ধত হাত থলে। আঙুলিত তাইৰ দেহৰ কোমলতাৰ পৰশ লাগিল পুৰণি খাকী চাৰ্ট ভেদ কৰি। তাই তালৈ উভতি চাই হাঁহিলে।

সি মাতিলে, "মেৰিয়া।"

তাই উত্তৰ দিলে, "কি হ'ল, ইংলেচ?" সি মেৰিয়াৰ হালধীয়া মুগা মুখখন দেখিলে; তাত এযুৰি হালধীয়া ধূসৰ চকু, সস্মিত পুৰঠ ওঁঠ, ৰ'দত শুকোৱা কটা চুলি। তাই মুখ তুলি হাঁহি তাৰ চকুলৈ চালে। সঁচাকৈয়ে ঘটাবোৰ সকলো সঁচা।

লাহে লাহে শেষ পাইন জোপাৰ অন্তত এল্ ছৰ্ডোৰ শিবিৰ দেখা গ'ল। তাত এটা ঘোৰ খোৱা অৱবাহিকাৰ দ কন্দৰৰ মূৰ আছে। ওপৰত চুণশিলৰ ঠাইবোৰ বোধহয় গুহাৰে পৰিপূৰ্ণ। অনতিদূৰত দুটা গুহা। শিলৰ আঁৰত গজা জোপোহা পাইনে গুহাকেইটা ঢাকি থৈছে। পাৰ্‌লোৰ ঠাইতকৈ এইটুকুৰা ভাল। অন্ততঃ সমানে ভাল।

পিলাৰে জোৱাকিনক সুধিলে, "তোমাৰ ঘৰৰ মানুহবোৰক গুলী কৰি কেনেকৈ মাৰিলে।"

"কোনো কাৰণ নাই।" জোৱাকিনে ক'লে, "ভেল্লাডলিডৰ আন ভালেমান লোকৰ দৰে তেওঁলোকো বাওঁপন্থী আছিল। ফেচিষ্টবোৰে আহি নগৰখন উজাৰ কৰিলেহি। দেউতাক প্ৰথমতে গুলীয়ালে, কাৰণ তেওঁ ছচিয়েলিষ্টক ভোট দিছিল। তাৰ পিছত আইক গুলীয়ালে। আয়েও ছচিয়েলিষ্টকে ভোট দিছিল। তাৰ পিচত মোৰ এজন ভিনিহিক মাৰিলে। তেওঁ আছিল ট্ৰামৰে ড্ৰাইভাৰ চিণ্ডিকেটৰ সদস্য। কিন্তু মানুহজনৰ ৰাজনীতি নাছিল। মই ভালদৰে জানিছিলোঁ। চিণ্ডিকেটৰ সদস্য নহলে তেওঁ ট্ৰাম চলাব নোৱাৰে। কিন্তু মানুহজনৰ ৰাজনীতি একো নাছিল। মানুহজনৰ সম্ভ্ৰমবোধো নাছিল। তেওঁ নিৰ্ভৰযোগ্য সহযোগীও নাছিল। ইজনী বাইৰ গিৰিয়েকেও ট্ৰামত কাম কৰিছিল, তেওঁ পৰ্বতলৈ পলাই গ'ল। সিহঁতে ভাবিলে, বাইদেৱে তেওঁৰ খবৰ জানে। তাই নেজানিছিল। সেইবাবে সিহঁতে তাইক গুলীয়ালে, তাই একো সম্ভেদ নিদিয়া বাবে।"



পিলাৰে ক'লে, "কি বৰ্বৰ! এল্ ছৰ্ডো ক'ত আছে। মই দেখা নাই দেখোন।"

জোৱাকিন ৰ'ল আৰু ৰাইফোলৰ জোঙা মূৰটো মাটিত থ'লে। "তাতে আছে। বোধ হয় ভিতৰত। পিলাৰ, মোৰ কথা শুনা। মেৰিয়ায়ো শুনা। নিজৰ পৰিয়ালৰ কথা কৈ কিবা আঘাত দিলে বেয়া নোপোৱা যেন। কাৰণ সকলোৰেই একেই দশা। তেওঁলোকৰ কথা নোকোৱাই বেছি ভাল।"

পিলাৰে ক'লে, "নকৰা কেলেই। ইটোৱে সিটোক সহায় নকৰিলে জন্মিলোঁনো কিয়? কথা শুনা আৰু শুনি মনে মনে থাকা—এইটো একেবাৰে সাধাৰণ সহায়।"

"কিন্তু মেৰিয়াই আঘাত পাব পাৰে। তাইৰ নিজৰো ভালেমান ঘটনা ঘটিছে।"

মেৰিয়াই ক'লে, "মোৰ ঘটনাবোৰ ডাঙৰ বাল্‌টিৰ দৰে। তোমাৰবোৰ পৰিলে সি পূৰ নহয়। জোৱাকিন, মই দুঃখিত। আশা কৰোঁ, তোমাৰ বায়েৰা ভালে আছে।"

জোৱাকিনে ক'লে, "এতিয়ালৈকে ঠিকেই আছে। তাই জেলত আছে। বোধহয় বৰ বেয়া ব্যৱহাৰ পোৱা নাই।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "পৰিয়ালত আৰু মানুহ আছে নেকি?"

"মোৰ বাহিৰে আৰু কোনো নাই।" লৰাটোৱে উত্তৰ দিলে "ভিনিহিহে পৰ্বতলৈ গ'লগৈ। বোধহয় তেওঁ বাচি থকা নাই।"

মেৰিয়াই ক'লে, "ভালে থাকিব পাৰে। বোধহয় আন কোনোবা পৰ্বতীয়া দলত আছে।"

জোৱাকিনে ক'লে, "মই মৰিলে বুলি ধৰি লৈছোঁ। মানুহটো বৰ কাজুৱা নাছিল। ট্ৰাম কণ্ডাক্টৰ হে আছিল। ট্ৰাম কণ্ডাক্টৰে পৰ্বতত নো কি কৰিব? এবছৰতকৈ বেছি দিন আছিল বুলি মোৰ ধাৰণা নহয়। তদুপৰি তেওঁৰ বুকুৰো বেমাৰ আছিল।"

মেৰিয়াই তাৰ কান্ধত হাত থৈ ক'লে, "তেওঁ ভালে থাকিব পায়।"

জোৱাকিনে ক'লে, "থাকিব পাৰে। ক'বতো নোৱাৰি।"

লৰাটো তাতে ৰ'ল; মেৰিয়াই তাৰ ডিঙিত দুহাতেৰে সাৱটি ডিঙিতে এটা চুমা খালে। জোৱাকিনে মুখ আঁতৰাই কান্দিবলৈ ধৰিলে।

"তুমি মোৰ ককাই।" মেৰিয়াই ক'লে, "মই তোমাক ককাই বুলিহে চুমা খাইছোঁ।"

লৰাটোৱে মূৰ তুপিয়াই নিঃশব্দে কান্দিবলৈ ধৰিলে।

মেৰিয়াই ক'লে, "মই তোমাৰ ভনী। তোমালৈ মোৰ মৰম লাগিছে। তোমাৰ পৰিয়াল এটা আছিল। এতিয়া আমি সকলোৱেই মিলি এটা পৰিয়াল হলোঁ।"

পিলাৰে ক'লে, "ইংলেচো আমাৰ পৰিয়ালৰে এটা। কি কোৱা, ইংলেচ?"

ৰবাৰ্ট জৰ্ডানে লৰাটোৰ কান্ধত হাত থ'লে—"আমি সকলোৱেই ভাই-ককাই।" লৰাটোৱে মূৰ তুপিয়ালে।

সি ক'লে, "মই কৈ লাজ পাইছোঁ। এনেবোৰ কথা কোৱা বৰ টান। তোমালোকক আঘাত দি মই লাজ পাইছোঁ।"

পিলাৰে গভীৰ মনোমোহা মাতেৰে ক'লে, "তোমাৰ লাজ জহান্নামে য'ক। মেৰিয়াই তোমাক আকৌ চুমা খালে মেয়ো তোমাক চুমা খাম। বহুতদিনৰ আগতে এটা ষাঁড়-যুজাঁৰুক মই চুমা খাইছিলোঁ, সিও হাৰিছিল। হৰা ষাঁড় যুঁজাৰু কমিউনিষ্ট হোৱা দেখি চুমা খাব খুজিছোঁ। তাক ধৰা চোন, ইংলেচ, মই এটা চুমা খাওঁ।"

লৰাটোৱে টানকৈ ক'লে, "যোৱা, মোক এইবোৰ নেলাগে। মই ভালেই আছোঁ। মই লজ্জিত।

সি তাতে ব'ল আৰু মুখখন চম্ভালিলে। মেৰিয়াই ৰবাৰ্ট জৰ্ডানৰ কান্ধত হাত থলে। পিলাৰে নিজৰ কৰঙনত হাত থৈ লৰাটোলৈ ভেঙু চালি কৰি চালে।

তাই ক'লে, "মই তোমাক চুমা খাবলৈ হ'লে, তোমাৰ ভনী বুলি মিছাকৈ নকওঁ।"

লৰাটোৱে ক'লে, "পেংলাই কৰাৰ প্ৰয়োজন নাই। মই ভালেই আছোঁ। কথা কোৱা বাবে মই দুঃখিত।"

পিলাৰে কলে, "ব'লা যাওঁ, বুঢ়াটোক লগ পাওঁগৈ। এইবোৰ কন্দাকটা মোৰ ভাল লগা নাই।"

লৰাটোৱে তাইলৈ চালে। চকুৰ পৰা ধৰিব পৰা গ'ল যে সি পৰম আঘাত পাইছে।

পিলাৰে তাক কলে, "তোমাৰ মনৰ কথা কোৱা নাই, মোৰ মনৰ কথাহে কৈছোঁ। ষাঁড়-যুঁজাৰু হোৱাৰ পিত তোমাৰ নাই।"



'মই নোৱাৰিলোঁ নাই।' জোৰাকিনে কলে, 'তাকে কৈ থাকিব নেলাগে।'

"কিন্তু তুমি বুজন হৈছা। যুঁজত নামিছা।"

"নানামিম কিয়? যুজাঁৰুক সহজতে যুঁজত লগাব পাৰি। বহুতে কাম পায়। ৰাষ্ট্ৰই নিয়ন্ত্ৰণো কৰে অৱশ্যে। এইবাৰ কিন্তু মোৰ ভয় নেলাগে।"

মেৰিয়াই কলে, "পিলাৰ, তুমি এওঁক এনেকৈ টানকৈ কিয় কৈছা? তোমাক মই ভাল পাওঁ। কিন্তু তুমি কাঠচিতীয়াৰ দৰে ব্যৱহাৰ কৰিছা।"

পিলাৰে কলে, "মই হয়তো কাঠচিতীয়া। বাৰুই ইংলেচ কোৱাচোন, এল ছৰ্ডোক কি ক'বা, ভাবিছানে?'

"অঁ।"

"পেৰ্লো অনুভাসী। আমাৰ নিচিনা নহয়। এই ভাবপ্ৰৱণ সজাৰ জন্তু-বোৰৰ দৰে বৌ বোৱাই নাথাকে।"

মেৰিয়াৰ খং উঠিল, তাই সুধিলে, "এনেকৈ কিয় বলকিছা?"

"কব নোৱাৰোঁ!" পিলাৰে গৈ থাকি উত্তৰ দিলে, "তুমি নো কি ভাবিছা?"

"ক'ব নোৱাৰোঁ।"

পিলাৰে খঙত ক'লে, "মাজে মাজে ভালেমান কথাত মোৰ আমনি লাগে। তুমি বুজা নাই নে? এটাই দুকুৰি আঠ বছৰত ভৰি দিলেহি। দুকুৰি আঠ বছৰত কুৎসিৎ মুখ। আন এটা আকৌ হৰা ষাঁড় যুঁজাৰু—তাৰ মুখত ভয়—সি বোলে আকৌ কমিউনিষ্টো।" মই ধেমালিহে কৰিছোঁ। তাক এতিয়া মই চুমা এটাও খাব পাৰোঁ।'

লৰাটোৱে উত্তৰ দিলে, "মিছা কথা। মোৰ মুখত কেতিয়া ভয় দেখিলা?'

'কি ক'লা—সঁচা নহয়? তইঁতৰ আটাইবোৰৰে শ্ৰাদ্ধ কৰিম। অ, সৌৱা তেওঁ তাতে আছে। হেৰা চন্তিয়াগো? কি খবৰ?' (Que Tal?)"

পিলাৰে যাক কথাকেইষাৰ কলে, সেই মানুহজন কটীয়া কিন্তু গাঁঠলু, মুগা-বৰণীয়া আৰু উঠঙা গালৰ। মানুহজনৰ চুলি পকিছে চকুযুৰি বহল, মুগা আৰু হালধীয়া বৰণৰ। তাৰ দাড়িগোফ খুৰুওৱা মুখ। গুহাৰ দাঁতিৰ পৰা সি সিহঁতক লগ পাবলৈ আগবাঢ়ি আহিল; খোজ কেইটা ধেনুভিৰীয়া। ভৰিত গৰখীয়াই পিন্ধা 'ব্ৰিচেচ' আৰু বুট জোটা। গৰমৰ বতৰতো ডিঙিলৈকে ঢাক খোৱা উলৰ পতিদিয়া সৰু চামচাৰ জেকেট এটা গাত পিন্ধি আছিল। মুগা-বৰণীয়া ডাঙৰ হাতখন পিলাৰৰ ফালে আগবঢ়াই দি সুধিলে, 'আইদেউ কি খবৰ?'

সেই একে সুৰতে ৰবার্ট জর্ডানকো সম্বোধন কৰি হাত জোকৰা দি মুখলৈ ভালকৈ চালে। ৰবার্ট জর্ডানে মন কৰিলে, মানুহটোৰ চকু মেকুৰীৰ দৰে হালধীয়া আৰু ঘৰিয়ালৰ দৰে চেপেটা। মেৰিয়ালৈ চাই সি 'মইনা' বুলি মাতিলে আৰু কান্ধত হাত চপৰিয়ালে।

'খোৱা-বোৱা হ'লনে?' পিলাৰলৈ চাই সি সুধিলে। তাই মূৰ জোকাৰিলে।

'তেনেহলে খোৱা-বোৱা কৰি লোৱা।' এই বুলি জর্ডানলৈ চাই ক'লে, 'মদ লাগিবনে?' হাতৰ বুঢ়া আঙুলি তললৈ কাতি কৰি সি উত্তৰলৈ বাট চাই ৰ'ল।

'লাগিব। ধন্যবাদ।'

এল্-ছর্ডোই ক'লে, 'পাবা। হুইস্কি হ'লে হ'ব নহয়।'

'হুইস্কি আছে নে কি?'

এল্-ছর্ডোই মূৰ দুপিয়ালে। 'তুমি ইংলেচ? রুচ' নহয়?'

'এমেৰিকান'।'

'আমাৰ ইয়াত্ এমেৰিকান লোক বেচি নাই।'

'এতিয়া বাঢ়িছে।'

'বেয়া নহয়। উত্তৰৰ নে দক্ষিণৰ?'

'উত্তৰৰ।'

'ইংলেচৰ নগৰ। দলং কেতিয়াবা উৰাবা?'

'দলঙৰ কথা গম পোৱানে কি?'

এল্-ছর্ডোই মূৰ দুপিয়ালে।

'পৰহিলৈ পুৱা।'

'ভাল কথা', এল্ ছর্ডোই ক'লে।

তাৰ পিচত পিলাৰলৈ চাই সুধিলে, 'পেব্লোৰ কি হ'ল?''

তাই মূৰ জোকাৰিলে। এল্ ছর্ডোই দাঁত নিকটাই হাঁহিলে।

মেৰিয়ালৈ চাই সি ক'লে, 'এতিয়া যোৱা।' এই বুলি আকৌ দাঁত নিকটাই হাঁহি কোটৰ জেপৰ পৰা চামৰাৰ ঢাকনি থকা ডাঙৰ হাতঘড়ী এটা চাই ক'লে, 'আধা ঘণ্টাৰ পিচত আহিবা।'

বহল কাঠ এচটাত (সেই খনেই বেঞ্চৰ দৰে ব্যৱহৃত হৈছিল) বাকী-



বোৰক বহিবলৈ কৈ জোৱাকিনলৈ চাই বুঢ়া আঙুলিৰে সিহঁত অহাবাটৰ পোনে আঙুলিয়াই দেখুৱালে।

মেৰিয়াই ক'লে, 'ময়ো জোৱাকিনৰ লগত খোজ কাঢ়ি যাওঁ, পাচত উভতি আহিম।'

এল্-ছর্ডোই গুহালৈ উভতিল আৰু তিনিটা গিলাচ সহ স্কটচ্ হুইস্কি এবটল উলিয়াই আনিলেগৈ। কাষলতিৰ তলত বটলটো আৰু হাতৰ আঙুলিত ধৰা তিনিটা গিলাচ। ইখন হাতেৰে মাটিৰ কলহত পানী আনিছিল। সি বটলটো আৰু গিলাচবোৰ কাঠ চটাত থ'লে আৰু মাটিৰ কলহটো মাটিত নমালে।

'বৰফ নাই' এই বুলি এল ছর্ডোই ৰবার্ট জর্ডানক বটলটো দিলে।

'মোক বৰফ নেলাগে' পিলাৰে নিজৰ গিলাচটো হাতেৰে ঢাকি ধৰিলে। 'কালি ৰাতি মাটিত বৰফ পৰিছিল, গলিলে' এই বুলি ছর্ডোই দাঁত নিকটাই হাঁহিলে আৰু দূৰৰ পৰ্বতৰ দাঁতিৰ বৰফলৈ আঙুলিয়াই ক'লে, 'বহুত দূৰ।'

ৰবার্ট জর্ডানে এল্-ছর্ডোৰ গিলাচত মদ বাকিবলৈ ধৰিলে, কিন্তু কলা ছর্ডোই মূৰ জোকাৰি ঠাৰেৰে তাক নিজৰ গিলাচতহে বাকিবলৈ ক'লে।

ৰবার্ট জর্ডানে গিলাচত ভালকৈয়ে হুইস্কি বাকি ললে। ছর্ডোই তাক আগ্রহেৰে চালে। জর্ডানে খাই অঁতালত ছর্ডোই পানীৰ কলহটো দিলে আৰু জর্ডানে গিলাচত পানী বাকি ললে। কলহৰ পৰা গিলাচলৈ পানীৰ সোঁত বৈছিল।

এল্-ছর্ডোই আধাগিলাচ মদত আধা গিলাচ পানী দি খাবলৈ ললে।

'তোমাক মদ লাগিব?' সি পিলাৰলৈ চাই ক'লে।

'ওহোঁ। পানীয়ে হ'ব।'

'হোঁৱা।' সি ক'লে। ৰবার্ট জর্ডানলৈ চাই ক'লে, 'ভাল নহয়। আগতেও ইংলিচ লগ পাইছোঁ। হুইস্কিত সকলোৰে বাপ।'

'ক'ত?'

'বেঞ্চত।' এল্-ছর্ডোই ক'লে, 'নেতাৰ বন্ধু।'

'হুইস্কি ক'ত পোৱা?'

'কি!' এল্ ছর্ডোই নুশুনিলে।

'চিঞৰি কোৱা।' পিলাৰে ক'লে, 'ইথন কাণত কোৱা।'

এল্-ছৰ্ডোই ভাল কাণখনলৈ দেখুৱাই দাঁত নিকটাই হাঁহিলে।

'হুইস্কি ক'ত পোৱা ?' চিঞৰি জৰ্ডানে সুধিলে।

'তৈয়াৰ কৰোঁ।' এল্ ছৰ্ডোই উত্তৰ দি পিঠিত চপৰিয়ালে। 'ধেমালি কৰিছিলোঁ। লা গ্ৰাঞ্জাৰ পৰা আহে। যোৱা নিশা ইংলিচ ডিনামাইট-ধাৰী অহাৰ কথা শুনিলোঁ। ভাল কথা। বৰ ভাল পালোঁ। হুইস্কি অনালোঁ। তোমাৰ বাবে। কেনে পালা ?'

ৰবাৰ্ট জৰ্ডানে ক'লে, 'বঢ়িয়া। বৰ ভাল হুইস্কি।'

ছৰ্ডোই দাঁত নিকটাই ক'লে, 'মই সন্তোষ পালোঁ। নিশা খবৰ আনিছো।'

'কি খবৰ ?'

'সৈন্য চলাচলৰ।'

'ক'ত ?'

'ছোগাভিয়াত। প্লেনবোৰ জানো দেখা নাই ?'

'দেখিছোঁ।'

'বেয়া খবৰ, নহয় জানো ?'

'বেয়া।'

'সৈন্য চলাচলৰ একা ?'

'শুনিছোঁ ভিল্লাকাষ্টিন আৰু ছেগোভিয়াৰ ভিতৰত। ভিল্লাডলিড আলিবাটত। ভিল্লাকাষ্টিন আৰু ছেগোভিয়াৰ ভিতৰতেই খুব চলাচল হৈছে। খুব। খুব।'

'কি হ'ব বুলি ভাবা ?'

'আমি কিবা কৰিব খুজিছোঁ নেকি ?'

'বোধহয়।'

'সিহঁতে খবৰ পায়। সেয়ে প্ৰস্তুতিও কৰিছে।'

'হ'ব পাৰে।'

'আজি নিশাই দলং ছুকওৱা কিয় ?'

'আদেশ আছে।'

'সেনাপতি সকলৰ।'

'অ।'



'দলং ভঙাৰ সময়টো খুব দৰকাৰী কথা জানো।' পিলাৰে সুধিলে।

'আটাইতকৈ দৰকাৰী কথা।'

'যদি সেনাবাহিনীৰ চলাচল হৈ আছে ?'

'আন্‌ছেল্‌মোৰ হাতত খবৰ পঠাম। ক'ত কেনেকৈ সৈন্য আছে আৰু কিমান কেনি গৈছে। আন্‌ছেল্‌মোই আলিবাট ৰখি আছে।'

ছৰ্ডোই সুধিলে, 'আলিবাটত কাৰোবাক থৈছা নেকি ?'

ৰবাৰ্ট জৰ্ডানে নেজানিছিল যে ছৰ্ডো ধুম কলা। ধুমকলাৰ লগত কথা-পতা টান।

'আছে', জৰ্ডানে ক'লে।

'ময়ো থৈছোঁ। আজিয়েই দলং নেভাঙা কিয় ?'

'আদেশ মতেহে হ'ব।'

এল্-ছৰ্ডোই ক'লে, 'ভাল নেপালোঁ। মোৰ মনত লগা নাই।'

'ময়ো ভাল পোৱা নাই।'

এল্-ছৰ্ডোই মুৰ জোকাৰি এঢোক হুইস্কি খাই ক'লে 'মোৰ সহায় লাগে নেকি ?'

'তোমাৰ মানুহ কেইটা আছে ?'

'আঠোটা।'

'টেলিফোন কটা, আলিবাটত কাম কৰা মানুহবোৰৰ ঘৰটো আক্ৰমণ কৰি অধিকাৰ কৰা আৰু পুনৰ দলঙতে লগা......'

'সহজ কাম।'

'সকলো লিখি দিয়া যাব।'

'ইমান কষ্টৰ দৰকাৰ নাই। পেব্‌লোৱে কি কৰিব ?'

'তলৰ টেলিফোন কাটিব। খামিলৰ চকীটো আক্ৰমণ কৰিব, সেইটো লব; দুজনী মাইকী মানুহ আৰু পাঁচোটা ঘোঁৰা। তুমি ?' পিলাৰে ছৰ্ডোৰ কাণত ধৰকৈ চিঞৰিলে।

'মই ? আঠোটা মানুহ আৰু চাৰিটা ঘোঁৰা। ঘোঁৰা কম।' সি উত্তৰ দিলে।

পিলাৰে ক'লে, 'সোতৰটা মানুহ আৰু নটা ঘোঁৰা। অনা-নিয়াৰ কথা বাদ দি।'

ছৰ্ডোই একো নেমাতিলে।

ৰবাৰ্ট জৰ্ডানে ছৰ্ডোৰ ভাল কাণখনত ক'লে, 'ঘোঁৰা পাবৰ উপায় নাইনে?'

'এবছৰ যুঁজ।' ছৰ্ডোই ক'লে, 'চাৰিটা আছে।' চাৰিটা আঙুলি তুলি সি দৰ্শালে। 'কাইলৈকে তোমালোকে আঠোটা বিচাৰিছা।'

'অঁ। তুমি যাবা বুলি শুনিছে কৈছোঁ। তদুপৰি এই অঞ্চলত সাৱধান হ'বলগীয়াও নাই। ইয়াত সতৰ্কতাৰ দৰকাৰ কম। চোৰাচোন, আঠোটা ঘোঁৰা কাটি চুৰ কৰি আনিব নোৱাৰিবানে?'

'পৰা যাব পাৰে।' ছৰ্ডোই ক'লে, 'হয়তো এটা। হয়তো বেছিকৈ।'

'তোমাৰ অটমেটিক ৰাইফোল আছে নেকি?' ৰবাৰ্ট জৰ্ডানে সুধিলে।

ছৰ্ডোই মূৰ দুপিয়ালে।

'ক'ত?'

'পৰ্বতৰ ওপৰত।'

'কেনেকুৱা?'

'নাম নেজানো। Pans থকা।'

'কেই জাই মাৰিব পাৰি।'

'পাঁচোটা Pans আছে।'

'মৰা মানুহ আছে নে নাই।'

'ময়ে অলপ অলপ পাৰোঁ। বেছি নোৱাৰোঁ। ইয়াত আৱাজ কৰা যুগুত নহয়। কাৰ্টিজ নেমাৰোঁ।'

ৰবাৰ্ট জৰ্ডানে ক'লে, 'মই পিচত চাম। তোমাৰ হাতত হাতবোমা আছে নেকি?'

'বহুত আছে।'

'কিমান?'

'এশ পঞ্চাশ। বেছিও হ'ব পাৰে।'

'ইবোৰ মানুহ ক'ত আছে?'

'কিয়?'

'চকীটো লবলৈ আৰু দলও ভাঙোতে পহৰা দিবলৈ। আমাক আৰু দুগুণ লোক লাগে।'

'চকী লবলৈ চিন্তা কৰাৰ দৰকাৰ নাই। দিনত তো?'

'দিনত।'



"চিন্তা নকৰিবা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আৰু বিশটা মানুহ লগাব পাৰোঁ।"

"ভাল মানুহৰ অভাৱ। নিৰ্ভৰ কৰিব নোৱাৰাবোৰক লৈ কি হ'ব?"

"ওহোঁ। ভাল কিমান আছে?"

"চাৰিটামান হয়তো হ'ব।"

"ইমান কম নে?"

"বাকীবোৰত সঁজাত নাই।"

"ঘোঁৰাচোৰাবীবোৰ একা।"

"ঘোঁৰাচোৰাবীবোৰো বিশ্বাসযোগ্য হ'ব লাগে।"

"আৰু দহোটা ভাল মানুহ লাগে।"

"চাৰিটাহে পাবা।"

"আন্‌ছেল্‌মোৱে মোক ক'লে, এই পৰ্বতত এশওকৈ বেছি আছে।"

"ভাল মানুহ নাই।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ত্ৰিশটা আছে বুলি কৈছিলা। নিৰ্ভৰযোগ্য মানুহ।"

"ইলিয়াচৰ মানুহবোৰ কি হ'ল?" পিলাৰে ছৰ্ডোক চিঞৰি সুধিলে। সি মূৰ জোকাৰিলে।

"ভাল নহয়।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "তুমি দহোটাও দিব নোৱাৰা?" ছৰ্ডোৱে টেলেকা, হালধীয়া চকুৰে চাই মূৰ জোকাৰিলে।

হাতৰ চাৰিটা আঙুলি দাঙি সি ক'লে "চাৰিটা।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "তোমাৰবোৰ ভাল?" কোৱাৰ লগে লগে তাৰ অনুতাপ হ'ল।

ছৰ্ডোৱে মূৰ দুপিয়ালে।

সি ক'লে, "বিপদৰ গুৰুত্ব বুজি ভাল।" দাঁত নিকটাই হাঁহি সি ক'লে, "বেয়া হ'ব নেকি?"

"বোধ হয়।"

ছৰ্ডোই ডাংকোপ নামাৰি সৰল ভাৱে ক'লে, "মোৰ মানত হ'লে একেই। বহুত বেয়া মানুহতকৈ চাৰিটা ভাল মানুহ ভাল। এই যুঁজত সদায় বেয়া

মানুহহে ওলাইছে। ভাল খুব কম। দিনক দিনে ভাল কমি আহিছে পেব্‌লোৰ কি খবৰ ?" পিলাৰলৈ চাই সি সুধিলে।

পিলাৰে ক'লে, "জানাই দেখোন। দিনক দিনে বেয়া হৈছে।"

ছৰ্ডোই কান্ধ লৰালে।

"মদ খোৱা।" ৰবাৰ্ট জৰ্ডানক সি ক'লে, "মই নিজৰ মানুহৰ উপৰিও আৰু চাৰিটা লওঁ। বাৰটা হ'ব। আজি নিশা আমি কথা পাতিম। মোৰ হাতত যাঠিটা ডিনামাইটৰ কাঠি আছে। তোমাক লাগিব নেকি ?"

"কিমান 'পাৰচেন্ট'ৰ ?"

"কব নোৱাৰোঁ। সাধাৰণ ডিনামাইট। লাগিব ?"

তাৰে ওপৰৰ সৰু দলঙখন উৰুৱাম্হক। ৰবাৰ্ট জৰ্ডানে ক'লে, "ভালেই হ'ল। আজি ৰাতি আহিবা নহয় ? আদেশ নাই পোৱা যদিও সেইখন উৰুৱাব লাগিব।"

"ৰাতি আহি যোঁৱা বিচাৰিম।"

"যোঁৱা পোৱা যাবনে ?"

"যাব পাৰে। এতিয়া খোৱা-বোৱা কৰা।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, মানুহটোৱে সকলোৰে লগত তেনেকৈয়ে কথা-বতৰা কয়নে ? নে বিদেশীৰ আগতহে কথা সেইদৰে পাতে ?

"এই কাম হ'লে যাবা কলৈ ?" পিলাৰে ছৰ্ডোৰ কাণত চিঞৰি সুধিলে।

সি কান্ধ লৰালে।

তিৰোতাজনীয়ে ক'লে, "সকলো ঠিক-ঠাক কৰি থব লাগিব।"

"লাগিব। নহ'লে কেনেকৈ হ'ব ?" ছৰ্ডোই ক'লে।

পিলাৰে ক'লে, "বেয়া হৈছে। আগৰে পৰা চাই-চিতি কাম কৰিব লাগে।"

"কি হ'ল ? তোমাৰ কি চিন্তা হৈছে ?" ছৰ্ডোৱে সুধিলে।

পিলাৰে ক'লে, "প্ৰত্যেকটো বিষয়তে।"

ছৰ্ডোৱে তাইলৈ চাই দাঁত নিকটাই হাঁহিলে।

"তুমি পাব্‌লোৰ সৈতে চলি আছা নে ?" সি সুধিলে।

ৰবাৰ্ট জৰ্ডানে মন কৰিলে এইবাৰ ছৰ্ডোৱে সহজ ভাৱে কথা কৈছে। কেৱল বিদেশীৰ আগতহে ভঙা স্পেনিচ ভাষাত কথা কয়।

পিলাৰে ক'লে, "আমি কলৈ গলে ভাল হ'ব ?"



"ক'লৈ ?"

"অঁ কলৈ ?"

ছৰ্ডোই ক'লে, "কেইবাখনো ঠাই আছে। বহুত ঠাই। গ্ৰেডোচৰ নাম শুনিছা ?"

"তাত বহুত ঠাই আছে। সময় পালেই ঠাইবোৰ চিকুণাব লাগিব।"

"অঁ। পিচে ঠাইটুকুৰা ডাঙৰ আৰু অচিনাকি।"

পিলাৰে কলে, "তালৈ যোৱাটো বৰ টান।"

এল্ ছৰ্ডোই ক'লে, "প্ৰত্যেক বিষয়েই টান। গ্ৰেডোচ নহলে আন ঠাইলৈও যাব পাৰোঁ। ৰাতি যাব লাগিব। ইয়াত ভয় লগা হৈ পৰিছে। ইমান দিন থাকিব পৰাটোৱেই আচৰিত। ইয়াতকৈ গ্ৰেডোচত নিৰাপদ।"

পিলাৰে তাক ক'লে, "মই কলৈ যাব খুজিছোঁ জানা ?"

"কলৈ ? পাৰামেৰালৈ ? ভাল নহ'ব।"

পিলাৰে কলে, "ছিয়েৰা ডি পাৰামাৰালৈ নহয়। মই ৰিপাব্লিকলৈ যাম।"

"তালৈ যাব পাৰি।"

"তোমাৰ মানুহবোৰ যাব নে ?"

"মই ক'লে যাব।"

পিলাৰে ক'লে, "মোৰ বোৰৰহে মন পোৱা টান। পাব্‌লোৱে নিৰিচাৰিব ; অৱশ্যে তাত সি নিৰাপদ বোধ কৰিব। সৈন্য হবলৈ তাৰ আৰু বয়স নাই, অৱশ্যে ক্লাচ ললে কি হয় ক'ব নোৱাৰো। জিপ্সীটোও নাযাব। বাকীবোৰৰ কথা নাজানো।"

এল ছৰ্ডোই ক'লে, "ইয়াত এতিয়ালৈকে একো হোৱা নাই দেখি ইহঁতে বিপদ কেনেকুৱা জনা নাই।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "প্লেনবোৰ দেখাৰে পৰা বিপদ দেখিছে বোধহয়। তুমি গ্ৰেডোত থাকিয়েই ভালদৰে কাম কৰিব পাৰিবা।"

এল ছৰ্ডোৱে ক'লে, "কি !" এই বুলি সি চকু টেলেকাকৈ জৰ্ডানলৈ চালে। অৱশ্যে প্ৰশ্ন সোধোতে মুখত কোনো বিৰাগ নাছিল।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তাৰ পৰা বেছি ভালকৈ আক্ৰমণ চলাব পাৰিবা।"

এল্-ছৰ্ডোই কলে, "তেনেহলে তুমি গ্ৰেডোচ চিনি পোৱা।"

"অঁ। তাত থাকি। ঘাই ৰেলপথত আক্ৰমণ চলাব পাৰি। আমি দক্ষিণ

ফালে এক্ট্রেমাডুৰাত কৰা দৰে ৰেল লাইন তাতো কাটিব পাৰোঁ। বিপাব্লিক যোৱাতকৈ তাৰ পৰা আক্ৰমণ চলোৱা ভাল।" ৰবাৰ্ট জৰ্ডানে ক'লে—"তা থাকিলে অধিক কাম হ'ব।"

কথা কওঁতে কওঁতে দুয়ো গহীন হৈ পৰিল।

ছৰ্ডোৱে পিলাৰলৈ চালে আৰু পিলাৰে ছৰ্ডোলৈ চালে।

ছৰ্ডোৱে সুধিলে, "তুমি সঁচাকৈয়ে গ্ৰেডোচ চিনি পোৱা? সঁচাকৈয়ে?"

"অঁ", ৰবাৰ্ট জৰ্ডানে ক'লে।

"যাব লাগে কেনি?"

"বাৰ্কো ডি এভিলাই দি। ইয়াতকৈ ঠাই ভাল। তাৰ পৰা বেঁজা আৰু প্লাচেনিয়াৰ মাজৰ ৰেল লাইন আৰু ঘাই আলিত আক্ৰমণ চলা ভাল।"

"বৰ টান।" ছৰ্ডোই ক'লে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "এক্ট্রেমাডুৰাত আমি একেটি ৰেল আলিকে বে বিপদজনক ঠাইৰ পৰা আক্ৰমণ কৰিছিলোঁ।"

"আমি মানে?"

"এক্ট্রেমাডুৰাৰ গৰিলা বাহিনী।"

"কিমান?"

"চল্লিশটা।"

"অলপ ধতুৰা আৰু অদ্ভুত মানুহটো তাৰে নে কি?" পিলাৰে সুধিলে।

"অঁ।"

"সি ক'ত আছে?"

"মৰিলে, তোমাক কৈছোঁৱেই নহয়।"

"তুমিও তাৰ পৰাই আহিছা?"

"অঁ।"

"মই কি কৈছোঁ বোধহয় বুজিছা।" পিলাৰে তাক ক'লে।

ৰবাৰ্ট জৰ্ডানে নিজক নিজে ক'লে, বোধহয় মোৰ ভুল হ'ল। ম স্পেনীয়সকলক ক'লোঁ যে সিহঁতকৈ মই বেছি পাৰ্গত।, নিয়ম ম কোনেও নিজৰ কাম আৰু শক্তিৰ কথা জহাব নেপায়। মই সিহঁত ভালৰি নোবোলাই সিহঁতক কৰ্তব্যৰ কথা কোৱাত সিহঁত জলিপ



উঠিছে। সিহঁতে বুজিলে বুজিব নুবুজিলে নাই। গ্ৰেডোচত থাকিলে সিহঁতে বেচিকৈ কাম কৰিব পাৰিব। কাপ্তিনে ৰেল বগৰোৱাৰ বাবে সংগঠন কৰাৰ পিচত প্ৰকৃত পক্ষে ইহঁতে ইয়াত একো কৰা নাই। কিন্তু সেইটো ডাঙৰ দুৰ্ঘটনা নাছিল। ফেচিষ্টবোৰে মাথোন এটা ৰেল ইঞ্জিন আৰু কেইটামান সেনা হেৰুৱালে। কিন্তু মুখেৰে কওঁতে তাকে যুদ্ধৰ দৰে বৰ্ণায়। হয়তো গ্ৰেডোলৈ গ'লে সিহঁতে নাক উলিয়াবলৈ টান পাব। হয়তো মোকো ইয়াৰ পৰা বাহিৰ কৰি উলিয়াই দিব। যি ফালৰ পৰাই চোৱা যাওক ক'তো আশাৰ গোলাপ-ৰং দেখা নেযায়।

পিলাৰে তালৈ চাই ক'লে, "ইংলেচ, শুনা তোমাৰ ধাতু কেনেকুৱা?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ঠিকেই আছে।"

"আগৰবাৰ পঠিওৱা ডিনামাইট মাৰোঁতাটো খুব কুশলী আছিল কিন্তু অলপধতুৰা আছিল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আমাৰ ভিতৰত অলপধতুৰাও আছে।"

"অৱশ্যে তাক কাপুৰুষ নোবোলোঁ, কাৰণ কাম ভালেই কৰিছিল। কিন্তু কথা একজতীয়া, একেবাৰে লাগবান্ধ নাই।" পিলাৰে ডাঙৰকৈ ক'লে, "ছান্তিয়াগো কি কোৱা! যোৱাবাৰ ৰেল বগৰোৱা ডিনামাইট মাৰোঁতাটো একৰকম নাছিলনে?"

কলা মানুহটোৱে মূৰ জোকাৰি ক'লে, "অলপ একৰকম সঁচা।" তাৰ পিচত ৰবাৰ্ট জৰ্ডানৰ মুখলৈ এনেকৈ চালে যেন ভেকুৰাম ক্লিনাৰৰ মূৰ এটাহে খোল খাইছে। "হয়, অলপ একৰকম আছিল সচাঁ, কিন্তু ভাল আছিল।"

ৰবাৰ্ট জৰ্ডানে কলা মানুহজনৰ কাণৰ ওচৰত চিঞৰি ক'লে, "murio. তেওঁ মৰিল।"

কলা মানুহটোৱে দৃষ্টি ৰবাৰ্ট জৰ্ডানৰ চকুৰ পৰা নমাই ওঁঠত থৈ সুধিলে, "কেনেকৈ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই গুলীয়াই মাৰিলোঁ। তেওঁৰ ইমান সাংঘাতিক জখম হৈছিল যে উপায় নেপাই মই গুলীয়ালোঁ।"

পিলাৰে ক'লে, "এওঁ সদায় এনে ঘটনা ঘটাটো সম্ভৱপৰ বুলি কয়। এইটো তেওঁৰ মনৰ ভূত।"

কলা মানুহটোৱে সুধিলে, "বেলৰ ঘটনাত?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তাৰ পৰা উভতি আহোঁতে। বেল বগৰোৱা হ'ল। আন্ধাৰে মুধাৰে আহোঁতে এটা ফেচিষ্ট পৰীয়া পালোঁ। নবি আহোঁতে তাৰ পিঠিত গুলী লাগিলে, কান্ধৰ হাড়ৰ বাহিৰে আন ক'তো হাড়ত লগা নাছিল। বহুত দূৰ খোজ কাঢ়ি আহিল। কিন্তু ঘাৰ বিষত আৰু আগ বাঢ়িব নোৱাৰা হ'ল। এৰি যাবলৈও নিদিয়ে। গতিকে মই গুলী কৰিলোঁ।"

এল ছৰ্ডোই ক'লে, "বেয়া নহ'ল।"

পিলাৰে ৰবাৰ্ট জৰ্ডানক সুধিলে, "তোমাৰ ধাতু ঠিকে আছে নে?"

সি তাইক উত্তৰ দিলে, "আছে। মোৰ ধাতু ঠিকে আছে। আমি দলঙৰ কাম কৰি অতালে তোমালোক গ্ৰেডোচলৈ গ'লে ভাল হ'ব।"

কথাষাৰ ক'বলৈহে পালে, গৰম পানীহে যেন পৃথিবী ফুটি ওলাল। গৰম পানীৰ দৰে তাৰ ওপৰত সকলো প্ৰকাৰৰ অশ্লীল গালি বৰ্ষণ হ'বলৈ ধৰিলে।

কলা মানুহজনে ৰবাৰ্ট জৰ্ডানৰ ফালে মূৰ জোকাৰি দাঁত নিকটাই হাঁহি আমোদ পালে। পিলাৰে গালি পাৰি থাকোঁতে সি মূৰ দুপিয়াই আছিল। লাহে লাহে গালি শাম কাটিলে। পিলাৰে গালি পাৰিবলৈ এৰি পানীৰ কলহটো লৈ পানী বাকি খালে আৰু ক'লে "ইংলেচ, আমাক কৰ্তব্য সম্পৰ্কে একো উপদেশ নিদিবা। নিজৰ কাম কৰা আৰু আনক আনৰ কাম কৰিবলৈ দিয়া। কোনটো পৰ্বতত আমি মৰোঁ সেইটো আমাৰ কথা।"

এল্ ছৰ্ডোই ক'লে, "মৰিবা কিয়, জীয়াই থাকা, পিলাৰ, এতিয়া শান্ত হোৱা।"

পিলাৰে উত্তৰ দিলে, "মৰা বা জীয়া। মই সমস্তকে দেখা পাইছোঁ। তোমাক মই ভাল পাওঁ, ইংলেচ। কাম শেষ হ'লে আমি যি কৰোঁ কৰিম, তাক লৈ মূৰ ঘমাব নেলাগে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেইটো তোমালোকৰ কাম। মই তাত মাত নেমাতোঁ।"

পিলাৰে ক'লে, "কিন্তু তুমি মাতিছিলা। ৰবকটা বনৰীজনী লৈ তুমি বিপাব্লিকলৈ উভতি যোৱা। আনৰ বাবেও বিপাব্লিকৰ দুৱাৰ খোলা ৰাখিবা। কাৰণ তুমি পিয়াহ খাই থাকোঁতেই আমি বিপাব্লিকক ভাল পাবলৈ শিকিছোঁ।"

মেৰিয়াই অহা বাটেই উভতি আহি সেই খিনি পাইছিলহি। পিলাৰে ৰবাৰ্ট জৰ্ডানক চিঞৰি কোৱা শেহৰ বাক্যটি তাৰ কাণত পৰিল। মেৰিয়াই ৰবাৰ্ট জৰ্ডানলৈ চাই জোৰেৰে মূৰ দুপিয়ালে, হাতৰ আঙুলিৰ ঠাঁৰেৰেও সাৱধান কৰি দিলে। পিলাৰে দেখিলে, ৰবাৰ্ট জৰ্ডানে ছোৱালী-জনীলৈ চাই মিচিকিয়াই হাঁহিছে। তাই মুখ ঘূৰাই ক'লে, "ঠিকেই, মই বনৰী বুলিছিলোঁ, বনৰীয়েই। তোমালোক দুয়ো ভেলেন্সিয়াত গৈ মজা মাৰিবাগৈ আৰু আমি গ্ৰেডচত ছাগলীৰ পীড়া খাই মৰোঁ।"

মেৰিয়াই ক'লে, "তুমি যদি বনৰী বুলি ভাবিছা, মই বনৰীয়েই। তুমি যদি ভাবা, মই সেয়ে। কিন্তু এতিয়া শাঁত হোৱা। তোমাৰ হৈছে কি?"

"একো হোৱা নাই।" পিলাৰে ক'লে; তাৰ পিচত বেঞ্চত বহিল। লাহে লাহে তাইৰ মাত চেঁচা পৰিল আৰু উতলা খং মাৰ গ'ল। "মই তেনেকৈ নকওঁ। মোৰ ইচ্ছা হৈছে বিপাব্লিকলৈ যোৱা।"

মেৰিয়াই ক'লে, "আমি সকলো যাম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "কিয়? তুমি গ্ৰেডোচ ভাল নোপোৱানেকি?"

ছৰ্ডোই দাঁত নিকটাই হাঁহিলে।

পিলাৰৰ খং মাৰ গৈছিল। তাই ক'লে, "চাওঁচোন বাৰু। মোক সেই আপুৰুগীয়া মদকণ দিয়া। খঙত মোৰ ডিঙি শুকাই গৈছে। চাওঁ বাৰু। কি হয় দেখা যক।"

এল্-ছৰ্ডোই ক'লে, "কমৰেড। পুৱা বেলাই হ'ল আটাইতকৈ টান কামটো।" এইবাৰ ছৰ্ডো ভঙা ভঙা স্পেনীছত কথা কোৱা নাছিল; তাৰ দৃষ্টি ৰবাৰ্ট জৰ্ডানৰ ওপৰত; দৃষ্টি শান্ত আৰু ব্যাখ্যাব্যঞ্জক, তীক্ষ্ণ অথবা সন্দেহপূৰ্ণও নহয়। পুৰণি পুৰোধাৰ সাধাৰণ মই-বৰ ভাবো তাত নাছিল। সি ক'লে, "মই তোমাৰ আৱশ্যকতা কি বুজি পালোঁ। চকী কেইটা ধ্বংস কৰা আৰু দলঙ উৰাবলৈ যাওঁতে তোমালোকক ৰক্ষা কৰা। ঠিক বুজি পেলাইছোঁ। বেলি নৌ-ওলাওঁতেই, অথবা বেলি ওলাওঁতেই কামটো কৰিব লাগিব।"

ৰবাৰ্ট জৰ্ডানে ক'লে "অঁ। তুমি অলপ আঁতৰি যোৱা।" মেৰিয়াৰ কাণে নোচোৱাকৈ সি ক'লে।

ছোৱালজনী গৈ কথা নুশুনা ঠাই এটুকুবাত ব'লগৈ। তাতে হাত সাৰটি তাই বহি পৰিল।

ছৰ্ডোই ক'লে, "চোৱা। সেয়ে হ'লে একো সমস্যা নহয়। কিন্তু পিছে দিনত পলোৱাটোহে মহা মস্কিল হ'ব।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "স্পষ্ট কথা। ময়ো তাকেই ভাবিছোঁ। মোৰো দিন হ'ব।"

"কিন্তু তুমি অকলে। আমি কেইবাটাও।" এল্ ছৰ্ডোই ক'লে।

পিলাৰে মুখত গিলাচ লৈ একতীয়া কৰিলে; তাৰ পিচত ক'লে, "কেম্পলৈ আহি বাতি গুচি যোৱাৰ সম্ভাৱনা আছে।"

এল্-ছৰ্ডোই ক'লে, "ভয়ানক ভয়ৰ কথা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই বুজিব পাৰিছোঁ।"

এল্-ছৰ্ডোই ক'লে, "ৰাতি দলং ভঙা বেছি সহজ হ'ব। দিনত কৰিবলৈ কৈছা হয়, কিন্তু পৰিণাম ভয়ংকৰ।"

"জানো।"

"ৰাতি কৰিব নোৱাৰা ?"

"মই গুলী খাম।"

"দিনত কৰিলে কিজানি আমি সকলোৱে গুলী খাম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "দলংখন উৰাৰ পিচত মই গুলীত মৰিলেও মৰেঁা। তোমাৰ কথা মই বুজি পাইছোঁ। দিনত পলাব নোৱাৰা ?"

এল্-ছৰ্ডোই ক'লে, "পাৰেঁা। কিন্তু মানুহ কিয় একোটা কথাত ব্যস্ত হয় আৰু একোটা কথাত খং খায় তাক কওঁ। তুমি গ্ৰেডোচলৈ যোৱা বিষয়ে এনে ধৰণে কথা কৈছা যেন এইটো এটা সামৰিক কৌশল-ক্ৰিয়াহে। গ্ৰেডোচ পাবলৈ হ'লে অসাধ্য সাধন হ'ব।"

ৰবাৰ্ট জৰ্ডানে একো নেমাতিলে।

কলা মানুহটোৱে ক'লে, "শুনা। মই বৰ বলকিছোঁ। তাকে নকৰিলে ইটোৱে সিটোক বুজা টান। ইয়াত যে আমি নিৰাপদে আছোঁ ইও আচৰিত ঘটনা। তাৰ কাৰণ আমাৰ এলাহ আৰু ফেচিষ্টৰ মূৰ্খামি।



কিন্তু ফেচিষ্টবোৰ বহি নেথাকে। আমি বৰ সাৱধানে আছো। এই পৰ্বতত গণ্ডগোল কৰা নাই।"

"জানো।"

"এয়ে কথা ব'ল। আমি এতিয়া যাব লাগে। যোৱাৰ বিষয়ে পাচত ভাবিম।"

"ঠিকেই।"

এল্-ছৰ্ডোই ক'লে, "তেনেহলে খাওঁ বলাহক। মই বৰ বলকিলোঁ।"

পিলাৰে ক'লে, "আগেয়ে তোমাক ইমান কথা কোৱা শুনা নাই। ইয়াৰ নিচানেকি ?" এই বুলি তাই গিলাচটো তুলি ধৰিলে।

এল্-ছৰ্ডোই মূৰ জোকাৰি ক'লে, "ওহোঁ নহয়। হুইস্কিতো নহয়। এনেকৈ আগতে কথা পাতিব লগা হোৱা নাছিল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তোমাৰ সহায় আৰু আনুগত্যৰ কথা নেপাহৰেঁা। দলঙ ভঙাৰ সময়ৰ পৰা হোৱা দিগ্‌দাৰিৰ কথাও মই বুজিছোঁ।"

এল্-ছৰ্ডোই ক'লে, "তাৰ কথা নকবা। কৰ্তব্য কৰিবলৈকে আমি ইয়াত আছোঁ। এই কাম অৱশ্যে জটিল।"

ৰবাৰ্ট জৰ্ডানে দাঁত নিকটাই হাঁহি ক'লে, "তুলাপাতত হ'লে বৰ উজু। কাগজৰ মতে আক্ৰমণৰ লগে লগেই দলঙ উৰিব, যাতে কোনো যান-বাহন আলিবাটেদি যাব নোৱাৰে। বৰ উজু।"

এল্-ছৰ্ডোই ক'লে, "পিছে তুলাপাতত কাম কৰি উদ্দেশ্য সিদ্ধি কৰিব পাৰিলোঁ যেন হৈছে। তুলাপাতত কল্পনা কৰি কিবা কাম কৰিম বুলি ভবাটোৱেই কিবা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুলাপাতৰ তেজ নোলায়।"

পিলাৰে ক'লে, "কিন্তু তথাপি তুলাপাত দৰকাৰী। তাৰে তোমাৰ আদেশ সেই উদ্দেশ্যত লগাবলৈ মই চেষ্টা কৰিম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ময়ো। কিন্তু এইদৰে যুঁজ জিকা টান।"

ধাদহী পিলাৰে ক'লে, "ওহোঁ। টান হ'ব পাৰে। কিন্তু মই কি ভাবিছোঁ জানা ?"

এল্-ছৰ্ডোই ক'লে, "ৰিপাব্লিকলৈ যোৱাৰ কথা।" ভাল কাণখন পিলাৰৰ মুখৰ ফালে দি ক'লে, "শুনা, যুদ্ধখন জিকিলে গোটেইখনেই ৰিপাব্লিক হ'ব।"

পিলাৰে ক'লে, "সেয়ে হওক। এতিয়া বলা, খোৱা-বোৱা কৰেঁা।"

## ॥ ১২ ॥

খোৱা বোৱা শেষ হ'লত সিহঁত এল্ ছৰ্ডোৰ গুৰিৰ পৰা গ'ল আৰু অহা বাটে উভতি খোজ ললে। এল্ ছৰ্ডোও সিহঁতৰ লগত তলৰ চকীটোলৈকে আহিল।

সি বিদায় লৈ ক'লে, "নমস্কাৰ, আকৌ ৰাতি দেখা হ'ব।"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "কমৰেড, নমস্কাৰ।" তাৰ পিচত তিনিও খোজ ললে। মেৰিয়াই ঘূৰি লৈ ছৰ্ডোলৈ হাত ডাঙি সম্ভাষণ জনালত ছৰ্ডোৱেও কোনোৰকম হাতৰ কিলাকুটিটো হঠাতে লৰালে—যেন নমস্কাৰ নিদিবলগীয়া অদৰকাৰী বস্তু এটাকহে দূৰলৈ ঠেলি পঠিয়াইছে। খাওঁতেও ভেবাৰ নোমৰ কোটটো খোলা নাছিল; কিন্তু বিনয়ৰ ত্ৰুটি নাছিল। কথা শুনিবৰ বাবে মূৰটো দোঁৱাই থৈছিল। ৰবাৰ্ট জৰ্ডানক ভঙা স্পেনিছতে বিনয়েৰে বিপাব্লিকৰ কথা সুধিছিল। কিন্তু এই কথা পৰিষ্কাৰ হৈ পৰিছিল যে ছৰ্ডোৱে সিহঁতক সোনকালে পঠিয়াই দিবলৈ বিচাৰিছিল।

ছৰ্ডো গলত পিলাৰে কৈছিল, "পিচে, ছান্তিয়াগো……"

কলা মানুহটোৱে ক'লে, "একো নহয়, বুজিছা। সকলো ঠিকেই হ'ব। যদিও মই ভাবিছোঁ।"

পিলাৰে ক'লে, "ময়ো ভাবিছোঁ।"

এইবাৰ খোজ আৰম্ভ হ'ল। তললৈ নামোতে খুব স্বচ্ছন্দ আৰু পাতল ভাৱে সিহঁতে খোজ ললে আৰু পাইনৰ মাজে মাজে কষ্টকৰ অহা বাটে আকৌ



নামি গ'ল। পিলাৰৰ মুখত কথা এটাও নোলাল। ৰবাৰ্ট জৰ্ডান আৰু মেৰিয়াও নিমাতে ৰ'ল। লাহে লাহে বাট আহি আকৌ ওপৰলৈ উঠি এখন কাঠনি পালেগৈ। কাঠনি পাৰ হৈ সিহঁতে ওখ প্ৰশস্ত ঘাঁহনিত ভৰি দিলেগৈ।

সে মাহৰ আবেলি, গৰম বতৰ। ওখ আধামান বগোৱাৰ পিচত মানুহজনী ৰ'ল। ৰবাৰ্ট জৰ্ডানে ৰৈ ঘূৰি চালে আৰু কপালত ঘাম বিৰিঙা দেখিলে। তাইৰ মুগা বৰণৰ মুখখন শেতাঁ, ছাল বিবৰ্ণ, আৰু চকুৰ কেউকাষে ক'লা দাগ।

সি ক'লে, "অলপ জিৰাওঁ। বৰ কোবেৰে আহিছোঁ হঁক।"

তাই ক'লে, "ওহোঁ, আমি কোবেৰেই যাওঁ হক।"

মেৰিয়াই ক'লে, "পিলাৰ, অলপ জিৰোৱা। তোমাৰ ভাগৰ লাগিছে।"

"মনে মনে থাকা। কোনে তোমাৰ উপদেশ খুজিছে।"

এই বুলি তাই বাট ধৰি খোজ কাঢ়ি একেবাৰে ওপৰ পালেগৈ আৰু তাতে ফোপাৰলৈ ধৰিলে। মুখ ঘামেৰে ভৰি গ'ল আৰু মুখৰ বিবৰ্ণতা প্ৰকট হৈ পৰিল।

মেৰিয়াই ক'লে, "বহা বহা, মোৰে শপত বহা।"

'বাৰু।' তিনিও পাইন এজোপাৰ তলতে বহিল। তিনিও পৰ্বতৰ ঘাঁহনিয়েদি টিঙলৈ চালে। অনুমান হ'ল যেন এই মাত্ৰ টিঙটো ওখ বৰফময় দেশৰ পৰা ওলাই আহিছে। আবেলিৰ ৰ'দ পৰি বৰফবোৰ জিলিকি পৰিছিল।

"সেই বৰফবোৰ কদৰ্য বস্তু কিন্তু কিমান ধুনীয়া হৈছে চোৱাচোন।" পিলাৰে ক'লে। মেৰিয়ালৈ চাই তাই ক'লে, "বৰফ একপ্ৰকাৰ মায়া।" তাৰ পিচত মেৰিয়াক আকৌ ক'লে, "মইনা, তোমাক মই ভাল ব্যৱহাৰ কৰা নাই। আজি মোৰ কি হ'ল ক'বই পৰা নাই। অনাহকতে খং উঠে।"

মেৰিয়াই ক'লে, "তোমাৰ কথাত মই লগা নাই, কাৰণ তোমাৰ খং উঠিছে। তোমাৰ মাজে মাজে দেখোন খং উঠেই।"

পিলাৰে দূৰৰ টিঙলৈ চাই ক'লে, "খঙতকৈ অধইচ কিবা এটা উঠে।"

মেৰিয়াই ক'লে, "তোমাৰ গা বাৰু নহয়।"

তিৰোতা গৰাকীয়ে ক'লে, "সেয়ে নহয়। ইয়ালৈ আহা, মইনা, আৰু মোৰ কোলাতে মূৰটো থোৱা।"

মেৰিয়াৰ তাইৰ কাষলৈ গ'ল আৰু হাত দুখনত মূৰটো থৈ শুই দিলে। তাৰ পিচত তাই পিলাৰৰ মুখলৈ চাই হাঁহিলে, কিন্তু পিলাৰে দূৰৰ ঘাঁহনিয়েদি

পৰ্বতৰ বুকুলৈ চাই পঠিয়ালে। তাইলৈ নোচোৱাকৈয়ে পিলাৰে হাতেৰে তাইৰ মূৰত হাত বুলালে, ভোটা আঙুলি এটাৰে কপাল পিটিকিনে আৰু তাৰ পাচত ডিঙিত গজা চুলিখিনিলৈকে এডাল ৰেখা টানিলে।

তাই ক'লে, "ইংলেচ, এইৰ লগত তুমি কিছুপৰ থাকা।" ৰবাৰ্ট জৰ্ডানে তাইৰ পিছফালে বহি আছিল।

মেৰিয়াই ক'লে, "তেনেকৈ নকবা।"

পিলাৰে ক'লৈকো নোচোৱাকৈ ক'লে, "অঁ তুমি তাইৰ লগত থাকিব পাৰা। মই তোমাক কোনো দিনে বিচৰা নাই। তথাপি মোৰ হিংসা উপজিছে।"

মেৰিয়াই ক'লে, "পিলাৰ, এনে কথা নকবা।"

পিলাৰে তাইৰ কাণৰ লতিত হাত ফুৰাই ক'লে, "সি তোমাৰ লগত থাকিব পাৰে। কিন্তু মোৰ ঈৰ্ষা উপজিছে।"

মেৰিয়াই ক'লে, "তুমিয়েই দেখোন কৈছিলা যে আমাৰ ভিতৰত এনে ভাব নোপজে।"

মানুহজনীয়ে ক'লে, "এনে এটা ভাব থাকেই। অনুচিত হ'লেও থাকে। মোৰ তেনে ভাব নাই। সঁচাকৈয়ে নাই। তুমি সুখী হোৱা। আৰু মোক একো নেলাগে।"

মেৰিয়াই একো নকৈ তাতে শুলে আৰু মূৰটো লাহেকৈ থলে।

পিলাৰে ক'লে, "মইনা, শুনা।" এই বুলি গাল ডুখনত হাত ফুৰাই ক'লে, "শুনা মইনা। মই তোমাক ভাল পাওঁ আৰু এৰেঁ। তোমাৰ লগত থাকিব পাৰে। হেজাৰ হওক মই মাইকী মানুহ—মতামানুহৰ বাবেই জন্ম হৈছোঁ। সঁচা কথা। দিনে পোহৰে এই কথা ক'বলৈ পাই মই ভাল পাইছোঁ। তোমালৈ মোৰ মৰম লাগে।"

"ময়ো তোমাক ভাল পাওঁ।"

"বেছি কথা নকবা। মোৰ কুথা তুমি বুজা নাই।"

"বুজিছোঁ।"

"বুজিছা! ইংলেচৰ বাবেই তোমাক দিছোঁ। ঠিকেই হৈছে। এইটো মই বিচাৰোঁ। যি কোনো বস্তুকে মই নিবিচাৰোঁ। মোৰ কচি বিকৃত হোৱা নাই। বুজিছা, মই সঁচা কথা কওঁ। আন তিৰোতাই এনেকৈ তোমাক নকয়, মানুহেতো দূৰৰ কথা। মোৰ ঈৰ্ষা হৈছে, তাকে সদৰি কৰি দিছোঁ।"



মেৰিয়াই ক'লে, "পিলাৰ; এনেকৈ নকবা।"

পিলাৰে ক'লে, "নকম!" পিলাৰে কালৈকো চোৱা নাছিল। "মই বেয়া নলগালৈকে কৈয়ে থাকিম।" এই বুলি ছোৱালীজনীলৈ চাই ক'লে, "সেই সময় আহিল। বুজিছা। আৰু নকওঁ, বুজিছা চাগৈ।"

মেৰিয়াই ক'লে, "পিলাৰ, তেনেকৈ নকবা।"

পিলাৰে ক'লে, "তুমি এটা সৰু নিগনি পোৱালী। এতিয়া মূৰ তোলা, আজলমঠালি শেষ হ'ল।"

মেৰিয়াই ক'লে, "আজলমঠালি হ'ব কিয়? মোৰ মূৰটো থকা ঠাইতে আছে।"

"এতিয়া মূৰ তোলা।" পিলাৰে এই বুলি ডাঙৰ হাত ডুখনেৰে তাইৰ মূৰটো তুলি দিলে। ছোৱালীজনীৰ মূৰটো ধৰি থাকোঁতেই জৰ্ডানক ক'লে, "ইংলেচ, তোমাৰ হ'ল কি? মাত মেকুৰীয়ে খালে নেকি?"

"মেকুৰীয়ে খোৱা নাই।" ৰবাৰ্ট জৰ্ডানে ক'লে।

ছোৱালীজনীৰ মূৰটো মাটিত থৈ পিলাৰে সুধিলে, "কি জন্তুৱে খালে?"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "জন্তুৱে নহয়।"

"তেনেহলে নিজে নিজৰ মাত খালা?"

"হ'ব পাৰে।" জৰ্ডানে ক'লে।

পিলাৰে ঘূৰি তালৈ চাই দাঁত নিকটাই হাঁহি ক'লে, "সোৱাদ পালানে?"

"বেছি সোৱাদ নেপালোঁ।"

পিলাৰে ক'লে, "নেপালা। বোধহয় নেপালা। হোৱা তোমাৰ মইনাজনীক মই ওভোটাই দিছো। তাইক মই কোনোদিনেই নিব খোজা নাই তোমাৰ পৰা। "নিগনি" ভাল নাম দিছা। পুৱা তেনেকৈ মতা মই শুনিছিলোঁ।"

ৰবাৰ্ট জৰ্ডানৰ মুখ ৰঙা পৰিল।

সি ক'লে, "তুমি কাঠচিতীয়া তিৰোতা।"

"ওহোঁ" পিলাৰে ক'লে, "মই সৰল, সেইবাবে জটিল। তুমিও জটিল, নহয়নে ইংলেচ?"

"ওহোঁ। ইমান সৰল নহয়।"

পিলাৰে ক'লে, "তোমাক মোৰ ভাল লাগে।" এই বুলি হাঁহি আগবাঢ়ি আহি মূৰ লৰালে। "এতিয়া মই তোমাৰ পৰা এই নিগনিজনীক লৈ যাব আৰু নিগনিজনীকো তোমাৰ পৰা লৈ আহিব পৰা হ'লে।"

"নোবাবা।"

"জানো।" পিলাৰে ক'লে, "ইচ্ছাও নাই। গাভৰু কালত কৰিলোঁ হেঁতেন।"

"মোৰ ভাব হয়।"

"ভাব হয়।"

ৰবাৰ্ট জৰ্ডানে ক'লে "হয়তো। কিন্তু এইবোৰ কথা চোবোৱা মিছা।"

মেৰিয়াই ক'লে, "তোমাক হুশুৱায়।"

পিলাৰে ক'লে, "আজি মই আগৰ নিচিনা নহয়। মই যেন নহয়েই। দলংখনৰ কথাই মোৰ মূৰ কামোৰণি তুলিছে ইংলেচ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেইবাবে দলঙখনৰ নাম থৈছোঁ মূৰ-কামোৰণি দলং। মই সেইখন চৰাইবাহ ভঙাদি ভাঙি তলৰ নৈত পেলাই দিম।"

"অঁ, ভাল লাগিছে। আৰু কোৱা।"

"তুমি যেনেকৈ কলৰ বাকলি গুচোওৱা, তেনেকৈ মই দলঙখন গুচাম।"

পিলাৰে ক'লে, "তেনেহলে এতিয়া কল খাব পাৰিম। কোৱা ইংলেচ, কৈ যোৱা।"

"দৰকাৰ নাই।" জৰ্ডানে ক'লে, "এতিয়া কেম্পলৈ ব'লা।"

পিলাৰে ক'লে, "তোমাৰ কামৰ সময় খুব সোনকালেই আহিব। মই দুয়োটাকে ইয়াত এৰি থৈ যাম।"

"ওহোঁ। কৰিবলৈ ভালেমান কাম আছে।"

"ভালেমান কাম হ'লেও বেছি সময় নলয়।"

মেৰিয়াই ক'লে, "মনে মনে থাকা, পিলাৰ। যিহকে পাই তিহকে নকবা।"

পিলাৰে ক'লে, "মই যিহকে তিহকে কৈছোঁ! সঁচা কথা। কিন্তু মই বৰ জানি বুজি কৈছোঁ। দুয়োটাকে মই এৰি থৈ যাম। ঈৰ্ষাৰ কথা নিৰৰ্থক। জোৱাকিনৰ ওপৰত মোৰ খং উঠিছিল কাৰণ তাৰ চাৱনিত মই গম পালোঁ মই দেখিবলৈ কিমান বেয়া। তোমাৰ বয়স উনৈশ, সেই বাবেহে মোৰ ঈৰ্ষা। কিন্তু উনৈশ বছৰীয়া হৈ জানো সদায় থাকিবা। এতিয়া মই যাওঁ।"

তাই উঠিল। টিকাত হাত থৈ তাই এবাৰ ৰবাৰ্ট জৰ্ডানৰ ফালে চালে। জৰ্ডান থিয় হৈ আছিল। মেৰিয়া মাটিত বহি আছিল, মূৰটো তললৈ মূৰকৈ লৈ।

ৰবাৰ্ট জৰ্ডানে ক'লে, "আমি আটাইকেউটা কেম্পলৈ যাওঁ বলা। সেয়ে ভাল হ'ব। ভালেমান কাম আছে।"



পিলাৰে মেৰিয়াৰ ফালে মূৰ লৰাই দুপিয়ালে। মেৰিয়া তাতে বহি ৰ'ল, কথা নকলে।

পিলাৰে হাঁহি কান্ধ জোকাৰিলে, কিন্তু কোনেও মন নকৰিলে। তাই সুধিলে, "তুমি বাট চিনি পোৱা?"

"অঁ" মেৰিয়াই তললৈ মূৰকৈ ক'লে।

"তেনেহলে মই যাওঁ।" মেৰিয়াই ক'লে, "ইংলেচ, মই গৈ ভাল খোৱা বস্তু গোটাওঁ গৈ।"

তাই ঘাঁহনিৰ মাজেদি গৈ নৈৰ দাঁতিৰ জোপোহা বননি পালেগৈ। সেই পিনেদিয়েই কেম্পলৈ যায়।

ৰবাৰ্ট জৰ্ডানে ক'লে, "ৰবা। আমি একেলগে যোৱাই ভাল।"

মেৰিয়াই বহিয়েই ৰ'ল, একো নেমাতিলে।

পিলাৰ ঘূৰি নাহিল। তাই ক'লে, "একেলগে যাবা। মই তোমাক কেম্পত লগ পাম।"

ৰবাৰ্ট জৰ্ডান তাতে থিয় হৈ ৰ'ল।

সি মেৰিয়াক সুধিলে, "তাই ভালে আছে নে? আগতে অসুখীয়া যেন দেখিছিলোঁ।"

মেৰিয়াই তললৈ মূৰকৈ ক'লে, "তাইক যাবলৈ দিয়া।"

"ময়ো তাইৰ লগতে যাওঁ।"

মেৰিয়াই ক'লে, "তাই যাওক। তায়ে যাওক।"

## ॥ ১৩ ॥

পৰ্বতীয়া ঘাহনিৰ জোপোহাৰ মাজে মাজে সিহঁত আগবাঢ়িল। জৰ্ডানৰ গাত জোপোহাৰ আঁচোৰ লাগিল ; কৰঙনত ওলমি থকা পিষ্টলৰ বোজা অনুভৱ কৰিলে ; মুখত ৰ'দৰ তাপ লাগিল ; বৰফে-ভৰা পৰ্বতৰ পৰা অহা মলয়াৰ বাই পিঠি শীতলালে ; হাতত অনুভৱ কৰিলে ছোৱালীজনীৰ টান আৰু সবল মুঠি, তাইৰ আঙুলিবোৰ তাৰ হাতৰ মুঠিত নিবদ্ধ। তাৰ পৰা অৰ্থাৎ তাৰ হাতৰ তলুৱাত লগা তাইৰ হাতৰ তলুৱাৰ পৰা, নিবদ্ধ আঙুলিবোৰৰ পৰা, তাৰ হাতৰ গাঁঠিৰ লগত সংলগ্ন তাইৰ হাতৰ গাঁঠিৰ পৰা, তাইৰ হাত আঙুলি আৰু গাঁঠিৰ পৰা কিবা এটা গালৈ বাগৰি আহিল। যেন সাগৰৰ শান্ত পানী সোতোৰা পেলাব নোৱাৰা প্ৰথম মলয়া জাকহে ; অথবা বতাহ নেথাকোঁতে পৰা সৰা গছপাত এটিহে ! আঙুলিৰে অনুভৱ কৰিব পৰা পাতল বস্তুটি, কিন্তু হাত, আঙুলি আৰু গাঁঠিত সন্নিবদ্ধ আৰু পিষ্ট এই বস্তুটি ইমান টনটনীয়া, ইমান ঘনীভূত, ইমান আকলুৱা, ইমান টনটনোৱা, ইমান টান যে এটি বিজুলী সোঁতহে যেন তাৰ বাহুৰেদি গোটেই গাটোলৈ বৈ গৈ নোহোৱাৰ পীড়াদায়ক এটা উকা গুণ অনুভৱ কৰোৱালে। তাইৰ চুলিত ৰ'দে জিলমিলালে, ঘেঁহুৰ দৰে পোৱা মুগা বৰণৰ চুলি। ৰ'দ তাইৰ সোণবৰণীয়া মুগা মিহি ধুনীয়া মুখখনতো পৰিছে, তাইৰ ডিঙিৰ ভাঁজটোতো পৰিছে। সি তাইৰ মূৰটো পিঠিফালে চাপৰাই তাইক নিজৰ গাৰ ফালে টানি আনি চুমা খালে। সি চুমা খাওঁতে তাইৰ গাৰ কঁপনি শুনিলে। তাইক সাৱটি ধৰি নিজৰ গাৰ ফালে টানি আনিলে, বুকু



দি বুকৰ তাপ অনুভৱ কৰিলে দুটি খাকী চাৰ্ট ভেদ কৰি ; মেৰিয়াৰ বুকুযুৰি সৰু, টান ; সি চাৰ্টৰ বুটাম খুলি চাপৰি চুমা খালে ; তাৰ বাহু তাইৰ পিঠিত আছিল। তাই কঁপিছিল। তাই দুহাতেৰে তাৰ মূৰটো সাৱটি থুঁতৰিৰ ওচৰলৈ টানি নিলে, হাত দুখন কঁপি আছিল। সি পোন হৈ জোৰেৰে আঁকোৱালি ওপৰলৈ তুলি ললে ; তাই তাৰ গাত লাগি ৰ'ল। সি অনুভৱ কৰিলে তাই তেতিয়াও কঁপিছে, তাইৰ ওঁঠ দুটি তাৰ ডিঙিত ৰ'ল। তাৰ পিছত সি তাইক নমাই লৈ ক'লে, "মেৰিয়া, অ মেৰিয়া, মোৰ মেৰিয়া।"

তাৰ পিছতে ক'লে, "আমি যাম ক'লৈ ?"

তাই একো নেমাতি তাইৰ চাৰ্টৰ ভিতৰত হাত সুমাই দিলে। সি গম পালে চাৰ্টৰ বুটাম খোলাৰ শব্দ। তাই ক'লে, 'মই তোমাক চুমা খাব খুজিছোঁ।'

"ওহোঁ, নেলাগে মোৰ মইনা।"

"লাগিব লাগিব, তোমাৰ দৰেই ময়ো বিচাৰিছোঁ।"

"ওহোঁ। অসম্ভৱ।"

"তেনে···তেনে···তেনে।"

ভগা জোপোহা বনৰ গন্ধ, হেঁচা খোৱা গছৰ টান ভাঁজ, তাৰ তলত তাইৰ মূৰ। মুদা চকুত জিলমিলিয়া ৰ'দ। তাইৰ সেই ডিঙিৰ ভাঁজটো সদায় তাৰ মনত থাকিব। জোপোহা বনত তাইৰ মূৰটো সোমাই গৈছে, তাইৰ ওঁঠ আপোনা আপুনি অকণ অকণ লৰিছে, ৰ'দ পৰি মুদা চকুৰ পতা নাচিছে—চকুৰে আৰু আন একো দেখা নাই। সকলো ৰঙা হৈ পৰিছে, সুমথিৰা-বৰণীয়া হৈছে। মুদা চকুত পৰিছে সোণ-ৰঙা ৰ'দ ; পূৰ কৰা, নিজাকৈ পোৱা, অধিকাৰ কৰা, সকলোবোৰৰে ৰং একেটাই— সেই ৰঙৰ অন্ধতাই সকলো। সি যেন এটা আন্ধাৰ পথেৰে গৈ আছে লক্ষ্যহীনৰ ফালে, লক্ষ্যহীনৰ পৰা লক্ষ্যহীনলৈ, তাৰ পিছতো আকৌ লক্ষ্যহীনলৈ, এই লক্ষ্যহীনৰ গতি অনন্ত। মাটিত কিলাকুটি দি থকাও লক্ষ্যহীন, সকলোতে আন্ধাৰ, ক'তো শেষ নাই, প্ৰত্যেক মনতে যেন সেই নজনা লক্ষ্যহীন, বাৰে পতি সদায় সেই লক্ষ্যহীনেই গতি। ইয়াৰ পৰা গলেও পোৱা যোৱা সদায় সেই লক্ষ্যহীনকে। সকলো ৰূপৰ ওপৰত, ওপৰোৰ ওপৰত আকৌ সেই লক্ষ্যহীন। হঠাতে এটা যন্ত্ৰণাত ধৰি

থাকোঁতেই সেই লক্ষ্যহীন নিৰ্বাপিত হ'ল, সময় সম্পূৰ্ণ স্তব্ধ হ'ল ; তাৰ অনুভৱ হ'ল সিহঁত তাতে আছে আৰু পৃথিবীৰ চকৰিত ঘূৰি লাহে লাহে সিহঁতৰ পৰা আঁতৰি গৈছে।

তাৰ পিছত সি কাটি হ'ল। মূৰটো জোপোহাত সোমাল। গোন্ধ নাকত লাগিলহি। শিপাৰ গোন্ধ। লাহে লাহে পৃথিবী আৰু বেলিৰ কিৰণ সোমাই আহিল, খোলা কান্ধত খহটা লাগিল ; দাঁতি কেইটাও তেনে অনুভৱ হ'ল। সিমুখে ছোৱালীজনী পৰি আছে, চকু তেতিয়াও মুদা। তাই এইবাৰ চকু মেলি তালৈ চাই হাঁহিলে। সি ভাগৰত বহুত দূৰৰ পৰা কোৱাদি মিঠা ভাষাত ক'লে, "হেৰা মইনা।" তাই হাঁহিলে, ওচৰৰ পৰা কোৱাদি ক'লে, "কি মোৰ ইংলেচ ?"

সি লাহে লাহে ক'লে, "মই ইংলেচ নহয়।"

তাই ক'লে, "নহয়, নহয়, তুমি মোৰ ইংলেচ।" এই বুলি তাই তাৰ দুয়োখন কাণ হাতেৰে ধৰি কপালত এটা চুমা খালে।

"কোৱা, মই চুমা খাব জানিছোঁনে ?"

তেতিয়া দুয়োটা নিজৰাৰ পাৰেদি আগবাঢ়ি গ'ল। সি ক'লে, "মেৰিয়া, তোমাক মই ভাল পাওঁ, তুমি বৰ ধুনীয়া। বৰ আচৰিত, বৰ সুন্দৰী। মোৰ ইমান ভাল লাগে তোমাৰ লগত থাকিলে ! মই ভাবোঁ, মই মৰি নাযাওঁ কিয়, তোমাক ভাল পাই থাকোঁতে মই মৰি যাব পাৰিলে !"

তাই ক'লে, "মই যে বাবে পতি মৰো। তুমি জানো নমৰা ?"

"ওহোঁ। প্ৰায় মৰাৰ দৰেহে। বাৰু কোৱাচোন, পৃথিবীখন ঘূৰিছিল নে ?"

"অঁ। মই মৰিছিলোঁ। ধৰাচোন, আকোৱালি ধৰা।"

"নেলাগে ! হাত খনেই হ'ব।"

তালৈ চাই সি আকৌ জোপোহা বনলৈ চালে। এটা চিলনীয়ে তাত চিকাৰ কৰিছে। আবেলিৰ বৰ ডাৱৰবোৰে পৰ্বত ঢাকি ধৰিছে।

মেৰিয়াই তাক সুধিলে, "আনৰ লগত তোমাৰ এনে হয়নে ?" এইবাৰ দুয়ো হাতত ধৰাধৰি কৈ খোজ কাঢ়িলে।

"ওহোঁ। সঁচাকৈ কৈছোঁ।"

"তুমি আন বহুতকে ভাল পাইছা ?"

"অঁ। কেইজনীমানক। কিন্তু তোমাৰ দৰে নহয় !"



"ঠিক এনে লগা নাই ? সঁচাকৈ ?"

"আনন্দ লাগিছিল, কিন্তু এনে লগা নাই।"

"তেতিয়া পৃথিবী ঘূৰিছিল। আগেয়ে তেনে পৃথিবী ঘূৰা নাছিল ?"

"ওহোঁ।"

"এদিনৰ বাবে আমি পাইছোঁ।"

সি নেমাতিলে।

মেৰিয়াই ক'লে, "তেওঁ এতিয়া পালোঁ। বাৰু, মোক ভাল পোৱানে ? তোমাক মই ভাল লগাওঁনে ? পিছলৈ মোক আৰু ভাল লাগিব।"

"তুমি এতিয়া বৰ ধুনীয়া হৈছা।"

তাই ক'লে, "ওহোঁ। মোৰ মূৰত হাত বুলোৱাচোন।"

সি বুলালে। তাইৰ যে কটা চুলিবোৰ কোমল, আঙুলিৰ পাবে পাবে সোমাই উঠা নমা কৰিছে। দুয়োখন হাতেৰে তাইৰ মুখখন ঘূৰাই সি এটা চুমা খালে।

তাই ক'লে, "মই চুমা খাবলৈ ভাল পাওঁ, কিন্তু নেজানো।"

"তুমি নেখালেও হ'ল।"

"লাগে। তোমাৰ তিৰোতা হ'বলৈ হ'লে তোমাক সকলো প্ৰকাৰে সন্তুষ্ট কৰিব লাগিব।"

"তোমাক যথেষ্ট ভাল লাগে। আৰু ভাল লগাব নেলাগে। ইয়াতকৈ ভাল লাগিলেও সেই একেই।"

তাই সন্তুষ্ট হৈ ক'লে, "চুলিবোৰ বেয়া বুলি ভাবিছা চাগৈ। দিনে দিনে গজিছে। এইবোৰ দীঘল হ'ব, তেতিয়া মই দেখিবলৈ ভাল হ'ম, তুমি মোক বেছি ভাল পাবা।"

সি ক'লে, "তোমাৰ দেহটি বৰ ধুনীয়া। পৃথিবীৰ ভিতৰতে ধুনীয়া।"

"ই বৰ পাতল আৰু সৰু।"

"নহয় হে, ধুনীয়া দেহত যাদু থাকে। একোটা দেহ ইমান ধুনীয়া হয়, একোটা আকৌ নহয়। কিয় নেজানো। তোমাৰ দেহত যাদু আছে।"

তাই ক'লে, "অকল তোমাৰ বাবে।"

"ওহোঁ।"

"অঁ। চিৰকালৰ বাবে তোমাৰ কাৰণে। তোমাৰ আলপৈচান ধৰা সহজ।

তোমাৰ বৰ যতন লম। কিন্তু কোৱাচোন, ইয়াৰ আগতে পৃথিবী আৰু ঘূৰা নাছিল নহয় নে ?"

সি নিশ্চিত ভাৱে ক'লে, "ওহোঁ, হোৱা নাছিল।"

তাই ক'লে, "মই বৰ সুখী। সঁচাকৈয়ে সুখী।"

তাই তাক ক'লে, "তুমি কি ভাবি আছা ?"

"কামৰ কথা।"

মেৰিয়াই ক'লে, "ঘোঁৰা থকা হ'লে! সুখৰ কালত ভাল ঘোঁৰাত উঠাৰ মন থাকে। তুমিয়ে মরে বহুত দূৰলৈ ঘোঁৰা চেকুৱালোঁহেঁতেন—চেকুৱাই চেকুৱাই অনন্ত সুখ লভিলোঁহেঁতেন।"

সি মন নকৰি ক'লে, "আমি এৰোপ্লেনতো একে সুখ লব পাৰোঁ।"

"খেদা এৰোপ্লেনবোৰৰ দৰে ৰ'দত জিলিকি আকাশেদি গৈ থাকিব পাৰিলোঁহেঁতেন।" তাই ক'লে, "উঠা-নমা কৰি ঘূৰি-ফুৰি! সুখত একো নগনিলোঁহেঁতেন।"

কাণষাৰ নকৰাৰ দৰে সি ক'লে, "তোমাৰ সুখৰ পেটটো বৰ ডাঙৰ।"

তাৰ মন আন ক'ৰবাত আছিল। তাইৰ লগত খোজ কাঢ়ি যাওঁতে হঠাতে দলংখনৰ কথা ভাবিলে। কেমেৰাত ঠিক কৰা লেন্সৰ দৰে ফটফটীয়া, টান আৰু উজ্জ্বল। চকী দুটা, আন্‌ছেল্‌মো আৰু জিপ্সীটোকো সি দেখা পালে। আলিবাটটো উদং, তাত চলাচল আৰম্ভ হৈছে। অট'মেটিক ৰাইফেলটো ক'ত ললে গুলিয়াবলৈ সুচল হ'ব তাকো সি দেখিলে। কিন্তু আদিতে কোনে কাম ফেৰা কৰিব? অন্তত জানিবা মরে কৰিম। মনৰ ভিতৰতে সি চাৰ্জ থলে, ঠিকঠাক কৰিলে, কেপবোৰ মোটোকালে, ৱায়াৰবোৰ পাতিলে, তাত হুক দিলে, তাৰ পিছত এক্সপ্লডাৰ বক্সটোৰ গুৰিলৈ আহিল। তাৰ পিচত সি আগপিছ গুণিলে ভুল-শুদ্ধৰ বিচাৰ ললে। এ এইবোৰ থাওক এতিয়া। প্ৰেমৰ পিচত তোমাৰ মগজু স্পষ্ট, একেবাৰে ফটফটীয়া, তোমাৰ উদ্বিগ্নতাও বাঢ়িছে। এটা কাম কৰাৰ কথা ভবা বেলেগ। উদ্বিগ্ন হোৱা কথা বেলেগ। উদ্বিগ্ন নহবা। উদ্বিগ্নতা বেয়া। কৰ্তব্য জ্ঞান থাকিলেই হ'ল, কি হ'ব তুমি জানিবা। হোৱাৰ পূৰা আশা।

কিহৰ কাৰণে যুঁজিছোঁ, তাৰ মনত প্ৰশ্ন হ'ল। বৰ্তমান কৰ্ত্তব্যৰ বিৰুদ্ধেই যুঁজিছে সিহঁতে, পৰাজয় আসন্ন বুলি জানি তাক কৰিব



লগা হৈছে। প্ৰিয় লোকসকলকো ঠিক তেনে ব্যৱহাৰ কৰিব লগা হৈছে, যেনে ব্যৱহাৰ সিহঁতে সৈন্য লগোৱাই অপ্ৰিয় লোকসকলৰ ওপৰত কৰে জয়ৰ আশাত। পাব্‌লোই তাকে কৰিছিল! কামটো বেয়া। পিলাৰে তাক সমৰ্থন কৰিছিল, এতিয়াও কৰে। কিন্তু সেই কামৰ পৰিণাম এতিয়াহে তাই বুজিছে। তাই ভুগিছেও ভালকৈ। ছৰ্ডোৱে সেই কাম কৰিবলৈ ততালিকে গাত লৈছে, কিন্তু সিও তাৰ দৰেই এনে কাম বেয়া পায়।

তেনেহলে তাৰ চিন্তা কিহৰ বাবে? নিজৰ কি ঘটিব সেইটো নহয় নে কি? এই ছোৱালীজনী, মানুহজনী আৰু বাকীবোৰৰ কি ঘটিব সেই-টোহে চিন্তাৰ বিষয় নেকি? বাৰু। সি নহা হলেনো ইবোৰৰ কি হ'লহেঁতেন নো? সি নথকাৰ আগতে নো সিহঁতৰ কি হৈছিল আৰু সিহঁতৰ মাজত কি ঘটিছিল? নাই নাই, এই দৰে ভবাই অনুচিত। কৰ্তব্য কৰাৰ বাহিৰে আন একো দায়িত্ব তাৰ নাই। আদেশ তো সি নিদিয়ে। গল্‌জ্‌ বোলা মানুহটোৱে দিয়ে। গল্‌জ্‌ কোন্? এটা ভাল সেনাপতি। এতিয়ালৈকে পোৱাৰ ভিতৰত সিয়েই ভাল সেনাপতি। কিন্তু অসাধ্য আদেশ এটা জানো সি মনা উচিত? বিশেষকৈ তাৰ পৰিণামৰ কথা জানি-শুনি! গল্‌জে আদেশ দিলেও পাৰ্টী বা সেনাবাহিনী জানো নাই। অঁ। সি আদেশ পালন কৰা উচিত, কাৰণ আদেশ পালন কৰিহে সি দেখুৱাব পাৰিব যে কামটো অসাধ্য। চেষ্টা নকৰাকৈ কামটো অসাধ্য বুলি কেনেকৈ ক'ব? যদি প্ৰত্যেকেই আদেশ অসাধ্য বোলে, তাৰনো স্থিতি ক'ত? আদেশ আহিলে "অসাধ্য" বুলি ক'লে, সকলোৰে ফালে আইধা।

বহুত সেনাপতিয়েই আদেশ 'অসাধ্য' বুলি কোৱা সি দেখিছে। ইষ্ট্ৰেমাডুৰাত কুকুৰধূলি গোমেজ আছে। বহুত আক্ৰমণতে দাঁতিৰ দলবোৰে আদেশ "অসাধ্য" বুলি আক্ৰমণ কৰা সি দেখিছে। সেইবাবে সি আদেশ পালন কৰিবই। কৰ্মীবোৰক ভাল পোৱাটো তাৰে দুৰ্ভাগ্য।

"পাৰ্টিচান" বোৰে কৰা কামবোৰৰ প্ৰত্যেকতে বিপদৰ থল বঢ়াই তুলিছে। যাৰ চালনাত এনে ঘটিছে আৰু যি তদাৰক কৰিছে তাৰ বাবে ই বৰ দুৰ্ভাগ্য। প্ৰশ্ন হয় কিয়? ভবিষ্যতে আৰু ডাঙৰ বিপদ গোটাবলৈ আৰু দেশখন ভাল ভাৱে থকাৰ উপযোগী কৰি তুলিবলৈ। সাধাৰণ যেন শুনালেও এই কথা সত্য।

বিপাব্লিকৰ পতন ঘটিলে, তাত বিশ্বাসী লোকসকল স্পেইনত থকাই টান হ'ব। পিছে পতন জানো ঘটিব? অঁ, পতন ঘটিব—এই কথা সি ধৰিব পাৰিছে। বিশেষকৈ ফেচিষ্টবোৰে লোৱা ঠাইবোৰৰ ঘটনা শুনি তাৰ এই ধাৰণাই হৈছে।

পাব্লো এটা অধইচ লোক, কিন্তু বাকীবোৰ মানুহ ভাল। এই কাম কৰিবলৈ পাচি জানো সিহঁতক প্ৰতাৰণা কৰা হোৱা নাই? বোধহয় কৰা হৈছে। তাকে নকৰা হ'লে এসপ্তাহতে অশ্বাৰোহী সেনাৰ বাহিনী আহি এই পৰ্বতবোৰত সিহঁতক বিচাৰি উলিয়াবহি।

ওহোঁ। সিহঁতক নিলগাই এৰি দি একো লাভ নাই। অৱশ্যে প্ৰত্যেক মানুহকে নিলগাই অকলে থোৱা ভাল, কাকো অমূৰি দিয়া উচিত নহয়। তাৰ এইটোৱেই বিশ্বাস। নহয় জানো? হয়। এয়ে তাৰ বিশ্বাস। তেনেহলে পৰিকল্পিত সমাজ আদিৰ কথা কোৱাৰ মানে কি? যুদ্ধ হৈ গ'লে সি আন কিছুমান কাম কৰিব লাগিব। তাৰ প্ৰিয় দেশখনত এই যুঁজ লগা বাবে সি ইয়াত যুদ্ধ কৰিছেহি; তদুপৰি বিপাব্লিকত তাৰ দৃঢ় আস্থা। এই বিপাব্লিক ধ্বংস হ'লে এনে ব্যৱস্থা ভালপোৱা লোকসকলৰ পক্ষে অসহ্য হ'ব। যুদ্ধৰ দিন কেইটা সি কমিউনিষ্ট শৃঙ্খলা মানি চলিছে। স্পেইনত কমিউনিষ্টসকলে সৰ্বোত্তম শৃঙ্খলাৰ আহি দৰ্শাইছে—যুঁজ চলাবলৈ এনে শৃঙ্খলা অতি সজ আৰু ভাল। যুদ্ধকালৰ বাবে এই শৃঙ্খলা সি মানি চলিছে কাৰণ এনে সময়ত একমাত্ৰ এই দলটোৰ আঁচনি আৰু শৃঙ্খলাই গ্ৰহণীয়।

তাৰ ৰাজনীতি নো কি? তাৰ একো ৰাজনীতিয়েই নাই। কিন্তু তাক আনৰ আগত সি নকয়। সেই কথা সি সৈও নলয়। পিছে পৰে সি নো কৰিব কি? উভতি গৈ আকৌ স্পেইন ভাষাৰ শিক্ষক হ'ব আৰু এখন খাটি কিতাপ লিখিব। সঁচাকৈ লিখিব। লিখিবলৈ নিশ্চয় সহজ হ'ব।

পাব্লোৰ সৈতে সি ৰাজনীতিৰ কথাকে পাতিব। তাৰ নো ৰাজনৈতিক মতে কেনি ঢাল লৈছে তাক জনা উচিত। বোধ হয় বাওঁ বাট এৰি সোঁ বাট লোৱাৰ সেই চিৰাচৰিত কাহিনী। বুঢ়া লেৰক্সৰ দৰে—পাব্লো লেৰক্সৰ দৰে। প্ৰিয়েটৰ অৱস্থাও তদ্ৰূপ। দুয়োটাৰে চৰম জয় হ'ব বুলি দৃঢ় বিশ্বাস আছিল। সিহঁত সকলোৱে ঘোঁৰা চুৰিৰ ৰাজনীতি কৰিছিল। বিপাব্লিকত তাৰ আস্থা



আছে, কিন্তু বিপাব্লিকেই পিছলৈ আৱৰ্ত্তণিৰ কালৰ এইবোৰ ঘোঁৰা চোৰক নিৰ্বাসন দিব লাগিব। এই জাতিটোৰ দৰে আন জাতিৰ নেতাবোৰে জাতিৰ ইমান শত্ৰুতা কৰিছে নে?

বাইজৰ শত্ৰু। এনে খণ্ডবাক্য ব্যৱহাৰ নকৰিলেও সি পাৰে। গতানুগতিক কথা সি বাদ দিব। মেৰিয়াৰ লগত সহবাস কৰাৰ বাবে সি এই কাম কৰিব পাৰিছে। নৈষ্ঠিক বেপ্টিষ্টৰ দৰে সিও নৈষ্ঠিক আৰু গতানুগতিক ৰাজনৈতিক কৰ্মী হৈ পৰিছে আৰু 'বাইজৰ শত্ৰু'ৰ দৰে বাক্য সিহঁতক সমালোচনা নকৰাকৈও তাৰ মনলৈ আহে। বিপ্লৱী আৰু দেশপ্ৰেমিক যি কোনো গতানুগতিক শব্দৰ ক্ষেত্ৰতে এই কথা খাটে। কোনো সমালোচনা নকৰাকৈ সি এনেবোৰ বাক্য কব পাৰে। সেইবোৰ বাক্য সঁচা হ'লেও তাক ব্যৱহাৰ কৰাত তৎপৰতা দেখুওৱাৰ মানে নাই। যোৱা নিশা আৰু আজি আবেলিৰ পৰা তাৰ মন কৰ্তব্য সম্পৰ্কে পৰিষ্কাৰ হৈ পৰিছে। মতান্ধতা বেয়া বস্তু। মতান্ধ হ'বলৈ হ'লে নিজৰ মত সম্পূৰ্ণ শুদ্ধ বুলি ভাবিব লাগে, আৰু সেই শুদ্ধতাত আস্থাবান হ'বলৈ ব্ৰহ্মচৰ্য্য পালন কৰিব লাগে। ব্ৰহ্মচৰ্যৰ বিপৰীত মত শত্ৰু।

পৰীক্ষাত এই সংজ্ঞা উত্তীৰ্ণ হ'ব নে? কমিউনিষ্টবোৰে বোহেমিয়ানিজমৰ বিৰোধিতা কৰাৰ অৰ্থ বোধ হয় সেয়ে। মদ খাই পগলা হ'লে, অবৈধ সঙ্গম বা যৌন পাপ কৰিলে নবীৰ বাণীৰ সলনি গৃহীত পাৰ্টি পন্থাৰ পৰা মানুহৰ ব্যক্তিগত স্খলন হয় বুলি ধৰা হয়। বোহেনিয়ানিজমৰ ধ্বংস হওক। মায়াক-ভস্কিয়ে এই পাপত লিপ্ত হৈছিল।

পিছে মায়াকভস্কি দেখোন সাধু পুৰুষ আছিল। সেইবাবেই তেওঁ নিৰ্বিঘ্নে ঢুকাল। তেওঁ নিজকে বুজালে, 'তোমাৰ নিৰ্বিঘ্ন মৃত্যু ঘটিব।' নেলাগে এইবোৰ চিন্তা আৰু নকৰাই ভাল। মেৰিয়াৰ কথা ভবা ভাল, সি নিজক বুজালে।

মেৰিয়াই তাৰ মতান্ধতাক কটাক্ষ কৰিলে। এতিয়ালৈকে তাই তাৰ প্ৰতিজ্ঞা ভাঙিব পৰা নাই, কিন্তু সি নমৰিব পাৰিলে ভাল পায়। বীৰ বা শ্বহীদৰ দৰে সি মৰিব নোখোজে। থাৰ্মপাইলি পুনৰ কৰা দৰকাৰ নাই; দলঙত হোৰেচিঅ' হোৱাৰো আৱশ্যক নাই, নতুবা সাগৰৰ বান্ধত বৈ থকা ওলন্দাজ লৰাটোও সি হ'ব নোখোজে। নেলাগে, মেৰিয়াৰ লগত সি খন্তেক

পৰ বাস কৰিব খোজে। এইটোৱেই তাৰ সৰলতম প্ৰকাশ। সি তাইৰ লৈতে দীৰ্ঘকাল কটাব খোজে। সি ক'লে আমি হোটেলটোলৈ গৈ ডাক্তৰ আৰু মিছেছ লিভিংষ্টোন বুলি নাম ৰেজিষ্ট্ৰী কৰাম।

তাইক বিয়া কৰোৱাত কিবা জানো বাধা আছে? তাইক সি বিয়া কৰাব। তেতিয়া সিহঁত ইডাহোৰ চানভেলীৰ মিঃ আৰু মিছেছ ৰবাৰ্ট জৰ্ডান নামেৰে পৰিচিত হ'ব। ইডাহোৰ নহৈ কৰ্পাচ ক্ৰিষ্টি, টেক্সাচ, বুটে আৰু মণ্টানাও হ'ব পাৰে।

স্পেনদেশীয় ছোৱালীবোৰে ভাল ঘৰ চলায়। এওঁতকৈ ভাল ছোৱালী মই জনাত দেখা নাই। পুনৰ বিশ্ববিদ্যালয়লৈ ঘূৰি গ'লে, তেওঁ শিক্ষকৰ তিৰোতা হ'ব পাৰিব। যেতিয়া আণ্ডাৰগ্ৰেজুৱেটবোৰে (স্পেনিছৰ চতুৰ্থ শ্ৰেণীত পঢ়া) স্মকিং পাইপ মুখত লৈ সোমাই আহে আৰু মই কুৱেভেডো, ল'প ডি ভেগা, গেলডচ আদি গুণী শহীদৰ কথা আৰম্ভ কৰোঁ, তেতিয়া মেৰিয়াই ক'ব পাৰিব কেনেকৈ কিছুমান নীলা-চোলা পিন্ধা মতান্ধ যুঁজাৰুৱে তাইৰ মূৰত বহি, হাত মুচৰি, আৰু স্কাৰ্ট উদঙাই মুখত ভৰাই দিছিল।

মিছোলা আৰু মণ্টানাত মেৰিয়াক কি ভাৱে গ্ৰহণ কৰিব? মই যদি মিছোলাত কাম পাওঁ, তাত তো ইতিমধ্যে কমিউনিষ্ট বুলি ধৰি লোৱা বাবে ব্লেকলিষ্টত মোৰ নাম ভৰ্তি কৰিব। অৱশ্যে সঠিক ক'ব নোৱাৰি। জানিবও নোৱাৰি। মোৰ কামৰ একো প্ৰমাণ নেপাব; মই ক'লেও সিহঁতে অবিশ্বাস কৰিব আৰু মোৰ পাচপৰ্টখনো বৰ্তমান বাধা-নিষেধসমূহ প্ৰৱৰ্তন কৰাৰ আগতে দিয়া।—ৰবাৰ্ট জৰ্ডানে এইবোৰ কথা মনে মনে ভাবিলে।

৩৭ চনৰ "ফলটাৰ্ম" লৈকে ঘূৰি যোৱাৰ সময় নহয়। ৩৬ চনৰ জহ কালি সি তাৰ পৰা আহিছিল, চুটি এবছৰ হ'লেও "ফল টাৰ্ম"ৰ শেহলৈকে থাকিলেও একো ক্ষতি নাই। সেই মুহূৰ্তৰ পৰা "ফল টাৰ্ম" লৈকে ভালেমান সময় বাকী; ক'ব পাৰি সেই মুহূৰ্তৰ পৰা পৰহিলৈকেও ভালেমান সময় বাকী। ওহোঁ, বিশ্ববিদ্যালয়ৰ কামৰ বিষয়ে নিশ্চিন্ত থাকিব পাৰি। 'ফল'ৰ সময়ত ওলালেগৈয়ে হৈ যাব। তালৈ যোৱা হৈ উঠিলেই হ'ল।

আজি কিছুদিন ধৰি জীৱন অভিনৱ। নোহোৱা হ'লে নহলহেঁতেন। স্পেইন হ'ল তাৰ কৰ্ত্তব্য ভূমি, সেই বাবে তাত থকা স্বাভাৱিক আৰু ঠিকেই হৈছে। জহকালি ইঞ্জিনিয়াৰিং আঁচনিৰ কাম কৰা হ'ল; ফৰেষ্ট



চাৰ্ভিছ, আলিবাট নিৰ্মাণ, পাৰ্ক নিৰ্মাণ, আৰু পাউডাৰ জ্বলোৱা কাম শিক্ষা দিয়া হ'ল। সেইবাবে ধ্বংসটো স্বাভাৱিক আৰু খাটি কাম। অলপ লৰালৰিৰ কাম, কিন্তু নিখুত কাম।

ধ্বংসটো সমস্যা বুলি ললে সি মাত্ৰ এটা সমস্যাহে হৈ পৰে। কিছুমান বেয়া কাম কৰিব লগা হলেও ভগবানে গম পায় যে স্বচ্ছন্দে কাম সমাধা কৰিছা। ধ্বংসৰ লগতে সফল হত্যাৰ বাতাবৰণৰ কাষ চপা যায়। ডাঙৰ কথাৰে তাক ৰক্ষণীয় কৰিব নোৱাৰি। ডাঙৰ কথাই হত্যাক জানো ৰুচিকৰ কৰে? সি নিজকে ক'লে, সি এই কামটো সহজ ভাৱেই লৈছে। ৰিপাব্লিকৰ কাম এৰাৰ পিছত তাৰ ভৱিষ্যত কি হ'ব বা সি কি কামৰ উপযুক্ত হ'ব, তাক কোৱা টান। সি ভাবিছে, একমাত্ৰ লিখিহে এই ভাগ্যৰ পৰা মুক্তি পোৱা যাব। লিখিলেই মুক্তি আহিব। লিখিলে এখন ভাল কিতাপ হ'ব। ইখনতকৈ বহুত ভাল হ'ব।

পিছে জীৱন এতিয়া আজি, আজি ৰাতি, কাইলৈ দিনটো, পৰহি দিনটো, আজি, আজি ৰাতি, কাইলৈ ৰাতি—এই ডোখৰ কালতে সীমাবদ্ধ। গতিকে যিডোখৰ কাল হাতত আছে তাৰে সদ্ব্যৱহাৰ কৰা ভাল আৰু তাৰ বাবে কৃতজ্ঞ হোৱা উচিত। দলংখন যদি ভাঙোতে কিবা অপায়-অমঙ্গল ঘটে! এতিয়া ভাল হ'ব যেন মনে ধৰা নাই।

কিন্তু মেৰিয়াই খুব আদৰ-সাদৰ কৰিছে। নহয় নে বাৰু? নহয়নে বাৰু? জীৱনত এই কণেই সোৱাদ মই পাইছোঁ। বোধহয় এয়ে মোৰ জীৱন, তিনি কুৰি দহবছৰ নহৈ মাত্ৰ আঠচল্লিশ ঘণ্টাহে পাইছোঁ। হয়তো তিনি কুৰি দহ বা বাৰ ঘণ্টা—গোটেপাতে তিনিটা দিন।

বোধহয় ৭০ বছৰ'ৰ দৰে ৭০ ঘণ্টাতো এটা সম্পূৰ্ণ জীৱন কটাব পাৰি। জীৱনটো ইমানেই যেন লাগিছে যেতিয়া, ৭০ ঘণ্টা আৰম্ভ হ'লত নিজকে বয়সীয়া বোধ হৈছে।

কি নিৰ্বুদ্ধিতা। অকলে অকলে গুণি-গাথি লাভ কি? সঁচাকৈয়ে নিৰ্বুদ্ধিতা। দেখা যাওক। ইয়াৰ আগৰ মাদ্ৰিদ চহৰত এজনী ছোৱালীৰ লগত সি নিশা কটাইছিলে। নহয়। এস্কটৰিয়েলহে। ওৰে নিশা ঘুমটি অহা নাছিল, ভাবিছিলে ক'ৰবাৰ কোনোবা। লাহে লাহে বোধ হ'ল, দেখিলে কেৱল—অসাৰ খেলা; অৱশ্যে তাকে ভাল লাগিছিল। তাৰ

আগতে মাদ্রিডত। তাতো কেৱল খন্তেক শোৱা ; কিবাকিবি ঘটিছিল, তাৰ মাজত যেন নিজক নিজে এটা একত্বত বিলীন কৰিছিলো। হয়তো একেই কাণ্ড, হয়তো বেলেগ। স্পেনীয় তিৰোতাক বন্দনা কৰা নাছিলে। আন দেশতে বাটত বুটলি পোৱা এডোখৰ বস্ত, ইয়াতো সেই একে সাধাৰণ বস্ত। সাধাৰণ তিৰোতা। কিন্তু মেৰিয়াক সি ভাল পায়, সেই ভালপোৱা মৃত্যুৰ সমাৰ্থক। এনে ভালপোৱা অবিশ্বাস্য আৰু অসম্ভৱ বুলিয়ে তাৰ ইমান দিনে ধাৰণা আছিল।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, সত্তৰ বছৰৰ বদলি সত্তৰ ঘণ্টা হ'ল জীৱনটো। তাৰে বেহা কৰিব লাগিব। তাৰ মূল্য মই বুজি পালোঁ, সেইবাবে মই ভাগ্যবান। দীৰ্ঘকাল নাই, অনাগত জীৱন নাই ; এতিয়াৰে পৰা কেৱল বৰ্ত্তমান আছে। এই বৰ্ত্তমান বাৰু কিয় প্ৰশংসাৰ বিষয় হৈ পৰিছে ; সেই বাবে মই সুখী। বৰ্ত্তমান—ahora, maintenant, heute,........., বৰ্তমান ! যেন ই এখন জগত আৰু জীৱন। আজি নিশা ! জীৱন আৰ তিৰোতা। "ভাই" আৰু "মেৰি"। ওহোঁ, ই বিশেষ কামত অহা নাই। ফৰাচীসকলে আচল অৰ্থ বিকৃত কৰি তাক নাম দিলে "স্বামী"। এতিয়া বৰ্তমান আছে আৰু কুমাৰী আছে। ইয়াৰ অৰ্থ অস্পষ্ট। মৰাৰ স্পেনীশ নাম তিনিটা "মৰ্ট", "মুৰেৰটো" আৰু "টডট্"। তাৰে ভিতৰত শেহৰটো ভয়ানক। যুদ্ধৰ সেইদৰে "গুৱোৰ", "গুৱেৰা" আৰু "ক্রিগ"। তাৰ ভিতৰত "ক্রিগ"কে যুদ্ধৰ সমাৰ্থক যেন বোধহয়। হয় জানো ? তাৰ জানো জাৰ্মান ভাষাৰ ভাল জ্ঞান আছে !" প্ৰিয়া শব্দৰ প্ৰতিশব্দ "চেৰি", "প্ৰেণ্ডা" আৰু "স্কাজ্"। এই আটাইবোৰ নামেৰে সি মেৰিয়াক মাতিব। নাম দিব।

বেচি পৰ নাই আৰু। সকলোৰে কাম আৰম্ভ কৰিব। বিষম যেন বোধ হয়। এই কাম পুৱালৈ থব নোৱাৰি। ৰাতিলৈ বৈ থকাও অসম্ভৱ। ৰাতি ঘূৰি নহালৈকে থকাও টান কথা। হয়তো এই দৰে আন্ধাৰলৈকে থাকিব পাৰি তাৰ পিছত কাম কৰিব লাগিব। দিনে পোহৰে থাকি কাম কৰিলে কেনে হয় ? আৰু সেই ছড়োটোৰে ভঙা স্পেনিশ ভাষা পৰিহাৰ কৰি তাক ইমান সাৱধানে এই কথাটো কিয় বুজাব লাগে ? যেন গল্জৰ আদেশ পোৱাৰ পিছৰে পৰা নানা দুৰ্ভাৱনাৰ মাজেদি সি এইবোৰ বিষয়ৰ কথা চিন্তা কৰা নায়েই ? আগনিশা আগনিশাৰে পৰা পেটত



হজম নোহোৱা কটিৰ টুকুৰাৰ দৰে এই ভাৱনাকে সাৰোগত কৰি জানো সি থকা নাই।

কি যে এটা কাম। ওৰে জীৱনৰ সাধনাৰ কাম, যেন গভীৰ অৰ্থপূৰ্ণ, কিন্তু শেহত যেন অৰ্থশূন্য। ইয়াৰ ওৰ কদাচিতো পোৱা নাযায়। ভাব হয়, জীৱনত এটা অমূল্য বস্তু হেৰাব। এনে এটা অৱস্থাত য'ত একালে দুটা ক্ষুদ্ৰ গৰিলাবাহিনী লৈ অসম্ভৱ অৱস্থাত এখন দলং ভাঙি শত্ৰুৰ প্ৰতি-আক্ৰমণ ( এই প্ৰতি-আক্ৰমণ খুব সম্ভৱ হ'বই ) প্ৰতিহত কৰিব লাগে, ত'ত হঠাতে জীৱনলৈ মেৰিয়া নামৰ এজনী ছোৱালী আহি পৰিছে। নিশ্চয় সি মেৰিয়াৰ কাষ চাপিছে। কিন্তু কাষ চপা বহুত পলম হৈ গ'ল।

পিলাৰ বোলা মানুহজনীয়ে এজনী ছোৱালী তোমাৰ শোৱা পাটীত সুমাই দিলেহি, পিছে কি হ'ব এতিয়া ? কি হ'ব ? হ'ব কি ? ক'ব পৰাবোৰে কওক, কি হ'ব। কওক। এয়ে হয়। ঠিক এয়ে ঘটে।

পিলাৰে তাইক তোমাৰ শোৱাপাটীলৈ ঠেলি দিলে বুলি কৈ এই ঘটনাটো অৰ্থহীন আৰু পনীয়া নকৰিবা। প্ৰথম দেখাতে তুমি ডুবিলা। তাই তোমাক প্ৰথম মাত লগাওঁতেই আকৰ্ষণ হৈছিল, তুমি তাক জানিছিলা। এতিয়া যেতিয়া তাইক পালা ; পাম বুলি নভবাকৈও পালা, এতিয়া তাক কলুষিত নকৰিবা। আকৰ্ষণৰ উহ চিনি পালা যেতিয়া আৰু যেতিয়া জানিলা প্ৰথম দৃষ্টিতেই অৰ্থাৎ লোৰ কেৰাহীখন লৈ আহোঁতে দৰ্শন হ'লতে এই আকৰ্ষণ হ'ল, তেতিয়া কলুষিত কৰা উচিত নহয়।

তুমি তেতিয়াই বাণবিদ্ধ হ'লা, মিছা ক'লে কি হ'ব ? তাই লৈ চালেই তোমাৰ ভিতৰত কিবা হৈ যায়। তাকে সৈ নোলোৱা কিয় ? বাৰু। মই সৈ ললোঁ, সি ক'লে। কিন্তু পিলাৰে যে তাইক শোৱাপাটীলৈ ঠেলি দিলে— কিয় ? পিলাৰ বুদ্ধিমতী, তাই ছোৱালীজনীক ভালকৈ তুলিছে আৰু তাই ৰন্ধা বাচন লৈ গুহালৈ ঘূৰি অহাৰ লগে লগে তাই মনৰ কথা ধৰি পেলালে।

তাই কামটো সহজ কৰি পেলালে। কালি নিশা আৰু আজি আবেলি সেয়ে ইমান মধুৰ হ'ল। তাই আনতকৈ সভ্য, সেয়ে তাই সময়ৰ মূল্য বুজে। সি নিজক নিজে ক'লে—পিলাৰৰ ভাল সময়জ্ঞান আছে। তাই যন্ত্ৰণাও পালে অথচ তাই বুজিলে তাই হেৰুওৱা আনে হেৰুওৱা উচিত নহয়। তদুপৰি

হেক্‌ৰালো বুলি সৈ লোৱাটোও ডাঙৰ কথা। তাই পৰ্বতৰ ওপৰত যন্ত্ৰণাও ভুগিলে আৰু তাই কম কষ্ট পোৱা নাছিলে।

এয়ে ঘটা ঘটনা, গতিকে তাক মানি লোৱা ভাল; আৰু তাইৰ সৈতে দুনিশাও কটাব নোৱাৰা। জীৱন কাললৈও নহয়, একেলগে থাকিবৰ বাবেও নহয়, আনে পোৱা দৰেও এই পোৱা নহয়, মুঠেই নহয়। এনিশা গ'ল, এটা এনিশা গ'ল, এটা আবেলি যাওঁ যাওঁ। অনাগত আৰু এটা নিশা আছে; হয়তো আছে। ওহোঁ, নাই।

সময়, সুখ, বং-বইচ, সন্তান, ঘৰ, বাথৰুম, এজোৰ চাফা পায়জামা, পুৱাৰ বাতৰিকাকত, একেলগে শুই উঠা, শুই নুঠোঁতে কাষত তাই শুই থকাৰ চেতনা আৰু একেলগে থকাৰ ভাৱ—একোৱেই নাই। ওহোঁ, একো নাই। কিন্তু কিয়? এয়ে যেতিয়া তাৰ প্ৰাপ্য, ইয়াকে যেতিয়া পালে; আৰু এটি নিশা পাটীত কটোৱাই ভাল।

পিছে অসাধ্য। ৰূঢ় অসাধ্য। কোৱামতে যদি ছোৱালীজনীক তুমি ভাল পোৱা, তেন্তে খুব দৃঢ় চিতেৰে ভাল পোৱা ভাল, দীঘলীয়া কাল আৰু ধাৰাবাহিক জীৱনত যি পোৱা অসম্ভৱ, তাক একান্ত সৰ্বস্বতাৰে পাবলৈ যত্ন কৰা ভাল। শুনিছানে? আগৰ দিনত এনে বস্তু পাবলৈ মানুহে ওৰে জীৱন লৈছিল। এতিয়া তুমি দুটা নিশা পায়েই ভাবিছা কিমান সৌভাগ্য! দুটা নিশা। তাকে মানা, পালা, আদৰ কৰা, ভালপোৱা। বেয়া হওক, ভাল হওক কি কথা আছে। বেমাৰ হওক, মৃত্যু হওক, হ'লে হওক। নহয় ভুল হৈছে। বেমাৰত অথবা সম্পূৰ্ণ স্বাস্থ্যবান দেহাত—যিহতে নহওক। আমৰণ। দুটা নিশা। পাব লগাতকৈ বেছি পোৱা হৈছে। পাল লগাতকৈ বেছি পোৱা গৈছে। বাৰু এইবোৰ গুনা-গথা থাওক। সামৰি থোৱা। এইবোৰ গুনাগথা তোমাৰ বাবে ভাল নহয়। অঁ, সচাঁ কথা।

গল্‌জে তাকে কৈছিল। সি যিমানে ভাবিছে, সিমানে গল্‌জক তৎপৰ যেন বোধ হৈছে। গল্‌জে ইয়াকে কৰিবলৈ কৈছিল তাক। অনিয়মিত সৈন্যৰ কৰ্তব্যৰ ক্ষতিপূৰণ। গল্‌জৰ বাৰু এনে ঘটিছিলনে? প্ৰয়োজন, সময়ৰ অভাৱ, আৰু পৰিস্থিতিয়ে এনে কৰিছিল নে কি? অৱস্থা বিশেষে সকলোৰে এনে নঘটেনে? অকল তাৰেই এনে ঘটিছেনেকি? বাৰু গল্‌জে এনেকৈ লৰালৰিকৈ কাৰোবাৰ লগত কটাইছিল নে—ৰেড আৰ্মিৰ অশ্বাৰোহী বাহিনী



পৰিচালনা কৰোঁতে। বাৰু গল্‌জেও বিশেষ অৱস্থাত আৰু এনে ধৰণৰ পৰিৱেশত ছোৱালীবোৰক মেৰিয়াৰ দৰে অনুভৱ কৰিছিল নে?

সম্ভৱত গল্‌জেও একে অভিজ্ঞতাকে অনুভৱ কৰিছিল, আৰু সেইবাবেই দুনিশাতে ওৰে জীৱন যাপন কৰিবলৈ নিৰ্দেশ দিছে। এনে জীৱনত পোৱা তাকৰ সময়খিনিতে পাব লগাবোৰ খুপ খুৱাব লাগে।

এনে বিশ্বাস ভাল। কিন্তু মেৰিয়া জানো কেৱল অৱস্থাৰে সৃষ্টি? অৱশ্যে তাই নিজৰ আৰু তাৰ অৱস্থাৰ প্ৰতিক্ৰিয়া স্বৰূপো হ'ব পাৰে। তাইৰ এটা অৱস্থা বৰ বাৰু নহয়। বৰ বাৰু নহয়।

যদি এয়ে কথা তেন্তে সেয়ে কথা। একো নিয়মত পেলাব নোৱাৰি তাৰ ভালপোৱাৰ কথা। সি ভাবিলে, এই ভৱা ভাববোৰ সি ভাবিব পাৰিব বুলি নেজানিছিল। ওৰে জীৱন ভাবিবলৈ ভাল লগা ভাৱ। ভাবিবা, তাৰ অন্তৰৰ সত্তাই ক'লে। তুমি ভাবিবা। এতিয়া ভাবিছা। "এতিয়া"ই তোমাৰ জীৱন কাল। এতিয়াৰ বাহিৰে আৰু একো নাই। কালি, পৰহি একো নাই। এই কথা জানিবলৈ বয়স লাগে। কেৱল "এতিয়া" (বৰ্ত্তমান) আছে; বৰ্ত্তমান যদি দুদিন মাত্ৰ, তেন্তে দুদিনেই তোমাৰ জীৱন আৰু সকলো কাম সেই অনুপাতে হ'ব। এই দৰেই দুদিনত জীৱন-কাল কটাবা। গতিকে অসন্তোষ ন'কৰি আৰু নোপোৱা বস্তু নিবিচাৰি, তুমি এটা সৎ জীৱন পাবা। বাইবেলৰ দ্বাৰা নিৰ্দ্ধাৰিত আয়ুসেৰে সৎ জীৱনৰ বিচাৰ অসম্ভৱ।

গতিকে গুণা-গথা নকৰিবা, যি আছে তাকে লোৱা, কাম কৰা, দীৰ্ঘ জীৱন লাভ কৰা, আনন্দ লাভ কৰা। আনন্দ দেখোন ইতিমধ্যে পাইছাই। আৰু কিহৰ অভিযোগ? এনে কামৰ বাবে এয়ে বস্তু, সি নিজক নিজে ক'লে। আৰু শিক্ষা পালা তাতকৈ ৰাক ৰাক লগ পালা সিহে আঁচল কথা। কি সন্তোষেৰে ভৰিল, তাৰ মনত ধেমালিৰ ভাৱ আহিল। সি ছোৱালীজনীৰ ওচৰ চাপিল।

সি ছোৱালীজনীক ক'লে, "মোৰ মইনা, তোমাক মই ভাল পাওঁ। তুমি কি কৈছিলা?"

তাই তাক ক'লে, "তুমি কামৰ বাবে গুণা-গথা কৰি নেথাকিবা কাৰণ মই তোমাক চিন্তাত নেপেলাওঁ আৰু কামতো বাধা নিদিওঁ। কিবা কৰিব লগা থাকিলে কৰিহে দিম।"

সি ক'লে, "নাই। কাম কৰ উজু।"

"পিলাৰে মোক শিকাই দিব মানুহৰ কেনেকৈ আলপৈচান ধৰিব লাগে, আৰু সেইবোৰ কাম মই কৰিম।" মেৰিয়াই ক'লে, "শিকাৰ লগে লগে মই নিজৰ কাম নিজে ভাবি উলিয়াম আৰু তুমিও দেখুৱাই দিবা।"

"কৰিবলৈ একো নাই।"

"কি। একো নাই! শোৱা পাটীখন পুৱা জোকাৰিব লাগিব, ওখত তুলি ৰ'দত দিব লাগিছিল। আৰু নিয়ৰ পৰাৰ আগতে নি আগৰ ঠাইত থৈ দিব লাগিছিল।"

"অঁ, কৈ যোৱা।"

"তোমাৰ মোজাজোৰ ধুবৰ হ'ল, ধুই শুকাবৰ হ'ল। আৰু এজোৰ মোজা তোমাক লাগে।"

"আৰু কি আছে?"

"তুমি দেখুৱাই দিলে মই তোমাৰ পিষ্টলটো চাফা কৰি তাত তেল দিম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোক চুমা এটা খোৱা।"

"ওহোঁ। বৰ গম্ভীৰ কাম। পিষ্টলৰ কামটো দেখুৱাই দিয়া। পিলাৰৰ হাতত কটাকানি আৰু তেল আছে। গুহাত এডাল ইয়াত সুমাব পৰা চাফা কৰা লোৰ মাৰিও আছে।"

"দেখুৱাম বাৰু।"

মেৰিয়াই ক'লে, "যদি মোক গুলিয়াবলৈ শিকোৱা তেন্তে আমি এজনে ইজনক দৰকাৰ মতে গুলিয়াব পাৰিম। ধৰা জানিবা এজন আহত হলোঁ বা ধৰা পৰিব লগা হ'ল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি এইবোৰ কথা ৰবকৈ ভাবা নেকি? ৰব ভাল কথা।"

"ৰবকৈ নহয়।" মেৰিয়াই কলে, 'কিন্তু ভবাটো ভাল। পিলাৰে মোক এইটো দিছিল আৰু কেনেকৈ ব্যৱহাৰ কৰিব লাগে দেখুৱাই দিছিল।" এই বুলি সি বুকুৰ জেপৰ পৰা কটা ছালৰ মোনা উলিয়াই (ফান খোৱা মোনাৰ দৰে) দুয়োমূৰ বন্ধা বহল ৰবৰ চটা আঁতৰাই "জেম" ব্লেড এখন উলিয়ালে। তাই ক'লে, "এইখন মই সদায় লগত ৰাখোঁ। পিলাৰে মোক কাণখনৰ তলত এইখিনিৰ পৰা এইখিনি লৈকে কাটিবলৈ শিকাই দিছে।" এই বুলি আঙুলিৰে



তাই ঠাইডোখৰ দেখুৱালে। "পিলাৰে মোক কৈছে যে তাতে এডাল ডাঙৰ আৰ্টাৰি আছে আৰু ইয়াৰ পৰা ব্লেড টানিলে একেবাৰে অব্যৰ্থ। তাই কৈছে যে দুখো নেপায়, কাণৰ তলত মাত্ৰ জোৰেৰে হেঁচি তললৈ টানি দিব লাগে। একেবাৰে বোলে সহজ আৰু সিহঁতে এনে কৰিলে বোলে আৰু ৰকা নাই।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেই কথা সঁচা। সেই ডাল কাৰটইড আৰ্টাৰি।"

সি ভাবিলে, ব্লেডখন লৈ তাই সদায় ঘূৰি ফুৰে, কাৰণ এনে ধৰণৰ আত্মহত্যা হ'ব পাৰে বুলি তাই ধৰি লৈছে।

মেৰিয়াই ক'লে, "পিছে তুমি মোক গুলি কৰিলেহে ভাল পাম। গতিকে মোক কোৱা যদি কিবা দৰকাৰ হয় তেন্তে তুমি মোক গুলিয়াই মাৰিবা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ঠিক কথা। মই কথা দিছোঁ।"

মেৰিয়াই তাক ক'লে, "তোমাক ধন্যবাদ দিছোঁ। কাৰণ গুলি কৰা বৰ টান হ'ব।"

ৰবাৰ্ট জৰ্ডানে ক'লে "ঠিকেই।"

সি ভাবিলে এইবোৰ কথা পাহৰি পেলোৱাই ভাল। গৃহযুদ্ধৰ সৌন্দৰ্য পাহৰি যোৱা যায়, যেতিয়া নিজৰ কামত বেছি মন দিয়া হয়। এই কথা তুমি পাহৰিলা। পাহিৰিবৰ কথাই। কাশ্বকিনে নেপাহৰা বাবেই তাৰ কাম পণ্ড হ'ল। বাৰু বুঢ়াটোৰ এটা কুঁজ আছে নেকি? কাৰণ সি কাশ্বকিনক গুলিয়াই বধোঁতে অকণো অনুতাপ নকৰিলে। কাৰণ সি ভাবিছিলে কেতিয়াবা এনে হ'ব। কিন্তু এতিয়ালৈকে একো হোৱা নাই।

মেৰিয়াই ক'লে, "তোমাৰ বাবে মই আন কাম কৰিব পাৰিম।" কথা কওঁতে তাই তাৰ কাষত গহীন আৰু কমনীয় হৈ খোজ কাঢ়িছিল।

"মোক গুলিয়াই মৰাৰ বাহিৰে।"

"অঁ। টিউবৰ চিগাৰেট শেষ হ'লে মই তোমাৰ চিগাৰেট পকাই দিব পাৰিম। পিলাৰে মোক চিগাৰেট পকাবলৈ শিকাইছে। টান, ধুনীয়া আৰু ওলাই নোযোৱাকৈ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সুন্দৰ। তুমিও চিগাৰেট খোৱানেকি?"

ছোৱালীজনীয়ে ক'লে "খাওঁ। তুমি আহত হ'লে মই শুশ্ৰূষা কৰি ঘা ধুৱাই দিম আৰু খুৱাম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "কিজানি মই আহত নহৰেঁই।"

"তোমাৰ বেমাৰ হ'লে মই তোমাৰ যত্ন লম। জোল কৰি খুৱাম, তোমাক গা ধুৱাই দিম, আৰু যি লাগে সকলো কৰিম। আৰু তোমাক কিতাপ পঢ়ি শুনাম।"

"মোৰ বেমাৰ নহবও পাৰে।"

"তেতিয়া হ'লে তোমাক পুৱা সাৰপালে কফি কৰি খুৱাম—।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "কিজানি মই কফি ভাল নাপাৰেঁই তেতিয়া।"

ছোৱালীজনীয়ে ক'লে, "তুমি পোৱা। আজি পুৱা দুকাপ খালা।"

সি তাইৰ পিঠিত হাত বুলাই ক'লে, "মই যদি কফি খাই বেয়া পাওঁ, বা মোৰ যদি গুলী কৰিব লগা নহয়, মই যদি আহত বা বেমাৰীও নহওঁ, মই ধূমপান বাদ দিওঁ, ধৰা যদি মোৰ এজোৰ মোজাহে থাকে আৰু নিজৰ বিছনা নিজে ৰ'দত দিওঁ, তেতিয়া কি কৰিবা মইনা?"

মেৰিয়াই ক'লে, "তেতিয়া মই পিলাৰৰ কেচিখন লৈ তোমাৰ চুলি ছাটিম।"

"চুলি ছাটিবলৈ মই ভাল নেপাওঁ।"

মেৰিয়াই ক'লে, "ময়ো নেপাওঁ। তোমাৰ চুলি কোচা এনেকৈ থাকিলে ময়ো ভাল পাওঁ। একো যদি কাম নাথাকে, তেন্তে মই তোমাৰ কাষত বহি তোমাক চাই থাকিম আৰু ৰাতি প্ৰেম কৰিম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ভাল লাগিছে। এই শেহৰ সংকল্পটো।"

মেৰিয়াই হাঁহি ক'লে, "ইংলেচ। মোৰো ভাব সেয়ে।"

"মোৰ নাম ৰবাৰ্টো।"

"ওহোঁ। মই তোমাক ইংলেচ বোলোঁ। পিলাৰৰ দৰে।"

"নহয়, মোৰ নাম ৰবাৰ্টো।"

তাই ক'লে, "নহয়। আজি গোটেই দিনটো তুমি ইংলেচ হৈ আছা। আৰু ইংলেচ, কোৱাচোন, তোমাৰ কিবা কামত মই লাগিব পাৰোঁনে?"

"ওহোঁ। আজি মই যি কৰিলোঁ তাক অকলে কৰিছোঁ আৰু ভাবিচিন্তি কৰিছোঁ।"

"ভাল কথা।" তাই ক'লে, "কেতিয়া শেষ হ'ব?"

"ভালে কালে গলে আজি ৰাতি।"

"ভাল কথা।" তাই ক'লে।



তলত হাবিৰ শেষ অংশ; তাৰ পৰা কেম্প দেখা যায়,

ৰবাৰ্ট জৰ্ডানে কাৰোবাক দেখুৱাই ক'লে, "সেইজনী কোন?"

"পিলাৰ।" মেৰিয়াই সেই পিনে চাই উত্তৰ দিলে, "পিলাৰেই হয়।"

ঘাঁহনিৰ তলত য'ত গছ গজিছে তাতে মানুহজনী বহি আছে—মূৰে কপালে হাত দি। সিহঁতে তাইক দূৰৰ পৰা ক'লা কাঠৰ বোজা এটাৰ দৰে অনুভৱ হৈছিল। বিপৰীতে গা-গছৰ মুগা ৰৱণটো জিলিকিছিল।

ৰবাৰ্ট জৰ্ডানে ক'লে "আহাঁ।" এই বুলি সি তাইৰ ফালে দৌৰি গ'ল। বাট আঠুৱনীয়া জোপোহা। দৌৰা সহজ নাছিল, গতিকে অলপ দূৰ খোজ কাঢ়ি সি ৰ'ল আৰু খোজ ললে। মানুহজনীয়ে হাত সাৰটি তাত মূৰটো থৈ গা-গছৰ ফালে ক'লা হৈ জিলিকি আছে। সি তাইৰ কাষলৈ আহি ক'লে "পিলাৰ।" কথাষাৰ টানি ক'লে।

তিৰোতাজনীয়ে মূৰ দাঙি তাৰ ফালে চালে।

তাই ক'লে, "এ তোমালোকৰ ইমান সোনকালে হ'ল নে?"

সি সুধিলে, "তোমাৰ অসুখ নেকি?" তাৰ পিছত তাইৰ কাষতে দোঁ ললে।

"মোৰ টোপনি ধৰিছিল।"

মেৰিয়া ইতিমধ্যে আহি পালেহি। তাই তাইৰ কাষত আঠুকাঢ়ি বহি সুধিলে, "পিলাৰ, তোমাৰ গা বেয়া নেকি?"

পিলাৰে ক'লে, "মোৰ ভাল।" কিন্তু তাই নুঠিলে। তাই দুয়োটাকে চালে আৰু তাৰ পিছত জৰ্ডানলৈ চাই সুধিলে, "ইংলেচ, তুমি আকৌ পুৰুষালি কৰিলা।"

ৰবাৰ্টে তালৈ কাণ নিদি সুধিলে, "তোমাৰ ভাল নে?"

"কিয় ভাল নহ'ব। মই শুলোঁ। তোমালোকে শুলানে?"

"ওহোঁ।"

পিলাৰে ছোৱালীজনীক ক'লে, "তুমিও সুশুলা যেন পাইছোঁ।"

মেৰিয়া লাজত ৰঙা-চঙা পৰিল আৰু একো নেমাতিলে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তাইক একো নকবা।"

পিলাৰে ক'লে, "তোমাক কোনে মাতিছে?"......"মেৰিয়া" তাই মাতিলে, মাতটো টান। ছোৱালীজনীয়ে উত্তৰ নিদিলে।

মানুহজনীয়ে ক'লে, "মেৰিয়া, তুমি শুলা নহয়নে?"

জৰ্ডানে ক'লে, "তাইক একো নকবা।"

পিলাৰে তালৈ নোচোৱাকৈ ক'লে, "মনে মনে থাকা। মেৰিয়া, কোৱাচোন এটা কথা সোধো।"

মেৰিয়াই মূৰ জোকাৰি ক'লে, "নুসুধিবা।"

পিলাৰে ক'লে, "মেৰিয়া। এটা কথা নিজ খুচিতে কোৱা।" তাইৰ মুখ আৰু মাত সমানে টান। মুখত বন্ধুত্বৰ ভাব নাই।

ছোৱালীজনীয়ে মূৰ জোকাৰিলে।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, যদি এই মানুহজনী তাইৰ মদপী পৈয়েক, তাইৰ মানুহবোৰৰ লগত যদি কাম কৰিব লগা নহ'লহেঁতেন তেন্তে তাইৰ গালত আজি চৰিয়াই দিলোঁহেঁতেন।

পিলাৰে ছোৱালীজনীক ক'লে, "কোৱা।"

"নকওঁ।" মেৰিয়াই ক'লে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তাইক একো নকবা।" তাৰ মাত যেন তাৰ নিজা মাত নহয়। "তাইক মই চৰিয়াম যে চৰিয়ামেই, তেহেলৈ যি কি নহওক।"

পিলাৰে তাক একো নকলে। সাপে চৰাইক মোহাৰ দৰে নহয় মেকুৰীয়ে চৰাইক মোহা দৰেও নহয়। অসঙ্গত একো হোৱা নাছিল। বিকৃতও হোৱা নাছিল। ফেটী সাপৰ ফণা মেলা দি মেল খাইছে। এই কথা সি অনুভৱ কৰিলে। ফণা মেলাৰ বিপদ সি বুজি পালে। ফণা মেলাৰ অৰ্থ আধিপত্য বিস্তাৰ কৰা। বেয়াৰ আধিপত্য নহয়, অনুসন্ধানৰ আধিপত্য। সি এই আধিপত্য নেদেখা হ'লেই ভাল আছিল। কিন্তু চৰাবৰ কথা নহয় এইটো।

পিলাৰে ক'লে, "মেৰিয়া, তোমাক মই একো নকৰোঁ। নিজে নিজে কোৱা।"

ছোৱালীজনীয়ে মূৰ জোকাৰিলে।

পিলাৰে ক'লে, "মেৰিয়া। উপযাচি কোৱা। শুনিছা নে? কি হ'ল?"

মেৰিয়াই ক'লে "ওহোঁ, নকওঁ।"

পিলাৰে ক'লে, "মেৰিয়া কোৱা। কি হ'ল? কোৱা।"

মেৰিয়াই ক'লে, "পৃথিবীখন ঘূৰিছিল।" তাই পিলাৰলৈ চাব নোৱাৰিলে। "এই কথা তোমাক কোৱা অসম্ভব।"

"হ'ল।" পিলাৰে উত্তৰ দিলে আৰু লগে লগে তাইৰ মাত সাদৰী হ'ল আৰু তাত কোনো আদেশ নাছিল। কিন্তু ৰবাৰ্ট জৰ্ডানে মন কৰিলে যে



তাইৰ কপাল আৰু ওঁঠত সৰু সৰু ঘামৰ টোপাল বিৰিঙিছে। "তেনেহ'লে সেইটোৱেই ঘটিল। সেইটোৱেই ঘটিল।"

মেৰিয়াই ক'লে "অঁ।" এই বুলি তাই কোৱাৰি চেলেকিলে।

পিলাৰে কোমল মাতেৰে ক'লে, "সঁচা। কিন্তু তোমাৰ মানুহবোৰক ক'লে সিহঁতে বিশ্বাস নকৰে। ইংলেচ, তোমাৰ গাত "কালি" তেজ আছে নেকি?"

তাই ভৰি দাঙি থিয় হ'ল। ৰবাৰ্ট জৰ্ডানে তাক সহায় কৰিলে।

সি ক'লে, "ওহোঁ। মই একো নেজানো।"

"মেৰিয়ায়ো একো নেজানে। বৰ আচৰিত কথা।" পিলাৰে ক'লে।

মেৰিয়াই ক'লে, "পিলাৰ, কিন্তু সেয়ে হৈছিল।"

পিলাৰে ক'লে, "কিয় নহ'ব, আইজনী। গাভৰু কালত মোৰো পৃথিবী ঘূৰিছিল, যাতে তুমি অনুভৱ কৰিব পৰা ভূমিৰ কম্পন, যেন তলৰ পৰা সি নাইকিয়া হৈ যাব। প্ৰত্যেক নিশাই এনে ঘটছিল।"

মেৰিয়াই ক'লে, "মিছা কথা।"

পিলাৰে ক'লে, "অঁ। মিছা। জীৱনত তিনিবাৰতকৈ অধিক এনে নহয়। কিন্তু সঁচাকৈয়ে ঘূৰিছিল?"

"অঁ।" ছোৱালীজনীয়ে ক'লে, "সঁচাকৈয়ে।"

পিলাৰে জৰ্ডানলৈ চাই ক'লে, "ইংলেচ? তোমাৰ একা।"

"অঁ।" জৰ্ডানে ক'লে, "সঁচাকৈয়ে।"

"ভাল কথা।" পিলাৰে ক'লে, "ভাল কথা। এইটো আপুৰুগীয়া বস্তু।"

মেৰিয়াই ক'লে, "তিনিবাৰৰ অৰ্থ কি? তুমি যে ক'লা!"

পিলাৰে ক'লে, "তিনিবাৰ। তোমাৰ এবাৰ হ'ল।"

"মাত্ৰ তিনিবাৰ?"

পিলাৰে ক'লে, "বেছি ভাগ মানুহৰে এবাৰো নহয়। বাৰু সঁচাকৈয়ে ঘূৰিছিল?"

মেৰিয়াই ক'লে, "পৰোঁ পৰোঁ যেন লাগিছিল।"

পিলাৰে ক'লে, "তেনেহ'লে ঘূৰিছিল। এতিয়া কেম্পলৈ যাওঁ ব'লা।"

পাইন-বনৰ মাজে মাজে শকত মানুহজনীৰ সৈতে সিহঁত আগবাঢ়িল। জৰ্ডানে ক'লে, "এইবোৰ কি তিনিবাৰৰ কথা কৈছা? অৰ্থহীন।"

"অৰ্থহীন?" পিলাৰে তালৈ শুকান চাৱনিৰে চালে, "অৰ্থহীন বুলি নকবা।" "হাতৰ ৰেখা চোৱাৰ দৰে কথা। যাহ।"

"ওহোঁ। গিটানো বোৰে এই কথাত বিশ্বাস কৰে।"

"আমি জানো গিটানো ?"

"ওহোঁ। তোমাৰ ভাগ্য ভাল। অনা-জিপ্সীবোৰৰো ভাগ্য ভাল কেতিয়াবা।"

"তিনিবাৰৰ কথাটো সঁচা বুলি কোৱা নেকি ?"

তাই তালৈ চালে, চাৱনি বৰ বেয়া। "মোক একো নকবা ইংলেচ" তাই ক'লে, "মোক অপমান নকৰিবা। তুমি সৰু ল'ৰা মোৰ চকুত।"

মেৰিয়াই ক'লে, "কিন্তু পিলাৰ ?"

পিলাৰে ক'লে, "মনে মনে থাকা। তোমাৰ এবাৰ হ'ল, আৰু দুবাৰ আৰু

ৰবাৰ্ট জৰ্ডানে সুধিলে, "আৰু তোমাৰ ?"

পিলাৰে ক'লে, "দুবাৰ।" দুটা আঙুলি দেখুৱাই ক'লে, "দুবাৰ হ আৰু নহয়।"

"কিয় ?' মেৰিয়াই সুধিলে।

পিলাৰে ক'লে, "মনে মনে থাকা, মনে মনে থাকা।"

ৰবাৰ্ট জৰ্ডানে নিজক নিজে ক'লে, ঠিক কথা। মই আৰু একো ন জিপ্সীবোৰক মই জানো, সিহঁত আচৰিত জীৱ। আমিও তথৈবচ। ইমানেই যে আমি সৎ জীৱন যাপন কৰিব লাগে। আমাৰ নো জাতিটো ক'ত আছিল, কি আমাৰ ঐতিহ্য একো নেজানো। অৱণ্যত নো কি ক আছে ক'ব নোৱাৰোঁ। আমাৰ পূৰ্বপুৰুষবোৰ তাতে আছিল। আছে ক'ব নোৱাৰোঁ। ৰাতি আমাৰ কি ঘটে আমি নেজা নেজানো এই কথাকে মাথোন জানো। যিহকে নঘটক কিয় ঘটিলে। দিনৰ বেলা হোৱাবোৰ তেওঁ যি নহওক। তাই কথাটো নি মানুহজনীয়ে মেৰিয়াক বাধ্য কৰোৱাই সৈ কঢ়ালে; তাই কথাটো নি কথা কৰি ললে। জিপ্সী বিশ্বাসৰ লগত তাই মিলাই ললে। পৰ্বতৰ তাই ভালকৈয়ে আঘাত পালে। এতিয়া কিন্তু পুনৰ তাইৰে আধিপত্য যদি বেয়া কিবা হ'লহেঁতেন, তেন্তে তাইক গুলীয়াই মাৰিলোঁহেঁতেন। এইটো একো বেয়া কথা নহয়। তাই মেৰিয়াৰ মাধ্যমেদি নিজৰ জী জীয়াই ৰাখিব খোজে।

সি মানুহজনীক ক'লে, "পিলাৰ, শুনা।"

পিলাৰে তালৈ চাই মিচিকিয়াই হাঁহিলে।



"কি কোৱা ?" তাই সুধিলে।

"এইবোৰ ৰহস্যৰ কথা মোক নকবা। ৰহস্য মই বেয়া পাওঁ।"

"কোৱা।"

"মই জ্যোতিষী, বেজ-জ্ঞানী, জিপ্সী ভেল্কীবাজী, বাচনি চাওঁতা এইবোৰত বিশ্বাস নকৰো।"

পিলাৰে ক'লে, "কি !"

"অঁ। ছোৱালীজনীক একো নকবা।"

"বাৰু একো নকওঁ।"

জৰ্ডানে ক'লে, 'ৰহস্যবোৰ এৰা। আমাৰ বহুত কাম আছে, ভালেমান কাম, এইবোৰ ৰহস্য নোহোৱাকৈয়ে হ'ব। ৰহস্য কমাই কাম বঢ়াই দিয়া।"

পিলাৰে ক'লে, "বুজিছোঁ।" তাই শলাগিলে। "বাৰু কোৱাচোন ? পৃথিবী ঘূৰিছিল নে ?"

"অঁ। ঘূৰিছিল,—তোমাৰ পৰা উপায় নাই।"

পিলাৰে হাঁহিবলৈ ধৰিলে আৰু ৰবাৰ্ট জৰ্ডানেলৈ চাই হাঁহিবলৈ লাগিল।

তাই হাঁহি ক'লে, "ইংলেচ। তোমাৰ কাণ্ড দেখি হাঁহি উঠিছে। এতিয়া তুমি গহীন হ'বলৈ হ'লে কাম কৰিব লাগিব।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, হতচিৰী হওক। কিন্তু সি একো নকলে। তেনেতে ডাৱৰে ৰ'দ চাটি ধৰিলে। সি পৰ্বতলৈ চালে; আকাশখন গধুৰ আৰু ডাৱৰীয়া হ'ল।

পিলাৰে ক'লে, "এইবাৰ বৰফ পৰিব।"

"এই জুন মাহত ?"

"অঁ। এই পৰ্বতবোৰে মাহ নিচিনে। আমি এতিয়া মে মাহৰ শুক্লপক্ষত।"

সি ক'লে, "বৰফ নপৰে। পৰিব নোৱাৰে।"

তাই তাক ক'লে, "পৰিবই, ইংলেচ। বৰফ পৰিব।"

ৰবাৰ্ট জৰ্ডানে আকাশৰ ডাঠ ডাৱৰীয়া বৰণলৈ চালে। ৰ'দ এতিয়া পাতল হালধীয়া হৈছে, চাই থাকোঁতেই অন্তৰ্হিতো হ'ল। গোটেইখন ডাৱৰীয়া হৈ পৰিল, কোমল আৰু গধুৰ হ'ল আকাশখন। ডাৱৰীয়া বৰণে পৰ্বতৰ শিখৰ ঢাকি পেলালে।

সি ক'লে, "তোমাৰ অনুমান সঁচা।"

## ॥ ১৪ ॥

কেম্প পোৱাৰ সময়ত ধাৰাসাৰে বৰফ পৰিবলৈ আৰম্ভ কৰিলে। পাইনৰ মাজেদি বৰফবোৰ কেৰেটীয়া হৈ পৰিছে। গছত একতীয়া হৈ প্ৰথমতে অলপ অলপকৈ আৰু তাৰ পিচত ঘূৰণ খাই সেইবোৰ তললৈ সৰিছে; তাৰ পিচত পৰ্বতেদি কোবাল চেঁচা বতাহ বৈ আহি পাকঘূৰণি খাই ডাঠ হৈ থলৰ থলৰকৈ সৰিবলৈ ধৰিলে। ৰবাৰ্ট জৰ্ডানে গুহাৰ মুখত বৈ গোমাঠা মনেৰে থঙেৰে বৰফবোৰ নিৰীক্ষণ কৰিলে।

পাব্‌লোৱে ক'লে, "এইবাৰ বৰ বৰফ পৰিব।" তাৰ মাতটো টান আৰু চকুযুৰি ৰঙা আৰু দৃষ্টি অস্পষ্ট।

ৰবাৰ্ট জৰ্ডানে সুধিলে, "জিপ্সীটো আহিল নে ?"

"ওহোঁ," পাব্‌লোৱে ক'লে, "সিও অহা নাই, বুঢ়াটোও অহা নাই।"

"তুমি মোৰ লগত ৰাস্তাৰ ওপৰৰ চকীটোলৈকে যাবানে ?"

"নেযাওঁ," পাব্‌লোৱে ক'লে, "এইবাৰ মই একো নকৰোঁ।"

"বাৰু মই নিজে বিচাৰি উলিয়াম।"

পাব্‌লোৱে ক'লে, "এই ধুমুহাত বাট ভুল হ'ব পাৰে। মই এতিয়া নাযাওঁ।"

"নামি যোৱা আলিবাট ছোৱাদি গলেই নহা জানো। বিচাৰি উলিয়াম।"

"বিচাৰি পাবা। কিন্তু প্ৰহৰী দুটা এতিয়াই আহিব। বাটত সিহঁতক লগ নেপাব পাৰা।"

"বুঢ়াটো মোৰ বাবে বৈ আছে।"



"ওহোঁ, বৰফ পৰিছে যেতিয়া সি গুচি আহিব।"

পাব্‌লোৱে বৰফ পৰালৈ চালে, গুহাৰ মুখেদি সোঁত বৈছে। পাব্‌লোৱে সুধিলে, "ইংলেচ, তুমি বৰফ ভাল নোপোৱা।"

ৰবাৰ্ট জৰ্ডানে শলাগিলে আৰু পাব্‌লোৱে তাৰ অস্পষ্ট হোৱা চকুযুৰি তুলি হাঁহিলে।

"ইংলেচ, এতিয়া তোমাৰ চোক্ কমিল।" পাব্‌লোৱে ক'ল, "ব'লা গুহাৰ ভিতৰলৈ যাওঁ,, মানুহকেইটা এতিয়াই আহিব।"

গুহাৰ ভিতৰত মেৰিয়াই জুহালত বহি কাম কৰিছিল। পিলাৰ ৰন্ধনশালৰ মেজৰ ওচৰত আছিল। জুয়ে ধোৱাঁইছিল, ধোৱাঁখাই ছোৱালীজনীয়ে কাম কৰিছিল; জুহালত খৰি সুমাই দি জপা কাগজেৰে বিচি দিছিল; প্ৰথমতে বাৰুকৈয়ে এমোকোৰা ধোৱাঁ ওলাল, তাৰ পিচত জুই লাগিল। খৰি জ্বলিবলৈ ধৰিলে। চালৰ বিন্ধাইদি বতাহ সোমাই জুইক জোকালত জুইকুৰা বৰকৈ জ্বলিবলৈ লাগিল।

ৰবাৰ্ট জৰ্ডানে ক'লে, "এই বৰফবোৰ! আৰু বৰফ বেছিকৈ পৰিব নেকি ?"

পাবলোৱে সন্তোষেৰে ক'লে, "খুব পৰিব।" সি পিলাৰলৈ চাই ক'লে, "তুমি বৰফ ভাল নোপোৱা, নহয় নে ? তুমি দলপতি যেতিয়া ভাল নাপাবাই।"

"বৰফ পৰিছে যদি পৰক—" পিলাৰে ক'লে, "কি হ'ব ?"

পাব্‌লোই ক'লে, "মদ খাই লোৱা, ইংলেচ। বৰফ আহিব বুলি জানি আজি ওৰে দিন মদ খাইছোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে "মোক কাপ এটা দিয়াচোন।"

পাব্‌লোৱে কাপ লৈ স্বাস্থ্য পানৰ উদ্দেশ্যে জৰ্ডানৰ কাপৰ লগত যুঁজাই ক'লে, "বৰফৰ কাৰণে যাওঁ।" ৰবাৰ্ট জৰ্ডানে তাৰ চকুলৈ চালে আৰু কাপটো যুঁজালে। সি ভাবিলে, সৰু চকুৰা লম্পটটোলৈ চোৱা। মই তাৰ দাঁতৰ লগত হে কাপটো যুঁজাবলৈ ভাল পাম। কিন্তু সি লাহে লাহে নিজকে বুজালে—"শান্ত হ, শান্ত হ।"

পাব্‌লোৱে ক'লে, "বৰফ বৰ সুন্দৰ হৈছে। তুমি বাহিৰত শুবা নে নোশোৱা ?"

"তোমাৰ মনতো তেনে সেই একেটা কথাই,"—ৰবাৰ্ট জৰ্ডানে ভাবিলে,—"পাব্‌লো, তোমাৰ জঞ্জাল ভালেমান নহয়নে ?"

সি বিনীত ভাৱে ক'লে, "হুশুম নেকি ?"

পাব্লোৱে ক'লে, "বৰ জাৰ। তিতিবা।"

"কিন্তু পাব্লোৱে নেজানে পাটীত ৬৫ ডলাৰ টকীয়া উমৰ কাপোৰ আছে," জৰ্ডানে ভাবিলে। বৰফত বাহিৰত শুবলৈ পালে শোৱা বাবে পতি আৰু এক ডলাৰকৈ দিবলৈও সি ৰাজী আছে।

সি বিনীত ভাৱে সুধিলে "ভিতৰতে শুম নেকি ?"

"অঁ।"

"ধন্যবাদ।" জৰ্ডানে ক'লে, "মই বাহিৰতে শুম।"

"বৰফত ?"

"অঁ।" (তোমাৰ ৰঙা সৰু চকু আৰু গাহৰি মুখৰ চাৱনি থোৱা) "বৰফতে শুম। নিন্দিত, বিধ্বংসিত আচম্বিত, ত্ৰৈণ, পৰাভৱ-বিৰূপ, অথচ সকলোবোৰ অবৈধ কাৰ্যৰ সমাপ্তি স্বৰূপ সেই বৰফত)।

সি মেৰিয়াৰ শুবিলৈ গৈ জুহালত আৰু এডাল পাইনৰ খৰি সুমাই দিলে।

সি ছোৱালীজনীক ক'লে, "বৰফ বৰ ধুনীয়া।"

তাই ক'লে, "কামৰ বাবে বেয়া। তোমাৰ চিন্তা লগা নাই নে ?"

সি ক'লে "চিন্তা কৰি লাভ কি! খাবৰ হ'ব কেতিয়া ?"

পিলাৰে ক'লে, "তোমাৰ ভোক লাগিছে নহয় নে? চীজ এটুকুৰা দিওঁনে কি।"

"দিয়া" পিলাৰে এটুকুৰা চীজ দিলে। চিলিঙৰ নেটত ওলমি থকা এটুকুৰা ডাঙৰ চীজ নমাই আনি কটাৰীৰে কাটি ডাঙৰ টুকুৰা চীজ তাক দিলে। থিয়ৈ থিয়ৈ সি খাবলৈ লাগিল। ছাগলী ছাগলী গোন্ধোৱাত খাবলৈ অলপ বেয়া লাগিছিল।

পাব্লোৱে বহা মেজৰ পৰাই মাতিলে "মেৰিয়া।"

"কি ?" তাই সুধিলে।

"মেজখন চাফা কৰা ; মেৰিয়া।" পাব্লোৱে কথাষাৰ কৈ ৰবাৰ্ট জৰ্ডানলৈ চাই দাঁত নিকটাই হাঁহিলে।

পিলাৰে তালৈ চাই ক'লে, "আমাক নিজকে চাফা কৰা চোন আগেয়ে। ওঁঠ, চাৰ্ট চাফা কৰাৰ পিচত মেজ চাফা হ'ব।"

"মেৰিয়া।" পাব্লোৱে মাতিলে।



পিলাৰে ক'লে, "তালৈ কাণ নিদিবা। সি মদ খাই টং।"

পাবলোৱে ক'লে "মেৰিয়া। এতিয়া বৰফ পৰি আছে আৰু বৰফ পৰা চাবলৈ বৰ ভাল।"

সি জৰ্ডানৰ শোৱাপাটীৰ উমৰ কথা নেজানে, ৰবাৰ্ট জৰ্ডানে ভাবিলে। এই টেমীচকুৰা বুঢ়াই নেজানে কিয় পয়ষষ্ঠি ডলাৰ দি সেই শোৱাপাটীখন কিনিছিলোঁ। জিপ্সীটো ইতিমধ্যে আহিলে ভাল হয়। জিপ্সী আহিলেই সি বুঢ়া মানুহটোক বিচাৰি যাব। এতিয়াও যাব পাৰে কিন্তু এতিয়া গ'লে সিহঁতক বাটত লগ নেপাব পাৰে। সি বা ক'ত আছে তাকো সি নেজানে।

সি পাবলোলৈ চাই ক'লে, "বৰফৰ বল বনাবা নেকি ? বৰফৰ বল খেলিবানে ?"

পাব্লোৱে সুধিলে, "কি। কি কৰিব খুজিছা ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "একো নকৰোঁ। ঘোঁৰাৰ জীনবোৰ ভালকৈ ঢাকি থৈছানে ?"

"অঁ।"

এইবাৰ জৰ্ডানে ইংৰাজীত ক'লে, "Going to grain these horses or heg them out and let them dig for it. "ঘোঁৰাবোৰক দানা খাবলৈ দিবা নহলে পথাৰত বাঁধি থবা, সিহঁতে বৰফ খানি খানি ঘাঁহ উলিয়াই খাব।"

"কি ?"

"একো নহয়। এইটো তোমাৰ কথাহে, আপ। মই খোজ কাঢ়ি হে যাম।"

পাব্লোই সুধিলে, "তুমি ইংৰাজীত কৈছা কিয় ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ক'ব নোৱাৰোঁ। ভাগৰ লাগিলে মই ইংৰাজীতে কথা কওঁ। বৰ বিৰক্ত লাগিলেও কওঁ। বিবুদ্ধি হ'লেও কওঁ। বেছি বিবুদ্ধি হ'লে ইংৰাজী কৈ তাৰ মাত্ৰ শব্দ-ধ্বনিটোহে শুনো। শব্দ ধ্বনি শুনি ভাল লাগে। কেতিয়াবা কৰি চাবাচোন।"

পিলাৰে ক'লে, "ইংলেচ, তুমি কি কৈছা ? শুনি ভাল লাগিছে, কিন্তু বুজা নাই।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই একো কোৱা নাই। তাকে ইংৰাজীত ক'লোঁ।'

পিলাৰে ক'লে, "তাকে স্পেনিশত কোৱা। স্পেনিশত চুটি হয়।"

ৰবাৰ্ট জৰ্ডানে ক'লে "বাৰু।" ইয়াৰ পিচত জৰ্ডানে আপোন মনে ক'বলৈ ধৰিলে, "পাব্‌লো, মেৰিয়া, পিলাৰ; আৰু চুকত বহি থকা ভাই ককাই হালি—তোমালোকৰ নাম মই পাহৰি যাওঁ—মনত ৰাখিবলৈ টান লাগে। তোমালোককো টান লাগে, নিজকো টান লাগে, মোক টান লাগে, যুদ্ধকো টান লাগে—। বাৰু এই সময়ত হঠাতে কিয় বৰফ পৰিব লাগে? বৰ বেয়া কথা। নহয়, বৰ বেয়া নহয়। এইবোৰ সহ্য কৰিব লাগিব, এইবোৰ অতিক্ৰম কৰিব লাগিব। বহুবালি বেয়া। বৰফ দিছে যেতিয়া দিয়ক, অলপ আগতে যেনেকৈ সহ্য কৰিছিলা তেনেকৈ সহ্য কৰা, তাৰ পিচত জিপ্সীটোৰ পৰা বাতৰি লোৱা আৰু বুঢ়া মানুহটোক বিচাৰি উলিওৱা। কিন্তু এই মাহত কিয় অবতৰীয়া বৰফ পৰিব লাগে? নিজক নিজে সি ক'লে, এডোখৰ কাটা। আৰু বোটলা। এইটো কাপ্। কিন্তু কাপৰ পিচত কি হ'ব? স্মৰণ শক্তি ভাল নকৰিলে আৰু মুখস্থ মতা টানেই হৈছে। এটা শাৰী মনত নপৰিলে সেই শাৰীটো মনত পাহৰা নাম এটাৰ দৰে ওলমি ৰয়, তাক মনৰ পৰা গুচোৱাও টান। কাপৰ পিচত কি হ'ব?"

এইবাৰ স্পেনিশতে সি ক'লে, "একাপ মদ দিয়া।" সি পাবলোক ক'লে, "খুব বৰফ পৰিছে নহয় নে?"

মদপীটোৱে তালৈ মুখ তুলি চাই দাঁত নিকটাই হাঁহিলে। মূৰ হুপিয়াই সি পুনৰ দাঁত নিকটালে

পাব্‌লোৱে ক'লে, "আক্ৰমণ নহয়। এৰোপ্লেন বা দলং একো নহয়;— বৰফহে পৰিছে।"

জৰ্ডানে তাৰ কাষত বহি ক'লে, "কিমান দিন থাকিব বাৰু? পাবলো, ওৱেটো জহকালি বৰফ পৰিব নেকি আমাৰ ওপৰত?"

"ওৱেটো জহকালি নপৰে। আজি ৰাতি বা কাইলৈ পৰিব।"

"এনে অনুমানৰ কাৰণ কি?"

পাব্‌লোৱে গহীন হৈ ভাবিচিন্তি ক'লে, "ধুমুহা দুবিধ। এবিধ পীৰেনিজৰ পৰা আহে। সেই ধুমুহাত খুব জাৰ পৰে। এতিয়া আৰু তাৰ সময় গ'ল।"



ৰবাৰ্ট জৰ্ডানে ক'লে, "ভাল কথা। শুনি ভাল লাগিল।"

পাব্‌লোই ক'লে, "এই ধুমুহাটো আহিছে কেণ্টাব্ৰিকোৰ পৰা। সাগৰৰ পৰা। এই পিনে বতাহ ব'লিলে খুব ধুমুহা হয় আৰু বৰফ পৰে।"

জৰ্ডানে সুধিলে, "এই বোৰ কথা ক'ত শিকিলা, আপ?"

খং জামৰিলত জৰ্ডানৰ ধুমুহাত ৰাপ বহিল। ধুমুহাত তাৰ ৰাপ আগৰে পৰা! পৰ্বতত ব্লিজাৰ্ড, বতাহ, ধুমুহা, জহৰ ধুমুহা আৰু জহৰ গাজনি-বৰষুণ হ'লে তাৰ মনত ইমান উত্তেজনা হয় যে তাৰ তুলনা নাই। ই যুদ্ধৰ উত্তেজনাৰ দৰে, কিন্তু সম্পূৰ্ণ পৰিষ্কাৰ। যুদ্ধ ক্ষেত্ৰত বোৱা বতাহ হৈছে গৰম বতাহ; মুখৰ দৰে গৰম আৰু শুকান। খুব প্ৰবল ভাৱে সেই বতাহ বলে। গৰম আৰু ময়লা বতাহ। দিনটোৰ উত্থান পতনৰ লগত এই বতাহৰ ঘনিষ্ঠ সম্বন্ধ। সেই বতাহ তাৰ চিনাকি বতাহ।

কিন্তু বৰফৰ ধুমুহা তাৰ সম্পূৰ্ণ ওলোটা। এনে ধুমুহাত বনৰীয়া জন্তুৰো লগত থাকিবলৈ ভয় নেলাগে। বিস্তীৰ্ণ ভূখণ্ডই দি আগ বাঢ়ি গৈ থাকি হৰিণা বোৰ গৈ থিয় দিয়ে ঘৰৰ ভিতৰত। "মুজ" বোলা হৰিণা গৈ ঘোঁৰাৰ লগত থাকেগৈ আৰু ঘোঁৰাৰ নিজৰ জাতৰে এটা বুলি ভাবে। সি ঘোঁৰাক লগ পাবৰ বাবে আগবাঢ়ি যায়। বৰফ-ধুমুহাত সদায় এনে ভাৱ হয় যেন কোনো শত্ৰু নাই। বৰফ ধুমুহাত বতাহ লাহে লাহে ধুমুহা হয়গৈ। সেই ধুমুহাই বগা পৰিষ্কাৰ ভাব এটা মনলৈ কঢ়িয়াই আনে। বায়ুমণ্ডলতো এটা চলন্ত বগা বং ওলায়। সকলো বস্তুৰেই ৰূপ সলায় তেতিয়া। বতাহ বলিলে এটা নিস্তব্ধতা আহি পৰে। এইটো ডাঙৰ ধুমুহা—হয়তো ইয়াৰ মাজত থাকি সি আনন্দ লভিব। তাৰ সৰ্বধ্বংসী ৰূপৰ মাজত এটা যেন আনন্দময় ৰূপো আছে।

পাব্‌লোই ক'লে, "মই বহুতদিন বস্তু অনা-নিয়া কাম কৰিছিলোঁ। আমি ডাঙৰ গাড়ী লৈ পৰ্বতেদি বস্তু কঢ়িয়াইছিলোঁ। তেতিয়া চাৰিচুকীয়া ঘোঁৰা গাৰী বা মটৰ গাড়ী নাছিল। "তেতিয়াই বতৰ চিনিবলৈ শিকিলোঁ।"

"আন্দোলনত কেনেকৈ সোমালাহি?"

পাবলোৱে ক'লে, "মই সদায় বাওঁপন্থী আছিলো। অষ্ট্ৰিয়াৰ ভালেমান লোকৰ লগত আমাৰ আহ-যাহ আছিল; সিহঁতৰ ৰাজনৈতিক জ্ঞান বৰ পুৰঠ। মই সদায় ৰিপাব্লিকৰ হকে আছিলোঁ।"

"আন্দোলনৰ আগতে তুমি কি কৰিছিলা ?"

"জাৰাগোজাৰ ঘোৰা-ঠিকাদাৰ এটাৰ লগত কাম কৰিছিলোঁ। যাড়-যুঁজ-বোৰৰ বাবে আৰু সেনাবাহিনীৰ বাবে সি ঘোঁৰা যোগান ধৰিছিল। সেই সময়তে মই পিলাৰক লগ পাইছিলোঁ। তাই ফিনিটো-ডি-ফিলেন্সিয়াৰ মাটাডোৰৰ লগত আছিল। তোমাক বোলে কৈছিলোঁ।"

এই কথা কওঁতে তাৰ গৰ্ববোধ হৈছিল।

মেজৰ চুকত থকা ভ্ৰাতৃদ্বয়ৰ এটাই মাত লগালে, "সি "মাতাডোৰ" নাছিল বুলিলেও ভুল নহয়।" প্ৰৌঢ়ৰ মুখত থিয় দি থকা পিলাৰৰ মুখলৈ চাই সি কথাটো ক'লে।

পিলাৰে মানুহটোলৈ ঘূৰি চাই মাত লগালে "নহয় !" সি "মাতাডোৰ নাছিলে ?"

গুহাৰ জুহালৰ কাষত থিয় হৈ পিলাৰে ফিনিটোক যেন চকুৰ আগতে দেখা পালে। কঁটীয়া, গহীন আৰু মুগাবৰণীয়া মানুহটো, মুখখন আমন-জিমনকৈ আছে। গাল দুখন সোমোৱা, তিতা কেকোৰা চুলি একোচা কপালত পৰি আছে, মূৰত মাটাডোৰৰ টুপী টানকৈ পিন্ধা,—কপালৰ চাৰিওকাষে টুপীৰ বঙা দাঁতি ঘূৰণীয়া হৈ জিলিকি আছে। ফিনিটো থিয় দি আছে—পাঁচ বছৰীয়া যাঁড় গৰুটোৱে ডিঙিৰে ঘোঁৰাটো ওপৰলৈ তুলি দিছে, ঘোঁৰাৰ আৰোহীয়ে জোঙা বাঁহৰ মাৰিৰে তাৰ ডিঙি খুচিছে ; লাহে লাহে ঘোঁৰাক ঠেলি নি ইমান ওপৰ পোৱালেগৈ যে ঘোঁৰা ধুম কৰে পৰি গ'ল আৰু আৰোহী কাঠৰ জেওৰাত লুটি খাই পৰিল। যাঁড়টোৱে তাক ভৰিৰে ঠেলি শিঙেৰে ঘোৰাৰ প্ৰাণ লবলৈ উদ্যত হৈ পৰিল। এইবাৰ ফিনিটোৱে ( অপাৰ্গত মাটাডোৰ ) যাঁড়টোৰ কাষত থিয় হৈ তালৈ কাতি হৈ চালে। তাৰ ফ্লানেল কাপোৰখন মাৰি ডালত বান্ধিলে ; ঠায়ে ঠায়ে যাঁড়খোচা যাঠিৰ ফ্লানেলত তেজ বিৰিঙি উঠিল। যাড়টোৰ মূৰ, আৰু ডিঙিৰ পৰা ফ্লানেল ওলমি পৰিল ; দুই কান্ধৰ মাজৰ পৰা তিতা ফ্লানেল জিলিকি উঠিল, তাৰ পিচত তাৰ তলে ওপৰে আৰু মূৰ তোলাৰ লগে লগে পিঠিত খোচ পৰিল। যাঠিৰ শব্দ শুনা গ'ল। যাঁড়ৰ মূৰটোৰ পৰা ফিনিটো তেতিয়া পাঁচ খোজ মান আঁতৰত। মূৰটোৰ প্ৰতিকৃতি জিলিকি উঠিল ; শকত যাঁড়গৰুটো নিতাল মাৰি থিয় দি আছে ; ফিনিটোৱে তৰোৱাল লৈ কান্ধৰ পোনে পোনে লাহে লাহে টোৱালে, কিন্তু যাঁড়ৰ মূৰটো



তাৰ চকুতকৈ ওখ হোৱাত তাৰ লক্ষ্যস্থান তেতিয়াও সি দেখা পোৱা নাছিল। বাওঁহাতেৰে তিতা আৰু গধুৰ কাপোৰখনত ধৰি সি যাঁড়টোৰ মূৰটো নমাই আনিলে ; তাৰ পিচত গোৰোহাত ভৰ দি সি দুখোজমান পিছলৈ আহিল ; তৰোৱালখন চালে। বিধ্বস্ত শিঙৰ কাষত তৰোৱালখন ছবিৰ দৰে জিলিকিছে। যাঁড়গৰুটোৰ বুকুখন উঠা-নমা কৰিছে আৰু তাৰ চকুৱে কাপোৰখন চাই আছে।

তাই তাক যেন চকুৰ আগত দেখি আছে এনে লাগিল। সি মূৰ কাতি কৰি পাতল অথচ স্পষ্ট মাতেৰে কথা কোৱা শুনিলে—ঘূৰণীয়া বিঙৰ সি পাৰৰ প্ৰথম শাৰীৰ মানুহবোৰলৈ চাই সি কলে "দেখা যাওক, এই দৰে তাক মাৰিব পৰা যায় নে নেযায়।"

তাইৰ কাণত এতিয়াও তাৰ কথা কেইষাৰ বাজি আছে। তাৰ পিচত আগ বাঢ়োতে তাৰ আঠুৰ ভাঁজটো দেখা পাইছিল, লাহে লাহে হাতৰ মুঠিৰে তললৈ নমাই অনা "যাড়টোৰ ঘাড় ঘোৰ খোৱাৰ লগে লগে ঘোৰ খাই অহা শিঙৰ সি ওচৰলৈ চাপি গ'ল। তাৰ পাছত কান্ধৰ মাজত তৰোৱালৰ আগ সোমাই গল।

লাহে লাহে তৰোৱালৰ উজ্জ্বল পোহৰ নিৰ্বাপিত হোৱা তাই দেখিলে। যাঁড়টোৰ তীব্ৰ হেঁচাই যেন সেই পোহৰ মানুহৰ হাতৰ পৰা কাঢ়ি তাৰ গাত সুমাই ললে। তৰোৱালৰ মুঠিটো গৈ গৈ শেষত চালত লাগিলগৈ। সেই কঁটীয়া আৰু মুগা বৰণীয়া মানুহটোৱে তৰোৱাল সোমোৱা ঠাইটুকুৰালৈ চাই আছিল। চালৰ গুৰিত মুঠি সোমালত সি শিঙত হেঁচা খোৱা পেটটো আঁতৰাই আনি যাঁড়টোৰ পৰা অলপ দূৰত থিয় দিলে। বাওঁ হাতত তেতিয়া কাপোৰ বন্ধা মাৰি ডাল আছে। সোঁহাতখন দাঙি যাঁড়টোৰ মৃত্যু দৃশ্য চাই আছে।

সি দেখিলে মানুহটো থিয় হৈ থকা। তাৰ চকুৱে তেতিয়াও নিৰীক্ষণ কৰি আছে যাঁড়টো থিয় দি থাকিবলৈ চেষ্টা কৰা। যাঁড়টো কটা গছৰ দৰে হলি পৰিছে, তাৰ ভৰিৰ খোপনি ধৰি ৰাখিবলৈ তেতিয়াও এটা ব্যৰ্থ চেষ্টা চলি আছিল। অৱশেষত কঁটীয়া মানুহটোৱে বিজয়ৰ আভাসত হাতখন দাঙিলে। যুঁজ শেষ হোৱাৰ পৰৰ অন্তসাৰ শূন্য যন্ত্ৰনাপূৰ্ণ ভাব লৈ সি থিয় দিলে, গা ঘৰ্মাক্ত। যাঁড়টোৰ মৃত্যুৱে তাৰ মনলৈ সান্ত্বনা আনি দিছে। একো আঘাত নেপোৱাৰ বাবে আৰু শিঙৰ খোচ নোখোৱাৰ বাবে নিজক নিজে সি

প্ৰবোধ দিছে। ইতিমধ্যে ষাঁড়টো আৰু থিয় দি থাকিব নোৱাৰিলে, ওপৰলৈ চাৰি ঠেঙ তুলি পৰি গল। তেতিয়া মুগা বৰণীয়া কঁটীয়া মানুহটোৱে ভাগৰে জুগৰে মুখ গোমোঠা কৰি বেৰৰ অভিমুখে যাত্ৰা কৰিলে।

তাই বুজিলে সি কেতিয়াও ৰিঙৰ মাজেদি যাব নোৱাৰে। সি লাহে লাহে আহি বেৰৰ দাঁতিত থিয় হলহি, গামোচাৰে মুখ মচিলে, আৰু তাৰ পিচত তাইলৈ চাই মূৰ জোকাৰিলে, তাৰ পিচত আকৌ মুখ মচিলে আৰু ৰিঙটো সগৌৰৱে প্ৰদক্ষিণ কৰিবলৈ লাগিলে।

লাহে লাহে সি ৰিঙৰ দাঁতিয়ে দাঁতিয়ে আগবাঢ়িল। মুখত তাৰ হাঁহি, অভিবাদন, নমস্কাৰ। তাৰ সহকাৰীবোৰে তাৰ পিচে পিচে খোজ ললে; সি থিয় হলে সিহঁতো থিয় হয়, মূৰ দোৱায়, চিগাৰেট খায়, টুপী লৰায়। সি ৰিঙৰ চৌকাষ ঘূৰি আহি তাইৰ গুৰিত যাত্ৰা শেষ কৰিলে। তাৰ চকু বেজাৰেৰে ভৰি পৰিলে। তাই তেতিয়া তালৈ চাইছিল আৰু তাক কাঠৰ বেৰৰ খাপত বহি পৰা দেখিছিল। সি আকৌ গামোচাৰে মুখ মচিছিল।

জুহালৰ কাষত বহি বহি পিলাৰে এইবোৰ দৃশ্য দেখিলে। তাৰ পিচত তাই সুধিলে, "কি ক'লা সি ভাল "মাতাডোৰ" নাছিল? এতিয়ানো কেনে বীৰবোৰৰ লগত দিন নিয়াইছোঁ?'

পাবলোই কলে, "সি ভাল "মাতাডোৰ" আছিল। মাথোন কঁটীয়া আছিল।"

প্ৰিমিটিভোই ক'লে, "তাৰ যক্ষ্মাৰোগো আছিল।"

পিলাৰে ক'লে, "যক্ষ্মা ৰোগ? সি যি জীয়াতু ভুগিলে সেই জীয়াতু ভুগিলে কাৰ যক্ষ্মা নহ'ব? এই দুখীয়া দেশত জুৱান মাৰ্চৰ দৰে গুণ্ডা নহলে বা যাঁড় যুজাৰু নহলে বা অপেৰাৰ গায়ক নহলে জানো ধন আৰ্জিব পাৰে? তাৰ যক্ষ্মা নহ'ব কিয়? এই দেশত বুৰ্জোৱা শ্ৰেণীয়ে ইমানকৈ খায় যে সিহঁতৰ পেট গেলি যায়। চোডা বাইকাৰবনেট নেখালে সিহঁতৰ নচলে। অথচ দুখীয়াবোৰে জন্মৰে পৰা মৰণলৈকে ভোকত থাকে, সিহঁতৰ যক্ষ্মা নহৈ আৰু কাৰ হ'ব? যেতিয়া মানুহে প্ৰথম যুঁজ শিকিবলৈ যায়, তেতিয়া বিনা টিকটে যাবলৈ বুলি শুকান আৰু তিতা থু-খেকাৰেৰে ভৰা বেঞ্চৰ তলৰ মজিয়াত সোমাই ফুৰিলে কাৰনো বাৰু যক্ষ্মা নহ'ব?"

প্ৰিমিটিভ'ই ক'লে, 'সচাঁ কথা। মই মাথোন কৈছিলোঁ যে মানুহটোৰ যক্ষ্মা হৈছিল।"



পিলাৰে ক'লে, "যক্ষ্মা হৈছিল সঁচা।" হাতত কাঠৰ চামুচখন লৈ তাই ক'বলৈ ধৰিলে, "মানুহটো কঁটীয়া আছিল, মাতটোও সৰু আছিল, আৰু তাৰ ষাঁড় গৰুলৈ বৰ ভয়। ষাঁড়যুজৰ আগতে কোনো মানুহকে ইমান ভয় খোৱা দেখা নাছিলোঁ আৰু ইফালে "ৰিঙ'ৰ কাষত ঘূৰোঁতে ইমান ভয়বিহীন হোৱা দেখা নাছিলোঁ।" তাই এইবাৰ পাবলোলৈ চাই ক'লে, "তুমি এতিয়া মৰিবলৈ ভয় খাইছা। ভাবিছা এইটো ডাঙৰ কথা। কিন্তু ফিনিটো প্ৰতি পদে পদে ভয় খাইছিল। কিন্তু ৰণভূমিত যেন সি সিংহ হৈ পৰে।"

ইটো ভায়েকে ক'লে, "মানুহটো বৰ সাহসী আছিল বুলি খ্যাতি আছিল।"

পিলাৰে ক'লে, "মানুহ বুলিও এনে ভয়াতুৰ মানুহ মই লগ পোৱা নাই। ঘৰত ষাঁড়ৰ মূৰ ৰাখিবলৈও তাৰ ভয়। ভল্লাডলিডৰ ফেৰিয়াত এবাৰ পাবলো ৰোমেৰৰ ষাঁড় গৰুটো খুব প্ৰতাপেৰে বধ কৰিলে।"

প্ৰথম ভায়েকটোৱে ক'লে, "ৰিঙ'ৰ কথা মোৰ মনত আছে। ষাঁড়টো যথেষ্ট ডাঙৰ। এই ষাঁড়টো মৰাৰ পিচত ভল্লাডলিডত আৰু ষাঁড় মৰা হোৱা নাছিল।"

পিলাৰে ক'লে "সচাঁ কথা। ইয়াৰ এদল লোকে তাক কাফেকালত ষাঁড়ৰ মূৰটো উপহাৰ দি এটা ডাঙৰ ভোজ দিছিল আৰু সিহঁতৰ ক্লাবৰ নামটোও তাৰ নামেৰে দিছিল। খাওঁতে মূৰটো বেৰত ওলমাই থোৱা আছিল, কিন্তু বিশ্বাস কৰা, কাপোৰেৰে ঢাকি থোৱা আছিল। ময়ো ভোজত আছিলোঁ আৰু মোতকৈ দেখিবলৈ বেয়া পেষ্টোৱা বোলা মানুহজনীও আছিল। ইয়াৰোপৰি নিনা ডালচ পিয়েনচ আৰু আন আন জিপ্সী-তিৰোতা আৰু বেশ্যা বোৰো আছিল। ভোজত খুব উত্তেজনা আৰু তৰ্কাতৰ্কি হৈছিল, অৱশ্যে ভোজটো ডাঙৰ নাছিল। পেষ্টোৱা আৰু এজনী জনাজাত বেশ্যাৰ মাজত ঔচিত্য-অনৌচিত্য সম্পৰ্কে তৰ্কাতৰ্কি হৈছিল। মই বেচ আনন্দতেই আছিলোঁ। ফিনিটোৰ ওচৰতে বহি মই মন কৰিছিলোঁ ফিনিটোই সেই ষাঁড়ৰ মূৰটোলৈ চোৱাকে নাছিল। এখন বঙচুৱা কাপোৰেৰে ঢাকে ঠিক তেনেকৈ।"

"ফিনিটোই বেচি খাব পৰা নাছিল কাৰণ জাৰাগোজাত শেষবাৰৰ বাবে ষাঁড় যুঁজ কৰিবলৈ যোৱাৰ সময়ত শিঙৰ খোচ খাইছিল। বহুত সময় সি অচেতন হৈ পৰি আছিল। ভোজতো সি খাব নোৱাৰিছিল; মুখত ৰুমাল দি মাজে মাজে তেজ থুৱাই আছিল। অঁ, মই কি ক'ব খুজিছিলোঁ?"

প্ৰিমিটিভোই ক'লে, "ষাঁড়ৰ মূৰটোৰ কথা।"

"অঁ। মনত পৰিছে। মই কেইটামান কথা ক'ম শুনা। ফিনিটোৰ মনত মুঠেই ফুৰ্তি নাছিল। সদায় বৰ গহীন, আমি অকলে থাকোঁতেও তাক হঁহা দেখা নাছিলোঁ। ধেমেলীয়া কথা শুনিলেও তাৰ হাঁহি হুঠিছিল। প্ৰত্যেক কথাটোকে সি বৰ ভাৰত্তিৰে লৈছিল। ঠিক ফাৰ্ণেণ্ডোৰ দৰে। কিন্তু এইটো ক্লাব ফিনিটোই আদৰ জনাই দিয়া ভোজ যেতিয়া তাত সি ফুৰ্তি কৰি মাতবোল কৰি থকা উচিত আছিল। ভোজৰ মেজত বহি সি মাথোন মিচিকিয়াই হাঁহিছিল, মাজে মাজে দুই এটা ভাল লগোৱা কথাও কৈছিল। কিন্তু ৰুমালখন মুখত লৈ সি কি কৰিছিল তাক একমাত্ৰ মইহে দেখিছিলোঁ। তাৰ হাতত তিনিখন ৰুমাল আছিল। মোৰ কাণত সি ফুচ ফুচাই কৈছিল, "আৰু নোৱাৰোঁ। পিলাৰ, মই ইয়াৰ পৰা গলেহে ভাল হ'ব।"

মই কলোঁ, "তেন্তে যাওঁ ব'লা।" তাৰ অসুখ বেছি হৈছিল; ইপিনে ভোজত হুলস্থূল আৰু হাঁহি-খিকিন্দালিৰ অন্ত নাই।

ফিনিটোই মোক ক'লে, "যাব নোৱাৰোঁ। ক্লাবটো মোৰ নামত দিয়া, গতিকে মোৰ এটা দায়িত্ব আছে।"

মই ক'লোঁ, "অসুখ বেছি হৈছে যদি যাওঁ ব'লা।"

সি ক'লে, "ওহোঁ, নেযাওঁ। মই থাকিম। মোক অলপ মদ দিয়া।"

"সেই সময়ত মদ খোৱা তাৰ উচিত নাছিল, কাৰণ সি একো মুখত দিয়া নাছিল, আৰু তাৰ পেটৰ অৱস্থা বৰ বেয়া। ইপিনে সি হাঁহি খিকিন্দালি আৰু ফুৰ্তিও সহ্য কৰিব পৰা নাছিল। কাৰণ পেটত খুদকণ এটা পৰা নাই। সি এবটল "মেনজেনিলা" পি খাই দিলে। ইপিনে ৰুমাল মুখত দিব নোৱাৰা হ'লত সি মুখত গামোচাখন (নেপকিন) ল'লে।

"ভোজ তেতিয়া উছাহৰ শীৰ্ষতম বিন্দুত; কিছুমান সদস্যৰ লগত গা-লাহী বেশ্যা কিছুমান লগলগাই দিয়া হ'ল, মেজৰ কেউকাষে সিহঁতে ঘূৰি ফুৰিবলৈ ধৰিলে। পেষ্টোৰাই গান গাব লগা হ'ল; এল নিন ৰিকাৰ্ডোই গীটাৰ বজালে; শুনিবলৈ বৰ শুৱলা হৈছিল; বৰ আনন্দৰ ক্ষণ। মদ্যপানৰ মাজেদি অনুপম বন্ধুত্বৰ সূচনা হ'ল। এনে উছাহপূৰ্ণ ভোজ আগেয়ে কেতিয়াও খোৱা নাছিলোঁ। তেতিয়াও ষাঁড়ৰ মূৰ উদ্বোধনী-উৎসৱ হোৱা নাছিল; এই কাৰণেই ভোজ হৈছিল।"

"ময়ো ভোল হৈ ৰিকাৰ্ডৰ গীটাৰৰ ধ্বনিৰ লগত হাত চাপৰি মাৰিবলৈ



ধৰিলোঁ। এটা দলক আকৌ নিনাডিলচ পিয়েনচৰ গানৰ লগত তাল ৰাখি হাত চাপৰি মাৰিবলৈ ক'লোঁ। ইপিনে যে ফিনিটোই নিজৰ গামোচাখন মুখত দিব নোৱাৰাত যে মোৰখন ললে তাক মন কৰা নাছিলোঁ। সি তথাপিও "মেনজেনিলা" খাবলৈ এৰা নাছিল। গতিকে তাৰ চকু উজ্জ্বল, আৰু সকলোৰে মুখলৈ চাই সি মূৰ দুপিয়াইছিল। অৱশ্যে সি কথা ক'ব পৰা নাছিল, কথা ক'লেই মুখত গামোচা লব লাগে। দেখাত সি ফুৰ্তি কৰি আছিল; কাৰণ ফুৰ্তিৰ বাবেই সি ভোজলৈ আহিছিল।

ভোজ চলিবলৈ ধৰিলে। মোৰ দাঁতিত বহি থকা মানুহটো আছিল ৰাফেল এল গেলোৰ প্ৰাক্তন মেনেজাৰজন। তেওঁ এটা গল্প কৈ শেহত ক'লে, "ৰাফেল অৱশেষত আহিল আৰু ক'লেহি বোলে তেৱেঁই তাৰ শ্ৰেষ্ঠ বন্ধু আৰু মহত্তমো। সি লগতে ক'লে "তোমাক ভাইৰ দৰে ভাল পাওঁ, আৰু এটা উপহাৰ দিব খোজোঁ।" এই বুলি সি মোক এটা হীৰাৰ ধুনীয়া স্কাৰ্ফ পিন দি গালত চুমা খালে আৰু আমি উভয়েই সাদৰত পমি গলোঁ। তাৰ পিচত ৰাফেল এল গালোৰে মোক পিনটো দি কাফেৰ পৰা ওলাই গ'ল আৰু মই মেজৰ ওচৰত বহি থকা বেটানক ক'লোঁ "সেই দুষ্ট জিপ্সীটোৱে বেলেগ এটা মেনেজাৰৰ লগত চুক্তি কৰিছে।"

"কি?" বেটেনাই সুধিলে।

"মই দহ বছৰ কাম চলালোঁ। আগেয়ে কাহানিও মোক সি এনেকৈ উপহাৰ দিয়া নাই।" এল গেলোৰ মেনেজাৰে ক'লে, "তাৰ অৰ্থ কি বুজা এতিয়া।" কথা সঁচা। এল গেলোই তাক খেদাই দিলে।

পেষ্টোৰাই তেনেতে মাত লগাই "দুষ্ট জিপ্সী" বুলি কোৱা বাবে ক্ৰোধ প্ৰকাশ কৰিলে। নতুবা তাই ৰাফেলৰ হক ৰক্ষা কৰাৰ কোনো কাৰণ নাছিল, কাৰণ তায়েই আগেয়ে ইয়াতকৈ বেয়া গালি পাৰি থৈছে ৰাফেলক। তাইৰ ক্ৰোধ দেখি মেনেজাৰ সেই পিনেই তাপ মাৰিলে। মই পেষ্টোৰাক বুজাই বঢ়াই থমালো আৰু ইপিনে আন এজনী আহি এনেকৈ চিঞৰি হুলস্থূল কৰিলেহি যে মই সেই পিনেই নিতাল মাৰিলোঁ, কোনেও কাৰো কথা নুশুনাত পৰিল। আমি তিনিও নিজৰ নিজৰ মদৰ গিলাচলৈ চকু দিলোঁ। ইপিনে ফিনিটোক দেখিলোঁ একান্ত মনে ষাঁড়ৰ মূৰলৈ চাই ৰ'ল। ষাঁড়ৰ মূৰত তেতিয়াও ৰঙচুৱা কাপোৰৰ ঢাকোন আছে। কিন্তু ফিনিটোৰ মুখত এটা আতঙ্ক ফুটি উঠিল।

"হঠাতে ক্লাবৰ সভাপতিয়ে উন্মোচনৰ আগৰ আৰম্ভণী বক্তৃতা আৰম্ভ কৰিলে আৰু বক্তৃতাটোৰ বাক্যই পতি মেজ ঢকিয়াই সমৰ্থন জনালে। মই মন কৰিলোঁ। ফিনিটোৱে মোৰ গামোচা মুখত লৈ আছে, আৰু মেজত ঢলি পৰি বেৰৰ ঢকা মূৰটো আতঙ্কতে আৰু আগ্ৰহত একেথৰে চাইছে।

'বক্তৃতাৰ শেষৰ ফালে ফিনিটোৱে মূৰ জোঁকাৰি চকীত আগতকৈ বেছি ঢলি গ'ল।

মই সুধিলোঁ, "কি হ'ল?" কিন্তু ফিনিটোৱে মোলৈ চাই মোক নিচিনিলে আৰু "ওহোঁ ওহোঁ' বুলি মাথোন মূৰ নবালে।

'সভাপতিৰ বক্তৃতা শেষ হ'লত, সকলোৱে ফিনিটোক হৈ-ধ্বনি দিলে; খন্তেকতে সভাপতিয়ে চকী এখনত উঠি ৰঙচুৱা ঢাকোনখনৰ ৰছী খুলি দি লাহে লাহে টানি আনিলে। প্ৰথমতে দেখা গ'ল এটা শিঙ। সভাপতিয়ে লাহে লাহে শিঙ দুটাৰ ঢাকোন গুচাই দিলত দেখা গ'ল ক'লা শিঙৰ সেই মদ্‌গজ হালধীয়া ষাঁড়টোক। শিঙ দুটাৰ বগা জোঙা আগ দুটা কেটেলা পহুৰ কাইটৰ দৰে জিলিকিছিল। ষাঁড়টোৰ মূৰটো জীয়া যেন লাগিল। কপালৰ ভাঁজ স্পষ্ট হৈ উঠিল; নাকৰ বিন্ধা দুটা মেলা; চকু উজ্জ্বল আৰু মূৰটোৱে পোনে পোনে যেন ফিনিটোকে চাই আছে।

"সকলোৱে হৈ-ধ্বনি দিলে, চিঞৰিলে। কিন্তু ফিনিটো চকীত আগতকৈও বেছিকৈ ঢলি পৰিল। সকলোৱে মুখৰ মাত হৰিল আৰু তাৰ ফালে চাই ৰ'ল। ফিনিটোৱে ক'লে, "নেলাগে নেলাগে। ওহোঁ—'। সি এইবাৰ ষাঁড়টোলৈ চাই আৰু ঢলি গ'ল; আন কি গামোচা লবলৈও ধৈৰ্য নহ'ল, এমোকোৰা তেজ ওলাই ওঁঠেদি বাগৰি আহিল; সি ষাঁড়টোলৈ চাই ক'লে, 'ওৰে বছৰ—কেৱল টকাৰ ধান্দা। খাবলৈ টকা লাগে। এতিয়া মই খাব নোৱাৰোঁ। শুনিছানে? মোৰ পেট বৰ বেয়া। এইবাৰ প্ৰায় মৰাৰ দৰেই। নেলাগে আৰু নেলাগে।" সি এই কথাকেইষাৰ কৈ মেজলৈ চালে আৰু তাৰ পিচত ষাঁড়ৰ মূৰটোলৈ চাই ক'লে, "নেলাগে আৰু নেলাগে।" তেনেতে মূৰ ঢলি গ'ল; মুখত গামোচাখন দি কোনো ৰকম নিজক চম্ভালি বহি থাকিল। তাৰ মুখত আৰু এটাও কথা নুফুটিল। ভোজৰ আনন্দ মাটি হ'ল। আনন্দৰ আশা পূৰণ হ'ল। সদস্যসকলৰ চেষ্টাও ইমানতে শেষ হ'ল।'

প্ৰিমিটিভোই সুধিলে, "সি কিমান দিনৰ পিচত ঢুকাল।'



"জাৰকালিলৈ ঢুকাল।" পিলাৰে ক'লে "জাৰাগোজাত পোৱা ষাঁড়ৰ খোচটোৱেই কাল হ'ল; তাৰ আৰু ভাল নহ'ল। তাৰ ঘা ভিতৰত হ'ল। এনে ঘা কেতিয়াও নুশুকায়। ষাঁড় মাৰিবলৈ গলেই একোটা একোটা খোচ সি খাই আহে, সেইবাবেই সি আৰু বেছি সফলতা লাভ কৰিব নোৱাৰিলে। মানুহটো কঁটীয়া বাবে সি বেছি খোচ খায়। শিঙৰ আগটোৱে সদায় হানে। অৱশ্যে আটাইবোৰ আচল খোচ নহয়।"

প্ৰিমিটিভোই ক'লে, "ইমান কঁটীয়া আছিল যদি সি মাতাডোৰ হ'ব নেপাইছিল।"

পিলাৰে ৰবাৰ্ট জৰ্ডানলৈ চাই মূৰ জোকাৰিলে। তাৰ পিচত লোৰ ডাঙৰ পাত্ৰটো চালে। তাই তেতিয়াও মূৰ জোকাৰিবলৈ এৰা নাছিল।

তাই ভাবিলে, স্পেনিয়াৰ্ড সকল বিচিত্ৰ জাতি! কি ভাৱ! "ইমান কঁটীয়া আছিল যদি সি মাতাডোৰ হ'ব নেপাইছিল।" এই কথাৰ উত্তৰ নিদিয়াই ভাল। ক'ব লগা কথা ক'লোঁৱেই, এতিয়া খং খায়ো লাভ নাই, মনে মনে থকাই শ্ৰেয়। একো নেজানিলেই মানুহৰ দেখিছোঁ ভাল। একো নজনাকৈয়ে মানুহে কয়, "সি মাতাডোৰ হ'বৰ উপযুক্ত নাছিল।" আন এটাই আকৌ নজনাকৈয়ে ক'লে, "তাৰ যক্ষ্মা আছিল।" এটাই আকৌ জানি-শুনিও কয়, "ইমান কঁটীয়া আছিল যদি সি মাতাডোৰ হ'ব নেপাইছিল।"

জুহালত ককাল বেঁকা হৈ বওঁতে হঠাতে তাইৰ মনত আকৌ সিহঁতৰ বিচনাখন জিলিকিল। সেই নাঙঠ মুগাবৰণীয়া দেহটো। দুয়োটা কৰঙনতে খহটা ঘা, বুকুৰ সোঁফালৰ হাড়ৰ তলত ঠেটালি খোৱা খোচৰ দাগ মেলা পাতৰ দৰে হৈ আছে, বাহুলৈকে সৈতে চামৰাৰ এডাল দীঘলীয়া বগা পটি। তাৰ দুই চকু মুদা। মুখখন মুগাবৰণীয়া কিন্তু গহীন, কেকোৰা চুলিবোৰ ওভোটাই আচোৰা। তাই তাৰ ভৰি মোহাৰি মোহাৰি তাৰ কাষত পৰ দিছে; মাজে মাজে ভৰিৰ টান মাংস পেশীবোৰ পিটিকি দিছে; কোচ খাই যোৱা মাংস-পেশীবোৰত অনবৰত মালিচ্ কৰি পোনাই দিছে।"

তাই সুধিলে, "কেনে পাইছা? ভৰি দুটা কেনে?"

চকু নেমেলাকৈ সি উত্তৰ দিলে, "পিলাৰ, ভালে আছে।"

"বুকুখন মালিচ কৰি দিম নেকি?"

"ওহোঁ, নেলাগে পিলাৰ! সুছুৰাই।"

"ভৰিৰ ওপৰ ছোৱা।"

"নেলাগে। বৰ দুঃখ পাওঁ।"

"কিন্তু মোহাৰি কাপোৰ দি দিলে গৰম উঠিব আৰু সকাহ পাবা।"

"নালাগে পিলাৰ। তাতকৈ বৰং নুছুৰাই।"

"এলকহল দি গা ধুৱাই দিওঁ নেকি ?"

"বাৰু লাহে লাহে দিবা। কমকৈ।"

তাই ক'লে, "ইয়াৰ আগেয়ে ষাঁড়টো তুমি যে বিক্রমেৰে মাৰিলা।" সি উত্তৰ দিলে, "অঁ, বিক্রমেৰে মাৰিলোঁ।"

তাৰ পিচত তাই ফিনিটোক গা ধুৱাই কাপোৰ দি শুৱাই দিলে। তায়ো তাৰ কাষতে শুলে। সি মুগাবৰণীয়া হাতখন উলিয়াই তাইক স্পর্শ কৰি ক'লে, "পিলাৰ, সঁচাকৈয়ে তোমাৰ গাত মাইকী মানুহৰ গুণ আটাইবোৰ আছে।" কথাষাৰ ধেমালি যেন শুনালে। তাৰ পিচত যুঁজৰ শেষৰ টোপনি তাইৰ চকুৰ পটাত নামিল আৰু তায়ো তাৰ কাষতে শুলে। লাহে লাহে তাই তাৰ ডাঙৰ হাতখন ধৰি তাৰ উশাহ-নিশাহ শুনিলে।

শোওঁতে মাজে মাজে সি ভয় খায়। তেতিয়া হাতেৰে তাইক টানি খামুচি ধৰে আৰু কপালত ঘাম বিৰিঙে। সাৰ পালে তাই কয়, "একো নাই, শুই থাকা।" তেতিয়া সি আকৌ শোৱে। এনেদৰেই তাৰ লগত তাই পাঁচ বছৰ কটালে। তাৰ প্রতি তাই বিশ্বাসঘাতকতা কৰা নাছিল। এনে হোৱা অসম্ভৱ আছিল। সি মৰাৰ পিছতহে পাব্‌লোৰ লগ ললে। পাব্‌লো তেতিয়া ঘোৰাচোৰা আছিল। সি "বিংত" ঘোৰাৰ শহীচ আছিল। আৰু দেখিবলৈও ফিনিটোই মৰা ষাঁড়বোৰৰ দৰে লাগিছিল। কিন্তু সেই ষাঁড়ৰ দৰে সাহস বা শক্তি বেছি দিন নিটিকিল। কিয় নিটিকিল তাই তাক এতিয়া বুজিব পাৰিছে। টিকিল নো কি তেনে ? ময়েই টিকিলোঁ, তাই ভাবিলে। ময়েই টিকিলোঁ, তাই ভাবিলে। কিন্তু কিহৰ বাবে ?

তাই মেৰিয়াক ক'লে, "কামত অলপ মন-কাণ দিবাচোন। জুই ইমানকৈ জ্বলাবলৈ কিহে পাইছে ? লঙ্কাদহন কৰিব নেলাগে নহয়, ভাতহে ৰান্ধিব লাগে।"

তেনেতে জিপ্সীটো সোমাই আহিল। তাৰ গায়ে-মুৰে বৰফ। হাতত "কাৰবাইনটো।" থিয় হৈ সি ভৰিৰ পৰা বৰফ জোকাৰিবলৈ ধৰিলে।



ৰবাৰ্ট জৰ্ডান থিয় হ'ল আৰু দুৱাৰৰ ওচৰলৈ গ'ল। "কি খবৰ ?" সি জিপ্সীটোক সুধিলে।

"ছ ঘণ্টা চালোঁ। ডাঙৰ দলংখনত একেবাৰতে দুটা মানুহে পহৰা দিয়ে। আলিবাট বৰীয়াৰ পৰাত আঠোটা মানুহ আছে। লগতে আছে এটা কৰপৰেল। তোমাৰ ঘড়ীটো লোৱা।"

"কাঠৰ মিলৰ চকীটোত কি দেখিলা ?"

"বুঢ়াটোৱেহে জানে। সিহে চকী আৰু আলিবাট দুয়োটা দেখিছে।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "আলিবাটটোত অহাযোৱা কেনে ?"

জিপ্সীটোৱে ক'লে, "সেই একে ধৰণৰ অহাযোৱা। নতুন একো নাই। কেৱল মটৰ।"

জিপ্সীটোৰ জাৰ লাগিছিল। জাৰত তাৰ মুখ ক'লা পৰিছিল। আৰু হাত দুখন অসম্ভৱ বঙা হৈছিল। গুহাৰ মুখত ৰৈ সি জেকেটটো খুলি জোকাৰিলে।

"পহৰা বদলোৱালৈকে মই থাকিলোঁ।" সি ক'লে, "দুপৰীয়া আৰু ছয় বজাত সলনি হয়। বৰ দীঘল পহৰা। সিহঁতৰ সেনা নোহোৱা বাবে ৰক্ষা পৰিছোঁ।"

ৰবাৰ্ট জৰ্ডানে তাৰ চামৰাৰ কোটৰ ওপৰত হাত থৈ ক'লে, "বলা, বুঢ়া মানুহটোৰ ওচৰলৈ যাওঁ।"

জিপ্সীটোৱে ক'লে, "মই নেযাওঁ। মই গৰম জোল খাই জুই ফুৱাওঁ। মই ইহঁতৰ এটাক কৈ দিওঁ সি ক'ত আছে, আৰু সি তোমাক লৈ যাওক।" "এই চদকা খোৱা কেইটা—" এই বুলি সি মেজত বহি থকা মানুহ কেইটাক সি মাতিলে। "ইংলেচক বুঢ়াৰ গুৰিলৈ কোনে লৈ যাব ?"

ফাৰ্ণেণ্ডোই ক'লে, "মই যাম। কত আছে কোৱা।"

জিপ্সীটোৱে ক'লে "শুন, তাতে বুজিছ—।" এই বুলি সি আন্‌ছেল্‌মোক থকা ঠাইটুকুৰাৰ কথা ভালকৈ বুজাই ক'লে।

## ॥ ১৫ ॥

আন্‌ছেলমোৱে এজোপা ডাঙৰ গছৰ তলত কুচিমুচি বেঁকা হৈ বৈ আছিল আৰু দুয়ো কাষে বৰফ বাগৰি গৈছিল। সি গছৰ গাৰ কাষ চাপি গৈছিল, আৰু দুয়োখন হাত চোলাৰ হাতৰ ভিতৰত সুমাই থোৱা আছিল; প্ৰত্যেকখন হাতেই বিপৰীত চোলাৰ হাতত সুমাই থোৱা আছিল। ইফালে মূৰটো যিমান পাৰে সিমান দূৰ জেকেটৰ ভিতৰলৈ সুমাই লৈছিল। মনে মনে তাৰ ভাব হৈছিল, কিজানি আৰু বেছি পৰ থাকিলে সি তাতে গোট মাৰিব। আৰু তেতিয়া একো লাভেই নহ'ব। "ইংলেচে" তাক কোনোৱা নহালৈকে তাত থাকিবলৈ কৈছিল, কিন্তু ধুমুহা আহিব বুলি সিয়েই বা কেনেকৈ জানিব? সি অথনিৰে পৰা চকী ৰখি সি দেখিছে যে আলিবাটত অস্বাভাৱিক যাতায়াত হোৱা নাই; সেই চকীটোৰ গড়-গতি সি আগৰে পৰা ভালদৰে লক্ষ্য কৰিছে, চকীটো আলিবাটৰ দাঁতিৰ কাঠৰ মিলটোত। তাৰ এতিয়া কেম্পলৈ যাবৰ হ'ল। কাণ্ড-জ্ঞান থকা মানুহ মাত্ৰেই ক'ব যে সি এতিয়া কেম্পলৈ উভতি যোৱা উচিত। তথাপি আৰু অলপ সময় ৰোৱা ভাল। আদেশৰ অলপ ক'ৰবাত ভুল হৈছে, অলপ বৈ সি কেম্পলৈকে যোৱা ভাল হ'ব। আদেশবোৰ বৰ কঠোৰ। অৱস্থাৰ পৰিবৰ্তন হ'ব নোৱাৰে। সি এইবাৰ ভৰি দুখন লগ লগাই মোহাৰিলে, জেকেটৰ জাপৰ পৰা হাত দুখন উলিয়াই কুঁজা হৈ ভৰি দুখন মোহাৰি তাত চপৰিয়ালে যাতে তেজ চলাচল বন্ধ নহয়। গছৰ তলৰ আশ্ৰয়ত বতাহৰ কোব কম। কিন্তু অলপ পিচতে সি খোজ কাঢ়িব লাগিব।'



কুঁজা হৈ ভৰি মোহাৰি থাকোঁতে সি আলিবাটত মটৰ এখনৰ শব্দ শুনিলে। মটৰখনৰ চকাত শিকলি লগোৱা। তাৰে শিকলিৰ আঙঠি এটা বৰফেৰে ভৰা আলিবাটত চোঁচৰি গৈছে। মটৰখনৰ ৰঙ সেউজীয়া আৰু মুগা; মাজে মাজে অ'ত ত'ত দুই এচপৰা নকৈ লিপা ৰঙ দেখা গৈছে। গাড়ীৰ খিড়িকীবোৰত নীলা ৰঙ দিয়া; যাতে ভিতৰলৈ একো নেদেখি। মাত্ৰ ভিতৰৰ আৰোহীবোৰে চাব পৰাকৈ অৰ্দ্ধবৃত্তাকাৰ ঠাই এটুকুৰা নিৰ্মল কৈ ৰখা হৈছে যাতে ভিতৰৰ আৰোহীবোৰে বাহিৰলৈ চাব পাৰে। এই ৰলছ ৰয়ছ গাড়ীখন দুবছৰমান পুৰণি। জেনেৰেল ষ্টাফৰ ব্যৱহাৰৰ বাবে এনেকৈ ছদ্মবেশ পিন্ধাই অনা হৈছে। মটৰৰ ভিতৰত চুটি 'ক্লক' গাত মেৰিয়াই বহি থকা অফিচাৰ তিনিজনক আন্‌ছেলমোই নেদেখিলে। তাৰে দুজন অফিচাৰ বেক ছিটত বহিছে আৰু এজন জপাই থব পৰা এখন চকীত বহি আছিছিল। জপাই থব পৰা চকীত বহা অফিচাৰজনে নীলা আইনাৰ সুৰুঙাইদি বাহিৰলৈ চালে; আন্‌ছেলমোৱে তেতিয়ালৈকে তাক মন কৰা নাছিল। যি কি নহওক কোনেও কাকো দেখা নেপালে।

মটৰখন তাৰ তলৰ বৰফৰ ওপৰেদি চলি গ'ল। আন্‌ছেলমোই মন কৰিলে যে ড্ৰাইভাৰটোৰ মুখখন ৰঙা আৰু মূৰত তীখাটুপি লগোৱা। গাত মেৰিওৱা ক্ল'কটোৰ পৰা মুখ আৰু টুপী যেন ওলাই আগবাঢ়িহে আহিছে। তাৰ পিচতে অৰ্ডালীটো বহিছে। তাৰ হাতত থকা স্বয়ংক্ৰিয় ৰাইফোলৰ মুখটো আন্‌ছেলমোৰ চকুত পৰিল। লাহে লাহে আলিবাটেদি গৈ মটৰখন নেদেখা হ'লত, আন্‌ছেলমোই চাৰ্টৰ পকেটৰ পৰা ৰবাৰ্ট জৰ্ডানে দিয়া পকেটবুকৰ পাত দুটা উলিয়াই তাত মটৰ গাড়ীৰ ছবি এটা আঁকিলে। এইখন সেইদিনাৰ দশম মটৰ। তাৰে ছখন তললৈ নামিছে আৰু চাৰিখন এতিয়াও ওপৰতে আছে। সেই আলিত ইমান গাড়ী চলা একো আচৰিত নহয়। কিন্তু আন্‌ছেলমোই মটৰবোৰৰ প্ৰকাৰ চিনি পোৱা নাছিল। যেনে গিৰিসঙ্কট আৰু যাতায়াত ৰখীয়া ডিভিজনটোৰ গাড়ীবোৰ আছিল ক্ৰমে ফৰ্ড, ফিয়াট্, অপেল, ৰেনল্ট, আৰু চিট্ৰিৱেন;—এইবোৰ তাৰ ষ্টাফে ব্যৱহাৰ কৰিছিল। সেই দৰে জেনেৰেল ষ্টাফে ব্যৱহাৰ কৰিছিল ৰলছ ৰয়চ, লেঙ্কিয়াচ, মাৰ্চেডেচ আৰু আইচোটাচ। ৰূঢ়াটোৰ ঠাইত জৰ্ডান থকা হ'লে সি নিশ্চয় এই সূক্ষ্ম পাৰ্থক্যবোৰ মন কৰিলেহেঁতেন আৰু মটৰবোৰৰ সামৰিক গুৰুত্ব কি তাক বুজিলেহেঁতেন। কিন্তু দুৰ্ভাগ্যবশতঃ সি তাত নাছিল। আন্‌-ছেলমোই মাথোন তুলা পাতত মটৰৰ ছবি আঁকিয়েই ক্ষান্ত আছিল।

আন্‌ছেলমো জাৰত বেঙা লাগিল, আৰু সেই বাবে সি আন্ধাৰ হোৱাৰ আগতে শিবিৰলৈ ঘোৰাৰ কথা ভাবিলে। বাট হেৰুৱাবৰ ভয় তাৰ নাই। কিন্তু তাৰ ধাৰণা হ'ল যেতিয়া বৰফ পৰা বন্ধ হোৱা নাই আৰু অবিৰাম ভাবে যেতিয়া বতাহ মাৰি আছে, তেতিয়া আৰু বেছি পৰ বৈ লাভ নাই। এই ভাবি সি ঠিয় হ'ল, আৰু ভৰি পেলালে। লগে লগে বোৱতী বৰফেৰে ভৰা আলিবাটটোলৈ সি চাই পঠিয়ালে। কিন্তু পৰ্বতৰ ওপৰলৈ তাৰ ভৰি নচলিল। পাইন গছৰ নিৰাপদ ঠাইটুকুৰাত বৈ সি স্থিৰ হৈ পৰিল।

সি ভাবিলে, "ইংলেচে" দেখোন মোক ৰ'বলৈ কৈ গৈছে। সি যদি মোৰ ইয়ালৈ আহি আছে তেন্তে মই গুচি গ'লে সি মোক বিচাৰি বৰফৰ মাজত বাটপথ হেৰুৱাব। তদুপৰি এই যুদ্ধত আদেশ অমান্য কৰা বাবে আৰু শৃঙ্খলা নমনা বাবে আমাৰ পক্ষৰ ভালেমান ক্ষতি হৈছে; সেইবাবে মই আৰু অলপ সময় "ইংলেচ"ৰ বাবে ৰোৱা ভাল। তথাপিও যদি সি নাহে তেন্তে আদেশ অমান্য কৰি হ'লেও মই গুচি যাম কাৰণ মোৰ হাতত জনাবলগীয়া খবৰ গোট খাইছে আৰু সিফালে কৰিবলগীয়া যথেষ্ট কাম আছে। গতিকে এনেকৈ বৰফত সেমেকি মৰাটো অৰ্থহীন আৰু অপ্ৰয়োজনীয়।

আলিবাটৰ কাষৰ "ছ" মিলটোৰ ধোৱাঁ তেতিয়াও চিম্‌নীটোৰেদি বাহিৰ ওলাই আছিল আৰু বৰফৰ মাজেদি তাৰ গোন্ধ সেই ফালে উটি আহি তাৰ নাকত লগা সি অনুভৱ কৰিছিল। সি মনে মনে ভাবিলে, আজি নিশা ফেচিষ্টবোৰে বেচ আৰামত জুই ফুৱাইছে, কিন্তু কাইলৈ ৰাতি আমাৰ হাতত সিহঁতৰ মৰণ নিশ্চিত। সেইবোৰ অভিনৱ কাণ্ড হ'ব। গতিকে তাৰ কথা নভবাই ভাল। ওৰে দিন মই সিহঁতক লক্ষ্য কৰিছোঁ আৰু মন কৰিছোঁ সিহঁতো আমাৰ দৰেই একে মানুহ। মই যদি পৰ্বত বগাই সিহঁতৰ ওচৰলৈ যাওঁ, তেন্তে সিহঁতে মোক ভাল মতেই সোধ-পোচ কৰিব; কিন্তু সিহঁতে সকলো বাটকৰাকে প্ৰশ্ন কৰা দৰে মোকো প্ৰশ্ন কৰিব আৰু "পা:চ" আছেনে নাই চাব। সিহঁতৰ আৰু আমাৰ মাজৰ মিলনৰ মাজত একমাত্ৰ বাধা হৈছে এই আদেশবোৰ। সেই মানুহবোৰক মই ফেচিষ্ট নোবোলোঁ। সিহঁতক ফেচিষ্ট বুলিলেও সিহঁত ফেচিষ্ট নহয়। সিহঁত আমাৰ দৰেই একে ধৰণৰ দুখীয়া মানুহ। সিহঁতে বিপক্ষে যুঁজ কৰা অনুচিত আৰু আমিও সিহঁতক মাৰিবলৈ ভাল নাপাওঁ।

এই চকীটোত থকা মানুহবোৰ গেলেগোচ জাতীয়। আবেলি সিহঁতৰ



কথা-বতৰা শুনিয়েই মই গম পাইছোঁ। সিহঁতে এই কাম এৰিও পলাব নোৱাৰে কাৰণ পলালেই সিহঁতৰ ঘৰৰ মানুহবোৰক গুলীয়াই মৰা হব। গেলেগো মানুহবোৰৰ স্বভাৱ একৰকম। কেতিয়াবা সিহঁতক খুব বুদ্ধিমান যেন বোধহয়, কেতিয়াবা আকৌ বৰ নিবোকা আৰু কাঠচিতীয়া যেন লাগে। দুয়োবিধ মানুহকে মই জানো। ফ্ৰাঙ্কোৰ (জেনেৰেল ফ্ৰাঙ্কো) যি নগৰত ঘৰ, লিষ্টাৰ নামৰ গেলেগোটোৰো তাতে ঘৰ। এই গেলেগোবোৰে বাৰু এই সময়ত বৰফ পৰা দেখি কি ভাবিছে? সিহঁতৰ ঠাইত এনে ওখ পৰ্বতো নাই আৰু তাত বাৰ মাহেই বৰষুণ পৰি গছ-গছনি সেউজীয়া কৰি ৰাখে।

ছমিলৰ খিড়িকীয়েদি পোহৰ জিলিকিল। ইফালে আনছেলমোৰ গাত কঁপনি উঠিল আৰু সি 'ইংলেচ'ক মনে মনে শাও দিবলৈ ধৰিলে। আমাৰ ঠাইলৈ আহি গেলেগোবোৰে ঘৰত সোমাই আৰামত জুই ফুৱাইছে, আৰু মই এই গছজোপাৰ আঁৰত ঠেৰেঙা লাগি আছোঁ। আমি আকৌ পৰ্বতৰ পশুৰ দৰে পৰ্বতৰ গুহাত বাস কৰিছোঁ কিন্তু কাইলৈ এই পশুবোৰ গুহাৰ পৰা ওলাই আহিব আৰু আৰামত ঘৰৰ ভিতৰত জুই ফুৱাই থকা মানুহবোৰ লেপৰ তলতে মৰিব। অটেৰ'ত আমি ঠিক এই দৰেই আক্ৰমণ কৰি ফেচিষ্ট শত্ৰু কিছুমানক মাৰিছিলো। কিন্তু অটেৰৰ কথা মনত পৰিলেইছোন কিবা লাগি যায়।

সেই নিশা অটেৰ'ত সি প্ৰথম মানুহক হত্যা কৰে। তাৰ পিচত যেন এইবাৰ ঘাটি দখল কৰোতে মানুহ মাৰিব লগা নহয় তাকে সি আশা কৰিছে। অটেৰত সেইদিনা আনছেলমোই পহৰীয়াটোৰ গাৰ ওপৰত কম্বলখন পেলাই দিছিল আৰু পাব্‌লোৱে দাৰে তাক নেফানেফ কৰিছিল। পহৰীয়াটোৱে আনছেলমোৰ ভৰিত ধৰি আছিল। কম্বলৰ ভিতৰত চেপা খাই পহৰীয়াটোৱে কাও কাও কৰি কান্দিবলৈ আৰম্ভ কৰা দেখি আনছেলমোৱে কম্বল টিপি টিপি তাৰ ওপৰত দাৰে ঘপিয়াবলৈ আৰম্ভ কৰিলে। শেহত মানুহটোৱে তাৰ ভৰি এৰি দি লাহে লাহে নিতাল মাৰিলে। আনছেলমোৱে আঁঠুৰে তাক হেঁচি ধৰি মাতবোল নোহোৱাকৈ ৰাখিছিল আৰু সেই কম্বলৰ টোপোলাটোত দাৰ ঘাপ বহুৱাইছিল। ঠিক একে সময়তে পাবলোৱে খিড়িকীয়েদি কোঠাৰ ভিতৰত শুই থকা মানুহ

কেইটালৈ লক্ষ্য কৰি বোমা মাৰি পঠিয়ালে। বোমা ফুটাৰ লগে লগে চকুৰ আগত গোটেইখন জগত যেন নিমিষতে ৰঙা আৰু হালধীয়া আৰু হৈ চুৰ্ণবিচুৰ্ণ হৈ গল আৰু লগে লগে আৰু দুটা বোমা সিহঁতৰ গাত পৰিল। পিনকেইটা খুলি তৎক্ষণাত খিড়িকীৰে বোমা কেইটা মাৰি পঠিওৱাৰ লগে লগে, কমৰ ভিতৰত যি কেইটা মানুহ শুই থাকোতে পাটীত নমৰাকৈ আছিল সিহঁত সাৰ পাই পলাব খোজোতেই দ্বিতীয়টো বোমাৰ বিস্ফোৰণ ঘটি নিহত হ'ল। সেই সময়ত পাব্‌লো আছিল দুৰ্দ্ধৰ্ষ প্ৰকৃতিৰ লোক, ভয়ানক হিংসুক। তাৰ প্ৰতাপত এটা কেচিষ্টি ঘাটিও নিৰাপদে নাছিল।

এতিয়া কিন্তু সেই আগৰ পাব্‌লো নাই। খাচি কৰা বৰাগাহৰিৰ দৰে তাৰ এতিয়া একেবাৰে পিত মৰিছে। খাচি কৰাৰ পিচত তাৰ গেঙনি শাত পৰি যায় আৰু গুটি দুটা পেলাই দিলে তাৰ আৰু বৰাগাহৰিৰ স্বভাৱ একো নেথাকে। সি তেতিয়া নোকনোকাই গৈ মাটি খানি সেই কেইটা খাই পেলায়। আনছেলমোই দাঁত নিকটাই হাঁহি ভাবিলে পাবলো ঠিক সিমান বেয়া মানুহ নহয়; পাবলোৰ বিষয়ে অৱশ্যে মানুহে খুব বেয়াকৈ ভাবিছে। সি অৱশ্যে মানুহটো বেয়া হৈ গৈছে আৰু আগতকৈ যথেষ্ট বদলিছে।

তেওঁ ভাবিলে, বাহিৰত বৰ ঠাণ্ডা। "ইংলেচ" এতিয়াও কিয় নাহিল? সি আহিব লাগিছিল অত পৰে। আৰু এই চকীৰ মানুহবোৰক যাতে সি মাৰিব লগা নহয়, তাকে সি আশা কৰে। তাত থকা চাৰিটা গেলেগো আৰু সিহঁতৰ কৰপৰেলক এনে মানুহে মাৰিব লাগে যি সঁচাকৈয়ে মাৰি ভাল পায়। মোক মৰাৰ ভাৰ দিলে অৱশ্যে মই মাৰিম, কিন্তু "ইংলেচে" মোক কৈছে যে মই তাৰ লগত দলঙত থাকিব লাগিব আৰু এই কামটো আনৰ হাতত দিব। দলঙত যুদ্ধ হ'বই, আৰু সেই যুদ্ধ মই কৰিব পাৰিম। অৱশ্যে বুঢ়া দেহেৰে যিমান যুজিব পাৰোঁ সিমান হে যুজিব পাৰিম। সেইবোৰ কথা থাওক। এতিয়াও "ইংলেচ" বাৰু কিয় অহা নাই? মোৰ বৰ ঠাণ্ডা লাগিছে, আৰু মিলৰ ঘৰটোত পোহৰ দেখি জুই ফুৰাই থকা গেলেগোকেইটালৈ মনত পৰি মোৰ আৰু ঠাণ্ডা লাগিছে। সঁচাকৈয়ে এই যুদ্ধখন শেষ হ'লে বৰ ভাল হয়, তেতিয়া মই ঘৰলৈ যাব পাৰিম, কাৰণ মোৰ ঘৰলৈ যাবৰ মন গৈছে। কিন্তু এতিয়া যে মোৰ ঘৰ-দুৱাৰ একো নাই। যুদ্ধখনত জয় নহলে ঘৰলৈ যোৱাটো মিছা।



ছ-মিলৰ ভিতৰত এটা সৈন্যই নিজৰ বিচনাত পৰি বুটজোটাত তেল সানিছে। আন এটাই বিচনাত পৰি টোপনি মাৰিছে। তৃতীয় এটাই আহাৰ বান্ধিবলৈ লৈছে আৰু কৰপৰেলটোৱে এখন খবৰ কাগজ পঢ়ি আছে। বেৰত ফুটোৱা গজালৰ ওপৰত সিহঁতৰ হেলমেটকেইটা ওলমি আছে; আৰু সিহঁতৰ ৰাইফোলকেইটা কাঠৰ বেৰত আওজাই থোৱা হৈছে।

"এতিয়া জুন মাহ। এতিয়ানো বৰফ পৰে নে? এই খননো কি দেশ অ'?" বিচনাত বহি থকা সৈন্যটোৱে ক'লে।

কৰপৰেলে ক'লে, "ইয়ো এটা আচৰিত কথা।"

ভাত ৰান্ধি থকা সেনাটোৱে মাত লগালে, "মে মাহৰ শুক্লপক্ষ এতিয়াও শেষ হোৱা নাই! মে মাহৰ জোন আকাশত আছেই।"

"মে মাহত বৰফ পৰে, এইখন কি দেশ?" বিচনাত থকা সেনাটোৱে আকৌ ক'লে।

কৰপৰেলে ক'লে, "এইবোৰ পৰ্বতত মে মাহতো বৰফ পৰে। মাদ্ৰিদত থাকোঁতে দেখিছিলোঁ। মে মাহতহে আটাইতকৈ বেচি ঠাণ্ডা পৰে।"

ভাত-ৰান্ধনিটোৱে মাত লগালে, "পিচে এই মাহতে গৰমো বেছিকৈ পৰে।"

কৰপৰেলে ক'লে, "মে মাহত তাপৰ বিপৰীত অৱস্থা অনুভৱ কৰা হয়। এই কেষ্টাইন বোলা ঠাই টুকুৰাত মে মাহতো গৰম পৰে, কিন্তু গৰমৰ সলনি ঠাণ্ডাও পৰিব পাৰে।"

বিচনাত থকা সেনাটোৱে ক'লে "ৰবযুণো হয়। যোৱা মে মাহত প্ৰায় প্ৰত্যেক দিনেই ৰবযুণ পৰিছিল।'

ভাত বন্ধা সেনাটোৱে ক'লে, "ক'তা ৰবযুণ হোৱা নাছিল চোন! অৱশ্যে যোৱা মে মাহত এপ্ৰিল মাহৰ জোনেই আকাশত আছিল।'

কৰপৰেলে ক'লে, "তোমাৰ জোনৰ কথা থোৱা। সেই বোৰ শুনি মানুহ পাগল হ'ব। সেই বোৰ কথা থোৱা এতিয়া।"

ভাত ৰান্ধনিটোৱে ক'লে, "সাগৰ বা মাটিৰ পৰা জীৱিকা অৰ্জন কৰা মানুহ মাত্ৰেই জানে যে মাহৰ লেখতকৈ জোনৰ লেখহে আচল। ধৰা জানিবা আকাশত মে মাহৰ জোন আছে; পিচে দেখিবা ইতিমধ্যে জুন মাহ আৰম্ভই হৈ গৈছে।"

কৰপৰেলে ক'লে, "তেতিয়া হ'লে ঋতুৰ গণনা পিছুৱাই নিদিওঁহক কিয়? এইবোৰ কথা ভাবিলে মূৰ গৰম হয়।"

ভাত বান্ধি থকা সেনাটোৱে ক'লে, "তোমাৰ নগৰত ঘৰ। লুগোত নহয়নে ? তুমি সাগৰৰ বা পথাৰৰ কথা কি বুজিবা ?

"তোমালোকৰ দৰে নিবক্কৰবোৰে সাগৰ বা পথাৰত যি শিকা, নগৰীয়াবোৰে তাতকৈ বেছি শিকে।"

ভাত বন্ধাটোৱে উত্তৰ দিলে, "এই শুক্ল পক্ষতে জাক জাক চাৰডাইন মাছৰ উজান পৰে। চাৰডাইন ধৰা নাওবোৰ সজাই মেলি ঠিক কৰি লোৱা হয় এই সময়তে। মেকেৰেল মাছবোৰ এই সময়তে উত্তৰ মুৱা হয়।"

ক'ৰপৰেলে ক'লে, "তুমি নোয়াৰ পৰা অহা মানুহ হৈও কিয় নৌ বাহিনীত ভৰ্তি নহলা ?"

"মোকতো নোয়াত নাম ভৰ্তি কৰা নাই, কৰিছে নিগ্ৰেইৰাত। নিগ্ৰেইৰাতে মোৰ জন্ম। নিগ্ৰেইৰাই টেম্বাৰ নদীৰ উজনিত। তাত মানুহক সেনা-বাহিনীতহে ভৰ্তি কৰা হয়।"

কৰপৰেলে ক'লে, "বৰ দুৰ্কপাল।"

বিচনাত বহি থকা সেনাটোৱে ক'লে, "নৌবাহিনীত বিপদ নাই বুলি নেভাবিবা। যুঁজৰাগৰ নহলেও, সেই উপকূলটো জাৰকালি বৰ বিপদজনক হৈ পৰে।"

কৰপৰেলে ক'লে, "কিন্তু সেনাবাহিনীতকৈ আৰু একোতে বেছি বিপদ নাই।"

ভাত বন্ধা সেনাটোৱে ক'লে, "তুমি কৰপৰেল হৈ কি কথা কৈছা ?"

কৰপৰেলে ক'লে, "নহয় অ' মই বিপদৰ কথা কৈছোঁ। বোমা-বৰ্ষণৰ বিপদ, আক্ৰমণ কৰাৰ বিপদ আৰু গড় মাৰি যুঁজাৰ বিপদ—কত বিপদ।"

বিচনাত থকা সেনাটোৱে ক'লে, "ইয়াত সেইবোৰ বিপদ নাই বুলিলেই হয়।"

কৰপৰেলে ক'লে, "ভগবানৰ কৃপাৰ বলত। কিন্তু কেতিয়া কি হয় কোনে জানে। এইদৰে সুখত কাল কটাব নোৱাৰা সদায়।"

"এই কামত আৰু কিমান দিন ৰাখিব বুলি তোমাৰ মনে ধৰে।"

কৰপৰেলে ক'লে, 'মই ক'ব নোৱাৰো। কিন্তু যুঁজ চলি থাকে মানে ইয়াত থাকিব পাৰিলে ভাল হয়।"

ভাত বন্ধা সেনাটোৱে ক'লে, "ছ-ঘণ্টা ছ-ঘণ্টা পহৰা দিয়া ধেমালি কথা নহয়। বৰ দীঘলীয়া সময়।"



কৰপৰেলে ক'লে, "ধুমুহা থাকে মানে আমাৰ গাইপতি পহৰা তিনিঘণ্টাকৈ হ'ব। স্বাভাৱিক অৱস্থা সিমান থাকিব লাগে।"

বিচনাত থকা সেনাটোৱে সুধিলে, "ষ্টাফ কাৰবোৰ ক'লৈ গৈছে। সেই-বোৰ দেখি ভাল লগা নাই।"

কৰপৰেলে ক'লে, "মোৰো ভাঁল লগা নাই। এইবোৰ অমঙ্গলৰ চিন।'

ভাত বন্ধা সেনাটোৱে ক'লে, "আৰু এৰোপ্লেন। এৰোপ্লেনো আন এটা অমঙ্গলৰ চিন।"

কৰপৰেলে ক'লে "পিচে আমাৰ বিমান ফৌজ শক্তিশালী। কমিউনিষ্টহঁতৰ বিমান ফৌজ ইমান বলী নহয়। পুৱা বেলা যোৱা প্লেনবোৰে সকলোৰে মন নচুৱাই গৈছে।"

বিচনাত থকা সেনাটোৱে ক'লে, "কিন্তু মই দেখিছোঁ কমিউনিষ্ট প্লেনবোৰ—সিহঁত সচাঁকৈয়ে সাংঘাতিক। সিহঁতৰ দুই-ইঞ্জিন-যুক্ত বোমাৰু বোৰৰ আক্ৰমণ বাস্তৱিকতে সাংঘাতিক।"

কৰপৰেলে ক'লে, "কিন্তু সেইবোৰ আমাৰ বিমানৰ দৰে শক্তিশালী নহয়। আমাৰ এৰোপ্লেন সঁচাকৈয়ে অপৰাজেয়।"

সিহঁতে ছ মিলত এনেকৈ কথা পাতি থকা সময়ত আনছেলমোই আলিবাট ৰখি আৰু চকীৰ পোহৰ চাই বৰফৰ মাজত বোন্দা পৰ দিছিল।

আনছেলমোই ভাবিছে, মই মানুহ মাৰিব নোখোজোঁ। যুদ্ধ হৈ গ'লে সিহঁতে কিজানি মানুহ মৰাৰ বাবে বৰ ডাঙৰ প্ৰায়শ্চিত্ত কৰিব লাগিব। যুদ্ধৰ পাছত যদি আমাৰ ধৰ্ম নেথাকেও তেন্তে কিবা ধৰণৰ ৰাজহুৱা প্ৰায়শ্চিত্ত কৰি আমি সকলো হত্যাৰ দোষৰ পৰা মুক্ত হ'ব লাগিব, নহলে আমি জীয়াই থাকিবলৈ একো সঁচা আৰু মানৱীয় আধাৰ তৈয়াৰ কৰিব নোৱাৰিম। হত্যা প্ৰয়োজনীয়, কিন্তু তত্ৰাচ মানুহ মৰাটো মানুহৰ বাবে বৰ বেয়া। সেই বাবে সকলোৱে অন্তত—যুদ্ধ যেতিয়া শেষ হৈ যাব তেতিয়া আমি প্ৰায়শ্চিত্ত কৰি আমি নিজকে পাপমুক্ত কৰিব লাগিব।

আনছেলমো বৰ ভাল মানুহ। যেতিয়াই সি অকলশৰে কিছুপৰ থাকিব লগা হয়, (আৰু আজি ভালেমান সময় অকলেই আছে), তেন্তে নৰহত্যাৰ সমস্যাটো তাৰ মনত সদায় উদয় হয়।

সি ভাবিলে, মই 'ইংলেচ'ৰ কথা ভাবি আচৰিত হওঁ। সি বোলে নৰহত্যা কৰিবলৈ দ্বিধা বোধ নকৰে। কিন্তু মানুহটো দৰদী আৰু মৰমিয়াল। হয়তো ডেকা বয়সত এইবোৰ কাম একো যেন নালাগে। হয়তো বিদেশী লোক আৰু অন্য ধৰ্মৰ লোকৰ মনোভাৱ সিহঁতৰ দৰে নহয়। পিচে যিয়েই নৰহত্যা নকৰক, তাৰ হত্যাকাৰীৰ স্বভাৱ নিষ্ঠুৰ হয়। সেই কাৰণে প্ৰয়োজনীয় হ'লেও নৰহত্যা মহা পাপ, আৰু সেই বাবে আমি আমি তাৰ প্ৰায়শ্চিত্ত কৰিবৰ বাবে ডাঙৰ ব্যৱস্থা লব লাগিব।

লাহে লাহে আন্ধাৰ হ'ল। সি আলিবাটৰ মাজেদি দূৰৈৰ পোহৰলৈ চাই পঠিয়ালে আৰু বুকুখনত বাহু দুটা দি গা জোকাৰিবলৈ ধৰিলে যাতে গৰম উঠে। সি ভাবিলে, এইবাৰ তাৰ শিবিৰলৈ যোৱাৰ সময় হ'ল। কিন্তু কিবা এটা ভাবে আলিবাটৰ ওপৰৰ গছজোপাৰ দাঁতিত থিয় হৈ থাকিবলৈ বাধ্য কৰালে লাহে লাহে বৰকৈ বৰফ পৰিবলৈ ধৰিলে। আন্‌ছেলমোই ভাবিলে, আজিয়েই দলংখন উৰাই দিব পৰাহেঁতেন! এনে নিশা চকী দখল কৰা আৰু দলং ভঙা কোনো কথাই নহয়, অনায়াসে কাম সমাধা কৰিব পৰা হ'ব। এনেকুৱা সময়ত তুমি যি ইচ্ছা তাকে কৰিব পাৰা।

সি গছৰ গাত আউজি থিয় দি ভৰি দুখন মাটিত লাহে লাহে মাৰিবলৈ ধৰিলে। লাহে লাহে দলঙৰ চিন্তা মনৰ পৰা মাৰ গ'ল। আন্ধাৰ নাহি আহিলেও বুঢ়াই সদায় অকলশৰীয়া অনুভৱ কৰে, তাৰ মনতো ভোকৰ দৰে কিবা শূন্যতা উদয় হৈছে। আগৰ দিনত হ'লে এনেকুৱা নিসঙ্গতাৰ অনুভৱ হ'লে সি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিল, আৰু প্ৰাৰ্থনা কৰাৰ লগে লগে মনটো ভাল লাগিছিল। কিন্তু আন্দোলন আৰম্ভ হোৱাৰে পৰা সি প্ৰাৰ্থনা কৰা নাই। প্ৰাৰ্থনা নকৰাৰ বাবে বেয়া লাগিলেও তাৰ অনুভৱ হৈছে প্ৰাৰ্থনা কৰাটো অসঙ্গত আৰু ভণ্ডামিৰ পৰিচায়ক হ'ব। সেইবাবে সি আন মানুহে নোপোৱা অনুগ্ৰহ বা ব্যৱহাৰ নিজে পাবৰ বাবে মুঠেই বাঞ্ছা নকৰে।

সি ভাবিলে, মই বৰ নিঃসঙ্গ। লগে লগে সকলো সেনাই নিঃসঙ্গ। সেনাইঁতৰ ঘৈণীয়েকহঁতো নিঃসঙ্গ ; যিবিলাক মানুহে নিজৰ আপোন মানুহ বা বাপেক-মাকক হেৰুৱালে, সিহঁতো নিসঙ্গ। মোৰ তিৰোতা নাই, আন্দোলনৰ পূৰ্বতে মৰা বাবে মই বাচিলোঁ। তাই এইবোৰ কথা একো নুবুজিলেহেঁতেন। কাম নথকা সময়ত দিনৰ বেলাতো সি নিসঙ্গতা অনুভৱ কৰে ; কিন্তু ৰাতি হলে এই নিসঙ্গতা



বাঢ়ি যায়। এটা কথা কিন্তু ক'ব লাগিব, মোৰ এটা অপহৰণ কৰিব নোৱাৰা বস্তু লগত আছে। সেইটো হৈছে ৰিপাব্লিকৰ হকে কৰা মোৰ কাম। মই আমাৰ সকলোৰে মঙ্গলৰ বাবে কাম কৰিছোঁ, গতিকে আগলৈ সকলোৱেই এই মঙ্গলৰ ভাগ পাম। আন্দোলনৰ আৰম্ভণিৰে পৰা মই ভাল দৰে প্ৰাণ ঢালি কাম কৰিছোঁ ; আৰু এনে কাম মই কৰা নাই যাৰ বাবে মই লজ্জিত হ'ব লাগে।

পিচে নৰহত্যাৰ বাবে মোৰ দুঃখ লাগে। কিন্তু সেই পাপৰ প্ৰায়শ্চিত্ত কৰাৰ সুযোগ হ'ব ; কাৰণ অতবোৰ মানুহৰ পাপৰ বোজা খহাবৰ বাবে কিবা দিহা নিশ্চয় কৰিব লাগিব। এই বিষয়ে মই 'ইংলেচ'ৰ লগত কথা পাতিব খোজো ; কিন্তু সি বয়সত সৰু, গতিকে মোৰ কথা বুজি পায় নে নেপায় ক'ব নোৱাৰো, নৰহত্যাৰ কথা সি আগেয়ে এবাৰ উলিয়াইছিল। নে মই হে কথাটো উলিয়াই-ছিলোঁ? পাহৰিলোঁ। সি ভালেমানক মাৰিব পায়। কিন্তু তাক দেখিলে নৰহত্যা ভাল পায় যেন নেলাগে। যিবিলাকে নৰহত্যা ভাল পাব সিহঁতৰ অন্তৰখনত গেলা-পৰা কিবা এটা আছে যেন লাগে।

সি ভাবিলে, এইটো ডাঙৰ পাপ। দৰকাৰ পৰিলেও নৰহত্যা কৰা আমাৰ পক্ষে উচিত কাম নহয়। কিন্তু স্পেইনত নৰহত্যা খুব সহজে কৰা হয়, কেতিয়াবা আচল আৱশ্যক নোহোৱাকৈও কৰা হয় ; হঠাতে এনে একোটা অন্যায় কাম খাণ্ডকতে কৰি পেলোৱা হয় যে পিচলৈ তাৰ ক্ষতিপূৰণ কৰাও অসম্ভৱ হৈ পৰে। এনে কথাবোৰ নেভাবিলেও ভাল হয়, এইবুলি এবাৰ তাৰ মনত খেলালে। প্ৰায়শ্চিত্তৰ ব্যৱস্থা থাকিলে বেয়া নহয়, যাতে সেই প্ৰায়শ্চিত্ত লগে লগে কৰিব পৰা যায়। নৰহত্যা কৰা বাবেহে মোৰ মনলৈ অকলশৰে থাকোঁতে বেয়া ভাববোৰ আহে। আনবোৰ দোষৰ ক্ষমা আছে, প্ৰায়শ্চিত্ত আছে ; দয়া বা দান বা তেনে কোনো ভাল কামৰ দ্বাৰা এনে প্ৰায়শ্চিত্ত কৰা সম্ভৱ। কিন্তু নৰহত্যা ডাঙৰ পাপ বুলিয়েই মোৰ ধাৰণা, সেইবাবে তাৰ প্ৰতিকাৰ এটাও লাগে। ভৱিষ্যতে হয়তো ৰাষ্ট্ৰৰ বাবে কিছুদিন বেলেগ কাম কৰাৰ কাল ধাৰ্য কৰি অথবা আন কিবা কাম কৰাৰ কাল ধাৰ্য কৰি অথবা আন কিবা কাম কৰাৰ ব্যৱস্থা কৰি এই পাপ খণ্ডন কৰিব পাৰি। ধৰ্মমনা কালৰ দৰেই এতিয়াও কিবা তেনে প্ৰায়শ্চিত্ত কৰি নৰহত্যাৰ ক্ষতিপূৰণ কৰিব পাৰি। কথাটো ভবাৰ লগে লগে তাৰ হাঁহি উঠিল। পাপ খণ্ডনৰ বাবে গিৰ্জাৰ সংগঠন। এই কথা ভবাৰ লগে লগে তাৰ মনটো পাতল লাগিল, আৰু লগে লগে আন্ধাৰত আনে নমনাকৈ

মিচিকিয়াই হাঁহিলে। তেনেতে ৰবাৰ্ট জৰ্ডান আহি তাৰ গুৰি পালেহি। খুব মনে মনে জৰ্ডান কাষ পালেহি। ওচৰত নেদেখালৈকে সি জৰ্ডানক দেখা নাছিল।

ৰবাৰ্ট জৰ্ডানে তাৰ পিঠিত চপৰিয়াই কাণত ফুচফুচাই ক'লে, "কি হে আপ? ভালে আছা নে?"

আন্‌ছেলমোই ক'লে, "গা ঠাণ্ডা পৰি গৈছে।" ফাৰ্ণেণ্ডো অলপ আঁতৰত থিয় দি আছিল—বোৰতী বৰফৰ ফালে পিঠি দি।

ৰবাৰ্ট জৰ্ডানে ফুচফুচাই ক'লে, "আহাঁ যাওঁ। কেম্পলৈ গৈ গা টনকিয়াল কৰোঁগৈ। ইমান পৰে তোমাক ইয়াত ৰখাটো আমাৰ দোষ হৈছে।"

আন্‌ছেলমোই আঙুলিয়াই ক'লে, "সেইটো সিহঁতৰ লাইট।"

"পহৰীয়াটো ক'ত আছে?"

"তাক ইয়াৰ পৰা নেদেখি। সি সেই ভাঁজটোৰ আঁৰত আছে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "জহান্নামে যাওক সিহঁত। মোক কেম্পত কবাগৈ সকলো, এতিয়া ব'লা। আহাঁ, যাওঁহক।"

আন্‌ছেলমোৱে ক'লে, "মই তোমাক দেখুৱাওঁ চোৱাঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই পুৱা চাম। এতিয়া ইয়াৰ এঢোক খাই লোৱা।"

সি বুঢ়াক ফ্লাস্কটো আগবঢ়াই দিলে। আন্‌ছেলমোই মুখত বাকি এঢোক গিলিলে।

সি মুখখন মোহাৰি ক'লে, "বাঃ, জানিবা জুইহে খালোঁ।"

ৰবাৰ্ট জৰ্ডানে আন্ধাৰত ক'লে, "যাওঁ ব'লা। আমি যাওঁ—"

তেতিয়া ঘন অন্ধকাৰ। কেৱল বৰফৰ টুকুৰাবোৰ পাৰ হৈ যোৱাহে মনি। আৰু পাইন গছবোৰৰ টান গা-গছ কিডাল দেখা পোৱা যায়। ফাৰ্ণেণ্ডোই পৰ্বতৰ অলপ ওপৰত থিয় দি আছিল। ৰবাৰ্ট জৰ্ডানে ভাবিলে—এই পাতলৈ চোৱা, চিগাৰেট দোকানৰ সজোৱা ৰেড ইণ্ডিয়ানটোৰ দৰে নিশ্চল হৈ থিয় দি আছে। বোধহয় তাক এঢোক মদ যচা ভাল।

ফাৰ্ণেণ্ডোৰ ওচৰলৈ গৈ সি সুধিলে, 'হেৰা ফাৰ্ণেণ্ডো, এঢোক খাবানেকি?'

ফাৰ্ণেণ্ডোই ক'লে, "ওহোঁ, নেলাগে, ধন্যবাদ।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, ধন্যবাদ, মোৰো ধন্যবাদ। এই দোকানৰ ছবিখনৰ দৰে নিষ্কম্প মানুহটোৱে নোখোৱাটো ভালেই হৈছে। বটলত মদো শেষ হৈ আহিছে। এৰা বুজিছা ডেকা ল'ৰা, এই বুঢ়াটোক দেখিহে মনটো শাত পৰিছে।



সি আনছেলমোলৈ চালে আৰু তাৰ পিঠত আকৌ পিঠিত চপৰিয়ালে। তাৰ পিচত পাহাৰ বগাবলৈ লাগিল।

সি আনছেলমোক ক'লে, "আপ, তোমাক দেখি বৰ ভাল লাগিল। অলপ মন বেয়া লাগিলেই তোমাক দেখিলে আনন্দ লাগে। আহাঁ, আমি তালৈ—ওপৰলৈ উঠোঁ।"

সিহঁতে বৰফৰ ধুমুহাৰ মাজেদি পৰ্বত বগাবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে আনছেলমোক ক'লে "আপ, এইবাৰ পাবলোৰ প্ৰাসাদলৈ যাওঁ ব'লা।" কথাষাৰ স্পেনিশ ভাষাত কোৱা বাবে বৰ সুন্দৰ শুনাইছিল।

আনছেলমোই ক'লে, "সেইটো ভয়ৰ প্ৰাসাদ হে।"

ৰবাৰ্ট জৰ্ডানে কথাৰ ওপৰত কথা জুৰি দি মনৰ আনন্দত ক'লে, "হেৰাই যোৱা এসোপা কণীৰ গুহা।"

ফাৰ্ণেণ্ডোই ক'লে, "কি কণী?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ধেমালি কৰিছোঁ। কণী নহয়। আনবিলাকৰ কথা কৈছোঁ।"

ফাৰ্ণেণ্ডোই কলে, "কিন্তু হেৰাই যোৱাৰ মানে কি?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "নেজানো। কিতাপ পঢ়ি লবা। পিলাৰক সুধিবা।" এই বুলি সি আনছেলমোৰ কান্ধত হাত মেৰিয়াই তাক জোৰেৰে সাৱটি ধৰি আগ বাঢ়িবলৈ ধৰিলে। যাওঁতে আনছেলমোৰ গা জোকাৰি সি ক'লে, "শুনা আপ, তোমাক দেখি বৰ ভাল লাগিছে, বুজিছা নে? এইখন দেশত থৈ যোৱা হঁতে আকৌ মানুহজনক বিচাৰি পোৱাটো কিমান ডাঙৰ কথা তাক হয়তো তুমি উপলব্ধি কৰা নাই।"

এই দেশৰ বিৰুদ্ধে ক'বলৈ সাহ কৰাৰে পৰা ধৰিব পাৰি সি সেইখন দেশক কিমান আপোন কৰি লৈছিল আৰু নিজে কিমান আত্মবিশ্বাস অৰ্জন কৰিছিল।

আনছেলমোই কৈছিল, "মোৰো তোমাক দেখি ভাল লাগিছে। কাৰণ মই উভতি যাব খুজিছিলোঁ।"

ৰবাৰ্ট জৰ্ডানে ৰঙ মনেৰে ক'লে, "যোৱা হ'লে ভালকৈ ভুগিলাহেঁতেন। সেমেকি গোট মাৰিলাহেঁতেন।"

আনছেলমোই সুধিলে, 'ওপৰত কেনে পাইছিলা?"

"খুব ভাল।" ৰবাৰ্ট জৰ্ডানে ক'লে, "সকলো খবৰ ভাল।"

বিপ্লৱী বাহিনীৰ আদেশ দিওঁতাসকলৰ মনলৈ এনেবোৰ সময়ত যি কম আপুৰুগীয়া সুখ হঠাতে উদয় হয় তাৰ মনত সেই সুখ উদয় হৈছিল। অন্ততঃ এটা পাশ্বৰ্বৰ্তী বেহুৰ লোকে নিজ কৰ্তব্য সম্পাদন কৰি শত্ৰুৰ বিৰুদ্ধে থিয় দি থাকিবলৈ সমৰ্থ হোৱা দেখিলে এনে আনন্দ ওপজে। দুটা বেহুৰ লোকে সমানে থিয় দিয়া দেখিলে কিজানি আনন্দ ৰখাবলৈকে ঠাই নোহোৱা হ'ব। সি নেলাগে আনবোৰেও নোৱাৰে। আৰু এটা বেহুৰ আচল ৰূপো শেষত গৈ এটা মানুহৰ ৰূপহে হৈ পৰেগৈ। মাত্ৰ একোজন লোকেইহে বেহু ৰক্ষা কৰে। এনেকুৱা স্বতঃসিদ্ধ কথা ধৰি লোৱাৰ কথা অৱশ্যে সি ভবা নাই কিন্তু এই মানুহটো সঁচাকৈয়ে ভাল মানুহ। আচল ভাল মানুহ। সি ভাবিলে, যুদ্ধ হ'লে তুমি হ'ব লাগিব বাওঁ কাষৰ পাৰ্শ্বৱৰ্তী বেহু। সেই কথা তোমাক এতিয়া নকওঁ। খুব সাংঘাতিক ক্ষুদ্ৰ যুদ্ধ হ'ব এইখন। বুজিছানে, মই সদায় ভাবি আহিছিলো এখন যুদ্ধ অন্ততঃ অকলে পৰিচালনা কৰিম। এগিনকোৰ্টৰ যুদ্ধৰে পৰা যিমান যুদ্ধ হৈছে সকলো যুদ্ধৰে মই পৰ্যালোচনা কৰি তাৰ ওপৰত মোৰ মতামত গঠন কৰিছোঁ—বিশেষকৈ আনবোৰ ক'ত কেনেকৈ ভুল কৰিছে সেই লৈ। এইখন যুদ্ধ মই নিখুঁত ভাবে কৰিব লাগিব। এই যুদ্ধ ক্ষুদ্ৰ হ'ব কিন্তু বাচকবনিয়া হ'ব। মই ভবা মতে যদি যুঁজ খন কৰিব পাৰোঁ। তেন্তে এইখন বাচকবনিয়া যুঁজ হ'বই হ'ব।

সি আনছেলমোক ক'লে, "শুনা, তোমাক দেখি মোৰ বৰ আনন্দ লাগিছে।"

বুঢ়া জনে ক'লে, "তোমাক দেখি মোৰো লাগিছে।"

আন্ধাৰে-মুধাৰে সিহঁতে এইদৰে পৰ্বত বগাবলৈ ধৰিলে ; পিঠি ফালৰ পৰা বতাহে সততে সিহঁতক খুন্দিয়াইছিলহি। কাযেদি সোঁ সোঁকৈ ধুমুহা বলিবলৈ ধৰিছিল। এইবাৰ আনছেলমোৰ নিসঙ্গতা অনুভৱ নহ'ল। "ইংলেচে" তাক কান্ধত হাতেৰে সাৱটি ধৰি অহা বাবে সি নিসঙ্গ অনুভৱ কৰা নাই। "ইংলেচ" খুব সুখী হ'ল, আনন্দিত হ'ল আৰু সেইবাবে পাৰেমানে দুয়ো লগ লাগি নানা ৰকমৰ পেংলাই আৰম্ভ কৰিলে। "ইংলেচে" ক'লে সকলো ঠিকে আছে বুলি, গতিকে তাৰ আৰু দুশ্চিন্তা নাই। পেটত পৰা মদ ঢোকে তাৰ গাত গৰম তুলিলে ; তাৰ ভৰি উঠি যাওঁতে গৰম হৈ যাবলৈ ধৰিলে।

সি ইংলেচক কলে, "ৰাটত বিশেষ একো কথা নহওঁ।"

"ভাল কথা" ইংলেচে তাক কলে, "সেইখিনি পালেগৈ কলা।'



আনছেলমোৰ মনত সুখ উপজিল। তাৰ নিজৰ চকীত পহৰা দি থকা বাবে এতিয়া তাৰ আনন্দ বাঢ়িবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, সি আগেয়ে কেম্পলৈ গুচি অহা হেতেনো ঠিকেই হ'নহেতেন। সেই অৱস্থাত তাঁকে কৰিলেহে শুদ্ধ আৰু বুধিৰ কাম হলহেঁতেন কিন্তু তাকে নকৰি সি আদেশ মতে ৰৈ আছে। স্পেইনত এনে ঘটনা কাচিতহে ঘটে। ধুমুহাত ৰৈ থকাৰ অৰ্থ বৰ ব্যাপক। জাৰ্মান সকলে আক্ৰমণক এনেয়ে ধুমুহা নোবোলে। আৰু কেইটামান মানুহ আছে যাক এনেদৰে আদেশ মনাব পাৰি। মই এই কাম কৰাব পাৰিলোহেঁতেন। ফাৰ্ণেণ্ডোই বাৰু এইদৰে থাকিলহেঁতেন নে? সম্ভৱ থাকিলহেঁতেন। কাৰণ সিয়েই ইয়ালৈ অহাৰ বাবে উপযাচি ওলাইছিল। বাৰু সি সচাঁকৈয়ে থাকিব বুলি ভাবানে তুমি? থাকিলে বাৰু ভাল নহবনে? সি বেচ খামিদাৰ্ঠ। পিচে মই কিছুমান কথা জানি লোৱা ভাল হ'ব। এই দোকানৰ সাজ-থাকত থোৱা মৌন মূৰ্তিটোৰ দৰে মানুহটোৱে বা কি ভাবিছে?

ৰবাৰ্ট জৰ্ডানে সুধিলে, "ফাৰ্ণেণ্ডো, তুমি কি ভাবিছা?"

"কিয় সুধিছা?"

"কৌতুহলৰ বাবে।" ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ মনত ভালেমান কৌতুহল হৈছে।"

ফাৰ্ণেণ্ডোই ক'লে, "মই ৰাতিৰ আহাৰৰ কথা ভাবিছোঁ।"

"তুমি খাই ভাল পোৱা?"

"অঁ। খুব ভাল পাওঁ।"

"পিলাৰে কেনে ৰান্ধে?"

"মজলীয়া ৰন্ধা।" ফাৰ্ণেণ্ডোই উত্তৰ দিলে।

ফাৰ্ণেণ্ডো যেন দ্বিতীয় কুলিজ, ৰবাৰ্ট জৰ্ডানে ভাবিলে। **কিন্তু কিয় জানো** **মোৰ ভাব হৈছে ই আদেশ দিলে থাকিব।**

তিনিওটাই ৰৰফৰ মাজেদি পৰ্বত বগাবলৈ ধৰিলে।

## ॥ ১৬ ॥

পিলাৰে কলে, "এল ছৰ্ডো আহি পালেহি।" সিহঁতে ইতিমধ্যে ধুমুহাৰ মাজৰ পৰা ওলাই আহি গুহাৰ মাজৰ ধোঁৱাময় গৰমৰ ভিতৰত সোমালহি। পিলাৰে মূৰ জোকাৰি ৰবাৰ্ট জৰ্ডানক তেওঁৰ গুৰিলৈ মাতি নি আকৌ কলে, "সি ঘোঁৰা বিচাৰি গল।"

"ভাল হ'ল। মোক কিবা কবলৈ কৈছে নে কি?"

"কবলৈ কৈছে যে সি ঘোঁৰা বিচাৰি গৈছে।"

"আৰু আমি?"

"কব নোৱাৰোঁ। তালৈ চোৱাচোন।" পিলাৰে কলে।

সোমাই আহোঁতেই ৰবাৰ্ট জৰ্ডানে পাব্‌লোক দেখা পাইছিল; পাব্‌লোৱে তালৈ চাই দাঁত নিকটাই হাঁহিলে। সি খোৱা মেজত বহি আছিল। সি তাৰ ফালে চাই হাঁহি হাত জোকাৰিলে।

পাব্‌লোৱে তাক মাতি কলে, "ইংলেচ, দেখিছা কিমান বৰফ পৰিছে।"

ৰবাৰ্ট জৰ্ডানে একো নকলে, তালৈ চাই মাথোন মূৰ জোকাৰিলে।

মেৰিয়াই কলে, "তোমাৰ জোটাযোৰ খুলি শুকাবলৈ দিওঁ। জুইৰ ধোঁৱাৰ ওপৰত ওলমাই থম।"

ৰবাৰ্ট জৰ্ডানে কলে, "চাবা যাতে জোটাযোৰ নোপোৰে। শুদা ভৰিৰে খোজ কৰা বৰ টান হব ইয়াত।" এই বুলি সি পিলাৰলৈ চাই সুধিলে, "কি হ'ল? সভা বহিছেনে কি? বাহিৰত ৰখীয়া নাই নে কি?"



"কি যে কোৱা? এই ধুমুহাৰ মাজত?"

ছটা মানুহ মেজৰ ওপৰত বহি বেৰত আউজি আছিল। আনছেলমো আৰু কাৰ্লেগুৱেই জেকেটৰ পৰা বৰফ জোকাৰি পেলাইছিল; দীঘল পেন্টকেইটাও কোবাই বৰফ গুচাইছিল আৰু গুহাৰ মুখৰ বেৰত বাৰে বাৰে ভৰি মাৰিছিল।

মেৰিয়াই কলে, "তোমাৰ জেকেটটো সোলোকাই দিওঁ ৰবা। তাত যাতে বৰফ নগলে তাক মন কৰিবা।"

ৰবাৰ্ট জৰ্ডানে জেকেটটো সোলোকাই দিলে আৰু লংপেন্টৰ পৰা বৰফ কোবাই সৰুৱালে। তাৰ পিচত জোতা খুলিলে।

"তুমি দেখিছো ইয়াৰ সকলো বস্ত্ৰ তিতাই দিবা।" পিলাৰে কলে।

"তুমিহে মোক ইয়ালৈ মাতি আনিলা।"

"তথাপি দুৱাৰ মুখলৈ গৈ বৰফ চাফা কৰাত একো বাধা নাই।"

ৰবাৰ্ট জৰ্ডানে কলে, "মোক ক্ষমা কৰিবা।" সি শুদা ভৰিৰে ঠটা মাটিত থিয় হৈ মেৰিয়াক কলে, "মেৰিয়া, এযোৰ মোজা বিচাৰি দিয়া।"

পিলাৰে জুইত এডাল খৰি ভৰাই দি কলে, "গৰাকী আৰু হুজুৰহে যেন ওলালহি!"

ৰবাৰ্ট জৰ্ডানে কলে, "যি কণ সময় পাইছোঁ সেইকণ সময়ৰ ভালকৈ সদ্ব্যৱহাৰ কৰিব লাগিব নহয়।"

মেৰিয়াই ক'লে, "তলা বন্ধ কৰা আছে।"

ৰবাৰ্ট জৰ্ডানে হাতত চাবি জোকাৰি আগবঢ়াই দি কলে, "চাবি লোৱা।"

"এই চাবিটো এইটো টোপালাত নেখায়।"

"সিটো টোপোলা চোৱা। ওপৰৰ চুকতে মোজাযোৰ পাবা।'

ছোৱালীজনীয়ে মোজাযোৰ উলিয়াই আনি টোপোলাটো বন্ধ কৰিলে আৰু চাবিৰে সৈতে আনি ঘূৰাই দিলেহি।

মেৰিয়াই কলে, "এতিয়া বহি মোজা পিন্ধা আৰু ভৰিবোৰ মোহৰা।" ৰবাৰ্ট জৰ্ডানে তাইলৈ চাই হাঁহিলে।

সি পিলাৰে শুনাকৈ কলে, "তোমাৰ চুলিকোচাৰে ভৰিকেইটা শুকোৱাই দিব নোৱাৰানে?"

পিলাৰে কলে, "গাহৰিটো ক'ৰবাৰ! প্ৰথমতে হ'লহি পামৰ গৰাকী; এতিয়া হ'ল প্ৰাক্তন গৰাকী। মেৰিয়া ফলা খৰি এচটাৰে এওঁক মৰিওৱাচোন।'

ৰবাৰ্ট জৰ্ডানে কলে, "নহয়হে। আজি বৰ আনন্দ লাগিছে দেখি ধেমালি কৰিছোঁ।"

"সঁচাকৈয়ে তোমাৰ আনন্দ লাগিছে?"

সি কলে, "অঁ। সকলো কাম ভালে ভালেই চলিছে।"

মেৰিয়াই কলে, "ৰবাৰ্টো! তুমি ভালকৈ বহি লোৱা আৰু ভৰি মোহাৰা। মই তোমাক গা উঙাবৰ বাবে মদ পাওঁনে কি চাওঁ।"

পিলাৰে কলে, "এই ভাবিছে চাগৈ মানুহে আগতে আৰু কেতিয়াও ভৰিও ঠাণ্ডা লগোৱা নাই! এই প্ৰথম! যেন এইবাৰ প্ৰথম বৰফ পৰিছে।"

মেৰিয়াই তাৰ বাবে এখন ভেৰাৰ ছাল আনি গুহাৰ মলিয়ন মজিয়াত পাতিলেহি।

তাই কলে, "ভৰি থোৱা। তোমাৰ ভৰি ইয়াৰ ওপৰত থোৱা জোতা হুগুকায় মানে।"

ভেৰাৰ ছালখন আছিল নতুন আৰু শুকান। তাক ভালকৈ মিহিও কৰা হোৱা নাছিল। পাৰ্চমেণ্ট কাগজৰ দৰে ছালখনে তাৰ ভৰিৰ তলত খৰমৰাবলৈ ধৰিলে।

ইফালে জুইৰ ধোৱাঁ বলিছিল। পিলাৰে মেৰিয়াক ক'লে, "এই তেনেই আলাইবাদু। দেখিছনে নাই ঘৰটো ধোৱাঁৰে ভৰি পৰি ধোৱাঁঘৰ যেন হৈছে।"

মেৰিয়াই ক'লে, "তুমিয়েই ফুৰাই দিয়াচোন। মই এল ছৰ্ডোৰে এৰি থৈ যোৱা বটলটো বিচাৰিছোঁ।"

পিলাৰে ক'লে, "তাৰ টোপোলাবোৰৰ সিফালে আছে। তই এওঁক একেবাৰে পিয়াহ খুওৱা ল'ৰাৰ দৰে আলপৈচান ধৰিছ দেখোন!'

মেৰিয়াই ক'লে, "নাই ধৰা। তিতা আৰু ঠাণ্ডা পৰা মানুহকহে আলপৈচান ধৰিছোঁ। ঘৰলৈ উভতি অহা মানুহটোকহে শুশ্ৰূষা কৰিছোঁ। হোৱা এই বটলটো লোৱা।" এই বুলি জৰ্ডান বহি থকা ঠাইলৈকে তাই বটলটো লৈ আনি দি ক'লে, "বটলটো দুপৰীয়াতে খোলা। এই বটলটোৰে ধুনীয়া চাকি কৰিব পাৰি। আকৌ নৱজনী বিজুলী শক্তি পালে এই বটলটোৰে চাকি কৰিবলৈ ভাল হ'ব।' এইবাৰ তাই ডাঙৰ বটলটোলৈ চাই সপ্ৰশংস দৃষ্টিৰে সুধিলে, "বাৰু ৰবাৰ্টো, তুমি এই বটল কেনেকৈ খাবা?'



ৰবাৰ্ট জৰ্ডানে তাইক ক'লে, "কেনেই মোক ইংৰলেচহে বুলিছিলা?"

তাই খুব লাজত ৰঙা-চঙা পৰি চেপা মাতেৰে ক'লে, "মই তোমাক আনৰ আগত ৰবাৰ্টো বুলিম। এই বটল কেনেকৈ খাবা?

পাব্‌লোৱে গাঢ় স্বৰে ৰবাৰ্ট জৰ্ডানলৈ মূৰ নৰাই ক'লে, "ৰবাৰ্টো। ডন ৰবাৰ্টো! কেনেকৈ খাবা কোৱা।'

ৰবাৰ্ট জৰ্ডানে ক'লে, "তোমাকো এঢোক লাগে নেকি?"

পাব্‌লোৱে গম্ভীৰভাৱে মূৰ জোকাৰি কলে, "ওহোঁ। মই পেট ভৰাই খাইছোঁ।"

ৰবাৰ্ট জৰ্ডানে স্পেনিশত ক'লে, "বেকাচে তোমাক সহায় কৰক।"

পাব্‌লোৱে সুধিলে, "বেকাচ বা কোন?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তোমাৰ কমৰেড।'

পাব্‌লোৱে গাঢ় স্বৰে ক'লে, "ক'তা নামচোন শুনা নাই। অন্ততঃ এই পৰ্বতত তেওঁৰ নাম শুনা নাই।"

ৰবাৰ্ট জৰ্ডানে মেৰিয়াক ক'লে, "আনছেলমোক কাপ এটা দিয়া। সি জাৰত ঠেৰেঙা লাগিছে।" এজোৰ শুকান মোজা সি এইবাৰ পিন্ধিলে। মগত হুইস্কি আৰু পানীৰ সোৱাদ বেচ গৰম আৰু পৰিষ্কাৰ যেন বোধ হ'ল। এবচিন্থে মদৰ দৰে এইবিধ মদে পেট পকাই নধৰে। এবচিন্থেৰ দৰে মদ নাই।

পিচে ইয়াত হুইস্কি পাব বুলিনো কোনে জানিছিল? স্পেইনৰ ভিতৰত লা গ্ৰাঞ্জাৰ বাহিৰে আন ঠাইত ইয়াক পোৱা টান। এনে ঠাইত এল ছৰ্ডোই অভ্যাগত ডিনামাইট মাৰোঁতাজনৰ বাবে এবটল হুইস্কি বিচাৰি অনা আৰু মনত পেলাই তাক লৈ আনি ইয়াত থোৱা—এই কাম কল্পনা কৰিলে আচৰিত লাগে। অকল সোধপোছ কৰিবৰ বাবেই যে এনে কৰিছে সি নহয়। সোধপোছ কৰাৰ ভাব থকা হ'লে এবটল মদ আনি দেখুৱাই খুৱালেহেঁতেন। এনে ভদ্ৰতাৰ কাম ফৰাচী সকলে কৰে আৰু এই দৰে সিহঁতে বাকী মদ ভৱিষ্যতলৈ সাচে। স্পেনিশ সকলৰ কথা বেলেগ। আলহীয়ে ভাল পাব বুলি সঁচাকৈয়ে চিন্তা কৰি বস্তু এটা আনি খাবলৈ থৈ দি নিজে আনৰ লগত সম্পৰ্কহীন আপোন হাতে কৰিব লগা কাম এটা কৰিবলৈ গুচি যোৱা—এই কাম কেৱল স্পেনিশ সকলেহে কৰিব পাৰে। অন্ততঃ সকলো স্পেনিশৰ বাবে

নহলেও এটা বিশেষ জাতৰ স্পেনিশৰ বাবেহে এনে কাম কৰা সম্ভৱ। হুইস্কিৰ বটলটো আনিবলৈ নেপহৰা—ঠিক এনে একোটা সৰু কামৰ বাবে স্পেনিশবোৰক ভাল লাগে। পিচে সিহঁতৰ কথা গৈ গদ্‌গদ হোৱাৰ আৱশ্যক নাই। এমেৰিকানৰ ভিতৰত যেনেকৈ বেলেগ বেলেগ ধৰণৰ মানুহ আছে, স্পেনিশবোৰৰ ভিতৰতো তেনেকৈ আছে। তথাপি হুইস্কিৰ বটল অনাটো বৰ বঢ়িয়া কাম হৈছে।

সি আনছেলমোক সুধিলে, "কেনে পাইছা খাই ?"

বুঢ়াই জুহালৰ ওচৰত হাঁহি বহি আছিল; তাৰ হাতত ডাঙৰ কাপটো। সি মূৰ জোকাৰিলে।

"কি ভাল পোৱা নাই ?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

আনছেলমোই ক'লে, "ছোৱালীজনীয়ে সবহ পানী মিহলালে।"

মেৰিয়াই ক'লে "ৰবাৰ্টৰ জোখাৰে পানী দিছোঁ। তোমাৰ বাবে বেলেগকৈ দিব লাগিছিল নেকি ?"

আনছেলমোই ক'লে, "নেলাগে। কিন্তু ভিতৰত পোৱা যেন কৰিলে মোৰ ভাল লাগে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেইখিনি মোক দি বুঢ়াক পোৱাকৈ বেলেগ অলপ মদ দিয়া।"

সি কাপৰ মদখিনি নিজৰ কাপত বাকি ললে আৰু খালি কাপটো ছোৱালীজনীক ওভোতাই দিলে। ছোৱালীজনীয়ে এইবাৰ সাৱধানে বটলৰ পৰা কাপত মদ বাকিলে।

আনছেলমোই কাপটো লৈ ডিঙিত কোট কোটকৈ বাকি দি "আঃ" বুলি শলাগিলে। মেৰিয়াই হাতত বটলটো লৈ ওচৰতে ৰৈ আছিল; তাইলৈ পিৰিকিয়াই চাওঁতে বুঢ়াৰ হুচকুৰেদি চকুলো বৈ আহিল। "এইটোৱেই··· এইটোৱেই···এইটোৱেই সেই বস্তু যি আমাৰ পেটৰ কেচু-কুমতি মাৰে।"

মেৰিয়াই হাতত বটলটো লৈয়েই জৰ্ডানৰ কাষ চাপি আহিল আৰু সুধিলে, "ৰবাৰ্টো, তোমাৰ খাবৰ সময় হ'লনেকি ?"

"খাবৰ হ'লনেকি ?',

"তোমাৰ মন গলেই দিব পৰা হৈ আছোঁ।"

"বাকীবোৰে খালে নেকি ?"



"অঁ। কেৱল তুমি, আনছেলমো আৰু ফাৰ্ণেণ্ডোহে আছাঁ।"

সি সুধিলে, "দিয়া তেন্তে, খাওঁ। তুমি খালানে নাই ?"

"পিলাৰৰ লগত পাছত খাম।"

"এতিয়া আমাৰ লগতে খোৱা।"

"ওহোঁ, ভাল নহ'ব।"

"আহাঁ, খোৱা। আমাৰ দেশত মতা মানুহে মাইকী মানুহক থৈ নেখায়।"

"তোমাৰ দেশৰ কথা বেলেগ। ইয়াত পাছত খোৱাই ভাল।"

মেজত বহি থকাৰে পৰাই পাব্‌লোৱে ক'লে, "খোৱা, এওঁৰ লগতে খোৱা। আহাৰ খোৱা, মদ খোৱা, একে লগে শোৱা, একেলগে মৰা গপ। তেওঁৰ দেশৰ দস্তুৰ মানি চলা।"

ৰবাৰ্ট জৰ্ডানে পাবলোৰ সমুখত থিয় হৈ ক'লে, "তুমি মাতাল হৈ আছা নেকি ?" ভোবোৰা দাড়িৰে কুৎসিৎ মানুহটোৱে তালৈ চাই তৃপ্তিৰে হাঁহিলে।

পাব্‌লোৱে সুধিলে, "অঁ। ইংলেচ, মতাই মাইকীয়ে একেলগে খোৱা তোমাৰ সেইখন দেশ ক'তহে ?"

"আমেৰিকা যুক্তৰাষ্ট্ৰৰ মণ্টানা ৰাজ্যত।"

"বাৰু তাতে মতা মানুহে মাইকী মানুহৰ দৰে মেখেলা ( স্কাৰ্ট ) পিন্ধেনেকি ?"

"ওহোঁ নহয়। সেইখন দেশৰ নাম স্কটলেণ্ড।"

পাব্‌লোৱে ক'লে "শুনাচোন। ইংলেচ, তোমালোকে যেতিয়া তেনে মেখেলা পিন্ধা, তলত কি পিন্ধা ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ পোছাক পাতি স্কটছ্‌বোৰৰ দৰে নহয়, কি পিন্ধে মযো নেজানো।"

পাবলোই ক'লে, "স্কটছবোৰৰ কথা কোৱা নাই হে। সিহঁতৰ কথা কোনে ভাবি মৰে ? এনেকুৱা নোহোৱা-নোপজা নামলৈ কোনে কেৰেপ কৰে। মই নকৰোঁ, বুজিছা ? তোমাকহে সুধিছোঁ। ইংলেচ, কোৱাচোন, তোমালোকৰ দেশত তোমালোকে মেখেলাৰ তলত কি পিন্ধা ?"

ৰবাৰ্ট জৰ্ডানে ক'লে "এই বাৰৰ সৈতে দুবাৰ তোমাক ক'লোঁ। আমি মেখেলা নিপিন্ধোঁ বুলি। মাতালেও নিপিন্ধে, বহুৱায়ো নিপিন্ধে।"

পাবলোৱে পেৰি পেৰি আকৌ সুধিলে, "কোৱা, মেখেলাৰ তলত কি পিন্ধা ? সকলোৱে জানে তোমালোকে মেখেলা পিন্ধা বুলি। আনকি সেনাবোৰেও

পিন্ধে। মই ফটোত দেখিছোঁ। প্ৰাইচৰ চাৰ্কাচতো দেখিছোঁ। ইংলেচ কোৱা, মেখেলাৰ তলত কি পিন্ধা ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "লিঙ্গ।"

আনছেলমো হাঁহিবলৈ ধৰিলে। বাকীবোৰেও হাঁহি ৰাখিব নোৱাৰিলে। মাত্ৰ ফাৰ্ণেণ্ডোই নেহাঁহিলে। সেই নিলাজ আৰু বেয়া শব্দটো মাইকী মানুহৰ আগত উচ্চাৰণ কৰাটো সি দোষৰ কথা বুলি ভাবিলে।

পাবলোই ক'লে, "সেইটোতো থাকেই। কিন্তু মোৰ কি ভাব হয় জানা? তোমালোকৰ যথেষ্ট পৰিমাণে "লিঙ্গ" থাকিলে কেতিয়াও মেখেলা নিপিন্ধা ?"

চেপেটা মুখৰ আৰু খৰানকা প্ৰিমিটোভো বোলা মানুহটোৱে ক'লে, "ইংলেচ, ইয়াক আৰু জোকাই নলবা। সি মাতাল। বাৰু কোৱাচোন, তোমালোকৰ মানুহে কি পোহে আৰু কি খেতি কৰে ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "গৰু-ম'হ আৰু ভেৰা পোহে। ঘেঁহু আদি অনেক শস্য আৰু উৰহীৰ খেতি কৰে। কিছুমানে চেনিৰ বাবে 'বীট'ৰ খেতিও কৰে।"

এইবাৰ তিনিওটা মেজৰ ওচৰত বহিল, আৰু পাবলোৰ বাহিৰে বাকী সকলোবোৰ সিহঁতৰ কাষ চাপি আহিল। পাবলোই মদৰ কলহ এটা লৈ অকলে বহি ললে। আগনিশাৰ দৰেই সেই নিশা খাবলৈ "ষ্টু" দিছিল, ৰবাৰ্ট জৰ্ডানে হেঁপাহ পলুৱাই খালে।

প্ৰিমিটোভেই বিনীত ভাৱে সুধিলে, "তোমাৰ দেশত পৰ্বত আছেনে? নামটো শুনি পৰ্বত থকা যেন লাগে।" কথা-বতৰা আন ফালে ঢাল খুৱাবলৈও সি এই প্ৰশ্ন কৰিছিল, কাৰণ পাবলোৰ মাত্‌লামি দেখি তাৰ অসহ হৈছিল।

"আমাৰ দেশত বহুত পৰ্বত আছে ; পৰ্বতবোৰ বৰ ওখ।"

"বাৰু ভাল চৰণীয়া পথাৰ আছেনে ?"

"খুব ভাল চৰণীয়া পথাৰ আছে ; জহ কালিৰ চৰণীয়া পথাৰবোৰ চৰকাৰে চলায়। জাৰকালি গৰুমহবোৰ পৰ্বতৰ তললৈ নমাই অনা হয়।"

"তাত মাটিৰ গৰাকী খেতিয়ক নে কোন ?"

"বেচি ভাগ মাটিয়েই খেতিয়কৰ। আদিতে মাটি চৰকাৰৰ আছিল ; ঘৰ সাজিবলৈ বা মাটিৰ উন্নতি সাধিবলৈ আগবাঢ়ি অহা একোটা মানুহে নিজৰ নামত ডেৰশ হেক্টা একৰ মাটিলৈকে লব পাৰে।"



অগষ্টিনে সুধিলে, "তাকে কেনেকৈ দিয়া-লোৱাৰ ব্যৱস্থা কৰে ? কৃষি সংস্কাৰৰ দৃষ্টিৰ পৰা এইবোৰ কথা খুব তাৎপৰ্যপূৰ্ণ।"

মাটি-বাৰীৰ বন্দৱস্তিৰ বিষয়ে ৰবাৰ্ট জৰ্ডানে এটা বিতং বিৱৰণী দিলে। এই বন্দৱস্তিক আগেয়ে তাৰ কৃষি-সংস্কাৰ বুলি ধাৰণা হোৱা নাছিল।

প্ৰিমিটোভোই ক'লে, "বৰ সুন্দৰ ব্যৱস্থা। তেনেহলে তোমালোকৰ দেশতো কমিউনিজম আছে ?"

"ওহোঁ নাই। আমাৰ খন ৰিপাব্লিক। ৰিপাব্লিকতে এনে কাম হয়।"

অগষ্টিনে ক'লে, "মোৰো ধাৰণা ৰিপাব্লিকৰ ভিতৰতে সকলো কাম সুন্দৰ ভাৱে কৰিব পাৰি। আন ধৰণৰ চৰকাৰ প্ৰতিষ্ঠা কৰাৰ কোনো আৱশ্যকেই নাই।"

এণ্ড্ৰেছে সুধিলে, "তোমালোকৰ তাত ডাঙৰ মালিক আছে নে ?"

"বহুত আছে।"

"তেনেহলে বহুত গ্লানিও আছে।"

"অঁ। থাকিবই। বহুত গ্লানি আছে।"

"তোমালোকে জানো সেই গ্লানিবোৰ আঁতৰাই নেপেলাবা ?"

"আমি চেষ্টা কৰি আছোঁ। কিন্তু তথাপিও বহুত গ্লানি আছে।"

"তোমালোকৰ তাত জানো ডাঙৰ খাত-পাম নাই, সেইবোৰ জানো ভাঙি পেলাব নেলাগে ?"

"লাগে। কিন্তু তাৰ বহুত মানুহে ভাবে টেক্সেই খাত-পামবোৰ ভাঙি পেলাব।"

"কেনেকৈ ?"

ৰবাৰ্ট জৰ্ডানে কটাৰে "ষ্টু'ৰ বাটিটো মোহাৰি মোহাৰি, আয়কৰ আৰু উত্তৰাধিকাৰ কৰ কেনেকৈ লগায় তাক বুজালে। তাৰ পিচত কলে, "কিন্তু তথাপিও ডাঙৰ খাত-পামবোৰ ৰৈ গৈছে। মাটিতো টেক্স লগোৱা হৈছে।"

"কিন্তু ডাঙৰ মালিক আৰু ধনী সম্প্ৰদায়ে টেক্সৰ বিৰুদ্ধে বিদ্ৰোহ নকৰিব বুলি ভাবানেকি? এনে ট্ৰেক্স বৈপ্লৱিক যেন লাগে মোৰ। যেতিয়া সিহঁতৰ স্থিতি সংকটাপন্ন হ'ব তেতিয়া চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব—যেনেকৈ ইয়াত ইয়াৰ ফেচিষ্টবোৰে কৰিছে।" —প্ৰিমিটোভোৱে মন্তব্য কৰিলে।

"হ'ব পাৰে।"

"তেতিয়া তোমালোকেও তোমালোকৰ দেশত আমাৰ দৰেই যুঁজিব লাগিব।"

"অঁ। আমি যুঁজিব লাগিব।"

"কিন্তু তোমালোকৰ দেশত জানো সৰহকৈ ফেচিষ্ট আছে?"

"বহুত এনেকুৱা মানুহ আছে যি নিজক ফেচিষ্ট বুলি নেভাবে কিন্তু সময়ত হ'বগৈ।"

"কিন্তু বিদ্ৰোহ নকৰালৈকেতো তোমালোকে সিহঁতক নিৰ্মূল কৰিব নোৱাৰা?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ওহোঁ, নোৱাৰোঁ। আমি বাইজক এনেকৈ শিক্ষা দিম যাতে তেওঁলোকে ফেচিজিমক ভয় কৰিবলৈ শিকে আৰু তাৰ উদ্ভৱ হ'লে তাৰ বিৰুদ্ধে যুঁজে।"

এণ্ড্ৰেছে ক'লে, "বাৰু তুমি জানানে ফেচিষ্ট ক'ত একেবাৰে নাই?"

"ক'ত?"

এণ্ড্ৰেছে দাঁত নিকটাই হাঁহি ক'লে, "পাব্লোৰ নগৰত।"

প্ৰিমিটোভোই ৰবাৰ্ট জৰ্ডানক সুধিলে, "সেইখন গাৱঁত কি ঘটিছিল তুমি জানানেকি?"

"অঁ। মই ঘটনাবোৰ শুনিছোঁ।"

"কাৰ পৰা? পিলাৰৰ পৰা?"

"অঁ।"

"তুমি তাইৰ পৰা শেষৰ পিনৰ কথা নিশ্চয় শুনা নাই। কাৰণ তাই খিড়িকীৰ দাঁতিৰ চকীৰ পৰা সৰি পৰাত তাই শেষটুকুৱা নেদেখিলে।" পাব্লোই গহীন ভাৱেৰে ক'লে।

পিলাৰে ক'লে "তুমিয়েনো তেনে নোকোৱা কিয়? মই নেজানো, গতিকে তুমিয়ে কোৱা।"

পাব্লোৱে উত্তৰ দিলে, "নকওঁ। মই কাকো কোৱা নাই।"

পিলাৰে ক'লে "অঁ নকবাতো। এতিয়া ভাবিছা তেনে ঘটনা নঘটা হ'লেই ভাল আছিল।"

পাব্লোই ক'লে, "সেইটো সঁচা নহয়। যদি মোৰ দৰে সকলোৱেই ফেচিষ্ট বধিলেহেঁতেন, তেন্তে এই যুদ্ধ নহলহেঁতেন। কিন্তু এই কথা ঠিক যে তদ্ৰূপ তেনেকৈ ঘটনা ঘটিবলৈ নিদিলোঁহেঁতেন।"



প্ৰিমিটোভোই ক'লে, "কিয় তেনেকৈ কৈছা? তাৰ মানে তোমাৰ ৰাজনীতি সলনি হৈছে।"

পাব্লোই ক'লে, "নাই হোৱা। তেতিয়া মই বৰ বেছি নিষ্ঠুৰ আছিলোঁ।"

পিলাৰে ক'লে, "তাতে এতিয়া আকৌ মাতাল হৈ পৰিছা।"

পাব্লোই ক'লে, "অঁ। তোমাৰ সন্মতিক্ৰমে।"

মানুহজনীয়ে উত্তৰ দিলে, "তুমি নিষ্ঠুৰ থাকোঁতেই তোমাক মই বেছি ভাল পাইছিলোঁ। মানুহৰ ভিতৰত অধইচ্ হৈছে মাতালবোৰ। চুৰ নকৰা চোৰ বোৰো ঠিক তেনে জঘন্য। মহাজনে ঘৰত বহি বেপাৰ নকৰে। ঘৰত থাকিলে ঘাতকে হাতৰ তেজ ধুই হাত পখালিব পাৰে। কিন্তু মাতালে মুখৰ পৰা ভেকেটাভেকেট গোন্ধ উলিয়াম, নিজৰ বিচনাতে বমি কৰে আৰু নিজৰ সৰ্বস্ব মদত ডুবাই দিয়ে।"

পাব লোই ক'লে, "তুমি মাইকী মানুহ, এইবোৰ একো নুবুজা। মই মদ খাই পগলা হৈছোঁ। মানুহবোৰ নমৰা হ'লে মই সুখীয়েই হলোঁহেঁতেন। সিহঁতৰ কথা মনত পৰিলে মোৰ কলিজা ক'লা পৰে।" এই বুলি বিষণ্ন মনে এনেকৈ মূৰ লৰালে, যে সমজুৱাৰ হাঁহিহে উঠিল।

পিলাৰে ক'লে, "ইয়াক চৰ্দোৱে তনা বিধৰ কেই ঢোকমান দিয়া। যাতে অলপ তেজ উথলে। নহলে বেজাৰত মানুহটোৰ মুখলৈ চাব নোৱাৰা হৈছে।"

পাব্লোই ক'লে, "যদি শক্তি থাকিলহেঁতেন তেন্তে সিহঁতক মই জীয়াই পেলালোঁহেঁতেন।"

অগষ্টিনে তাক ক'লে, "যা, তোৰ মূৰটো কৰগৈ। এই কি বোৰত সোমালোঁহি?"

পাব্লোৱে ক'লে, "মই সিহঁত সকলোবোৰকে জীয়াই তুলিম। প্ৰত্যেকটোকে।"

অগষ্টিনে তালৈ চাই চিঞৰি উঠিল, "যা, মাৰৰ মূৰটো কৰগৈ। হয় ভাল মানুহৰ দৰে কথা ক, নহলে ওলাই যা। সেই মৰাবোৰ জানো ফেচিষ্ট নাছিল?"

পাব্লোৱে ক'লে, "তুমি মোৰ কথা শুনিছিলা নে নাই? সিহঁতক মই জীয়াই তুলিম।"

পিলাৰে ক'লে, "তাৰ পিচত পানীত খোজ কাঢ়ি ফুৰিবা। জীৱনত এনে মানুহ দেখা নাই। যোৱা কালিলৈকে তোমাৰ গাত যৎকিঞ্চিৎ পুৰুষালি আছিল।

এতিয়া ভিজা মেকুৰী হ'বৰো যোগ্য হৈ থকা নাই। মদত মছগুল হৈহে দেখিছো তুমি আনন্দ পাইছা।"

পাব্‌লোৱে মূৰ জোকাৰি ক'লে, "আমি হয় সকলোকে বধিব লাগিছিল, নহয় কাকো বধিব নেলাগিছিল।"

অগষ্টিনে ক'লে, "শুনাচোন ইংলেচ! তুমি স্পেইনলৈ কেনেকৈ আহিবলৈ পালা? পাব্‌লোৰ কথাত নেলাগিবা। সি দুৰ্ঘোৰ মাতাল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই বাৰ বছৰৰ আগতে আহিছিলোঁ দেশখন চাবলৈ আৰু ভাষা শিকিবলৈ। মই তাত বিশ্ববিদ্যালয় এটাত স্পেনিশ শিকাওঁ।"

প্ৰিমিটোভোই ক'লে, "তোমাক প্ৰফেশ্বৰ যেন দেখায়।"

পাব্‌লোই ক'লে, "এওঁৰ দাড়ি নাই। মন কৰিছানে। দাড়ি নাই।"

"তুমি সঁচাকৈয়ে বাৰু প্ৰফেশ্বৰ নেকি?"

"শিক্ষকহে।"

"তাৰ মানে ল'বা পঢ়ুওৱা?"

"অঁ।"

এণ্ড্ৰেছে সুধিলে, "পিছে স্পেনিশ শিকোৱা কিয়? তুমি ইংৰাজ যেতিয়া ইংলিচ শিকোৱাহে সহজ।"

আন্‌ছেলমোই ক'লে, "এওঁ আমাৰ দৰেই স্পেনিশ ক'ব পাৰে। গতিকে স্পেনিশ নিশিকাবই বা কিয়?"

ফাৰ্ণেণ্ডোই ক'লে, "হয়। পিচে বিদেশী এজনে স্পেনিশ ভাষা শিকোৱাটো স্পৰ্দ্ধা নহয় জানো? অৱশ্যে তোমাৰ ওপৰত মোৰ একো নালিশ নাই, ডন ৰবাৰ্টো।"

পাব্‌লোই ক'লে, "এওঁ ভুৱা প্ৰফেশ্বৰ।" কথা কৈ মানুহটো নিজত নিজে মজি গ'ল। তাৰ পিচত ক'লে, "এওঁৰ দাড়ি নাই।"

ফাৰ্ণেণ্ডোই ক'লে, "তুমি আচলতে ইংৰাজীহে ভালকৈ জানা। গতিকে ইংৰাজী শিকালেহে সহজ হ'ব, ভাল হ'ব আৰু প্ৰাঞ্জল হ'ব।"

পিলাৰে মাজতে ক'বলৈ আৰম্ভ কৰিলে, "এওঁ স্পেনিশ মানুহক নিশিকায়।"

ফাৰ্ণেণ্ডোই ক'লে, "মোৰো ধাৰণা নিশিকায়।"

পিলাৰে ক'লে, "গাধটো কৰবাৰ! মই কৈ শেষ কৰোঁচোন, ৰ'বা। এওঁ এমেৰিকানক স্পেনিশ শিকায়। উত্তৰ পৰীয়া এমেৰিকানসকলক।"



ফাৰ্ণেণ্ডোই সুধিলে, "তেওঁলোকে স্পেনিশ ক'ব নোৱাৰে নেকি? দক্ষিণৰ এমেৰিকানবোৰে দেখোন পাৰে।"

পিলাৰে ক'লে, "হেৰা গাধ। এওঁ ইংৰাজী জনা উত্তৰ পৰীয়াসকলকহে স্পেনিশ শিকায়।"

ফাৰ্ণেণ্ডোই ক'লে, "তেওঁৰ ভাষা যেতিয়া ইংৰাজী, তেওঁৰ বাবে ইংৰাজী শিকোৱা সহজ হ'ব বুলি মই এতিয়াও ভাবোঁ।"

পিলাৰে হতাশাত মূৰ জোকাৰি ৰবাৰ্ট জৰ্ডানৰ ফালে চাই ক'লে, "এওঁ স্পেনিশ কোৱা শুনা নাই নে?"

"হয়, কিন্তু উচ্চাৰণত অলপ হেনাহুঁচা আছে। ধৰণটো—"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "কোন ঠাইৰ ধৰণ?"

ফাৰ্ণেণ্ডোই কৃত্ৰিম সুৰত ক'লে "এস্ত্ৰেমাডুৰাৰ।"

পিলাৰে ক'লে, "হে হৰি! কি যে মানুহৰ লগত সং হ'ল!"

ৰবাৰ্ট জৰ্ডানে ক'লে, "হ'ব পাৰে। মই তাৰ পৰাই আহিছোঁ।"

পিলাৰে ক'লে, "সেই কথা সিও জানে।" তাই ফাৰ্ণেণ্ডোৰ ফালে চাই ক'লে, "হেৰা কথাচহকী। পেট ভৰিলে নে নাই, আৰু কিবা দিম নেকি?"

ফাৰ্ণেণ্ডোই তাইক ক'লে, "আছে যদি আৰু অলপ খাব পাৰিলোঁহেঁতেন। পিচে ডন ৰবাৰ্টো, তুমি নেভাবিবা যে মই তোমাৰ বিৰুদ্ধে কিবা কৈছোঁ।"

অগষ্টিনে সুধিলে, "আকৌ সেই লেতেৰা সম্বোধন। ইমান এটা ডাঙৰ বিপ্লৱ কৰাৰ পাছতো জানো কমৰেডক ডন ৰবাৰ্টো বোলা ভাল?"

ফাৰ্ণেণ্ডোই ক'লে, "মোৰ ধাৰণা বিপ্লৱৰ অৰ্থ এয়ে যে সকলোৱে সকলোকে ডন বুলিব। ৰিপাব্লিকৰ তলত এনে হোৱাই উচিত।"

অগষ্টিনে ক'লে, "আকৌ সেই ফেদেলী পুৰাণ।"

"মোৰ ধাৰণা, ডন ৰবাৰ্টোই স্পেনিশতকৈ ইংৰাজীহে বেছি সহজে আৰু পৰিষ্কাৰকৈ পঢ়ুৱাব পাৰিব।" ফাৰ্ণেণ্ডোই ক'লে।

পাব্‌লোই তেনেতে মাত লগালে, "ডন ৰবাৰ্টোৰ দাড়ি নাই। তেওঁ ভুৱা প্ৰফেশ্বৰ।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "কি কৈছা মোৰ দাড়ি নাই। এইবোৰ কি চোৱা-চোন।" এইবুলি সি থুঁতৰি আৰু গালত হাত ফুৰাই তিনি দিনে হুখুৰোৱা ভোবোৱা বঙচুৱা দাড়িবোৰ দেখুৱালে।

"সেইবোৰ জানো দাড়ি? সেইবোৰ দাড়ি নোবোলে। এওঁ ভুৱা প্ৰফেশ্বৰ।" পাবলোৰ কথাৰ সুৰত এইবাৰ আনন্দ ফুটি উঠিল।

অগষ্টিনে ক'লে, "তহঁতৰ মূৰটো। এইখন পগলা ফাটেক যেন হে লাগিছে।"

পাব্লোৱে তাক কলে, "তুমি মদ খোৱা। মই খোৱা বাবে সকলো স্বাভাৱিক যেন দেখিছোঁ। অৱশ্যে ডন ৰবাৰ্টোৰ দাড়িৰ বাহিৰে।"

মেৰিয়াই এইবাৰ ৰবাৰ্ট জৰ্ডানৰ দাড়িত হাত ফুৰাই চালে।

তাই পাব্লোলৈ চাই ক'লে, "এওঁৰ দাড়ি আছে।"

পাব্লোই ক'লে, "তুমি জানিবাতো।" ৰবাৰ্ট জৰ্ডানে এইবাৰ পাব্লোৰ ফালে চালে।

ৰবাৰ্ট জৰ্ডানৰ ভাব হ'ল, পাবলো সিমান মাতাল হোৱা নাই। সি খুব মাতাল হোৱা নাই। গতিকে তাৰ ওপৰত চকু ৰখাই ভাল।

সি পাব্লোলৈ চাই ক'লে, "শুনা। বৰফ কিমান পৰলৈ পৰিব?"

"তোমাৰ কি ভাব?"

"মই তোমাকহে সুধিছোঁ।"

পাব্লোৱে ক'লে, "আন এজনক সোধা। মই তোমাৰ বাতৰি যোগনিয়াৰ নহয়। তোমাৰ বাতৰি যোগনিয়াৰে ইতিমধ্যে খবৰ দিছে। মানুহজনীক সোধা। তাইহে গৰাকী—কমাণ্ডাৰ।"

"মই তোমাকহে সুধিছোঁ।"

"তোমালোকৰ মূৰটো। তুমি, মানুহজনী আৰু ছোৱালীজনী জহান্নামে গ'লেই ভাল।"

প্ৰিমিটোভোই ক'লে, "ই মাতলামি কৰিছে। ইংলেচ, তাৰ কথাত কাণ নিদিবা।"

ৰবাৰ্ট জৰ্ডানে ক'লে "মোৰ ধাৰণা, সি সিমান মাতাল নহয়।"

মেৰিয়া জৰ্ডানৰ পিঠি ফালে থিয় দি আছিল আৰু পাব্লোৱে জৰ্ডানৰ গাৰ ওপৰেদি তাইৰ ওপৰত চকু দিছিল। ৰবাৰ্ট জৰ্ডানৰ ভাব হ'ল যেন পাব্লোৰ ঘূৰণীয়া ভোবোৰা দাড়িৰ মুখখনৰ পৰা এহাল বৰাগাহৰিৰ চকুৱেহে যেন চাইছে। চকুহালি সৰু। এই যুদ্ধত সি বহুত ঘাতকক লগ পাইছে; আগতেও ভালেমানৰ সংস্পৰ্শত আহিছে। কিন্তু সিহঁতৰ জাত বেলেগ। ইয়াৰ লগত সিহঁতৰ সাধাৰণ বৈশিষ্ট্য বা লক্ষণ নিমিলে। অপৰাধকাৰী বুলি জাত এটা বেলেগে নাই। কিন্তু পাব্লো দেখিবলৈ শুৱনি নহয়।



সি পাব্লোলৈ চাই ক'লে, "মোৰ ভাব তুমি মদো ভালকৈ খাব নোৱাৰা আৰু মাতলামিও কৰিব নোৱাৰা।"

পাব্লোৱে সসম্ভ্ৰমেৰে মাত লগালে, "মই মাতাল। মদ খোৱাটো একো কথা নহয়। মাতাল হোৱাটোহে ডাঙৰ কথা। মই মাতাল হৈছোঁ।"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "মোৰ সন্দেহ হৈছে। কাপুৰুষালি নকৰিবা।"

গুহা কাঁহ পৰি জীন গ'ল। পিলাৰৰ জুহালত পোৱা খৰিৰ মৰমৰণি ভালকৈ শুনিবলৈ পোৱা গৈছিল। নিজৰ ভৰি পোনাওঁতে ভেৰাৰ ছালখন খৰখৰোৱা শুনা গৈছিল। বাহিৰত বৰফ পৰাৰ শব্দও সি যেন শুনিবলৈ পাইছিল। আচলতে সেই শব্দ শুনা নাছিল, কিন্তু বৰফ পৰা ঠাইৰ নিৰ্জনতাৰ শব্দ শুনিছিল।

ৰবাৰ্ট জৰ্ডানে ভাবিছিল, ইয়াক মাৰি পেলাই আপদ গুচাব পাৰেঁ। সি কি কৰিব তাক অনুমান কৰা তাৰ পক্ষে টান। কিন্তু কিবা যে ভাল কৰিব তাকো আশা কৰিব নোৱাৰি। পৰহিলৈ দলংখন ভঙাৰ কথা। এই মানুহটো বেয়া, গতিকে সি ভয়ৰ কাৰণ হৈ পৰিছে। হয়তো এতিয়া গোটেই কামটোৰ সফলতাৰ বাবেই বিপদ আহি পৰিছে। গতিকে আপদ আগতে গুচোৱাই ভাল।

পাব্লোৱে তালৈ চাই দাঁত নিকটাই হাঁহিলে। এটা আঙুলি তুলি তাৰ ডিঙি মোহাৰিলে। সি মূৰ জোকাৰি চুটি নোদোকা ডিঙিটো দুয়ো ফালে দুবাৰ ঘূৰালে।

সি ক'লে, "ওহোঁ, ইংলেচ। মোক জোকাই নলবা।" এই বুলি সি পিলাৰলৈ চাই ক'লে, "এইদৰে মোক তোমালোকে নিৰ্মূল কৰিব নোৱাৰা।"

ৰবাৰ্ট জৰ্ডানে নিজৰ কৰ্তব্য কি বুজি পালে। সি ক'লে, "নিলাজ, কাপুৰুষ।"

পাব্লোৱে ক'লে, "হ'ব পাৰে। কিন্তু মোক জোকাই নলবা। ইংলেচ, এতিয়া অলপ মদ খোৱা। সেই মানুহজনীকো কোৱা যে উদ্দেশ্য সিদ্ধি নহ'ল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "কেপকেপাই নেথাকিবা। মোৰ নিজৰ গৰজতে তোমাক জোকাইছোঁ।"

পাব্লোৱে ক'লে, "একো লাভ নাই। মই খং নেখাওঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি নোহোৱা নোপজা জীব!" এইবাৰ জৰ্ডানে ভাবিলে সি দুনাই কৰ্তব্যভ্ৰষ্ট হ'ব নোখোজে। এই সুযোগ সি নেৰে।

পিচে কথা কোৱাৰ লগে লগে তাৰ অনুভৱ হ'ল এনে ধৰণৰ ভাবুকি সি আগেয়েও দিছিল। চকৰিত ঘূৰি ঘূৰি যেন কোনোবা গ্ৰন্থৰ বা সপোনৰ চৰিত্ৰৰ কাৰ্যৰ স্মৃতিয়েই আকৌ আহি মনত ধৰা দিছেহি, এনে অনুমান হ'ল।

"অঁ নোহোৱা-নোপোজাই। নোহোৱা-নোপজা আৰু বৰ মাতাল। ইংলেচ, তোমাৰ স্বাস্থ্যৰ বাবে মদ পান কৰোঁ আহাঁ।" এই বুলি পাব্লোৱে মদৰ পাত্ৰত কাপ জুবুৰিয়াই দাঙি ললে আৰু কলে, "তোমাৰ শক্তিৰ জয় হওক।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে এই মানুহটো সঁচাকৈয়ে এক ধৰণৰ। খুব জটিল আৰু টানিবাজী খেলা লোক। ইতিমধ্যে তাৰ উশাহ ডাঙৰ হৈ আহিল, আৰু তাৰ শব্দত জুইৰ শব্দ নুশুনাত পৰিলহি।

ৰবাৰ্ট জৰ্ডানে ক'লে, "এইবাৰ তোমাৰ স্বাস্থ্যৰ বাবে।" এই বুলি সিও মদৰ পাত্ৰত কাপটো জুবুৰিয়াই ললে। এনেকুৱা শপতবোৰৰ পিচতহে বিশ্বাসঘাতকতাৰ ওজন বেছি হয়। গতিকে স্বাস্থ্য পান কৰাই ভাল। সি ক'লে, "মোৰ প্ৰণিপাত লোৱা। প্ৰণিপাত।" তাৰ পিচত মনে মনে ভাবিলে, এইবাৰ তোমাৰ পাল, প্ৰণিপাত কৰা।

গহীন হৈ পাব্লোৱে ক'লে, "ডন ৰবাৰ্টো।"

উত্তৰত ৰবাৰ্ট জৰ্ডানে ক'লে, "ডন পাব্লো।"

পাব্লোই ক'লে, "তোমাৰ দাড়ি নাই বাবে তুমি অধ্যাপক নহয়। মোক আঁতৰাবৰৈলে হ'লে মোক বধ কৰিব লাগিব। কিন্তু সিমান সাহস তোমাৰ নাই।"

কথা কৈ পাব্লোৱে তাৰ মুখলৈ দাঁত কামুৰি একেথৰে চাই আছিল, দেখিবলৈ সাইলাখ মাছৰ মুখৰ দৰে লাগিছিল। ৰবাৰ্ট জৰ্ডানে তাৰ মূৰটোলৈ চাই থাকোঁতে ভাব হ'ল সি যেন "কেটেলা" মাছ হে (Porcupine fish) দেখিছে। এই মাছটোৱে বতাহ খায় আৰু ধৰাৰ পিচত ফুলি পৰে।

ৰবাৰ্ট জৰ্ডানে কাপটো তুলি লৈ মুখত দি ক'লে "প্ৰণিপাত, পাবলো! মোৰ প্ৰণিপাত লোৱা। তোমাৰ পৰা মই ভাল শিক্ষা পাইছোঁ।"

পাব্লোই মূৰ জোকাৰি ক'লে, "মই প্ৰফেশ্বৰক শিকাইছোঁ। ঠিকেই। এতিয়া আহাঁ, দুয়ো সখি পাতোঁ।"



ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "আমি আগৰে পৰা বন্ধু চোন!"

"কিন্তু এইবাৰ ভালকৈ সখি পাতিম।"

"আমি ইতিমধ্যে ভাল বন্ধু হৈয়ে আছো দেখোন।"

অগষ্টিনে ক'লে, "মই ইয়াৰ পৰা ওলাই যাম। মানুহে কয়, এনেবোৰ অবান্তৰ কথা ওৰে জীৱনত এভাবমান হ'লেই হয়, কিন্তু চাই থাকোঁতেই তেনেকুৱা দুভাৰ আহি কাণত সোমালহি।"

পাবলোই তালৈ চাই সুধিলে, "কি হে নিগ্ৰো ককাই, তোমাৰ হ'ল কি? ডন ৰবাৰ্টোৰ লগত মই বন্ধু হ'লে তোমাৰ কিবা ক্ষয় যায় নেকি?"

"কাক নিগ্ৰো বুলিছ? মুখ চম্ভালি কথা কবি।" এই বুলি অগষ্টিনে মোচা দাঙি পাব্লোৰ ওচৰ পালেগৈ।

পাব্লোৱে ক'লে, "আনে যি বোলে তাকেহে মই কৈছোঁ।"

"তুমি নকৰা।"

"তেনেহলে বগা চামৰা বুলিম।"

'তাকো নকৰি।"

"তেনে কি বুলিম? ৰঙা মানুহ?"

"তাকো নকৰি।"

"তেনে কি বুলিম? ৰঙা মানুহ?"

"অঁ। ৰঙা! আমাৰ সেনাবাহিনীৰ ৰঙা তৰাটো আৰু ৰিপাব্লিকৰ মই সেৱক। মোৰ নাম অগষ্টিন।"

পাবলোই ক'লে, "এওঁলৈ চোৱা, ইংলেচ। বৰ দেশ-সেৱক চেলাইছে।"

অগষ্টিনে এইবাৰ বাওঁ হাতখন পিচফাললৈ নি সমুখৰ ফালে পুনৰ ঘূৰাই পাবলোৰ মুখত টানকৈ এঘোচা লগাই দিলে। পাবলো য'তে আছিল তাতে বহি ৰ'ল। তাৰ মুখৰ কোৱাবিয়েদি মদ বিৰিঙি আছিল; আৰু মুখৰ ভাৱো যেনে আছিল তেনেই থাকিল। কিন্তু ৰবাৰ্ট জৰ্ডানে দেখিলে যে তাৰ মেকুৰিৰ দৰে সৰু চকুৰ মণি দুটা যেন সৰহ পোহৰতহে সংকুচিত হৈ পোন ক্ষুদ্ৰ ৰেখাৰ দৰে জিলিকিছে।

পাবলোৱে ক'লে, "ইয়াৰেই নহৰ। আইদেউ, এই দি নহৰ বুজিছা।" এই বুলি সি পিলাৰলৈ চালে আৰু ক'লে, "মোৰ খং উঠা নাই।"

অগষ্টিনে তাক আকৌ ঘোচা দিলে। এইবাৰ সি টান মুঠিৰে মুখত

ঘুচিয়ালে। ৰবাৰ্ট জৰ্ডানে মেজৰ তলত লুকুৱাই থোৱা হাতখনত পিস্তলটো ধৰি আছিল। ইতিমধ্যে সি তাৰ "চেফ্‌টি কেচ্" খুলি লৈছিল আৰু বাওঁ হাতেৰে মেৰিয়াক আঁতৰলৈ ঠেলি দিছিল। তাই মাথোন অলপ আঁতৰলৈ যোৱা দেখি সি তাইৰ কামিহাড়ত ঢকিয়াই আৰু দূৰলৈ যাবলৈ ঠেলা দিলে। তাই এইবাৰ আঁতৰি গ'ল আৰু লগে লগে চকুৰ ঠাঁৰেৰে তাইক চাই ৰ'ল। মেৰিয়া গুহাৰ দাঁতিয়েদি গৈ জুহাল পালেগৈ। তেতিয়া জৰ্ডানে একান্ত মনে পাবলোৰ মুখমণ্ডল নিৰীক্ষণ কৰিবলৈ ধৰিলে।

লাওমূৰা মানুহটোৱে তেতিয়াও তাৰ সৰু চেপেটা চকুযুৰিৰে অগষ্টিনক চাই আছিল। লাহে লাহে তাৰ চকুৰ মণি আৰু জাপ খাই গৈছিল। এইবাৰ সি নিজৰ কোৱাৰি চেলেকি হাতৰ বিপৰীত ফালেৰে মুখ মচি ললে। তাৰ পিচত হাত চাই তাত তেজ দেখিলে। সি জিভাৰে ওঁঠ চেলেকি এইবাৰ থুই পেলালে। তাৰ পিচত ক'লে, "অকল খং খোৱাই নহয়। মই মূৰ্থ নহয়। মই কাৰো খঙো নোতোলোঁ।"

অগষ্টিনে ক'লে, "পিত্ হলেহে। তই পুৰুষ নে কি ?"

পাবলোৱে ক'লে, "তাক তুমিয়েই জনা উচিত। এই মানুহজনীক জানো নিচিনা।"

অগষ্টিনে এইবাৰ আকৌ তাৰ মুখত টানকৈ ঘোচা মাৰিলে ; কিন্তু পাবলোৱে হাঁহি উৰাই দিলে। হাহোঁতে তাৰ হালধীয়া, পোকে খোৱা, ভগা দাঁত দুপাৰি বঙা আলুৰে সৈতে জিলিকি উঠিল।

পাবলোৱে ক'লে "এইবোৰ এতিয়া এৰা।" এইবুলি সি কাপটো লৈ পাত্ৰৰ পৰা মদ আনিবলৈ হাত মেলিলে। লগে লগে ক'লে, "ইয়াৰ কাৰো সাধ্য নাই মোক মৰাত। আৰু এইবোৰ ঘোচা অৰ্থহীন।"

অগষ্টিনে ক'লে "কাপুৰুষ।"

পাবলোৱে মুখত মদ বাকি কুলকুলি কৰি মাটিত থুই পেলাই ক'লে, "কথাৰো দৰকাৰ নাই। কথাৰে মোক লৰোৱা টান এতিয়া।"

অগষ্টিনে তাতে বৈ চাই থাকিল। মুখত গালি-শপনি ওলাল ; তাকে লাহে লাহে এটা এটাকৈ ফুটাই খণ্ডত আৰু ঘৃণাত বৰ্ষণ কৰিবলৈ লাগিল। যেন অগষ্টিনে গালি-শপনি পৰা নাই, গাড়ীৰ পৰা দীঘল কোৰেৰে গোবৰ তুলি পথাৰত জমাইছে হে।



পাবলোই ক'লে, "তাৰেও নহয়। অগষ্টিন, এইবোৰ বাদ দিয়া। মোক ঘুচিয়াই লাভ নাই। অলপ থিৰ হোৱা।"

অগষ্টিনে এইবাৰ তাৰ ফালে পিঠি দি দুৱাৰমুখ পালেগৈ।

পাবলোৱে ক'লে, "বাহিৰলৈ নেযাবা। খুব বৰফ পৰিছে। ইয়াতে অলপ থিৰেৰে থাকা।"

"তই, তই..." দুৱাৰ মুখৰ পৰা মুখ ঘূৰাই অগষ্টিনে ক'লে, আৰু তাৰ মনৰ সকলো ঘৃণা "তুঁ" শব্দটোত প্ৰকাশ পালে।

পাবলোৱে ক'লে, "অঁ মই। ময়েই। তুমি মৰিলেও মই নমৰোঁ, জীয়াই থাকিম।"

সি আৰু একাপ মদ লৈ এইবাৰ ৰবাৰ্ট জৰ্ডানলৈ আগবঢ়াই দিলে। "এই কাপ প্ৰফেশ্বৰৰ।" সি এই কথা কৈ পিলাৰক ক'লে, "এইবাৰ মহামান্য শাসকীয়নীৰ হে আৰু সকলোবোৰ মায়ামুগ্ধ লোকৰ হে।" এই বুলি সি স্বাস্থ্য-পানৰ প্ৰস্তাৱ কৰিলে।

অগষ্টিনে কোৱেৰে পাবলোৰ গুৰিলৈ গৈ, হাতৰ কাষত খুন্দিয়াই কাপটো তাৰ হাতৰ পৰা ওফোৰাই পেলাই দিলে।

পাবলোৱে ক'লে, "এইবোৰ বস্তু নষ্ট হ'ল। এইবোৰ অৰ্থহীন কাম।"

অগষ্টিনে তাক বেয়াকৈ কিবাকিবি ক'লে।

পাবলোৱে আৰু এটা কাপ জুবুৰিয়াই মদ আনি ললে, "একো নহ'ব। মই মাতাল হৈ আছোঁ বুজিছা। মাতাল হৈ থাকিলে মই কথা নকওঁ। কেতিয়াবা মোক বৰকৈ কথা কোৱা জানো দেখিছা ? কিন্তু বুধিয়ক মানুহে মূৰ্খৰ লগত বাস কৰিবলৈ হ'লে এনেকৈ মদ খাব লগা হয়।"

পিলাৰে তালৈ চাই ক'লে, "তোমাৰ কাপুৰুষালি দেখি ঘৃণা হয়। তোমাক চিনিবলৈ বাকী নাই। তুমি কিমান কাপুৰুষ তাক মই জানো।"

পাবলোৱে ক'লে, "এই মানুহজনীৰ কথা শুনা। মই ঘোঁৰা চাবলৈকে ওলাই যাওঁ।"

অগষ্টিনে ক'লে, "যোৱা, ঘোঁৰাবোৰকে চাই ফলোৱাগৈ। এইটো তোমাৰ স্বভাৱেই।"

"নহয়" পাবলোৱে ক'লে। কোৱাৰ লগে লগে সি মূৰ জোকাৰিলে। এই বুলি সি বেৰৰ পৰা কম্বল-কোটটো লৈ আকৌ অগষ্টিনলৈ চাই ক'লে, "তুমি খালি মাৰ-ধৰকে চিনিছা।"

অগষ্টিনে ক'লে, "ঘোঁৰাবোৰ চাই কি কৰিব খুজিছা ?"

"চাই-চিতি আছোঁ।"

অগষ্টিনে উত্তৰ দিলে, "যোৱা তাকে কৰি ফলোৱাগৈ। এনে ঘোঁৰা-প্ৰেমিক নেদেখিছা।"

পাবলোৱে ক'লে, "মই সিহঁতৰ খুব যত্ন লওঁ। পিচফালৰ পৰা চালেও সিহঁতক ধুনীয়া দেখি ; আৰু এইবোৰ মানুহতকৈ সিহঁতৰ জ্ঞান বেছি।" এই বুলি সি দাঁত নিকটাই হাঁহি ক'লে, "এতিয়া আন কথা পাতাহঁক। ইংলেচ, ইহঁতক দলং ভঙাৰ কথা কোৱা। প্ৰত্যেককে নিজ নিজ কৰ্তব্যৰ কথা বুজাই কোৱাঁ। কেনেকৈ উভতি আহিব লাগিব তাক কোৱাঁ। দলংখন ভঙা হ'লে মানুহ বোৰক ক'লৈ নিবা, ইংলেচ ? তোমাৰ এই দেশপ্ৰেমিকবোৰ নিবা ক'লৈ ? মদ খাওঁতে মই এই কথাকেই ভাবি আছোঁ।"

অগষ্টিনে ক'লে, "কি ভাবিলা ?"

"কি ভাবিছোঁ ?" পাব্লোৱে এইকথা কোৱাৰ লগে লগে মুখৰ ভিতৰতে ভিজা লৰাই ক'লে, "মই কি ভাবোঁ বা নেভাবোঁ তোমাক কেলেই ?"

"কি ভাবিছা কোৱা।" অগষ্টিনে তাক ক'লে।

পাব্লোৱে ক'লে, "খুব ভাবিছোঁ।" এই বুলি কম্বল-কোটটো মূৰত সুমাই ললে। কম্বলৰ ময়লা আৰু হালধীয়া ভাঁজৰ মাজত তাৰ লাওমূৰা মুখখন জিলিকি উঠিল। সি আকৌ ক'লে, "মই সচাঁকৈয়ে খুব ভাবিছোঁ।"

অগষ্টিনে ক'লে, "কি ভাবিছা ? কি ভাবিছা কোৱা।"

পাবলোৱে ক'লে, "মই ভাবিছোঁ তোমালোক সকলো মায়ামুগ্ধ মানুহ। তোমালোকৰ নেত্ৰী গৰাকীৰ মগজ আছে দুই কৰঙনৰ মাজত। আৰু এজন নেতা হ'ল বিদেশী।"

পিলাৰে চিঞৰি ক'লে, "ওলাই যোৱা। বৰফৰ মাজত গৈ মৰাগৈ। তাত গৈ পাগলামি গুচোৱাকৈ। খোৰা-পগলা ধূৰ্ত !"

অগষ্টিনে এইবাৰ আনন্দিত হৈ ক'লে, "এইদৰেহে কথা ক'ব লাগে।" তাৰ মন দুশ্চিন্তাৰে ভৰি পৰিছিল।

পাব্লোৱে ক'লে, "মই যাওঁ। পিচে অলপ পিচতে আহিমগৈ।" এইবুলি সি দুৱাৰমুখৰ কম্বলখন তুলি সি ওলাই গ'ল। দুৱাৰমুখৰ পৰা সি আকৌ ক'লে, "ইংলেচ, এতিয়াও বৰফ পৰি আছে।"



## ॥ ১৭ ॥

তেতিয়া সকলো নিস্তব্ধ ; কেৱল চালৰ ফুটাইদি বৰফৰ সৰকি জুহালৰ ৰঙা কয়লাৰ ওপৰত পৰিছিল আৰু তাৰ পৰা ফোচফোচনিৰ দৰে একোটা শব্দ হৈছিল।

ফাৰ্ণেণ্ডোই পিলাৰলৈ চাই সুধিলে, "পিলাৰ, আৰু ষ্টু (জোল) আছে নেকি ?"

"মোক নামাতিবা।" পিলাৰে উত্তৰ দিলে।

কিন্তু মেৰিয়াই ফাৰ্ণেণ্ডোৰ পাত্ৰটো লৈ জুহালৰ কাষৰ পৰা অদূৰত ৰখা ডাঙৰ চৰুটোৰ ওচৰ পালেগৈ। চামুচেৰে তাত জোল বাকি আকৌ আনি মেজত থৈ ফাৰ্ণেণ্ডোই কান্ধত তাই হাত বুলালে। ফাৰ্ণেণ্ডোই খাবলৈ মুখ লৰাইছিল। হাত বুলাই তাই খন্তেক তাৰ কাষত থিয় দিলে। কিন্তু ফাৰ্ণেণ্ডোই ঘূৰিয়েই নেচালে। সি একান্ত মনে জোল খাইছিল।

অগষ্টিনে জুহালৰ কাষত থিয় দি আছিল। বাকীবোৰ বহি আছিল। পিলাৰে ৰবাৰ্ট জৰ্ডানৰ বিপৰীত মুখে আসন লৈছিল।

তাই ক'লে, "ইংলেচ, এওঁৰ কাণ্ড-কাৰখানা দেখিলা ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সি নো এতিয়া কি কৰিব ?"

মেজৰ তললৈ চাই তাই উত্তৰ দিলে "সি কৰিব নোৱাৰা একো কাম নাই। সি খুচি তাকে কৰিব পাৰে।"

ৰবাৰ্ট জৰ্ডানে তৎক্ষণাৎ সুধিলে, "অটমেটিক ৰাইফোলটো ক'ত আছে ?"

প্ৰিমিটোভোই ক'লে, "সৌ তাতে আছে। কম্বলেৰে মেৰিয়াই ৰাখিছোঁ। তোমাক লাগে নেকি ?"

ৰবাৰ্ট জৰ্ডানে কলে, "এতিয়া নেলাগে, পাছতহে লাগিব। খালি বস্তুটো ক'ত আছে তাৰ গম ললোঁ।"

প্ৰিমিটোভোই ক'লে, "সৌ তাতে আছে। ময়ে আনি তাত কম্বলেৰে মেৰিয়াই ৰাখিছোঁ যাতে কল-কব্জা তিতি নেযায়। কাৰ্তুজবোৰ থৈলাৰ ভিতৰত আছে।"

পিলাৰে ক'লে, "সেইবোৰত তাৰ চকু নাই। কিন্তু মেশিন গানৰ একো ক্ষতি নকৰে।"

"কিন্তু তুমিয়েই দেখোন ক'লা যে সি কৰিব নোৱাৰা কাম একো নাই।"

পিলাৰে ক'লে, "হওঁতে কৰিব নোৱাৰা নহয়, কিন্তু মেশিন গান সি চলাব নেজানে। সি বোমা মাৰিব পাৰে। তাৰ খুব প্ৰিয় কাম।"

জিপ্সীটোৱে ক'লে, 'তাক নামাৰি আমি ডাঙৰ দুৰ্বলতা আৰু মূৰ্খামি দেখুৱাইছোঁ।" জিপ্সীটোৱে গোটেই সময়ছোৱা নীৰবে কটাইছিল, এই বাৰহে সি মুখ মেলিলে। সি ক'লে, 'যোৱা নিশাই ৰবাৰ্টোই তাক বধ কৰিব লাগিছিল।"

পিলাৰে ক'লে, "এতিয়াও বধা।" তাইৰ ডাঙৰ মুখখন ক'লা পৰিল আৰু তাত ভাগৰ ফুটি ওলাল। তাই ক'লে, "মোৰো এতিয়া সেয়ে মত।"

অগষ্টিনে ক'লে, "আগেয়ে মোৰো মত নাছিল। এতিয়া কিন্তু আছে। এতিয়া সি বিশাল সাপ আৰু আমাক সকলোকে ধ্বংস কৰিবলৈ উদ্যত।" জুহালৰ দাঁতিত দুই হাত কাষত পেলাই সি থিয় দি আছিল ; গাল দুখনৰ হনুৰ তলত ছাঁৰ দৰে দুডালমান দাড়ি জিলিকিছে—জুইৰ পোহৰত দুটা গাঁতৰ দৰে লাগিছে।

পিলাৰে এই বাৰ মাত লগালে, মাতটো ভাগৰুৱাৰ মাত—"সকলোৰে মত লোৱা যাওক। প্ৰথমতে এণ্ড্ৰেছে কোৱা !"

"মাৰি পেলোৱা।" দুটা ভাই-ককাইৰ মাজত যিটোৰ একোচা চুলি কপালত পৰি ওলমি আছিল সি মূৰ দুপিয়াই উত্তৰ দিলে।

"এইবাৰ এলাডিঅ'ই কোৱা।"

"মোৰো সেয়ে মত।" ইটোৱে কলে। লগতে সি জনালে, "পাবলো ৰৰ বিপদৰ কাৰণ হৈ পৰিছে। সি আৰু একো কামত নেলাগে।"



"এইবাৰ প্ৰিমিটিভোই কোৱা।"

"একে মত।"

"ফাৰ্ণেণ্ডো।"

ফাৰ্ণেণ্ডোই ক'লে, "তাক বন্দী কৰি থ'ব নোৱাৰিনে ?"

প্ৰিমিটিভোই কলে, "পিচে বন্দী ৰাখিব কোনে ? এটা মানুহ ৰাখিবলৈ দুটা মানুহ লাগে। পিচে তাক শেষত নো কৰিবাগৈ কি ?"

জিপ্সীটোৱে ক'লে, "অৱশ্যে আমি তাক ফেচিষ্ট বিলাকৰ ওচৰত বেচি দিব পাৰিম।"

অগষ্টিনে ক'লে, "সেইবোৰ লেতেৰা কাম আমি নকৰোঁ।"

জিপ্সীটোৰ নাম ৰাফেল। সি কলে, "ফেচিষ্টবোৰে তাক পালে বৰ ভাল পাব।"

অগষ্টিনে ক'লে, "সেইবোৰ লেতেৰা কামৰ কথা নকবা আৰু।"

জিপ্সীটোৱে নিজৰ কথাত ধৰি থাকি ক'লে, "কামটো পাবলোতকৈ লেতেৰা নহয়।"

অগষ্টিনে কলে, "এটা লেতেৰা বস্তুক জুখিব নোৱাৰি। বাৰু তোমালোকৰ কথা বুজিলোঁ। এতিয়া ইংলেচ আৰু বুঢ়া আপই কোৱা।"

পিলাৰে ক'লে, 'প্ৰয়োজন নাই। পাবলো সিহঁতৰ নেতা নাছিল।"

ফাৰ্ণেণ্ডোই ক'লে, "মোৰ এটা কথা থাকি গ'ল, ৰবাচোন।"

পিলাৰে ক'লে, "সি নহালৈকে কথা কৈয়েই থাকা। যেতিয়া হাতবোমা কম্বলৰ তলৰ পৰা উলিয়াই মাৰি সকলোকে উকৰাই দিব তেতিয়া গম পাবা। ডিনামাইটো যাব, একো বাকী নেথাকে।"

ফাৰ্ণেণ্ডোই ক'লে, "পিলাৰ, তোমাৰ অনুমান সঠিক হোৱা নাই। তাৰ মতলব সেইটো নহয় যেন বোধ হয়।"

অগষ্টিনে ক'লে "মোৰো সেয়ে ধাৰণা। হাতবোমা মাৰিলে অকল আমিয়েই নেযাওঁ, মদৰ পাত্ৰটোও উৰি যাব। সি তেতিয়া আহি খাবহি কি ?"

ৰাফেলে ক'লে, "তাক এল ছৰ্ডোক দি দিলে দেখোন লেঠা মৰে। সি ফেচিষ্টক বেচি দিব। আমি তাক বান্ধি থওঁ।"

পিলাৰে ক'লে, "মনে মনে থাকা। তোমাৰ কথা শুনি ধাৰণা হৈছে—তোমাৰ বিৰুদ্ধে ভালেমান অভিযোগ কৰিব লগীয়া আছে।"

প্রিমিটিভোই ক'লে, "ফেচিষ্টবোৰে তাৰ একো বেচ নিদিয়ে। আনে বেচা দেখিছোঁ নহয়, পাই এটাও নেপায়। লগতে তোমাকো গুলীয়াই মাৰিব।"

বাক্লেলে ক'লে, "তাক কথা কৰি ললে অলপ বেচ পোৱা যায় নেকি?"

পিলাৰে ক'লে, "মনে মনে থাক। আকৌ কথা কবাৰ কথা ক'লে তোমাৰ দশা সিটোৰ দৰেই হ'ব।"

জিপ্সীটোৰে ক'লে, "মনত নাই পাবলোৱে আহত চিভিল গাৰ্ডটোক কেনেকৈ কথা কৰিছিল। তাক তুমি পাহৰিলা।"

পিলাৰে তাক ক'লে, "মনে মনে থাক।" ৰবাৰ্ট জৰ্ডানৰ আগত কথা কবাৰ কথা পাতিবলৈ তাই লাজ পাইছিল।

ফাৰ্ণেণ্ডোই হঠাতে ক'লে, "মোৰ কথা থাকিয়েই গ'ল—ক'বলৈ নিদিবা নেকি?"

পিলাৰে ক'লে, "তেনে শেষ কৰা।"

ফাৰ্ণেণ্ডোই আৰম্ভ কৰিলে এই বুলি, "যি হেতু পাবলোক বন্দী কৰা অবান্তৰ, যিহেতু তাক বেচাটোও অভদ্ৰামি; ......"

"উস্ শেষ কৰা। ভগবানৰ দোহাই, শেষ কৰা।" পিলাৰে ক'লে।

ফাৰ্ণেণ্ডোই খুব শান্ত স্বৰে ক'লে, "বেচাকিনাৰ কথা বতৰা যেতিয়া অভদ্ৰামি তেতিয়া মোৰ মত খুব স্পষ্ট। তাক নিৰ্মূল কৰাই ভাল হ'ব, কিয়নো তেতিয়া আমাৰ উপস্থিত আমি সৰ্বাধিক সফলতাৰে সমাধা কৰিব পাৰিম।"

পিলাৰে কঁটীয়া মানুহটোলৈ চাই মূৰ জোকাৰিলে, দাতেৰে ওঁঠ কামুৰিলে আৰু লগে লগে নীৰৱ হৈ গ'ল।

ফাৰ্ণেণ্ডোই ক'লে, "মোৰো মত সেয়ে। পাবলো যে ৰিপাব্লিকৰ প্ৰতি এটা বিপদৰ বিষয় হৈ পৰিছে সেই সম্পৰ্কে বোধহয় আমি এতিয়া নিশ্চিন্ত।"

পিলাৰে ক'লে, "হে ভগবতী মেৰী, ইয়াতো দেখিছোঁ এটা মানুহে মুখেৰেই আমোলতন্ত্ৰ পাতিছে।"

ফাৰ্ণেণ্ডোই নৰৈ ক'লে, "তাৰ কথা শুনিছোঁ আৰু পাছৰ কামবোৰ দেখিছোঁ। অৱশ্যে আগৰ ছোৱাত আৰু প্ৰায় সৌ সিদিনালৈকে আন্দোলনৰ বাবে সি যিখিনি কাম কৰিলে, তাৰ বাবে সি আমাৰ কৃতজ্ঞতা লাভ কৰা উচিত, কিন্তু..."

পিলাৰে জুহালৰ ওচৰলৈ গ'ল, তাৰ পিচত মেজৰ গুৰিলৈ উভতি আহিল।

পিলাৰে শান্ত ভাৱে তাক পাত্ৰটো আগবঢ়াই দি ক'লে, "ফাৰ্ণেণ্ডো, এই



ষ্টুখিনি আড়ম্বৰেৰে খোৱা আৰু মুখখন ভৰাই মনে মনে থাকা। তোমাৰ মত আমি পালোঁ।"

প্ৰিমিটিভোই সুধিলে—"কিন্তু কেনেকৈ?" পিচে সি বাক্য শেষ নকৰাকৈ ৰৈ গ'ল।

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই সাজু। তোমালোকৰ মত আছে যেতিয়া তোমালোকৰ হৈ মই কামটো কৰি দিব পাৰোঁ।"

মোৰ হ'ল কি; ৰবাৰ্ট জৰ্ডানে ভাবিলে। ফাৰ্ণেণ্ডোৰ কথা শুনি ময়ো তাৰ দৰেই ক'বলৈ আৰম্ভ কৰিছোঁ। ভাষা হয়তো সংক্ৰামক। ফৰাচী ভাষা কূটনীতিৰ ভাষা। স্পেনিশ ভাষা আমোলাতন্ত্ৰৰ ভাষা।

মেৰিয়াই হঠাতে ক'লে, "নেলাগে, নেলাগে।"

পিলাৰে ছোৱালীজনীৰ মুখলৈ চাই ক'লে, "তোৰ দৰকাৰ নাই এইবোৰত সোমাবৰ। মনে মনে থাক।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "আজি ৰাতিয়েই কামটো কৰিম।"

পিলাৰে তালৈ এবাৰ চাই স্থিৰমুখলৈ চোৱা জৰ্ডানে মন কৰিলে। তাই ওঁঠত হাত দিছিল।

এইবাৰ গুহাৰ মুখৰ কম্বল ওপৰলৈ উঠিল আৰু পাবলো সোমাই আহিল। সকলোলৈকে চাই সি দাঁত নিকটাই হাঁহিলে আৰু কম্বলখন ভালকৈ তৰি ঠিক কৰি দিলে। তাৰ পিচত ঘূৰি চাই থিয় দি মূৰৰ পৰা কম্বলৰ কোটটো খুলি বৰফ জোকাৰিলে।

সি সিহঁতলৈ চাই ক'লে, "তোমালোকে মোৰ কথা পাতিছিলাতো? মই আহি দিগদাৰ দিলোঁ নেকি?"

কোনেও এবাৰ মাত নেমাতিলে। সি বেৰৰ গজালত কোটটো আঁৰি থৈ মেজৰ গুৰিত বহি ললেগৈ।

"বোলো হ'ল কি?" সি সুধিলে। মেজত পৰি থকা সুদা কাপটো লৈ সি মদৰ পাত্ৰ জুবুৰিয়ালে। তাৰ পিচত মেৰিয়াক ক'লে, "ইয়াত মদ নাই। চালৰ পাত্ৰৰ পৰা আনাগৈচোন যোৱা।"

দেৱালৰ গাত ধূলি লগা পেট-শকত ক'লা আলকেতেৰা লগোৱা চালৰ পাত্ৰটো তলমূৰাকৈ আঁৰা আছিল। মুখৰ প্লাগ খুলি মেৰিয়াই তলত নিয়া মদৰ পাত্ৰটো পাতি দিয়াৰ লগে লগে প্লাগৰ কাষৰ পৰা মদ ফিচকাৰিৰ দৰে পাত্ৰত পৰিবলৈ

লাগিল। পাবলোৱে তাইক আঠুকঢ়া, পাত্র ধৰা আৰু ইটো পাত্রৰ পৰা বঙা মদ বেগেৰে পাকঘূৰনি খাই বাগৰি অহা—সকলোবোৰ লক্ষ্য কৰি আছিল।

সি তাইক ক'লে, "সাৱধান। এতিয়া মদ একেবাৰে মুখৰ গুৰি পাইছেহি।"

কোনেও মাত নেমাতিলে।

পাবলোৱে ক'লে, "মই আজি তলীৰ পৰা প্ৰায় মুখলৈকে খালোঁ। এদিনৰ ভিতৰতে। তোমালোকৰ হ'ল কি? মাত কোনে হৰিলে?"

এইবাৰো কোনেও একো নেমাতিলে।

পাবলোৱে ক'লে, "মেৰিয়া, স্ক্রুটো লগাই দিয়া। যাতে নপৰে।"

অগষ্টিনে ক'লে, "ঢেৰ মদ আছে। তুমি খাই-বৈ মাতাল হ'ব পাৰিবা।"

পাবলোৱে অগষ্টিনৰ ফালে মূৰ দুপিয়াই ক'লে, "অন্ততঃ এজনৰ মুখ খোল খালে। এতেকে অভিনন্দন লোৱা। মই ভাবিছিলোঁ তুমি বোবা হৈ গৈছা।"

"কি কাৰণে বুলি ভাবা?" অগষ্টিনে ক'লে।

"মই অহাৰ বাবে।"

"তোমাৰ অহাৰ কিবা গুৰুত্ব আছে বুলি ভাবানেকি?"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, ই হয়তো লাহে লাহে সাজু হৈছে। হয়তো অগষ্টিনেই কামফেৰা কৰিব। সি পাব্লোক ঘিণায়, মই কিন্তু নিঘিণাওঁ। ওহোঁ, মই ঘিণ নকৰোঁ। ৰবাৰ্ট জৰ্ডানে ভাবিবলৈ ধৰিলে, পাব্লোক দেখিলে সঁচাকৈয়ে বিৰক্তি লাগে, কিন্তু তথাপি মই তাক নিঘিণাওঁ। কিন্তু সেই যে চকু কণা কৰাৰ কথা ক'লে তেতিয়াৰে পৰা তাক বেলেগ লগা হ'ল। তথাপিও এইখন ইহঁতৰে যুদ্ধ। অহা দুদিন ধৰি তাৰ কৰিবলৈ একো কাম নাই। ৰবাৰ্ট জৰ্ডানে ভাবিলে, সি আৰু এই কামত হাত নিদিয়ে। আজি নিশা এবাৰ তাৰ লগত লাগি নিজে অপদস্থ হলোঁ; এতিয়া কিন্তু তাক নিৰ্মূল কৰিবলৈ সি মন বান্ধিছে। কিন্তু এইবাৰ আগধৰি মই মূৰ্খামি নকৰোঁ। গুহাত ডিনামাইট আছে, গতিকে ইয়াত গুলীয়াগুলী বা ঘুচিয়াঘুচি হ'ব নোৱাৰে। পাব্লোৱে এই কথা জানে। সি ভাবিলে, মই জানো এই বিষয়ে আগতে ভবা উচিত নাছিল। ময়ো নেভাবিলোঁ আৰু অগষ্টিনেও নেভাবিলে। গতিকে কিবা ঘটিলে দোষ নিজৰে হ'ব, সি ভাবিলে।

এই ভাবি জৰ্ডানে মাতিলে, "অগষ্টিন!"



"কি?" অগষ্টিনে পাব্লোৰ ফালৰ পৰা মুখ ঘূৰাই আনি তাৰ মুখৰ ফালে চাই সুধিলে।

জৰ্ডানে ক'লে, "তোমাৰ লগত মোৰ অলপমান কথা আছে।"

"পাছত হ'ব।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "নহয় এতিয়াই হ'ব। অনুগ্ৰহ কৰি শুনা।"

জৰ্ডানে কথা কৈয়েই গুহাৰ মুখলৈ ওলাই গ'ল আৰু পাব্লোৱে তাক একেথৰে নিৰীক্ষণ কৰিলে। ওখপাখ আৰু সোমোৱা গালৰ অগষ্টিনো জৰ্ডানৰ ফালে আগবাঢ়ি গ'ল। সি নোৱাৰাত গৈছিল, গতিকে যাওঁতে গাত তাচ্ছিল্য প্ৰকাশ পাইছিল।

ৰবাৰ্ট জৰ্ডানে ক'লে, "থৈলাত কি আছে তাক পাহৰিলানেকি?" কথাষাৰ ফুচফুচাই কৈছিল যাতে আনে নুশুনে।

অগষ্টিনে ক'লে, "সৰ্বনাশ। সদায় ইয়াত ৰখা বাবেই নেকি বস্তুটোৰ কথা পাহৰিয়ে পেলালোঁ।"

"ময়ো পাহৰিলোঁ।"

"কি আপদ!" অগষ্টিনে ক'লে, "আমি যে কি বুৰ্বক!" এইবুলি সি স্বাভাৱিক ভাৱে মেজৰ কাষলৈ গৈ তাত বহি পৰিল। লগে লগে ক'লে, "বুঢ়া পাব্লো, মদ টোপা খাই ল। ঘোঁৰাবোৰ কেনে দেখিলি?"

পাব্লোই ক'লে, "খুব ভালে আছে। এতিয়া বেছি বৰফ পৰা নাই।"

"বৰফ পৰা বন্ধ হ'বনে?"

পাব্লোৱে ক'লে, "অঁ। লাহে লাহে কমি আহিছে, এতিয়া পৰাবোৰ সৰু সৰু টান গুটিৰ দৰে। লাহে লাহে বতাহ বলিব আৰু বৰফ যাব। বতাহৰ গতি ইতিমধ্যে সলনি হ'লেই।"

"কাইলৈ বতৰ ফৰকাল হ'বনে?" ৰবাৰ্ট জৰ্ডানে তাক প্ৰশ্ন কৰিলে।

পাব্লোৱে ক'লে, "অঁ। মোৰ ভাব হৈছে কাইলৈ বতৰ ফৰকাল আৰু ঠাণ্ডা হ'ব। বতাহৰ গতি সলনি হৈছে।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, মানুহটোৰ দেখোন মনোভাব বন্ধুত্বপূৰ্ণ। ঠিক বতাহৰ দৰেই সি মন সলনি কৰিছে। তাৰ দেহ মুখ গাহৰিৰ দৰে; তদুপৰি সি জীৱনত ভালেমান হত্যা কৰিছে। তথাপি সি যেন এটা এনাৰয়ড বেৰোমিটাৰ। গাহৰি বৰ বুধিয়ক জন্তু। পাব্লোৱে আমাক ঘৃণা কৰে, কিন্তু

আচলতে আমাক নিঘিণায়, ঘিণায় আমাৰ পৰিকল্পনাবোৰ। সি ঘৃণাৰ লগতে অপমান মিহলাই মানুহক এনেকৈ অপদস্থ কৰে যে তুমি তাক মাৰি পেলাবলৈ দ্বিধাবোধ নকৰা ; কিন্তু যেতিয়া ঠিক সেই চৰম মুহূৰ্ত আহি পৰে, হঠাতে সি সেই মূৰ্তি পৰিত্যাগ কৰি আকৌ নতুন আৰু পৰিষ্কাৰ হৈ ওলায়।

পাব্‌লোৱে ৰবাৰ্ট জৰ্ডানক ক'লে, "ইংলেচ, আমি কাম কৰিবলৈ সুচল হ'ব। বতৰ ভাললৈ আহিব।"

পিলাৰে ক'লে, "আমি ? আমি মানে কি ?"

"অঁ, আমি।" পাব্‌লোৱে দাঁত নিকটাই হাঁহি আকৌ অলপ মদ খাই ললে। "কি হ'ল আমি বুলিলে ? বাহিৰত থাকোঁতে মই খুব ভাবিলোঁ। আমি দেখোন এটা মীমাংসা কৰিব পাৰোঁ।"

পিলাৰে সুধিলে, "কিহৰ মীমাংসা ? এতিয়া কিহৰ মীমাংসা ?"

পাব্‌লোৱে তাইক ক'লে, "সকলো বিষয়তে ; এই দলঙৰ কামত। মই এতিয়া তোমালোকৰ লগত।"

অগষ্টিনে তাক ক'লে, "তেনেহলে তুমি আমাৰ লগ লৈছা ? ইমান পৰে কি বকিলা খবৰ আছে ?"

পাব্‌লোৱে তাক ক'লে, "অঁ। বতৰ যেতিয়া সলনি হ'ল মই তোমালোকৰ লগ লম।"

অগষ্টিনে মূৰ জোকাৰি ক'লে, "বতৰ। হয়তোন। নে মোৰ ঘোচা খোৱাৰ পিচত এই জ্ঞান হ'ল।"

পাব্‌লোই তালৈ চাই দাঁত নিকটাই হাঁহিলে, আৰু ওঁঠৰ ওপৰত আঙুলি বুলাই ক'লে, "অঁ, ঘোচা খোৱাৰ পিচতো—"

ৰবাৰ্ট জৰ্ডানে এইবাৰ পিলাৰলৈ চালে। পিলাৰে আচৰিত জন্তু এটা চোৱাদি পাব্‌লোক চাই আছিল। তাইৰ মুখমণ্ডলত সেই ৰেখাবোৰ তেতিয়াও যোৱা নাছিল, যিবোৰ পাব্‌লোক কণা কৰাৰ কথা ওলাওঁতে ফুটি উঠিছিল। সেই ৰূপ জোকাৰি পেলাবৰ বাবেই যেন তাই এইবাৰ মূৰ জোকাৰি সুধিলে, "পাব্‌লো, শুনাচোন।"

"কোৱা।"

"তোমাৰ হ'ল কি ?"



পাব্‌লোই ক'লে, "একো হোৱা নাই। মই মত সলালোঁ। আৰু ক'বলৈ একো নাই।"

"তেন্তে তুমি দুৱাৰ মুখত বৈ সকলো শুনি আছিলা।" পিলাৰে সুধিলে।

সি ক'লে "অঁ। কিন্তু মই একো নুশুনিলোঁ।"

"আমি তোমাক মাৰি পেলাম তুমি ভয় খালা ?"

সি মদৰ কাপৰ ওপৰেদি তাইলৈ চাই ক'লে, "ওহোঁ, সেই ভয় মোৰ নাই। তুমি দেখোন জানাই।"

অগষ্টিনে সুধিলে, "তেনেহলে তোমাৰ হ'ল কি ? এক মুহূৰ্তত তুমি মাতাল হৈ আমাৰ সকলোকে গালি পাৰা আৰু উপস্থিত কৰ্তব্য কৰাত আমাৰ লগ নালাগোঁ বুলি নিজকে আঁতৰত ৰাখি আমাক জঘন্য ভাবে মৰাৰ কথা কোৱা ; ইফালে এই মানুহজনীকো অপমানিত কৰা আৰু কৰ্তব্যৰ বিৰোধিতা কৰা—"

পাব্‌লোৱে ক'লে, "মই মাতাল আছিলোঁ।"

"এতিয়া ?"

পাব্‌লোৱে ক'লে, "এতিয়া মাতাল নহয়। আৰু মোৰ মতবো সলনি হ'ল।"

অগষ্টিনে ক'লে, "আনে যদি তোমাক বিশ্বাস কৰেও, মই হ'লে নকৰোঁ।"

পাব্‌লোৱে উত্তৰ দিলে, "মোক বিশ্বাস কৰাই বা নকৰাই, কিন্তু এই কথাটো সঁচা যে তোমালোকক গ্ৰেডোচলৈ বাট দেখুৱাই নিব পৰা মানুহ একমাত্ৰ ময়েই।"

"গ্ৰেডোচলৈ ?"

"দলং ভঙাৰ পিচত তালৈ যোৱাৰ বাহিৰে আৰু দ্বিতীয় গত্যন্তৰ নাই।"

ৰবাৰ্ট জৰ্ডানে পিলাৰলৈ চাই পাব্‌লোৱে নেদেখাকৈ নিজৰ হাতখন নি সোঁ কাণত থৈ এটা প্ৰশ্নবোধক ভঙ্গী কৰিলে।

পিলাৰে মূৰ দুপিয়ালে। এবাৰ নহয় দুবাৰো দুপিয়ালে। তাৰ পিচত মেৰিয়াক কিবা এটা ক'লে, আৰু মেৰিয়াই আহি জৰ্ডানৰ কাষত থিয় হ'লহি।

তাই ৰবাৰ্ট জৰ্ডানৰ কাণত ফুচ্‌ফুচাই ক'লে, "পিলাৰে কৈছে, সি সকলো শুনিছে।"

ফাৰ্ণেণ্ডোৱে বৰ বিবেচনা কৰি কোৱাদি ক'লে, "তেনেহলে পাব্‌লো, তুমি এতিয়া আমাৰ লগত আৰু দলং ভঙাৰ পক্ষে ?"

পাব্‌লোৱে ক'লে, "অঁ।" এই বুলি সি ফাৰ্ণেণ্ডোৰ চকুলৈ থিৰ ভাবে চাই মূৰ দুপিয়ালে।

প্ৰিমিটিভোই সুধিলে, "সঁচাকৈ কৈছানে ?"

পাব্লোৱে তাক ক'লে, "সঁচাকৈ কৈছোঁ।"

ফাৰ্ণেণ্ডোই সুধিলে, "তুমি দলং ভাঙিব পৰা হ'ব বুলি ভাবানে? এতিয়া বিশ্বাস হৈছে নে ?"

পাব্লোৱে ক'লে, "নহ'ব কিয় ? তোমাৰ নিজৰ বিশ্বাস নাই নেকি ?"

ফাৰ্ণেণ্ডোই ক'লে, "আছে। মোৰ বিশ্বাস কোনো দিনে নোহোৱা হোৱা নাই।"

অগষ্টিনে তেনেতে ক'লে, "মই ইয়াৰ পৰা ওলাই যাওঁ।"

পাব্লোই বন্ধুত্বৰ সুৰত ক'লে, "বাহিৰত বৰ ঠাণ্ডা।"

"হওক।" অগষ্টিনে ক'লে, "এই পগলা-ফাটেকত বেছি পৰ থাকিবৰ বাবে মোৰ সাধ্য নাই।"

ফাৰ্ণেণ্ডোই ক'লে, "গুহাটো পগলা-ফাটেক নুবুলিবা।"

অগষ্টিনে ক'লে, "এইটো দোষী পগলাৰ ফাটেক। মই পাগল হোৱাৰ আগতে ইয়াৰ পৰা ওলাই যাওঁ।"



## ॥ ১৮ ॥

ৰবাৰ্ট জৰ্ডানে ভাবিছে, ঘটনাবোৰ যেন নাগৰ দোলাৰ দৰে অনবৰত ঘূৰিছে। বৰ জোৰত ঘূৰা নাগৰ দোলা নহয়; এইবোৰ নাগৰ দোলাত বঁহী অৰ্গেনৰ বাজনা নেবাজে; ল'ৰা-ছোৱালীয়ে সোণালী শিঙৰ গৰুত উঠি ঘূৰিবলৈ নেপায়, আৰু লাঠি দি ধৰা বা আঙঠিবোৰো নাই; ঘাই আলিবাটৰ (এউনিউ দি মেইন) নামি অহা আন্ধাৰত জ্বলা নীলা গেছৰ চাঙৰ লাইটবোৰো ইয়াত দেখা পোৱা নেযায়; আৰু তাত কাষৰ দোকানৰ পৰা বেচি থকা মৰমৰীয়া ভজা মাছ নাই; চামৰাৰ পাতে নম্বৰ দিয়া কোঁঠাত পাতি থোৱা কাঠিবোৰত খুন্দা মৰাৰ লগে লগে আৰোহীৰ ভাগ্য পৰিবৰ্তনো নঘটে; তাত পিৰামিডৰ দৰে দমাই থোৱা চেনিৰ লডাৰ কাঁটাবোৰো পাবলৈ নাই। এই গুহাত হোৱা নাগৰদোলা তেনেকুৱা নাগৰ-দোলা নহয়। কিন্তু অদৃষ্টৰ ভাগ্য চক্ৰৰ ঘূৰণ চাবলৈ ইয়াতো বৈ আছে এদল মানুহ; ঠিক সেই টুপী পৰিহিত মানুহ দলৰ আৰু চুৰেটাৰ-গোথা নাৰীসকলৰ দৰেই। অঁ, সেই একে সোপা মানুহেই। কিন্তু এইটো এটা স্বকীয়া চক্ৰ। এই চক্ৰটো চাৰিওকাষে ঘূৰে, আৰু ঘূৰি ঘূৰি ওপৰলৈও গতি কৰে।

এই চক্ৰ এতিয়ালৈকে দুবাৰ ঘূৰিছে। এটা বিৰাট চক্ৰ, অলপ কেৰেচীয়াকৈ বহুওৱা হৈছে। চক্ৰ এবাৰ ঘূৰি কিছু দূৰ ঘূৰণ দিয়াৰ পাছত আকৌ হঠাতে আগৰ ঠাইলৈ উভতি আহে। ঘূৰণটো এচলীয়া,

গতিকে এবাৰ নামি যাওঁতে আকৌ সেই নামি যোৱাৰ শক্তিৰ বলতে পুনৰ ওপৰলৈ উঠি আহে। এই চক্ৰত মানুহে ইচ্ছা কৰি উঠিবলৈ নাহে আৰু চক্ৰৰ ঘূৰণৰ অন্তত কোনো লোকে একো বটাও নেপায়। এবাৰ উঠি লোৱাৰ পিচত কোনো লোকে তাত উঠি থাকিবলৈ ইচ্ছা নকৰে কিন্তু তথাপি সেই দোলাকে ঘূৰাই থাকিব লগাত পৰে। এটা মাত্ৰ ঘূৰণ তাত আছে— বৰ ডাঙৰ উপবৃত্তৰ আকাৰৰ পথেদি চক্ৰই উঠা-নমা কৰি পুনৰ স্বস্থানলৈ ঘূৰি আহে। এইমাত্ৰ আমাৰ ইয়াৰ মানুহখিনি আকৌ পূৰ্বাৱস্থালৈ ঘূৰি আহিছে; কোনো কথাৰে মীমাংসা হোৱা নাই।

গুহাৰ ভিতৰত তেতিয়া গৰম। বাহিৰত বতাহ বলিবলৈ আৰম্ভ কৰিছে। ৰবাৰ্ট জৰ্ডানে নোট-বুক উলিয়াই মেজৰ ওপৰত দলং ভঙাৰ কৰিছে। ৰবাৰ্ট জৰ্ডানে নোট-বুক উলিয়াই মেজৰ ওপৰত দলং ভঙাৰ যান্ত্ৰিক কৌশলবোৰৰ কথাবোৰ টুকি ড্ৰইং আঁকিছিল। সৰ্বমুঠ তিনিখন ছবি হৈছিল। তাত কেইটামান "ফৰমূলা" আছিল অৰ্থাৎ কি পদ্ধতিৰে দলং খন ভঙা হ'ব তাৰে কথা দি দুখন চিত্ৰ আঁকিছিল; সেই ড্ৰইংবোৰ সৰল আৰু স্পষ্ট আছিল, যেন কিণ্ডাৰগাৰ্টেন স্কুলৰ ল'ৰাছোৱালীক বুজাবৰ বাবেহে সেই চিত্ৰ অঁকা হৈছে। আচলতে আনচেলমোৰে বুজাকৈ সেইবোৰ অঁকা হৈছিল, যাতে দলং উৰাবলৈ যাওঁতে তাৰ কিবা অঘটন ঘটিলেও সি যাতে চিত্ৰ চাই চাই ধ্বংসৰ কাম সম্পূৰ্ণ কৰিব পাৰে। চিত্ৰ কেইখন আঁকি শেষ কৰি জৰ্ডানে সেই কেইখন আকৌ এবাৰ চকু ফুৰাই চালে।

মেৰিয়াই তাৰ কাষতে বহি (তাৰ কান্ধৰ ওপৰেদি) তাৰ কাম চাই আছিল। জৰ্ডানে সকলো গম পাই আছিল। মেজৰ সিমুখে পাবলো বহি আছে; বাকীবোৰ হয় কথাত মছ্‌গুল, নহয় তাচ খেলাত ব্যস্ত। তাৰ নাকত গুহাৰ গোন্ধ লাগিছিলহি। অলপ আগতে গুহাত আহাৰ বস্তু আৰু ৰন্ধন-শালৰ গোন্ধ আছিল। এতিয়া তাৰ ঠাইত জুইৰ ধোঁৱা, মানুহৰ গা, ধপাত, ৰঙা মদ আৰু বাহী পিতল যেন মনুষ্যদেহৰ গোন্ধ পোৱা গৈছে। মেৰিয়াই তাৰ ড্ৰইং শেষ হোৱা দেখি যেতিয়া হাতখন মেজত থলে, ৰবাৰ্ট জৰ্ডানে তাক বাওঁহাতেৰে তুলি লৈ নাকৰ ওৰিত দুঙি কাঁহী বাতি ধুই অহা হাতত খহটা চাবোন আৰু পানীৰ লাগি থকা কেচাঁ গোন্ধ পালে। হাতখন যেনে ভাৱে তুলিছিল, তেনে ভাৱে



আকৌ সি থৈ দিলে মেজত; মেৰিয়ালৈ উভতিও নেচালে। চোৱা হ'লে দেখিলেহেঁতেন যে মেৰিয়া লাজত ৰঙা পৰিছে। তাৰ হাতৰ ওচৰতে তাইৰ হাতখন পৰি ৰ'ল, সি কিন্তু আকৌ নেদাঙিলে।

দলং ধ্বংসৰ পৰিকল্পনা শেষ হ'ল। সি এইবাৰ নোট-বুকৰ বেলেগ এটা পাতত কৰ্মীসকলৰ বাবে আদেশ কিছুমান লিখিলে। তাৰ চিন্তাত অকণো খঁৰ নাছিল; সকলো আদেশেই স্পষ্ট আৰু সুন্দৰ হৈছিল, গতিকে তাৰ মনত আনন্দও লাগিছিল। নোট-বুকৰ দুটা পৃষ্ঠা লিখি অতাই সি তাক আকৌ সাৱধানে পঢ়িলে!

সি নিজক নিজে ক'লে, এয়ে যথেষ্ট। একেবাৰে দিন যেন স্পষ্ট আদেশ, ক'তো অকণো ছিদ্ৰ নাই। চকী দুটা আৰু দলংখন গল্‌জৰ আদেশ মতে ধ্বংস কৰা হ'ব, সেয়ে তাৰ দায়িত্ব আৰু কাম। পাব্‌লোৰ ঘটনাৰ লগত নিজক জড়িত কৰি সি ডাঙৰ ভুল কৰিছে; সেই ঘটনাৰ মীমাংসা কিবা উপায়ে আপোনা-আপুনি হৈ গ'লহেঁতেন। পাব্‌লো এই সংসাৰত থাকক কিম্বা নাথাকক। তাৰ তাত একো হাৰ-জিত নাই। সেই চকৰিত আকৌ সি উঠিবলৈ নেযায়। দুবাৰ সেই চকৰিত উঠি দুবাৰ পাকঘূৰণি খাই আকৌ যথাপূৰ্বং অৱস্থাত পৰিছেহি, গতিকে তাত আৰু পুনৰ উঠাৰ আৱশ্যক নাই।

এই ভাবি সি নোট-বুকটো জপাই মেৰিয়াৰ ফালে চাই ক'লে, "মইনা, কিবা বুজিলানে এইবোৰ কি?"

মেৰিয়াই তাৰ পেন্সিল ধৰা হাতখনত হাতখন থৈ ক'লে, "নাই বুজা, ৰবাৰ্টো। তোমাৰ কাম হ'লনে?"

"অঁ। এতিয়া সকলো অঁকা হ'ল আৰু আদেশো লিখা হ'ল।"

মেজৰ সিফালৰ পৰা পাব্‌লোৱে মাত লগালে, "ইংলেচ, তুমি কি কৰিলা?" পাব্‌লোৰ চকু দুটা আকৌ ঘোলা হৈ পৰিছিল।"

ৰবাৰ্ট জৰ্ডানে হঠাতে তাক ভালকৈ নিৰীক্ষণ কৰিলে। মনত ভাব হ'ল, আৰু নাগৰদোলাত নবহোঁ। সেই চকৰিত নুঘূৰোঁ। কিন্তু কিয় জানো আকৌ যেন তাতে উঠিব লগা হৈছে।

সি ভদ্ৰতা ৰক্ষা কৰি ক'লে, "দলঙ ভঙাৰ পৰিকল্পনা।"

পাব্‌লোৱে সুধিলে, "কেনেকুৱা হৈছে?"

"খুব ভাল হৈছে। সঁচাকৈয়ে খুব ভাল হৈছে।" ৰবাৰ্ট জৰ্ডানে ক'লে।

পাব্লোৱে ক'লে, "ময়ো দলঙৰ ভঙাৰ পিচৰ পশ্চাদপসৰণৰ পৰিকল্পনা কৰি পেলালোঁ।" একো নেমাতি জৰ্ডানে মদৰ নিচাত মত্ত পাব্লোৰ গাহৰিমুৱা চকু যুৰিলৈ চালে। দেখিলে সেই সনাতন মদৰ পাত্ৰ। মদৰ পাত্ৰ খালি।

নিজক নিজে সি বুজালে, আৰু চক্ৰত নোসোমাবা। পাব্লোৱে আকৌ মদ খাবলৈ লাগিল। সঁচা। কিন্তু এই চক্ৰত আৰু সোমোৱা নাযায়। মাকিণ গৃহযুদ্ধৰ সময়ত সেনাপতি গ্ৰাণ্টেও বোলে মদ খাই টং হৈ আছিল। সঁচা কথা। কিন্তু গ্ৰাণ্টে যদি গম পায় এতিয়া পাব্লোৰ লগত তেওঁৰ এই বিজনিৰ কথা, তেন্তে খুব খং খাব। গ্ৰাণ্টে খুব চিগাৰো খাইছিল। পাব্লোকো চিগাৰে এটা দিব পাৰিলে হয়। সেই মুখত দিবলৈ আৰু চিগাৰটোহে বাকী হৈছেগৈ। দিলে সকলো সম্পূৰ্ণ হ'ব। এটা আধা-পোৰা চিগাৰেট হ'লেই হ'ব। কিন্তু পাব লোক ক'ৰ পৰা চিগাৰেট এটা যোগাৰ কৰি দিব নো?

ৰবাৰ্ট জৰ্ডানে ভদ্ৰতাৰ খাতিৰত সুধিলে, "কেনেকুৱা হৈছে?"

"খুব ভাল হৈছে।" পাবলোৱে সুচিন্তিত আৰু গহীন ভাৱে মূৰ দুপিয়াই উত্তৰ দিলে "খুব ভাল হৈছে।"

তাচখেলি থকা ঠাইৰে পৰা অগষ্টিনে সুধিলে, "তুমি কিবা পৰিকল্পনা কৰিলানেকি?"

পাব্লোৱে ক'লে, "অঁ। ভালেমান কথা ভাবিলোঁ।"

অগষ্টিনে সুধিলে, "কথাবোৰ বোধহয় মদৰ পাত্ৰত পালা, নহয় নে?"

পাব্লোৱে ক'লে, "হ'ব পাৰে। মেৰিয়া, চাওঁ, পাত্ৰটো ভৰাই দিয়াচোন।"

অগষ্টিনে ক'লে, "সেই ছালৰ মোনাটোতে ভাল ভাৱ থাকিব পায়। তাৰ ভিতৰত সোমাই নোলোৱা কিয়? তাত বিচাৰিলে বহুত ভাৱ ওলাব।" এই বুলি সি পুনৰ তাচ খেলিবলৈ লাগিল।

শান্ত ভাৱেৰে পাব্লোৱে উত্তৰ দিলে, "নেলাগে, এই পাত্ৰটোতে মই ভাৱ বিচাৰি উলিয়াম।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, এইবাৰ সি নাগৰদোলাত উঠে। পিচে দোলা আপোনাআপুনি ঘূৰিছে যেন বোধ হৈছে। তাত বেচি সময় উঠাটোও সম্ভৱ নহয়। বিশেষকৈ এই চক্ৰটো মৃত্যু-চক্ৰ। এই মৃত্যু-চক্ৰৰ পৰা দূৰত থাকি আমি ভাল কামেই কৰিছোঁ। কেইবাবাৰো মোৰ মূৰ ঘূৰাই গৈছিল। কিন্তু মাতাল অথবা প্ৰকৃত নীচ আৰু নিষ্ঠুৰমনা লোকসকলেহে এই দোলাত উঠে।



এইদৰে চক্ৰবৎ ঘটনাৱলী ঘূৰে আৰু ঘূৰণটো প্ৰত্যেকবাৰেই বেলেগ ধৰণৰ হয়, কিন্তু অলপ পিচতে আকৌ চক্ৰ ঘূৰি আগৰ ঠাই পায়হি। মই আৰু তাত নুঠোঁ। ক্ষমা কৰিবা, সেনাপতি গ্ৰাণ্ট, মই দোলাৰ পৰা নামিলোঁ।

পিলাৰ জুহালৰ দাঁতিত বহি আছিল; বহি থকাৰে পৰা তাই আগৰ তাচ-খেলুৱৈ দুটাৰ ওপৰেদি সিহঁতৰ পিঠি ফালৰ সকলো চাই আছিল। তাই খেলাও চাইছিল।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, মৃত্যুৰ কামৰ পৰা স্বাভাৱিক পাৰিবাৰিক জীৱনলৈ উভতি অহাৰ এই যে ঘূৰণ, এই ঘূৰণেই হ'ল আটাইতকৈ আচৰিত। সেই নিন্দিত চক্ৰ যেতিয়া নামি আহে, তেতিয়া তোমাক সি মেৰপাক দি ধৰে। কিন্তু নইতো চক্ৰত সোমোৱা নাই, সেইবাবে কোনেও মোক আকৌ তাত তুলিব নোৱাৰে।

"দুদিনৰ আগতে পিলাৰ, পাব্লো আৰু বাকী কাকো মই নেজানিছিলোঁ।"—ৰবাৰ্ট জৰ্ডানৰ ভাব হ'ল। এই জগতত মেৰিয়াও নাছিল। এখন অতি সহজ জগতত সি বাস কৰিছিল। গল্জৰ আদেশ ফটফটীয়া, কৰিব পৰা বিধৰ আছিল; অৱশ্যে কিছু অসুবিধা আৰু কিছু পৰিণামৰ কথা থাকিবই। দলংখন উৰুওৱাৰ পিচত মই আকৌ নিজৰ বাহিনীলৈ ঘূৰি যাম অথবা ঘূৰি যাবলৈ নেপাম। যদি ঘূৰি যাবলৈ নেপাওঁ তেন্তে মই কেইদিনমান মাদ্ৰিদত কটাবলৈ অনুমতি লম। এই যুদ্ধত কাৰো ছুটি নাই, কিন্তু তত্ৰাচ মই দুই তিনি দিনমান মাদ্ৰিদত কটাব পাৰিম।

তাৰ মনলৈ আৰু বহুত ভাব আহিল: মাদ্ৰিদত মই কিতাপ কিনিব খুজিছোঁ, তাৰ পিচত ফ্লোৰিডা হোটেললৈ যাবলৈ বিচাৰিছোঁ। তাত এটা কম লৈ গৰম পানীত গা ধুব পাৰিম। তাৰ পিচত লুই বোলা বয়টোক এৱচিন্থে এবটল আনিবৰ বাবে মেন্টিকুৰেৰিয়াচ লিয়নেচাচ বা গ্ৰান ভিয়াৰ তেনে কোনো এডোখৰ ঠাইলৈ পঠিয়াম। গা ধোৱাৰ পিচত বিচনাত শুই শুই পঢ়িম, মাজে মাজে এৱচিন্থে খাম আৰু তাৰ পিচত গে লৰ্ডলৈ গৈ তাত আহাৰ খাব পাৰোনেকি তাক চাম।

গ্ৰান ভিয়াত আহাৰ খাবৰ ইচ্ছা তাৰ সমূলি নাই, কাৰণ তাত সময়ত নেখালে আহাৰ পোৱা টান আৰু ইফালে খোৱা বস্তুবোৰো ভালদৰে তৈয়াৰ নকৰে। তদুপৰি গে লৰ্ডত ভালেমান সাংবাদিক আছে, তাত সি মুখ জপাই

থাকিব নেলাগে। এৰ্‌চিন্থে খাই তাৰ কথা ক'বলৈ ভাল লাগে। গতিকে সি গে লর্ডলৈ যাব আৰু কাৰকোভৰ লগত আহাৰ খাব। তাত ভাল বস্তু আৰু আচল বিয়েৰ পোৱা যায়। লগতে যুদ্ধৰ খবৰো সকলো পোৱা যাব।

গে লর্ড যে তাৰ খুব ভাল লাগে তেনে নহয়। মাদ্রিদৰ এই হোটেলটো এতিয়া ৰুচ বিলাকে চলাইছে। প্রথমতে যাওঁতে হোটেলটো খুব বিলাসী যেন বোধ হৈছিল। অবৰুদ্ধ নগৰ এখনত এনে ভাল আহাৰ পোৱা টান আৰু অসমিচীন; তাত হোৱা কথা-বতৰাবোৰো বৰ অশ্রদ্ধাপূর্ণ। কিন্তু তালৈ গৈ মই নিজেই দুর্নীতিত ভৰি দিলোঁ।—এনে এটা ভাবে তাৰ মনত ভুমুকি মাৰিলে। এনে এটা ভ্রমণত আহোঁতে যিমান ভাল আহাৰ পাব পাৰি সিমান ভাল আহাৰ খোৱাটো একো বেয়া নহয়। তদুপৰি যিবোৰ কথা অশ্রদ্ধাপূর্ণ যেন অনুমান হৈছিল, সেইবোৰকে পাছলৈ সঁচা যেন বোধ হ'ল। গে-লর্ডত আমাৰ এই বর্তমান কামৰ কথাও পাতিব পৰা যাব, এই কাম শেষ হৈ যোৱাৰ পিচত। হয়। কাম শেষ হৈ যোৱাৰ পিচত।

মেৰিয়াক গে-লর্ডলৈ নিয়াটো বাৰু ভাল হ'ব নে? ওহোঁ, ভাল নহ'ব। কিন্তু তাইক হোটেলত থৈ গলেই হ'লচোন। তাত তাই গৰম পানীত গা ধুই সি গে-লর্ডৰ পৰা উভতি অহালৈকে অপেক্ষা কৰিব পাৰিব। এবা, তাকে কৰিব লাগিব। তাৰ পিচত কাৰকভক তাইৰ কথা ক'লে, সিহঁতে তাইৰ কথা জানিবলৈ বিচাৰিব আৰু চাবলৈ বিচাৰিব। তেতিয়া তাইক তালৈ লৈ যাব পৰা হ'ব।

পিচে গে-লর্ডলৈ হয়তো যোৱা নহবগৈয়ে। গ্রান-ভিয়াতে সোনকালে খাই-বৈ তুমি ফ্লোৰিডালৈ উভতি যাব পাৰিবা। কিন্তু গে-লর্ডলৈ নোযোৱাকৈ থকাটো টান, কাৰণ তালৈ গৈ সকলো চাবৰ মন তোমাৰ যাবই। তালৈ গৈ সেই আহাৰ খোৱাৰ, সেই আৰাম পোৱাৰ, সেই লাহ-বিলাহ ভোগ কৰাৰ ইচ্ছা হ'বই। এই ইচ্ছা পূৰণ কৰি তুমি ফ্লৰিডালৈ আহিবা আৰু তাতে মেৰিয়া থাকিব। ইয়াৰ কামবোৰ শেষ হৈ যোৱাৰ পিচত তায়ো তালৈ যাব। পিচে সকলো নির্ভৰ কৰিছে, এই কাম শেষ হোৱাৰ পিচত; অ, এই কাম শেষ হোৱাৰ পিচত। যদি ঠিক মতে সি কাম সমাধা কৰিব পাৰে তেন্তে সি গে-লর্ডত এসাজ ভালকৈ খাব।

গে-লর্ডত তুমি খেতিয়ক আৰু বনুৱাৰ পৰা হোৱা বিখ্যাত স্পেনিশ



সেনাপতিবোৰক লগ পাবা; এওঁলোকে যুদ্ধৰ আৰম্ভণিতে সাধাৰণ মানুহ আছিল; কোনো সামৰিক শিক্ষাও পোৱা নাছিল। এওঁলোক বাইজৰ পৰা অহা মানুহ। ৰেচি ভাগেই ৰুচ ভাষা ক'ব পাৰে। কেই মাহ মানৰ আগতে এই কাণ্ড দেখি সি খুব মর্মাহত হৈছিল আৰু নিজে নিজৰ প্রতি বীতশ্রদ্ধ হৈ পৰিছিল। কিন্তু যেতিয়া আচল ঘটনাবোৰ গম পালে তেতিয়া মনৰ দুঃখ মনতে মাৰ গ'ল। আদিতে সিহঁত আছিল খেতিয়ক আৰু বনুৱা। সিহঁতে ১৯৩৪ চনৰ বিপ্লৱত ভাগ লৈছিল, কিন্তু বিপ্লৱ নহলত দেশৰ পৰা পলাবলগীয়া হ'লত ৰুছিয়ালৈ গ'ল আৰু তাতে ৰুচ বিলাকে সিহঁতক মিলিটেৰী অকাডেমীত আৰু কমিণ্টার্ণৰ লেনিন শিক্ষালয়ত পঢ়ুৱাই শুনাই পুনৰ যুদ্ধৰ বাবে সাজু কৰিলে। এই দৰে সিহঁতৰ যুদ্ধৰ বাবে আৱশ্যকীয় সকলো শিক্ষা পালে।

কমিণ্টার্ণে সিহঁতক তাত শিক্ষা দিছিল। বিপ্লৱৰ কালছোৱাত তুমি বাহিৰা মানুহৰ আগত তুমি ক'ত শিক্ষা পালা বা কোনে সহায় কৰিলে তাক ক'ব নোৱাৰা আৰু এজন লোকে যিমান জানিব লাগে তাতকৈ সৰহ জানিবলৈ নেপায়। সেই কথা সি বুজি পালে। এটা লক্ষ্য যদি মূলতঃ সঁচা হয় তেন্তে তাৰ বাবে মিছা কথা কোৱাটো একো কথা নহয়। অৱশ্যে মিছা কোৱাৰ পৰিমাণ খুব বেছি। আৰম্ভণিতে মিছা কথা ক'বলৈ তাৰ বিশেষ দ্বিধাবোধ নহৈছিল। কাৰণ তাৰ ঘিণ লাগিছিল। কিন্তু লাহে লাহে সি অভ্যাসত পৰিণত হ'লগৈ। এতিয়া সি গোটেপাতে বিপ্লৱৰ ভিতৰুৱা মানুহ আৰু গোটেই ঘটনাবোৰেই তোমাক দুর্নীতিগ্রস্ত হ'বলৈ বাধ্য কৰে।

গে-লর্ডতে সি পোনপ্রথম ভেলেণ্টিন গঞ্জালেজক লগ পাইছিল; মানুহ জনক এল কেম্পেচিনো বা "খেতিয়ক" বুলিও কোৱা হয়। আচলতে কিন্তু তেওঁ খেতিয়ক নাছিল, স্পেনিশ বৈদেশিক সেনাবাহিনীৰ এজন প্রাক্তন চার্জেণ্টহে। এওঁ সেনাবাহিনী ত্যাগ কৰি এবড এল্ ক্রিমৰ লগত লগ লাগি যুঁজ কৰিছিল। কৰাটো তাৰ পক্ষে ভুল হোৱা নাছিল অৱশ্যে। যুঁজ নকৰিয়েই বা কি কৰিব? এনেকুৱা যুঁজত এনেকুৱা খেতিয়ক নেতাবোৰক সোনকালে যুদ্ধত লগাব লাগে; কিয়নো আচল খেতিয়ক নেতাবোৰ পাব্‌লোৰ দৰেই হয়। সিহঁত আহিব বুলি বাট চাই থকাটো

টান ; কাৰণ সিহঁতৰ গাত খেতিয়কৰ ভালেমান অভ্যাস থাকি যায়। সেই কাৰণে খেতিয়কৰ নেতা তৈয়াৰ কৰি ল'ব লগা হয়। তথাপিও কেম্পেচিনে সুদা-সুদি নহয় ; ক'লা দাড়ি, ডাঠ নিগ্ৰো ওঁঠ, টেলেকা আৰু বেমাৰী চকুৰে এই মানুহটোও আচল খেতিয়ক নেতাৰ দৰেই গণ্ডগোল-প্ৰিয়। যোৱাবাৰ তাক লগ পাওঁতে ইতিমধ্যে খেতিয়ক নেতা বুলি হোৱা প্ৰচাৰ কাৰ্যত তাৰ নিজৰো বিশ্বাস হোৱা দেখা গৈছিল আৰু সি নিজক নিজে খেতিয়ক বুলিয়েই ভাবিছিল। মানুহ সাহসী আৰু টান। এনে সাহসী লোক সতকাই পোৱা টান। কিন্তু কি হ'ব, মানুহটো বৰ কথা চহকী। উত্তেজিত হ'লে সি যিহকে পাই তিহকে কয় আৰু অবিবেচনাৰ ফলাফললৈ অকণো ভ্ৰূক্ষেপ নকৰে। ইতিমধ্যে তাৰ বহুত বেয়া ফল মানুহে ভোগ কৰিব লগা হৈছেই। ব্ৰিগেড কমাণ্ডাৰ হিচাপে মানুহটোৰ ক্ষমতা অদ্ভুত ; বিশেষকৈ সৰ্বনাশ হ'বৰ সময়ত তাৰ ক্ষমতা ভাল দৰে চকুত পৰে। সৰ্বনাশ হ'লেও মানুহটোৰ অলপো খবৰ নেথাকে, কিন্তু গম পালেই সি তাৰ পৰা যেনে তেনে উদ্ধাৰ পায়।

গে-লৰ্ডত তুমি সাধাৰণ শিলাকুটি গেলিচিয়াৰ এনৰিক লিষ্টাৰকো লগ পাবা। সি ৰুচ ভাষা জানে আৰু এটা ডিভিজন চলায়। এণ্ডেলুচিয়াৰ কাঠমিস্ত্ৰী কুৰান মডেষ্টেকো তুমি তাতে লগ পাবা ; সি এতিয়া আমি ক'ৰ এটাৰ ভাৰ গ্ৰহণ কৰিছে। পুৰ্টো ডি চাণ্টা মেৰিয়াত থকা বাবে সি ৰুচ ভাষা নিশিকিলে, অৱশ্যে কাঠমিস্ত্ৰী থকা বাৰ্লিজ স্কুলত পাঠ্যক্ৰম থকা হ'লে নিশ্চয় তাত সি সেই ভাষা শিকিলেহেঁতেন। ৰুচ বিলাকে তাক খুব বিশ্বাস কৰে ; বিশেষকৈ ডেকা সেনা বোৰৰ ভিতৰত। কাৰণ সি পাৰ্টিৰ বাচকবনিয়া মানুহ ; সিহঁতে তাৰ কথা কওঁতে এমেৰিকান সকলৰ কথা কোৱা ভঙ্গীত "শতকৰা শ কমিউনিষ্ট" বুলি ক'বলৈ দ্বিধাবোধ নকৰে। লিষ্টাৰ বা এল কেম্পেচিনোতকৈ সি বেচি বুধিয়কো।

গে-লৰ্ডতে সাধাৰণতে প্ৰত্যেকৰে শিক্ষাও সম্পূৰ্ণ কৰিব লগা হয়। ইয়াত কেনেকৈ কামটো কৰিব লাগিলেহেতেন তাৰ বদলি কেনেকৈ কামটো কৰা হয় তাৰ শিক্ষা দিয়া হয়। জৰ্ডানৰ শিক্ষানবিছী কাল আৰম্ভ হৈছিলহে। কিন্তু সি আকৌ কিছুদিন শিক্ষা লব পাৰে নে নোৱাৰে তাৰ একো ঠিক নাই। গে-লৰ্ডৰ পৰিবেশ ভাল, সুন্দৰ আৰু তাৰ শিক্ষা



সিহঁতৰ বাবে অতি নাগতিয়াল। আৰম্ভণিতে যেতিয়া তাৰ কামৰ বিষয়ে নানা উপকৰা ধাৰণা আছিল, তেতিয়া এইবোৰ শিক্ষা দেখি সি আঘাত পাইছিল। কিন্তু এতিয়া তাৰ জানিশুনি ধাৰণা হৈছে সেইবোৰ আত্মপ্ৰতাৰণা নাগতিয়াল বস্তু ; আৰু গে-লৰ্ডত পোৱা শিক্ষাই তাক তাৰ নিজৰ সত্যৰ ধাৰণাৰ ওপৰত অধিক আস্থা ৰাখিবলৈ বাধ্য কৰাইছে। আচল বস্তুৰ কথা জনাটোতহে তাৰ বেছি ৰাপ ; বস্তুটো কেনে হ'লহেঁতেন বা সি কেনে ৰূপ ললেহেঁতেন তাক জনাত তাৰ ৰাপ নাই। যুদ্ধত সদায় মিছা কথা ক'ব লগা হয়। কিন্তু লিষ্টাৰ, মডেষ্ট আৰু এল কেম্পেচিনোৰ সম্পৰ্কে যিবোৰ আচল সত্য কথা আছে, সেইবোৰ মিছা কথা আৰু উপকথাসমূহতকৈ বহুত ভাল। আশা কৰা যায় যে এদিন সিহঁতে সকলোৰে আগত সেই সত্যবোৰ সদৰী কৰিব ; কিন্তু ইতিমধ্যে গে লৰ্ড থকা বাবে সি কৃতজ্ঞ কাৰণ তাত তাৰ শিক্ষা চলি আছে।

অঁ, মাদ্ৰিদত তাৰ যাবলগীয়া ঠাই সেই টুকুৰাই। কিতাপ কিনি, গৰম পানীত গা ধুই, কেই ঢোক ভালকৈ মদ খাই আৰু কিছু সময় পঢ়ি শেষ কৰি সি তালৈকে যাব। অৱশ্যে এই পৰিকল্পনাটো কৰিছিল মেৰিয়াক লগ পোৱাৰ আগতে। নাই, এতিয়াও সেই মতেই ঠিক হৈ যাব। সিহঁতে তাত দুটা ৰুম লব আৰু এটা ৰুমত তাই থাকি আপোন মনে চলিব, অন্ততঃ যেতিয়ালৈকে সি গে লৰ্ডৰ পৰা উভতি নাহে। তাৰ পিচত তাইক লগ পাব। পৰ্বতত দেখোন তাই বহুত সময় তাৰ বাবে ৰৈ আছিল। সেই দৰেই তাই হোটেল ফ্লৰিডাতো থাকিব পাৰে। সিহঁত তিনি দিন থাকিব মাদ্ৰিদত। তিন দিন বহুত সময়। তাইক তাই "মাক্স ব্ৰাদাৰ্চ" নামৰ অপেৰা দেখুৱাবলৈ লৈ যাব। সেইখন অপেৰা তিনি মাহ চলি আছে একেৰাহে আৰু তিনি মাহ অনায়াসে চলিব যেন বোধ হৈছে। তাই নিশ্চয় অপেৰাত মাক্স ব্ৰাদাৰ্ছক চাই সন্তোষ পাব। সঁচাকৈয়ে তাইৰ ভাল লাগিব।

গে লৰ্ড ক'ত আৰু এই গুহাটো ক'ত ? বহুত দূৰ, ভালেমান অন্তৰায়। কিন্তু তাৰ পৰা ইয়ালৈ সিমান দূৰ নহয়। দূৰ হ'ল এই গুহাৰ পৰা গে-লৰ্ডলৈহে। প্ৰথমতে কাশ্বকিনে যেতিয়া তাক তালৈ লৈ যায় তেতিয়া তাত তাৰ সিমান ভাল লগা নাছিল। কাশ্বকিনে তাক কাৰকোভক লগ ধৰিবলৈ কৈছিল। কাৰণ কাৰকোভৰ মনত এমেৰিকানবাসীক জনাৰ এটা প্ৰবল হেপাহ হৈছিল।

কাৰকোভৰ মানত সিয়েই পৃথিৱীত "লোপ ডি ভেগা'ৰ আটাইতকৈ ডাঙৰ ভক্ত। তদুপৰি তাৰ বিশ্বাস যে "ফুয়েন্টি অভেজোনা" বোলা নাটখনি পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ নাট। এইবোৰ কথা সঁচা হ'ব পাৰে; কিন্তু ৰবাৰ্ট জৰ্ডানৰ মত বেলেগ।

জৰ্ডানে কাৰকোভক ভাল পাইছিল যদিও ঠাইটুকুৰা ভাল পোৱা নাছিল। সি লগ পোৱা মানুহবোৰৰ ভিতৰত কাৰকোভকে তাৰ আটাইতকৈ বুধিয়ক যেন বোধ হৈছে। মানুহটোৱে ঘোঁৰাত উঠাৰ সময়ত পিন্ধা ক'লা এজোৰ বুটৰ ওপৰত ধোৰঁাৰবৰণীয়া ব্ৰীছেজ আৰু চুটি কোট পিন্ধে। তাৰ হাত-ভৰিবোৰ সৰু; গা-মুখবোৰ ফুলা আৰু চনকা যেন লাগে; তাৰ দাঁত বোৰ বেয়া, সেই কাৰণে কথা কওঁতে থুথুৱাই কথা পতা যেন বোধ হয়। প্ৰথম দিনা দেখোঁতে জৰ্ডানে তাক বহুৱা বুলি ভাবিছিল। কিন্তু পাচতহে বুজি পালে যে তাৰ দৰে মগজ, আন্তৰিক মৰ্যাদাবোধ, আৰু বাহ্যিক অশিষ্টতা অথচ মনৰ ৰসবোধ আন এটাৰো মাজত নাই।

গে লৰ্ড হোটেললৈ সোমালে ভাব হয় যেন ভিতৰখন অশালীন বিলাসিতাৰে আৰু দুৰ্নীতিৰে ভৰা। কিন্তু পৃথিৱীৰ এক ষষ্ঠাংশ জোৱা দেশ এখনৰ নাগৰিকে আনতকৈ বেছি আৰামত থাকিলেনো কি হ'ল? প্ৰথমতে ৰবাৰ্ট জৰ্ডানে এইবোৰ দেখি-শুনি বীতশ্ৰদ্ধ হৈছিল, কিন্তু পিচলৈ তাকে গ্ৰহণ কৰি ভাল পোৱা হ'লগৈ। কাশ্বকিনে তাক নি কাৰকোভৰ আগত অতি দুৰ্দ্ধৰ্ষ বীৰ বুলি চিনাকি কৰি দিছিলগৈ; ফলত কাৰকোভে তাক অপমানসূচক অতি ভদ্ৰ আচৰণ কৰিছিল; কিন্তু ৰবাৰ্ট জৰ্ডানে বীৰৰ আচৰণ নেদেখুৱাই, বৰং ধেমেলীয়া আৰু অশ্লীল গল্প ক'বলৈ আৰম্ভ কৰিলে। তাৰ বাবে এনে গল্প কোৱা অশোভনীয় হৈছিল। তাৰ পিচতে কাৰকোভে বিনয় এৰি অলপ কমনীয় ৰূঢ় আচৰণ কৰিলে; তাৰ পিচত দস্তৰমত অশিষ্ট আচৰণ কৰিবলৈ ধৰিলে। লগে লগে দুয়োৰে ভিতৰত গাঢ় বন্ধুত্ব হ'ল।

কাশ্বকিনক তাত নোৱাৰাতহে থাকিবলৈ দিয়া হয় এনে এটা ভাব হয়। কাশ্বকিনৰ কিবা এটা দোষ নিশ্চয় আছে, আৰু সেই দোষ স্পেইনত থাকোঁতেই কৰা যেন লাগে। কিন্তু তাৰ আগত কোনেও ঘৃণাক্ষৰে সেই দোষৰ কথা উলুকিওৱা নাছিল। এতিয়া কাশ্বকিনৰ মৃত্যু ঘটিল, কাজেই এতিয়া হয়তো দোষটোৰ কথা ক'ব। যি কি নহওক, তাৰ আৰু কাৰকোভৰ মাজত বন্ধুত্ব গাঢ় হৈ পৰিল। কাৰকোভৰ ঘৈণীয়েক জনীৰ লাহী আৰু অযতনে ৰখা



দেহৰ ৰং ক'লা, মূৰৰ ছাইৰবণীয়া চুলিবোৰ চুটিকৈ কটা; মানুহজনী অসন্তৰ পাতল, শুকান, ক'লা, মৰম লগা, শঙ্কাপ্ৰৱণ, বঞ্চিত অথচ সম্পূৰ্ণ ক্ষোভহীন। এই মানুহজনী টেঙ্কবাহিনীৰ দোভাষী আছিল। ইফালে কাৰকোভৰ ৰক্ষিতা-জনীৰ লগতো ৰবাৰ্টৰ বন্ধুত্ব হৈছিল। ৰক্ষিতাগৰাকীৰ চকু যুৰি মেকুৰীৰ দৰে; মূৰৰ চুলি ৰঙা আৰু সোণবৰণীয়া (তাকে কেতিয়াবা বৰ ৰঙা, কেতিয়াবা বেছি সোণালী দেখি। চুলি বিন্যাসৰ ধৰণটোৰ ওপৰত এই ৰং নিৰ্ভৰ কৰে।); মানুহজনী এলেহুৱা আৰু ইন্দ্ৰিয়াসক্ত। এনে লাগে যেন আনৰ দেহৰ লগত মিলাকৈ তৈয়াৰী। মুখখনো যেন আনৰ মুখৰ উপযোগীকৈ সজা। মানুহজনী মূৰ্খ, কিন্তু মনত অপাৰ আকাঙ্খা আৰু একান্ত বিশ্বস্ততা বিৰাজমান। এই ৰক্ষিতাজনীয়ে আড্ডা মাৰি ভাল পায়; মাজে মাজে আন পুৰুষৰ লগত সহবাসো কৰে; কাৰকোভে তাক আমোদৰ দৃষ্টিৰে সহে যেন বোধ হয়। শুনা যায় টেঙ্কবাহিনীৰ লগত আৰু এগৰাকী ঘৈণীয়েক আছে কাৰকোভৰ; হয়তো এগৰাকীতকৈও বেছিহে আছে। কিন্তু এইবোৰ কথা কোনেও ভালকৈ ক'ব নোৱাৰে। ৰবাৰ্ট জৰ্ডানে কাৰকোভৰ দুয়ো গৰাকী ঘৈণীয়েক আৰু ৰক্ষিতাগৰাকীকো ভাল পায়। তাৰ ধাৰণা, আৰু ঘৈণীয়েক থাকিলে তাইকো সি ভাল পাব। কাৰণ কাৰকোভৰ নাৰী বাচনিত ৰুচি আছে।

গে-লৰ্ডৰ তলৰ বাৰান্দাত দুটা পহৰীয়াই সদায় পহৰা দি থাকে; আজিৰ নিশাটোত চাগৈ অৱৰুদ্ধ মাদ্ৰিদ চহৰৰ ভিতৰত এই হোটেলটোৱেই আটাইতকৈ সুন্দৰ আৰু আৰামপূৰ্ণ ঠাই হ'ব। আজি গুহাত নেথাকি সি গে-লৰ্ডত থাকিব পৰা হ'লে, খুব ভাল হ'লহেঁতেন। অৱশ্যে এতিয়া ইয়াতো সকলো ঠিক হৈ গৈছে; নাগৰদোলা বন্ধ হ'ল। ইফালে বৰফ পৰিবলৈও এৰিলে।

মেৰিয়াক নি কাৰকোভক দেখুৱাবৰ বাবে তাৰ ইচ্ছা আছিল; কিন্তু কাৰ-কোভে উপযাচি নকলে তালৈ নিয়াৰ উপায় নাই। গল্ৎকে সি তালৈ যোৱাৰ পিচত কাৰকোভৰ মনোভাব বুজিবাজিহে কিবা এটা কৰিব পৰা যাব। আক্ৰমণ শেষ হৈ গ'লে গ'লজো তালৈ ঘূৰি যাব; আৰু যদি আক্ৰমণত জিকে তেন্তে গ'লজৰ পৰাই কাৰকোভে সকলো কথা শুনিব। গলজে মেৰিয়াৰ কথা জোকাই তাকো ঠাট্টা-মস্কৰা কৰিব। অৱশ্যে তাৰ আগতে যিবোৰ কথা ক'ব লাগিব সেইবোৰ ছোৱালীৰ কথা নিশ্চয় নহয়।

পাব্লোৰ সমুখত থকা পাত্ৰটোৰ ওচৰলৈ এইবাৰ সি গল আৰু এটা

কাপ লৈ জুবুৰিয়াই মদ ভৰালে। সি ক'লে, 'পাব্‌লো, তোমাৰ অনুমতি লৈহে দেই।'

পাব্‌লোৱে মূৰ দুপিয়ালে। তেতিয়া সি যুদ্ধৰ বিষয়ে চিন্তা কৰি আছে। ৰবাৰ্ট জৰ্ডানৰ সেয়ে অনুমান হ'ল। কিন্তু কামানৰ আগত বৈ খ্যাতি অৰ্জা পুৰুষ সি নহয়, এই মদৰ পাত্ৰটোৰ আগত থাকি এটা সমাধান বিচাৰিছে। অৱশ্যে এই হতভগীয়াই ইমান দিনে যেতিয়া এই দলটোক চলাই আহিছে, তেন্তে নিশ্চয় মানুহটোক কাৰ্যক্ষম বুলিয়েই ধৰিব লাগিব। পাব্‌লোলৈ চাই সি ভাবিলে মাৰ্কিণ গৃহ যুদ্ধত হোৱা হলে এইজন গৰিলা নেতাই কি কৰিলেহেঁতেন বাৰু? এনেকুৱা নেতা ভালেমান আছিল। কিন্তু সিহঁতৰ কথা কোনেও নেজানে। কোৱান্‌ট্ৰিল, মোচ্‌বি আৰু তাৰ ককাকহঁতৰ কথা সি কোৱা নাই; তাতকৈ সৰুবোৰৰ কথাহে সি চিন্তা কৰিছে অৰ্থাৎ **জোপাৰ তলে তলে থাকি যুদ্ধ কৰা ক্ষুদ্ৰ বীৰবোৰৰ কথা।** বাৰু মদ খোৱাৰ কথাটো সঁচানে? গ্ৰাণ্টে মাতলামি কৰিছিল বুলি তোমাৰ বাৰু ধাৰণা হয়নে? তাৰ ককাকে হলে মাতলামি কৰিছিল বুলি ধৰি লৈছিল। আবেলি চাৰিবজাৰ লগে লগে গ্ৰাণ্ট মাতাল হয়; আৰু ডিক্সবাৰ্গৰ যুদ্ধৰ আগত অৱৰোধৰ সময়ত সি বোলে কেইবা দিনো মদ খাই টং হৈ আছিল। কিন্তু ককাকে কৈছিল বোলে তথাপি গ্ৰাণ্টে স্বাভাৱিক ভাৱেই কাম কৰি গৈছিল; যিমানেই মদ নেখাওক কিয়, বিচনাৰ পৰা উঠোৱাত অলপ অসুবিধা পোৱাৰ বাহিৰে আন কোনো কামতে গাফিলি কৰা দেখা নাছিল গ্ৰাণ্টক। সাৰ পালেই মানুহটো স্বাভাৱিক অৱস্থালৈ ঘূৰি আহে।

এই যুদ্ধত গ্ৰাণ্ট বা শ্বাৰমেনৰ দৰে নেতা নাই; বা ষ্টনৱল বা জেকছনৰ দৰে নেতাও নাই। কোন পক্ষতে নাই। আনকি জেব ষ্টুৱাৰ্টৰ দৰে নেতাৰো অভাৱ ইয়াত। এজন শ্বেৰিডান ওলোৱাটোও দুৰুহ। কিন্তু মেক্‌লেলানৰ দৰে নেতা আছে, অন্ততঃ দলৰ ভিতৰত তেনে তিনিজনক দেখা গৈছে।

এই যুদ্ধত কোনো সামৰিক প্ৰতিভাসম্পন্ন লোক সি দেখা নাই। এজনো নাই। আন কি পূৰ্বোক্তসকলৰ সমকক্ষও কোনো নাই ইয়াত। ক্লেবাৰ, লুকাজ আৰু হানজে আন্তৰ্জাতিক ব্ৰিগেডৰ লগ লাগি মাদ্ৰিদ ৰক্ষাত খুব প্ৰশংসনীয় কাম কৰিলে। কিন্তু বুঢ়া, টপা, চশমা পিন্ধা, অহংকাৰী, জধামুৰ্খ, কথাবতৰাত নিৰ্বোধ, মঁাড় গৰুৰ দৰে নিবোকা সাহসী আৰু মিছাকৈয়ে মাদ্ৰিদৰ ৰক্ষক বুলি



প্ৰচাৰ-কাৰ্যৰ দ্বাৰা জনাজাত কৰা লোক মিয়াজাই হঠাতে ক্লিবাৰক ঈৰ্ষাৰ চকুৰে চাবলৈ ধৰিলে। কাৰণ ক্লিবাৰৰ দক্ষতাৰ কথা কেউফালে ফাটি-ফুটি গৈছিল। শেহত মিয়াজাই ৰুছসকলক কৈ ক্লিবাৰক সেনানায়কৰ পদৰ পৰা বঞ্চিত কৰি তাক ভেলেন্সিয়ালৈ পঠোৱাইহে এৰিলে। ক্লিবাৰ ভাল সৈনিক আছিল; কিন্তু তাৰ শক্তি যথোচিত নাছিল। তাৰ দোষো আছিল যথেষ্ট; কাৰণ সি কিবা এটা কাম কৰিলে তাক বঢ়াই কয়। গলজ এজন ভাল সেনাপতি আৰু সুদক্ষ সৈন্য। কিন্তু ওপৰৱালাসকলে তেওঁক সদায় তলৰ পদ দি থৈছিল আৰু কোনো কথাতে স্বাধীনতা নিদিছিল। হ'ব লগা আক্ৰমণটো এই যুদ্ধৰ আটাইতকৈ ডাঙৰ আক্ৰমণ হ'ব। কিন্তু এতিয়ালৈকে এই আক্ৰমণৰ বিষয়ে সি যিবোৰ কথা শুনিছে, সেইবোৰ কথা শুনি সি সন্তুষ্ট হ'ব পৰা নাই। গল বুলি এজন হাঙ্গেৰীয় সেনাপতি আছে; তেওঁৰ বিষয়ে গে-লৰ্ডত যিবোৰ কথা-বতৰা পতা হয়, সেইবোৰৰ যদি আধাও সঁচা হয়, তেন্তে গলক্‌ গুলীয়াই মৰাৰ বাহিৰে আন গত্যন্তৰ নাই। গেলৰ্ডত শুনা কথাৰ শতকৰা দহ ভাগো যদি সঁচা হয়, তেন্তে তেওঁক সঁচাকৈয়ে গুলীওৱা ভাল।

ইটালীয়সকলৰ লগত যুদ্ধ হৈছিল গুৱাডালাবুজাৰ মালভূমিত; তাতে সিহঁতক পৰাজিতো কৰা হয়। সেই যুদ্ধ তাৰ চাবৰ ইচ্ছা হৈছিল। কিন্তু সেই সময়ত সি এষ্ট্ৰেমাডুৰতে আছিল। দুসপ্তাহৰ আগতে হানছে গে-লৰ্ডত এই যুদ্ধৰ বৰ্ণনা তাৰ আগত দিছিল আৰু বৰ্ণনা কৰি যাওঁতে সি চকুৰ আগত যুদ্ধখন হৈ থকা দেখা পাইছিল। এবাৰ যুদ্ধত পৰাজয় হওঁ হওঁ হৈছিল, কাৰণ ইটালীয়বোৰে ট্ৰিজুকুৰেৰ ওচৰত আমাৰ সীমাৰেখা ভাঙি সোমাই আহিছিল। যদি সিহঁতে কেনেবাকৈ টোৰিজা ব্ৰিহুৱেগা আলিবাটটো ভাঙিলেহেঁতেন তেন্তে দ্বাদশ ব্ৰিগেডটো বিচ্ছিন্ন হৈ পৰিলেহেঁতেন। হানছে বৰ্ণনাৰ মাজতে কৈছিল, কিন্তু প্ৰতিপক্ষ ইটালীয় বুলিহে সাৰিলোঁ। আন দেশৰ সেনা হোৱা হলে সৰা টান হলহেঁতেন। আমি এটা কৌশল অৱলম্বন কৰিলোঁ আৰু সেই কৌশল প্ৰয়োগ কৰি সফলো হলোঁ।

হানছে মেপ এখন উলিয়াই তাক যুদ্ধখনৰ গতি দেখুৱাই গৈ আছিল। মেপবোৰ সি বেগৰ ভিতৰত লৈ ফুৰাইছিল। তেতিয়াও সেই অসাধাৰণ সাফল্যৰ আনন্দত সি আপোন পাহৰা হৈ আছিল। হানছ্‌ সঁচাকৈয়ে এজন ভাল যোদ্ধা আৰু প্ৰিয় সঙ্গী। সেই যুদ্ধত লিষ্টাৰ, মডেষ্ট আৰু কেম্পোচিনোৰ

সেনাবোৰেও খুব ভালদৰে যুঁজিছিল। হানছৰ মতে ভাল যুঁজাৰ কাৰণ আছিল সেনাপতিবোৰৰ দক্ষতা আৰু সেনাবোৰৰ শৃঙ্খলাবোধ। কিন্তু লিষ্টাৰ, কেম্পোচিনো আৰু মডেষ্টক সেনাবাহিনী চলোৱাৰ উপদেশ দিছিল ৰুছ সামৰিক উপদেষ্টাবোৰে। নকৈ এৰোপ্লেন চলাবলৈ শিকা ছাত্ৰবোৰৰ দৰেই সিহঁতৰ অৱস্থা হৈছিল—শিকাৰুবোৰে কৰবাত ভুল কৰিলে পাইলটে নিজৰ হাতত নিয়ন্ত্ৰণ ভাৰ তুলি লয়। সেয়ে এনে এৰোপ্লেনত দুটা কন্ট্ৰল থাকে। সেই বছৰটো আছিল আচল পৰীক্ষাৰ বছৰ। সিহঁতৰ শিক্ষাৰ ফলাফল সোনকালে দেখিবলৈ পোৱা যাব। কিছু দিনৰ পিচতে দুবিধ নিয়ন্ত্ৰণৰ ব্যৱস্থা উঠি যাব; আৰু তেতিয়াহে বুজি পাম সিহঁতে ডিভিশন আৰু আৰ্মিকোৰবোৰ কিদৰে পৰিচালিত কৰিছে।

সিহঁত কমিউনিষ্ট আৰু সেয়ে সিহঁতৰ শৃঙ্খলাবোধ কঠোৰ। সিহঁতে প্ৰৱৰ্তণ কৰা শৃঙ্খলাৰ ফলত ভাল সৈন্য ওলাব। লিষ্টাৰে কঠোৰ হাতে শৃঙ্খলা প্ৰৱৰ্তণ কৰে। সি মতান্ধ আৰু স্পেনিশ লোকসকলৰ সাধাৰণ স্বভাৱ হ'ল জীৱনৰ প্ৰতি অশ্ৰদ্ধা; সেইটো তাৰ পূৰা মাত্ৰায় আছে। তাতাৰ সকলে পশ্চিমৰ দেশ* আক্ৰমণ কৰাৰ পিচৰে পৰা এনেকৈ কোনো সেনাপতিয়ে অলপ অজুহাততে প্ৰাণদণ্ড বিহা নাই; লিষ্টাৰে কিন্তু তাতাৰ সকলৰ দৰেই আচৰণ কৰিছে। এটা ডিভিজনক গঢ়ি-পিতি কেনেকৈ শক্তিশালী যুদ্ধ-যন্ত্ৰত পৰিণত কৰিব পাৰি তাক সি ভাল দৰে জানে। মেজত বহি বহি ৰবাৰ্ট জৰ্ডানে ভাবিলে—এটুকুৰা ঠাই অধিকাৰ কৰি বহি থকা এটা কথা; শত্ৰু-অধিকৃত ঠাই আক্ৰমণ কৰি তাক অধিকাৰ কৰাও আন এটি কথা; যুদ্ধ ক্ষেত্ৰত সেনা বাহিনীক ভাল দৰে পৰিচালনা কৰাটোও আকৌ এটা সম্পূৰ্ণ বেলেগ কথা। লিষ্টাৰৰ ওপৰত দুফালৰ নিয়ন্ত্ৰণ উঠি গ'লে লিষ্টাৰে কি কৰিব তাক ভাবি মই বিতত হওঁ, বিশেষকৈ লিষ্টাৰক যেতিয়া মই ভাল দৰে চিনি পাওঁ,—ৰবাৰ্ট জৰ্ডানে এই কথা চিন্তা কৰিলে। হয়তো সেনাবোৰ গুচি নেযায়। কিন্তু গুচি গ'লে কি হ'ব? নে গুচি গ'লে সিহঁতৰ বল বৃদ্ধিহে পাব? ৰুচবিলাকে এই বিষয়ে কি ভাবিছে তাকো সি ক'ব নোৱাৰে। সি ভাবিলে, গে-লৰ্ডেই এইবোৰ চিন্তাৰ আচল ঠাই। মোৰ বহুত কথা জনিবলৈ বাকী আছে; কিন্তু গে-লৰ্ড নোপোৱালৈকে সেইবোৰ কথা জনা টান।

* সম্ভৱতঃ ইউৰোপ।



এসময়ত অৱশ্যে গে-লৰ্ডক তাৰ ভাল লগা নাছিল। ভেলাজকেজ ৬৩ নামৰ মাদ্ৰিদৰ যি টুকুৰা ঠাইত আন্তৰ্জাতিক সেনাবাহিনীৰ সদৰ দপ্তৰ আছিল, তাত যি কমিউনিজম চলিছিল, সেই কমিউনিজম আছিল উৎকট নীতিবাদগ্ৰস্ত আৰু ধৰ্মপন্থী। গে-লৰ্ডছৰ পৰিবেশ তাৰ সম্পূৰ্ণ বিপৰীত। ভেলাজকেজ ৬৩ৰ কমিউনিজম আছিল যেন এটা ধৰ্ম সম্প্ৰদায়। তাৰ লগত গে-লৰ্ডছৰ পৰিবেশৰ একো তুলনাই নহয়; তাত থাকিলে পঞ্চম ব্ৰিগেডৰ হেড কোৱাৰ্টছত থকা যেন নেলাগে। সেই ৰেজিমেণ্ট ভাঙ্গি দি এতিয়া নতুন সেনাবাহিনীৰ ব্ৰিগেড কিছুমান গঠন কৰা হৈছে।

ওপৰোক্ত দুইখন ঠাইৰ যি কোনো এঠাইলৈ গ'লেই তোমাৰ ভাব হয় তুমি ধৰ্ম যুদ্ধ এখন হে কৰিবলৈ ওলাইছা। ধৰ্ম যুদ্ধ বুলিলেহে আচল ভাব প্ৰকাশ কৰা হ'ব—অৱশ্যে শব্দটোৰ ইমান অপব্যৱহাৰ আৰু ভুলপ্ৰয়োগ হৈছে যে তাৰ আচল অৰ্থ প্ৰায় লুপ্তই হৈছেগৈ। আমোলাতন্ত্ৰ দলীয় কাজিয়া আৰু অদক্ষতাৰ দৌৰাত্ম্য তাত আছিল, তথাপি তাত তোমাৰ এনে এটা অপূৰ্ব অনুভূতি হয়, যি অপূৰ্ব অনুভূতি তোমাৰ চিৰবাঞ্ছিত আৰু যি অনুভূতি তুমি প্ৰথম 'কমিউনিয়ন' উৎসৱত যোগ দিওঁতেও পোৱা নাছিলা। সমগ্ৰ বিশ্বৰ পীড়িত জনতাৰ প্ৰতি জগা কৰ্তব্যবোধৰ উদ্দেশ্যে লোৱা এই দীক্ষা গ্ৰহণৰ অনুভূতি ধৰ্মীয় অভিজ্ঞতাৰ দৰেই জটিল আৰু আহ্বলীয়া, কিন্তু খুব নিভাঁজ অনুভূতি। বাকৰ সঙ্গীত শুনিলে যি অনুভূতি হয়, চাৰ্ট্ৰেচৰ বা লিঅনৰ কেথেড্ৰেলত উঠি ডাঙৰ খিড়ীকিয়েদি অহা পোহৰ দেখি যি অনুভূতি হয়; অথবা প্ৰাডোৰ মিউজিয়ামৰ মাতেংগা, গ্ৰেচো আৰু ব্ৰুঘেলক দেখিলে যি অনুভূতি হয়, ই সেই শাৰীৰ অনুভূতি। এনে অনুভূতিয়ে সেই শক্তি জগায়, যি শক্তিয়ে তোমাক কিহবাত সম্পূৰ্ণ আৰু একান্ত ভাৱে আস্থা স্থাপন কৰিবলৈ শিকায় আৰু লগে লগে সহকৰ্মী সকলৰ প্ৰতি সম্পূৰ্ণ ভ্ৰাতৃ ভাৱ উদ্ৰেক কৰে। এই অবুজ বস্তুটি অভূতপূৰ্ব; এটা সম্পূৰ্ণ নতুন অভিজ্ঞতা স্বৰূপে সি ধৰা পৰে। সেই বস্তুটিৰ প্ৰতি ইমান গুৰুত্ব আৰোপিত কৰা হয় আৰু তাক ইমান যুক্তিৰে প্ৰতিপন্ন কৰা হয়, তাৰ বাবে যদি মৃত্যুও বৰণ কৰিব লগা হয়, তেন্তে অনুগত সকলে তালৈও ভ্ৰূক্ষেপ নকৰে। অৱশ্যে মৃত্যুৱে কেনেবাকৈ কৰ্তব্যত বাধা দিয়াৰ শঙ্কা থাকিলে তাক বৰণ কৰিবলৈ দিয়া নহয়। কিন্তু আটাইতকৈ সুন্দৰ কথা হ'ল এয়ে যে এই অনুভূতি হ'লে আৰু এনে

প্ৰয়োজন বোধ কৰিলে তুমি ভাল কাম কৰিব পাৰা। অৰ্থাৎ তুমি যুদ্ধ কৰিব পাৰা।

সি ভাবিলে, এই কাৰণেই মানুহে যুঁজে। কিন্তু যুদ্ধত নমাৰ পিচত লাহে লাহে যুদ্ধত ভালদৰে কৃতিত্ব দৰ্শাই বাচি থকা সৈনিকবোৰৰ মনত সেই বিশুদ্ধ অনুভূতি নেথাকে। ছমাহৰ পিচতে সেই অনুভূতি শেষ হৈ যায়।

কোনো ঠাই ৰক্ষা কৰোঁতে অথবা কোনো নগৰ ৰক্ষা কৰোঁতে তোমাৰ এই অনুভূতি ওপজে। চিয়েৰাৰ পৰ্বতীয়া অঞ্চলত হোৱা যুদ্ধখনো এনে মনোভাৱেৰে যুজাঁ হৈছিল। বিপ্লৱৰ সহকৰ্মীৰ প্ৰকৃত মনোভাৱ গ্ৰহণ কৰি সকলোৱে এই যুদ্ধ কৰিছিল। প্ৰথমতে যেতিয়া পৰ্বতৰ ওপৰত পোন-প্ৰথম বলেৰে শৃঙ্খলাবোধ প্ৰৱৰ্তন কৰা হয়, তেতিয়া সি তাৰ অৰ্থ বুজি পাইছিল আৰু তাত সন্মতিও প্ৰকাশ কৰিছিল। কিন্তু যেতিয়া শত্ৰু পক্ষৰ পৰা 'শ্বেল' মাৰিবলৈ আৰম্ভ কৰিলে, মানুহবোৰ হঠাতে কাপুৰুষ হৈ পৰিল আৰু লগে লগে পলাবলৈ ধৰিলে। সিহঁতক গুলী কৰি মৰা আৰু মৰাৰ পিচত উখহা অৱস্থাত আলিবাটৰ দাঁতিত পেলাই থৈ অহা সি দেখিবলৈ পাইছিল, আৰু তেতিয়া লগৰীয়া বোৰে সিহঁতৰ গাৰ পৰা কাৰ্টিজ আৰু অন্যান্য মূল্যবান বস্তুবোৰ লৈ অহাৰ বাহিৰে সিহঁতৰ প্ৰতি আন অনুকম্পা প্ৰদৰ্শন কৰা নাছিল। সিহঁতৰ গাৰ পৰা কাৰ্টিজ, বুট, চামৰাৰ কোট—এইবোৰ লৈ অহাটো যুক্তিসঙ্গত কাম। এই মূল্যবান বস্তুবোৰ অনাটো বাস্তৱতে প্ৰয়োজনীয় হৈ পৰিছিল। নহলে এনাৰ্কিষ্টবোৰে সেইবোৰ পালেহেঁতেন।

পলাই যোৱা মানুহবোৰক গুলীয়াই মৰাটোও শুদ্ধ আৰু ন্যায়সঙ্গত কাম হৈছিল। এইটোক ভুল বুলি ক'ব নোৱাৰি। পলাই যোৱাটো সম্পূৰ্ণ ৰূপে আপোন পেটীয়াৰ কাম। সেই সময়ত ফেচিষ্টবোৰে আক্ৰমণ কৰিছিল আৰু বিপ্লৱী সেনাই গুৱাদাৰামা পৰ্বতৰ দাঁতিকাষৰীয়া কাঁইটীয়া জোপোহা বন, চাপৰ পাইন বন আৰু ধূসৰ শিলৰ মাজত লুকাই সিহঁতৰ গতিৰোধ কৰিছিল। ওপৰৰ পৰা বোমা-বৰ্ষণ হৈ আছিল আৰু আমি (ৰবাৰ্ট জৰ্ডানহঁতে) আলিবাটৰ দাঁতিয়ে দাঁতিয়ে আত্মৰক্ষা কৰিছিলো। সঘনে শ্বেল-বৰ্ষণো হৈছিল, কাৰণ প্ৰতি-পক্ষই স্থলবাহিনীও নিযুক্ত কৰিছিল। আবেলিবেলিকালৈকে আমাৰ যিবোৰ সেনা বাচি ৰ'ল, সেইবোৰে প্ৰতি-আক্ৰমণ কৰি শত্ৰুপক্ষক পিচ হোঁহোকাই পঠিয়ালে। অলপ পিচতে সিহঁতে গছ-গছনি আৰু শিলাখণ্ডৰ সুৰুঙাইদি



বাওঁফালৰ পৰা আমাক পুনৰ আক্ৰমণ কৰিলে। আমি হাস্পতালত সোমাই খিড়িকীৰে আৰু চালৰ ওপৰৰ পৰা গুলী মাৰি আত্মৰক্ষা কৰিছিলোঁ। শত্ৰু সেনাবোৰ আহি দুয়ো ফালে ঘৰটো ঘেৰাও কৰি দুয়ো কাষে আহ-যাহ কৰি আছিল। ঘেৰাও হৈ থকাৰ অভিজ্ঞতা আমাৰ তেতিয়াহে হ'ল। শেহত জানিবা আমি শত্ৰুৰ প্ৰতি-আক্ৰমণ ওফৰাই দি সিহঁতক আলিবাটটোৰ সিফাললৈ গোলা পঠিয়ালোঁ।

যুদ্ধ তন্ময়া হৈছিল। ভয়ত অষ্ঠ-কণ্ঠ শুকাই গৈছে, মুখত পানী নাই; কেউফালে বেৰৰ ভগালডাৰ ধূলি উৰিছে; কেতিয়াবা কোনোখন বেৰ হয়তো শ্বেল পৰি সশব্দে আৰু চমকাচমক পোহৰেৰে পৰিবেশ আলোকিত কৰি খহি পৰিছে। তাৰ পিচত বন্দুক পৰিষ্কাৰ কৰাৰ কাম আহি পৰিল। চালকবোৰ তনুৱা হৈ পৰি আছিল, সিহঁতৰ ওপৰত বেৰৰ ভগা শিলৰ আৱৰ্জনা পৰিছে। খিন্ডৰ আঁৰত মুখ ৰাখি বন্ধ মেচিনগান চলাবলৈ আমি চেষ্টা কৰিছিলোঁ। ভগা বাহটো উলিয়াই পেলাই পুনৰায় তাৰ ফিটা বান্ধিলোঁ। তাৰ পিচত খিন্ডৰ আঁৰ লৈ পুনৰ আলিবাটৰ ফালে বন্দুক টোৱাঁলোঁ। সেই সময়ত কৰ্তব্য কৰাই একমাত্ৰ প্ৰয়োজন আৰু সেয়ে শুদ্ধ কাম। এইদৰে আমি বুজিলোঁ, যুদ্ধৰ অভিজ্ঞতা কি মুখত পানী নোহোৱা হয়, মন হয় ভয়ৰ অতীত আৰু তাৰ পিচত এটা শঙ্কাহীন প্ৰত্যয়ৰ যুদ্ধোন্মাদনাই চেতনা অধিকাৰ কৰে। সেই বছৰৰ জাৰকালি আৰু জহকালি আমি বিশ্বৰ সকলো দুখীয়া লোকৰ হকে যুদ্ধ কৰিলোঁ, সকলো অত্যাচাৰৰ বিৰুদ্ধে অস্ত্ৰ ধৰিলোঁ, সকলো বিশ্বাসৰ হক ৰক্ষা কৰিলোঁ, আৰু আমাৰ পৰিকল্পিত নতুন বিশ্বৰ বাবে এঘৰি যুঁজিলোঁ। সেই বছৰৰ শীতকালি বুজিলোঁ, দুখ কেনেকৈ সহিব লাগে, কেনেকৈ শীত আৰু জেকা ঠাইত থাকিব লাগে, কিমান বোকা ফেনেকিব লাগে, কেনেকৈ গাঁত খানি নিজক নিজে সংৰক্ষিত কৰিব লাগে। সেই জাৰ আৰু জহ কালিৰ মনৰ অনুভূতি ভাগৰ, টোপনি, সশঙ্কতা আৰু দুৰৱস্থাৰ হেঁচাত তল পৰি গৈছিল। কিন্তু জাৰ-জহৰ অনুভূতি বিলুপ্ত হোৱা নাছিল মনৰ পৰা। দুখ সহে মানে তাৰ প্ৰকাশ বেছিহে হৈছিল। সেইবোৰ দিনতে সিহঁতে অনুভৱ কৰিছিল গভীৰ, নিখুঁত আৰু নিঃস্বাৰ্থ গৌৰৱৰ চেতনা। ৰবাৰ্ট জৰ্ডানে ভাবিলে, সেই চেতনা গে-লৰ্ডৰ পৰিৱেশত অসহ্য বিৰক্তিকৰ নিৰ্বুদ্ধিতা বুলিহে কিজানি অনুভূত হ'লহেঁতেন?

গে লৰ্ডত ইমান বিশুদ্ধ হৈ থকা টান,—ৰবাৰ্ট জৰ্ডানে ভাবিলে। তেতিয়া

আমি বৰ সবল আছিলোঁ। তেতিয়া মন দিব্যানন্দই অভিভূত কৰিছিল। অৱশ্যে সেই সময়ত গে-লৰ্ড আজিৰ দৰে নাছিল তাকো তুমি ক'ব নোৱাৰা। এইবাৰ সি নিজক নিজে বুজালে—সেই সময়ত গে-লৰ্ড এনেকুৱা নাছিলেই। একেবাৰে বেলেগ আছিল। তেতিয়া গে-লৰ্ডৰ আবিৰ্ভাৱেই হোৱা নাছিল।

কাৰণ কাৰকোভে তাক সেই পুৰণি দিনবোৰৰ কথা কৈছিল। তেতিয়া বিপ্লৱীসেনাৰ লগত থকা ৰুছ কেইজন পেলেচ হোটেলত বাস কৰিছিল। ৰবাৰ্ট জৰ্ডানে তেতিয়া সিহঁতৰ এটাকো চিনি নেপাইছিল। তেতিয়াও পাৰ্টিজান অৰ্থাৎ বৈপ্লৱিক দলবোৰ গঠন হোৱা নাছিল। তেতিয়াও সি কাশ্বকিন বা আন কাকো লগ পোৱা নাছিল। কাশ্বকিন তেতিয়া ছান চেবাষ্টিয়ানৰ ইৰুন নামৰ ঠাইৰ উত্তৰে থাকি ভিক্টোৰীয়া নামৰ ঠাইটুকুৰা দখলৰ বাবে এখন নিষ্ফল যুদ্ধ কৰিছিল। সেই বছৰৰ জানুৱাৰী মাহলৈকে সি মাদ্ৰিদলৈ অহা নাছিল; আন হাতে ৰবাৰ্ট জৰ্ডানে কাৰাবাঙ্কেল আৰু উছেৰাত সেই বিখ্যাত তিনিদিনীয়া যুঁজত আত্মনিয়োগ কৰিছিল। সেই যুঁজতে সিহঁতে মুৰ জাতিৰ সশস্ত্ৰ পুলিচ বাহিনীৰ সেনাবোৰক খেদাই দিছিল, আৰু ফেচিষ্টসকলৰ সোঁ বাহিনীক মাদ্ৰিদ চহৰৰ মুখত পৰাস্ত কৰি সিহঁতৰ গতিৰোধ কৰিছিল। ধূসৰ আৰু সূৰ্য-স্নাত মালভূমি দাঁতিকাষৰীয়া বিধ্বস্ত চুবুৰীৰ ঘৰে ঘৰে সোমাই মুৰ বোৰক আৰু সশস্ত্ৰ পুলিচক খেদি দিয়া হৈছিল আৰু নগৰৰ চুকটো ৰক্ষা কৰিবৰ বাবে ওখ পাহাৰৰ কিনাৰত ৰক্ষাব্যূহ পতা হৈছিল। সেই সময়ত কাৰকোভ আছিল মাদ্ৰিদত।

সেই দিনবোৰৰ প্ৰতি কাৰকোভ বীতশ্ৰদ্ধ নাছিল। কথা কওঁতে সেই কথা বুজিব পৰা গৈছিল। সেই কালছোৱাত সৰ্বনাশ হ'ব লগা হৈছিল, অথচ সকলোৱে সমান ভাৱে সেই বেদনাৰ অংশীদাৰ হৈছিল। প্ৰত্যেকেই কোনো আদেশ বা পুৰস্কাৰৰ আশা ৰখা নাছিল। অথচ সৰ্বনাশ হ'লে কি কৰিব তাক কোনেও হুবুজাকৈ থকা নাছিল। গৱৰ্ণমেণ্টে নগৰ ত্যাগ কৰি আঁতৰি গৈছিল; যাওঁতে যুদ্ধ দপ্তৰৰ আটাইবোৰ মটৰ গাড়ী লগত লৈ গৈছিল। ফলত বুঢ়া মিয়াজাই বাইচাইকেলত উঠি নিজৰ ৰক্ষী বাহিনীৰ ব্যূহবোৰ পৰিদৰ্শন কৰিব লগাত পৰিছিল। ৰবাৰ্ট জৰ্ডানে মিয়াজাক ধনিষ্ঠামানো বিশ্বাস নকৰিছিল। গতিকে চৰম দেশপ্ৰেমময় কল্পনাৰ বলেৰেও সি অনুমান কৰিব পৰা নাছিল যে বুঢ়া মিয়াজাই বাইচাইকেলত উঠি ফুৰিছিল। কিন্তু কাৰকোভে এই কথা সঁচা



বুলি কৈছিল। অৱশ্যে আগতে কাৰকোভে ৰুচ কাগজত এই কথা সঁচা বুলি লিখিছিল আৰু সেই কাৰণে পাছলৈ তাক সচাঁ বুলি মানুহক ক'ব লগা হৈছিল।

সেই দিনবোৰত ঘটা আন এটি ঘটনাৰ কথা কাৰকোভে ক'তো লিখা নাছিল। পেলেচ হোটেলত তিনিটা আহত ৰুছ সেনাক সি ৰখিব লগা হৈছিল। সিহঁতৰ দুটা টেঙ্ক ড্ৰাইভাৰ আৰু এটা বৈমানিক। সিহঁতক কলৈকো নিব পৰা অৱস্থা নাছিল, কাৰণ আঘাত বৰ গুৰুতৰ। সেই সময়ত ৰুছসকলে বিপ্লৱী-সকলক সহায় কৰাৰ কথা বৰ গোপনে ৰখা হৈছিল আৰু সেইবাবে সেই সম্পৰ্কীয় কোনো সাক্ষ্য যাতে বাহিৰলৈ নোলায় তাৰ বাবে সকলো সম্ভৱপৰ সাৱধানতা অৱলম্বন কৰা হৈছিল। কাৰণ এই কথা গম পালে ফেচিষ্ট ৰাষ্ট্ৰবোৰে প্ৰতিপক্ষক মুকলি ভাৱে সহায় আগবঢ়াবলৈ ছেলু পালেহেতেন। কাৰকোভৰ গাত সেইবাবে এই ভাব আছিল যে সি ৰুছ কেইজনক কোনো ৰকম শত্ৰু ফেচিষ্ট বাহিনীৰ হাতত নপৰাকৈ ৰাখিব লাগিব। কিবা কাৰণত মাদ্ৰিদ পৰিত্যাগ কৰি যাব লগা হ'লেও ৰুছকেইজন যাতে শত্ৰুৰ হাতত নপৰে তাৰ বাবে বিশেষ দায়িত্ব ভাৰ তেওঁ বহন কৰিছিল।

আদেশ মতে নগৰ পৰিত্যাগ কৰাৰ আগেয়েই কাৰকোভে বিষ ঢালি আহত কেইজনক চিনিব নোৱাৰাকৈ থৈহে পেলেচ হোটেল পৰিত্যাগ কৰিব লাগিব। পিচে আহত মানুহ তিনিটাক চাই কোনেও সিহঁতক ৰুছ বুলি ক'ব নোৱাৰে। এটাৰ তলপেটত তিনিটা গুলী লাগিছিল; দ্বিতীয়টোৰ দাঁতৰ আলু পাৰি উৰি গৈ কণ্ঠ-নলী ওলাই পৰিছিল; তৃতীয়টোৰ আকৌ কৰঙনৰ হাড় ভাগি গৈছিল আৰু হাত মুখবোৰ বৰকৈ পুৰি মুখত ভ্ৰু, পদ্ম বা চুলিৰ লেশ মানো নাছিল—দেখাত দগ্ধ মাংসপিণ্ড যেন বোধ হৈছিল। এই আহত লোককেইটাক বিচনাত শুৱাই থৈ গলেও কোনেও সিহঁতৰ দেহ চাই ক'ব নোৱাৰে সিহঁত ৰুছ দেশৰ লোক নে আন কৰবাৰ। নাঙঠ আৰু মৰা মানুহক কোনেও ৰুছ লোক বুলি প্ৰমাণিত কৰিব নোৱাৰে। মৰাৰ পিচত তোমাৰ জাতীয়তা আৰু ৰাজনীতি লোপ পায়।

ৰবাৰ্ট জৰ্ডানে কাৰকোভক সুধিছিল, এই কৰ্তব্য সম্পাদন কৰি সি কেনে অনুভৱ কৰিব। কাৰকোভে কৈছিল, তেনে কৰিব লগা নহলেই সি ভাল পাব। ৰবাৰ্ট জৰ্ডানে তাক সুধিছিল, "কেনেকৈ মানুহকেইটাৰ গাত বিষ ঢালি দিবা? মানুহক হঠাতে বিষ ঢালি দিয়া জানো সহজ?" কাৰকোভে ক'লে,

“যেতিয়া নিজৰ বাবেও বিষ লৈ ফুৰা তেতিয়া সেই কাম সহজ যেন বোধ হয়।” তাৰ পিচত সি চিগাৰেট কেচটো খুলি ৰবাৰ্ট জৰ্ডানক ভিতৰত থকা বস্তুটো দেখুৱালে।

ৰবাৰ্ট জৰ্ডানে তাত আপত্তি দৰ্শাই ক'লে, “শত্ৰুৱে তোমাক বন্দী কৰিলে পোন প্ৰথমতে তোমাৰ হাত দঙোৱাই তোমাৰ পৰা চিগাৰেট কেচটোকে লব।”

কাবকোভে দাঁত নিকটাই হাঁহি ডিঙিৰ তলৰ কোটৰ ফাকটো দেখুৱাই ক'লে, “ইয়াতো অলপ বিষ আছে। মুখেৰে ফাকটো এইদৰে কামুৰি বিষ চোবাই গিলি দিলেই হ'ল।”

ৰবাৰ্ট জৰ্ডানে ক'লে, “সেইটো বেছি ভাল ব্যৱস্থা। বাৰু এই বিষৰ গোন্ধ তিতা বাদামৰ দৰে নে? আমি ডিটেকটিভ গল্প পঢ়িলে যিবোৰ বিষৰ কথা পাওঁ—”

কাবকোভে ৰংমনে ক'লে, “ক'ব নোৱাৰোঁ। মই কোনো দিনে শুঙি চোৱা নাই। এটা টিউব ভাঙি গোন্ধটো লওঁ নেকি?”

“নেলাগে থাওক।”

“বাৰু। মই নিৰাশাবাদী
কাবকোভে চিগাৰেট কেচটো আঁতৰাই থৈ ক'লে,
নহওঁ। বুজিছা? কিন্তু এনে সাংঘাতিক সময় আকৌ আহিব আৰু তেতিয়া তোমাৰ উপায় নহ'ব। কৰডবা ৰণাঙ্গণৰ পৰা অহা ইস্তাহাৰখন পঢ়িছা নেকি?
বৰ সুন্দৰ। সকলো ইস্তাহাৰৰ ভিতৰত এই ইস্তাহাৰখনেই বেচি ভাল।”

ৰবাৰ্ট জৰ্ডানে কৰডবান ৰণাঙ্গনৰ পৰাই মাদ্ৰিদলৈ আহিছিল। তাৰ দেহ হঠাতে জঠৰ হৈ পৰিল। তুমি যাৰ বিষয়ে ধেমালি কৰিলে শুৱায়, অথচ আনে নকৰিলেই ভাল, সেই বিষয়ে লোকে ধেমালি কৰা শুনিলে এনে হয়। তথাপি সি সুধিলে, “কি লিখিছে? কোৱাচোন।”

কাবকোভে কিম্ভুত কিম্বাকাৰ স্পেনিশ ভাষা ব্যৱহাৰ কৰি ক'লে, “আমাৰ অপৰাজেয় সেনাবাহিনীয়ে সমানে আগবাঢ়ি গৈ আছে, শত্ৰুৰ হাতত এহাত মাটিও এৰি থৈ অহা নাই।”

ৰবাৰ্ট জৰ্ডানে তাত সন্দেহ প্ৰকাশ কৰি ক'লে, “সঁচাকৈয়ে তেনেকৈ লিখিছে নে?”

কাবকোভে সেই কথা পুনৰ ইংৰাজীতে দোহাৰি ক'লে, “ইস্তাহাৰত লিখা কথাকে পঢ়িছোঁ। ৰ'বা তোমাক দেখুৱাওঁ।”



ৰবাৰ্ট জৰ্ডানৰ মনত পৰিল তাৰ কিছুমান চিনাকি মানুহৰ কথা, সিহঁতে পজৰাঙ্কোৰ আশে-পাশে যুঁজ কৰি মৃত্যু বৰিলে। কিন্তু গে-লৰ্ডত সেই মৰণ যেন ধেমালি।

গে-লৰ্ডৰ বৰ্তমান প্ৰকৃতি সেয়ে। কিন্তু সদায় এনে নাছিল। আৰম্ভণিৰ যুঁজত বাচি থকা যোদ্ধাবোৰক গোটাই যদি পুনৰ সেই পৰিবেশ ঘূৰাই আনিব পৰা যায়, তেন্তে পুনৰ সি পুৰণি গে-লৰ্ডৰ ছবি চাই ল'ব আৰু জানিব পাৰিব। ছিয়েৰা, কাবাবাঙ্কেল আৰু ড'চেৰাত তোমাৰ মনোভাব কেনে আছিল, তাক এতিয়া সোঁৱৰা টান। মানুহ সহজে দুৰ্নীতিগ্ৰস্ত হয়। কিন্তু এই বস্তুটোৰ নাম দুৰ্নীতি নে নাই সহজাত নিৰ্বুদ্ধিতা? সকলো ক্ষেত্ৰতে এনে এটা অৱস্থাৰ সৃষ্টি নহয়নে বাৰু? ডেকা ডাক্তৰ, ডেকা পুৰোহিত, আৰু ডেকা সৈন্যই পোনপ্ৰথমতে মনত প্ৰথম বিশুদ্ধতাৰ যি ভাব লৈ কাম আৰম্ভ কৰে, সেই ভাব পিচলৈ থাকে জানো? পুৰোহিতবোৰে এই বিশুদ্ধ ভাব ৰাখে, নহলে সিহঁতৰ পদচ্যুতি ঘটে। নাজীসকলেও বোধহয় ৰাখে, কমিউনিষ্টসকলে কঠোৰ আত্মশৃঙ্খলাৰ বলেৰে সেই বিশুদ্ধতা ৰক্ষা কৰে। কিন্তু কাবকোভলৈ মন কৰা যাওক।

কাবকোভৰ কথাই সদায় তাৰ মনলৈ আহে। ইয়াৰ আগৰবাৰ গে-লৰ্ডচলৈ যাওঁতে কাবকোভে স্পেইনত ভালেমান দিন কটোৱা বৃটিশ অৰ্থনীতিবিদ এজনৰ কথা কৈ মুখৰ হৈ পৰিছিল। ৰবাৰ্ট জৰ্ডানে এই মানুহজনৰ লেখা বহুত দিন ধৰি পঢ়ি আহিছে আৰু তেওঁৰ বিষয়ে ঘনিষ্ঠামানো একো নজনাকৈয়ে তেওঁক শ্ৰদ্ধা কৰি চলিছিল। মানুহজনে স্পেইন সম্পৰ্কে কি লিখিছে তাক পঢ়িবলৈ তাৰ বৰ আগ্ৰহ নাছিল। বিষয়টো খুব পৰিষ্কাৰ, পোনপটীয়া; খুব স্পষ্ট অথচ বৰ জনাজাত নহয়। ভালেমান তথ্যপাতি মনে-গঢ়া। কিন্তু জনা দেশ এখনৰ বিষয়ে আনে লিখা সংবাদপত্ৰৰ প্ৰবন্ধ পঢ়িবলৈ তাৰ আগ্ৰহ; অৱশ্যে মানুহটোৰ উদ্দেশ্য সৎ বাবে তেওঁলৈ তাৰ শ্ৰদ্ধা অটুট আছিল।

তাৰ পিচত কাবাবাঙ্কেল আক্ৰমণ কৰাৰ দিনা আবেলি সি মানুহটোক সোঁ শৰীৰে দেখিলে। সেইদিনা ষাঁড়-যুঁজৰ পথাৰৰ বিঙৰ কাষত সিহঁত বহি আছে। ইফালে দুয়োটা ঘাই আলিবাটতে সঘনে গুলী বৰ্ষণ হৈ আছে আৰু সকলোৰে মনত আক্ৰমণৰ কথা ভাবি অধীৰতা পৰিলক্ষিত হৈছে। এটা টেঙ্ক আহি পোৱাৰ কথা আছিল যদিও তেতিয়াও পোৱাহি নাছিল। মন্তেৰো

দুই হাতত মূৰ থৈ বাৰে বাৰে কৈ আছে—"টেঙ্ক আহি নেপালেহি। টেঙ্ক আহি নেপালেহি।"

বতৰ বৰ ঠাণ্ডা সেইদিনা। আলিবাটত হালধীয়া ধূলি উৰিছে! ইপিনে মণ্টেৰোৰ বাওঁহাতত আঘাত লাগি লাহে লাহে হাতখন আঘাতত জঠৰ হৈ পৰিছে। সি ক'লে, "আমাক এটা টেঙ্ক লাগেই। টেঙ্কৰ বাবে আমি ৰ'বই লাগিব, কিন্তু ৰ'বলৈ সময় নাই আৰু।" আঘাতৰ বেদনাত মানুহটোৰ কথাবোৰ অধীৰ হৈ পৰিছে।

ৰবার্ট জর্ডানে ট্ৰাম লাইনৰ চুকত থকা ওখ ঘৰটোৰ পাছ ফালে টেঙ্কটো পৰি আছে নেকি তাক চাবলৈ গৈছিল। মণ্টেৰোৰ অনুমান টেঙ্কটো তাতে আটক হৈ আছে। তাতে আছিল হয়। কিন্তু বস্তুটো টেঙ্ক নাছিল। সেই কালত স্পেনিয়াৰ্ড সকলে যি কোনো বস্তুকে টেঙ্ক বুলিছিল। সেইখনি আছিল পুৰণি ধৰণৰ আৰ্মাৰ্ড কাৰ। ড্ৰাইভাৰটোৰে ঘৰটোৰ চুকটোৰ পৰা আহিব খোজা নাছিল ; ষাড় গৰুৰ বিঙৰ পথাৰলৈ অনাৰো তাৰ ইচ্ছা নাছিল। সি কাৰখনৰ পিছফালে মদ্‌গাৰত হাত দুখন থৈ আৰু মূৰটো হাতত থকা চামৰাৰ হেলমেটত ৰাখি থিয় দি আছিল। ৰবার্ট জর্ডানে তাক ক'লত সি মূৰটো জোকাৰি দুহাতৰ মাজত গুজি দিলে। তাৰ পিচত সি জর্ডানৰ বিপৰীত ফালে মুখ ঘূৰালে।

সি মুখ গোমোঠা কৰি ক'লে, "তালৈ যাবলৈ মোৰ আদেশ নাই।"

ৰবার্ট জর্ডানে হলষ্টাৰৰ পৰা পিষ্টল উলিয়াই ড্ৰাইভাৰৰ চামৰাৰ কোটৰ ওপৰত পিষ্টলৰ মুখখন খুচি দিলে।

সি ক'লে, "এয়ে আদেশ।" মানুহটোৰে মূৰ জোকাৰিলে ; মূৰ জোকাৰোঁতে ফুটবল খেলুৱৈৰ দৰে ডাঙৰ জাপৰ চামৰাৰ কোটটোও লৰি গ'ল। সি ক'লে, "মেচিনগানৰ বাবে খাৰ বাৰুদ নাই।"

ৰবার্ট জর্ডানে ক'লে, "ষাঁড়-যুঁজৰ ৰিঙৰ ওচৰত খাৰ-বাৰুদ আছে। এতিয়া ব'লা। তাত বেল্টত গুলি ভৰাম। ব'লা।'

ড্ৰাইভাৰে ক'লে, "কোনে বন্দুক চলাব ?"

"ইজন মানুহ ক'ত ? ইজন লগৰীয়া ?"

ড্ৰাইভাৰে ক'লে, "মৰিলে। ভিতৰতে আছে।"

ৰবার্ট জর্ডানে ক'লে "তাক উলিয়াই আনা।"



ড্ৰাইভাৰে ক'লে, "মই তাক চুব নোখোজোঁ। বন্দুক আৰু চকাৰ মাজত সি বেকা হৈ পৰি আছে। মই তাক ডেই ভিতৰ সোমাব নোৱাৰোঁ।"

ৰবার্ট জর্ডানে ক'লে, "আহাঁ। দুয়োটাই একেলগে নমাই আনো।"

আৰ্মাৰ্ড কাৰৰ ভিতৰলৈ যাওঁতে খুন্দা খাই তাৰ চকুৰ চেলাউৰিত অলপ ঘা লাগি মুখেদি তেজ বাগৰি আহিল। মৰা মানুহটোৰ দেহ বৰ গধুৰ হৈছিল। তাৰ দেহ ইমান জঠৰ হৈছিল যে তাক লৰোৱাই টান হৈছিল। কোনোৰকম হাতুৰি মাৰিহে মূৰটো লাগি ধৰা ঠাইৰপৰা একৰাই আনিলে। মৰা মানুহটো নিজৰ বহা ঠাই আৰু চকাটোৰ মাজত বেকা হৈ তলমূৰকৈ পৰি আছিল। শেহত আঁঠুৰে মূৰটো ওপৰলৈ ঠেলি তাৰ পিচত ককালত ধৰি টানিলতহে মূৰটো ঢিলা হ'ল। এইবাৰ নিজেই অকলে অকলে মানুহটো দুৱাৰৰ গুৰিলৈ টানি আনিলে।

সি ড্ৰাইভাৰটোক ক'লে, "চাওঁ, অলপ ধৰাচোন।"

ড্ৰাইভাৰে কলে, 'মই তাক নোছোওঁ।" জর্ডানে দেখিলে যে তাৰ চকুৰ পৰা লোতক বাগৰিছে। নাকৰ দুয়ো কাষে চকুলো দুধাৰি হৈ গৈছে। নাকেদিও পানী সৰিছে। তাৰ মুখখনত গুলী লাগিছিল।

দুৱাৰমুখত থিয় দি সি মৰামানুহটো বাহিৰলৈ পেলাই দিলে আৰু মানুহটো গৈ ট্ৰাম লাইনৰ কাষৰ ফুটপাথত পৰিলগৈ। পৰি থাকোঁতেও পিঠিৰ কুঁজটো ওলাই দুভঁজীয়া হৈ পৰি আছে। সি তাতে পৰি ৰ'ল ; মুখখন চিমেণ্টৰ ফুটপাথৰ ওপৰত ধূসৰ হৈ ৰ'ল। আৰ্মাৰ্ড কাৰৰ ভিতৰত হাতদুখন দেহৰ তলত যিদৰে চেপা খাই আছিল ঠিক সেইদৰেই ৰ'ল।

ৰবার্ট জর্ডানে পিষ্টলটো ধৰি ড্ৰাইভাৰক ক'লে, "সোমোৱা। নহলে দেখিছা নহয়।"

তেনেতে ৰবার্ট জর্ডানে ঘৰটোৰ কাষৰ পৰা এই মানুহটোক ওলাই অহা দেখিলে। মানুহটোৰ গাত এটা দীঘল অভাৰকোট, মূৰ টপা, চুলি ধূসৰ, গালৰ হাড় বহল, চকু গভীৰ আৰু প্ৰায় লগ লগা। হাতত এক পেকেট চেষ্টাৰফিল্ড চিগাৰেট। তাৰে এটা সি জর্ডানৰ ফালে আগবঢ়াই দিলে। ইফালে জর্ডানে পিষ্টল দাঙি ড্ৰাইভাৰটোক আৰ্মাৰ্ড কাৰৰ ভিতৰত সুমুৱাইছে।

সি স্পেনিশ ভাষাত ৰবার্ট জর্ডানলৈ চাই ক'লে, "এক মিনিট অপেক্ষা কৰক, কমৰেড। যুদ্ধখনৰ কথা অলপ কিবা মোক বুজাই দিব পাৰানে ?"

ৰবার্ট জর্ডানে চিগাৰেটটো লৈ নীলা জাম্পাৰৰ বুকুৰ জেপত থলে। তেওঁ ছবিত দেখা কমৰেডজনক ততালিকে চিনি পালে। এইজনেই সেই ব্ৰিটিশ অৰ্থনীতিবিদজন।

"তুমি জহান্নামে যোৱা।" ইংৰাজীতে জৰ্ডানে কথাষাৰ কৈ স্পেনিশত ড্ৰাইভাৰক নিৰ্দেশ দি ক'লে, "সেইফালে ব'লা। সেই ষাঁড় যুঁজৰ ৰিংটো দেখিছা নহয়?" এই বুলি জৰ্ডানে দুৱাৰখন চপ্ কৰে জপালে আৰু তলা লগাই দিলে। সিহঁত লাহে লাহে দীঘল আলিবাটেদি আগবাঢ়িল আৰু লগে লগে গাড়ীত গুলী বৰ্ষণ হ'বলৈ ধৰিলে। লোৰ বইলাৰত শিলগুটি পৰাৰ দৰে লাগিল। যেতিয়া মেচিনগানৰ গুলী লাগিবলৈ ধৰিলে, তেতিয়া হাতুৰীৰ কোবৰ দৰে শব্দ হ'বলৈ ধৰিলে। লাহে লাহে আৰ্মাৰ্ড কাৰখন গৈ ষাঁড়যুজৰ ৰিঙৰ নিৰাপদ ঠাই পালেগৈ। তেতিয়াও যোৱা অক্টোবৰত হোৱা যুঁজৰ পষ্টাৰ তাৰ টিকেট ঘৰত মৰা আছিল। লাহে লাহে খাৰ-বাৰুদৰ বাকচবোৰ খুন্দিয়াই খোলা হ'ল আৰু ৰাইফোলধাৰী কমৰেড সকলে ককালৰ পেটিত আৰু জেপত গ্ৰিনেড লৈ আশ্ৰয়স্থলীৰ পৰা ওলাই আহিবলৈ উচপিচ লগালে। তেনেতে মণ্টেৰ'ই ক'লে, "এইবাৰ আমি আক্ৰমণ কৰিম। খুব ভাল কথা। টেঙ্ক আহিল।"

সেই দিনা শেহ-নিশালৈ সিহঁতে পৰ্বতৰ ওপৰৰ শেষ ঘৰটো অধিকাৰ কৰিলে। জৰ্ডানে এখন ইটাৰ দেৱাল খুন্দিয়াই বিন্ধা কৰি তাৰ দাঁতিত পৰি গুলিয়াগুলী হৈ থকা সুন্দৰ সমান পথাৰ খনলৈ এবাৰ চাই পঠিয়ালে। সিফালে ফেচিষ্ট সকলে হুঁহকি গৈ সোমোৱা গিৰি-প্ৰাচীৰৰ সিপাৰলৈকে দেখা গৈছিল। স্বতঃস্ফূৰ্ত আৰামৰ ভাৱত সি ভাবিলে, বিধ্বস্ত এখন বাৰীঘৰৰ সৈতে এই ওখ পাহাৰটোৱে আমাৰ বাওঁ কাষ ৰক্ষা কৰিছে। সি এসোপা খেৰৰ ওপৰত বাগৰ দিছিল, আৰু গাইদি ঘামৰ জোল বৈছিল। ঘাম মছোঁতে গাত এখন কম্বল দি লৈছিলে। তাত পৰি থাকোতে তাৰ অৰ্থনীতিবিদজনৰ কথা মনত পৰিল আৰু লগে লগে তাৰ হাঁহি উঠিল। তাৰ অলপ পিচতে কঠোৰ ব্যৱহাৰ কৰা বাবে অৰখে নিজৰ ওপৰতে খং উঠিল। কিন্তু সেই মুহূৰ্তত মানুহটোৱে তাক চিগাৰেট-টো দি যুদ্ধৰ খবৰৰ বাবে বকশিচ দিছিল; যি কি নহওক সেই মুহূৰ্তত অ-যুঁজাৰুৰ বিৰুদ্ধে তাৰ যোদ্ধাৰ দ্বেষ জাগি উঠিছিল।

এতিয়া গে-লৰ্ডৰ কথা তাৰ ভালকৈ মনত পৰিছে; কাৰকোভে



সেইটো মানুহৰে কথা কৈছিল। কাৰকোভে কৈছিল, "তুমি মানুহটোক তেন্তে তাতে লগ পাইছিলা? সেইদিনা মই পুৱেণ্টো ডা টলেডো পৰ্যন্ত পাই বৈছিলোঁগৈ। তেওঁ যুদ্ধক্ষেত্ৰৰ পিনে বহুত দূৰ আগবাঢ়ি গৈছিলগৈ। সেই দিনাই তেওঁ সাহসিকতাৰো শেহতীয়া নিদৰ্শন দৰ্শালে। পিছদিনাই তেওঁ মাদ্ৰিদৰ পৰা গুচি গ'ল।' টলেডোতে তেওঁ চৰম বীৰত্ব প্ৰদৰ্শন কৰিলে। টলেডোত তেওঁ প্ৰবল ৰূপ ধাৰণ কৰিছিল। আলকেজাৰ অধিকাৰৰ পৰিকল্পনা-বিদসকলৰ ভিতৰত তেৰেঁা আছিল। তুমি নিশ্চয় তেওঁক দেখিছা। মোৰ ধাৰণা তেওঁৰ পৰামৰ্শ আৰু চেষ্টাৰ বলতে ঘাইকৈ আমাৰ অৱৰোধ সফল হৈছিল। সেই যুদ্ধতে আমি নিৰ্বুদ্ধিতাৰ চৰম প্ৰমাণ দিছিলোঁ। একেবাৰে চৰম। বাৰু কোৱাচোন, আমেৰিকাত এওঁক কি বুলি ভাবে?"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "আমেৰিকাত তেওঁক কমিউনিষ্ট বুলি ভাবে।"

কাৰকোভে ক'লে, "তেওঁ কমিউনিষ্ট নহয়। তেওঁৰ মুখনি সুন্দৰ; তেওঁৰ মুখখন আৰু ব্যৱহাৰত কতো পৰাংমুখতাৰ চিন নাই। মোৰ মুখখনেৰে একো কাম নহয়, বুজিছাতো? মই যি অকণ কাম কৰি মানুহ বোলাইছোঁ, তাক মুখখনেৰে কৰা নাই; কাৰণ মোৰ মুখখন দেখিলে মানুহে অনুপ্ৰেৰণাও নেপায় আৰু মৰমো নকৰে। আৰু আচল কথা বিশ্বাসো নকৰে। কিন্তু এই মিটছেল বোলা মানুহটোৱে মুখখনেৰেই ভাগ্য গঢ়ে। বুজিছাতো, ষড়যন্ত্ৰকাৰীৰ মুখ। কিতাপত যিমানবোৰ ষড়যন্ত্ৰকাৰীৰ কথা পঢ়িছোঁ, এওঁক দেখিলে কথাবোৰ মিলি যায়। ষড়যন্ত্ৰকাৰী বুলি বিশ্বাসো হয়। ৰুমত সোমাই তেওঁক দেখিলে ভাব হয় যে ইয়াত এজন ডাঙৰ ষড়যন্ত্ৰকাৰী আছে; যিসকল ধনী সহকৰ্মীয়ে ছোভিয়েত ইউনিয়নক সহায় কৰিব খোজে বা পাৰ্টিৰ চৰম বিজয়ৰ বাবে কিছু কাম গোপনে কৰিব খোজে, তেওঁলোকে এইজন মানুহৰ মুখ আৰু ব্যৱহাৰ দেখি কমিণ্টাৰ্নৰ বিশ্বস্ত অনুচৰ বুলি ক'বলৈ দ্বিধাবোধ নকৰে।"

"পিচে এওঁৰ জানো মস্কোৰ লগত কোনো যোগাযোগ নাই?"

"নাই। শুনা, কমৰেড জৰ্ডান! তুমি জানানে যে পৃথিবীত দুবিধ মূৰ্খ আছে?"

"এবিধ পোনপটীয়া আৰু এবিধ দুষ্ট।"

"নহয়। ৰুছিয়াত দুবিধ মূৰ্খ আছে।" কাৰকোভে হাঁহি ক'লে, "প্ৰথমবিধ মূৰ্খৰ নাম শীতকালীন মূৰ্খ। এইবিধ মূৰ্খই তোমাৰ ঘৰৰ দুৱাৰত আহি মাতেহি।

তুমি ওলাই গলে দেখিবা এক অভূতপূৰ্ব দৃশ্য। তুমি দেখিবা এজন মানুহৰ ৰূপ যি ৰূপ তুমি আগতে কোনো কালেই দেখা নাই। তেওঁ বৰ ডাঙৰ মানুহ। গাত কাৰকোট, ভৰিত ওখ বুটজোতা, আৰু ওৱে গাত বৰফেই বৰফ। প্ৰথমতে তেওঁ বুটৰ পৰা বৰফ জোকাৰে। তাৰ পিচত কাৰকোটটো খোলে, দুৱাৰত লগাই জোকাৰে আৰু লগে লগে বৰফ সৰিবলৈ ধৰে। তাৰ পিচত সি আকৌ বুটৰ বৰফ জোকাৰে আৰু কমটোলৈ সোমাই আহে। তেতিয়া তুমি মন কৰিবা তেওঁ মূৰ্খ। এইটো হ'ল শীতকালীন মূৰ্খ।"

"জহকালি দেখিবা মূৰ্খটো আলিবাটেদি গৈ আছে; তেওঁ হাত জোকাৰিছে, ইফালৰ পৰা সিফালে মূৰ নবাইছে, আৰু দুশ গজৰ আঁতৰৰ পৰাও মানুহে তাক মূৰ্খ বুলি চিনি পায়। এইবিধ হ'ল জহ কালিৰ মূৰ্খ।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "তেনেহলে মানুহে তাক বিশ্বাস কৰে কিয়?"

"কাৰণ তাৰ মুখখন।" কাৰকোভে উত্তৰ দিলে। সি কৈ গ'ল, "আৰু তাৰ সেই ষড়যন্ত্ৰ কৰা সুন্দৰ ঢংটি। তেওঁ আহিয়েই এনে এটা ভাব দৰ্শায় যেন তেওঁ সেই ঠাইৰ পৰাহে আহিছে য'ত তেওঁক সকলোৱে মানে আৰু ডাঙৰ বুলি খাতিৰ কৰে।" এই বুলি কাৰকোভে হাঁহি আকৌ ক'লে, "তুমিতো জানাই স্পেনিশবোৰ কিমান অদ্ভুত ধৰণৰ মানুহ। বৰ্তমান চৰকাৰৰ হাতত বহুত ধন-সোণ আছে। কিন্তু বন্ধুক সেই ধন-সোণ কেতিয়াও নিদিয়ে। তুমি বন্ধু বোলালে বিনা পইচায় তেওঁলোকক কাম কৰি দিব লাগিব। কিন্তু যদি কোনোবা বন্ধুভাবাপন্ন নোহোৱা দেশক কিবা কাৰণত নিজৰ ফলীয়া কৰিব লাগে, তেন্তে সেইবোৰৰ প্ৰতিনিধিবৰ্গক সিহঁতে যথেষ্ট ধন-সোণ দিয়ে। খুব ভালকৈ গমি-পিতি চালে বুজিবা এই কথাটি কিমান কৌতূহলোদ্দীপক।"

"এই কাম মই ভাল নেপাওঁ। তদুপৰি এইবোৰ ধন-সোণ আচলতে স্পেইনৰ সাধাৰণ বনুৱাৰহে।"

কাৰকোভে ক'লে, "ইয়াত তোমাৰ ভাল-বেয়াৰ মূল্য নাই। খালি তুমি জানি থোৱা ভাল। তোমাক লগ পালেই মই একোটা পাঠ পঢ়ুৱাওঁ আৰু এইদৰেই তোমাৰ শিক্ষা হ'ব। অধ্যাপকৰ বাবে শিক্ষা লাভ কৰা খুব নতুন ধৰণৰ অভিজ্ঞতা।

"মই ঘূৰি গ'লে অধ্যাপক হৈ থাকিব পাৰোঁনে নোৱাৰোঁ ক'ব নোৱাৰোঁ। হয়তো কমিউনিষ্ট বুলি মোক খেদি দিব।"



"তেতিয়া হ'লে তুমি ছোভিয়েত ইউনিয়নলৈ আহি তাত পঢ়া-শুনা কৰিবা। ...য়ে তোমাৰ কাৰণে উত্তম ব্যৱস্থা হ'ব।"

"কিন্তু মোৰ অধ্যাপনাৰ বিষয় হ'ল স্পেনিশ ভাষা।"

কাৰকোভে ক'লে, "বহুত দেশে স্পেনিশ কয়; সেইবোৰ স্পেইনৰ দৰে ...হকনীয় নহয়। আৰু তুমিতো যোৱা ন মাহ ধৰি অধ্যাপকৰ কামত থকা ...ই। এই ন মাহত তুমি আন কিবা এটা বেলেগ বিষয় শিকিলা। বাৰু তুমি ...ডায়েলেকটিক্স কিমান পঢ়িলা?"

"এমিল বাৰ্ণছৰ সম্পাদিত 'মাৰ্ক্সবাদৰ সাৰমৰ্ম'খন পঢ়িলোঁ। আৰু মই ...কো পঢ়া নাই।"

"তেনেহলে বৰ কম পঢ়া নাই। তাত ১৫০০ পৃষ্ঠা আছে। প্ৰত্যেক পৃষ্ঠা ...ঢ়োঁতে যথেষ্ট সময় লাগে। পিচে তুমি আৰু আন কিতাপো পঢ়া উচিত।"

"এতিয়া পঢ়িবৰ সময় ক'ত?"

কাৰকোভে উত্তৰ দিলে, 'জানো। তথাপি লাহে লাহে পঢ়া উচিত হ'ব। ...ন কিছুমান কিতাপ পঢ়িলেহে তুমি এইবোৰ ঘটনাৰ আচল তাৎপৰ্য ধৰিব ...বিবা। এই অভিজ্ঞতাবোৰ প্ৰকাশ কৰিবলৈ এখন কিতাপৰ আৱশ্যক ...ছে। খুব সম্ভৱ এই কিতাপখন ময়েই লিখিম। ময়েই লিখিম বুলি আশা ...খিছোঁ বুজিছা।"

"তোমাৰ বাহিৰে আনে ভালকৈ লিখিব নোৱাৰিব।"

কাৰকোভে ক'লে, "তোষামোদ নকৰিবা বুজিছা। মই সাংবাদিক। ...কলো সাংবাদিকৰ দৰে ময়ো কিতাপ লিখিব খোজোঁ। বৰ্তমান মই কাল্ভো ...টেলোৰ কিতাপ পঢ়াত খুব ব্যস্ত। এই মানুহটো বৰ বিশুদ্ধ ফেচিষ্ট; প্ৰকৃত ...পেনিশ ফেচিষ্ট। ফ্ৰেঙ্কো বা আনবোৰ নেতা সিমান বিশুদ্ধ নহয়। ছটেলোৰ ...কৃতা আৰু লিখাবোৰ আনি মই গভীৰ ভাৱে অধ্যয়ন কৰিছোঁ। মানুহটো ...দ্ধিমান আৰু মানুহটোক মৰাটো আৰু বুদ্ধিমানৰ কাম।"

"মোৰ ভাব আছিল তুমি ৰাজনৈতিক হত্যাত বিশ্বাস নকৰা।"

কাৰকোভে ক'লে, "পিচে ৰাজনৈতিক হত্যা খুব হয়; হৈয়েই থাকে।"

"কিন্তু—"

কাৰকোভে মিচিকিয়াই হাঁহি ক'লে, "ব্যক্তিগত সন্ত্ৰাসবাদত আমাৰ ...ষ্টীমানো বিশ্বাস নাই। তদুপৰি দোষীৰ সন্ত্ৰাসবাদ আৰু প্ৰতি-বিপ্লৱী

অনুষ্ঠানবোৰৰ সন্ত্ৰাসবাদতো মোৰ বিশ্বাস নাই। বুখাৰিনৰ ধ্বংসকামী দলৰ হত্যাকাৰীবোৰৰ টালিবাজী আৰু দুষ্টালি আমি ভাল নেপাওঁ। তদুপৰি জিনাভিয়েভ, কামেনেভ, ৰাইকোভ আৰু সিহঁতৰ অনুচৰবৰ্গৰ দৰে মানৱতাৰ আৱৰ্জনাস্বৰূপ মানুহবোৰৰ কাৰ্যকো আমি সমৰ্থন নকৰোঁ।" এই বুলি কৈ কাৰকোভে আকৌ হাঁহিলে। তাৰ পিচত ক'লে, "তত্ৰাচ ৰাজনৈতিক হত্যাকাণ্ড খুব বেছি ৰকমে হয় বুলিয়েই মোৰ বিশ্বাস।"

"মানে—"

"মানে একো নাই। আমি নৰৰূপী পিশাচ, মানৱতাৰ আৱৰ্জনা স্বৰূপ লোক, বিশ্বাসঘাতকী কুকুৰ সেনাপতিবোৰ আৰু বিশ্বাসৰ অযোগ্য আৰু ঘৃণনীয় নৌ-সেনাপতিবোৰক আমি প্ৰকৃত পক্ষে ফাঁচী দিওঁ আৰু ধ্বংস কৰোঁ। সিহঁতক আমি ধ্বংস কৰোঁ, হত্যা নকৰো। প্ৰভেদটো বুজিছাতো?"

ৰবাৰ্ট জৰ্ডানে ক'লে "বুজিছোঁ।"

"মাজে মাজে মই ধেমালি কৰোঁ। কিন্তু ধেমালিতো ৰসিকতা কৰা কিমান বিপদজনক তাক তুমি বোধহয় জানা? বাৰু। ৰসিকতাৰ ছলেৰেই কওঁ, কেইটামান সেনাপতিক গুলী কৰি নমৰাৰ বাবে স্পেইনৰ ৰাইজে এসময়ত অনুতাপ কৰিব লাগিবগৈ বুজিছা? মই নিজে গুলী কৰাটো ভাল নেপাওঁ, বুজিছা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ নিজৰ কোনো আপত্তি নাই। সিহঁতক মই ভাল নেপাওঁ, সিহঁতলৈ মই কেৰেপো নকৰোঁ।"

কাৰকোভে ক'লে, "মই জানো। লোকৰ মুখত মই শুনিছোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "বাৰু এই কাম দৰকাৰী বুলি ভাবা নেকি? মই মাত্ৰ সত্যৰ খাতিৰতহে সুধিছোঁ।"

কাৰকোভে ক'লে, "দুঃখৰ কথা, সন্দেহ নাই। কিন্তু এইটো গুণ নহলে বিশ্বাসযোগ্য বোলাবলৈ বহুত দিন লয়; সাধাৰণতে এজন মানুহক ভালেমান দিন নিৰীক্ষণ কৰাৰ পিচতহে সেই শাৰীলৈ নিয়া হয়।"

"বাৰু মোক বিশ্বাস যোগ্য বুলি ভাবানে?"

"তোমাৰ নিজৰ কামত তোমাক খুব বিশ্বাসযোগ্য বুলিয়েই ভাবো। তোমাৰ মনৰ কথা বুজিবৰ বাবে তোমাৰ লগত মই ভাল দৰে বহি কেতিয়াবা কথা-বতৰা হ'ব লাগিব। আমি গহীন কথা নপতাটো একপ্ৰকাৰ দুঃখৰ বিষয়।"



ৰবাৰ্ট জৰ্ডানে ক'লে, "যুদ্ধ নিজিকোঁ মানে মোৰ মন মই বান্ধি ৰাখিছোঁ।"

"তেনেহলে বেছি দিন বোধহয় তাক বান্ধি থবৰে আৱশ্যক হ'ব। কিন্তু মনক মাজে মাজে ছুটি দিয়া ভাল।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মাজে মাজে মই 'মুণ্ডো অব্ৰেৰো' কাগজখন পঢ়োঁ নহয়।"

কাৰকোভে ক'লে, "ঠিক আছে। ভাল কথা। মই ৰসিকতা বেয়া নেপাওঁ। "মুণ্ডো অব্ৰেৰো"ত বৰ ভাল কথাও থাকে; যুদ্ধৰ বিষয়ে তাতে বুদ্ধিদীপ্ত মন্তব্য পঢ়িবলৈ পোৱা যায়।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "হয়। মোৰো সেয়ে মত। কিন্তু ঘটনাৱলীৰ সম্পূৰ্ণ ছবি পাবলৈ হ'লে অকল পাৰ্টী মুখপাত্ৰখন পঢ়িলেই নহয়।"

কাৰকোভে ক'লে, "নহয়। কিন্তু আন কাকতৰ বিশ পৃষ্ঠাৰ লিখা পঢ়িলেও তুমি আচল ছবি নেপাবা। আৰু যদি পোৱাও, সেই ছবি মনত লৈ কিবা কৰিবা তাক মই বুজি নেপাওঁ। তেনে ছবি মোৰো মনলৈ আহে, কিন্তু মই তাক পাহৰি যাবৰ চেষ্টা কৰোঁ।"

"তেনেহলে তাক তুমি বেয়া বুলি ভাবা।"

'আগতকৈ অৱশ্যে বহুত ভাল হৈছে দেই। বহুত বেয়া কথা নোহোৱা হৈছে। আমি এতিয়া এটা ডাঙৰ সেনাবাহিনী গঠন কৰিছোঁ। লিষ্টাৰ, মডেষ্টৌ, এল কেম্পেচিনোৰ আৰু ডুৰাণৰ তলত থকা সেনাবাহিনী নিৰ্ভৰযোগ্য হৈ পৰিছে। এই বাহিনীবোৰ বিশ্বাসযোগ্যতকৈ অধিক। সিহঁত বৰ ভাল। লাহে লাহে তুমি বুজিবা। লাহে লাহে ব্ৰিগেডবোৰো আমাৰ হাতলৈ আহিছে। অৱশ্যে ব্ৰিগেডবোৰৰ ভূমিকাও সলনি হৈছে। কিন্তু এটা বাহিনীত ভাল আৰু বেয়া দুয়ো পক্ষ থাকিলে সেই বাহিনীয়ে কেতিয়াও যুদ্ধ জিকিব নোৱাৰে। সকলোবোৰ সেনাকে এটা সাধাৰণ স্তৰৰ ৰাজনৈতিক চেতনা দিব লাগিব। প্ৰত্যেকটো সেনাই বুজিব লাগিব সি কিয় যুঁজিছে আৰু এই যুঁজৰ গুৰুত্ব কিহত? সকলোৱেই যুদ্ধখনত বিশ্বাস স্থাপন কৰি শৃঙ্খলা মানি চলিবলৈ শিকিব লাগিব। আমি বাধ্যতামূলক ভাৱে মানুহ ভৰ্তি কৰি এটা বাহিনী গঠন কৰিছোঁ, কিন্তু এনেকুৱা বাধ্যতামূলক ভাৱে অহা সেনাবোৰক এতিয়াও আমি শৃঙ্খলা মনাই চলাব পৰা নাই; ৰণাঙ্গনৰ গুলীৰ সমুখত কি কৰিব লাগে তাক এতিয়াও শিকাব পৰা নাই। আমি এই বাহিনীৰ নাম দিছোঁ

গণবাহিনী। কিন্তু এই বাহিনীৰ বল আচল গণবাহিনীৰ দৰে নহয়। জোৰেৰে ভৰ্তি কৰা সেনাৰে কঠোৰ শৃঙ্খলাবদ্ধ গণবাহিনী তৈয়াৰ নহয়। বুজিছাতো ? এই নিয়মটোত যথেষ্ট বিপদ আছে।"

"তোমাৰ মনত দেখোন আজি বৰ বেছি আনন্দ নাই।"

কাৰকোভে ক'লে, "নহয়হে। মই আজি ভেলেন্সিয়াৰ পৰা আহিলোঁ। তাত বহুত মানুহক লগ পালোঁ। ভেলেন্সিয়ালৈ গলে কোনো লোকেই আনন্দ মনেৰে ঘূৰি আহিব নোৱাৰে। মাদ্রিদত থাকিলে ভাল লাগে। সকলো যেন ফটফটীয়া হৈ থাকে। ইয়াত থাকিলে একমাত্র চিন্তা হয় কেনেকৈ জিকোঁ। ভেলেন্সিয়াত কিন্তু বেলেগ ভাব হয়। মাদ্রিদৰ পৰা পলাই যোৱা কিছুমান কাপুৰুষে তাৰ শাসন চলাইছে। সিহঁতে এলাহ আৰু আমোলাতন্ত্রৰ মাজত পচি শাসনত নিমগ্ন হৈ আছে। মাদ্রিদৰ বিপ্লৱীবোৰক সিহঁতে ঘিণায়। সিহঁতৰ এতিয়া একমাত্র ভয় হৈছে কিজানি যুদ্ধৰ যোগানবিভাগ দুৰ্বল হৈ যায়। আৰু বাৰ্চিলোনা। তুমি পিচে তালৈ এবাৰ গলে ভাল হয়।"

"তাত কেনে অৱস্থা ?"

"তাত জানিবা ধেমেলীয়া নাটকেই অভিনীত হৈছে, ধৰা। প্রথমতে তাত কল্পনাবিলাসী বিপ্লৱী আৰু হতচিৰী হোৱাহঁতৰ নন্দন-কানন আছিল। এতিয়া সেইখন নকল সৈনিকৰ নন্দন-কানন হৈ পৰিছে। সিহঁতে উৰ্দি পিন্ধি লোকক দেখুৱাই ঘূৰে, টিঘিলঘিলাই ফুৰে আৰু ডিঙিত ৰঙা-কলা স্কাৰ্ফ মাৰে। যুদ্ধ কৰাৰ বাহিৰে যি কৰিব লাগে তাক সিহঁতে ভালকৈ কৰে। ভেলেন্সিয়ালৈ গলে তোমাৰ মন বেয়া লাগে আৰু বাৰ্চিলোনালৈ গলে তোমাৰ হাঁহি উঠে।"

"বাৰু পি-অ'-ইউ-এমৰ বিদ্রোহৰ কথা কিবা জানা নেকি ?"

"নাই পি-অ'-ইউ-এমৰ কথাই সাৰ, কামত একো নাই। কিছুমান হতচিৰী হোৱা আৰু বনৰীয়া মানুহৰ ধাৰণাৰ পৰা হোৱা বস্তুহে সেইটো। মোৰ বোধেৰে এই বিদ্রোহ সৰু লৰালিৰ বাহিৰে একো নহয়। সিহঁত সৎ কিন্তু বিভ্রান্ত লোক। এটা ভাল মগজ থকা মানুহ আছিল সিহঁতৰ মাজত; সিহঁতে ফেচিষ্টৰ টকাও অলপ পাইছিল। অৱশ্যে বেছি নহয়। মুঠতে পি-অ'-ইউ-এম বৰ দুৰ্ভগীয়া অনুষ্ঠান। মানুহকেইটা মূৰ্খ।"

"বাৰু বিদ্রোহত বহুত মানুহ মৰিল নেকি ?"

"সিমান মৰা নাই। বিদ্রোহৰ পাচতহে কিছুমান গুলীত মৰিছে আৰু



কিছুমান গুলী কৰি মৰা হ'ব। পি-অ-ইউ-এম। নামটোত একো নাই। কামো তেনে। তাৰ নাম এম.ইউ.এম.পিএচ বা এম.ই.এ.এছ, এল.ই.এছ * ৰখা উচিত আছিল। পিচে শুনাচোন। "মিজলচ" অৰ্থাৎ বসন্ত ৰোগটো ইহঁতকৈ বেছি বিপজ্জনক। কাৰণ এই বেমাৰ হ'লে চকু কাণ দুয়োটা কেতিয়াবা বেয়া হয়। পিচে সিহঁতে মোকে, ৱাল্টাৰকে, মডেষ্টকে আৰু প্রিয়েটোকে মাৰিবলৈ ষড়যন্ত্র কৰিছিল। দেখিছাতো সিহঁতৰ ভিতৰটো কিমান গেলা। আমাৰ ভিতৰত আটাইবোৰ মানুহৰ প্রকৃতি একে নহয়। এই দুৰ্ভগীয়া পি-অ'-ইউ-এমে কাকো বধিব নোৱাৰিলে। ৰণতো নোৱাৰিলে আৰু ৰণৰ বাহিৰতো নোৱাৰিলে। মাত্র বাৰ্চিলোনাতে কেইটামানক মুচৰি মাৰিলে।"

"তেতিয়া তুমি তাত আছিলা নেকি ?"

"অ'। মন্নে এই ট্ৰট্স্কীপন্থী হত্যাকাৰীবোৰৰ নিন্দিত অনুষ্ঠানৰ দুষ্টালিৰ কথা বৰ্ণাই এখন কেব্‌ল পঠালোঁ। সিহঁতৰ ফেচিষ্ট চক্রান্তৰ কথাও জনাই দিলোঁ। পিচে সিহঁতৰ কাম-কাজ ঘৃণাৰো অযোগ্য। কাৰণ পি-অ'-ইউ-এমৰ ভিতৰত একো মচলা নাই। তোমাকহে ভিতৰুৱাকৈ কৈছোঁ এইবোৰ কথা, বুজিছা। একমাত্র মানুহ আছিল নিন বোলাটো। তাক ধৰা পেলাইছিলোঁ, পিচে সি সাৰি গ'ল।"

"সি এতিয়া আছে ক'ত ?"

"পেৰিচত। আমি ভাবোঁ সি তাতে আছে। মানুহটো বৰ ভাল, কিন্তু তাৰ ৰাজনৈতিক মতিভ্রম হ'ল।"

"কিন্তু সিহঁতৰ লগত ফেচিষ্টবোৰৰ যোগাযোগ আছিল, নহয় জানো ?"

"কাকনো বুলিব ককা, আটাইৰে দাড়ি-চুলি পকা।"

"আমাৰ কিন্তু যোগাযোগ নাই।"

"কোনে জানে ? আশাকৰোঁ, আমাৰ যোগাযোগ নাই। পিচে তুমি জানো সিহঁতৰ ৰক্ষাব্যূহৰ পশ্চাৎভূমিলৈ মাজে মাজে নোযোৱা ?" কথাষাৰ কোৱাৰ লগে লগে কাৰকোভে দাঁত নিকটাই হাঁহিলে। "পেৰিচত থকা ৰিপাব্লিকৰ ৰাষ্ট্রদূতৰ সচিবৰ ভায়েক এটাই চেন্ট জ্যঁা ডা লুজলৈ গৈ যোৱা সপ্তাহত বাৰ্গোচৰ পৰা অহা মানুহ দুজনমানক লগ ধৰিছিলগৈ।"

---

* মাম্‌ছ বা মিজোলছ।

ৰবাৰ্ট জৰ্ডানে ক'লে, “মই ৰণাঙ্গনত থাকি ভাল পাওঁ। ৰণাঙ্গনত থাকিলে মানুহবোৰ ভালে থাকে।”

“কেচিষ্ট ৰক্ষাব্যূহৰ পিচত থাকি কেনে লাগে ?”

“ভাল লাগে। তাত থকা মানুহবোৰ ভাল।”

“পিচে চাবা সিহঁতেও সেইদৰে আমাৰ ৰক্ষাব্যূহৰ পিছফালে ভাল মানুহ ৰাখিছে। আমি সিহঁতক পালে গুলী কৰোঁ। সিহঁতে আমাক পালে গুলী কৰে। সিহঁতৰ ৰাজ্যত থাকিলে সদায় তোমাৰ চিন্তা হয় কিমান মানুহে আহি আক্ৰমণ কৰেহি বা ?”

“সেই কথা মই ভাবিছিলোঁ।”

“আজি তোমাৰ চিন্তাৰ বাবে যথেষ্ট খোৰাক পালা।
কাৰকোভে ক'লে, “আজি তোমাৰ চিন্তাৰ বাবে যথেষ্ট খোৰাক পালা।
গতিকে বিয়েৰ খোৱা, কলহত অলপ বাকী আছেগৈ। তাৰ পিচত যোৱাগৈ।
মই ওপৰ মহলালৈ গৈ মানুহ লগ ধৰোঁগৈ। ওপৰ মহলাৰ মানুহ। আকৌ
আহি সোনকালে মোক লগ ধৰিবা।”

ৰবাৰ্ট জৰ্ডানে ভাবিলে, হয়, গেলৰ্ডত মই বহুত শিকিলোঁ। কাৰকোভে মাত্ৰ
এখন কিতাপ প্ৰকাশ কৰিছে। সেইখনকে মোক পঢ়ি শুনাইছিল। কিতাপখন
বৰ ভাল নহ'ল। দুশ-পৃষ্ঠীয়া কিতাপ। তাক দুহেজাৰ লোকে পঢ়িছেনে নাই
সন্দেহ। স্পেইনত দহবছৰে খোজ কাঢ়ি, ট্ৰাকত উঠি, গাধত উঠি, ঘোঁৰাত উঠি,
বাচত গৈ আৰু বেলৰ থাৰ্ড ক্লাচত ফুৰি যি শিক্ষা পালে তাকে এই দুশ পৃষ্ঠাত
লিখিছিল। জনাৰ ভিতৰত সি বেচস্ক, নাভাৰে, আৰাগো, গেলিচিয়া, কেষ্টাইলৰ
দুয়োটা ভাগ আৰু এষ্ট্ৰেমেডোৰা প্ৰদেশ কেইখন সি ভালকৈ জানিছিল।
স্পেইনৰ বিষয়ে বৰ' আৰু ফৰ্ডে আগতে ইমান ভাল কিতাপ লিখি থৈ গৈছে যে
তাতকৈ নতুন কথা কাৰকোভে আৰু লিখিব নোৱাৰিলে। কিন্তু কাৰকোভে
হ'লে নিজে কয় যে তাৰ কিতাপখন বৰ ভাল কিতাপ।

সি কৈছিল, “এই বাবেই তোমাক মই আমনি দিওঁ। মোৰ ভাব তুমি
একেবাৰে খাঁটি সত্য কথা লিখা আৰু এনে সত্য লিখা মানুহ বৰ কম। সেইবাবে
তোমাক মই কিছুমান কথা কওঁ।”



ৰবাৰ্ট জৰ্ডানে ভাবিছিল সি এই কাম কৰি অতোৱাৰ পিচত কিতাপ লিখিব। কিন্তু জনা কথাবোৰৰ বিষয়েহে লিখিব ; সত্যকথা লিখিব। জনা কথা লিখিব। কিন্তু তাকে লিখিবলৈ হ'লে বিষয়বস্তুবোৰ আৰু ভালকৈ সজাবলৈ শিকিব লাগিব, তেহে সি এতিয়াতকৈ ভাল লিখক হ'ব পাৰিব। এই যুদ্ধত সি যিবোৰ কথা শিকিলে সেইবোৰ কথা একেবাৰে সৰল নহয়।

## ॥ ১৯ ॥

মেৰিয়াই তাক সুধিলে, "ইয়াত মূৰ ঘুমাই কি কৰিছা ?" তাই তাৰ ওচৰতে থিয় দি আছিল। সি মূৰ ঘূৰাই তাইলৈ চাই হাঁহিলে।

সি ক'লে, "ক'ত মূৰ ঘুমালো ? কিবা এটা চিন্তা কৰি আছোঁ।"

"কিহৰ কথা ? দলঙৰ কথা ?"

"নহয়। দলঙৰ চিন্তা হৈ গ'ল। তোমাৰ কথা ভাবিছোঁ। মাদ্রিদৰ ৰুছসকলৰ হোটেল এটাৰ কথা ভাবিছোঁ। কিছুমান ৰুছ লোকৰ লগত মোৰ চিনাকি আছে। আৰু এখন কিতাপ লিখাৰ কথা আছে। তাৰ কথা ভাবিছোঁ।"

"মাদ্রিদত বহুত ৰুছলোক আছে নেকি ?"

"ওহোঁ। কেইটামান আছে।"

"কিন্তু ফেচিষ্ট পত্রিকাবোৰত লিখে যে হেজাৰ-বিজাৰ ৰুছ লোক আছে।"

"মিছা কথা। বৰ কম মানুহ আছে।"

"ৰুছবোৰক তুমি ভাল পোৱানে ? ইয়ালৈ এজন ৰুছলোক আহিছিল।"

"কেনে লাগিল তোমাৰ ? ভাল লাগিল নহয়নে ?"

"অঁ। মোৰ তেতিয়া বেমাৰ আছিল। গতিকে মোৰ ধাৰণা হ'ল সি বৰ ধুনীয়া আৰু বৰ সাহসী।"

পিলাৰে ক'লে, "কি আপদ। ধুনীয়া ? তাৰ নাকটো চেপেটা—মোৰ হাতৰ দৰে। ভেৰাৰ টিকাৰ দৰে গালৰ হাড়।"



ৰবাৰ্ট জৰ্ডানে মেৰিয়াক ক'লে "মানুহটো মোৰ ভাল বন্ধু আৰু কমৰেড। তাক মোৰ বৰ ভাল লাগে।"

পিলাৰে ক'লে "পিচে, তাকে তুমি জানো গুলীওৱা নাছিলা ?"

তাই কথা কোৱাৰ লগে লগে অচখেলুৱৈবোৰে মেজৰ পৰা মূৰ তুলি চালে ; আৰু পাব্লোৱে ৰবাৰ্ট জৰ্ডানৰ মুখলৈ ভেবা লাগি চাই ৰ'ল। কাৰো মুখত একো কথা নোলাল। তেনেতে ৰাফেল বোলা জিপ্সীটোৱে ক'লে "ৰবাৰ্টো এই কথা সঁচা নেকি ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "অঁ"। পিলাৰে এই কথা নোকোৱা হ'লেই ভাল আছিল। আৰু সিও এল ছৰ্ডোক কথাটো কোৱা উচিত নহ'ল। "তাক মাৰিব লগা হ'ল, কাৰণ তাৰ আঘাত বৰ গুৰুতৰ আছিল।"

জিপ্সীটোৱে মাত লগালে, "কি আচৰিত। আমাৰ লগত থাকোঁতে তাৰ মৰণ ঘটিব বুলি সি সদায় কয়। দৰকাৰ হ'লে ময়ে যে সেই কাম কৰিম সেই কথা তোক যে কতবাৰ কৈছোঁ তাক আৰু কি ক'ম ? কি আচৰিত !" এই কথা দোহাৰি সি মূৰ জোকাৰিলে।

প্রিমিটিভোই ক'লে, "মানুহটো এক ধৰণৰ আছিল। এনেকুৱা মানুহ সতকাই পোৱা টান।"

দুই ভাই-ককাইৰ ভিতৰত আন্দ্রেজ বোলাটোৱে ক'লে, "হেৰা প্রফেশ্বৰ আৰু অন্যায় ! শুনাইক। মানুহে ভৱিষ্যতে কি ঘটিব তাক জানে বুলি তোমালোকে বিশ্বাস কৰা নেকি ?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ বিশ্বাস মানুহে নেজানে।" পাব্লোৱে জৰ্ডানলৈ সকৌতুহলেৰে চাই ৰ'ল। পিলাৰৰ মুখত ভাবৰ চিন লেশ মাত্রও নুফুটিল। তাই কেৱল কথা শুনি গ'ল। জৰ্ডানে ক'লে, "এই ৰুছ কমৰেড জন বহুত দিন ৰণাঙ্গনত থকাৰ ফলত আতঙ্কগ্রস্ত হৈ পৰিছিল। সি ইৰুনত যুদ্ধ কৰিছিল। তাৰ ফলাফল যে বেয়া হ'ল, তাক দেখোন জানাই। খুব বেয়া হ'ল। তাৰ পিচত সি উত্তৰ ৰণাঙ্গনত যুদ্ধ কৰিছিল ! যেতিয়াৰে পৰা ৰক্ষাব্যূহৰ পশ্চাৎ অঞ্চলত যুঁজিবলৈ এই দলবোৰ গঠন কৰা হৈছিল, তেতিয়াৰে পৰা সি এই ঠাইত, এস্ত্রেমাদুৰা আৰু এণ্ডালুচিয়াত যুদ্ধ কৰিছিল। তেতিয়াও তাক ভাগৰুৱা, আৰু আতঙ্কগ্রস্ত যেন বোধ হৈছিল। মাজে মাজে সি কিছুমান বীভৎস কল্পনা কৰিছিল।"

ফাৰ্ণেণ্ডোই ক'লে, "সি বোধহয় ভালেমান বীভৎস ঘটনা দেখিছিল।"

আন্দ্ৰেজে ক'লে, "তেনে ঘটনা সকলোৱেই দেখিছে। মোৰ কথা শুনাচোন, ইংলেচ! মানুহে তাৰ কি ঘটিব সেই কথা আগ ধৰি জানিব পাৰে নেকি?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "নোৱাৰে। এইবোৰ অন্ধবিশ্বাস আৰু অজ্ঞাতৰ কথা।"

পিলাৰে ক'লে, "কোৱা, প্ৰফেশ্বৰ। তোমাৰ কথাকে শুনো।" তাই কথা কওঁতে এনে লাগিল যেন অকালপক্ক "শিশুক"হে সম্বোধন কৰিছে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ বোধেৰে ভয়ে এনে কুৎসিৎ কল্পনাৰ উদ্ৰেক কৰে। সেইদৰে অমঙ্গলৰ চিন—"

প্ৰিমিটিভোই ক'লে "ধৰা আজি এৰোপ্লেন দেখি আমি যেনেকৈ অমঙ্গল বুলি ধৰিছিলোঁ।"

পাব্‌লোৱে নাহেকৈ ক'লে, "ধৰা তোমাৰ অহাটো—"। ৰবাৰ্ট জৰ্ডানে মেজৰ ওপৰেদি পাব্‌লোলৈ চালে। সি বুজি পালে পাব্‌লোৱে নিজা মতহে প্ৰকাশ কৰিছে, তাৰ খং তোলাৰ খোজা নাই। তাৰ পিচত সি ক'লে, "বেয়া চিন দেখিলে মানুহে তাৰ মৃত্যুৰ দিন গণে, আৰু ভাবে যে মঙ্গল চোৱাৰ পৰাহে এনে কল্পনাৰ উদ্ভৱ হয়।" ইয়াৰ পিচত জৰ্ডানে এই বুলি কথা শেষ কৰিলে, "ইয়াৰ বাহিৰে তাত আৰু একো নাই। ভূত-প্ৰেত, মঙ্গলতী আৰু অলৌকিক বস্তুত মোৰ ধনিষ্টামানো বিশ্বাস নাই।"

জিপ্সীটোৱে কলে, "এই আচৰিত নামৰ মানুহটোৱে তাৰ মৃত্যু দেখিছিল। আৰু ঘটনাটো তেনে দৰেই ঘটিলে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সি আগতে একো ক'ব পৰা নাছিল। তাৰ মনত তেনে এটা ভয় সোমাইছিল আৰু সেয়ে শেষত গৈ মনৰ দুশ্চিন্তা হ'ল গৈ। সি যে কিবা ক'ব পাৰিছিল তাক মোক ডাঠি ক'ব পৰা নাছিল।"

পিলাৰে হঠাতে সুধিলে, "ময়ো ক'ব নোৱাৰো নে?" এই বুলি সি জুহালৰ ছাই এমুঠি হাতত লৈ উকৰাই দি ক'লে, "ময়ো তোমাক বুজাব নোৱাৰোঁ নে?"

"নোৱাৰা। যাদুবিদ্যা, জিপ্সী মন্ত্ৰ আৰু আন কিবা কৰিও তুমি মোক বুজাব নোৱাৰা।"



পিলাৰে ডাঙৰ মুখখন কঠোৰ আৰু বহল কৰি মমৰ পোহৰত তাক প্ৰকাশ কৰি ক'লে "তুমি এটা ধুম কলা। তুমি জধামূৰ্খ নহয়। তুমি মাথোন কলা। কলা মানুহে সঙ্গীত শুনিবলৈ নেপায়। সি ৰেডিঅ'ও শুনিব নোৱাৰে। নুশুনা বাবেই তুমি ক'ব পাৰিছা এনেকুৱা বস্তু এটা নাই। তুমি কি যে কোৱা, ইংলেচ। সেই আচৰিত নামৰ মানুহটোৰ চেহেৰাত মই মৃত্যু দেখা পাইছিলোঁ। যেন লোৱে পুৰি কোনোবাই সেই কথা তাৰ কপালত লিখি থৈছে।"

ৰবাৰ্ট জৰ্ডানে এইবাৰ ডাঠি ক'লে, "তুমি দেখা নাছিলা। তুমি মাথোন তাৰ মুখত ভয় আৰু আশঙ্কাহে দেখিছিলা। তাৰ কঠিন অভিজ্ঞতাৰ মনত তাৰ ভয় হৈছিল। তাৰ পৰিকল্পিত অমঙ্গলৰ সম্ভাৱনাৰ চিন্তাৰ পৰাই এই ভয়ৰ উদ্ভৱ।"

পিলাৰে কলে, "যিহকে তিহকে নকবা। মই যমক তাৰ কান্ধত টিঘিলমিলাই ফুৰা দেখিছিলোঁ।। আৰু সি মৃত্যুৰ উমানো পাইছিল।"

ৰবাৰ্ট জৰ্ডানে ঠাট্টা কৰি ক'লে, "সি মৃত্যুৰ উমান পাইছিল নে ভয়ৰ? ভয়ৰ এটা গোন্ধ আছে।"

পিলাৰে ক'লে, "ভয়ৰ নহয়, মৃত্যুৰ। শুনা। ব্লেঙ্কোৰেট আছিল ঘটাইতকৈ ডাঙৰ ষাঁড়-যুঁজাকৰ সহচৰ। তেতিয়া সি গ্ৰানেৰোৰ তলত কাম কৰে। মানলো গ্ৰানেৰোৰ মৃত্যুৰ দিনা সি মোক কৈছিল যে ষাঁড়যুঁজৰ পথাৰলৈ যোৱা বাটৰ নামঘৰ এটাত সি কিছু সময় ৰৈছিল। তাত মৃত্যুৰ গোন্ধ ইমান বেছিকৈ পালে যে ব্লেঙ্কোৰেটৰ তাতে গা বেয়া লাগিল। হোটেলত গা ধোওঁতে আৰু কানি-কাপোৰ পিন্ধোতে সি মানলোৰ লগতে আছিল। তাৰ পিচতে পথাৰলৈ যোৱাৰ কথা। মটৰত উঠোঁতে গোন্ধটো নাছিল। ঠেপাঠেপিকৈ বহি পথাৰলৈ গ'ল। নামঘৰৰ জুৱান লুই ডিলা ৰজৰ বাহিৰে আনে কথাটো ধৰিব পৰা নাছিল। মাৰ্চিয়েল আৰু চিকুমেলোৰেও তাত গোন্ধ পোৱা নাছিল। চাৰিওটাই শাৰী পাতি থিয় দিওঁতেও গোন্ধটো পোৱা নাছিল। জুৱান লুইৰ মুখখন মৰণৰ ভয়ত শেতা পৰিল। তেতিয়া ব্লেঙ্কোৰেটে তাক সুধিলে, "তেনে তুমিও ভয় খাইছা?"

"মোৰ উশাহ-নিশাহ বন্ধ হ'বৰ উপক্ৰম।" জুৱান লুয়ে ক'লে, "তোমাৰ ষাঁড় যুঁজাকৰ গাৰ পৰা ওলাইছে।"

ব্লে-স্কোৰেটে ক'লে "নহয়। একো নহয়। টালাভেৰাত লগ পোৱা জোতকৈও এইটোৰ গাৰ গোন্ধ তীব্ৰ।"

"সেই দিনা আবেলিয়েই ভেৰা গুৱাৰ ফাৰ্মৰ "পকাপেনা" নামৰ ষাঁড়টোৱে মাদ্ৰিদৰ প্লাজা-দি-টৰচ পথাৰত ২ নং গেলেৰীৰ মুখৰ তক্তাৰ ঠেকত সুমাই মন'লো গ্ৰানেৰোক মাৰিলে। মই ফিনিটোৰ লগত বৈ দেখা পালোঁ। শিঙেৰে খুচি মূৰৰ খোলা ভাঙি দিলে। মন'লোৰ বেৰৰ তলৈ খুচি পেলাই দিলে। তাৰ মূৰটো চিৰিৰ তলত লাগি ৰ'ল।"

ফাৰ্ণেণ্ডোই সুধিলে, "তুমি নিজে গোন্ধ পাইছিলানে?"

পিলাৰে ক'লে, "নাই পোৱা। বহুত দূৰত আছিলোঁ মই। ৩নং গেলেৰীৰ সপ্তম চিৰিত বহি আছিলোঁ। তাৰ পৰা সকলো ঘটনা ভালকৈ দেখা পাইছিলোঁ। সেই নিশা ফৰনচত ব্লেস্কোৰেটে ফিনিটক সেই কথা ক'লে। পাচলৈ ব্লেস্কোৰেট জোচলিট'ৰ সহচৰ হৈছিল, পিছে দুৰ্ভাগ্যবশতঃ জোচলিট'ও তেনেকৈয়ে মৰিল। ফিনিটই গৈ জুৱান লুই ডি লা ৰ'জাক এই বিষয়ে প্ৰশ্ন কৰিছিল কিন্তু তেওঁ ফিনিটক একো নকলে। কিন্তু মূৰ দুপিয়াই সেই কাহিনী সঁচা বুলি জনালে। এইবোৰ দৃশ্য মই নিজ চকুৰে দেখা। গতিকে ইংলেচ, কিছু-মান কথা যে তুমি নুশুনা সেই কথা নহয় বুলি নকবা। চিকুয়েলো, মাৰচিয়েল লালান্দা আৰু অন্যান্য যিবোৰ ঘোৰ চহীৰ জোৱান লুই বা মানল গ্ৰেনেৰ'ৰ লগত আছিল, সেইদিনা একো শুনা নাছিল। হুৱাল লুই আৰু ব্লেস্কোৰেট অৱশ্যে কলা নাছিল। ময়ো এই বিলাক কথাত কলা নহয়।"

ফাৰ্ণেণ্ডোই প্ৰশ্ন কৰিলে, "গোন্ধ নাকেৰেহে পায়, গতিকে কলা বোলাৰ মানে কি?"

পিলাৰে উত্তৰ দিলে, "কি আপদ। ইংলেচ অধ্যাপক নহৈ তুমিয়েই হোৱা উচিত আছিল। পিচে ইংলেচ, তোমাক এই বিষয়ে মই আৰু বহুত কথা ক'ব পাৰোঁ। গতিকে তুমি ঠিক জানিবা যে তুমি দেখা নাই শুনা নাই বুলিয়েই এই কথাবোৰ অবিশ্বাস নকৰিবা। কুকুৰ এটাই যি দেখিবলৈ পায় তাক তুমি দেখিবলৈ নোপোৱা। মানুহৰ অদৃষ্টত কি ঘটিব পাৰে তাক ইতিমধ্যে তুমি তোমাৰ অভিজ্ঞতাৰ পৰা পাব পোৱা।"

মেৰিয়াই এইবাৰ ৰবাৰ্ট জৰ্ডানৰ কান্ধত হাতখন থলে। তাৰ পৰা হাত নুনাই নুতুলিলে। জৰ্ডানে ভাবিলে, মিছামিছিকৈ এইবোৰ কি কৰি আছো? যিকণ সময় আছে সেইকণ সময় ভালকৈ কটোৱাই ভাল। পিচে বেচি ৰাতি হোৱা নাই। যেনে তেনে সন্ধিয়াটো পাৰ কৰি দিব পাৰিলেই হয়। সেইবাবে সি পাব্লোক ক'লে, "তুমি এই বোৰ যাদুবিদ্যাত বিশ্বাস কৰা নেকি?"

পাব্লোৱে ক'লে, "এইবোৰ বিষয়ে মই একো নেজানো। মোৰ মত প্ৰায় তোমাৰ লগত মিলে। মই কোনো অলৌকিক অভিজ্ঞতা লাভ কৰা নাই কোনো দিনে। অৱশ্যে ভয় নোখোৱা নহয়। অৱশ্যে পিলাৰে হাত চাই ভৱিষ্যতৰ কথা কিছু ক'ব পাৰে। যদি তাই মিছা কথা কোৱা নাই, তেন্তে তাই হয়তো তেনে কিবা এটা গোন্ধ পাব পায়।"

পিলাৰে ক'লে, "ওৱা! মই মিছা কম কিয়? সাজি মই একো কোৱা নাই। ব্লাস্কোৰেট বৰ গহীন মানুহ, খুব ধাৰ্মিকো। সি জিপ্সীও নহয়। তাৰ ঘৰ হ'ল ভেলেন্সিয়াত। মধ্যবিত্ত শ্ৰেণীৰ মানুহ। তাক তুমি দেখিছানে?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "কেইবাবাৰো দেখিছোঁ। মানুহটো কঁটীয়া, মুখ শেতাঁ বিবৰ্ণ। কোনেও এনেকৈ ষাঁড় যুঁজৰ সময়ত চাদৰ চন্তালিব নোৱাৰে। তাৰ গোজ এন্দুৰৰ দৰে ক্ষিপ্ৰ।"

পিলাৰে ক'লে, "ঠিকেই কৈছা। তাৰ হাওঁফাওঁৰ অসুখ আছিল দেখি মুখ বিবৰ্ণ হৈ থাকে। জিপ্সীবোৰে ভাবে তাৰ লগতে মৃত্যু আছে। কিন্তু মেজৰ ধূলি ফুতে উৰুৱাৰ দৰে সি চাদৰৰ কোবেৰে তাকো উৰুৱাই দিব পাৰে। জিপ্সী নোহোৱা সত্বেও সি তালাবেৰাত জোঁচলিটোৰ মৃত্যুৰ গন্ধ পাইছিল। সেইদিনা জোচলিটোৱে তাত ষাঁড়ৰ সৈতে যুঁজিছিল। মেনজেনিলাৰ মদৰ গন্ধ ভেদ কৰি এই গন্ধ সি কেনেকৈ পালে তাক সি ক'ব নোৱাৰে। পিচত ব্লেস্কোৰেটে কথাটো উলিয়াইছিল খুব ভয়ে ভয়ে। যিবোৰে শুনিছিল সিহঁতে তাক উদ্ভট কল্পনা বুলিহে উৰাই দিলে। সিহঁতৰ মতে জোচৰ সেই সময়ৰ জীৱনৰ গোন্ধহে তাৰ কাষলতিতলৰ ঘামৰ পৰা ওলাইছিল। কিন্তু মন'লো গ্ৰানেৰোৰ বেলিকাও সি আৰু জুৱাল ডি লা ৰোজে সেই একেটা গোন্ধকে পালে। জুৱান লুই আত্মসন্মানবোধ থকা লোক নাছিল যদিও কামত সুদক্ষ আৰু মাইকী মানুহ বলোৱাত ওস্তাদ আছিল। কিন্তু ব্লেস্কোৰেট গহীন প্ৰকৃতিৰ লোক আছিল; বৰ শান্ত স্বভাৱ মানুহটোৰ; এটা মিছা কথাও ক'ব নেজানিছিল। কিন্তু ময়ো তোমাৰ বন্ধুজনৰ মৃত্যুৰ গোন্ধ পাইছিলোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ বিশ্বাস নহয়। তুমি ক'লা যে ব্লেস্কোৰেটে পথাৰ

প্ৰদক্ষিণৰ আগতে সেই গোন্ধ পালে। অৰ্থাৎ ষাঁড়-যুঁজ আৰম্ভ হোৱাৰ আগতে। এই ঘটনাটো বেলেগ। তুমি, কাশ্বকিন আৰু ট্ৰেইন বগবোৱা আন আন মানুহ-বোৰে কাম সফল কৰি শেষ কৰিলা। সেই কামত তাৰ মৃত্যু নহ'ল। তেনেহলে কেনেকৈ মৃত্যুৰ গোন্ধ পালা?"

পিলাৰে ব্যাখ্যা কৰি ক'লে, "সেইটোৰ লগত এইটোৰ কোনো সম্পৰ্ক নাই। ইগনেচিও সাঙ্খেথ মেহিয়াসে আগৰ ঋতুত কাফেত বহিলেও মানুহেও আপত্তি কৰা হৈছিল—গাৰ পৰা ইমান জোৰেৰে মৃত্যুৰ গোন্ধ বাহিৰলৈ ওলাইছিল। জিপ্সীবোৰে সকলোৱে কথাটো জানে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মৰাৰ পিচত মানুহে এইবোৰ কথা আৱিষ্কাৰ কৰে। ধৰা সাঙ্খেথ মেহিয়াসৰ কথাকে কওঁ। তাৰ বেছি দিনৰ শিক্ষা নাছিল বাবেই ষাঁড়ৰ শিঙৰ খোচত মৰিব লগা হ'ল; তদুপৰি তাৰ যুঁজাৰ ধৰণো বৰ বিপদ্‌জনক। মানুহটোৰ ভৰিত বল আৰু সঞ্চালনৰ ক্ষমতা নাছিল। তাৰ লৰচৰ কৰাৰ ক্ষমতা আগৰ দৰে নাছিল।"

পিলাৰে ক'লে, "সেই কথা সঁচা। প্ৰকৃততে সঁচা। কিন্তু জিপ্সীবোৰে গম পাইছিল যে তাৰ নাকত মৃত্যুৰ গন্ধ লাগিছিল। যেতিয়া সি ৰজাৰ ঘৰলৈ আহিছিল তেতিয়া ৰিকাৰ্ডো আৰু ফেলিপ গনাজালেজে মদৰ "বাৰ"ৰ সৰু পিছ-দুৱাৰখনেদি ওলাই গুচি গ'ল।

ৰবাৰ্ট জৰ্ডানে ক'লে, "সম্ভৱতঃ সিহঁতে তাক টকা দিব লগা আছিল।"

পিলাৰে ক'লে, "সম্ভৱ সেয়ে। কিন্তু সিহঁতে মৃত্যুৰ গোন্ধ পাইছিল। এই কথা সকলোৱে জানিছিল।"

ৰাফেল নামৰ জিপ্সীটোৱে ক'লে, "ইংলেচ, তাই কোৱা কথা সঁচা। আমাৰ মানুহে এনে গোন্ধ পায়।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মোৰ এইবোৰত বিশ্বাস নাই।"

আনছেলমোই এইবাৰ কথা আৰম্ভ কৰিলে, "শুনা ইংলেচ, মই যাদুবিদ্যাৰ বিৰোধী। কিন্তু পিলাৰে এই বিদ্যা ভালেখিনি জানে।"

ফাৰ্ণেণ্ডোই সুধিলে, "গোন্ধটো কেনেকুৱা বাৰু? কেনে লাগে? যদি গোন্ধেই হয় তেন্তে আন গোন্ধৰ দৰে হ'ব লাগিব।"

পিলাৰে তালৈ চাই মিচিকিয়াই ক'লে, "ফাৰ্ণেণ্ডিটো। তুমি তেনে জানিব খুজিছা? তুমি ভাবিছা চাগৈ এই গোন্ধটো সুঙিব পৰা গোন্ধ।"



"যদি সঁচাকৈয়ে এইটো গোন্ধ হয়, তেন্তে আন গোন্ধৰ দৰে তাক সুঙিব নোৱাৰো কেলেই?"

পিলাৰে আঠুত হাত দুখন থৈ তাক লৈ ৰগৰ কৰি ক'লে, "নোৱাৰিবা কেলেই? বাৰু ফাৰ্ণেণ্ডো, কেতিয়াবা জাহাজত উঠিছানে?"

"নাই উঠা। উঠাৰ ইচ্ছাও নাই।"

"তেতিয়া হ'লে তুমি এই গোন্ধ নেপাবা। কাৰণ জাহাজ চলাৰ পাছত ধুমুহা আহিলে কেবিনৰ ঘূৰণীয়া খিড়িকীবোৰ বন্ধ কৰি দিয়াৰ লগে লগে যি গোন্ধ আহে, সেই গোন্ধ এই গোন্ধৰ অংশ বিশেষ। ভৰিৰ তলত জাহাজ নাচি থাকোঁতে যেতিয়া তোমাৰ দেহ লৰেজান হৈ আহে, পেটটো খালি খালি লাগে তেতিয়া সেই মৃত্যুৰ গোন্ধৰ একাংশ পোৱা যায়।"

ফাৰ্ণেণ্ডোই ক'লে, "সেই গোন্ধ মই পোৱাৰ আশা নাই। কাৰণ জাহাজত উঠাৰ মোৰ কোনো পৰিকল্পনা নাই।"

পিলাৰে ক'লে, "মই কেইবাবাৰো জাহাজত উঠিছোঁ। এবাৰ মেক্সিকোলৈ যাবলৈ আৰু এবাৰ ভেনেজুৱেলালৈ যাবলৈ।"

ৰবাৰ্ট জৰ্ডানে সুধিলে, "বাকী অংশ কেনেকুৱা?" পিলাৰে তালৈ ব্যঙ্গৰ দৃষ্টি নিক্ষেপ কৰিলে, কাৰণ তাইৰ সাগৰ-ভ্ৰমণৰ কথা মনত পৰিছিল।

"ভাল কথা, ইংলেচ। শিকা। এয়ে প্ৰয়োজন। শিকি লোৱা। বাৰু। জাহাজৰ এই গোন্ধ সুঙাৰ পিচত মাদ্ৰিডৰ পাহাৰ বগাই নামি পুয়েন্তি দে তোলেদোৰ কচাই খানালৈ যাব লাগিব। তাত যিবোৰ জন্তু বধ কৰা হয় সেইবোৰৰ তেজ পিবলৈ কিছুমান বুঢ়ী পুৱাৰ পোহৰ নৌ-ওলোৱাৰ আগতে তালৈ যায়। মানথানাৰিস পাহাৰৰ পৰা নামি অহা কুঁৱলীৰ মাজত তিতা ফুট পাথৰ ওপৰত বৈ বৈ তুমি তাৰ বাবে অপেক্ষা কৰিব লাগিব। তাৰ পিচত ইহঁতৰ মাজৰ পৰা এজনী বুঢ়ীয়ে ওৰে গা চাদৰেৰে ঢাকি ওলাই আহিব; তাইৰ মুখ বিবৰ্ণ শেঁতা; চকু দুটাত গাত হৈছে আৰু বুঢ়া হ'লে যি হয়, সেয়ে হৈছে—খুঁতৰি আৰু ডিঙিত দাড়ি গজিছে। জোপোহা দাড়ি নহয়; জৰাগ্ৰস্ত মুখৰ ওপৰত উৰহিৰ গুটিৰ পৰা গছ গজাদি মম-বগা অংশত বগা দাড়ি ফুটি উঠা দেখা পোৱা যায়। সেয়া যে মৰণৰ শেঁতা গজালি। তেতিয়া যদি তাইক তুমি টানি সাৱটি ধৰা আৰু চুমা খোৱা, তেন্তে মৃত্যুৰ গোন্ধৰ দ্বিতীয় অংশ পাবা।"

জিপ্সীটোৱে ক'লে, "সেই জনী বুঢ়ীয়েই মোৰ ভোক হৰিলে। গজালিবোৰ সঁচাকৈয়ে অসহ্য।"

পিলাৱে ৰবাৰ্ট জৰ্ডানক ক'লে, "আৰু কিবা কথা শুনিব খুজিছা নে কি?"

সি ক'লে, "অঁ। যদি কিবা শিকিব লাগে তেন্তে শিকা ভাল।"

জিপ্সীটোৱে ক'লে, "সেই গজালি দাড়িবোৰে—বুঢ়ীজনীৰ মুখত থকা দাড়িবোৰে মোৰ পিত জ্বলায়। পিলাৰ, বুঢ়ী হ'লে সেইবোৰ কিয় ওলায়? মতা মানুহৰ দেখোন নোলায়।"

পিলাৱে ব্যঙ্গ কৰি তাক ক'লে, "ওহোঁ নহয়। গাভৰু কালত বুঢ়ীবোৰো বৰ লাহী হৈ থাকে। গিৰিয়েক বোৰৰ কৃপাত জানিবা গাটো ওকন্দে। সেইবোৰ বাৰু থাওক। পিছে প্ৰত্যেকজনী জিপ্সী তিৰোতাই সেই বঢ়া গা দেখুৱাই ফুৰিব লগা হয়—"

ৰাফেলে ক'লে, "এইবোৰ কথা নবলকিবা। বৰ নিলাজ কথা।"

পিলাৱে ক'লে, "অ তোমাৰ হৰ পায় আঘাত লাগিলেই। বাৰু তুমি আসন্ন-প্ৰসবা আৰু প্ৰসব নোহোৱা তিৰোতা কেতিয়াবা দেখিছা জানো?"

"এই জনী!"

"বাৰু থাওক। আঘাত নোপোৱাকৈ নো কোন থাকে? মই কৈছিলোঁ যে বয়স হ'লেই মানুহ কুৎসিৎ হয়। সেইবোৰ বৰ্ণাই লাভ নাই। যদি ইংলেচে সেই গোন্ধ পাব খোজা তেন্তে খুব পুৱাই সেই কচাইখানালৈ যাব লাগিব।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "মই যাম। সিহঁতক ওচৰত পালেই গোন্ধটো শুঙিম, কিন্তু চুমা হলে নাখাওঁ দেই। ৰাফেলৰ দৰে মোৰো সেই গজালি বগা দাড়িবোৰলৈ ভয় লাগে।"

পিলাৱে ক'লে, "জ্ঞান পাব খোজা যদি এজনীক অন্ততঃ চুমা খাব লাগিব, বুজিছা ইংলেচ! তাৰ পিচত সেই গোন্ধ লৈ চহৰলৈ যাবা। তাৰ পিচত আবৰ্জনাৰ টিঙৰ মাজত পচা ফুল দেখিলে তাতে নাকটো সুমাই জোৰে শুঙিবা যাতে সেই গোন্ধটো এই গোন্ধৰ লগত মিহলি হৈ যায়।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "বাৰু কৰিলোঁ বুলি ধৰা। সেইবোৰ কি ফুল?"

"ক্ৰিশ্বেনথিমাম।"

"কৈ যোৱা। মই শুঙিছোঁৱেই।" জৰ্ডানে ক'লে।



"বতৰ শীতকালিৰ বৰ্ষা হ'লে ভাল হয়। অলপ কুঁৱলীৰে সৈতে। আগ ঋতুৰ শীত হ'লেও হ'ব। এইবাৰ চহৰত খোজ কাঢ়ি গৈ থাকা; কেলে দি চালুদলৈ যোৱা। দেখিবা বেশ্যালয়বোৰ সাৰি চাফা কৰা হৈছে, প্ৰস্ৰাবৰ পাত্ৰবোৰ নৰ্দমাত পেলাই দিয়া হৈছে। তাৰ গোন্ধ পাবা। আৰু দেখিবা প্ৰেমৰ ভ্ৰষ্টশ্ৰমৰ লগত চাবোন পানী মিহলি হোৱা আৰু চিগাৰেটৰ গন্ধ আহি নাকৰ বিন্ধাত সোমাইছেহি। তাৰ পিচত বোটানিকেল গাৰ্ডেনলৈ যাবা। তাত দেখিবা গৃহহীন বেশ্যাবোৰে ঘৰত ব্যৱসায় কৰিব নোৱাৰি ৰাতি পাৰ্ক-গেট বা লোৰ বেৰৰ গাত আৰু ফুটপাথত অপকৰ্ম সমাপন কৰিছে। গছ-গছনিৰ ঘন ছাঁত লোৰ বেৰৰ দাঁতিত সিহঁতে মানুহৰ ইচ্ছানুযায়ী কাম কৰে। আমাৰ সেই চিৰাচৰিত যৌন কৰ্মৰ সাধাৰণ অনুৰোধৰ দাম দহ চেন্টিমো আৰু বহল বিধৰ দাম এক পেচেতা। তাতে দেখিবা এটুকুৰা মাটি। তাত ফুলগছ শুকাই মৰে, সেইবোৰ ছিঙি পেলোৱাও নহয় বা নকৈ বোৱাও নহয়। ফলত মাটিবোৰ ফুটপাথতকৈ কোমল হয়। তাত পৰি থাকে তিতা মাটিৰ গোন্ধ লাগি থকা থৈলা কাপোৰ; মৰা ফুল আৰু নিশাৰ অপকৰ্ম। সেই থৈলাত লাগি থাকে সকলোৰে নিৰ্যাস—মৰা মাটি, মৰা ফুলৰ ঠাৰি, গেলা ফুল—তাতে পোৱা যায় মানুহৰ জন্ম-মৃত্যুৰ গোন্ধ। এই থৈলাটো মুৰত লৈ তুমি শুঙিবা।"

"ওহোঁ। নুশুঙো।"

পিলাৱে কলে, "শুঙিবা, কিয় নুশুঙিবা? মুৰত লৈ শুঙিবা আৰু নাকত লাগি থকা পূৰ্বৰ গোন্ধবোৰ যদি তেতিয়াও থাকে, তেন্তে দীঘল উশাহৰ লগে লগে তুমি আগত মৃত্যুৰ গোন্ধ পাবা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ঠিক কথা। তেনেহলে কাশ্বকিনৰ গাত সেই গোন্ধ পাইছিলা।"

"অঁ।"

ৰবাৰ্ট জৰ্ডানে গহীন হৈ ক'লে, "বাৰু, সেয়ে যদি সঁচা হয় তেন্তে তাক মাৰি মই ভাল কৰিলোঁ।"

জিপ্সীটোৱে ক'লে 'চাব্বাচ।' এইবাৰ সকলোৰে হাঁহি দিলে।

প্ৰিমিটিভোই শলাগি ক'লে, "ভাল হ'ল। এতিয়া তাই অলপ দৰক লব।"

ফাৰ্ণেণ্ডোই ক'লে, "পিলাৰ, ডন ৰবাৰ্টোৰ দৰে শিক্ষিত মানুহ এজনে এনে জঘন্য কাম কৰিব বুলি আশা কৰা নে?"

পিলাৰে শলাগি ক'লে, "নকৰেঁা।"

"এইবোৰ কৰাৰ কথা ভাবিলে ঘিণ লাগে।"

পিলাৰে ক'লে, "লাগে।"

"তুমি জৰ্ডানে এনে মৰ্যাদা হানিকৰ কাম কৰিব বুলি ভাবানে?"

পিলাৰে ক'লে, "নেভাবোঁ। এতিয়া শুবলৈ যোৱাহঁক।"

ফাৰ্ণেণ্ডোই ক'লে, "কিন্তু পিলাৰ—"

পিলাৰে হঠাতে ৰোষপূৰ্ণ স্বৰেৰে ক'লে, "মনে মনে থাকা। এইবোৰ আজলমঠালি নকৰিবা। ময়ো নিজে নিজক হেয় নকৰেঁা। কথা নুবুজা মানুহৰ আগত কথা ক'লে হেয় হ'ব লাগে।"

ফাৰ্ণেণ্ডোই ক'লে, "সঁচা কথা, মই একো বুজা নাই।"

পিলাৰে ক'লে, "সৈ কাঢ়িবও নেলাগে, বুজিবও নেলাগে। বাহিৰত বাৰু বৰফ পৰিছে নেকি?"

ৰবাৰ্ট জৰ্ডানে গুহাৰ মুখলৈ গৈ কম্বলখন তুলি দিলে আৰু বাহিৰলৈ চালে। বাহিৰত নিশাৰ শীত। বৰফ পৰা বন্ধ হৈছে। গছৰ বতৰ ফৰকাল হ'ল। মাজেদি ওপৰত জিলিকা ধৱল অংশলৈ সি চালে,—য'ত আকাশ পৰিষ্কাৰ। বতাহ আহি তাৰ হাওঁফাওঁত সোমালেহি আৰু উশাহ লওঁতে টান লাগিল।

সি ভাবিলে, "এল ছৰ্ডোৱে যদি ঘেঁাৰা ধৰিছে এতিয়া আনিবলৈ বহুত বাট পাব।"

এই ভাবি সি কম্বলখন পেলাই দিলে আৰু ধেঁাৱাময় গুহাৰ অভ্যন্তৰত পুনৰ প্ৰৱেশ কৰিলে। সি ক'লে, "একেবাৰে ফৰকাল। ধুমুহা গ'ল।"



## ॥ ২০ ॥

ৰাতিৰ আন্ধাৰত শুই শুই সি ছোৱালীজনীৰ বাবে বাট চাইছিল। এতিয়া ক'তো একণ বতাহ নাই; পাইনগছবোৰ আন্ধাৰৰ মাজত স্থিৰ হৈ আছে। সমগ্ৰ ঠাইডোখৰ বৰফে ঢাকি থৈছে আৰু গছবোৰ যেন বৰফৰ মাজৰ পৰা উঠিহে আহিছে। নিজে পাৰি লোৱা বিচনাখনৰ উষ্ণতাৰ মাজত সি দীঘল দি শুই আছে। চেঁচা বতাহ আহি তাৰ মুৰত লাগিছেহি—উশাহ লওঁতে নাকত সোমাইছেহি। জোতাৰ্জোৰ পেণ্ট আৰু কোটেৰে মেৰিয়াই সি গাৰু হিচাপে ব্যৱহাৰ কৰিছিল; গাৰ কাষত তাৰ অটোমেটিক পিস্তলটো পৰি আছিল। শুবলৈ আয়োজন কৰোঁতেই সি ৰছী এডালেৰে পিস্তলটো তাৰ সোঁ হাতত গাঁঠিত বান্ধি লৈছিল। এতিয়া পিস্তলৰ চেঁচা পৰশটো তাৰ হাতত লাগিছেহি। পিস্তলটো আঁতৰাই সি বিচনাৰ মাজত কুচিমুচি সোমাই পৰিল আৰু বৰফৰ ওপৰেদি পাহাৰৰ গাত দেখা গুহামুখৰ অন্ধকাৰ অংশটোলৈ চালে। এতিয়া আকাশত ক'তো একণ ডাৱৰ নাই। বৰফৰ পৰা প্ৰতিফলিত পোহৰত গুহাটোৰ চাৰিওফালে থকা গছ আৰু ডাঙৰ শিলবোৰ স্পষ্ট হৈ উঠিছে।

সন্ধিয়াতে গুহাৰ বাহিৰলৈ ওলাই গৈ আঁতাই থোৱা ঠাইডোখৰৰ সিমূৰে সি "স্প্ৰুচ" গছ এডাল কাটিছিল। আন্ধাৰ হোৱাৰ লগে লগে গছৰ গুৰিটো ধৰি সি গছডাল পাহাৰৰ দেৱালখনৰ কাষলৈ চোঁচোৰাই আনিলে। শিলবোৰৰ ওচৰত গছডাল থিয় কৰি ধৰি লৈ সি ডালবোৰ কুঠাৰেৰে কাটি পেলালে। এতিয়া ডাল বিলাক একাষৰীয়াকৈ থৈ সি গা-গছডাল বৰফৰ ওপৰত থলে আৰু আগতে দেখি যোৱা কাঠৰ তক্তা এচটা আনিবলৈ গুহাৰ ভিতৰলৈ সোমাই

গ'ল। শিলৰ দেৱালখনৰ কাষৰ ববফবোৰ এই তক্তাৰেই চুচি গুচাই পেলালে আৰু গছৰ ডালবোৰ জাৰি-জোকাৰি শাৰী শাৰীকৈ পৰিষ্কাৰ কৰা ঠাইত পাৰি থলে। গা-গছডাল ডালবোৰৰ ওপৰত পথালিকৈ হেঁচা মাৰি ধৰাকৈ থলে। তক্তাটোৰ এমূৰৰ পৰা হুটুকুৰা কাঠ এৰুৱাই সি গা-গছডাল লৰচৰ কৰিব নোৱাৰাকৈ মাটিত শলখা মাৰি ললে। এনেভাৱেই সি বিচনা এখন তৈয়াৰ কৰিলে।

তাৰ পিচত সি তক্তা আৰু কুঠাৰখন লৈ গুহামুখৰ কম্বলখনৰ তলেদি কুঁজা হৈ ভিতৰত সোমাল আৰু হুয়োটা বস্তুকে বেৰত আওঁজাই থলে।

পিলাৰে তাক সুধিলে, "বাহিৰত তুমি কি কৰিলা ?"

"শোৱাৰ ব্যৱস্থা কৰিলোঁ।"

"তোমাৰ বিচনা কৰিবলৈ মোৰ নতুন তক্তাখন এনেকৈ নাকাটিবা।"

"তাৰ বাবে মই দুঃখিত।"

পিলাৰে কলে, "অৱশ্যে সেইটো একো ডাঙৰ কথা নহয়। মিলত আৰু এনে তক্তা বহুতো পোৱা যাব। পিছে কেনে ধৰণৰ বিচনা পাতিলা ?"

"আমাৰ দেশৰ যেনে বিচনা, তেনেকুৱাই।"

পিলাৰে কলে, "তেন্তে, শোৱা ভালকৈয়ে।" ৰবাৰ্ট জৰ্ডানে টোপোলা এটা খুলি বিচনাৰ বাবে লাগতিয়াল বস্তুবোৰ জৰ্ডানে বাহিৰ কৰি অনাৱশ্যকীয় বস্তুবোৰ আকৌ বান্ধি থলে। তাৰ পিছত আঁৰি থোৱা কম্বলৰ তলেদি কুঁজা হৈ বাহিৰ ওলাল আৰু সজাই থোৱা গছৰ ডালবোৰৰ ওপৰত বিচনাখন ভালদৰে পাৰি ললে। গা-গছডাল যিফালে পাতিছিল সেইফালে ভৰি শিতান কৰিলে। মূৰ-শিতানৰ ফালে থাকিল শিলৰ বেৰখন। ইয়াৰ পাছত টোপোলা হুটা আনিবৰ বাবে সি আকৌ গুহাৰ ভিতৰলৈ ঘূৰি গ'ল।

পিলাৰে কলে, "কালি ৰাতিৰ দৰে আজিও টোপোলা হুটা মোৰ কাষতে থাওক।"

জৰ্ডানে সুধিলে, "আজি কাকো পৰীয়া নাৰাখা নেকি ? ৰতৰ বেচ ফৰকাল— ধুমুহাও নাই দেখোন।"

পিলাৰে কলে, "ফাৰ্ণাণ্ডো থাকিব।"

সেই সময়ত মেৰিয়া গুহাৰ পিছফালে আছিল। ৰবাৰ্ট জৰ্ডানে তাইক দেখা নেপালে।



সি কলে, "সকলোকে শুভৰাত্ৰি জনালোঁ। মই শুবলৈ যাওঁ।"

সেই সময়ত সকলোৱেই জুহালৰ ওচৰত শুবৰ বাবে আয়োজন কৰিছিল। তক্তাৰে তৈয়াৰী টেবুল আৰু চামৰাৰ বহা আসন বিলাক একাষলৈ আঁতৰাই থোৱা হৈছিল। ৰবাৰ্ট জৰ্ডানৰ কথাৰ উত্তৰত প্ৰিমিটোভ আৰু আন্দ্ৰেজে মাত দিলে, "নমস্কাৰ।"

নাক মুখ ঢাকি গুহাৰ এচুকত আনচেলমো শুই আছিল। পাব্‌লো চকীতে বহি টোপনিয়াইছিল।

পিলাৰে লাহেকৈ ৰবাৰ্ট জৰ্ডানক সুধিলে, "বিচনাৰ বাবে ভেড়াৰ ছাল এখন দিম নেকি ?"

"নেলাগে, ধন্যবাদ।"

পিলাৰে কলে, "নিশ্চিন্তে শোৱাগৈ। তোমাৰ বস্তুখিনিৰ বাবে মই দায়ী হলোঁ।"

ৰবাৰ্ট জৰ্ডানৰ লগে লগে ফাৰ্ণাণ্ডো ওলাই আহিল আৰু জৰ্ডানে যি ঠাইত বিচনা পাৰি থৈছিল, সেই ঠাইতে আহি থিয় হ'লহি।

"মুকলি ঠাইত শোৱাৰ নিচাটো তোমাৰ অদ্ভুত, ডন্ ৰবাৰ্টো"। ফাৰ্ণাণ্ডো কথাষাৰ কৈ আন্ধাৰতে থিয় হৈ ৰ'ল—তাৰ গাত কম্বলখন মেৰিয়াই লোৱা আছে আৰু তাৰ কান্ধৰ পৰা বন্দুকটো ওলমি আছে।

"তোৰ এনেকৈ শোৱা অভ্যাসত পৰিণত হৈছে। শুভৰাত্ৰি।"

"যদি অভ্যাসেই হৈছে তেন্তে বিশেষ কি কম ?"

"তোমাক অৱসৰ দিবলৈ মানুহ কেতিয়া যাব ?"

"পুৱা চাৰিটা বজাত।"

"চাৰিটা বজাত ? তেতিয়ালৈ খুব জাৰ পৰিব।"

"মোৰ অভ্যাস হৈ গৈছে"—ফাৰ্ণাণ্ডোই কলে।

ৰবাৰ্ট জৰ্ডানে নম্ৰভাৱে কলে, "যদি তোমাৰ অভ্যাসেই হৈ গৈছে......"

"এৰা, বাৰু মই ওপৰলৈকে যাওঁগৈ। শুভৰাত্ৰি।"

"তোমালৈও শুভৰাত্ৰি জনাইছোঁ, ফাৰ্ণাণ্ডো।"

ইয়াৰ পিছত সি গাৰ পৰা খহাই থোৱা সাজ পোছাকেৰে সৈতে গাৰু এটা কৰি লৈছিল আৰু বিচনাত শুই শুই অপেক্ষা কৰিছিল—গাত মেৰিয়াই লোৱা গৰম কাপোৰৰ উম্ লাগিছিল। চাৰিওকাষৰ গছ বিলাক তেতিয়া নিশ্চল

হৈ আছিল। শুই শুই সি বিস্তৃত বৰফৰ সিপাৰে থকা গুহাৰ মুখখনৰ ফালে চাই আছিল। প্ৰতীক্ষাৰ উত্তেজনাত তাৰ সৰ্বশৰীৰত এটা চঞ্চলতা জাগিছিল।

আকাশখন নিৰ্মল। বিচনাৰ তলত থকা পাইন গছৰ ডাল আৰু পাতৰ সংমিশ্ৰিত গোন্ধ এটা আহি তাৰ নাকত সোমাইছেহি—কিন্তু কটা ডাল বিলাকৰ পৰা ওলোৱা ৰসৰ গোন্ধটো তাৰ নাকত বৰ তীব্ৰ যেন লাগিল। সেই মুহূৰ্তত তাৰ পিলাৰৰ কথা মনত পৰিল। পিলাৰ আৰু তাৰ সেই মৃত্যুৰ গন্ধ। সি মনে মনে ভাবিলে, মই এই গোন্ধ ভাল পাওঁ। নতুনকৈ কটা ক্লভাৰ ঘাঁহৰ গোন্ধ, ঘোঁৰাত উঠি চৰণীয়া গৰু খেদি নিয়াৰ সময়ত ঘোঁৰা আৰু গৰুৰ খুৰাৰ তলত ভাগি পৰা চেইজ্ গছৰ পাতৰ গোন্ধ, কাঠ পোৰাৰ গোন্ধ, আৰু শৰৎ কালত পুৰি পেলোৱা পাতৰ গোন্ধ। এই শেষৰ গোন্ধটোৱে মন চঞ্চল কৰি তোলে, মিচুলাৰ ৰাস্তাত পোৱা পাতৰ গোন্ধলৈ মনত পেলায়। ইয়াৰ কোনটো গোন্ধ লব খোজা? ৰেড্ ইণ্ডিয়ান বোৱে হোৱা বনোৱা ঘাঁহৰ গোন্ধ? জন্তুৰ ছাল শুকাবলৈ লোৱা ধোঁৱাৰ গোন্ধ? গেলিচিয়াত সাগৰৰ পাৰে পাৰে খোজ কাঢ়োঁতে ওলোৱা সাগৰৰ লুনীয়া গোন্ধ নাইবা আন্ধাৰ ৰাতি কিউবাৰ মুখে যাওঁতে পোৱা বতাহত মাটিৰ গোন্ধ? এইটো হ'ল কেক্‌টাচ, 'মিমচা' আৰু সাগৰত হোৱা জোপোহা ফুলৰ মিশ্ৰিত গোন্ধ। নতুবা, খুব পুৱাই ভোকাতুৰ অৱস্থাত, গাহৰি-মাংস ভজা গোন্ধ লব খোজা? কিম্বা ৰাতিপুৱাৰ কফিৰ গোন্ধ নে কামুৰি খোৱাৰ সময়ত জোনাথন আপেলৰ পৰা যি গোন্ধ ওলায় সেই গোন্ধ? নতুবা মিলত আপেল গুড়ি কৰিবৰ সময়ত যি গোন্ধ ওলায় সেই গোন্ধ বা চৌকাৰ পৰা নতুনকৈ উলিয়াই অনা পোৱা কটিৰ গোন্ধ? কাতি হৈ শুই সি তৰাৰ পোহৰ বৰফত প্ৰতিফলিত হৈ পোহৰ কৰা গুহাৰ মুখৰ ফালে চাই চাই ভাবিলে—তাৰ নিশ্চয় ভোক লাগিছে।

কম্বলখন আঁতৰাই কোনোবা এজন ওলাই আহিল। সি মন কৰিলে যে গুহামুখৰ পাহাৰৰ তলত আহি মানুহটো ব'লহি। বৰফৰ ওপৰত থপক্ থপক্কৈ খোজ কঢ়াৰ শব্দ সি শুনিবলৈ পালে। তাৰ পিচত হঠাতে মানুহটো গুহাৰ ভিতৰলৈ সোমাই পৰিল।

সি ভাবিলে—সকলোবোৰ শোৱাৰ পিচতহে তাই আহিব। সময়ৰ অপব্যয় হৈছে মাথোন। উস্ মেৰিয়া, সোনকালে আহাঁ, ৰাতি পুৱাবৰে হ'ল দেখোন। গছৰ পৰা সৰি পৰা বৰফৰ মৃদু শব্দ সি শুনিবলৈ পালে। এচাটি বতাহে



গছবোৰত খুন্দিয়াইছেহি—কিছু বতাহ তাৰ মুখত লাগিলহি। হঠাতে তাৰ মনত এটা ভয় সোমাল, যদি তাই নাহে? বতাহ অহাৰ লগে লগে তাৰ ভাব হ'ল ৰাতি পুৱাবলৈ আৰু বেছি পলম নাই। বতাহৰ লগে লগে গছবোৰৰ পৰা বেচিকৈ বৰফ পৰিবলৈ ধৰিলে।

এইবাৰ তুমি আহাঁ, মেৰিয়া! বেগতে আহাঁ, এতিয়াই। আৰু বৈ নাথাকিবা। বাকীবোৰ মানুহ কেতিয়া শোৱে তাৰ বাবে বাট চাবলৈ তোমাৰ কোনো কাৰণ নাই।

সি দেখিলে, গুহামুখ ঢাকি থোৱা কম্বলখন আঁতৰাই মেৰিয়া ওলাই আহিল আৰু তাতে অলপ সময় থিয় হৈ ব'ল। মেৰিয়াই হব লাগিব—সি ভাবিলে। কিন্তু তাই কি কৰিছে তাক হলে দেখা নেপালে। সৰুকৈ সি এটা হুঁহৰি মাৰি সংকেত দিলে। তাই কিন্তু গুহামুখৰ পাহাৰৰ অন্ধকাৰৰ মাজত কিবা এটা কৰা যেন লাগিল। তাৰ পিছত হাতত কিবা এটা লৈ তাৰ ফাললৈ দৌৰি আহিল। দীঘল দীঘল খোজেৰে বৰফৰ ওপৰেদি দৌৰি অহা মেৰিয়াক সি দেখিলে। তাৰ ওচৰলৈ আহি বিচনাৰ কাষত আঠুকাঢ়ি বহি পৰিল আৰু তাৰ গাত মূৰেৰে ভেজা দি ভৰিৰ পৰা বৰফবোৰ হাতেৰে গুচাই পেলালে। তাৰ পৰা তাক এটা চুমা খাই নিজৰ হাতৰ টোপোলাটো তালৈ আগবঢ়াই দিলে।

"তোমাৰ গাৰুৰ কাষত থৈ দিয়া। দেৰি হয় বুলি আগতে জোতাযোৰ খুলি পেলালোঁ।"

"বৰফৰ ওপৰেদি সুদা ভৰিৰে আহিলা?"

"এৰা, আৰু গাত আছে কেৱল মোৰ বিয়াৰ চোলাটোহে।"

ৰবাৰ্ট জৰ্ডানে তাইক দুই হাতেৰে সাৱটি ধৰিলে আৰু তাই মূৰটো তাৰ গালত ঘহাঁই দিলে।

"ভৰি দুটাত নলগাবা ৰবাৰ্টো। বৰ চেঁচা হৈ আছে।"

"ইয়াতে গৰম কৰি লোৱা।"

"নালাগে" তাই কলে। "এনেয়ে গৰম হব। কিন্তু তুমি মোক ভাল পোৱা বুলি এবাৰ কোৱা।"

"মই তোমাক ভাল পাওঁ।"

"বঢ়িয়া।"

"সোণটো তোমাক মই ভাল পাওঁ।"

"মোৰ বিয়াৰ চোলাটো তোমাৰ পচন্দ হৈছেনে ?"

"সেই আগৰ টোৰেই নহয় জানো ?"

"হয়। কালি ৰাতি পিন্ধি আহিছিলোঁ। এইটো মোৰ বিয়াত পিন্ধা সাজ।"

"তোমাৰ ভৰি দুটা ইয়াত থোৱা।"

"নেলাগে, নেলাগে, তাত থোৱাটো অন্যায় হব। ভৰি কেইটা নিজে নিজেই গৰম হব। মই নিজে গৰম যেনেই পাইছোঁ। বৰফ গছকা বাবেহে তুমি চেঁচা অনুভৱ কৰিছা। আকৌ এবাৰ কোৱাচোন।"

"তোমাক ভাল পাওঁ সোণটো।"

"তোমাকো মই ভাল পাওঁ। আৰু মই হলোঁ তোমাৰ স্ত্রী।"

"সিহঁত শুনেনেকি ?"

"নাই শোৱা" তাই উত্তৰ দিলে। "মই আৰু অপেক্ষা কৰিব নোৱাৰিলোঁ। আৰু সিহঁত নুশুনেই যেনিবা কিনো হ'ল ?"

"একো নহয় অৱশ্যে" সি কলে। তাইৰ প্রতি অঙ্গৰে পৰশ তাৰ গাত লাগিছে—দীর্ঘ কৃশাঙ্গী দেহ আৰু তাৰ মধুৰ উম্। "এতিয়া অৱস্থাৰ গুৰুত্ব একো নাই।"

তাই কলে, "মোৰ মূৰটো ধৰাচোন। তোমাক চুমা খাব পাৰোঁনেকি চেষ্টা কৰি চাওঁ।"

"ঠিক হৈছেনে ?" তাই সুধিলে।

"হৈছে—তোমাৰ বিয়াৰ সাজটো সোলোকাই থোৱা।"

"সোলোকাব লাগে ?"

"যদি জাৰ নেলাগে—সোলোকাই থোৱাঁ।"

"জাৰ লগাৰ কথা কৈছা ? মোৰ গাত জুই জলিছে।"

"মোৰো খুব গৰম লাগিছে। কিন্তু পিছত তোমাৰ জাৰ নেলাগিব জানো ?"

"নেলাগে। পিছত আমি অৰণ্যৰ যি কোনো পশুৰ দৰে এক হৈ যাম। তেতিয়া আমাৰ পৰস্পৰৰ বেলেগ অস্তিত্ব নাথাকিব। মোৰ হৃদয় তোমাৰ লগত এক হৈ যোৱা বুলি তোমাৰ ধাৰণা নহয়নে ?"

"হয়। এতিয়া কোনো পার্থক্য নাই।"

"অনুভৱ কৰিব পাৰিবা—তুমি আৰু মই এক সত্তা। আৰু—তোমাক মই



ভাল পাওঁ—উস্ ভাল পাওঁ তোমাক। আমি জানো এটা হৈ যোৱা নাই ? তুমি অনুভৱ কৰা নাই ?"

"সঁচা কথা।"

"আৰু চোৱাঁ—মোৰ বাহিৰে তোমাৰ আন কোনো হৃদয় নাই।"

"দেহৰ আন অস্তিত্বও নাই।"

"তথাপিও আমি দুজন হৈ আছো। মোৰ ইচ্ছা আমি দুয়োজন একে হৈ যাওঁ।"

"সঁচাকৈয়ে তুমি ইচ্ছা কৰানে ?"

"কৰোঁ, কৰোঁ কৰোঁ। ইয়াকে কৰলৈ মই ইমানদিনে বাট চাই আছোঁ।"

"কিন্তু তুমি ইচ্ছা নকৰা যেন লাগে।"

"হয়তো নকৰোঁ।" তাৰ কান্ধৰ ওপৰত ওঁঠ দুটা থৈ খুব লাহে লাহে তাই কলে। "কিন্তু ইয়াকে কৰলৈ মোৰ মনে খুহুৰাই আছিল। মোৰ ভাবিয়েই আনন্দ যে সঁচাকৈয়ে আমি বেলেগ বেলেগ মানুহ—তুমি ৰবাৰ্টো আৰু মই মেৰিয়া। কিন্তু তুমি যদি কোনোবা দিনা সলনি হোৱা, ময়ো আনন্দেৰে নিজৰ পৰিবর্তন মানি লম। তোমাক ভাল পাওঁ আৰু সেইবাবে মই তোমাৰেই হম।"

"মোৰ সলনি হবৰ মন নাই। দুয়ো এক হৈ পৰিম অথচ অস্তিত্বও নেহেৰুৱাঁও—সেয়ে ভাল।"

"এতিয়াই আমি এক হম—ভৱিষ্যতে আৰু কেতিয়াও বিচ্ছেদ নহব।" তাই কৈ গল, "তুমি কাষত নেথাকিলেও মই তুমি হৈ থাকিম। তোমাক যে কিমান ভাল পাওঁ। মই যে তোমাৰ বাবে কিমান যত্ন লব লাগিব।"

"মেৰিয়া ?"

"হুঁ।"

"মেৰিয়া ?"

"হুঁ।"

"মেৰিয়া ?"

"হুঁ—কি হ'ল ?"

"তোমাৰ জাৰ লাগিছে নেকি ?"

"নাই, নাই। কাপোৰখন তোমাৰ কান্ধৰ ওপৰলৈকে টানি লোৱা।"

"মেৰিয়া।"

"আৰু কথা কব নোৱাৰোঁ।"

"উস্ মেৰিয়া, মেৰিয়া, মেৰিয়া।"

তাৰ পিছত বিচনাৰ উষ্ণতাৰ মাজত দুয়ো গাত গা-লগাই শুই আছে। বাহিৰত শীতকালৰ ৰাতি। মেৰিয়াৰ মূৰটো তাৰ গালত লাগি আছিল। তাই এতিয়া শান্ত ভাৱে শুই আছে—পৰিতৃপ্ত মন। খুব লাহে লাহে তাই সুধিলে, "কেনে লাগিছে?"

"তোমাৰ যেনে লাগিছে।"

"কিন্তু আজি আবেলিৰ দৰে নহয়।"

"এৰা।"

"মোৰ কিন্তু বেছি ভাল লাগিছে। মৰিবৰ কোনো আৱশ্যক নাই।"

"মৰিম কেলেই?"

"ঠিক মৰাৰ কথা কোৱা নাই।"

"বুজিছোঁ। তুমি কি কব খুজিছা মই বুজি পাইছোঁ। আমি দুয়ো একেটা কথাকে ভাবিছোঁ।"

"তেতিয়া হলে মই ভবা কথা নকৈ তেনেকৈ কিয় ক'লা?"

"পুৰুষৰ ক্ষেত্ৰত কিছু বেলেগ হয়েই।"

"তেতিয়া হলে আমি বেলেগ সত্তাৰ হোৱা বাবে ভালেই হৈছে।"

"মইও তাকে ভাবোঁ। তুমি কিয় মৃত্যুৰ কথা কৈছিলা মই বুজি পাইছোঁ। পুৰুষৰ চিৰাচৰিত অভ্যাস অনুসৰিহে মই তেনেকৈ কৈছিলোঁ। তুমি যি ভাবিছা—মইও তাকে ভাবিছোঁ।"

"তুমি যিহকে নোকোৱা বা যি কিয়েই নোহোৱা, মোৰ বাবে সি সদায় ভাল।"

"তোমাক ভাল পাওঁ, মেৰিয়া। তোমাৰ নামটোও মই ভাল পাওঁ।"

"মোৰ নামটো নিচেই সাধাৰণ।"

"নহয়, নহয়।"

"এতিয়া শুই থাকোহঁক দেই। মোৰ খুব সহজতে টোপনি আহিব।"

"শোওঁ"—সি কলে। তাইৰ দীৰ্ঘ দেহৰ উম্ তাৰ গাত লাগিছেহি। তাই তাক সান্ত্বনা যাচিছে, তাৰ নিঃসঙ্গতাৰ দুখ মোচন কৰিছে। অকণমান দেহ স্পৰ্শ, কান্ধৰ স্পৰ্শ, ভৰিৰ স্পৰ্শ—তাত যেন যাদুহে আছে। দুয়ো যেন মিলিত হৈ মৃত্যুৰ বিৰুদ্ধে থিয় দিছে।



"শোৱা দেই, মোৰ সোণটো" সি কলে।

"মোৰ টোপনি ধৰিছে"—তাই কলে।

"মইও শোওঁ" সি কলে, "তুমিও শোৱা দেই।" তাৰ পিছত তাৰ এক পৰম তৃপ্তিত টোপনি আহিল।

ৰাতি সি সাৰ পালে আৰু মেৰিয়াক জোৰেৰে বুকুত সাবটি ধৰিলে। মেৰিয়াই যেন তাৰ জীৱন আৰু সেই জীৱন যেন কোনোবাই কাঢ়ি নিবলৈ ভাবিছে। মেৰিয়াক ধৰি থাকোঁতে সি অনুভৱ কৰিলে যেন তাই তাৰ জীৱনৰ শেষ সম্বল। কথাটো অৱশ্যে সঁচা। মেৰিয়াৰ তেতিয়া গভীৰ টোপনি। সেইবাবে সি আকৌ কাতি হৈ শুলে। কাপোৰখনেৰে মেৰিয়াৰ মূৰটো ঢাকি দিলে আৰু তাইৰ ডিঙিৰ পিছফালে লাহেকৈ এটা চুমা খালে। পিস্তলটো সহজে ঢুকি পোৱাকৈ ৰাখি সি শুই শুই চিন্তা কৰিবলৈ ধৰিলে

## || ২১ ||

ৰাতিপুৱাৰ লগে লগে এচাটি গৰম বতাহ আহিল। গছৰ বৰফ-বোৰ গলি গলি শব্দ কৰি মাটিত পৰিছেহি। শেষ বসন্তৰ পুৱাৰ বতাহ। চকু মেলিয়েই সি বুজি পালে যে পাহাৰত হঠাতে হোৱা ধুমুহাৰ ফলতহে বৰফ পৰিল—দুপৰীয়াৰ লগে লগে সি নাইকিয়া হ'ব। হঠাতে সি এটা ঘোঁৰা অহাৰ শব্দ শুনিলে। আৰোহীয়ে কদমত আহোঁতে ঘোঁৰাৰ খুৰা বৰফত সোমাই চপ্ চপ্ শব্দ কৰিছে। জিনৰ পৰা ওলোমাই থোৱা বন্দুকে ঘোড়াৰ গাত লাগি কৰা শব্দও সি শুনিবলৈ পালে। চামৰাৰ শব্দও তাৰ কাণত পৰিলহি।

"মেৰিয়া" সি তাইক কান্ধত ধৰি জোকাৰি দিলে, "বিচনাৰ মাজত সোমাই থাকাঁ।" এহাতেৰে সি চোলাৰ বুটামবোৰ মাৰি ললে আৰু আনটো হাতেৰে অটোমেটিক পিস্তলটো দাঙি ললে। মেৰিয়াৰ চুটি চুটি চুলিৰে ঢাকি থোৱা মূৰটো জোকাৰ মাৰি বিচনাৰ মাজত অদৃশ্য হৈ পৰিল। তাৰ পিছত সি গছবোৰৰ মাজে মাজে অহা ঘোঁৰাৰ আৰোহীক দেখা পালে। মানুহটো তাৰ ফাললৈ পোনাই আহিছে। পিস্তলটো মানুহটোৰ ফালে লক্ষ্য কৰি লৈ সিও বিচনাৰ তলত লুকাই পৰিল। এইটো মানুহ সি আগেয়ে কেতিয়াও দেখা নাই।

ঘোঁৰাত অহা মানুহটো তাৰ একেবাৰে সমুখ পালেহি। ধোৱাঁ বৰণীয়া প্ৰকাণ্ড ঘোঁৰা এটাত সি উঠি আহিছে, মূৰত খাকী বৰণৰ টুপি, গাত



কম্বল কাপোৰৰ সাজ, ভৰিত গধুৰ ক'লা বুট জোতা। জিনখনৰ সোঁকাষত অটোমেটিক ৰাইফল আৰু গুলীৰ মোনাটো ওলমি আছে। মানুহটোৰ মুখখনলৈ চালে কোমল বয়সৰ যেন লাগে ঃ কিন্তু খুব কঠিন। ঠিক সেই মুহূৰ্ততে সি ৰবাৰ্ট জৰ্ডানক দেখা পালে।

তৎক্ষণাৎ সি তলৰ বন্দুকটোৰ ফালে হাত বঢ়ালে। একাষৰীয়া হৈ বন্দুকটো টনাটনি কৰোঁতে জৰ্ডানে তাৰ কোটৰ বাওঁফালে বুকুৰ ওপৰত থকা চিৰাচৰিত ৰঙা তৰাৰ চিহ্নটো দেখা পালে।

ঠিক চিহ্নটোৰ তলতে বুকুলৈ টোৱাই ৰবাৰ্ট জৰ্ডানে গুলী কৰিলে। বৰফাবৃত অৰণ্যৰ মাজত পিস্তলৰ শব্দই বিকট গৰ্জন কৰি উঠিল।

কোনোবাই জোঙেৰে খুচি দিয়াৰ দৰে ঘোঁৰাটো জঁপিয়াই উঠিল। বন্দুকটো টানি থকা অৱস্থাতে আৰোহী যুৱক ঘোঁৰাৰ পিঠিৰ পৰা তললৈ দোঁ খাই গ'ল আৰু লাহে লাহে মাটিৰ ওপৰত সৰি পৰিল। মানুহটো চোচোঁৰাই লৈ ঘোঁৰা হাবিৰ মাজেৰে লৰ দিলে। টানি নিওঁতে মানুহটোৰ মুখখন মাটিত থেকেচা খাই খাই যোৱা ৰবাৰ্ট জৰ্ডানে দেখা পালে। পিস্তলটো হাতত লৈ সি এইবাৰ থিয় হ'ল।

ধোঁৱা বৰণীয়া বিৰাট ঘোঁৰাটো তেতিয়াও পাইন গছৰ মাজে মাজে দৌৰি আছিল। মানুহটো চোঁচোৰাই নিয়া বাবে বৰফৰ ওপৰত এটা দাগ বহি গৈছে—একাষত তেজৰ এটা ৰেখা। গুহাৰ ভিতৰৰ পৰা ঘটনা চাবলৈ মানুহবোৰ ওলাই আহিল। ৰবাৰ্ট জৰ্ডানে কুঁজা হৈ গাৰুৰ তলৰ পৰা পেন্ট উলিয়াই পিন্ধিবলৈ আৰম্ভ কৰিলে।

"কাপোৰ পিন্ধা" সি মেৰিয়াক কলে।"

বহু ওপৰেদি এখন এৰোপ্লেন উৰি যোৱাৰ শব্দ হ'ল। গছৰ ফাঁকেদি সি দূৰৈত ঘোঁৰাটো ৰৈ থকা দেখা পালে। মানুহটো তেতিয়াও জিনৰ পৰা তলমূৰকৈ ওলমি লাগি আছিল।

প্ৰিমিটোভ তাৰ ফালে আহিছিল। তাক মাত দি ক'লে, "ঘোৰাঁটো ধৰাগৈ। ওপৰত পৰীয়া কোন আছিল ?"

"ৰাফেল," গুহাৰ ভিতৰৰ পৰা পিলাৰে মাত লগালে। তাই ওলাই আহি বাহিৰত থিয় হ'ল। চুলিবোৰ তাই বেণী গাথি লৈছে।

"অশ্বাৰোহী সৈন্য আহিছে। বন্দুকটো ওপৰলৈ পঠাই দিয়া।" সি কলে।

পিলাৰে গুহামুখৰ ফালে চাই "আগষ্টিন" বুলি মতা সি শুনিলে। তাই দৌৰি গুহাৰ ভিতৰলৈ সোমাই গ'ল আৰু অলপ পিছতে দুটা মানুহ কোবাকুবিকৈ বাহিৰ ওলাই আহিল। এটাৰ হাতত অটোমেটিক ৰাইফল আৰু আনটোৰ হাতত এটোপোলা গুলী।

আন্‌চেলমোক উদ্দেশ্য কৰি ৰবাৰ্ট জৰ্ডানে কলে, "সিহঁতৰ সৈতে ওপৰলৈ যোৱা। বন্দুকৰ ওচৰত শুই লৈ পেং ডুডাল হেঁচা মাৰি ধৰি থাকিবা যাতে লৰচৰ নকৰে।"

তিনিওটা মানুহ সৰু বাটটোৰেদি দৌৰি ওপৰলৈ উঠি গল।

বেলি তেতিয়াও পাহাৰৰ আঁৰত লুকাই আছিল। ৰবাৰ্ট জৰ্ডানে থিয় হৈ পেণ্টৰ বুটাম মাৰিলে আৰু কঁকালৰ বেল্টডাল টানকৈ বান্ধি ললে। পিস্তলটো তেতিয়াও তাৰ হাতৰ গাঁঠিত বান্ধি লোৱা ৰছীডালৰ পৰা ওলমি আছিল। বেল্টডালত থকা মোনাত সি পিস্তলটো সুমুৱাই থলে আৰু ৰছীডালৰ চোঁচনি গাঁঠিটো বহলাই লৈ হাতত বন্ধা মুৰটো ডিঙিত সুমুৱাই ললে।

কেতিয়াবা কোনোৱাই এই গাঁঠিৰেই মোক শেষ কৰিব, সি মনে মনে ভাবিলে। মোনাৰ পৰা সি পিস্তলটো উলিয়াই গুলীৰ বাকচটো খুলি পেলালে আৰু খৰচ হোৱা গুলীৰ ঠাইত এটা নতুনকৈ লগাই বাকচটো পুনৰ পিস্তলৰ গাত লগাই থলে।

গছৰ মাজেৰে দূৰলৈ চাই দেখিলে প্ৰিমিটোভে ঘোঁৰাৰ লেকাম ডালত ধৰি মৰা মানুহটো একৰাবৰ চেষ্টা কৰিছে। মানুহটো ৰবফৰ ওপৰত তলমূৰকৈ সৰি পৰিল। প্ৰিমিটোভে মৰা মানুহটোৰ চোলাৰ জেপ বিলাক চাইছে।

"ঘোৰাঁটো লৈ আহাঁ", সি চিঞৰি কলে।

জোতাযোৰ পিন্ধিবলৈ সি আঠুকাঢ়ি বহিল। বিচনাখনৰ ভিতৰত মেৰিয়াৰ অৱস্থিতি সি আঁঠুকেইটাৰে অনুভৱ কৰিলে। তাই কাপোৰ পিন্ধিছে। তাৰ জীৱনত এতিয়া মেৰিয়াৰ কোনো স্থান নাই।

ঘোঁৰাৰ আৰোহীয়ে হয়তো এনে ঘটনা হব পাৰে বুলি ভবা নাছিল। সি কোনো ঘোঁৰাৰ খোজৰ চিন অনুসৰণ কৰি অহা নাছিল নতুবা মনত তাৰ কোনো শঙ্কাও নাছিল। সতৰ্কতাৰ বাবেও প্ৰয়োজন বোধ নকৰিছিল। এই আড্ডা-টোলৈ সি কোনো চিহ্ন অনুসৰণ কৰি অহা নাছিল। পাহাৰৰ ওপৰত ঘূৰি ফুৰা পহৰীয়া দলৰ সম্ভৱতঃ সিও এজন। আন আন পহৰীয়া বিলাকে তাক বিচাৰি



নেপাই ঘোঁৰাৰ খোজ অনুসৰণ কৰি এইখিনি ওলাবহি পাৰে। বৰফবোৰ যদি আগতে গলি শেষ হৈ যায় তেন্তে ভালবে কথা। নতুবা পহৰীয়া দল যদি কিবা বিপদৰ সন্মুখীন হয় তেন্তে হয়তো সি ভবাৰ দৰে নোলাবহিও পাৰে।

"তুমি এবাৰ পাহাৰৰ তলৰ পৰা চাই আহাগৈ" সি পাব্‌লোক কলে।

হাতত বন্দুক আৰু কঁকালত হাতবোমা গুজি লৈ সকলোবোৰ মানুহ গুহাৰ বাহিৰ ওলাল। হাতবোমা ভৰাই থোৱা চামৰাৰ মোনা এটা পিলাৰে ৰবাৰ্ট জৰ্ডানৰ ফালে আগবঢ়াই দিলে। তিনিটা হাতবোমা উলিয়াই লৈ সি জেপত সুমুৱাই থলে। তাৰ পিছত সি অলপ চাপৰি গুহাৰ ভিতৰত সোমাল। টোপোলা দুটাৰ এটা খুলি লৈ সি চাব মেচিন গানটো উলিয়াই আনিলে। বন্দুকৰ নল আৰু গুলীখিনিও ললে। গুলীৰ মোনা এটা বন্দুকত লগাই ললে আৰু অতিৰিক্ত তিনিটা জেপত সুমুৱালে। টোপোলাটো বান্ধি থৈ সি পুনৰ দুৱাৰ মুখৰ ফালে আগবাঢ়িল। টোপোলা দুটাত লোৰ সৰঞ্জামেৰে পূৰ হৈ আছে। কেতিয়াবা ফাটি নপৰিলেই ৰক্ষা, সি ভাবিলে। গুহাৰ পৰা ওলাই আহি সি পাব্‌লোক কলে, "মই ওপৰলৈ যাওঁ। আগষ্টিনে সেই বন্দুকটো চলাব পাৰিবনে?"

"পাৰিব," পাব্‌লোৱে উত্তৰ দিলে। সি প্ৰিমিটোভে ঘোঁৰাটো অনা চাই আছিল।

"চোৱাঁ! চোৱাঁ, কি সুন্দৰ ঘোঁৰা।"

প্ৰকাণ্ড ঘোঁৰাটো ঘামিছিল আৰু মাজে মাজে কঁপিছিল। ৰবাৰ্ট জৰ্ডানে তাৰ পিঠিত চপৰিয়ালৈ ধৰিলে।

"আনবিলাক ঘোঁৰাৰ লগত ইয়াকো থৈ দিওঁগৈ"—পাব্‌লোই কলে।

"নালাগে,"—ৰবাৰ্ট জৰ্ডানে কলে, "এইখিনিলৈকে ঘোঁৰাটোৰ অহা খোজৰ চিন আছে। উভটি যোৱাৰ খোজ তাৰ হতুৱাই কৰাব লাগিব।"

"ঠিক কৈছা," "পাবলোই কলে, "মইয়েই উঠি যাওঁগৈ। তাৰ পিছত ক'ৰবাত লুকুৱাই ৰাখিম আৰু বৰফ গলি শেষ হলে পুনৰ ঘূৰাই আনিম। তোমাৰ বেচ বুদ্ধি আছে দেই, ইংলেচ।"

"তলৰ ফালে কোনোবা এজনক পথোৱা" ৰবাৰ্ট জৰ্ডানে কলে, "আমি ওপৰলৈ যাব লাগিব।"

"কোনো দৰকাৰ নাই" পাব্‌লোই কলে, "সেইফালে অশ্বাৰোহী আহিব নোৱাৰে। আমি সেইফালে আৰু বেলেগ দুটা পথেদি পলাব পাৰোঁ। এৰোপ্লেন

আহে যদি বেচিকৈ খোজৰ চিন নেপেলোৱাই ভাল। পিলাৰ, মদৰ বটলটো মোক দিয়াচোন।"

পিলাৰে কলে, "এবা তেতিয়াহে গৈ নিচা তুলিবগৈ পাৰিবা! তাৰ সলনি এই কেইটা নিয়া।" পাব্‌লোই হাতখন আগবঢ়াই হাত-বোমা দুটা পিলাৰৰ পৰা ললে আৰু জেপত সুমুৱাই থলে!

"এতিয়া জানো নিচা কৰাৰ সময় আছে? অৱস্থা বেয়াৰ ফাললৈ ঢাল খাইছে। কিন্তু অকল পানী খাই মই কাম কৰিব নোৱাৰোঁ—মদৰ বটলটো দিয়া।" পাব্‌লোই কলে।

দুই হাতেৰে পাব্‌লোই লেকামডালত ধৰিলে আৰু জঁপ্ মাৰি ঘোঁৰাৰ পিঠিত উঠি বহিল। হাঁহি হাঁহি সি চকিত ঘোঁৰাৰ পিঠিত হাত বুলাবলৈ ধৰিলে। ভৰি দুখনেৰে ঘোঁৰাটোৰ গাত মোহাৰি দি তাক নৰম কৰিবলৈ ধৰিলে।

"কি চমৎকাৰ ঘোঁৰা।" কথাষাৰ কৈ পাব্‌লোই ঘোঁৰাৰ গাত হাত বুলাই দিলে। "বাৰু যাওঁগৈ তেন্তে। যিমান সোনকালে পৰা যায় ইয়াক আতঁৰাই নিয়াই মঙ্গলজনক।"

অলপ চাপৰি সি চামৰাৰ মোনাত থকা অটোমেটিক ৰাইফলটো উলিয়াই আনিলে। ৰাইফলটোৰ নলাত বতাহ সোমাবৰ বাবে ব্যৱস্থা কৰা আছে। এইটো প্ৰকৃততে চাব মেচিনগানহে, প্ৰয়োজন অনুসৰি পিস্তলৰ ৯ মিলিমিতাৰ গুলীত ব্যৱহাৰ কৰিব পাৰি। ঘূৰাই পকাই পাব্‌লোই তাক পৰীক্ষা কৰি চাবলৈ ধৰিলে আৰু কলে, "সিহঁতৰ অস্ত্ৰশস্ত্ৰ চোৱাঁ। এয়েহে আধুনিক অশ্বাৰোহী।"

"আধুনিক অশ্বাৰোহী সৌখিনিত তলমূৰৈ পৰি আছে" ৰবাৰ্ট জৰ্ডানে কলে, "বলা, আমি যাওঁ।"

"আন্দ্ৰেজ, তুমি ঘোঁৰা বিলাক সজাই ৰাখিবা। গুলীৰ শব্দ শুনিলে সিহঁতক সৌ মুকলি ডোখৰৰ পিচত থকা হাবিৰ মাজলৈ লৈ যাবা। তিৰোতা বিলাকক ঘোঁৰাবোৰ চাবলৈ দি তুমি বন্দুক আৰু গুলী লৈ গুচি আহিবা। ফাৰ্ণাণ্ডো, চাবা যাতে মোৰ টোপোলা কেইটা পাহৰি নোযোৱা। টোপোলা কেইটা নিওঁতে খুব সাৱধানে নিবা। টোপোলাকিটা চোৱাৰ ভাৰ তোমাৰ ওপৰত থাকিল।"

ৰবাৰ্ট জৰ্ডানে পিলাৰক কলে, "বিশেষকৈ চাবা যাতে ঘোঁৰাবোৰ আনোতে টোপোলা কেইটাও অনা হয়। বলা এতিয়া, আমি যাওঁ।"

পিলাৰে কলে, "মেৰিয়া আৰু মই যোৱাৰ সকলো যোগাৰ কৰি থম।"



পাব্‌লোক দেখুৱাই পিলাৰে ৰবাৰ্ট জৰ্ডানক কলে, "তেওঁলৈ চোৱাঁ, ঘোঁৰা পাই তেওঁ একেবাৰে সলনি হৈ পৰিল।" ধোঁৱা বৰণীয়া ঘোঁৰাটোৰ ওপৰত গৰখীয়াৰ দৰে পাব্‌লো বহি আছে। ঘোঁৰাটোৰ নাক কেইটা বাৰে বাৰে বহল হৈছে। পাব্‌লোই ৰাইফলৰ পৰা গুলীৰ বাকচটো উলিয়াই আকৌ লগাই থলে।

ৰবাৰ্ট জৰ্ডানে খুব আগ্ৰহেৰে কলে, "দুটা ঘোঁৰা পোৱা হলে।"

"বিপদেই তোমাৰ ঘোঁৰা।"

ৰবাৰ্ট জৰ্ডানে হাঁহি কলে, "তেন্তে খচ্চৰ এটাকে দিয়া।"

বৰফৰ ওপৰত পৰি থকা মৰা মানুহটোক দেখুৱাই ৰবাৰ্ট জৰ্ডানে পিলাৰক কলে, "তাৰ কাপোৰকানি বোৰ খুলি আনা। কাগজ-পত্ৰ যি পোৱা সকলোবোৰ আনি মোৰ টোপোলাৰ ভিতৰত সুমুৱাই থবা। সকলোবোৰ—বুজিছানে?"

"বুজিছোঁ?"

"যাওঁ তেন্তে" সি কলে।

পাব্‌লো ঘোঁৰাত উঠি আগে আগে গ'ল। আৰু সিহঁত দুটাই, বৰফৰ ওপৰত খোজ বৈ যায় বুলি এটাই আনটোক অনুসৰণ কৰিলে। চাব মেচিনগান-টোৰ নলাটো তলমূৰকৈ ধৰি ৰবাৰ্ট জৰ্ডান গৈ আছিল। সি ভাবিলে, সেই ঘোঁৰা আৰোহীৰ বন্দুকত যি গুলী ব্যৱহাৰ কৰা হয়, এইটো বন্দুকতো সেই একে ধৰণৰ গুলী ব্যৱহাৰ কৰিব পৰা হলে বৰ ভাল হলহেঁতেন। কিন্তু সি সম্ভৱপৰ নহয়; কাৰণ এইটো বন্দুক জাৰ্মান দেশত তৈয়াৰী। বন্দুকটো কাচকিনৰ।

পাহাৰৰ আঁৰৰ পৰা বেলিটো ওলাই আহিল। গৰম বতাহ বলিছে আৰু বৰফ গলিবলৈ আৰম্ভ কৰিছে।

ৰবাৰ্ট জৰ্ডানে পিছলৈ ঘূৰি চালে আৰু পিলাৰৰ সৈতে মেৰিয়াক থিয় হৈ থকা দেখিলে। খোজৰ দাগ থকা চিনৰ ওপৰেদি তাই দৌৰি আহিল। তাইৰ সৈতে কথা পাতিবৰ বাবে সি প্ৰিমিটোভৰ পিছ পৰিল।

"শুনা, তোমাৰ লগত মইও যাওঁনে?"

"নেলাগে, তুমি পিলাৰক সহায় কৰা।"

তাৰ পিছে পিছে মেৰিয়া যাবলৈ ধৰিলে আৰু তাৰ হাতখনত ধৰি লৈ কলে, "মই যামেই।"

"নোৱাৰা যাব।"

তাই তাৰ লগতে লাগি গৈ থাকিল।

"আন্চেল্মোক বন্দুকৰ পেং ধৰিবলৈ কৈছিলা নহয়, মইও সেইটো কাম কৰিব পাৰোঁ।"

"তুমি সেইবোৰ একো কৰিব নোৱাৰা। বন্দুকৰ কামও কৰিব নোৱাৰা অন্য কামও নহয়।"

কাষে কাষে যাওঁতে এবাৰ তাই তাৰ জেপত হাত সুমুৱাই দিলে।

"ওহো", সি কলে, "কিন্তু তোমাৰ বিয়াৰ সাজটো ভালকৈ ৰাখিবা।"

"যোৱাগৈ যদি মোক চুমা এটা খাই যোৱা।"

"ইমান নিলাজ নে?"

"মোৰ অকণো লাজ নাই।"

"এতিয়া উভটি যোৱাগৈ। বহুতো কাম বাকী আছে। ঘোঁৰাৰ গোজ দেখি সিহঁত আহিব লাগিলে আমি হয়তো যুদ্ধ কৰিব লাগিব পাৰে।"

মেৰিয়াই কলে, "তাৰ বুকুত কি চিন্ আছিল মন কৰিছিলানে?"

"কিয় নকৰিম?"

"তাত যীশুখৃষ্টৰ পবিত্ৰ হৃদয় অঁকা আছিল।"

"এৰা, নাভাৰৰ সকলো মানুহেই এই চিনটো ব্যৱহাৰ কৰে।"

"তাতে তুমি গুলী মাৰিলা?"

"নহয়, তাৰ ঠিক তলতে। এতিয়া তুমি উভটি যোৱাগৈ।"

"কি কলা? মই সকলো দেখা পাইছোঁ।"

"তুমি একো দেখা নাই। এটা মানুহটো ঘোঁৰাৰ ওপৰৰ পৰা পৰিল তাকহে দেখিলা। এইবাৰ ঘূৰি যোৱাগৈ।"

"মোক ভাল পাওঁ বুলি কোৱা।"

"এতিয়া নহয়।"

"এতিয়া আৰু মোক ভাল নোপোৱানেকি?"

"যোৱা যোৱা, উভটি যোৱাঁগৈ। একে সময়তে তেনে ধৰণৰ কাম কৰা আৰু ভাল পোৱা কাৰো পক্ষে সম্ভৱপৰ নহয়।"

"মই গৈ বন্দুকৰ পেং ধৰিমগৈ। বন্দুকৰ পৰা গুলী ফুটিব আৰু মইও তোমাৰ সৈতে প্ৰেম কৰিম।"

"বলিয়া হৈছা নেকি? যোৱাঁগৈ এতিয়া।"

"তেনেহলে উভটি যোৱা।"



"বাৰু তেন্তে যাওঁ। মোক যদি তুমি ভাল নোপোৱাও তথাপি মোৰ ভাল-পোৱাবেই দুয়োৰো জোৱা মৰিব।"

চিন্তাৰ মাজতে তাইলৈ চাই সি মনে মনে বেচ আমোদ অনুভৱ কৰিলে।

সি কলে, "গুলীৰ শব্দ শুনিলে ঘোঁৰাবোৰ লৈ আঁতৰি আহিবা। মোৰ টোপোলাবোৰ আনিবলৈ পিলাৰক সহায় কৰি দিবা। বোধহয় কোনো ঘটনা নঘটিব। অন্ততঃ তেনেকৈ মই আশা কৰোঁ।"

"যাওঁগৈ বাৰু। চোৱাঁ, চোৱা পাব্লো কি সুন্দৰ ঘোঁৰাত উঠিছে।"

ধোঁৱা বৰণীয়া ঘোঁৰাটো একেবাৰে আগত গৈ আছিল।

"হয়, কিন্তু তুমি যোৱা।"

"যাওঁ বাৰু।"

জেপৰ ভিতৰত তাই হাতখন টানকৈ মুঠি মাৰি ধৰিলে। হাতৰ মুঠিটো খোজকাঢ়োঁতে বাৰে বাৰে তাৰ কৰঙনত লাগিছিলহি। ঘূৰি চাই সি দেখিলে মেৰিয়াৰ চকুত পানী। জেপৰপৰা হাতখন উলিয়াই তাই ৰবাৰ্টক সাৱটি ধৰিলে আৰু চুমা খালে।

"যাওঁ। মই যাওঁ।"

ঘূৰি চাই সি দেখিলে মেৰিয়া থিয় হৈ আছে। পুৱাৰ ৰ'দ আহি তাইৰ মুখত আৰু চুটিকৈ কটা সোণবৰণীয়া চুলিৰ ওপৰত পৰিছিলহি। মুঠিমৰা হাত তুলি তাই তাক বিদায় জনালে আৰু খোজৰ চিনে চিনে তলমূৰকৈ ঘূৰি আহিল।

প্ৰিমিটোভে ঘূৰি তাইলৈ চাই কলে, "চুলিকোচা চুটিকৈ নকটা হলে তাই ধুনীয়া হ'লহেঁতেন।"

"এৰা।" ৰবাৰ্ট জৰ্ডানে সন্মতি জনাই কলে। সি তেতিয়া আন এটা কথা চিন্তা কৰিছিল।

"তাইৰ সৈতে শুবলৈ কেনে?"

"কি?"

"শুবলৈ একা?"

"চাই-চিতি কথা কবা।"

"তোমাৰ খং উঠা উচিত নহয়; বিশেষকৈ......"

"যাওক সেইবোৰ;" ৰবাৰ্ট জৰ্ডানে কলে। সি তেতিয়া চাৰিও কাষৰ ঠাইবোৰ চাইছিল।

## ॥ ২২ ॥

ৰবাৰ্ট জৰ্ডানে প্ৰিমিটোভক কলে, "পাইন গছৰ ডাল কেতবোৰ কাটি আনা-
চোন। বেগেতে আনা।"
সি আগষ্টিনক কলে, "তাত বন্দুকটো ৰখা মই বৰ ভাল পোৱা নাই।"
"কিয় ?"
ৰবাৰ্ট জৰ্ডানে আঙ লিয়াই কলে, "সৌখিনিলৈ নিয়া। কাৰণটো পিছত
কম।"
"এইখিনিত এনেকৈ থোৱা। ৰবা, মইও অলপ তোমাক সহায় কৰি দিওঁ।"
তাৰ পিছত সি মাটিৰ ওপৰত লেপেটা কাঢ়ি বহিল।
ঠেক আওজা অংশটোৰ ওপৰেদি সি দূৰৰ ফালে চালে আৰু ডুয়োকাষৰ শিল
বিলাকৰ উচ্চতাৰ এটা হিচাপ মনে মনে কৰি ললে।
সি কলে, "আৰু অলপ আঁতৰাই আনা ; অলপ বাহিৰৰ ফালে, ওঁ, ঠিক
তাতে। নিয়মমতে বহুৱাব নোৱাৰালৈকে এনেকৈয়ে চলিব। বাৰু, শিলবোৰ
সৌখিনিত থোৱা। ধৰা এই এটা ; সৌটোৰ কাষত আৰু এটা শিল বহুৱাই
দিয়া। বন্দুকৰ নলটো ঘূৰাবৰ বাবে ঠাই এৰিব লাগিব। শিলটো আৰু অলপ
এইকাষলৈ আনা। আন্‌চেল্‌মো, গুহাৰ পৰা মোক ততাতৈয়াকৈ কুঠাৰ এখন
আনি দিয়াচোন।"
আগষ্টিনক সি সুধিলে, "বন্দুকটো ভাল দৰে বহুৱাবৰ বাবে তোমালোকে
কোনোদিনেই চেষ্টা কৰা নাই নেকি ?"



"সদায় আমি এই ঠাইতে থওঁ।"
"কাচকিনে জানো ইয়াত বহুৱাবৰ বাবে কৈছিল ?"
"নহয়, বন্দুকটো কাচ্‌কিন যোৱাৰ পিছতহে অনা হ'ল।"
"অনাৰ সময়ত জানো কোনো অভিজ্ঞ লোক অহা নাছিল ?"
"নাই অহা, কেইজনমান মুটীয়াইহে বৈ আহিছিল।"
ৰবাৰ্ট জৰ্ডানে কলে, "খুব ভাল কাম হৈছে। কোনো নিৰ্দেশ নোহোৱাকৈয়ে
বন্দুকটো তোমালোকলৈ পঠাই দিছে ?"
"এৰা, উপহাৰ স্বৰূপে। এটা আমালৈ আৰু আনটো এল্ চৰ্দোৰ বাবে।
চাৰিজন মানুহে বন্দুক দুটা আনি থৈ গলহি। আন্‌চেলমোৱে বাট দেখুৱাই
দিলে।"
"চাৰিজন মানুহ শত্ৰু সীমা পাৰ হৈ আহিল, বন্দুক দুটা যে নেহেৰাল
আচৰিত।"
"মইও ঠিক তাকে ভাবি আচৰিত হৈছিলোঁ," অগষ্টিনে কলে, "মই ভাবি-
ছিলোঁ বোধ হয় যি বন্দুক দুটা পঠাইছে সি হেৰাব বুলি ধৰিয়েই পঠাইছে।
কিন্তু আনচেল্‌মোৱে আনি ঠিকেই উলিয়ালেহি।"
"কেনেকৈ চলাব লাগে জানানে নেজানা ?"
"জানো, পৰীক্ষা কৰি চাইছিলোঁ। মইও জানো ; পাব্‌লোই জানে।
প্ৰিমিটোও আৰু ফাৰ্ণাণ্ডোইও জানে। গুহাৰ টেবুলৰ ওপৰত খুলি মেলি
আকৌ আগৰ দৰে জোৰা লগাই থৈছোঁ। এবাৰ খোলাৰ পিছত দুদিনলৈকে
জোৰা লগাব পৰা নাছিলোঁ। তেতিয়াৰ পৰা আৰু খোলা নাই।"
"এতিয়া গুলী মাৰিব পাৰিবনে নোৱাৰিব ?"
"পাৰি। আমি কিন্তু অঘৰীটোক নাইবা অন্য কাকো ছুবলৈ দিয়া নাই"।
"বুজি পাইছানে এতিয়া ? বন্দুকটো তাত থকা হলে কোনো কামত
নাহিলহেঁতেন।" সি কলে, "চোৱা, সৌযে শিলকেইটা, তোমালোকক ৰক্ষা
কৰাৰ পৰিবৰ্তে আক্ৰমণকাৰীৰ পক্ষেহে সুবিধাজনক হ'লহেতেঁন। এনে ধৰণৰ
বন্দুকৰ পৰা গুলী কৰিবলৈ সমান ঠাইৰ প্ৰয়োজন। আৰু শত্ৰুক সদায়
একাষৰ পৰা আক্ৰমণ কৰিব লাগিব। বুজিছানে ? চোৱাঁ, এতিয়া গোটেই
ঠাইদোখৰ বন্দুকৰ গুলীৰ আয়ত্তৰ ভিতৰত আছে।"
অগষ্টিনে কলে, "বুজিছোঁ। আমি মাত্ৰ এবাৰহে আত্মৰক্ষাৰ বাবে

যুঁজিছিলোঁ।—সিহঁতে যেতিয়া আমাৰ নগৰখন অধিকাৰ কৰে তেতিয়া। ৰেলগাড়ী আক্ৰমণ কৰাৰ সময়ত সৈন্যদলৰ মানুহে মেচিনগান্ চলাইছিল।"

ৰবাৰ্ট জৰ্ডানে কলে, "তেন্তে, আমি সকলোৰেই একে লগে শিকিমহঁক। কেইটামান বস্তুৰ ওপৰত লক্ষ্য ৰখা আৱশ্যক। অঘৰীটো কলৈ গ'ল—তেওঁ ইমান পৰে আহি পাবহি লাগিছিল"।

"মই কব নোৱাৰোঁ"।

"এতিয়া সি ক'ত থকা সম্ভৱ"?

"তাকো কব নোৱাৰোঁ।"

ইতিমধ্যে পাৰলোৱে ঘোঁৰাত উঠি গিৰিশৃঙ্গটো পাৰ হ'ল আৰু এপাক পাহাৰ বগাই ওপৰৰ সমান ঠাইখিনি পালেগৈ। তাতে বৃত্তাকাৰ ভাৱে এপাক ঘূৰিলে। এই সমান ঠাই ডোখৰৰ ওপৰেদিয়েই ৰাইফলৰ গুলী চলোৱাৰ কথা। ঘোৰাঁটো প্ৰথমতে আহোঁতে হোৱা খোজৰ চিনৰ কাষে দিয়েই পাব্‌লোই পুনৰ তাৰ ওপৰত উঠি পাহাৰ নামি যোৱা ৰবাৰ্ট জৰ্ডানে দেখা পালে। বাওঁফালে ঘূৰি পাব্‌লো গছবোৰৰ মাজত অদৃশ্য হৈ পৰিল।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, "সি এতিয়া অশ্বাৰোহী দলৰ হাতত নপৰি-
লেগৈয়ে হয়। ধৰা পৰিব লাগিলে তাক লৈ এটা ডাঙৰ সমস্যাই দেখা দিব।"
প্ৰিমিটোভে কিছুমান পাইন গছৰ ডাল লৈ আহিল। ৰবাৰ্ট জৰ্ডানে
সেইবোৰ বন্দুকটো ঢাকি ৰখাকৈ বৰফৰ মাজেদি তলৰ কোমল মাটিত পুতি থলে।
সি কলে, "আৰু অলপ আনা। বন্দুক চলোৱা মানুহ দুজনৰ বাবেও আঁৰৰ
প্ৰয়োজন হব। খুব ভাল নহলেও কুঠাৰখন ননালৈকে ইয়াৰেই কাম চলিব।
আৰু শুনা, এৰোপ্লেনৰ শব্দ শুনিলেই, য'তেই কি নাথাকা, পাহাৰৰ আঁৰলৈ
শুই পৰিবা। মই বন্দুকৰ কাষত থাকিম।"

বেলিৰ ৰ'দ লাগি বতাহখিনি গৰম হৈ উঠিল। পাহাৰৰ ৰ'দঘাই অংশত এতিয়া থাকিবলৈ বেচ আৰামজনক হৈছে। ৰবাৰ্ট জৰ্ডানে ভাবিলে, চাৰিটা ঘোঁৰা আছে কিন্তু মানুহ হ'ল বহুত—দুজনী তিৰোতা, মই, আন্‌চেলমো, প্ৰিমিটোভ, ফাৰ্ণাণ্ডো আগষ্টিন—আৰু যে এজন আছে তাৰ নামটোএ পাহৰিলোঁ। তাৰে সৈতে আঠজন। অঘৰীটোক হিচাবত ধৰা নাই। তাৰে সৈতে নজন। তাৰোপৰি পাব্‌লোই ঘোঁৰা এটা লৈ ওলাই গ'ল—মুঠতে দহ।



আৰু এজন বন্ধু থাকিল—আন্দ্ৰেজ। ইয়াৰ লগত এলাদিঅ'ৰ নামটোও যোগ হব। সৰ্বমুঠ দহ জন। ভাগ কৰিলে প্ৰত্যেকৰ ভাগত এটা ঘোঁৰাৰ আধাতকৈও কমহে পৰিব। তিনিজন মানুহে ইয়াত যুদ্ধ কৰিলে বাকী চাৰিজন পলাব পাৰিব। পাব্‌লোৰ সৈতে পলৰীয়াৰ সংখ্যা হব পাঁচজন। বাকী থাকিল দুজন। এলাদিঅ'ৰ সৈতে তিনিজন—কিন্তু সেই মানুহটো গ'ল কলৈ?

বৰফৰ ওপৰত থকা খোজৰ চিন যদি শত্ৰুৱে দেখা পায় তেন্তে সৰ্দোৰ যে কি অৱস্থা হব কেৱল ঈশ্বৰেহে জানে। দুৰ্ভাগ্যই বুলি কব লাগিব, নহলেনো বৰফ পৰা এনেদৰে বন্ধ হয়নে? বৰফবোৰ আজি গলিলে অৱশ্যে কথা বেলেগ হব। কিন্তু সৰ্দোৰ পক্ষে বৰফ গলা-নগলা একে কথা। বৰ্তমান অৱস্থালৈ চাই সৰ্দোৰ পক্ষে এতিয়া কিবা সুবিধাজনক হব বুলি মই নাভাবোঁ।—বহুত দেৰি
হৈ গ'ল।

আজিৰ দিনটো যদি যুদ্ধ কৰিবলগীয়া নহয় তেন্তে এতিয়া থকা যোগাৰ-পাতিৰেই কালিলৈৰ দিনটোও চলাই দিব পাৰিম। সেই বিষয়ে মই সুনিশ্চিত। অৱশ্যে খুব ভালকৈ নহব পাৰে। যেনে নিখুঁত ভাবে হোৱা উচিত বা যেনে নিখুঁত ভাবে আমি কামটো কৰিম বুলি ভাবিছিলো, ঠিক তেনেকৈ হয়তো নহব পাৰে। কিন্তু আটাইকেইজনে নিজৰ নিজৰ কাম কৰি গলে, মুঠতে কামটো হব বুলি মই আশা কৰোঁ। যুঁজবাগৰ নোহোৱাকৈ আজিৰ দিনটো পাৰি গলেই হয়। যুদ্ধ হলে কিন্তু ঈশ্বৰৰ সহায় বিনে একো নহব।

ইয়াতকৈ আৰু লুকাই থকাৰ ভাল ঠাই বৰ্তমানে মই জনাৰ ভিতৰত ক'তো নাই। ঠাই সলনি কৰি ফুৰিলে শত্ৰুক পাচ লগাই লোৱাহে হব। এই ডোখৰ ঠাই বেচ ভালেই আৰু যদি আমি বিপদত পৰোঁ তেন্তে পলাই যাবলৈ তিনিটা বাট আছে। ৰাতিৰ আন্ধাৰত পাহাৰৰ যি কোনো অংশতেই আমি লুকাই থাকিব পাৰিম। দিনত আহি দলংখন ভাঙি দিলেই হব। এই সামান্য কথাটোৰ বাবে কিয় যে দুশ্চিন্তা হৈছিল কব নোৱাৰোঁ। এতিয়া কামটো খুব সহজ যেন লাগিছে। সময়মতে আমাৰ এৰোপ্লেনবোৰ অন্ততঃ এবাৰ আহিলেও হয়। এইটো আশা কৰাৰ মোৰ থল আছে। কালিলৈ বাটবোৰ ধূলিৰে বগা
হৈ পৰিব।

আজিৰ দিনটো খুব উত্তেজনাপূৰ্ণও হব পাৰে অথবা নিচেই সাধাৰণও হব পাৰে। সেই অশ্বাৰোহী দলটোক যে আমি আঁতৰাই পঠাব পাৰিলোঁ তাৰ

বাবে ভগবানক ধন্যবাদ দিব লাগিব। ঘোঁৰাৰ খোজৰ চিনবোৰ এতিয়া যি
অৱস্থাত আছে তাতৈ চাই অশ্বাৰোহীৰ দল ইয়ালৈ আহিলেও একেবাৰে
ভিতৰলৈকে আহিব বুলি মোৰ মনে নধৰে। সিহঁতে হয়তো ভাবিব—সি
ইয়াতে বৈ এপাক ঘূৰি গ'ল; তাৰ পৰা পুনৰ্ পাব্লো যোৰাৰ চিনেদি নামি
গুচি যাব। সেই বজ্জাত বুঢ়াটো বা এতিয়া কেনি যায়গৈ? বুঢ়া হৰিণৰ
দৰে সি চাগৈ খোজৰ চিন বহুৱাই বহুৱাই এই অঞ্চলৰ পৰা ওলাই যাব,
পুনৰ ওপৰলৈ উঠি আহি বৰফ গলিলে আকৌ এপাক ঘূৰি তল পাবহি।
ঘোঁৰাটো পাই সি একেবাৰে বেলেগ মানুহ হৈ পৰিল। ঘোঁৰাই নি তাক
ক'ৰবাত হুলিয়ালেই ৰক্ষা পাওঁ। সি কিন্তু নিজকে বচাই ফুৰিব পাৰিব লাগে।
জীৱনটো সি এইবোৰ কৰিয়েই কটাইছে দেখোন। এভাবেষ্ট পাহাৰটো ফলিয়াই
পেলাব পাৰা বুলি বিশ্বাস কৰিলেও এই মানুহটোক মই বিশ্বাস নকৰোঁ।
বন্দুকটো নিয়মমতে বহুৱাতকৈ চাৰিওকাষে শিল আদি দি ইয়াক আৰ
কৰি ৰখাটো বেচি বুদ্ধিমানৰ কাম হৈছে যেন বিবেচনা কৰোঁ। নহলে বন্দুকটো
বহুৱাবলৈ মাটি খানিব লাগিলেহেঁতেন আৰু খানি থাকোঁতে যদি শত্ৰুপক্ষ নাইবা
সিহঁতৰ এৰোপ্লেনবোৰ আহি পায়হি তেন্তে তৎক্ষণাত ধৰা পৰিব লাগিব।
এতিয়া পাতি থোৱা ঠাইৰ পৰা যিমান সময়ৰ বাবে প্ৰয়োজন হয়, বন্দুকটোৰ
সহায়ত ঠাইডোখৰ ৰক্ষা কৰিব পৰা যাব। মই কিন্তু যুঁজ কৰিবলৈ থাকিব
নোৱাৰোঁ। সেই বস্তুবোৰ লৈ মই যাবই লাগিব আৰু যাওঁতে আন্‌চেলমোক
লৈ যাম। আটাইবোৰ যদি ইয়াতে যুঁজ কৰি থাকোঁ, তেন্তে যাবৰ সময়ত
আমাক ৰক্ষা কৰিবলৈ কোনো নেথাকিব দেখোন।
চকুৰে মণিব পৰা দূৰলৈকে সি সন্মুখৰ ঠাইডোখৰ চাইছিল; ঠিক সেই
সময়তে বাওঁ কাষৰ পৰা অঘৰীটো পাহাৰ বগাই উঠি আহিল। তাৰ খোজ-
বোৰ অস্থিৰ। পিঠিত বন্দুকটো ওলমি আছে। ৰ'দত ঘূৰি ফুৰা বাবে মুখখন
ক'লা পৰি আছে—সেই মুখত এমোকোৰা হাঁহি। তাৰ দুহাতত দুটা শহা পহু;
ঠেঙত ধৰি মূৰ কেইটা ওলোমাই আনিছে।
"খবৰ কেনে, ৰবাৰ্টো?" খুব আনন্দ মনেৰে সি চিঞৰি সুধিলে।
ৰবাৰ্ট জৰ্ডানে হাতখন মুখত দি মনে মনে থাকিবলৈ সংকেত দিলে।
অঘৰীটো চক খাই উঠিল। শিলবোৰৰ পিছত গছৰ ডালেৰে ঢাকি থোৱা
বন্দুকটোৰ কাষত ৰবাৰ্ট জৰ্ডান চেপেটা লাগি পৰি আছিল—অঘৰীটো নিশব্দে



আহি সেইখিনি পালেহি। সিও জৰ্ডানৰ দৰে চেপেটা লাগি মাটিত বহি পৰিল
আৰু পহু দুটা বৰফৰ ওপৰত থলে। ৰবাৰ্ট জৰ্ডানে তাৰ ফালে চাই নাহেকৈ
সুধিলে,
"এই জহৰা, ক'ত মৰিবলৈ গৈছিলি?"
অঘৰীয়ে উত্তৰ দিলে, "ইহঁতৰ পিছে পিছে গলোঁ; দুয়োটাকে মাৰিলোঁ।
বৰফৰ ওপৰত প্ৰেমলীলা কৰিছিল।"
"তোক য'ত থাকিবলৈ দিছিলোঁ সেই ঠাইৰ কি হ'ল।"
অঘৰীটোৱে ফুচ্‌ফুচাই কলে, "বেচি সময়ৰ বাবেতো নহয়! কি হলনো?
অৱস্থা বেয়ানেকি?"
"অশ্বাৰোহীৰ দল ঘূৰি ফুৰিছে।"
"সৰ্বনাশ! তুমি দেখা পাইছানেকি?"
ৰবাৰ্ট জৰ্ডানে কলে, "এটা আহি আমাৰ কেম্প পাইছিলহি। পুৱাৰ আহাৰ
খাবলৈ আহিছিল।"
অঘৰীয়ে কলে, "বুজিছোঁ এতিয়া গুলীৰ শব্দ শুনা যেন লাগিছিল। সিহঁতৰ
গাখীৰত প্ৰস্ৰাৱ কৰোঁ; সেই মানুহটো এই পোনেই গলহিনেকি?"
"ওঁ, তোমাৰ পহৰা দিয়া ঠাইৰ মাজেদিয়েই আহিল।"
"ঔ আই," অঘৰীটোৱে কলে, "মই বৰ দুৰ্‌কপলীয়া মানুহ।"
"অঘৰী নোহোৱা হলে তোক মই গুলী কৰি মাৰিলোঁহেঁতেন।"
"তেনেকৈ নকবা, ৰবাৰ্টো! মই বৰ লাজ পাইছোঁ। পহু কেইটাৰ বাবেহে
এনে হবলৈ পালে। বাতিপুৱাৰ আগে আগে মতা পহুটোৱে বৰফৰ ওপৰত
হুলস্থূল কৰা শুনিলোঁ। কি যে কাণ্ড নকৰিলে সিহঁতে, তুমি কল্পনাও কৰিব
নোৱাৰা। হুলস্থূল শুনি গলোঁ হয়, কিন্তু ইতিমধ্যে সিহঁত পলাল। খোজ চাই
চাই খেদি গলোঁ আৰু একেবাৰে ওপৰত গৈ দুয়োটাকে পালোঁগৈ। তাৰ
পিছত দুয়োটাকে মাৰিলোঁ। চোৱাঁচোন, দুয়োটা নোদোকা—এই সময়ত এনে
পহু সাধাৰণতে পোৱা নেযায়। চিন্তা কৰি চোৱা, পিলাৰে এই কেইটা পালে
কি যে নাৰাহ্কিব। মই বৰ দুঃখিত ৰবাৰ্টো, তুমি যিমান দুখ পাইছা মইও
সিমানে দুখ পাইছোঁ। অশ্বাৰোহীটো মৰিল নেকি?
"মৰিল।"
"তুমি মাৰিলা নেকি?"

"এৰা।"

অঘৰীটোৱে তাক দেখাদেখিকৈয়ে তোষামোদ কৰি কলে, "অদ্ভুত মানুহ তুমি। সঁচাকৈয়ে তুমি বীৰ পুত্ৰ।"

ৰবাৰ্ট জৰ্ডানে কলে, "মাৰৰ মূৰটো।" তথাপিও ৰবাৰ্ট জৰ্ডানে অঘৰীটোৰ কথা শুনি নহহাঁকৈ থাকিব নোৱাৰিলে। "পহু কেইটা কেম্পলৈ নৈ যোৱা আৰু আমাৰ বাবে কিবা অলপ খাবলৈ আনাগৈ।"

শহা পহু দুটা বৰফৰ ওপৰত নিশ্চল হৈ পৰি আছে। দেখাত দীঘল, গধুৰ গাটো নোমাল, ঠেঙৰ খুৰা কেইটা ডাঙৰ ডাঙৰ, দীঘল দীঘল কাণ। চকু কেইটা মেল খাই আছে।

"সঁচাকৈয়ে বেচ নোদোকা" সি কলে।

"কেৱল নোদোকাহে?" অঘৰীটোৱে কৈ উঠিল, "প্ৰত্যেকটোৰ গাত দেধাৰ চৰ্বি আছে। মোৰ জীৱন্তকালত সপোনতো এনে শহাপহু দেখা নাই।"

ৰবাৰ্ট জৰ্ডানে কলে, "বাৰু বাৰু যোৱা, যিমান সোনকালে পাৰা খাবলৈ আনাগৈ। আৰু সেই শত্ৰু সৈন্যটোৰ গাত যি কাগজ-পত্ৰ পোৱা হৈছে সেইবোৰো লৈ আহিবা। পিলাৰক কলেই দিব।"

"মোৰ ওপৰত তোমাৰ খঙ উঠিছে নেকি, ৰবাৰ্টো?"

"নাই উঠা, তুমি পহৰা দি থকাৰ পৰা গুচি যোৱাৰ কাৰণেহে বেয়া পাইছোঁ। অশ্বাৰোহীৰ এটা দল অহা হলে কি হলহেঁতেন?"

"তুমি উচিত কথাকে কৈছা।"

"শুনা, দ্বিতীয়বাৰ এনেদৰে তুমি পহৰা দি থকা অৱস্থাৰ পৰা কেতিয়াও যাব নোৱাৰিবা। কেতিয়াও নহয়। তোমাক গুলী কৰি মাৰিম বুলি মই ধেমালি কৰা নাই দেই।"

"সেইটো বুজিছোঁ। আৰু এটা কথা—দুটা শহাপহু একেলগে মৰাৰ সুযোগ যে আকৌ পাম তাৰ আশাও কম। এটা মানুহৰ জীৱনত এনে সুযোগ দুবাৰ নাহে।"

ৰবাৰ্ট জৰ্ডানে কলে, "হৈছে হৈছে, যোৱাঁ এতিয়া। যিমান সোনকালে পাৰা উভটি আহিবা।"

পহু দুটা বুটলি লৈ অঘৰীটো নিঃশব্দে শিলবোৰৰ মাজে মাজে আঁতৰি গল। ৰবাৰ্ট জৰ্ডানে সন্মুখৰ সমান ঠাইডোখৰৰ ওপৰেদি তলৰ এঢলীয়া পাহাৰটোলৈ



চাই পঠিয়ালে। মূৰৰ ওপৰত কাউৰী এটা উৰি ফুৰিছিল, এতিয়া গৈ তলৰ পাইন গছৰ ডালত পৰিলগৈ। আৰু এটা কাউৰী আহি তাইৰ লগ লাগিলহি। সিহঁতক চাই চাই ৰবাৰ্ট জৰ্ডানে ভাবিলে, ইহঁতেই মোৰ পৰীয়া। যিমান সময়লৈকে সিহঁত স্থিৰ ভাবে থাকে বুজিব লাগিব যে হাবিৰ ভিতৰেদি কোনো অহা নাই।

এই অঘৰীটো কোনো কামৰ মানুহ নহয়। ৰাজনৈতিক চেতনা একেবাৰে নায়েই—শৃঙ্খলাও মানি নচলে। আৰু সি একেবাৰে নিৰ্ভৰযোগ্য নহয়। কিন্তু কালিলৈৰ বাবে তাৰ আৱশ্যক হব। কালিলৈ তাৰ এটা বিশেষ কাম আছে। যুঁজৰ সময়ত অঘৰী কথাটো তেল-পানীৰ দৰে লাগে। যুদ্ধ বিৰোধী চিন্তাশীল লোকৰ দৰে অঘৰীবোৰকো যুঁজৰ পৰা ৰেহাই দিয়া উচিত। ঠিক যেনেকৈ শাৰীৰিক আৰু মানসিক অসুস্থতাৰ বাবে ৰেহাই দিয়া হয়।

এইবোৰ একো কামৰ মানুহ নহয়। যুদ্ধ বিৰোধী চিন্তাশীল লোকক কিন্তু এই যুঁজখনত ৰেহাই দিয়া হোৱা নাই। সকলোৱেই যুদ্ধত অলপ ভাগ লব লগীয়া হৈছে। এতিয়া এই এলেহুৱা বোৰৰ ওপৰতো দায়িত্ব পৰিছেহি—ইহঁতো যুদ্ধত জড়িত হৈ পৰিল।

গছৰ ডাল, পাত লৈ আগষ্টিন আৰু প্ৰিমিটোভো ঘূৰি আহিল; তাৰে ৰবাৰ্ট জৰ্ডানে অটোমেটিক বন্দুকটোৰ চাৰিওকাষে আঁৰবেৰ কৰি দিলে। এতিয়া বন্দুকটো ওপৰৰ পৰা দেখা নেপায় আৰু দূৰৈৰ হাবিৰপৰা চালেও স্বাভাবিক হাবি-বন যেনেই লাগিব। তাৰ পিছত সি সোঁফালে ওপৰত ক'ত পহৰীয়া ৰাখিব লাগিব তাক দেখুৱাই দিলে—সেই ঠাইৰপৰা পহৰীয়াজনে সন্মুখ আৰু সোঁফালৰ গোটেই ঠাইডোখৰত চকু ৰাখিব পাৰিব। বাওঁফালৰ পৰা পাহাৰ বগাবলৈ মাত্ৰ এটা বাট আছে—তাৰ ওপৰত চকু ৰাখিবলৈ আৰু এজন পহৰীয়া লাগিব।

ৰবাৰ্ট জৰ্ডানে কলে, "তাৰ পৰা যদি কাৰোবাক দেখা তেন্তে কেতিয়াও গুলী নকৰিবা। প্ৰথমতে সৰু শিলগুটি এটা তললৈ বগৰাই সতৰ্ক কৰি দিবা আৰু তোমাৰ ৰাইফলটোৰে এনেকৈ আমাক সংকেত দিবা—এনেকৈ।" সি নিজৰ মূৰটো বচোৱাৰ ভঙ্গীত ৰাইফলটো ওপৰলৈ তুলি ধৰিলে। এবাৰ ওপৰলৈ আৰু এবাৰ তললৈ উঠোৱা-নমোৱা কৰি কলে, "সংখ্যা বুজাবলৈ হলে এনেকৈ কৰি দেখুৱাবা। শত্ৰু যদি ঘোঁৰাৰ পৰা নামি খোজ কাঢ়ি আহে

তেন্তে মাটিলৈ লক্ষ্য কৰি গুলী মাৰিবা ঠিক এনেকৈ। মেচিন গান মৰাৰ শব্দ নুশুনালৈকে তাৰ পৰা গুলী নামাৰিবা। ইমান ওপৰৰ পৰা গুলী কৰিবলৈ হলে সদায় শত্ৰুৰ আঁঠুলৈ লক্ষ্য কৰি মাৰিব লাগে। এই সুঁহৰিটো মই দুবাৰ বজালে তোমালোক নামি পাহাৰৰ আঁৰ লৈ মেচিন গানটো থকা ঠাইলৈ আহিবা।"

প্ৰিমিটোভে ৰাইফলটো দাঙি ধৰিলে।

কলে, "বুজিছোঁ। এইটো একেবাৰে সহজ কাম।"

"প্ৰথমতে সাৱধান কৰি দিবলৈ সৰু শিল এটা বগৰাই দিবা—তাৰ পৰা সংকেত দি বুজাই দিবা কেনি আহিছে আৰু কিমান আহিছে। চাবা যাতে শত্ৰুৱে তোমাক দেখা নাপায়।"

"বুজিছোঁ," প্ৰিমিটোভে কলে, "হাত-বোমা মাৰিম নেকি?"

"মেচিন গান নচলোৱালৈকে হাত-বোমা নামাৰিবা। অশ্বাৰোহী দলটো সম্ভৱ হেৰোৱা সৈন্যজন বিচাৰি আহিব কিন্তু ভিতৰ নোসোমাবও পাৰে। সিহঁত পাৰ্‌লোই কৰা খোজ অনুসৰণ কৰি গুচি যাবও পাৰে। পৰাপক্ষত যুদ্ধ নকৰাকৈ থকাই ভাল। যুজ নকৰাই আমাৰ পক্ষে মঙ্গলজনক। এতিয়া ওপৰলৈ যোৱা।"

"বাৰু", প্ৰিমিটোভে কলে। তাৰ পিছত বন্দুকটো লৈ পাহাৰৰ শিখৰত উঠিলগৈ।

ৰবাৰ্ট জৰ্ডানে কলে, "আগষ্টিন, তুমি এই বন্দুকটোৱে কি কৰিব পাৰিবা?"

আগষ্টিন লেপেটা কাঢ়ি বহি আছিল। তাৰ গাৰ বৰণটো কিছু ক'লা, দীৰ্ঘ শৰীৰ, চকুবিলাক সোমাই গৈছে। মুখখন পাতল আৰু কাম কৰাৰ চিন প্ৰকট হৈ থকা ডাঙৰ ডাঙৰ তাৰ দুখন হাত।

সি উত্তৰ দিলে, "গুলী ভৰাব পাৰোঁ, লক্ষ্য কৰিব পাৰোঁ, গুলী চলাব পাৰোঁ। তাৰ বাহিৰে একো নোৱাৰোঁ।"

ৰবাৰ্ট জৰ্ডানে কলে, "যেতিয়া দেখিবা যে সিহঁত গুহালৈ যোৱা বাট লৈছে তেতিয়াহে গুলী মাৰিবা। আৰু গুলী কৰোঁতে সদায় চাবা যাতে শত্ৰু পঞ্চাশ মিটাৰৰ ভিতৰত থাকে।"

"বাৰু, পঞ্চাশ মিটাৰ কিমান দূৰ হব?"

"সৌ শিলটো পৰ্যন্ত।"



"লগত যদি কোনোৱা বিষয়া দেখা পোৱা তেন্তে তাক প্ৰথমতে গুলী কৰিবা। তাৰ পিছত বন্দুক ঘূৰাই আনবোৰক মাৰিবা। বন্দুকটো খুব লাহে লাহে ঘূৰাবা। অলপ ঘূৰালেই হয়। মই বাৰু ফাৰ্ণেণ্ডোক কেনেকৈ ঘূৰাব লাগে শিকাই দিম। বন্দুকটো টানকৈ ধৰিবা যাতে ই জপিয়াই নুঠে। লক্ষ্যভ্ৰষ্ট যাতে নহয় চাবা—আৰু যদি পৰা যায় এবাৰত ছটাতকৈ বেচি গুলী মাৰিব নেলাগে। কাৰণ বন্দুকৰ গুলীবোৰ ক্ৰমে ক্ৰমে ওপৰলৈ উঠি আহে। কিন্তু প্ৰত্যেক বাৰতে এজন মানুহলৈ টোৱাঁই গুলী কৰিবা, তাৰ পিছত আন এজনৰ পিনে—এনেকৈ। ঘোঁৰাত উঠি থকা মানুহৰ পেটত গুলী কৰিবা।"

"বাৰু।"

"এজনে বন্দুকৰ পেং দুটা টানকৈ ধৰি থাকিবা যাতে জপিয়াই নুঠে। এনেকৈ। তেওঁ বন্দুকত গুলী ভৰ্তি কৰিব।"

"তুমি ক'ত থাকিবা?"

"মই বাওঁফালে থাকিম—ওপৰত। যাতে তাৰ পৰা সকলো দেখা পাওঁ। এই সৰু মেচিনগানটোৰেই মই এই দিশটো আগুৰিম। সিহঁত যদি ইয়ালৈ আহে তেন্তে এটাও জীয়াই নাথাকে। কিন্তু সৌ সিমান দূৰলৈকে নহা পৰ্যন্ত গুলী নকৰিবা।"

"মই ভাবোঁ সিহঁত আটাইবোৰকে মাৰি শেষ কৰিব পাৰিম। এইটোনো কি ডাঙৰ কথা?"

"কিন্তু সিহঁত নহাটোৱেই মঙ্গলজনক।"

"তোমাৰ সেই দলংভঙা কামটো নথকাহলে ইয়াতে মানুহ মাৰি পলাই যাব পাৰিলোঁহেঁতেন।"

"কি লাভ হব নো? তেনে কৰাৰ পৰা আমাৰ উদ্দেশ্যও সিদ্ধি নহয়। দলং ভঙাটো যুদ্ধ-জয় আঁচনিৰ এটা অংশ। আজিৰ এইটো একোৱেই নহয়। এইটো মাত্ৰ এটা সৰু ঘটনা—ইয়াৰ কোনো মূল্য নাই।"

"কি কলা? কোনো মূল্য নাই? এটা ফেচিষ্ট মৰা মানে সিহঁতৰ এটা সংখ্যা কমোৱা।"

"সেইটো হয় অৱশ্যে। কিন্তু দলংখন ভাঙিব পাৰিলে আমি চিগভিয়া অধিকাৰ কৰিব পাৰিম। এখন প্ৰদেশৰ ৰাজধানী। এই কথাটো ভালকৈ চিন্তা কৰি চোৱাঁচোন। এইখন প্ৰথম ৰাজধানী আমি অধিকাৰ কৰিব পাৰিম।"

"তুমি সঁচাকৈয়ে চিগভিয়া দখল কৰিব পৰা যাব বুলি বিশ্বাস কৰানে?"

"দলংখন যদি ঠিক ভাৱে ভাঙিব পৰা যায় তেন্তে সম্ভৱ হব।"

"মোৰ মতে, সিহঁতক শেষ কৰা আৰু দলংখনো ভঙা দুয়োটা কৰিব লাগে।"

ৰবাৰ্ট জৰ্ডানে কলে, "তোমাৰ খঁকুটো অলপ বেছি।"

কথা পাতি থাকিলেও ৰবাৰ্ট জৰ্ডানৰ চকু সেই কাউৰী দুটাৰ ওপৰত আছিল। এটা কাউৰীয়ে কিবা এটা লক্ষ্য কৰা যেন লাগিল। সেই কাউৰীটোৱে কা কা কৰি উৰি গ'ল। আনটো কাউৰী কিন্তু এতিয়াও গছৰ ডালতে আছে। পাহাৰৰ ওপৰত থিয় হৈ থকা প্ৰিমিটোভলৈ সি এবাৰ চালে। প্ৰিমিটোভে তলৰ ফালে চাইছে কিন্তু কোনো সংকেত নিদিলে। সমুখৰ ফালে কুঁজা হৈ ৰবাৰ্ট জৰ্ডানে বন্দুকৰ ঘোঁৰাটো তুলি গুলীৰ বাকচটো পৰীক্ষা কৰি চালে আৰু পুনৰ ঘোঁৰাটো নমাই থলে। এটা কাউৰী তেতিয়াও গছৰ ডালত পৰি আছিল। আনটোৱে বৰফৰ ওপৰত ঘূৰি ঘূৰি আকৌ আহি গছৰ ডালত পৰিলহি। ৰ'দ আৰু গৰম বতাহৰ বাবে পাইন গছৰ পৰা বৰফ গলি পৰিবলৈ আৰম্ভ কৰিছে।

ৰবাৰ্ট জৰ্ডানে কলে, "কাইলৈ পুৱা তোমাৰ এটা কাম আছে। কাঠ মিলৰ ওচৰৰ ঘাঁটিটো শেষ কৰিব লাগে।"

"মই সাজু আছো"—আগষ্টিনে কলে।

"দলঙৰ তলত ৰাস্তাৰ কাম কৰা মানুহ বিলাকৰ ঘৰটোত যে এটা চকী আছে—সেইটোও"?

"যিটোৱেই নহওক—মই সাজু। দুয়োটা বাব দিলেও মই লবলৈ সাজু আছোঁ"।

"দুয়োটা নহয়। অৱশ্যে দুয়োটা ঘাটি একে সময়তে আক্ৰমণ কৰিব লাগিব।"

"তেন্তে যেই সেই এটা" আগষ্টিনে কলে, "বহুতদিনৰ পৰাই এই যুদ্ধখনত অলপ ভাগ লবৰ ইচ্ছা হৈছিল। পাব্লোৱে আমাক একেবাৰে এলেহুৱা কৰি পেলালে।"

কুঠাৰ লৈ আন্চেলমো ঘূৰি আহি পালেহি।

সি কলে, "আৰু ভাল লাগিব নেকি? ভালকৈ আঁৰ-বেৰ হোৱা যেন লাগিছে দেখোন"।



ৰবাৰ্ট জৰ্ডানে কলে, "ডাল নহয়—দুডাল গছৰ পুলি আনাগৈ। এই—খিনিত এডাল আৰু সেইখিনিত এডাল পুতি দিলে কিছু স্বাভাৱিক যেন দেখাব। ডাঙৰ গছ নথকা বাবে এই আঁৰ বেৰ বোৰ বৰ স্বাভাৱিক হোৱা নাই"।

"আনোগৈ বাৰু"।

"গুৰি চপাই কাটিবা, যাতে সহজে দেখা নেপায়।"

পিছফালে কুঠাৰেৰে গছ কটাৰ শব্দ ৰবাৰ্ট জৰ্ডানে শুনিবলৈ পালে। ওপৰত থকা প্ৰিমিটোভলৈ সি এবাৰ চালে তাৰ পিচত মুকলি ঠাই ডোখৰৰ মাজেদি তলৰ পাইন গছবোৰলৈ চাই থাকিল। এটা কাউৰী তেতিয়াও আছে। তাৰ পিছত সি বহু ওপৰত এখন এৰোপ্লেন অহাৰ শব্দ শুনিবলৈ পালে। ওপৰলৈ চাই দেখিলে, এৰোপ্লেন খন বহু ওপৰেদি উৰিছে। নিচেই অকণমান যেন দেখা গৈছে আৰু বেলিৰ পোহৰ পৰি উজ্জ্বল হৈ পৰিছে। বহু ওপৰেদি যোৱাৰ বাবে লৰচৰ কৰা যেন নালাগেই।

সি আগষ্টিনক কলে, "তাৰ পৰা আমাক দেখা নেপায়। কিন্তু আমি লুকাই থকা ভাল। এইখনৰ সৈতে আজি দুখন এৰোপ্লেন ওলাইছে পৰ্যবেক্ষনৰ বাবে"।

"কালিৰ বোৰ একা"?

"সেইবোৰ দুঃস্বপ্ন যেন লাগিছে এতিয়া"—ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে।

"কালিৰ এৰোপ্লেন বোৰ নিশ্চয় চিগভিয়াত আছে। দুঃস্বপ্ন বাস্তৱত পৰিণত হব"।

এৰোপ্লেন খন নেদেখা হ'ল কিন্তু তাৰ শব্দ তেতিয়াও কাণত পৰিছিলহি।

ৰবাৰ্ট জৰ্ডানে চাই দেখিলে কাউৰীটো গছৰ মাজে মাজে নিঃশব্দে উৰি গ'ল।

## ॥ ২৩ ॥

ৰবাৰ্ট জৰ্ডানে আগষ্টিনক ফুচ্‌ফুচাই কলে, "শুই পৰা"। তাৰ পৰা মূৰটো ঘূৰাই দেখিলে আন্‌চেলমোৱে খৃষ্টমাচ গছৰ নিচিনাকৈ পাইন গছ এডাল কান্ধত লৈ আহি আছে। হাতেৰে ইঙ্গিত দি আনচেলমোক্ সি শুই পৰিবলৈ কলে। আনচেল্‌মোৱে গছডাল প্ৰকাণ্ড শিল এটাৰ আঁৰত লুকাই থৈ নিজেও লুকাই পৰিল! ৰবাৰ্ট জৰ্ডানে তাৰ পিছত মুকলি ঠাইডোখৰৰ ওপৰেদি সন্মুখৰ হাবিখনলৈ চাই থাকিল। সি একো দেখা নাই, একো শুনা নাই; কিন্তু তাৰ বুকুৰ ধপ্‌ধপনি সি অনুভৱ কৰিছে! সেই সময়তে সি সৰু শিল এটা পৰি এটা শব্দ হোৱা শুনিলে আৰু খুন্দা-খুণ্ডলি খাই পাহাৰৰ শিলৰ ওপৰত নামি যোৱাৰ শব্দ শুনিলে। সোঁফাললৈ ঘূৰি ওপৰত থকা প্ৰিমিটোলৈ সি চালে। দেখিলে, প্ৰিমি-টোৱে ৰাইফলটো আকাশৰ সমান্তৰাল ভাৱে ধৰি লৈ চাৰিবাৰ উঠা নমা কৰিছে। ইয়াৰ পিছত আৰু সি একো দেখা নেপালে—মাত্ৰ সন্মুখত বগা বৰফৰ বিস্তৃতি, তাৰ ওপৰত ঘোঁৰাৰ খোজৰ দাগ আৰু তাৰ সিপাৰত থকা হাবিখন।

"অশ্বাৰোহী সৈন্য" সি আগষ্টিনক লাহেকৈ কলে।

আগষ্টিনে তালৈ চাই হাঁহিলে—তাৰ সোমাৰা গাল দুখনৰ গুৰি কেইটা বহল হৈ পৰিল। ৰবাৰ্ট জৰ্ডানে মন কৰিলে যে সি ঘামিছে। হাতখন আগবঢ়াই দি সি তাৰ কান্ধত থলে। তেনে অৱস্থাতে সিহঁতে চাৰিটা



অশ্বাৰোহী হাবিৰ মাজৰ পৰা ওলাই অহা দেখা পালে। সি হাতেৰে অনুভৱ কৰিলে—আগষ্টিনৰ পিঠিৰ পেশীবোৰ টান হৈ উঠিছে।

আটাইতকৈ আগত এজন অশ্বাৰোহী; বাকী তিনিজনে তাৰ কিছু পিছে পিছে আহিছিল। আগৰ্‌ জনে বৰফৰ ওপৰত থকা ঘোঁৰাৰ খোজ চাই চাই আহিছে—বাকী তিনিজনে পিছত হাবিৰ মাজে মাজে সিঁচৰিত হৈ আহিছে। আটাইকেইটাই খুব সাৱধানে চাইছে। মাটিৰ ওপৰৰ বৰফত তাৰ বুকুৰ কঁপনি ৰবাৰ্ট জৰ্ডানে শুই থকা অৱস্থাতে অনুভৱ কৰিলে। হাত দুখন বহলকৈ মেলি ভেঁজা দি সি পৰি আছিল। ৰাইফলটোৰ ওপৰেদি সি অশ্বাৰোহী কেইটাক লক্ষ্য কৰিছিল।

আগত অহা অশ্বাৰোহী জন পাব্‌লোই কৰা ঘোঁৰাৰ খোঁজ অনুসৰণ কৰি আহি আছিল। পাব্‌লোই য'ত ঘোঁৰাটো ঘূৰাইছিল সেইখিনি পায়েই অশ্বাৰোহী জন ৰ'ল। বাকী কেইজনো আহি তাতে ৰ'লহি।

ৰাইফলৰ নীলা নলটোৰ ওপৰেদি ৰবাৰ্ট জৰ্ডানে অশ্বাৰোহী চাৰি-জনলৈ চালে। সিহঁতৰ মুখ কেইখন দেখা যায়; সিহঁতৰ তৰোৱালবোৰ ওলমি আছে। ঘোঁৰাৰ গাৰ ঘামত জিনবিলাকৰ কাষবোৰ তিতিছে, গাত সিহঁতৰ তলফালে বহল হৈ পৰা খাকী ৰঙৰ চোলা, আৰু মূৰত নাভাৰত সচৰাচৰ মানুহে পিন্ধা খাকী ৰঙৰ বেৰেট টুপি। বন্দুকটো পাতি থোৱা পাহাৰৰ মুকলি ঠাইডোখৰৰ ফালে ঘোঁৰাটো ঘূৰাই লৈ দলপতি থিয় হ'ল। ৰবাৰ্ট জৰ্ডানে তাৰ কোমল অথচ ৰ'দ আৰু বতাহে ক'লা কৰা মুখখন দেখা পালে। চকুযোৰ সৰু সৰু, শেনৰ ঠোঁটৰ দৰে, জোঙা নাক আৰু দীঘল থুঁতৰি।

দলপতি ঘোঁৰাৰ ওপৰত বহি আছে। ঘোঁৰাটো ৰবাৰ্ট জৰ্ডানৰ পিনে মুখ তুলি থিয় হৈ আছে। জিনখনৰ সোঁফালে থকা খাপৰ পৰা সৰু অটোমেটিক ৰাইফলটো সমুখৰ ফালে ওলাই আছে। দলপতিয়ে বন্দুকটো থকা পিনৰ মুকলি ঠাইডোখৰলৈ আঙুলিয়াই দেখুৱালে।

চাৰিওজন অশ্বাৰোহী সেইফালে চাই থমকি ৰ'ল। ৰবাৰ্ট জৰ্ডানে কিলাকুটিৰ ওপৰত ভেঁজা দি একেবাৰে মাটিৰ ওপৰত সমান হৈ পৰি দিলে আৰু বন্দুকৰ নলাৰ ওপৰেদি সিহঁতক চাবলৈ ধৰিলে। তিনিটা অশ্বাৰোহীয়ে সিহঁতৰ অটোমেটিক ৰাইফল কেইটা উলিয়াই লৈছে। দুটাই ৰাইফল কেইটা

ঘোঁৰাৰ জিনৰ ওখ অংশটোত বহুৱাই ধৰি আছে, আনটোৱে ঘোঁৰাৰ সোঁফালৰলৈ টোৱাঁই লৈছে—বন্দুকৰ গুৰিটো তাৰ তপিনাত লগাই থৈছে।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, ইমান ওচৰত ইহঁতক সাধাৰণতে দেখা নাযায়। বিশেষকৈ এটা বন্দুকৰ নলাৰ ওপৰেদি চাওঁতে ইহঁতক ইমান কাষত সাধাৰণতে দেখা পোৱা নাযায়। সাধাৰণতে বন্দুকৰ পিছফালৰ নিচান তুলিলে তাৰ মাজেদি ইহঁতক চাব লাগে—তেতিয়া পুতলাৰ দৰে সৰু সৰু কিছুমান মানুহৰ আকৃতি দেখা যায়। সিমান দূৰত গুলীৰে ঢুকি পোৱাও এটা সমস্যা হয়। নহলে সিহঁত আহিব দৌৰি, বিক্ষিপ্তভাৱে—তেতিয়া তুমি পাহাৰৰ গোটেই নামনি জুৰি গুলী কৰিব লাগিব, নতুবা এটা ৰাস্তা বন্ধ কৰিব লাগিব বা বন্দুক লৈ তুমি ঘৰৰ খিৰিকীৰ কাষত বহিবহি লাগিব। কেতিয়াবা দেখিবা, বহুত দূৰৈৰেদি কোনো এটা বাটেদি সিহঁত মাৰ্চ কৰি গৈছে। মাথো ৰেল-গাড়ীতহে সিহঁতক এনেদৰে দেখা পাবা। সেই সময়তহে সিহঁত একেবাৰে কাষলৈকে আহে—আৰু তেতিয়া চাৰিটা এনেকুৱা বন্দুক পালেই তুমি সিহঁতক ছেদেলি-ভেদেলি কৰি দিব পাৰা। বন্দুকৰ আইনাৰ মাজেদি ইমান ওচৰত সিহঁতক সাধাৰণ মানুহতকৈ দুগুণ আকাৰৰ যেন লাগে।

সন্মুখৰ নিচানটো তুলি আনি পিছৰ নিচানৰ খাঁজত ভালকৈ সুমুৱাই থোৱা আছে। নিচানটো দলপতিৰ ঠিক বুকুৰ মাজলৈ টোৱাঁই ৰখা হৈছে। তাৰ বুকুৰ কিছু বাওঁফালে ৰঙা সেই চিন্‌টো ৰদ পৰি উজ্জ্বল হৈ পৰিছে। ৰবাৰ্ট জৰ্ডানে মনে মনে কলে, "তই"—এতিয়া সি স্পেনিশ ভাষাত চিন্তা কৰিছে—হাতৰ আঙুলিবোৰ বন্দুকৰ ঘোঁৰাৰ পৰা কিছু আগত ৰাখি টানকৈ বন্দুকটো ধৰি আছে—ঘোঁৰাত পৰিব লাগিলে তৎক্ষণাত ইটোৰ পিছত সিটোকৈ গুলী শব্দ কৰি ওলাই যাব। সি মনে মনে আকৌ কলে, "তই",—তাৰ পিছত আকৌ কলে, "তই—এই বয়সতে তই মৰিবি এতিয়া। আৰু তইঁত বাকী কেইটাও—তইঁতো মৰিবি। কিন্তু সেইটো নহলেই ভাল হয়—নহয় যেন।"

তাৰ ওচৰত আগষ্টিনে কাহিবলৈ আৰম্ভ কৰিলে। তাৰ পৰা কাইটে জোৰেৰে বন্ধ কৰি সেপ ঢুকিলে। ৰবাৰ্ট জৰ্ডানে তেল সানি থোৱা বন্দুকৰ নীল বৰণীয়া নলা ডালৰ ওপৰেদি আৰু ডালপাতবোৰৰ ফাঁকেদি সন্মুখৰ মুকলি ঠাইডোখৰলৈ চাই পঠিয়ালে—তাৰ আঙুলি কেইটা তেতিয়াও বন্দুকৰ ঘোঁৰাৰ ঢাকনীখনৰ ওপৰত আছে। সি দেখিলে দলপতিয়ে পাব্‌লোৰ ঘোঁৰাৰ খোজ



থকা হাবিখনৰ পিনে আঙুলিয়াই দেখুৱাইছে। তাৰ পিছত চাৰিওটা ঘোঁৰা দৌৰাই সেই হাবিত সোমালগৈ। আগষ্টিনে লাহেকৈ কৈ উঠিল, "ভেড়াৰ দল।"

আন্‌চেলমোৱে গছ লুকাই থোৱা পিছফালৰ শিলটোলৈ ৰবাৰ্ট জৰ্ডানে উভটি চালে।

অঘৰী ৰাফেল শিলবোৰৰ মাঁজে মাজে ওপৰলৈ উঠি আহিছে, দুহাতত দুটা কাপোৰৰ [illegible]পোলা। পিঠিত ৰাইফলটো ওলমি আছে। ৰবাৰ্ট জৰ্ডানে হাতেৰে তাক শুই পৰিবলৈ সংকেত দিলে। অঘৰীটো কুজাঁ হৈ পৰি লুকাই পৰিল।

আগষ্টিনে সৰুকৈ কলে, "আমি চাৰিওটাকে মাৰিব পাৰিলোঁহেতেন।" তাৰ গোটেই শৰীৰ ঘামত তিতি আছিল।

ৰবাৰ্ট জৰ্ডানে ফুচফুচাই কলে, "পাৰিলাহেতেন। কিন্তু গুলী কৰাৰ ফলত কি হ'লহেতেন কোনে জানে?"

সেই সময়তে সি আন এটা শিলগুটি পৰাৰ শব্দ শুনিলে আৰু তৎক্ষণাৎ ঘূৰি চালে। অঘৰী আৰু আন্‌চেলমো দুয়োটা এতিয়াও লুকাই আছে। হাতৰ ঘড়ীটো এবাৰ চাই সি ওপৰৰ ফালে চালে। প্ৰিমিটোভে বাৰে বাৰে ৰাইফলটো উঠোৱা-নমোৱা কৰিছে—এই উঠা নমাৰ যেন শেষ নহব। ৰবাৰ্ট জৰ্ডানে ভাবিলে, পাব্‌লো যোৱা পয়চল্লিশ মিনিট হ'ল। তাৰ পিছত সি এদল অশ্বাৰোহী সৈন্য অহাৰ শব্দ শুনিবলৈ পালে।

সি আগষ্টিনক ফুচফুচাই কলে, "চিন্তা নকৰিবা। আনবোৰৰ দৰে ইহঁতো পাৰ হৈ যাব।"

তাৰ পিছত দেখা পালে—বিশজন অশ্বাৰোহী সৈন্য দুজন দুজনকৈ শাৰী পাতি হাবিৰ কাষে কাষে ঘোঁৰা দৌৰাই আহিছে—সাজ-পাৰ আৰু অস্ত্ৰ-শস্ত্ৰ আগৰ অশ্বাৰোহী সৈন্যৰ দৰেই। কাষত তৰোৱাল, চামৰাৰ খাপত বন্দুক সুমুৱাই থোৱা আছে। আনবোৰৰ দৰেই ইহঁতো হাবিৰ মাজত সোমাই অদৃশ্য হৈ পৰিল।

ৰবাৰ্ট জৰ্ডানে আগষ্টিনক সুধিলে, "দেখিলা?"

আগষ্টিনে কলে, "বহুত আহিছিল।"

খুব লাহে লাহে ৰবাৰ্ট জৰ্ডানে কলে, "আগৰ কেইটাক মৰা হ'লে আমি ইহতঁৰ লগত যুঁজ কৰিবলগীয়া হ'লহেতেন।" তাৰ মন এতিয়া শান্ত।

বুকুখনত তিতা কামিজটো লাগি ধৰিছে—বৰফ গলি কামিজটো তিতিল। বুকুখন সুদা সুদা লাগিছে।

চোকা ব'দ আহি পৰাত বৰফবোৰ গলিবলৈ আৰম্ভ কৰিছে। গছৰ গাৰ পৰা গলি গলি বৰফবোৰ খহি পৰা সি দেখিলে; বন্দুকটোৰ পৰা অলপ দূৰত, তাৰ চকুৰ সমুখত বৰফৰ ঠুনুকা আৱৰণখন সেমেকি পৰিছে—বৰফৰ তলত চেপা খাই থকা পৃথিৱীৰ গৰম নিঃশ্বাস আৰু ওপৰৰ চোকা ব'দ দুয়োটাই বৰফবোৰ গলাই দিছে।

ৰবাৰ্ট জৰ্ডানে ওপৰত থকা প্ৰিমিটোভলৈ চালে। তলুৱা কেইখন তললৈ দি হাত দুখন পথালি ভাৱে ধৰি সি সংকেত দিলে, "একো নাই।"

শিল এটাৰ ওপৰেদি আনচেলমোৱে মূৰটো উলিয়াই চালে। ৰবাৰ্ট জৰ্ডানে তাক ওপৰলৈ আহিবলৈ সংকেত কৰিলে। এটা শিলৰ পৰা আনটো শিললৈ লুকাই আহি, বগুৰা বাই সি বন্দুকটোৰ ওচৰ পালেহি।

"বহুত" সি কলে, "বহুত আছিল।"

ৰবাৰ্ট জৰ্ডানে তাক কলে, "গছ কেডালৰ আৱশ্যক নাই। এই বন্য প্ৰদেশৰ আৰু উন্নতিৰ দৰকাৰ নকৰে।"

আগষ্টিন আৰু আন্‌চেল্‌মোৱে হাঁহিলে।

"বৰ্তমানৰ খিনিয়েই সিহঁতৰ পৰ্যবেক্ষণ ব্যৰ্থ কৰি দিলে। এতিয়া অধিক গছ পোতা বিপদজনক হব, কাৰণ সিহঁত আকৌ ঘূৰি আহিব আৰু হয়তো সিহঁত ইমান মূৰ্খ নহয়।"

এতিয়া তাৰ খুব কথা কবৰ ইচ্ছা হৈছে। ডাঙৰ বিপদ এটা পাৰ হৈ গলেই তাৰ বেছিকৈ কথা কোৱাটো স্বভাৱ। এই ইচ্ছাৰ প্ৰবলতাৰ পৰা সি আজি-কালি বিপদৰ গুৰুত্বৰ কথাও কৈ দিব পাৰে।

"আঁৰবেৰ ভালেই হৈছিল—নহয়নে" সি সুধিলে।

"ভালেই হৈছে" আগষ্টিনে কলে, "ফেচিষ্ট বিলাকৰ বাবে ভাল বিষয় মাত্ৰকেই মই ঘিণাওঁ। আমি চাৰিওটাকে মাৰিব পাৰিলোঁহেতেন। তুমি দেখিছিলানে?" সি আন্‌চেল্‌মোক সুধিলে।

"দেখিছিলোঁ।"

ৰবাৰ্ট জৰ্ডানে আন্‌চেল্‌মোক কলে, "তুমি কালি পহৰা দিয়া ঠাইলৈকে যোৱা। নতুবা ৰাস্তাটোৰ ওপৰত চকু ৰাখিবৰ বাবে নিজৰ পচন্দমতে এডোখৰ



ঠাই বাচি লোৱাঁগৈ। কালিৰ দৰে অহাযোৱা কৰা সকলো যান-বাহনৰ বিষয়ে এটা ৰিপৰ্ট দিবা। সেই বিষয়ে আমাৰ পলমেই হৈছে। গধূলিলৈকে থাকিবা। তাৰ পিছত গুচি আহিবা আমি অন্য এজনক পঠাম।"

"মোৰ খোজৰ চিন ৰৈ যাব যে?"

"বৰফ গলিলে তলৰ পৰা যাবা। ৰাটটো বৰফ পৰাৰ কাৰণে বোকা হব পায়। বেচিকৈ গাড়ী চলিছে নেকি মন কৰিবা বা বোকা থকা অংশত টেঙ্কৰ চকাৰ দাগ পৰিছে নেকি চাবা। তুমি নিজে নেদেখা পৰ্যন্ত আমি এইখিনিকে মাত্ৰ কব পাৰো।"

"এটা কথা কম নেকি"? বুঢ়াই সুধিলে।

"নিশ্চয়"।

"মই বোধহয় লা গ্ৰান্‌জা লৈ যোৱাই ভাল হব। তাত কালি ৰাতি কি হৈছিল খবৰ কৰিব পাৰিম। তুমি শিকোৱা মতে চাবলৈ এজন মানুহ তাতে বন্দবস্ত কৰিব পাৰোঁ। তেওঁ আজি ৰাতিয়েই ৰিপৰ্ট কৰিব পাৰিব নতুবা ৰিপৰ্ট আনিবলৈ মইয়েই লা গ্ৰান্‌জা লৈ যাব পাৰোঁ।"

"অশ্বাৰোহী দলৰ সৈতে মুখামুখি হবৰ ভয় তোমাৰ নাই নেকি?"

"বৰফ গলি মোৰ হলে সেই ভয়ৰ কাৰণ নাই।"

"এই কাম কৰিব পৰা কোনোবা মানুহ লা গ্ৰান্‌জাত আছে জানো?"

"আছে, আছে। এগৰাকী তিৰোতা—লা গ্ৰান্‌জাত বিশ্বাসী তিৰোতা বহুত আছে।"

আগষ্টিনে কলে, "মোৰো বিশ্বাস—আছে। মই জনাত আন কাম কৰিব পৰা মানুহো আছে। মোক যাবলৈ কোৱা নেকি?"

"বুঢ়াই যাওক। তুমি বন্দুকটো চলাব পাৰা; আৰু দিনটো তেনেই আছে।"

"বৰফ গলি শেষ হলেই মই যাম", আন্‌চেলমোৱে কলে, "সোনকালেই গলি শেষ হব।"

ৰবাৰ্ট জৰ্ডানে আগষ্টিনক সুধিলে, "সিহঁতে পাব্‌লোক ধৰিব পাৰিব নেকি? তুমি কি ভাবা?

"পাব্‌লো বুধিয়ক মানুহ", আগষ্টিনে কলে "চিকাৰী কুকুৰ নোহোৱাকৈ জানো কোনোবাই টেটোন-হৰিণা ধৰিব পাৰে?"

“কেতিয়াবা পাবে”, ৰবাৰ্ট জৰ্ডানে কলে।

“কিন্তু পাব্লোৱে নোৱাৰে। অৱশ্যে সি এতিয়া আগৰ পাব্লো হৈ থকা নাই। ইমানবোৰ মানুহক সিহঁতে বেৰত থিয় কৰাই লৈ গুলী কৰি মাৰিছে, কিন্তু পাব্লো এতিয়াও পাহাৰৰ মাজত লুকাই থাকি মহা সুখেৰে জীয়াই আছে—কলহে কলহে মদ খাইছে আৰু মৰণৰ পিনে আগুৱাই গৈছে।”

“মানুহে যিমান কয়, সি সিমান চতুৰ হয় নে বাৰু?”

“কোৱাতকৈ বেচিহে।”

“ইয়াত কিন্তু সি বৰ বেচি বাহাদুৰী দেখুৱাব পৰা নাই যেন লাগে।”

“কেনেকৈ পৰা নাই? সামৰ্থ্য নথকা হলে সি কালি ৰাতিয়েই মৰিলহেঁতেন। তুমি ৰাজনীতি বুজি নোপোৱা যেন লাগে, ইংলেচ,—গৰিলা যুদ্ধ কি তাকো নেজানা। দুয়োটা ক্ষেত্ৰতে নিজে বাচি থকাটোৱেই আটাইতকৈ ডাঙৰ কথা। কালি ৰাতি সি কেনেকৈ বাচি থাকিল দেখিলা? তোমাৰ আৰু মোৰ পৰা কিমান অপমান সি সহ্য কৰিলে?”

পাব্লোৱে এতিয়া দলৰ কামত যোগ দিছে দেখি ৰবাৰ্ট জৰ্ডানে তাৰ বিপক্ষে বেচিকৈ কবৰ ইচ্ছা নকৰিলে। তাৰ বাহাদুৰী আৰু সামৰ্থ্যৰ কথা কোৱাৰ পিছত সি মনে মনে অনুশোচনা কৰিছে। পাব্লো কিমান টেঙৰ সি নিজেই জানে। দলং ভাঙিবলৈ দিয়া আদেশৰ ভিতৰত থকা ভুলখিনি মাত্ৰ তাৰ চকুতহে তৎক্ষণাৎ পৰিল। পাব্লোক বেয়া পোৱাৰ বাবেহে সি এনে মন্তব্য কৰিলে আৰু কৰাৰ পাছতে বুজি পালে যে তাৰ ভুল হৈছে। অত্যধিক উত্তেজনাৰ পিছত বেচিকৈ কথা পতাৰ ফলত হে এনে হবলৈ পালে। সেই কথা বাদ দি সি সেইবাবে আন্চেল্মোক কলে, “লা গ্ৰান্জা-লৈ দিনতে যাবানে?”

বুঢ়াই কলে, “সেইটো একো টান কাম নহয়। মিলিটেৰী বেণ্ড লগত নিনিওঁ নহয়!”

আগষ্টিনে যোগ দিলে, “নিনিয়া—ডিঙিত টিলিঙা বান্ধিও নোযোৱা হাতত পতাকা লৈও নোযোৱা।”

“কেনেকৈ যাবা?”

“হাবিৰ মাজে মাজে তল ওপৰ কৰি যাম।”

“ধৰা পৰা যদি?”



“মোৰ লগত কাগজ পত্ৰ আছে।”

“সেইবোৰ আমাৰো আছে। কিন্তু ধৰাপৰিলে অদৰকাৰী কাগজ বিলাক তৎক্ষণাৎ গিলি থবা।”

আন্চেলমোৱে মূৰ জোকাৰি সন্মতি জনালে আৰু চোলাৰ জেপত থকা কাগজ-পত্ৰ বিলাক টুকুৰিয়াই চালে।

“কিমান বাৰ সেই কামটো কৰেঁ। বুলি ভাবিছোঁ কিন্তু কাগজ গিলিবলৈ অকণো ভাল নেলাগে।”

ৰবাৰ্ট জৰ্ডানে কলে, “মোৰ মতে কাগজ-পত্ৰ বোৰৰ ওপৰত কিছু মষ্টাৰ্ড লগাই লোৱা উচিত। বাওঁফালৰ জেপত মই আমাৰ নিজৰ কাগজ-পত্ৰ বোৰ ৰাখোঁ—সোঁফালৰ জেপত ফেচিষ্টৰ কাগজবোৰ থওঁ। বিপদৰ সময়ত সেইবাবে ভুল নহয়।”

সি ভাবিলে প্ৰথম অশ্বাৰোহী দলৰ দলপতিয়ে প্ৰবেশ পথৰ পিনে আঙুলিয়াই দেখুওৱাৰ সময়ত সিহঁত খুব উত্তেজিত হৈ পৰিছিল আৰু তাৰ পৰিণতি স্বৰূপে এতিয়া সিহঁতে খুব কথা পাতিছে।

অগষ্টিনে কলে, “কিন্তু ৰবাৰ্টো, মানুহে কয় হেনো চৰকাৰ দিনে দিনে সোঁ-পন্থী হৈ পৰিছে। ৰিপাব্লিকত আজিকালি কোনেও কাকো “কম্ৰেড্” বুলি নামাতে—“সিনৰ” বা “সিনৰা” বুলিহে সম্বোধন কৰে। তেনেকৈ চোলাৰ জেপ তুমি সলনি কৰিব পাৰিবা জানো?”

ৰবাৰ্ট জৰ্ডানে কলে, “চৰকাৰ সোঁপন্থী হৈ পৰিলে, কাগজ পত্ৰবোৰ মোৰ পেণ্টৰ পাচফালৰ জেপত ভৰাই উলিয়াব নোৱাৰাকৈ মাজতে চিলাই কৰি সুমুৱাই থম।”

অগষ্টিনে কলে, “কাগজবোৰ যেন তোমাৰ চোলাৰ জেপতে সদায় থাকে। যুঁজত জিকিলেও শেহত বিপ্লৱ ব্যৰ্থ হৈ যাব নেকি?”

ৰবাৰ্ট জৰ্ডানে কলে, “নহয়, এই যুদ্ধত যদি আমাৰ জয় নহয় তেন্তে বিপ্লৱো নাথাকে, চৰকাৰো নাথাকে—তুমিও নাথাকা, মইও নাথাকো—থাকিব এখন মৰিশালি।”

“মইও তাকে কওঁ”, আন্চেলমোৱে কলে, “আমি যুদ্ধত জিকিবই লাগিব”।

অগষ্টিনে কলে, “আৰু তাৰ পিছত প্ৰকৃত ৰিপাব্লিকানৰ বাহিৰে সকলো এনাৰ্কিষ্ট আৰু কমিউনিষ্টক গুলী কৰি মাৰিব লাগিব।”

আন্‌চেলমোৰে কলে, "যুঁজত জিকিম, কিন্তু কাকো গুলী কৰি নামাৰোঁ। ন্যায়ভাৱে আমি দেশ শাসন কৰিম। দেশৰ কল্যাণৰ হকে সি যিমান খিনি চেষ্টা কৰিছে তেওঁ সেই অনুসৰি অংশভাগী হ'ব। আৰু যি আমাৰ বিৰুদ্ধে যুঁজ কৰিছে সিহঁতক শিক্ষাৰ মাজেদি সংশোধন কৰি লব লাগিব।"

অগষ্টিনে কলে, "আমি বহুতকে গুলী কৰি মাৰিব লাগিব—বহুতক।"

সোঁ হাঁতৰ মুঠিৰে সি বাওঁহাতঁৰ তলুৱাত ভুকুৱাবলৈ ধৰিলে।

"আমি কাকো গুলী কৰি নামাৰোঁ।—আনকি নেতা সকলকো। সিহঁতক কামৰ ভিতৰেদি সংশোধন কৰি লব লাগিব।"

"সিহঁতৰ হতুৱাই কি কাম কৰিব লাগিব, মই ঠিক কৰি থৈছোঁ", অগষ্টিনে কলে। সি মাটিৰ পৰা কিছু বৰফ তুলি লৈ মুখত ভৰালে।

ৰবাৰ্ট জৰ্ডানে সুধিলে, "বদ্‌মাইচ, কি কামত লগাবা?"

"সিহঁতক দুটা সুন্দৰ ব্যৱসায় কৰিবলৈ লগাম।"

"কি ব্যৱসায়?"

আগষ্টিনে আৰু অলপ বৰফ তুলি আনি মুখত ভৰালে। তাৰ পৰা অশ্বাৰোহী দল যোৱা মুকলি ঠাই ডোখৰলৈ চাই ৰ'ল। তাৰ পিছত বৰফ খিনি থুৱাই পেলাই কলে, "কি বিপদ! পুৱাৰ আহাৰ এইয়াহে হ'ল! মাৰিবলৈ ধৰা অঘৰীটো গ'ল কলৈ?"

"কি ব্যৱসায়ৰ কথা কৈছিলা?" ৰবাৰ্ট জৰ্ডানে সুধিলে, "অসভ্য, নোকোৱা কেলেই?"

অগষ্টিনে কলে, "পেৰাচুট নোহোৱাকৈ এৰোপ্লেনৰ পৰা জপিয়াবলৈ দিয়া।" তাৰ চকুকেইটা কথাৰ মাজতে উজ্জ্বল হৈ উঠিল। "যি কেইটাৰ কাৰণে আমি অন্ততঃ চিন্তা কৰোঁ সিহঁতৰ বাবে এই ব্যৱস্থা। বাকীবিলাকক নচচা শূলত দিব লাগিব।"

"এনেকৈ কথা কোৱা অন্যায়", আন্‌চেলমোৱে কলে "এনেকৈ হলে আমি কেতিয়াও ৰিপাব্লিক গঠন কৰিব নোৱাৰোঁ।"

অগষ্টিনে কলে, "সিহঁতৰ হাৰ আৰু মাংসৰ জোল বনাই সেই জোলত মই সাঁতুৰিবৰ মন আছে। সিহঁত চাৰিটা সৌখিনিত থিয় হৈ থকা দেখা পাই মোৰ মনে কিবা খন কৰিছিল। আৰু যেতিয়া দেখিলোঁ



ম সিহঁতক সহজতে মাৰিব পাৰোঁ। নিজকে মোৰ বৰ অসহায় যেন লাগিল—এনেকৈ কিমান সহ্য কৰিবা?"

ৰবাৰ্ট জৰ্ডানে শান্তভাৱে সুধিলে, "তথাপিও যে সিহঁতক আমি মাৰি নেপেলালোঁ।—কাৰণটো বুজি পাইছানে নাই?"

অগষ্টিনে কলে, "বুজিছোঁ। কিন্তু মোৰ মনৰ অস্থিৰতাৰ বাবে সিহঁতক মৰাৰ প্ৰয়োজন হৈ পৰিছিল। অনুভৱ নকৰিলে তুমি এইটো বুজি নাপাবা।"

ৰবাৰ্ট জৰ্ডানে কলে, "তুমি খুব ঘামিছিলা। মই ভাবিছিলোঁ বোধহয় ভয়তে ঘামিছা।"

অগষ্টিনে কলে, "ভয় লাগিছিল অৱশ্যে। কিন্তু আনটো কাৰণও দায়ী তাৰ বাবে। জীৱনত ইয়াৰ বাহিৰে আৰু শক্তিশালী বস্তু নাই।"

ৰবাৰ্ট জৰ্ডানে ভাবিলে, সঁচা কথা। আমি উত্তেজনা বোধ নকৰাকৈয়ে মানুহ মাৰিব পাৰোঁ, কিন্তু সিহঁতে নকৰে আৰু কেতিয়াও কৰাও নাই। সিহঁতৰ বাবে এইটো এটা উপকৰা ধৰ্মানুষ্ঠান। ভূমধ্য সাগৰৰ সিপাৰৰ পৰা নতুন ধৰ্মই প্ৰভাবান্বিত কৰাৰ পূৰ্বে এই ধৰ্মানুষ্ঠান সিহঁতৰ মাজত আছিল। সিহঁতে পুৰণিক ত্যাগ কৰা নাই—মাত্ৰ গোপন কৰি ৰাখিছে—যুদ্ধৰ সময়ত আৰু ধৰ্মদ্ৰোহীক শাস্তি দিবৰ সময়ত ইয়াক ব্যৱহাৰ কৰে! ইহঁত অটো জাকে কৈদৰ বংশধৰ—ধৰ্মদ্ৰোহীক ইহঁতে পুৰি মাৰে। মানুহ সকলোৱেই হত্যা কৰে—কিন্তু আমাৰ পদ্ধতি বেলেগ। সি মনে মনে কলে, তুমি একা? তুমি জানো এই দোষৰ পৰা মুক্ত? চিয়েৰা অঞ্চলত জানো তুমি এনে কৰা নাই? উচেৰাত একা? এস্তেমাদুৰাত থকা সময়ত কি কৰিছিলা? কোনো সময়তে কৰা নাইনে? ওলোটা কথা কোৱা কেলৈ? প্ৰত্যেক বাৰ ৰেল আক্ৰমণৰ সময়তে দেখোন তুমি এনে কৰিছিলা।

বাৰ্বাৰ আৰু পুৰণি আইবেৰিয়ান বিলাকৰ সম্বন্ধে ভুৱা সাহিত্যৰ সৃষ্টি কৰাটো বন্ধ কৰা। স্বীকাৰ কৰা যে তুমিও অন্যান্য সৈন্যৰ দৰে মানুহ মাৰিবলৈ ভাল পোৱা—তেহেলৈ আনবোৰে সঁচাকে কওঁক বা মিছাই কওক। আন্‌চেলমো চিকাৰী, সৈনিক নহয়—সেইবাবে সি হত্যা কৰিবলৈ ভাল নাপায়। তাক আদৰ্শ হিচাপে লবৰ চেষ্টাও নকৰিবা। চিকাৰীয়ে জন্তু মাৰে আৰু সৈন্যই মাৰে মানুহ। আত্মপ্ৰবঞ্চনা নকৰিবা—সি নিজে নিজে কলে। এইবোৰৰ ওপৰত কোনো সাহিত্যৰ সৃষ্টিও নকৰিবা। বহুতদিনৰ পৰাই তুমি নিজে এই

দোষত অভিযুক্ত। আন্চেলমোক হেয় কৰিলে কি হব? সি খৃষ্টিয়ান—কেথলিকৰ দেশত তাৰ দৰে মানুহ খুব কমেই পোৱা যায়।

অগষ্টিনৰ ভয় লাগিছে বুলি ধাৰণা কৰিছিলোঁ—সি ভাবিলে। যুঁজৰ আগত হোৱা স্বাভাৱিক ভয়। আনটো কাৰণও আছিল তেন্তে। অৱশ্যে সি এতিয়া দম্ভ কৰি দেখুৱাবও পাৰে। ভয় খাইছিল ভালকৈয়ে। তাৰ গাত হাত দিওঁতেই বুজি পাইছিলোঁ। থাওক এইবোৰ, কথা বন্ধ কৰিবৰ হ'ল।

সি আন্চেলমোক কলে, "চোৱাঁচোন, অঘৰীটোৱে খোৱাবস্তু আনিছে নেকি? মূৰ্খটোক ওপৰলৈ আহিবলৈ নিদিবা। যিমানেই কি নানক, তাক আৰু আনিবৰ বাবে ঘূৰাই পঠাবা। মোৰ খুব ভোক লাগিছে।"



## ॥ ২৪ ॥

মে মাহ শেষ হওঁ হওঁ—সময় পুৱা। আকাশ পৰিষ্কাৰ—ক'তো অকণ ডাৱৰ নাই। গৰম বতাহ আহি ৰবাৰ্ট জৰ্ডানৰ কান্ধত লাগিছেহি। বৰফবোৰ গৰমৰ বাবে খৰকৈ গলিবলৈ আৰম্ভ কৰিছে। সিহঁতে পুৱাৰ আহাৰ খাইছিল। প্ৰত্যেকৰ বাবে মাংস আৰু ছাগলী-গাখীৰৰ সৰ দিয়া দুখনকৈ চেণ্ড্উইচ্। ৰবাৰ্ট জৰ্ডানে তাৰ কটাৰীৰে সৈতে চকল-চকলকৈ পিঁয়াজ কাটি সেই চেণ্ড্উইচ্ৰ চাৰিওকাষে ভৰ্তি কৰি ললে।

অগষ্টিনে মুখত এমোকোৰা ৰুটি চোবাইছিল, সি কলে, "পিঁয়াজৰ গোন্ধ তোমাৰ নিশ্বাসত হাবি যন পাৰ হৈ ফেচিষ্টৰ নাকত লাগিবগৈ।"

"মদ থকা সেই চামৰাৰ মোনাটো দিয়াচোন, মুখখন পখালি লওঁ," ৰবাৰ্ট জৰ্ডানে কলে। তাৰ মুখতো এমোকোৰা ৰুটি—তাৰ মাজত মাংস, পিঁয়াজ আৰু গাখীৰৰ সৰ।

এনে ভোক তাৰ কেতিয়াও লগা নাই। চামৰাৰ মোনাটোৰ পৰা সি এঢোক মদ খালে—মোনাটোত অলপ আলকাতৰাৰ গোন্ধ পালে। মোনাটো ওভোটাই লৈ তাৰ মুখৰ ভিতৰত মদখিনি পৰাকৈ সি আৰু এঢোক মদ মুখত ঢালি ললে। মোনাটো দাঙি ধৰোঁতে বন্দুক ঢাকিবলৈ সজোৱা গছৰ পাতত লাগিল। মদ ঢালোঁতে বেকাঁ কৰাৰ সময়ত তাৰ মূৰটো পাইন গছৰ ডালত লাগিছিল।

“এইটো চেণ্ডুউইচ্ লাগে নেকি?” অগষ্টিনে আন এটা চেণ্ডুউইচ বন্দুকৰ ওপৰেদি তাৰ ফালে আগবঢ়াই দি সুধিলে।

“নালাগে ধন্যবাদ। তুমিয়েই খোৱা।”

“মই খাব নোৱাৰোঁ। পুৱাই খোৱাৰ অভ্যাস মোৰ নাই।”

“সঁচাকৈয়ে তুমি নোখোৱা নেকি?”

“নাখাওঁ, লোৱা।”

ৰবাৰ্ট জৰ্ডানে হাত পাতি ললে আৰু কোলাৰ ওপৰত থলে। হাতবোমা থকা জেকেটৰ জেপৰ পৰা পিঁয়াজ উলিয়ালে আৰু কাটিবলৈ ছুৰীখন খুলিলে। জেপৰ ভিতৰত লেতেৰা হোৱা পিঁয়াজৰ অংশটো গুচাই পেলালে আৰু তাৰ পিছত ডাঠকৈ এডোখৰ কাটিলে। ওপৰৰ এচটা পিঁয়াজ সৰি পৰিল; কিন্তু সি তুলি ললে আৰু চেণ্ডুউইচৰ মাজত সুমুৱাই দিলে।

অগষ্টিনে সুধিলে, “পুৱাৰ আহাৰৰ লগত সদায় পিঁয়াজ খোৱা নেকি?”

“যদি পোৱা যায়।”

“তোমাৰ দেশত সকলোৱেই খায় নেকি?”

ৰবাৰ্ট জৰ্ডানে কলে, “নাখায়। এনেকৈ পিঁয়াজ খোৱা আমাৰ দেশত পচন্দ নকৰে।”

অগষ্টিনে কলে, “শুনি সুখী হলোঁ। মই সদায় বিশ্বাস কৰি আহিছোঁ যে আমেৰিকা এখন সভ্য দেশ।”

“পিঁয়াজৰ প্ৰতি তোমাৰ এনে বিতৃষ্ণা কিয় হ'ল?”

“তাৰ গোন্ধৰ কাৰণে। গোন্ধ বাদ দিলে পিঁয়াজ আৰু গোলাপ ফুলৰ মাজত একো পাৰ্থক্য নাথাকে।”

খাই থকা অৱস্থাতে ৰবাৰ্ট জৰ্ডানে তাৰ ফালে চাই মিচিকিয়াই হাঁহিলে।

“এৰা, ঠিক গোলাপ ফুলৰ দৰেই,” সি কলে। “একেবাৰে ঠিক যেন এপাহ গোলাপ ফুলহে। মানে গোলাপ ফুল—মানে পিঁয়াজ।”

অগষ্টিনে কলে, “পিঁয়াজ খাই খাই তোমাৰ মূৰটো বেয়া হ'ল। অলপ সাৱধান হবা।”

ৰবাৰ্ট জৰ্ডানে হাঁহি হাঁহি কলে, “পিঁয়াজ, পিঁয়াজেই—মানে এটা পিঁয়াজ।” তাৰ পিছত মনে মনে ভাবিলে,—শিল, মানে প্ৰস্তৰ, মানে ডাঙৰ আৰু সৰু সৰু শিলৰ টুকুৰা।



অগষ্টিনে কলে, “মুখখন মদৰে সৈতে ভালকৈ পখালি লোৱা। তুমি এটা অদ্ভুত মানুহ, ইংলেচ। ইয়াৰ আগতে আমাৰ সৈতে বিস্ফোৰকৰ কাম কৰা মানুহজনৰ লগত তোমাৰ অকণো মিল নাই।”

“তেওঁৰ আৰু মোৰ এটা ডাঙৰ পাৰ্থক্য আছে।”

“কি পাৰ্থক্য? কোৱা।”

ৰবাৰ্ট জৰ্ডানে কলে, “তেওঁৰ মৃত্যু হ'ল, কিন্তু মই এতিয়াও জীয়াই আছো।” তাৰ পিছত সি নিজে নিজে চিন্তা কৰিবলৈ ধৰিলে। আজি তোমাৰ কি হৈছে? এনেকৈ কথা-বতৰা কয়নে? খোৱা বস্তুখিনিৰ বাবেই ইমান স্ফূৰ্তি নে? কি হ'ল তোমাৰ—পিঁয়াজৰ নিচা লাগিল নেকি? কথাবোৰ এতিয়া যেনেকৈ ক'লা, তাৰ অৰ্থ সঁচাকৈয়ে সেয়েই জানো? সি নিজে নিজৰ ওচৰত সঁচা কথা এযাৰ কলে,—এই বিষয়টোৰ বঢ়া-টুটা কোনো দিনেই হোৱা নাই। তাৰ অৰ্থ বেলেগ কৰি দেখুৱাবৰ বাবে তুমি চেষ্টা কৰিছিলা, কিন্তু ব্যৰ্থ হৈছা। বাকী থকা সময় ছোৱাত মিছা কথা কোৱাৰ আৱশ্যক নাই।

সি এইবাৰ গহীন হ'ল আৰু কলে, “নহয় সেই মানুহজনে যথেষ্ট কষ্ট ভোগ কৰিলে।”

“তুমি একা? তুমি কষ্ট পোৱা নাই নেকি?”

ৰবাৰ্ট জৰ্ডানে কলে, “ওহোঁ, জীৱনত কম কষ্ট পোৱা মানুহৰ ভিতৰত মইও এজন।”

“মইও কষ্ট ভোগ কৰা নাই”, অগষ্টিনে কলে, “কিছুমান মানুহ আছে যি খুব কষ্ট ভোগ কৰে। কিছুমানে আকৌ একেবাৰে কষ্ট নাপায়। মই একেবাৰে কষ্ট পোৱা নাই।”

মদৰ বটলটো মুখৰ ওপৰত ধৰি ৰবাৰ্ট জৰ্ডানে কলে, “তেন্তে ভালেই এইটো বস্তু খালে আৰু কম কষ্ট পোৱা যায়।”

“আনৰ বাবেহে মই কষ্ট অনুভৱ কৰো।”

“সকলো সৎ মানুহেই তেনেকৈ অনুভৱ কৰে।”

“নিজৰ ক্ষেত্ৰত কিন্তু খুব কম কষ্ট অনুভৱ কৰো।”

“তোমাৰ পৰিবাৰ আছেনে নাই?”

“নাই।”

“মোৰো নাই।”

"কিন্তু তুমি এতিয়া মেৰিয়াক পাইছা।"

"ওঁ।"

অগষ্টিনে কলে, "এই এটা সচৰাচৰ নোহোৱা ঘটনা। ৰেলগাড়ী আক্ৰমণ কৰিবৰ সময়ত মেৰিয়া আমাৰ হাতত পৰে। তেতিয়াৰ পৰা পিলাৰে তাইক আমাৰ পৰা আঁতৰাই ৰাখিছে আৰু এনে ধৰণে শাসন কৰিছে যে দেখিলে তাইক কাৰ্মেলাইট মঠৰ সন্যাসিনী যেনহে লাগে। পিলাৰে যে তাইক কেনে ধৰণে আবৃৰত ৰাখিছে, তুমি কল্পনাও কৰিব নোৱাৰা। তুমি অহা মাত্ৰকে উপহাৰ দিয়াদি পিলাৰে তাইক তোমাৰ ওচৰত গঁপি দিলে। তুমি কি ভাবা এই বিষয়ে?"

"তুমি কোৱাদৰে নহয়।"

"তেনেহলে কি?"

"তাই নিজেহে মোৰ আশ্ৰয় লৈছে।"

"তোমাৰ আশ্ৰয়ৰ অৰ্থ হ'ল—ওৰে নিশা তাইৰ সৈতে ধেমালি কৰা—নহয় জানো?"

"ভাগ্য ভাল হলে এনেকুৱা হয়েই।"

"আশ্ৰয় দিয়াৰ পদ্ধতি অদ্ভুত তোমাৰ।"

"এনেকৈ কাৰোবাক আশ্ৰয় দান কৰিব পাৰি বুলি তুমি নাভাবা নেকি?"

"এনেকৈ কাৰোবাক আশ্ৰয় দান কৰিব পাৰি বুলি তুমি নাভাবা নেকি?" is followed by:

"ভাবোঁ, কিন্তু তাইক এনে আশ্ৰয় ·আমাৰ ভিতৰৰ যি কোনো এজনে দিব পাৰিলেহেঁতেন।"

ৰবাৰ্ট জৰ্ডানে কলে, "এইবোৰ কথা বেচিকৈ পতাৰ লাভ নাই। মই তাইক সঁচাকৈয়ে ভাল পাওঁ।"

"সঁচাকৈয়ে নে?"

"পৃথিবীত ইয়াতকৈ ডাঙৰ সত্য আন একো নাই।"

"পিছত কি হবগৈ? দলঙৰ কাম শেষ হোৱাৰ পিছত?"

"মোৰ লগত যাব।"

অগষ্টিনে কলে, "তেতিয়াহলে কাৰো একো কবৰ নাই। তোমালোক যাবাগৈ। তোমালোকৰ মঙ্গল হওক।"

মদ থকা চামৰাৰ মোনাটো তুলি লৈ সি অলপ সৰহকৈ খাই ললে আৰু ৰবাৰ্ট জৰ্ডানৰ হাতত দিলে।



"আৰু এটা কথা, ইংলেচ।"

"কোৱা।"

"মইও তাইক খুব ভাল পাওঁ।"

ৰবাৰ্ট জৰ্ডানে হাত এখন তাৰ কান্ধৰ ওপৰত থলে।

অগষ্টিনে কলে, "খুব ভাল পাওঁ—খু-উ-ব। কোনেও সেই অনুভূতি কল্পনা কৰিব নোৱাৰে।"

"মই পাৰোঁ।"

"তাই মোৰ ওপৰত যি এটা প্ৰভাৱ পেলাইছে, তাক সহজে আঁতৰোৱা কঠিন।"

"মই অনুমান কৰিব পাৰিছোঁ।"

"চোৱা, মই যি কৈছোঁ, একেবাৰে অন্তৰৰ পৰা কৈছোঁ।"

"কৈ থাকাঁ।"

"মই আজিলৈকে তাইৰ গাত হাত দিয়া নাই; তাইৰ লগত একো ঘনিষ্ঠতাও কৰা নাই; কিন্তু তাইক মই খুব ভাল পাওঁ। ইংলেচ, তাইক তুমি কেতিয়াও হেয় নকৰিবা। তোমাৰ সৈতে শোৱে বুলিয়েই তাই বেশ্যা নহয়।"

"মই তাইৰ যত্ন লম।"

"তোমাৰ ওপৰত মোৰ বিশ্বাস আছে। কিন্তু এয়েই নহয় আৰু কথা আছে। বিপ্লৱ নোহোৱা হলে, তাইৰ দৰে ছোৱালীৰ জীৱন কেনে হলহেঁতেন, তুমি কল্পনাও কৰিব নোৱাৰা। তোমাৰ এতিয়া বহুতো দায়িত্ব। তাই জীৱনত বহুত দুখ পাইছে। তাই আমাৰ দৰে নহয়।"

"মই তাইক বিয়া কৰাম।"

"নাই, সেইটো নকৰিবা। বিপ্লৱ হৈ গলে বিয়াৰ কোনো প্ৰয়োজন নাই। কিন্তু", সি মূৰটো জোকাৰি কলে, "বিয়া কৰিলে ভালেই হব।"

"মই বিয়া কৰাম", ৰবাৰ্ট জৰ্ডানে কলে; কথা কওঁতে যে মাত তাৰ থোকাথুকি হৈছে সি গম পালে,

"তাইক মই খুব ভাল পাওঁ।"

অগষ্টিনে কলে, "সেইটো পিছে পৰে হব যেতিয়া সুবিধা হয়। আচল কথা হল ইচ্ছা থকাটোহে।"

"মোৰ ইচ্ছা আছে।"

"শুনা", আগষ্টিনে কলে, "হস্তক্ষেপ কৰাৰ অধিকাৰ নথকা সত্ত্বেও এই বিষয়ত মই বহুতো কথা কলোঁ। বাৰু, এই দেশৰ অধিক গাভৰুৰ সৈতে তোমাৰ কথা-বতৰা হৈছেনেকি ?"

"কেইগৰাকী মানৰ সৈতে হৈছে।"

"বেশ্যা নেকি ?"

"কিছুমান নহয়।"

"কিমান ?"

"কেইবাজনীও।"

"সিহঁতৰ লগত শুইছিলাও নেকি ?"

"নাই।"

"তেন্তে বুজি পাবাই।"

"নিশ্চয়।"

"মোৰ মতে মেৰিয়াই নভবা নিচিন্তাকৈ এই কাম কৰা নাই।"

"মইও কৰা নাই।"

"তেনে কৰিছা বুলি ভবা হলে, তোমাক কালি ৰাতি তাইৰ লগত শুই থাকোঁতেই গুলী কৰি মাৰিলোঁহেঁতেন। এনেবোৰ কাৰণত আমাৰ দেশত আমি মানুহকে মাৰি পেলাওঁ।"

ৰবাৰ্ট জৰ্ডানে কলে, "শুনা বন্ধু, আমাৰ ক্ষেত্ৰত যি অনিয়ম দেখিছা, সি মাত্ৰ সময়ৰ অভাৱৰ কাৰণে। সময় আমাৰ একেবাৰে নাই। কালিলৈকে আমি যুদ্ধ কৰিব লাগিব। যুদ্ধ কৰাটো মোৰ পক্ষে অৱশ্যে একো নহয়। কিন্তু মেৰিয়া আৰু মোৰ বাবে এইকণ সময়ৰ ভিতৰতে জীৱনৰ সকলোখিনি নিহিত হৈ আছে।"

"এটা দিন আৰু এটা ৰাতি সঁচাকৈয়ে খুব কম সময়" আগষ্টিনে কলে।

"হয়। কিন্তু লগতে কালিৰ দিনটো, তাৰ আগৰ নিশাটো আৰু কালিৰ ৰাতিটোও আছিল।"

"বাৰু", অগষ্টিনে কলে, "মই তোমাক কিবা সহায় কৰিব পাৰোঁনেকি ?"

"নেলাগে। সাহায্যৰ কোনো প্ৰয়োজন নাই।"

"তোমাৰ আৰু সেই চুটি চুলিৰ ছোৱালীজনীৰ বাবে মই কিবা কৰিব পৰা হলে—।"



"কোনো আৱশ্যক নাই।"

"সঁচা, এজন মানুহে আন এজনৰ বাবে কিমানখিনিয়েই বা কৰিব পাৰে।"

"বহুতো পাৰে।"

"কি ?"

"কালি আৰু আজিৰ যুঁজ-সম্পৰ্কীয় যিয়েই কি ঘটনা নহল কিয়, মোৰ ওপৰত মাত্ৰ আস্থা ৰাখিবা আৰু অন্যায় বুলি বিবেচিত হলেও আদেশ পালন কৰিবা।"

"তোমাৰ ওপৰত মোৰ আস্থা আছে। সেই অশ্বাৰোহী সৈন্য আৰু ঘোঁৰাটো আঁতৰাই পঠিওৱা দিন ধৰি তোমাৰ ওপৰত মোৰ আস্থা হৈছে।"

"সেইটো একো ডাঙৰ ঘটনা নহয়। আমি এটা উদ্দেশ্য লৈ কাম কৰিছোঁ। যুদ্ধত জয়ী হব লাগিব। যদি যুদ্ধত জয়ী হব নোৱাঁৰো তেন্তে আন সকলোবোৰ কাম ব্যৰ্থ হৈ যাব। কাইলৈ আমাৰ বাবে এটা বিশেষ কাম আছে। অত্যন্ত প্ৰয়োজনীয় কাম। আমি যুদ্ধও কৰিব লাগিব। যুদ্ধ কৰিবলৈ শৃঙ্খলাৰ প্ৰয়োজন। কাৰণ বহুতো কথাৰ বাহ্যিক আৰু আন্তৰিক ৰূপ বেলেগ। শৃঙ্খলাৰ বাবে আস্থা আৰু বিশ্বাস প্ৰয়োজনীয়।"

অগষ্টিনে মাটিত থুৱাই দিলে।

"মেৰিয়াৰ কথা এইবোৰৰ পৰা বেলেগ", সি কলে, "তেজ-মাঙহৰ মানুহ হিচাপে মেৰিয়া আৰু তুমি যিকণ সময় পোৱা তাৰ সদ্ব্যৱহাৰ কৰা উচিত। এই ক্ষেত্ৰত মোৰ সাহায্য বিচাৰিলেই পাবা। কাইলৈৰ বাবে মই তোমাৰ আদেশ আনৰ দৰে পালন কৰিম। যদি মৰিবও লাগে তেন্তে আনন্দৰে আগবাঢ়ি যাম।"

ৰবাৰ্ট জৰ্ডানে কলে, "মইও তাকে ভাবোঁ কিন্তু তোমাৰ মুখত এনে কথা শুনি বৰ ভাল পালোঁ।"

"আৰু এটা কথা," অগষ্টিনে ওপৰত থকা প্ৰিমিটোভলৈ আঙুলিয়াই কলে, "সেই ওপৰত থকা মানুহটো খুব নিৰ্ভৰযোগ্য। পিলাৰ সম্বন্ধে তোমাৰ যি ধাৰণা তাতোকৈও তাই বেচি নিৰ্ভৰযোগ্য। বুঢ়া আনচেলমোও তেনে আন্দ্ৰেজ ও। এলাদিও নীৰৱে থাকে যদিও খুব নিৰ্ভৰযোগ্য। আৰু ফাৰ্ণাণ্ডো তুমি তেওঁৰ বিষয়ে কি ভাবা মই নাজানো। মানুহটো পাৰাতকৈও গধুৰ মনৰ আৰু ৰাস্তাত গাড়ীটনা বলধৰ দৰে নিৰ্বিকাৰ। কিন্তু যুদ্ধ কৰিবৰ

সময়ত আৰু আদেশ পালনৰ ক্ষেত্ৰত, সি একেবাৰে খাটি মানুহ। তুমি নিজেই দেখিবা।”

“আমাৰ ভাগ্য ভাল।”

“নহয়, আমাৰ ভিতৰত দুটা বেয়া মানুহ আছে—সেই অঘৰীটো আৰু পাব্‌লো। অৱশ্যে আমি আবৰ্জনাৰ স্তূপ নহয় আৰু সর্দোৰ দল আমাতকৈও ভাল।”

“তেন্তে সকলোফালৰ পৰাই ভাল।”

“হয়”, অগষ্টিনে কলে, “কিন্তু মোৰ মতে আজিয়েই কামটো হোৱা হলে ভাল আছিল।”

“মইও তাকে ভাবোঁ। শেষ কৰাই ভাল। কিন্তু আজি নহয়।”

“কামটো কঠিন হব নেকি?”

“হব পাৰে।”

“তোমাক আজি খুব বঙীয়াল যেন লাগিছে, ইংলেচ।”

“এৰা।”

“মোৰো আজি বঙ্‌ লাগিছে। মেৰিয়া সম্পৰ্কে যিবোৰ কথা কলোঁ, তাৰ পিছতো।”

“কি কাৰণে জানা নেকি?”

“নাজানো।”

“মইও নাজানো। বোধহয় আজিৰ দিনটোৱেই ভাল।”

“কোনে জানে—হয়তো আমি সোনকালেই যুঁজ কৰিব লগা হব—সেই বাবে।”

“মইও তাকে ভাবোঁ”, ৰবার্ট জর্ডানে কলে, “কিন্তু আজি নহয়। আজি যুদ্ধ নোহোৱাটোৱেই বাঞ্ছনীয়—এইটো আটাতকৈ দৰকাৰী কথা।”

কথা কৈ থাকোঁতেই সি শব্দ শুনিবলৈ পালে। গছ বিলাকত গৰম বতাহ বৈছে—সেই বতাহৰ শব্দ ভেদ কৰি বহুত দূৰৰ পৰা আন এটা শব্দ উটি অহা যেন লাগিল। সি ঠিক ধৰিব পৰা নাই—মুখখন মেলি কাণপাতি সি শুনিবলৈ ধৰিলে আৰু ওপৰত থকা প্ৰিমিটোভলৈ চালে। প্ৰথমতে ধাৰণা হ'ল যেন সি কিবা এটা শুনিছে। কিন্তু পিছ মুহূৰ্ততে নিস্তব্ধ। পাইন গছবিলাকত বতাহ লাগিছে—তথাপিও ৰবার্ট জর্ডানে একাণপতীয়াকৈ শুনিবৰ বাবে চেষ্টা কৰিলে। বতাহৰ লগত অহা ক্ষীণ শব্দ সি এতিয়া শুনিবলৈ পালে।



“মোৰ অৱশ্যে বিশেষ ক্ষতি হোৱা নাই”, আগষ্টিনে কৈ গ'ল, “মেৰিয়াক আৰু কেতিয়াও নাপাওঁ কিন্তু তাৰ বাবে মোৰ আক্ষেপ নাই। আগৰ দৰে বেশ্যাবিলাক লৈয়েই থাকিম।”

সি কলে, “মনে মনে থাকা” অগষ্টিনৰ কথাত সি মনোযোগ দিয়া নাই। সি তাৰ কাষতে মূৰটো ঘূৰাই লৈ পৰি আছে। অগষ্টিনে হঠাতে তাৰ ফালে চালে।

“কি হ'ল?” সি সুধিলে।

ৰবার্ট জর্ডানে হাতখন মুখৰ ওপৰত দি কাণপাতি শুনিবলৈ ধৰিলে। শব্দটো আকৌ আহিছে খুব ক্ষীণ, খট্‌খট্‌ কৰা এটা শব্দ সি বহুত দূৰৰ পৰা অহা যেন অনুমান কৰিলে। কিন্তু এতিয়া ভুল হোৱাৰ কোনো সম্ভাৱনা নাই। অটো-মেটিক ৰাইফলৰ পৰা ক্ৰমাগতভাৱে কৰা গুলীৰ শব্দ আখৈ ফুটাদি ফুটিছে। বহুত দূৰৈত যেন মুঠিয়ে মুঠিয়ে ফট্‌কাহে ফুটাইছে বহুত দূৰৈত—মনেৰে ঢুকি পোৱাৰ বাহিৰত।

ৰবার্ট জর্ডানে প্ৰিমিটোভলৈ চালে—সি মূৰ তুলি সিহঁতৰ ফালে চাইছে—হাতেৰে কাণখন সোপা মাৰি ধৰিছে। চকুৰে চকুৰে পৰিলত প্ৰিমিটোভে পাহাৰৰ আটাইতকৈ ওখ অংশটোৰ ফালে আঙুলিয়াই দেখুৱালে।

ৰবার্ট জর্ডানে কলে, “এল্ সর্দোৰ আড্ডাত যুদ্ধ চলিছে।”

আগষ্টিনে কলে, “বলা, আমিও সহায় কৰোঁগৈ। মানুহবোৰ গোটোৱাঁ—বলা যাওঁ।”

ৰবার্ট জর্ডানে কলে, “নহয়, আমি ইয়াতে থাকিম।”

# ॥ ২৫ ॥

ওপৰৰ পৰ্যবেক্ষণ—ঘাটিত থিয় হৈ থকা প্ৰিমিটোভৰ ফালে ৰবাৰ্ট জৰ্ডানে মূৰ তুলি চালে। তাৰ হাতত ৰাইফল আৰু আঙুলিয়াই আঙুলিয়াই সেইফালে দেখুৱাইছে। ৰবাৰ্ট জৰ্ডানে মূৰটো দুপিয়াই দেখুৱালে, কিন্তু মানুহটোৱে আঙুলিবোৰ দেখুৱাই থাকিল। সি হাতখনেৰে বাৰে বাৰে নিজৰ কাণ ঢাকিছে আৰু লগতে আঙুলিৰে দেখুৱাইছে কিজানি ইহঁতে তাৰ কথা বুজিব পৰা নাই। অহা বুলি

"তুমি এই বন্দুকটোৰ ওচৰত থাকা কিন্তু যেতিয়ালৈকে এইফালে নচ-নিশ্চিত নোহোৱা তেতিয়ালৈকে গুলী নকৰিবা। সৌ জোপোহাটোৰ ওচৰ পালৈকে গুলী নকৰিবা", ৰবাৰ্ট জৰ্ডানে আঙুলিয়াই দেখুৱালে, "বুজিছানে?"

"বুজিছোঁ, কিন্তু—"

"কিন্তু বুলিবলৈ নাই। পিছত তোমাক বুজাই কম। মই এতিয়া প্ৰিমি-টোভৰ ওচৰলৈ যাওঁ।"

আন্‌চেল্‌মো ওচৰত থিয় হৈ আছিল। সি বুঢ়াক কলে, "বুঢ়া, তুমি অগষ্টিনৰ সৈতে বন্দুকৰ ওচৰত থাকা।" সি খুব লাহে লাহে কলে "তাত ব্যগ্ৰতা নাই। অশ্বাৰোহী সৈন্য ভিতৰলৈ নহালৈকে সি কেতিয়াও গুলী চলাব নালাগে। সিহঁত যদি কেৱল দেখা দিয়ে তেন্তে সিহঁতক আমনি কৰিব নেলাগে—আগৰবাৰ যেনে কৰিছিলোঁ। ঠিক তেনেকৈ। যদি সি একান্তই গুলী কৰিবলগীয়া হয় তেন্তে বন্দুকৰ পেং ভুডাল টানকৈ ধৰি থাকিবা গুলী শেষ হলে নতুন গুলী তাৰ হাতত তুলি দিবা।"



বুঢ়াই কলে, "ভাল কথা। কিন্তু লা গ্ৰান্‌জালৈ যোৱাৰ কি হব?"

"পিছে-পৰে হব।"

ধূসৰ বৰণীয়া শিলৰ ওপৰেদি, কাষেদি বগুৱাবাই ৰবাৰ্ট জৰ্ডান ওপৰলৈ উঠিল—তাৰ হাতৰ তলুৱাত তিতি থকা শিলবোৰ লাগিছিল—সূৰ্যৰ তাপত শিলবোৰৰ ওপৰত থকা বৰফবোৰ এতিয়া খৰকৈ গলিছে। শিলবোৰৰ ওপৰ অংশটো এতিয়া প্ৰায় শুকাই আহিছে। বগুৱাবাই ওপৰলৈ উঠোঁতে সি সমগ্ৰ অঞ্চলটো নিৰীক্ষণ কৰিলে—ওচৰত পাইন গছৰ শাৰী, দীঘলীয়া উপত্যকা, তাৰ সিপাৰে পাহাৰৰ গাৰ পৰা নামি অহা ভূমিখণ্ড। দুটা ডাঙৰ শিলৰ পাছফালে এটা গাঁতত প্ৰিমিটোভ ঠিয় হৈ আছিল। সি তাৰ কাষত থিয় হ'ল। ৰ'দত ক'লা পৰা মুখৰ চুটি মানুহটোৱে তাক কলে, "সিহঁতে সৰ্দোক আক্ৰমণ কৰিছে। আমি কি কৰিম?"

ৰবাৰ্ট জৰ্ডানে কলে, "একো কৰিবলৈ নাই।"

ইয়াত এতিয়া সি গুলীৰ শব্দ স্পষ্টকৈ শুনিবলৈ পালে। কাষৰ ভূমিখণ্ডৰ ওপৰেদি সি চাই পঠিয়ালে বহুত দূৰৈত, উপত্যকাৰ সিপাৰে পাহাৰলৈ উঠি যোৱা ভূখণ্ডৰ ওপৰেদি এজাক অশ্বাৰোহী সৈন্য আগবাঢ়িছে। সিহঁত কাষৰ হাবিৰ পৰা ওলাই আহি বৰফৰে ঢকা এঢলীয়া পাহাৰ বগাই গুলী হোৱা ঠাইলৈ বুলি গৈ আছে। অসমান দুটা শাৰীত ঘোঁৰা আৰু মানুহবোৰ গৈ থকা সি দেখিবলৈ পালে। কোণাকোণি ভাবে পাহাৰ বগাওঁতে মানুহ আৰু ঘোঁৰাবোৰ বৰফৰ বিপৰীতে ক'লা ক'লা দেখা গৈছে। দুটা শাৰীৰ সৈন্যদল পৰ্বতৰ শৃঙ্গ পাৰ হৈ পুনৰ হাবিত সোমাল।

প্ৰিমিটোভে নীৰস আৰু উত্তেজনাহীন ভাবে কলে, "আমি সিহঁতক সহায় কৰিব লাগিব।"

ৰবাৰ্ট জৰ্ডানে কলে, "অসম্ভৱ। ৰাতিপুৱাৰ পৰা মই এই আশঙ্কাই কৰি আহিছিলোঁ।"

"কেনেকৈ বুজিলা?"

"কালি ৰাতি সিহঁত ঘোঁৰা চুৰি কৰিবলৈ গৈছিল। তেতিয়া বৰফ পৰা বন্ধ হৈছিল। শত্ৰুৱে সিহঁতৰ খোজৰ দাগ অনুসৰণ কৰি সেইখিনি পাইছেগৈ।"

"কিন্তু আমি সিহঁতক সহায় কৰিবই লাগিব। সিহঁতক অকলে এৰি দিব নোৱাৰি। সিহঁত আমাৰ কমৰেড্।"

ৰবাৰ্ট জৰ্ডানে তাৰ কান্ধৰ ওপৰত হাত এখন থলে। "আমি একো কৰিব নোৱাৰোঁ," সি কলে, "কৰিব পৰা হলে নিশ্চয় কৰিলোঁহেঁতেন।"

"ওপৰেদি সিহঁতৰ তালৈ যোৱা বাট এটা আছে। ঘোঁৰা আৰু বন্দুক দুটাৰে সৈতে আমি সেই বাটেদি যাব পাৰোঁ। তলত থকা বন্দুকটো আৰু তোমাৰটোও। এনেকৈ আমি সিহঁতক সহায় কৰিব পাৰোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "শুনা—।"

প্ৰিমিটোভে কলে, "মই কেৱল সেই শব্দহে শুনিছোঁ।"

ওপৰা ওপৰিকৈ নেৰানেপেৰা গুলীৰ শব্দ কাণত পৰিছিলহি। তাৰ পিছত সিহঁতে হাতবোমাৰ শব্দ শুনিবলৈ পালে—অটোমেটিক ৰাইফলৰ কৰ্কশ শব্দৰ মাজে মাজে বিস্ফোৰণৰ শব্দ।

"সিহঁতৰ উপায় নাই;" ৰবাৰ্ট জৰ্ডানে কলে, "বৰফ পৰা বন্ধ হোৱাৰ লগে লগে সিহঁতৰ ৰক্ষা পোৱাৰ আশাও নাইকিয়া হ'ল। আমি তালৈ গলে আমাৰো উপায় নোহোৱা হব। আমাৰ যিখিনি শক্তি আছে তাক ভাগ কৰা সম্ভৱ নহয়।"

প্ৰিমিটোভৰ দুইটা কোৱাৰীৰ ওপৰত, ওঁঠত আৰু ডিঙিত শুভ্ৰ ডাড়ি। মুখৰ বাকী অংশ চেপেটা আৰু ৰ'দত ক'লা পৰা ভগা নাক, ভিতৰলৈ সোমোৱা ধূসৰ বৰণৰ চকু। প্ৰিমিটোভলৈ চাই চাই ৰবাৰ্ট জৰ্ডানে দেখিলে মুখৰ দুয়ো কাষৰ আৰু ডিঙিৰ শিৰৰ ওপৰত থকা ডাড়িবোৰ থিয় হৈ উঠিছে।

"শুনা," সি কলে, "সকলোকে শেষ কৰিলে।"

"যদি গাঁতটো বেৰি ধৰে তেন্তে সেয়েই হব," ৰবাৰ্ট জৰ্ডানে কলে, "দুই এজন হয়তো পলাই সাৰিব পাৰে।"

"এতিয়া গলে আমি সিহঁতক পিছফালৰ পৰা আক্ৰমণ কৰিব পাৰিম," প্ৰিমিটোভে কলে, "ঘোঁৰা লৈ আমি চাৰিজন যাওঁহক।"

"তাৰ পিছত? পিছফালৰ পৰা আক্ৰমণ কৰিলে কি হব?"

"আমি সৰ্দাৰৰ লগ লাগিম।"

"মৰিবলৈ নেকি? সূৰ্যলৈ মন কৰা—গোটেই দিনটো আগত আছে।"

আকাশখন খুব ওখ যেন দেখাইছে—ডাৱৰৰ লেশ নাই। সূৰ্যৰ প্ৰখৰ তাপ আহি সিহঁতৰ পিঠিত পৰিছিলহি। তলৰ উপত্যকাৰ দক্ষিণাংশত থকা এচলীয়া ঠাইডোখৰৰ অ'ত ত'ত বৰফ গলি মুকলি হৈ পৰিছে। পাইন



গছবোৰৰ পৰা বৰফবোৰ গলি গলি সৰি পৰিছে। বৰফ গলি তিতি থকা তলৰ শিলবোৰৰ ওপৰত সূৰ্যৰ প্ৰখৰ তাপ পৰাত অলপ অলপ বাষ্প ওলাইছে।

ৰবাৰ্ট জৰ্ডানে কলে, "এই ঘটনা তুমি সহ্য কৰিব লাগিব। যুদ্ধত এনে ঘটনা হয়েই।"

"আমি একো কৰিব নোৱাৰোঁনে? সঁচাকৈয়ে নোৱাৰোঁনে?" প্ৰিমিটোভে তাৰ চকুলৈ চালে। ৰবাৰ্ট জৰ্ডানে বুজিলে যে প্ৰিমিটোভে তাৰ ওপৰত সম্পূৰ্ণ আস্থা ৰাখে। "মোকে আৰু আন এজনক সৰু মেচিনগান এটা দি পঠাব নোৱাৰানে?"

ৰবাৰ্ট জৰ্ডানে কলে, "তাৰ পৰা একো লাভ নহয়।"

তাৰ ভাব হ'ল যে সি যি বিচাৰিছে তাক হয়তো সি দেখা পাইছে; কিন্তু নহয়, শেন-চৰাই এটা বতাহৰ সোঁতত তললৈ নামি আহি পুনৰ দূৰৰ পাইন গছৰ ওপৰেদি উৰি গ'ল। "আমি আটাইবোৰ গলেও একো লাভ নহয়", সি কলে।

ঠিক সেই সময়তে গুলীৰ শব্দৰ তীব্ৰতা দুগুণে বৃদ্ধি পালে—মাজে মাজে হাতবোমাৰ বিস্ফোৰণৰ শব্দও শুনা গ'ল।

প্ৰিমিটোভৰ চকুত পানী, গাল দুখন মাজে মাজে সঙ্কুচিত হৈ উঠিছে। অপৰিসীম নিষ্ঠাৰে প্ৰাৰ্থনাৰ ভঙ্গীৰে সি অশ্লীল ভাষাৰে গালি পাৰিবলৈ ধৰিলে, "তইঁত জহন্নামে যা। হে ভগবান, মেৰী মাতৃ, সিহঁতক বিষ্ঠাৰ পাত্ৰত ভৰাই শেষ কৰি দিয়া।"

ৰবাৰ্ট জৰ্ডানে কলে, "শান্ত হোঁৱা। সোনকালেই সিহঁতৰ লগত যুদ্ধ কৰাৰ সুযোগ পাবা। এইয়া পিলাৰ আহিছে।"

পিলাৰে সিহঁতৰ পিনে উঠি আহিছিল। শিলৰ মাজে মাজে আহোঁতে তাইৰ গতিত বাধা পৰিছিল।

প্ৰত্যেকবাৰ গুলীৰ শব্দৰ লগে লগে অগষ্টিনে কবলৈ ধৰিলে, "হতশ্ৰী হ। হে ভগবান, মেৰী মাতৃ, ইহঁতক শেষ কৰি দিয়া।" ৰবাৰ্ট জৰ্ডানে পিলাৰক সহায় কৰিবলৈ নামি গ'ল।

খুব কষ্টেৰে শেষ শিলটো তাই পাৰ হৈ আহিল। ৰবাৰ্ট জৰ্ডানে তাইৰ হাতত ধৰি ওপৰলৈ তুলিলে। তাৰ পৰা সুধিলে, "কি খবৰ?"

"দূৰবীন" তাই কলে, আৰু ফিটাডাল মূৰৰ ওপৰেদি উলিয়াই আনিলে, "তেনেহলে এইবাৰ সৰ্দাৰৰ পাল।"

"এৰা।"

"আয়ৈ দেহি—সৰ্দো বেচেৰা।"

ওপৰলৈ উঠি অহা বাবে তাই ঘনঘনকৈ উশাহ লৈছিল। ৰবাৰ্ট জৰ্ডানৰ হাতখন তাইৰ হাতত সুমুৱাই লৈ তাই টানকৈ ধৰি থাকিল আৰু সমুখৰ ঠাইডোখৰলৈ চাই পঠিয়ালে।

"যুঁজৰ অৱস্থা কেনে বুলি ভাবা?"

"বেয়া—খুব বেয়া।"

"তাৰ তেন্তে এয়ে শেষ?"

"মই তাকে ভাবোঁ।"

"আয়ৈ দেহি—বেচেৰা", তাই কলে, "সেই ঘোঁৰাবোৰৰ কাৰণে নিশ্চয়।"

"বোধহয়।"

"বেচেৰা", পিলাৰে কলে, "ৰাফেলে অশ্বাৰোহী সৈন্য সম্বন্ধে মোক এখন উপন্যাস শুনাই আহিছে। কোন্ আহিছিল?"

"এটা পহৰীয়া দল আৰু এটা স্কোৱাড্ৰনৰ এটা অংশ।"

"কিমান দূৰলৈ আহিছিল?"

পহৰীয়া দলটো আহি ৰোৱা ঠাই ডোখৰ ৰবাৰ্ট জৰ্ডানে আঙুলিয়াই দেখুৱালে আৰু বন্দুকটো লুকাই থোৱা ঠাই ডোখৰো দেখুৱালে। সিহঁত থিয় হৈ থকা ঠাইৰ পৰা আঁৰত থকা অগষ্টিনৰ ভৰিৰ এপাট বুটজোতা ওলাই থকা চকুত পৰিছিল।

"অঘৰীটোৱে কৈছিল হেনো সিহঁত আহি ইমান ওচৰ পাইছিলহি যে বন্দুকৰ নলটো দলপতিৰ ঘোঁৰাৰ বুকুত লাগিছিল গৈ। বুৰ্বকৰ জাত!—তোমাৰ দূৰবীনটো গুহাত আছিল।"

"তুমি বস্তুবোৰ সামৰিলা নেকি?"

"যিখিনি পাৰো কৰিলোঁ। পাব্লোৰ কিবা খবৰ আছে নেকি?"

"সি অশ্বাৰোহী দলতকৈ চল্লিশ মিনিট আগবাঢ়ি আছে। তাৰ খোজৰ দাগ অনুসৰণ কৰি সিহঁত গ'লগৈ।"

পিলাৰে তালৈ চাই হাঁহিলে। তাই তেতিয়াও তাৰ হাতখন ধৰি আছিল, এতিয়া লাহেকৈ এৰি দিলে। "সিহঁতে পাব্লোক কেতিয়াও দেখা নাপায়," তাই কলে, "এইবাৰ সৰ্দোৰ কথা পাতোঁহঁক আমি কিবা কৰিব পাৰোঁ নেকি।"



"একো কৰিব নোৱাৰোঁ।"

"আয়ৈ দেহি, বেচেৰা", তাই কলে, "সৰ্দোক মই খুব ভাল পাইছিলোঁ। তুমি তাৰ ভাগ্য সম্বন্ধে নিশ্চিত নে?"

"এৰা, বহুত অশ্বাৰোহীৰ দল দেখিলোঁ।"

"ইয়ালৈ অহাতকৈও বেচি নে?"

"এটা পূৰা সৈন্যৰ দল তালৈ উঠি গৈছে।"

"সেইয়া শুনা", পিলাৰে কলে, "সৰ্দো বেচেৰা।"

সিহঁতে কাণ পাতি গুলীৰ শব্দ শুনিবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে কলে, "প্ৰিমিটোভ তালৈ যাব খুজিছিল।"

"বলিয়া হ'লা নেকি?" পিলাৰে চেপেটা মুখৰ মানুহটোলৈ চাই সুধিলে, "এইবোৰ কি ধৰণৰ বলিয়া পুহিছোঁ আমি?"

"মই সিহঁতক সহায় কৰিব খুজিছোঁ।"

"হয় নেকি?" পিলাৰে কলে, "চোৰাঁ, কি আচৰিত মানুহ। বুজি পোৱা নাইনে যে অকাৰণত তালৈ নোযোৱাকৈয়ে ইয়াতে সোনকালে মৰিব পাৰিবা?"

ৰবাৰ্ট জৰ্ডানে তাইলৈ চালে—বাদামী ৰঙৰ এখন গধুৰ মুখ ৰেড্ ইণ্ডিয়ানৰ দৰে ওলাই থকা গালৰ হাড়, বহল ক'লা চকু আৰু হাঁহিৰে ভৰা। ওপৰৰ ওঁঠটো ডাঠ আৰু তিক্ত অভিজ্ঞতাৰে ভৰা।

"পুৰুষৰ দৰে কাম কৰিবলৈ শিকা", তাই প্ৰিমিটোভক কলে, "তুমি এতিয়া সাবালক পুৰুষ। মূৰৰ চুলিও পকিল দেখোন।"

"ঠাট্টা নকৰিবা", প্ৰিমিটোভে খঙেৰে কলে, "এটা মানুহৰো যদি অলপ দয়া-মৰম আছে—অকণমানো যদি কল্পনা শক্তি আছে—।"

"তেন্তে সি সংযম কৰিবলৈ শিকিব লাগে", পিলাৰে কলে, "আমাৰ লগতে তুমিও সোনকালেই মৰিব পাৰিবা। তাৰ বাবে অচিন লোকৰ লগ লাগিব নেলাগে। তোমাৰ যিহে কল্পনা শক্তি দেখিলোঁ—তাতকৈ অঘৰীটোৰে আছে। সি যে কি সাধু নকলে মোক।"

"দেখাহলে তুমি সাধু আখ্যা নিদিলাহেতেন", প্ৰিমিটোভে নিৰ্দিষ্ট পথেৰে যোৱা চাই থাকিল। কিন্তু তাৰ পিছতে প্লেনখন বহলকৈ ঘূৰি তললৈ চোঁ মাৰি নামি আহিল আৰু সেই ওখ ঠাইডোখৰৰ চাৰিওফালে দুবাৰ ঘূৰিলে। তাৰ পিছত চেগভিয়াৰ পিনে উৰি গ'ল।

ৰবাৰ্ট জৰ্ডানে পিলাৰলৈ চালে। তাইৰ কপালত ঘামে দেখা দিছিল—তাই মূৰটো জোকাৰিলে। তাই তেতিয়া তলৰ ওঁঠটো দাঁতেৰে কামুৰি আছিল।

"প্ৰত্যেকবে এটা নহয় এটা ভয়ৰ কাৰণ আছে। মোৰ বাবে এই বস্তুটো"—পিলাৰে কলে।

"মোৰ ভয়টো তোমাৰ গাত লগা নাইতো ?" প্ৰিমিটোভে ঠাট্টাৰ সুৰত সুধিলে।

তাই হাতখন তাৰ কান্ধৰ ওপৰত থৈ কলে, "নাই। তোমাৰ ভয় কৰিব লগীয়া একো নাই। মই সেইটো জানো। তোমাৰ লগত বেচিকৈ ঠাট্টা-মস্কৰা কৰা বাবে মই দুঃখিত। আমি আটাইবোৰ একেটা অগ্নিকুণ্ডতে সোমাই আছো," তাৰ পিছত তাই ৰবাৰ্ট জৰ্ডানক কলে, "তোমালোকলৈ মদ আৰু খোৱা বস্তু পঠিয়াওঁ দৈ। আৰু কিবা লাগিব নেকি ?"

"বৰ্তমান নেলাগে। বাকী বিলাক ক'ত ?"

ঠিক সেই সময়তে ৰবাৰ্ট জৰ্ডানে মূৰৰ ওপৰৰ আকাশ মাৰ্গত এখন এৰোপ্লেনৰ শব্দ শুনিলে। ওপৰলৈ চাই দেখিলে যে পুৱা দেখা পোৱা সেই একেখন নিৰীক্ষণকাৰী প্লেন। এতিয়া সৈন্য-সমাবেশ লাইনৰ পৰা ঘূৰি আহিছে আৰু সৰ্দোক আক্ৰমণ কৰা ওখ ঠাইডোখৰৰ ফালে পোনাইছে।

"সেইটো অমঙ্গলীয়া চৰাই", পিলাৰে কলে, "তাত কি হৈছে ইহঁতে বাৰু দেখা পাবনে ?"

ৰবাৰ্ট জৰ্ডানে উত্তৰ দিলে, "যদি কণা নহয় তেন্তে নিশ্চয় দেখা পাব।"

সিহঁতে দেখিলে সূৰ্যৰ পোহৰত ৰূপালী এৰোপ্লেনখন খুব ওপৰেদি এটা সৰল ৰেখাৰ গতিত আহি আছে। প্লেনখন বাওঁপিনৰ পৰা আহিছে, প্ৰপেলাৰ দুটা ঘূৰি থকা দুখন উজ্জ্বল কাঁহিৰ দৰে দেখা গৈছে।

"শুই পৰা", ৰবাৰ্ট জৰ্ডানে কলে।

এৰোপ্লেনখন সিহঁতৰ মূৰৰ ওপৰ পালেহি—তাৰ ছাঁটোও মুকলি উপত্যকাত পৰিছে। প্লেনৰ কাণ-তালমৰা শব্দৰ তীব্ৰতা বৃদ্ধি পাইছে। ইয়াৰ বেগ আছে। প্লেনৰ কাণ-তালমৰা শব্দৰ তীব্ৰতা বৃদ্ধি পাইছে। ইয়াৰ পিছত সিহঁত থকা ঠাই পাৰ হ'ল আৰু উপত্যকাৰ ওখ ঠাই ডোখৰৰ ফালে গতি কৰিলে। একেবাৰে নেদেখা হোৱালৈকে সিহঁতে প্লেনখন চাই থাকিল। ৰবাৰ্ট জৰ্ডানে কলে, "এটা ডাঙৰ সঙ্কট মুহূৰ্তৰ সৃষ্টি হৈছিল।"

"কিনো ডাঙৰ কথাটো হ'ল ?" পিলাৰে কলে, "অশ্বাৰোহীসৈন্য



কেইবোৰ আহিল আৰু গুচি গ'ল। ইয়াকে লৈ তোমালোকে নিজকে বৰ বীৰত্বৰ কাম কৰিলোঁ বুলি জহাবলৈ আহিছা ? এই কাৰণেই আমি অকামিলা হৈ পৰিলোহঁক।"

"সৰ্দোৰ ঘটনাটোৰ কোনো গুৰুত্ব নাইনে ?" প্ৰিমিটোভে অৱজ্ঞাৰ সুৰত কলে। প্ৰত্যেকবাৰ গুলীৰ শব্দ শুনাৰ লগে লগে সি অস্থিৰ হৈ উঠিছিল। সি বিচাৰিছিল যে হয় যুদ্ধলৈ যাবলৈ দিয়ক নহলে পিলাৰ ওঁতৰি তাক অকলশৰে থাকিবলৈ দিয়ক !

"আছেই যেনিবা কিনো হ'ল ?" পিলাৰে কলে, "ঘটনা হব লগীয়া আছিল কাৰণে হৈছে। পৰৰ দুৰ্ভাগ্য দেখি নিজৰ পুৰুষত্ব নেহেৰুৱাবা।"

"জহন্নামে যোৱা তুমি", প্ৰিমিটোভে কলে, "কিছুমান তিৰোতাৰ মূৰ্খকামী আৰু নিষ্ঠুৰতা সহ্য কৰাটো অসম্ভৱ।"

"নপুংসক মানুহক জন্ম ক্ষমতা দিবলৈ আৰু সমৰ্থন কৰিবলৈকে এনে তিৰোতা আছে", পিলাৰে কলে, "আৰু চাবলৈ একো নাই যদি যাওঁ গৈয়ে"। তাই হাঁহি মাৰি কলে, "সমস্ত লাম-লাকটু লৈ যোঁৱাৰে সৈতে তলত নাজু হৈ আছে। কোনোটো বস্তুৰেই দেখাত নাই। নিবলগীয়া বস্তু একো এৰা নাই। মেৰিয়াই তোমাৰ বস্তু-বাহানিৰ তদাৰক কৰিছে।"

"যদি কেনেবাকৈ আমাৰ ওপৰত প্লেন আক্ৰমণ হয়, তাইক গুহাৰ ভিতৰত লুকুৱাই ৰাখিবা।"

"যো হুকুম, ইংলেচ প্ৰভু", অঘৰীটো তোমাক দিলোঁ। তাক মই শহাপহু ৰান্ধিবৰ বাবে কিছু শাক বুটলিবলৈ পঠাইছোঁ। এতিয়া শাক ডেঢ়াৰ। কালিলৈ বা পৰহিলৈ হে শহাপহুৰ মাংস খাবলৈ ভাল হব যদিও বোধহয় আজিয়েই খাই পেলোৱা ভাল।"

"আজিয়েই খাই পেলোৱা ভাল", ৰবাৰ্ট জৰ্ডানে কলে। তাৰ কান্ধত ওলোমাই লোৱা মেচিনগানৰ গুলীৰ পেটীডাল বুকুৰ ওপৰেদি কেচিয়াকৈ নামি আহিছে। পিলাৰে তাৰ কান্ধৰ ওপৰত হাতখন থলে আৰু তাৰ পিছত হাতখন ওপৰলৈ নি আঙুলিৰে চুলিবোৰ বুলাই দিলে। "বীৰ ইংৰাজ ! মই বাৰু পহুকেইটা ৰন্ধা হলে মেৰিয়াৰ হাততে পঠাই দিম।"

দূৰৈত ওপৰৰ ফালে হোৱা গুলীৰ শব্দ প্ৰায় বন্ধ হৈছে—মাজে মাজে মাত্ৰ দুটা এটা শুনা যায়।

পিলাৰে কলে, "সকলো শেষ হ'ল বুলি ভাবানে কি?"

"নাই", ৰবাৰ্ট জৰ্ডানে কলে, "শব্দ শুনি যি বুজিছোঁ তাৰ পৰা অনুমান কৰিব পাৰি যে সিহঁত আক্ৰমণ কৰি বিফল হৈছে। মোৰ মতে আক্ৰমণকাৰীকহে ঘেৰি লৈছে। সিহঁতে এতিয়া আঁৰ লৈছে আৰু প্লেন অহালৈ বাট চাইছে!"

পিলাৰে প্ৰিমিটোভক কলে, "বুজিছানে হেৰা? তোমাক অপমান কৰা মোৰ উদ্দেশ্য নাছিল।"

প্ৰিমিটোভে কলে, "সেইটো বুজিছোঁ। ইয়াতকৈও বেয়া কথা তোমাৰ পৰা মই শুনিছোঁ। তোমাৰ মুখখন বৰ বেয়া। কিন্তু অলপ কোমলকৈ কথা কবা। সৰ্দো মোৰ ঘনিষ্ঠ বন্ধু আছিল।"

পিলাৰে সুধিলে, "মোৰ বন্ধু নহয় হবপায়? চেপেটা মুখ, শুনা! যুদ্ধৰ সময়ত নিজৰ অনুভূতি প্ৰকাশ কৰা উচিত নহয়। আমাৰ নিজৰে আহুকালৰ শেষ নাই, সৰ্দোৰ খিনিও জাপি লব খুজিছানে"?

প্ৰিমিটোভ তথাপি গম্ভীৰ হৈ ৰ'ল।

পিলাৰে কলে, "তুমি ঔষধ খোৱাৰ আৱশ্যক হৈছে। মই বান্ধিবলৈ যাওঁ।"

"সেই স্বেচ্ছাসৈনিকটোৰ কাগজ পত্ৰবোৰ কি হ'ল?" ৰবাৰ্ট জৰ্ডানে তাইক সুধিলে।

"মইও এজনী পাগলী। একেবাৰে পাহৰিলোঁ। মেৰিয়াৰ হাতত পঠাই দিম।"



## ॥ ২৬ ॥

আবেলি তিনিটা বজাৰ পিছত প্লেনবোৰ আহিল। দুপৰীয়াৰ লগে লগে বৰফবোৰ গলি শেষ হ'ল। শিলবোৰ এতিয়া সূৰ্যৰ তাপত গৰম হৈছে। আকাশত অকণো ডাৱৰ নাই। চোলাটো খুলি থৈ ৰবাৰ্ট জৰ্ডানে পিঠিটো সূৰ্যৰ ফালে দি শিলৰ ওপৰত বহি আছিল আৰু মৃত অশ্বাৰোহী সৈন্যটোৰ জেপত পোৱা চিঠিপত্ৰবোৰ পঢ়িছিল। মাজে মাজে চিঠি পঢ়া বন্ধ কৰি সমুখৰ খোলা ঠাইৰ সি পাৰত থকা হাবিলৈ চাইছিল আৰু পুনৰ চিঠিবোৰ পঢ়িছিল। আৰু অশ্বাৰোহী সৈন্য অহা নাই। এল সৰ্দোৰ ঘাটিৰ ফালৰপৰা মাজে মাজে দুই এটা অনিয়মিত গুলীৰ শব্দ কাণত পৰিছিলহি।

সামৰিক কাগজপত্ৰবোৰ পৰীক্ষা কৰি সি পালে যে লৰাটোৰ ঘৰ নাভাৰাৰ টাফালাত, বয়স একৈশ বছৰ, অবিবাহিত, আৰু এটা কমাৰৰ ল'ৰা। তাৰ ৰেজিমেণ্টৰ নম্বৰ আছিল অশ্বাৰোহীদল "এন্"। এই খবৰটোৱে ৰবাৰ্ট জৰ্ডানক আচৰিত কৰি তুলিলে। কাৰণ তাৰ ধাৰণা আছিল যে এই ৰেজিমেণ্টটো উত্তৰৰ অঞ্চলত আছে। লৰাটো কাৰ্লিষ্ট দলৰ যুঁজৰ প্ৰথম ছোৱাত আইকনৰ যুঁজত সি আহত হৈছিল।

ৰবাৰ্ট জৰ্ডানে ভাবিলে, হয়তো মই তাক পেম্‌প্লোনাৰ উৎসৱৰ সময়ত ষাঁড়-বিলাকৰ আগে আগে দৌৰি যোৱা দেখিছিলোঁ। সি নিজে নিজকে কলে, যুদ্ধত তুমি কোনো এজন মানুক মাৰোঁ বুলি মাৰিব নোৱাৰা। নিজকে সংশোধন কৰি আকৌ কলে, অৱশ্যে কেতিয়াবা পাৰি। তাৰ পিছত সি পুনৰ চিঠিবোৰ পঢ়িবলৈ আৰম্ভ কৰিলে।

প্ৰথমখন চিঠি সযত্নে লিখা গতানুগতিক সুৰ আৰু স্থানীয় ঘটনাৰ বিৱৰণে ভৰা। চিঠিবোৰ তাৰ ভনীয়েকে লিখা। ৰবাৰ্ট জৰ্ডানে চিঠিবোৰৰ পৰা বুজি পালে যে, টাফালাৰ খবৰ ভাল, বাপেক ভালে আছে, মাকৰ গতানুগতিক ভাৱে চলিছে কিন্তু পিঠিত অলপ বিষ হৈছে। মাকৰ আশা সি চাগৈ ভালে আছে আৰু বিপদত পৰা নাই। সি যে স্পেন দেশ মাৰ্ক্সিষ্ট কমিউনিষ্টৰ প্ৰভাৱৰ পৰা মুক্ত কৰিছে তাৰ বাবে মাকৰ মনত আনন্দ। তাৰ পিছত এখন তালিকা-শেষ চিঠি দিয়াৰ পিছত তাফালাৰ যিবোৰ ল'ৰা যুঁজত মৰিছে বা গুৰুতৰ ভাৱে আহত হৈছে সিহঁতৰ নামেৰে ভৰা দহটা মৰা মানুহৰ উল্লেখ আছে। ৰবাৰ্ট জৰ্ডানে ভাবিলে, তাফালাৰ দৰে সৰু চহৰ এখনৰ বাবে সংখ্যাটো যথেষ্ট ডাঙৰ।

চিঠিখনত ধৰ্মবিষয়ক বহুতো কথা আছিল। লিখিকাই তাৰ কল্যাণৰ হকে সেণ্ট এণ্টনী, পিলাৰৰ দয়াময়ী মাতৃ, আৰু আন আন মেৰী মাতৃৰ ওচৰত প্ৰাৰ্থনা জনাইছে। তাৰ উপৰিও তাক বাৰে বাৰে সোঁৱৰাই দিছে যে যীশুৰ পৱিত্ৰ হৃদয় তাৰ ৰক্ষা-কবচ হৈ আছে। লিখিকাৰ বিশ্বাস সি এতিয়াও সেই চিহ্ন বুকুৰ ওপৰত ধাৰণ কৰে। অসংখ্যবাৰ প্ৰমাণিত হৈছে—এই কথা কেইটাৰ তলত দাগ দিয়া আছে—যে এই পৱিত্ৰ চিহ্নই গুলীও ওফৰাই দিব পাৰে। তাৰপৰা সামৰণিত, ইতি তোমাৰ মৰমৰ ভনী—কঞ্চা।

চিঠিখনৰ চাৰিওকাষে অলপ অলপ তেজৰ দাগ লাগি আছে। ৰবাৰ্ট জৰ্ডানে খুব যত্নেৰে সেই চিঠিখন অন্যান্য সামৰিক কাগজপত্ৰৰ ভিতৰত সুমুৱাই থলে আৰু দ্বিতীয় এখন চিঠি মেলি ললে। চিঠিখন অপৈনত হাতৰ লিখা। লিখিছে লৰাটোৰ বাক্‌দত্তা প্ৰণয়িনীয়ে—খুব শান্ত চিৰাচৰিত ভাৱে লিখা—তাৰ নিৰাপত্তাৰ বাবে লিখিকা ব্যাকুল হৈ উঠিছে। ৰবাৰ্ট জৰ্ডানে চিঠিখন আদিৰ পৰা অন্তলৈকে পঢ়িলে; তাৰ পিছত আটাইবোৰ চিঠি অন্যান্য কাগজৰ সৈতে নিজৰ পেণ্টৰ জেপত ভৰাই থলে। বাকীবোৰ চিঠি পঢ়াৰ ইচ্ছা তাৰ নাই।

সি নিজে নিজে কৈ উঠিল আজিৰ দিনটোৰ কৰ্তব্য মই কৰিলোঁ। তাৰ পিছত আকৌ ভাবিলে, এৰা কামটো কৰিলোঁ বুলিয়ে মোৰ ধাৰণা হৈছে।

"সেইবোৰ কি পঢ়িছা ?" প্ৰিমিটোভে তাক সুধিলে।

"যি সৈন্যটোক আজি পুৱা গুলী কৰি মাৰিছিলোঁ তাৰ কাগজ-পত্ৰ পঢ়িবানেকি ?"



"মই পঢ়িব নোৱাৰোঁ", প্ৰিমিটোভে কলে, "কিবা জানিবলগীয়া আছে নেকি ?"

"নাই, আটাইবোৰ ব্যক্তিগত চিঠি", ৰবাৰ্ট জৰ্ডানে কলে।

"তাৰ দেশৰ ফালৰ খবৰ কেনে ? চিঠিৰ পৰা কিবা কব পাৰানেকি ?"

"খবৰ মুঠতে ভালেই," ৰবাৰ্ট জৰ্ডানে কলে, "তাৰ চহৰৰ বহুত মানুহ মৰিল।" তাৰ পিছত সি তলৰ ফালে চালে—বৰফ গলি শেষ হোৱাৰ পিছত অটোমেটিক ৰাইফলৰ আঁৰবেৰবোৰ কিছু সলনা-সলনি কৰি ভালকৈ দিয়া হৈছে। এতিয়া নিখুঁত যেন লাগিছে। তাৰপৰা সি মূৰ তুলি সমুখৰ ফালে দূৰলৈ চাই পঠিয়ালে।

"সি কোন্ চহৰৰ মানুহ ?" প্ৰিমিটোভে সুধিলে।

"তাফালাৰ।" ৰবাৰ্ট জৰ্ডানে কলে।

তাৰ পিছত সি মনে মনে কলে, বাৰু মই স্বীকাৰ কৰিছোঁ, মই তাৰ বাবে দুঃখিত। কিন্তু তাৰ পৰা কিবা লাভ হব জানো ?

একো লাভ নহয়—সি আকৌ নিজকে নিজে কলে। তেনে এইবোৰ কথা বাদ দিয়া—বাৰু দিলোঁ।

কিন্তু ইমান সহজতে এইবোৰ বাদ দিব নোৱাৰি। সি নিজকে নিজে প্ৰশ্ন কৰিলে—কিমান মানুহ তুমি মাৰিলা ? মই সেইটো কব নোৱাৰোঁ। তোমাৰ মানুহ মাৰিবৰ অধিকাৰ আছে বুলি ভাবানেকি ? নাই, কিন্তু মাৰিবলৈ বাধ্য হৈছোঁ। তুমি মৰা মানুহবোৰৰ ভিতৰত প্ৰকৃত ফেচিষ্ট কেইজন আছিল ? খুব কম সংখ্যক। কিন্তু সিহঁত আমাৰ শত্ৰু। সিহঁতৰ শক্তিৰে সৈতে আমাৰ শক্তিৰ যুদ্ধ হৈছে। কিন্তু তুমি স্পেন দেশৰ আন অঞ্চলৰ লোকত কৈ নাভাৰৰ মানুহ বেচি ভাল পোৱা। কথাটো সত্য কিন্তু তথাপিও তুমি সিহঁতক মাৰিছা ? এৰা মাৰিছোঁ। তথাপিও তুমি বিশ্বাস কৰা নেকি যে তোমাৰ আদৰ্শ সত্য ? কৰোঁ, মই বিশ্বাস কৰোঁ।

নিজকে নিজে সি কলে,—এই আদৰ্শ সত্য আৰু নিৰ্ভুল। এই কথাত তাৰ আশ্বাসৰ সুৰ নাই—আছে এটা গৰ্বৰ ভাব। জনতাৰ ওপৰত মোৰ আস্থা আছে—নিজৰ ইচ্ছা-সম্মত আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তেওঁলোকৰ আছে। কিন্তু তুমি নৰহত্যাত বিশ্বাস কৰিলে নহব—সি নিজে নিজে কলে। এই কাম তুমি প্ৰয়োজনৰ খাতিৰত কৰিব লাগিব, তাৰ ওপৰত বিশ্বাস ৰাখি নহয়। যদি নৰহত্যাত বিশ্বাস কৰা তেন্তে সকলোবোৰ জহন্নামে যাব।

বাৰু, কিমান মানুহ মাৰিছা বুলি অনুমান হয়? মই কব নোৱাৰোঁ। কাৰণ তাৰ হিচাপ মই নাৰাখোঁ। কিন্তু জানানেকি? হয় জানো—কিন্তু কিমান? সংখ্যা কোৱা খুব টান কথা। ট্ৰেইন ধ্বংস কৰোঁতে বহুত মানুহ মৰে—বহুত। কিন্তু তুমি সঠিক হিচাপ দিব নোৱাৰা। কিন্তু যিবোৰৰ হিচাপ কৰিব পাৰিছা তাৰ সংখ্যা কিমান? বিশজনতকৈও অধিক। তাৰ ভিতৰত প্ৰকৃত ফেচিষ্টৰ সংখ্যা কিমান আছিল? মই জনাত দুজন। কাৰণ উচেৰাত সিহঁতক বন্দী কৰাৰ পিছত মই সিহঁতক গুলী কৰি মাৰিব লগীয়া হৈছিল। তোমাৰ দুখ লগা নাছিল নে? নাই লগা। কিন্তু গুলী কৰি মাৰিবলৈ তোমাৰ ভাল লাগিছিল জানো? নাই লগা—পুনৰবাৰ এনে নকৰোঁ বুলি মই ঠিক কৰিলোঁ। তাৰ পিছৰ পৰা এইবোৰ কামৰ পৰা গা এৰা দি ফুৰিছোঁ। নিবস্ত্ৰ মানুহক মই কেতিয়াও নামাৰোঁ।

শুনা—সি নিজকে নিজে কলে। এই বিলাক চিন্তা বাদ দিয়াই ভাল। তোমাৰ নিজৰ হকে আৰু তোমাৰ কামৰ বাবে এইবোৰ অতিশয় ক্ষতিজনক। সি নিজকে পুনৰ কলে—শুনা, এই কথা তুমি শুনিবই লাগিব। তুমি এটা অতিশয় গুৰুতৰ ভাৰ বহন কৰিছা—গতিকে তুমি যাতে সকলো সময়তে কথাটো উপলব্ধি কৰিব পাৰা তাৰ বাবে মই সতৰ্ক হৈ থাকিব লাগিব। কাৰণ, তোমাৰ বিবেক যাতে পৰিষ্কাৰ হৈ থাকে—তাক মই চাব লাগিব। কাৰণ, তোমাৰ বিবেক যদি পৰিষ্কাৰ নহয়, তেন্তে তুমি কৰা কামৰ ওপৰত তোমাৰ কোনো অধিকাৰ নাই। তুমি যি কৰিছা সেইবোৰ অন্যায়জনক, অপৰাধমূলক। জনতাৰ পক্ষে অমঙ্গলজনক কাম বন্ধ কৰাৰ বাহিৰে অন্যক্ষেত্ৰত তুমি মানুহ মৰাৰ কোনো অধিকাৰ নাই। গতিকে তুমি কথাবোৰ ভালকৈ উপলব্ধি কৰা। নিজকে নিজে ফাকি নিদিবা।

কিন্তু খেলৰ বঁটাৰ দৰে মই মানুহ মৰাৰ হিচাপ কেতিয়াও নাৰাখোঁ। এইবোৰ বন্দুকৰ নলাত দাগ দিয়াৰ দৰে জঘন্য কথা সি নিজকে নিজে কলে। হিচাপ নৰখাৰ অধিকাৰ মোৰ আছে—পাহৰি যাবৰও অধিকাৰ মোৰ আছে।

নহয়, সি নিজে নিজকে কলে, "তোমাৰ কোনো কথাকে পাহৰিবৰ অধিকাৰ নাই। এইবোৰৰ প্ৰতি তুমি চকু মুদি থকাৰ বা পাহৰিবৰ বা পাতলকৈ গ্ৰহণ কৰাৰ বাবে তোমাৰ অধিকাৰ নাই। তুমি এইবোৰ কথা মলনি কৰিবও নোৱাৰা।



মনে মনে থাকা—সি নিজকে নিজে কলে। কথাৰ আড়ম্বৰ তোমাৰ বেচি হৈছে।

সি আকৌ আৰম্ভ কৰিলে—তুমি নিজকে নিজে প্ৰবঞ্চনা কৰাৰ অধিকাৰও তোমাৰ নাই।

বাৰু, সৎ পৰামৰ্শৰ বাবে ধন্যবাদ। কিন্তু মেৰিয়াক ভাল পোৱাৰ অধিকাৰ মোৰ আছেনে?

আছে—সি নিজকে নিজে কলে।

বস্তুবাদী সমাজ-ব্যৱস্থাৰ ভিতৰত প্ৰেমৰ কোনো স্থান নথকা সত্বেও নে?

সি নিজকে নিজে সুধিলে, তুমি কেতিয়াৰ পৰা এইবোৰত বিশ্বাস কৰিবলৈ ললা? তোমাৰ পক্ষে এইটো অসম্ভৱ কথা। তুমি প্ৰকৃত মাৰ্ক্সিষ্ট নহয় বুলি নিজেই জানা। তুমি সাম্য, মৈত্ৰী আৰু স্বাধীনতাত বিশ্বাস কৰা। তোমাৰ জীৱন, স্বাধীনতা আৰু সুখ-সন্ধানত বিশ্বাস আছে। বাক্য-বিন্যাসৰ দ্বাৰা নিজকে নিজে ঠগাবৰ চেষ্টা নকৰিবা। কাৰোবাৰ বাবে এই নীতি হলেও তোমাৰ বাবে নহয়। মূৰ্খ নহয় বুলি পৰিগণিত হবলৈ তুমি এইবোৰ জনা আৱশ্যক। যুঁজত জিকিবলৈ হলে বহুতো কথা পিছলৈ এৰি যাবলগীয়া হয়। যুদ্ধত যদি হাৰা তেন্তে সেইবোৰৰো অন্ত পৰিব।

যুদ্ধৰ পিছত তুমি বিশ্বাস নকৰা কথাবিলাক বাদ দিব পাৰিবা। অনেক কথাত তুমি বিশ্বাস নকৰা অথচ তুমি বিশ্বাস কৰা কথাও বহুত আছে।

আৰু এটা কথা। কাৰোবাক ভালপোৱাৰ কথাৰে নিজক বঞ্চনা নকৰিবা। প্ৰকৃত কথা হ'ল অনেকৰে ভালপোৱাৰ সৌভাগ্য নহয়। আগেয়ে নাছিল কিন্তু তোমাৰ এতিয়া সেই সৌভাগ্য হৈছে। মেৰিয়াৰ পৰা তুমি যিখিনি পাইছা সিয়েই এজন মানুহৰ জীৱনত হোৱা ডাঙৰ ঘটনা, তেহে লৈ সি কেৱল আজিৰ বাবেই হওক বা কাইলৈৰ এবেলাৰ বাবেই হওক, নতু সমগ্ৰ জীৱনৰ বাবেই হওক। কিছুমান মানুহে ইয়াৰ সোৱাদ জীৱনত নেপায় বাবেই, এই ঘটনা সম্ভৱ নহয় বুলি কব খোজে। কিন্তু তোমাক মই কব খোজোঁ যে তোমাৰ ক্ষেত্ৰত এই কথা সত্য আৰু তুমি তাক পাইছা। কাইলৈ তুমি মৰা যদিও, তুমি ভাগ্যবান।

মৰাৰ কথা এতিয়া বাদ দিয়াঁ সি নিজকে নিজে কলে। এইবোৰ কথা কোৱা উচিত নহয়। নিৰাশাবাদী বন্ধু সকলেহে এনেবোৰ কথা কয়।

যেতিয়া অৱস্থা বেয়াৰ ফাললৈ ঢাল খায় তেতিয়া এওঁলোকে জুই ছাই জ্বলাই মৰিব খোজে। অদ্ভুত মন সিহঁতৰ অতিশয় আচৰিত ধৰণৰ। সি নিজকে উদ্দেশ্য কৰি কলে, দেখিছা বন্ধু, আজিৰ দিনটো কোনোৰকমে পাৰ কৰিলোঁ। এতিয়া প্ৰায় তিনিটা বাজিবৰ হ'ল, অলপ আগতে বা পিছতে খোৱা বস্তু পাবহি। সিহঁতে এতিয়াও সৰ্দোৰ ঘাঁটিত গুলী চলাই আছে তাৰ মানে সিহঁতে তাক ঘেৰি ধৰি আছে আৰু নতুন সৈন্য আহি পোৱাৰ বাবে অপেক্ষা কৰিছে। কিন্তু যিয়েই কি নহওক, সন্ধিয়াৰ আগে আগে সিহঁতে শেষ কৰিবই লাগিব।

সৰ্দোৰ ঘাঁটিৰ অৱস্থা কেনে কোনে জানে? সময়ৰ লগে লগে আমাৰো সেই দশা হব। বেচ বুজা গৈছে সৰ্দোৰ অৱস্থা বৰ ভাল নহয়। ঘোঁৰাৰ কথা লৈ আমি সৰ্দোক বিপদতহে পেলালোঁ। স্পেন ভাষাত ইয়াক কিবা এটা কয় "যি বাটেদি গলে উলটি আহিবৰ পথ নাই সেই পথ।" তাৰ ওলাবৰ পথ নাই। মই অৱশ্যে মোৰ নিজৰ কাম সুচাৰুৰূপে কৰিব পাৰিম বুলি ভাবোঁ। কামটো মাত্ৰ এবাৰহে কৰিব লাগে আৰু আৰম্ভ কৰিলেই শেষ হৈ যাব। কিন্তু কোনো এখন যুঁজত শত্ৰুৰে পৰিবেষ্টিত হোৱাৰ পিছত আত্মসমৰ্পণ কৰিবলৈ কিজানি খুব আনন্দৰ কথা হব। আমাক সিহঁতে শল ঠেকত পেলাইছে, ঘেৰি লৈছে— বৰ্তমান যুদ্ধৰ এইটোৱেই আটাইতকৈ আশঙ্কাৰ কথা। কাৰণ তাৰ পিছতে তোমাক গুলী কৰি মাৰিব, মৰাৰ আগতে আৰু যদি অৱস্থা শোচনীয় নহয় তেন্তে তোমাক সৌভাগ্যবান বুলি কব লাগিব। এনে সৌভাগ্য সৰ্দোৰ কপালত নাই। যেতিয়া সময় আহে তেতিয়া সিহঁতবো এই সৌভাগ্যৰ পৰা বঞ্চিত হবলগীয়া হব।

এতিয়া তিনিটা বাজিল। তাৰ পিছত সি বহুত দূৰৈত এটা হো-হোৰনি শব্দ শুনিবলৈ পালে। ওপৰলৈ চাই দেখিলে প্লেনবোৰ আহিল।



## ॥ ২৭ ॥

এল্ সৰ্দোৱে পাহাৰৰ শৃঙ্গৰ পৰা যুদ্ধ কৰিছিল। এই পাহাৰটো সি পচন্দ কৰা নাছিল। কাৰণ দেখাৰ পিছৰ্ত পাহাৰটো তাৰ মনত এটা বিহ-ফোঁহোৰা যেন লাগিছিল। কিন্তু এই পাহাৰটোৰ বাহিৰে তাৰ আন আশ্ৰয় নাছিল—বহুত দূৰৰ পৰা দেখা মাত্ৰকে সি ঠাইডোখৰ বাছি লৈ পাহাৰ অভিমুখে ঘোঁৰা দৌৰাইছিল। তাৰ পিঠিৰ ওপৰত গধুৰ অটোমেটিক ৰাইফলটো ওলমি আছিল —ঘোঁৰাটো প্ৰাণপণে ওপৰলৈ উঠিছে—তাৰ কৰঙনৰ মাংসবোৰ ওফন্দি উঠিছে। হাতবোমাৰ মোনাটো এফালে ওলমি দোল্না খেলিছে, আনফালে ৰাইফলৰ গুলীৰ বাকচবোৰ ঘোঁৰাৰ গাত খুন্দিয়াই আছে। ইয়াৰ মাজতে জোৱাকিন আৰু ইগ্‌নেচিওই বৈ বৈ পিছলৈ গুলী কৰিছে যাতে সৰ্দোৱে অটোমেটিক ৰাইফলটো ঠিক ঠাইত বহুৱাই লব পাৰে।

মাটিৰ ওপৰত তেতিয়াও বৰফ আছিল। এই বৰফেই সিহঁতৰ সৰ্বনাশৰ কাৰণ। তাৰ পিছত এটা গুলী আহি তাৰ ঘোঁৰাৰ গাত লাগিলহি—তেতিয়া ঘোঁৰাটো চূড়াটোৰ শেষ অংশটোত উঠিছিল—তাৰ ডিঙিৰ পৰা ঘৰ্ঘৰণি এটা শব্দ ওলাইছিল—গোটেই শৰীৰত এটা কঁপনি—মাজে মাজে জিকাৰ খাই উঠিছিল। তাৰ খোজত বৰফবোৰ উজ্জ্বল হৈ ছিটিকি পৰিছে। সৰ্দোৱে লেকামত ধৰি টানি টানি ঘোঁৰাটো ওপৰলৈ তুলিলে। তাৰ কান্ধত দুটা গধুৰ বোজা—চাৰিওফালে গুলীবোৰ আহি শিলত লাগিছেহি। ওপৰলৈ উঠি সি

ঘোঁৰাটোৰ ফানকোচাত ধৰি লৈ ক্ষিপ্ৰতাৰ সৈতে তাৰ গাত গুলী কৰিলে ঠিক প্ৰয়োজন অনুসৰি। ঘোঁৰাটো আগলৈ মূৰটো দি হুকস্ কৰে মাটিত বাগৰি পৰিল আৰু দুটা শিলৰ মাজৰ খালী ঠাইখিনি পূৰ হৈ পৰিল। তাৰ পৰা ঘোঁৰাটোৰ দেহৰ ওপৰেদি সি গুলী মাৰিবলৈ আৰম্ভ কৰিলে—দুটা গুলীৰ বাকচ খালী হৈ গ'ল। গুলীৰ খট্ খট্ শব্দ হৈছে—গুলীৰ খালী কাৰ্ট্ৰিজবোৰ বৰফৰ ওপৰত চিটিকি পৰিছে আৰু বন্দুকৰ গৰম নলাৰ হেঁচাত তলৰ নোম আৰু মাংসৰ গোন্ধ ওলাইছে। কোনোবাই পাহাৰ বগাবলৈ চেষ্টা কৰিলেই সি গুলী কৰে—গুলীৰ কোবত সিহঁত ছেদেলি-ভেদেলি হৈ আঁৰ লবলগীয়া হৈছে। ইমান সময় তাৰ পিঠিত কিহবাৰ আশঙ্কাত ঠেটুৰৈ ধৰাৰ দৰে হৈছিল। অৱশেষত পাঁচোজন মানুহ পাহাৰৰ চূড়াত উঠিলত তাৰ সেই ভাব নাইকিয়া হ'ল। বাকী থকা গুলীৰ বাকচ কেইটা সি ভৱিষ্যতৰ বাবে সাঁচি থলে।

পাহাৰৰ এচলীয়া গাত আৰু দুটা ঘোঁৰাৰ মৰা শ পৰি আছিল। আৰু তিনিটা ঘোঁৰা চূড়াৰ ওপৰত মৰিল। যোৱা নিশা সি মাত্ৰ তিনিটা ঘোঁৰা চুৰি কৰিছিল—তাৰে এটা পলাল। কেম্পৰ আস্তাবলত বান্ধি থোৱা ঘোঁৰাটোৰ শুদা পিঠিত উঠিবৰ চেষ্টা কৰোঁতেই সি পলাল। তেতিয়া প্ৰথম গুলীবৰ্ষণ আৰম্ভ হৈছে।

ওপৰলৈ অহা পাঁচোটাৰ ভিতৰত তিনিটা মানুহ আহত হৈছে। সৰ্দোৰ বাওঁ কলাফুল আৰু বাওঁ হাতৰ দুঠাইত গুলীৰ আঘাত লাগিছে। তাৰ খুব পিয়াহ লাগিছিল। ঘাবোৰে টন্‌টনাইছে। বাওঁ হাতৰ এডোখৰ ঘা খুব বিষাইছে—তাৰ উপৰি তাৰ খুব মূৰ কামুৰিছিল। শুই শুই প্লেনবোৰলৈ সি বাট চাইছিল—সেই সময়তে স্পেন ভাষাৰ এটা ফকৰাৰ কথা তাৰ মনত পৰিল। তাৰ অৰ্থ—"এচ্ পিৰিন বড়িৰ দৰে তুমি মৃত্যুক গ্ৰহণ কৰিব লাগিব।" সি কিন্তু ফকৰাটো ডাঙৰকৈ নকলে। মূৰটো তাৰ বিষাইছে—হাতখন লৰচৰ কৰিলেই বমিৰ ভাব হয়। তথাপিও সি মনে মনে এবাৰ হাঁহিলে আৰু তলৰ কেইজন বাকী আছে চাবৰ বাবে এবাৰ চাৰিওফালে চালে।

পাঁচকোণীয়া তৰা এটাৰ দৰে পাঁচজন মানুহ সিঁচৰিত হৈ আছে। হাত আৰু আঁঠুৰে মাটিত গাত খানি তাৰ শিল আৰু বালিৰে সিহঁতে প্ৰত্যেকৰে মূৰ আৰু কান্ধৰ সমান কৰি সমুখত একোটা আঁৰবেৰ সাজি লৈছে। এই আঁৰৰ সুযোগ লৈ সিহঁতে অধিক শিল আৰু বালিৰে আটাইবোৰ আঁৰবেৰ সংলগ্ন কৰি



এখন প্ৰাচীৰৰ দৰে কৰি লৈছে। ওঠৰ বছৰীয়া জোয়াকিনৰ এটা লোহাৰ শিৰস্ত্ৰাণ আছে। তাৰে সৈতে সি গাঁতখানি মাটি-বালিবোৰ টুপীত ভৰাই আনৰ হাতত তুলি তুলি দিছিল।

ৰেলগাড়ী বিস্ফোৰণ কৰা সময়ত সি এই শিৰস্ত্ৰাণ ( টুপী ) যোগাৰ কৰিছিল। টুপীটোৰ গাত এটা বন্দুকৰ গুলীৰ ফুটা আছিল আৰু সেইটো ৰখা বাবে তাক সকলোৱে ঠাট্টা-মস্কৰা কৰিছিল। ফুটাৰ ধাৰবোৰ সি হাঁতুৰীৰে খুন্দি সমান কৰি লৈ তাৰ মাজত কাঠৰ গোজ এডোখৰ সুমুৱাই সোপা দি ললে আৰু টুপীৰ ভিতৰফালে গোজডোখৰ লোহাৰ লগত সমান কৰি কাটি মিহিকৈ পেলালে।

প্ৰথম গুলীবৰ্ষণৰ লগে লগে টুপীটো ততাতৈয়াকৈ মূৰত সুমুৱাই দিওঁতে, সি মূৰত এটা আঘাত পালে, কোনোবাই হেঁতা এখনেৰে মূৰত কোব মাৰি দিয়াৰ দৰে লাগিল। ঘোঁৰাটো গুলী খাই মৰাৰ পিচত সি পাহাৰৰ চূড়াৰ শেষ অংশটো দৌৰি উঠিবলগীয়া হৈছিল। সেই সময়ত তাৰ শ্বাস যন্ত্ৰত বিষ হৈছিল; ভৰি দুটা যেন অসাৰ, মুখখন শুকাই কাঠ হৈছে। তাৰ চাৰিওফালে গুলীবোৰ পৰিছিলহি আৰু সোঁ সোঁ শব্দ কৰি তাৰ কাণৰ কাষেদি পাৰ হৈ গৈছিল। সেই সময়ত টুপীটো তাৰ মূৰত মহাভাৰ হোৱাৰ দৰে লাগিছিল আৰু বিষত ফাটো-ফাটো কৰা কপালখন, চাৰিওকাষে এডাল লোহাৰে বান্ধি থোৱাৰ দৰে অনুভৱ কৰিছিল। তথাপিও সি তাক পেলাই নিদিলে। মৰো জীওঁ সোঁ-আধিকৈ সি এতিয়া টুপীটোৰে যন্ত্ৰৰ দৰে মাটি খানিছে। তাৰ গাত এতিয়াও গুলী লগা নাই।

সৰ্দোৰে তাৰ স্বভাৱসুলভ গহীন মাতেৰে কলে, "অৱশেষত ই কামত আহিল তেন্তে।"

সৰ্বসাধাৰণ ৰণলিপ্সা চেৰাই জোঁয়াকিনৰ অন্তৰত এটা দুৰ্বাৰ ভয় সোমাইছিল। সেই ভয়ত তাৰ মুখ শুকাই কাঠৰ দৰে হৈ পৰিছিল। সেই অৱস্থাতে সৰ্দোৰ কথাৰ উত্তৰত সি কমিউনিষ্ট পাৰ্টিৰ শ্লোগান এটা গালে। সেই শ্লোগানৰ অৰ্থ হল "পিছ নুহুহকিবা, সুদৃঢ় কৰা—তোমাৰ জয় সুনিশ্চিত।"

সৰ্দোৰে মুখ ঘূৰাই পাহাৰৰ নামনিলৈ চালে। তাৰপৰা এটা অশ্বাৰোহী সৈন্যই শিলৰ আঁৰ লৈ মাজে মাজে গুলী কৰি আছিল। সৰ্দোৰে এই লৰাটোক খুব মৰম কৰিছিল কিন্তু শ্লোগান শুনাৰ ধৈৰ্য তাৰ তেতিয়া নাছিল।

"কি ক'লা ?"

আঁৰৰেৰ দি থকা মানুহ এটাই মুখখন ঘূৰাই প্ৰশ্ন কৰিলে। মানুহটো তললৈ মুখ কৰি মাটিত পৰি আছিল তাৰ থুঁতৰিটো মাটিত লাগিছিলগৈ। খুব সাৱধানেৰে হাত বঢ়াই সি শিলবোৰ বহুৱাই গৈছিল।

জোৱাকিনে একমুহূৰ্তৰ বাবেও মাটি খন্দা বন্ধ নকৰিলে—কামৰ মাজতে সি ভয়ত শুকাই যোৱা নৰালি মাতেৰে শ্লোগানটো পুনৰ দোহাৰিলে।

মাটিত থুঁতৰি লগাই পৰি থকা মানুহটোৱে সুধিলে, "শেহৰ শব্দটো কি বুলি ক'লা ?"

ল'ৰাটোৱে কলে, "জয়লাভ।"

"পায়খানা" সেই মানুহটোৱে উত্তৰ দিলে।

জোৱাকিনে যেন এটা এটাকৈ ৰক্ষাকবচ হে বাহিৰ কৰিছে, এনে ভাৱ লৈ কলে, "বৰ্তমান অৱস্থাৰ উপযোগী আৰু এটা শ্লোগান আছে। পেচিওনেৰিয়াই কৈছে যে, আঁঠুকাঢ়ি জীয়াই থকাতকৈ থিয় হৈ মৰিবা।"

"সেয়াও পায়খানা," মানুহটোৱে কলে। আন এটাই তাৰ কান্ধৰ ওপৰেদি চাই কলে, "আমি আঁঠুকাঢ়ি নাই, পেট পেলাইহে আছো।"

"হেৰা কমিউনিষ্ট! জানানে যে পেচিওনেৰাৰ ল'ৰা এটা আন্দোলনৰ আৰম্ভণিৰে পৰা কচিয়াত আছে—সেইটো তোমাৰে সমবয়সীয়া।"

"মিছা কথা"—জোৱাকিনে কলে।

"কিয় মিছা হব? সেই যে অদ্ভুত নামৰ ডিনেমাইট মৰা মানুহটো, সিয়েই মোক কৈছিল। সি দেখোন তোমাৰ দলৰে মানুহ। সি কিয় মিছা কথা কব?"

"মিছা কথা," জোৱাকিনে কলে, "যুদ্ধৰ পৰা আঁতৰাই নিজৰ ল'ৰাক কচিয়াত লুকুৱাই ৰখা কাম পেচিওনেৰাই কেতিয়াও নকৰে।"

সৰ্দোৰ দলৰ আন এটা মানুহে কলে, "মইও এতিয়া কচিয়াত থাকিব পৰা হলে! হেৰা কমিউনিষ্ট, তোমাৰ পেচিওনেৰাই এতিয়াই মোক ইয়াৰ পৰা কচিয়ালৈ পঠাব নোৱাৰেনে?"

কৰঙ্গনত বেণ্ডেজ বান্ধি থোৱা মানুহটোৱে কলে, "তোমাৰ যদি পেচিওনেৰাৰ ওপৰত ইমানেই বিশ্বাস, আমাক এই পাহাৰৰ পৰা আঁতৰাই নিবলৈ তাইক নোকোৱা কিয়?"

ধূলিত থুঁতৰি লগাই পৰি থকা মানুহটোৱে কলে, "ফেচিষ্ট বিলাকেই সেইটো কৰিব।"



"এনে কথা নকবা," জোৱাকিনে কলে।

আগৰ সেই মানুহটোৱে কলে, "ওঁঠত তোৰ এতিয়াও মাৰৰ গাখীৰৰ দাগ লাগি আছে—সেইবোৰ মচি পেলা আৰু মোক সেই টুপীটো ভৰাই বালি দেচোন। আজি সূৰ্যাস্ত দেখা আমাৰ কাৰো ভাগ্যত নহব।"

এল্ সৰ্দোৱে চিন্তা কৰিছিল। পাহাৰৰ চূড়াটো বিহ-কোঁহোৰাৰ নিচিনা; অথবা স্তনাগ্ৰহীন এজনী গাভৰুৰ বুকুৰ দৰে, কিম্বা আগ্নেয়গিৰিৰ মুখৰ দৰে। সি ভাবিলে, তুমি জীৱনত কেতিয়াও আগ্নেয়গিৰি দেখা নাই। আৰু দেখা পোৱাৰ আশাও নাই। আৰু এই পাহাৰটো যেন এটা বিহ-কোঁহোৰা। আগ্নেয়-গিৰিৰ কথা বাদ দিয়া এতিয়া—তাৰ কথা ভাবিবৰ বহুত দেৰি হৈ গ'ল।

মৰা ঘোঁৰাটোৰ কান্ধৰ ওপৰেদি সি খুব সাৱধানেৰে এবাৰ মূৰ তুলি চালে। লগে লগে তলৰ শিল এটাৰ আঁৰৰ পৰা এজাউৰি গুলীৰ শব্দ ওলোৱা শুনিবলৈ পালে। চাব-মেচিনগানৰ গুলী আহি ঘোঁৰাটোৰ গাত ধপ্ ধপ্কৈ লাগিলহি। ঘোঁৰাটোৰ গাৰ আঁৰ লৈ সি বগুৱা বাই আহিল আৰু শিল আৰু ঘোঁৰাটোৰ তপিনাৰ মাজৰ ফাঁকটোৰে চাই পঠিয়ালে। ঠিক তাৰ তলতে পাহাৰৰ গাত তিনিটা মৃতদেহ পৰি আছে। অলপ আগতে চাব-মেচিনগান আৰু অটোমেটিক গুলীৰ আঁৰ লৈ ফেচিষ্টবিলাকে পাহাৰটো আক্ৰমণ কৰিছিল কিন্তু সি আৰু তাৰ লগৰীয়াবোৰে হাতবোমা দলিয়াই আৰু পগৰাই দি সেই আক্ৰমণ প্ৰতিহত কৰিলে। এই আক্ৰমণতে মানুহ তিনিটা মৰিল। পাহাৰৰ চূড়াৰ আনফালেও মৃতদেহবোৰ পৰি আছিল, কিন্তু সি সেইবোৰ দেখা নাপালে। চূড়ালৈকে আক্ৰমণ কৰে। আহিব পৰাকৈ কোনো সমতল ভূমি নাই। সৰ্দোৱে ভালকৈ বুজিছিল যে যেতিয়ালৈকে তাৰ হাতত খাৰ-বাৰুদ আৰু হাতবোমা থাকে আৰু যেতিয়ালৈকে তাৰ লগত অন্ততঃ চাৰিজন মানুহ থাকে তেতিয়ালৈকে শত্ৰুৱে ট্ৰেন্স মৰ্টাৰ বিনে তাক তাৰ পৰা নৰাব নোৱাৰে। ট্ৰেন্স মৰ্টাৰ আনিবলৈ সিহঁতে লা-গ্ৰান্‌জালৈ খবৰ দিছেনেকি সি নেজানে। বোধহয় দিয়া নাই; কাৰণ খুব সোনকালেই প্লেনবোৰ ঘূৰি অহাটো ঠিক। নিৰীক্ষণকাৰী প্লেনখন সিহঁতৰ ওপৰেদি উৰি যোৱা এতিয়া প্ৰায় চাৰি ঘণ্টা হ'ল।

সৰ্দোৱে ভাবিলে, পাহাৰটো সঁচাকৈয়ে বিহ-কোঁহোৰাৰ দৰে আৰু আমি তাৰ ভিতৰত থকা পুঁজ। সিহঁতে এই মূৰ্খামি কৰা বাবে আমি সিহঁতৰ

বহুতো মানুহ মাৰিলোঁ। আমাক এনেকৈ ধৰিব পাৰিব বুলি সিহঁতে কেনেকৈ ভাবিব পাৰিছে? আধুনিক সমৰাস্ত্ৰৰে সুসজ্জিত হৈ সিহঁতৰ আত্ম-বিশ্বাস ইমানকৈ বাঢ়িছে যে সিহঁত কাণ্ডজ্ঞানহীন হৈ পৰিছে। আক্ৰমণৰ গুৰি ধৰোঁতা যুৱক অফিচাৰটোক সি হাতবোমা দলিয়াই মাৰিলে। সমুখলৈ হালি, দৌৰি সিহঁত চূড়াটো উঠিবলৈ ধৰোঁতে সি হাতবোমাটো দলিয়াইছিল। খুন্দা খুন্দি খাই হাতবোমাটো তললৈ নামিল—তাৰ পৰা সি দেখিলে হালধীয়া জুইৰ শিখা আৰু ধূসৰ ধোঁৱাৰ এটা বিকট শব্দ। এই বিস্ফোৰণৰ মাজতে অফিচাৰটো সমুখৰ মাটিত হাম্‌খুৰি খাই পৰিল। আক্ৰমণৰ শেষ সীমা চিহ্নিত কৰি তাৰ মৰা শটো এতিয়া ফটাকানিৰ ডাঙৰ টোপোলাৰ দৰে পৰি আছে। সৰ্দাৰে সেই মৃতদেহটোৰ ফালে চালে আৰু তাৰ পিছত আনবোৰ মৃতদেহৰ প্ৰতি চকু ঘূৰালে।

সিহঁত সাহসী, কিন্তু জধামূৰ্খ—সি ভাবিলে। প্লেনবোৰ নহালৈকে সিহঁতে আমাক যে আক্ৰমণ কৰিব নেলাগে—এইকণ বুদ্ধি সিহঁতৰ হৈছে। যদি মৰ্টাৰ আহি পায় তেন্তে অৱশ্যে কথা বেলেগ। মৰ্টাৰৰ সহায়ত সিহঁতৰ আক্ৰমণ কৰিবলৈ সুবিধা হব। সি জানে যে এনে অৱস্থাত মৰ্টাৰ ব্যৱহাৰ কৰাই নিয়ম আৰু মৰ্টাৰ ব্যৱহাৰ কৰা মানে তাৰ মৰণ। কিন্তু প্লেনবোৰ ঘূৰি অহাৰ কথা মনত পৰিলত, তাৰ নিজকে সেই চূড়াত বৰ নগ্ন যেন লাগিল—যেন তাৰ গাৰ কাপোৰ কানি, আনকি গাৰ ছালবোৰো কোনোবাই এক্ৰাই নিছে। সি ভাবিলে, মোৰ দৰে নগ্ন আন একো নাই। মোৰ লগত তুলনা কৰিলে ছাল-চেলোৱা শহা এটাও নোমাল ভালুকৰ দৰে হব। কিন্তু সিহঁতে প্লেনবোৰ কিয় আনিব লাগে? ট্ৰেন্স মৰ্টাৰৰ সহায়েৰে সিহঁতে আমাক সহজতে ইয়াৰ পৰা খেদাব পাৰে। অৱশ্যে সিহঁতৰ গৰ্ব হ'ল সিহঁতৰ বিমান-বাহিনী—সেই বাবে সম্ভৱ সিহঁতে প্লেন আনিবই—ঠিক যেনেকৈ সিহঁতে অটোমেটিক অস্ত্ৰশস্ত্ৰৰ গৰ্বত গৰ্বিত হৈ সেই মূৰ্খামিটো কৰিলে। কিন্তু সিহঁতে নিশ্চয় মৰ্টাৰ আনিবলৈও পঠাইছে তাত কোনো সন্দেহ নাই।

এটা মানুহে এবাৰ গুলী কৰিলে। তাৰ পিছত ৰাইফলৰ শলখাডাল টানি লৈ আৰু এবাৰ গুলী চলালে। "গুলীবোৰ খৰচ নকৰিবা," সৰ্দাৰে কলে।

"জহবা এটাই সৌ শিলটোৰ আঁৰলৈ আহিবলৈ চেষ্টা কৰিছিল," মানুহটোৱে আঙুলিয়াই দেখুৱালে।



মূৰটো খুব কষ্টেৰে ঘূৰা সৰ্দাৰে সুধিলে, "গুলী লাগিল জানো?"

"নালাগিল, কুকুৰৰ পুতেক আকৌ শিলৰ আঁৰত লুকাল," মানুহটোৱে কলে।

মাটিত থুঁতৰি লগাই পৰি থকা মানুহটোৱে কলে, "এই পিলাৰজনী এজনী [illegible]—তাই বেটীয়ে জানে যে আমি মৰিবলৈ ওলাইছোঁ।"

"তাই একো কৰিব নোৱাৰে", সৰ্দাৰে কলে। মানুহটোৱে সৰ্দাৰৰ ভাল [illegible] থকা কাণখনৰ ফালে কথাষাৰ কৈছিল বাবে সি মুখখন ঘুৰোৱাকৈয়ে [illegible]লে, "তাইনো কি কৰিবহি?"

"এই বদমাইচবোৰক পিছফালৰ পৰা আক্ৰমণ কৰিব পাৰে দেখোন।"

"কেনেকৈ? সিহঁত সিচঁৰিত হৈ পাহাৰৰ চাৰিওকাষ ঘেৰি আছে," [illegible]ৰে কলে, "তাই ইহঁতক কেনেকৈ আক্ৰমণ কৰে? সংখ্যাত সিহঁত [illegible]শ মান হব—এতিয়া বোধহয় আৰু বেচি হ'ল।"

"গধূলিলৈকে আমি যদি টিকি থাকিব পাৰোঁ।" জোৱাকিনে কলে।

"গুড্ ফ্ৰাইডেৰে বৰদিন হোৱা হলে।" মাটিত থুঁতৰি পেলাই পৰি থকা [illegible]হটোৱে বিদ্ৰূপৰ সুৰত কথাষাৰ দোহাৰিলে।

"তোমাৰ মাহীয়েৰাৰ গোঁফ গজাহেঁতেন মাহী গুচি মহা হলহেঁতেন," আন [illegible] মানুহে কলে, "তোমাৰ পেসিওনেৰিয়াক মাতি পঠোৱা। তাইহে আমাক [illegible]য় কৰিব পাৰিব।"

"তেওঁৰ পুতেকৰ সম্বন্ধে কোৱা কথাবোৰ মই কেতিয়াও বিশ্বাস নকৰোঁ," জোৱাকিনে কলে, "অথবা তাত সি আছে যদিও বৈমানিক বা তেনে কোনো [illegible]ৰ শিক্ষা লৈ আছে।"

মানুহটোৱে তাক কলে, "নিৰাপদে থাকিবৰ বাবে তাক তাত লুকুৱাই ৰাখিছে।

"সি তাত বাক্য-বিন্যাস অধ্যয়ন কৰিছেগৈ। তোমাৰ পেসিওনেৰাও আছিল-[illegible]—লিষ্টাৰ, মডেষ্ট আৰু বহুতেই তেনেকৈ গৈছিল। সেই অদ্ভুত নামৰ মানুহটোৱে [illegible]ক কৈছে।"

"ঘূৰি আহি যাতে সিহঁতে আমাক সহায় কৰিবহি পাৰে তাৰ বাবেই তাত পঢ়িবলৈ যায়," জোৱাকিনে কলে।

আন এটা মানুহে কলে, "সিহঁতে যদি এই অৱস্থাত আমাক সহায় কৰিলে-হেঁতেন তেতিয়াহলে তোমাৰ কথা মানিলোঁহেঁতেন। এই তেজশোহা জুৱাচোৰ

কচবোৰ সহায় কৰিবলৈ নাহে কেলৈ?" সি আকৌ এবাৰ গুলী কৰিলে, "আকৌ ধৰা পৰিছিল কুকুৰৰ পুতেক, কিন্তু গুলী নালাগিল।"

"গুলীবোৰ এনেয়ে খৰচ নকৰিবা আৰু বেচি কথা নকবা। কথা পাতিলে পিয়াহ লাগিব। এই পাহাৰত পানী পাবলৈ নাই।"

মানুহটোৱে মাটিত বাগৰি একাৰবীয়া হ'ল আৰু কান্ধত ওলোমাই থোৱা চামবাৰ মদৰ মোনাটো উলিয়াই সৰ্দোলৈ আগবঢ়াই কলে, "এইটো লোৱা। মুখখন অলপ তিয়াই লোঁৱা। ইমানকৈ জখম হোৱাৰ পিছত তোমাৰ পিয়াহ লাগিব পায়।"

"সকলোৱেই অলপ অলপ খাওক।" সৰ্দোৱে কলে।

সেই মানুহটোৱে কলে, "তেন্তে মযেই আৰম্ভ কৰোঁ," সি মুখত এসোপামান মদ ঢালি ললে আৰু তাৰ পিছত আনবোৰলৈ বটলটো আগবঢ়ালে।

মাটিত থুঁতৰি লগাই পৰি থকা মানুহটোৱে সুধিলে, "সৰ্দো, প্লেনবোৰ কেতিয়া মানে পাবহি বুলি ভাবা?"

"ইমান পৰে আহি পাবহি লাগিছিল। এতিয়া যি কোনো সময়তে আহিব পাৰে", সৰ্দোৱে কলে।

"এই জহৰাবোৱে আকৌ আক্ৰমণ কৰিব বুলি ভাবাঁনেকি?"

"যদি প্লেনবোৰ নাহে তেন্তে কৰিব—নহলে নকৰে।"

মৰ্টাৰ সম্পৰ্কে কোৱাৰ প্ৰয়োজন সি বোধ নকৰিলে। মৰ্টাৰ আনিলে সিহঁতে দেখিবই।

"ভগবানেহে জানে সিহঁতৰ বহুত প্লেন আছে। কালি বহুত দেখিলোঁ।"

"বহুত" সৰ্দোৱে কলে।

তাৰ মূৰটো খুব বিষাইছিল। হাতখনও ক্ৰমে অসাৰ হৈ আহিছে—লৰচৰ কৰিলেই অসহ্য বিষ হয়। চামবাৰ মদৰ বটলটো মুখত দিওতে সি ওপৰৰ ফালে এবাৰ চালে। গ্ৰীষ্মকালৰ আকাশ—উজ্জ্বল, নীলা আৰু সুউচ্চ। তাৰ বয়সে বাৱন্ন বছৰত ভৰি দিলেহি—সি বুজিছে যে ওপৰৰ আকাশ দেখা তাৰ এয়েই শেষ।

মৃত্যুৰ বাবে সি ভয় নকৰে, কিন্তু এই পাহাৰটোত এনেকৈ ধৰা পৰাতহে তাৰ খঙ উঠিছে। এইটো পাহাৰত মৰাৰ বাহিৰে কৰিবলৈ আন একো নাই। সি ভাবিলে, এবাৰ কেনেবাকৈ বাহিৰ ওলাব পৰাহেঁতেন! দীঘলীয়া উপত্যকাইদি সিহঁতক ওপৰলৈ আহিবলৈ বাধ্য কৰাব পৰাহেঁতেন বা ৰাস্তা পাৰ হৈ সিহঁতৰ পৰা ফালৰি কাটিব পৰাহেঁতেন কোনো চিন্তাই নাছিল। কিন্তু বিহ-কোঁহোবাৰ দৰে পাহাৰটো! যিমানে পাৰোঁ ইয়াকে আমি কামত লগাব লাগিব—এতিয়ালৈকে যি দেখিছোঁ ভালেই ব্যৱহৃত হৈছে।

মৃত্যুৰ স্থান হিচাপে কিমান মানুহে আজিলৈকে এনে পাহাৰ ব্যৱহাৰ কৰিব লগীয়া হৈছে, তাক জনাহেঁতেনো তাৰ মন অকণো ভাল নালাগিলহেঁতেন। কাৰণ এতিয়া সি যি অৱস্থাৰ সন্মুখীন হৈছে, অনুৰূপ অৱস্থাত অতীতত কাৰ কি হৈছিল, সেই কথা জানি তাৰ অকণো লাভ নাই। সদ্য বিধৱা নাৰীয়ে আন আন স্বামীহাৰা নাৰীৰ শোকৰ উপলব্ধিত সান্ত্বনা লাভ কৰিব নোৱাৰে। মৃত্যুৰ বাবে ভয় থাকক বা নাথাকক, তাক স্বীকাৰ কৰি লোৱা বৰ টান কথা। পৰ্বতত বেষ্টিত হৈ থকা আৰু আঘাতেৰে জৰ্জৰিত হোৱা বাৱন্ন বছৰীয়া সৰ্দোৱে মৃত্যু সুনিশ্চিত বুলি জানিও তাক স্বীকাৰ কৰি লবলৈ খুব টান পালে।

এই বিষয়টো সি মনৰ ভিতৰতে ঠাট্টা বিদ্ৰূপেৰে উপভোগ কৰিছে হয়—কিন্তু মদ খাই খাই ওপৰলৈ আকাশলৈ চাওঁতে তাৰ মৃত্যু কাম্য নহয় যেন লাগিল। যদি সঁচাকৈয়ে মৰিব লাগে—কিয়নো মৃত্যু সুনিশ্চিত—তেন্তে মই মৰিবলৈ সাজু। কিন্তু মৃত্যুক মই ঘৃণা কৰোঁ।

মৃত্যু তাৰ বাবে সহজ—সেই সম্বন্ধে তাৰ অন্তৰত কোনো ধাৰণা নাই, অথবা শঙ্কাও নাই। কিন্তু জীয়াই থকাটো পাহাৰৰ গাত বতাহৰ ঢৌ খেলি যোৱা এখন ধাননি পথাৰৰ দৰে। জীৱনটো আকাশত উৰি ফুৰা শেন-চৰাই। ই যেন ধান আৰু তুঁহ সিঁচৰিত হৈ থকা মৰণাৰ ধূলিৰ মাজৰ একলহ পানী। জীৱনটো যেন তোমাৰ ভৰি দুটাৰ মাজত সোমাই থকা এটা ঘোঁৰা—এটা ভৰিৰ তলত আছে এটা বন্দুক—তাৰ লগতে এটা পাহাৰ, এটা উপত্যকা আৰু এখন নৈ—কাষত দীঘল গছৰ শাৰী আৰু উপত্যকাৰ সিপাৰে অধিক পাহাৰ।

সৰ্দোৱে মদৰ বটলটো ঘূৰাই দি ধন্যবাদসূচক ভাৱে মূৰ জোকাৰিলে। অটোমেটিক ৰাইফলৰ নলাই খুৰি পেলোৱা মৰা ঘোঁৰাটোৰ পিঠিটো সৰ্দোৱে আগবাঢ়ি হাতফুৰাই মৰম কৰি দিলে। পোৱা নোমৰ গোন্ধ এতিয়াও তাৰ নাকত লাগি আছে। তাৰ মনত পৰিল অলপ আগতে সি ঘোঁৰাটো এই ঠাইতে ধৰি আছিল—ঘোঁৰাটো তেতিয়া কঁপিছিল—এখন পৰ্দাৰ দৰে সিহঁতৰ চাৰিওফালে সশব্দে গুলীবোৰ পৰিছিলহি। ঘোঁৰাটোৰ চকু আৰু কাণৰ সংলগ্ন

ঠাইডোখৰত সি সযত্নে গুলী কৰিছিল। তাৰ পিছত ঘোঁৰাটো মাটিত পৰাৰ লগে লগে সি তাৰ গৰম, ঘামি থকা গাৰ আঁৰ লৈ শুই পৰিছিল। শত্ৰু তেতিয়া পাহাৰ বগাবলৈ আৰম্ভ কৰিছিল আৰু সি তাৰ পৰা সিহঁতৰ ওপৰত গুলী চলাইছিল।

সি কলে, "সঁচাকৈয়ে তোৰ ঘোঁৰা নাম সাৰ্থক হৈছে।"

শৰীৰৰ আঘাত নথকা অংশত ভেঁজা দি এল্ সৰ্দোৰে আকাশলৈ চালে।

তাৰ গাৰ তলত এসোপামান খালি কাৰ্টিজ—মূৰটো এটা শিলৰ আঁৰত আছে আৰু গাটো মৰা ঘোঁৰাটোৰে আঁৰ কৰি ৰাখিছে। খুব বেয়াকৈ তাৰ ঘাবোৰে টানি টানি ধৰিছে—শৰীৰৰ সৰ্বাঙ্গত বিষ—ইমান ভাগৰ লাগিছে যে তাৰ লৰচৰ কৰিবৰ মন যোৱা নাই।

তাৰ কাষতে থকা মানুহটোৱে সুধিলে, "বুঢ়া, কি হৈছে তোমাৰ?"

"একো হোৱা নাই—অলপ জিৰাইছোঁ।"

"শুই থাকা," মানুহটোৱে কলে, "সিহঁত আহিলে জগাই দিম।"

ঠিক সেই সময়তে পাহাৰৰ এচলীয়া গাৰ পৰা কোনোবা এটাই চিঞৰি

উঠিল।

অটোমেটিক ৰাইফলটো পাতি থোৱা ঠাইৰ ওচৰৰ শিল এটাৰ আঁৰৰ পৰা মাত শুনা গ'ল, "এই ডকাইতৰ দল। এতিয়াই আত্মসমৰ্পণ কৰ, নহলে প্লেন আহি পালে খণ্ড-বিখণ্ড হবিহঁক।"

"সি কি কৈছে?" সৰ্দোৰে সুধিলে।

জোৱাকিনে কথাটো তাক বুজাই দিলে। সৰ্দোৰে বাগৰ সলাই বন্দুকৰ

কাৰ পালেহি।

"বোধহয় প্লেনবোৰ নাহে," সি কলে, "একো উত্তৰ নিদিবা আৰু গুলী নকৰিবা। সিহঁতৰ হতুৱাই আকৌ আক্ৰমণ কৰাব পাৰোঁনেকি চাওঁচোন।"

"অলপ গালি পাৰিলে কেনে হয়?" যি মানুহটোৱে জোৱাকিনক পেচিওনেৰাৰ পুতেক কচিয়াত থকাৰ কথা কৈছিল সেই মানুহটোৱে সুধিলে।

"নালাগে। তোমাৰ ডাঙৰ পিস্তলটো মোক দিয়া। কাৰ আছে?"

"এইয়া।"

"মোৰ হাতত দিয়া", সৰ্দোৰে আঠুকাঢ়ি ন মিলিমিটাৰৰ বিৰাট পিস্তলটো হাত পাতি ললে আৰু মৰা ঘোঁৰাটোৰ গাৰ কাষতে এবাৰ গুলী কৰিলে। তাৰ



পিছত কিছু সময় ৰৈ মাজে মাজে আকৌ চাৰিবাৰ গুলী কৰিলে। তাৰ পিছত সি ষাঠিলৈকে নেওঁতাৰ সংখ্যা মনতে গোৰাৰ পিছত মৰা ঘোঁৰাটোৰ গাত পুনৰ এটা গুলী মাৰিলে। তাৰ পিছত সি হাঁহি এটা মাৰি পিস্তলটো ঘূৰাই দিলে।

সি ফুচ্ ফুচাই কলে, "গুলী ভৰাই দিয়া। কোনেও এষাৰ মাত নেমাতিবা আৰু গুলী নকৰিবা।"

শিলৰ আঁৰৰ পৰা আকৌ মাত ওলাল, "হেৰ ডকাইতৰ দল।'

পাহাৰৰ ওপৰত কাৰো মাত নাই।

"ডকাইতৰ দল। তহঁতক খণ্ড-বিখণ্ড কৰাৰ আগতে আত্মসমৰ্পণ কৰ।"

সৰ্দোৰে আনন্দ মনেৰে ফুচ্ ফুচাই কলে, "বৰশীত মাছ লাগিছে।"

চাই থাকোঁতে থাকোঁতে, শিলৰ আঁৰৰ পৰা এটা মানুহৰ মূৰে দেখা দিলে। কিন্তু পাহাৰৰ ওপৰৰ পৰা কোনেও গুলী নকৰিলে। মূৰটো আকৌ শিলৰ আঁৰত লুকাল। এল্ সৰ্দোৰে মনে মনে চাই থাকিল; কিন্তু আৰু একো ঘটনা নঘটিল। সি দলৰ আনবোৰলৈ চালে—প্ৰত্যেকেই নিজ নিজ ঠাইৰ তলৰ অংশত চকু দি আছে। সি চোৱা দেখি আনবোৰে মূৰ জোকাৰিলে—অৰ্থাৎ একো হোৱা নাই।

"কোনেও লৰচৰ নকৰিবা," সি ফুচ্ ফুচাই কলে।

শিলৰ আঁৰৰ পৰা আকৌ মাতটো ভাহি আহিল, "এই কমিউনিষ্ট গাহৰিৰ দল। বেশ্যা-পুত্ৰ!" অশ্লীল কথাৰে ভৰা নানা ধৰণৰ গালি।

সৰ্দোৰে হাঁহিলে। ভাল কাণখনেৰে গালিৰ দুই এটা শব্দ সি শুনিবলৈ পাইছিল। এচ্ পিৰিণ খোৱাতকৈ এইয়া বহুত ভাল—সি ভাবিলে। কিমানক মাৰিব পাৰিম বাৰু? ইমান মূৰ্খামি কৰিবনে সিহঁতে?

মাতটো আকৌ বন্ধ হ'ল। পিছৰ তিনি মিনিটৰ বাবে সিহঁতে কোনো কথা নুশুনিলে—কাকো লৰচৰ কৰাও নেদেখিলে। তেনেতে পাহাৰৰ তলত প্ৰায় এশ গজৰ আঁতৰত থকা শিলৰ আঁৰৰ পৰা বন্দুকধাৰী সৈন্যটোৱে উঠি গুলী কৰিলে—গুলীটো শব্দ কৰি আহি এটা শিলত লাগিল আৰু উফৰি আনফালেদি গুচি গল। ইয়াৰ পিছত সৰ্দোৰে দেখা পালে—মানুহ এটা অটোমেটিক ৰাইফল পাতি থোৱা ওচৰৰ শিলৰ আঁৰৰ পৰা বগুৰাবাই কোবাকুবিকৈ গৈ সেই বন্দুকধাৰী লুকাই থকা শিলৰ আঁৰত সোমালগৈ। পানীত জাপ দিয়াৰ দৰে সি শিলৰ আঁৰত সোমালগৈ।

সৰ্দাৰে চাৰিওফালে চালে। আনবোৰে তাক সংকেত দি বুজাই দিলে যে আনবোৰ খণ্ডত কোনো এনে ঘটনা হোৱা নাই। মনৰ আনন্দত এল্ সৰ্দাৰে এবাৰ হাঁহি ললে আৰু সম্মতিসূচক ভাৱে মূৰ জোকাৰিলে। সি ভাবিলে, এচ্ পিৰিণতকৈ এইয়া দহগুণে ভাল। আনন্দত অধীৰ হোৱা চিকাৰীৰ মনেৰে সি অপেক্ষা কৰিবলৈ ধৰিলে। পাহাৰৰ তলত যি মানুহটো শিলাস্তূপৰ আঁৰৰ পৰা দৌৰি আহি বন্দুকধাৰী সৈন্য থকা শিলৰ আঁৰত আশ্ৰয় লৈছিলহি সি বন্দুকধাৰী সৈন্যটোক সুধিলে।

"তুমি বিশ্বাস কৰা নেকি ?"

"কব নোৱাৰোঁ," বন্দুকধাৰী সৈন্যই কলে।

প্ৰথমজন মানুহ এজন অফিচাৰ—দলৰ অধিনায়ক। সি কলে, "কথাটো যুক্তিসঙ্গত যেন লাগিছে। সিহঁতক চাৰিফালে ঘেৰি পেলোৱা হৈছে। সিহঁতে মৃত্যুৰ বাহিৰে আন কি আশা কৰিব পাৰে ?"

বন্দুকধাৰী সৈন্যটোৱে একো উত্তৰ নিদিলে।

"তুমি কি ভাবা ?" অফিচাৰজনে সুধিলে।

"ধৰিব পৰা নাই" সি কলে।

"সেই গুলী কৰাৰ পাচৰ পৰা আৰু লৰচৰ কৰা দেখিছা নেকি ?"

"নাই দেখা।"

অফিচাৰজনে নিজৰ হাতঘড়ীটোলৈ চালে। তিনিবাজিবলৈ দহ মিনিট বাকী।

"এঘন্টাৰ আগতে প্লেনবোৰ আহি পাব লাগিছিল।" সি কলে। ঠিক তেনে সময়তে আন এটা অফিচাৰ জাপ মাৰি আহি শিলটোৰ আঁৰত পৰিলহি। বন্দুকধাৰী সৈন্যই তেওঁৰ বাবে ঠাই উলিয়াবলৈ অলপ আঁতৰি দিলে।

প্ৰথম অফিচাৰজনে কলে, "পেকৃঅ', তুমি এই বিষয়ে কি ভাবা ?"

দ্বিতীয় অফিচাৰজনে ঘন ঘনকৈ উশাহ লৈছিল। অটোমেটিক ৰাইফল থকা ঠাইৰ পৰা একে দৌৰে পাহাৰ বগাই সি এইখিনি পাইছিলহি।

"মোৰ মতে সিহঁতে জালহে পেলাইছে," সি কলে।

"যদি নহয় ? মৰা মানুহ কিছুমান ঘেৰি লৈ ইয়াতে মনে মনে সোমাই থকাটো হাঁহি উঠা কথা।"

দ্বিতীয় অফিচাৰটোৱে কলে, "এনে হাঁহি উঠা কথাতকৈ ডাঙৰ কাণ্ড ইয়াৰ আগতে আমি কৰিছোঁ। পাহাৰৰ গালৈ চোৱাচোন।"



সি পাহাৰৰ গালৈ চাই পঠিয়ালে। চূড়াৰ ওচৰত মৰা শ বোৰ সিঁচৰিত হৈ পৰি আছে। লগতে সি দেখিলে, চূড়াৰ প্ৰান্তসীমাত শিলবোৰ অ'ত-ত'ত পৰি আছে; সৰ্দাৰ ঘোঁৰাটোৰ পেটটো দেখা যায়—খুৰাত লগোৱা লোৰ আঙঠিবোৰৰ সৈতে তাৰ ঠেংবোৰ ওলাই আছে। সগু-খন্দা মাটিৰ পৰা ধূলি উৰিছে।

"মৰ্টাৰ কি হ'ল ?" দ্বিতীয় অফিচাৰটোৱে সুধিলে।

"এঘন্টা মানৰ ভিতৰতে আহি পাবহি লাগে। তাৰ আগতেও আহিব পাৰে।"

"তেন্তে মৰ্টাৰ আহি পোৱালৈকে ৰ'বা। যথেষ্ট মূৰ্খামি কৰা হ'ল।"

প্ৰথম অফিচাৰজন শিলৰ আঁৰৰ পৰা মূৰটো উলিয়াই থিয় হ'ল। পোন হৈ থিয় হোৱা কাৰণে পাহাৰৰ চূড়াটো সি নিচেই কাষলৈকে অহা যেন পালে। সি কলে, "ডকাইতৰ দল! হেৰ কমিউনিষ্টৰ দল—গাহৰি ক'ৰবাৰ! কাপুৰুষ!"

দ্বিতীয় অফিচাৰজনে বন্দুকধাৰী সৈন্যলৈ চাই মূৰ জোকাৰিলে। সৈন্যটোৱে ওঁঠটো কামুৰি আনফালে চকু ঘূৰালে।

প্ৰথম অফিচাৰটো থিয় হৈ আছিল। তাৰ মূৰটো শিলৰ ওপৰত—হাতখন পিস্তলত ৰাখিছিল। পাহাৰৰ চূড়াৰ পিনে লক্ষ্য কৰি সি অবিশ্ৰান্তভাৱে গালি বৰ্ষণ কৰিছিল। কিন্তু একো ঘটনা নঘটিল। তাৰ পিছত সি শিলৰ আঁৰৰ পৰা ওলাই আহিল আৰু থিয় হৈ ওপৰলৈ চালে।

"জীয়াই আছ যদি গুলী নকৰ কিয়, কাপুৰুষ ?" সি চিঞৰি কলে, "বেশ্যাপুত্ৰ কমিউনিষ্টৰ দল। তহঁতলৈ মই ভয় নকৰোঁ।—নামাৰ কিয় গুলী ?"

ইমান দীঘল বাক্য এবাৰ চিঞৰি কোৱা সহজ নহয়। কথা কওতে অফিচাৰৰ মুখখন ৰঙা পৰিছিল আৰু শেহৰ ফালে ডিঙিত সোপা মাৰি ধৰা যেন লাগিল।

দ্বিতীয় অফিচাৰটোৱে আকৌ মূৰ জোকাৰিলে—মানুহটো খীণ, বদেপোৱা—চকুত এটা প্ৰশান্ত ভাব। ওঁঠবোৰ দীঘল বৈ পৰা—সোমোৱা গালৰ ওপৰত খুখুৰুৱা দাড়ি। চিঞৰি থকা অফিচাৰটোৱে প্ৰথম আক্ৰমণৰ হুকুম দিছিল। পাহাৰৰ গাত পৰি মৰি থকা লেফ্টেনেন্ট জন এই দ্বিতীয় লেফ্টেনেন্টৰ অন্তৰঙ্গ বন্ধু আছিল। ইয়াৰ নাম পেকঅ'

বেবেন্দো। সি এতিয়া কেপ্টেইনৰ আস্ফালন শুনি আছে। কেপ্টেইনক দেখিলেই কব পাৰি—সি প্ৰায় বলিয়াৰ দৰে হৈ পৰিছে।

কেপ্টেইনে কলে, "এই গাহৰিবোৰেই মোৰ মা আৰু ভনিটীক গুলীয়াই মাৰিলে!" তাৰ মুখখন বঙা, ইংৰাজ লোকৰ দৰে সোণালী গোঁফ আছে কিন্তু তাৰ চকুৰ কিবা দোষ থকা যেন লাগে। চকুযোৰ পাতলীয়া নীলা ৰঙৰ—চেলাউৰিত প্ৰায় নোম নাইকিয়াৰ দৰে। চকুলৈ চালে বৈশিষ্ট্য হীন যেন লাগে—দৃষ্টি শক্তি যেন খুব খীণ। তাৰ পিছত আকৌ তাৰ চিঞৰ শুনা গ'ল, "হেৰ কমিউনিষ্টৰ দল, কাপুৰুষ।" সি পুনৰ গালি পাৰিবলৈ আৰম্ভ কৰিলে।

এতিয়া সি এডোখৰ মুকলি ঠাইত থিয় হৈ আছে। পাহাৰৰ চূড়াত লক্ষ্যৰ বস্তু মাত্ৰ সৰ্দ্দাৰ মৰা ঘোঁৰাটোহে দেখা যায়। তালৈকে টোৱাঁই সি পিস্তলটোৰে গুলী কৰিলে। ঘোঁৰাটোৰ প্ৰায় পোন্ধৰ গজ নামনিত গুলীটো লাগিল—এসোপা ধূলি ৰতাহত উৰি গ'ল। কেপ্টেইনে আকৌ এবাৰ গুলী কৰিলে—এইবাৰ গুলী শিল এটাত লাগি শব্দ কৰি একাষে ছিটিকি পৰিল।

কেপ্টেইনে পাহাৰৰ চূড়ালৈ চাই ৰ'ল। দ্বিতীয় লেফ্‌টেনেণ্টে চূড়াৰ তলত পৰি থকা আনটো লেফ্‌টেনেণ্টৰ মৰা শটো চাইছিল। বন্দুকধাৰী সৈন্যটোৱে তলমূৰৈ মাটিকে চাইছে। তাৰ পিছত সি চকু দাঙি কেপ্টেনৰ ফালে চালে।

"ওপৰত কোনো জীয়াই নাই", কেপ্টেইনে বন্দুকধাৰী সৈন্যটোক কলে, "এই ওপৰলৈ গৈ চাই আহ।"

সৈন্যটোৱে একো নামাতি তললৈ চাই ৰ'ল।

কেপ্টেইনে চিঞৰি কলে, "মোৰ কথা শুনা নাই নেকি?"

সৈন্যটোৱে নোচোৱাকৈয়ে উত্তৰ দিলে, "শুনিছোঁ, কেপ্টেইন।"

"শুনিছ যদি নেযাৱ কেলেই?"

"মই যাব নোখোজোঁ, কেপ্টেইন!"

কেপ্টেইনে সৈন্যটোৰ ডিঙিৰ ঠিক তলতে পিস্তলটো লগাই কলে, "যাব নোখোজ? ঠিক যাব নোখোজ?"

সৈন্যটোৱে গহীনাই কলে, "মোৰ ভয় লাগিছে, কেপ্টেইন।"



লেফটেনেণ্ট বেবেন্দোৱে কেপ্টেইনৰ চকু আৰু মুখৰ ভঙ্গিমা চাই বুজিলে যে সি সৈন্যটোক গুলী কৰি এতিয়াই মাৰিব।

"কেপ্টেইন মোৰা," সি মাত দিলে।

"কোন? লেফ্‌টেনেণ্ট বেবেন্দো নেকি?"

"বোধহয় সৈন্যটোৱে ঠিকেই কৈছে।"

"ভয় লগাটো তাৰ ঠিক হৈছে বুলি কব খোজানেকি? হুকুম তামিল কৰিব নোখোজাটো তুমি ঠিক বুলি কোৱানেকি?"

"নহয়, নহয়। এইটো যে এটা চালাকি মাত্ৰ এই কথা সৈন্যটোৱে ভালকৈ বুজিছে"।

"সিহঁত আটাইবোৰ মৰিল", কেপ্টেইনে কলে," মই কওঁ সিহঁত মৰিল, শুনিছানে নাই?"

"পাহাৰৰ গাত পৰি মৰি থকা আমাৰ বন্ধুৰ কথা কৈছানেকি?" বেবেন্দোৱে সুধিলে, "তুমি ঠিকেই কৈছা।"

কেপ্টেইনে কলে, "বুৰ্বকৰ দৰে কথা নকবা, পেক'অ।" জুলিয়ানক অকলে তুমিয়েইহে ভালপোৱা বুলি ভাবিছানেকি? মই কওঁ, কমিউনিষ্ট বোৰ মৰিল। এইয়া চোৱা।"

সি থিয় হ'ল আৰু হাত দুখনেৰে শিলৰ ওপৰত ভেঁজা দি আঁঠুৰে বগাই শিলৰ ওপৰত উঠিল।

বগা গ্ৰেনাইট শিলটোৰ ওপৰত সি থিয় হৈ হাত জোকাৰি জোকাৰি কলে, "গুলী কৰ, গুলী কৰি মাৰি পেলা মোক!"

পাহাৰৰ চূড়াত মৰা ঘোঁৰাটোৰ আঁৰত লুকাই থকা এল্ সৰ্দোৰে নিশব্দে হাঁহিলে।

কি ধৰণৰ মানুহ সি ভাবিলে। তাৰ খুব হাঁহি উঠিছিল, কিন্তু হাঁহোঁতে গা লৰচৰ কৰিলেই হাতত বিষ উঠে। সেইবোৰে সি হাঁহিটো চেপি ৰাখিবলৈ চেষ্টা কৰিলে।

তলৰ পৰা তেতিয়াও চিঞৰ শুনা গৈছিল, "কমিউনিষ্টৰ দল,—বঙা কুকুৰৰ দল। মাৰ মোক গুলী কৰি মাৰ।"

ঘোঁৰাটোৰ গাৰ কাষেদি সৰ্দোৰে জুমি চাই দেখিলে শিলৰ ওপৰত থিয় হৈ কেপ্টেইনে খুব হাত জোকাৰিছে। সৰ্দোৰ হাঁহি উঠিল। হাঁহিৰ

কোবত তাৰ বুকুখন কঁপি উঠিল। শিলৰ একাষত আন এটা অফিচাৰ থিয় হৈ আছে। আন কাষে বন্দুকধাৰী সৈন্যটো দেখা যায়। চকু নলবোৱাকৈ সৰ্দোৰে আনন্দত মূৰ দুপিয়াবলৈ ধৰিলে।

সি খুব লাহে লাহে পুনৰাবৃত্তি কৰিলে, "মোক গুলী কৰ—মাৰ।" তাৰ পিছত তাৰ কান্ধ দুটা কঁপি উঠিল। হাঁহিৰ কোবত তাৰ হাত দুখন বিষাবলৈ ধৰিলে—মূৰটো ফাটি যাওঁ যেন লাগিল। তথাপিও ঘনীভূত পদাৰ্থৰ দৰে হাঁহিত তাৰ শৰীৰ কঁপিবলৈ ধৰিলে।

কেপ্তেইন মোৰা শিলটোৰ পৰা তললৈ নামিল।

সি লেফ্‌টেনেন্ট বেৰেন্দোক সুধিলে, "এতিয়া মোৰ কথা বিশ্বাস হৈছেনে পেক্‌অ'!"

"নাই হোৱা," লেফ্‌টেনেন্ট বেৰেন্দোৱে কলে।

"কাপুৰুষ," কেপ্তেইনে কলে, "ইয়াত থকা আটাইবোৰ মূৰ্খ আৰু কাপুৰুষ।"

বন্দুকধাৰী সৈন্যটো শিলটোৰ আঁৰত সাৱধানে বহি পৰিল। লেফ্‌টেনেন্ট বেৰেন্দোৱেও তাৰ কাষতে লুকাল।

শিলটোৰ কাষৰ মুকলি ঠাইডোখৰত থিয় হৈ কেপ্তেইনে পুনৰ কদৰ্য ভাষাৰে পাহাৰৰ চূড়াৰ প্ৰতি লক্ষ্য কৰি গালি পাৰিবলৈ আৰম্ভ কৰিলে। স্পেনৰ দৰে কদৰ্য ভাষা আন ক'তো নাই। ইংৰাজী ভাষাত বেয়া কথা প্ৰকাশৰ বাবে উপযোগী শব্দ আছে। আন আন ভাষাতো এনে কিছুমান শব্দ আৰু বাক্য-বিন্যাস আছে। ধৰ্মৰ গোঁড়ামী আৰু ঈশ্বৰনিন্দা যিবোৰ দেশত সমানে চলে তেনে দেশতহে এনেবোৰ শব্দ আৰু বাক্য-বিন্যাস ব্যৱহাৰ কৰা হয়। লেফ্‌টেনেন্ট বেৰেন্দো হ'ল গোঁড়া কেথালিকধৰ্মী লোক। বন্দুকধাৰী সৈন্যটোও। সিহঁতৰ ঘ'ৰ হ'ল নাভাৰাত আৰু তেওঁলোক কাৰ্লিষ্ট পন্থী। খঙ উঠিলে সিহঁতে অভিশাপ দিবলৈ বা ঈশ্বৰনিন্দা কৰিবলৈ কুণ্ঠাবোধ নকৰে অথচ দুয়োটাই এইবোৰ পাপ বুলি স্বীকাৰও কৰে।

সিহঁত দুয়োটাই শিলটোৰ আঁৰত লেপেটা খাই বহি থকাৰ পৰা কেপ্তেইনক লক্ষ্য কৰিছিল আৰু তাৰ গালি-গালাজবোৰ কাণ পাতি শুনিছিল। কেপ্তেইনৰ গালি পৰা বা অন্যান্য কাৰ্যত সিহঁতে অংশ লোৱা নাছিল। এইটো সিহঁতৰ বাবে মৃত্যুৰ দিন হব পাৰে: গতিকে এনে এটা দিনত সিহঁতৰ বিবেকে কদৰ্য



ভাষাত কথা কোৱাটো সমৰ্থন কৰিব নোৱাৰিলে। বন্দুকধাৰী সৈন্যটোৱে ভাবিলে এনেবোৰ কথা কোৱা বৰ অশুভ লক্ষণ। ভগৱানৰ নিন্দা কৰা কথাই দুৰ্ভাগ্য মাতি আনে। এই মানুহটোৱে কমিউনিষ্ট বোৰতকৈও বেয়া ভাষাত কথা কৈছে।

লেফ্‌টেনেন্ট বেৰেন্দোৱে চিন্তা কৰিছিল—জুলিয়ান মৰিল। আজিৰ দৰে দিন এটাত সি সৌ পাহাৰৰ গাত পৰি মৰি আছে। আৰু এই অসভ্য মানুহটোৱে কদৰ্য কথাবোৰ মাতি মাত্ৰ দুৰ্ভাগ্যহে নিমন্ত্ৰণ কৰিছে।

কেপ্তেইনে চিঞৰা বন্ধ কৰিলে আৰু লেফ্‌টেনেন্ট বেৰেন্দোলৈ ঘূৰি চালে। তাৰ চকুত এটা নতুন আৰু অভিনৱ দৃষ্টি।

"পেক্‌অ," সি আনন্দ মনেৰে কলে, "তুমি আৰু মই ওপৰলৈ যাব লাগিব।"

"মই নেযাওঁ।"

"কি কৈছা?" কেপ্তেইনে পুনৰ পিস্তলটো উলিয়াই সুধিলে।

বেৰেন্দোৱে চিন্তা কৰিছিল, এই পিস্তল দেখুওৱা মানুহবোৰ মই ঘৃণা কৰোঁ। বন্দুক নেদেখুৱাকৈ ইহঁতে কোনো এটা হুকুম দিব নোৱাৰে। এইবিধ মানুহে বোধহয় পাইখানালৈ যাওঁতেও তাৰ ভিতৰত কোনোবা সোমাই থকা পালে বন্দুক দেখুৱাইহে পাইখানা খালী কৰিবলৈ হুকুম জাৰি কৰিব।

"তুমি আদেশ দিলে অৱশ্যে মই যাম, কিন্তু বিনা প্ৰতিবাদে নহয়," লেফ্‌টেনেন্ট বেৰেন্দোৱে কেপ্তেইনক কলে।

"তেন্তে মই অকলেয়ে যাম," কেপ্তেইনে কলে, "ইয়াত কাপুৰুষালিৰ চূড়ান্ত পাইছোঁগৈ।"

সোঁহাতেৰে পিস্তলটো ধৰি লৈ সি সাৱধানে পাহাৰৰ ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলে। বেৰেন্দো আৰু সৈন্যটোৱে চাই থাকিল। কেপ্তেইনে আঁৰ লবৰ কোনো চেষ্টা কৰা নাই, সমুখৰ শিলবোৰৰ ফালে চাই চাই সি ওপৰলৈ উঠিছিল। তাৰ চকু আছিল মৰা ঘোঁৰাটোৰ ওপৰত আৰু পাহাৰৰ চূড়াত গাঁত খান্দোতে উৰা ধূলিৰ ওপৰত।

মৰা ঘোঁৰাটোৰ পিছৰ পৰা শিলৰ কাষেদি এল্ সৰ্দোৱে কেপ্তেইন ওপৰলৈ উঠি অহা চাবলৈ ধৰিলে।

মাত্ৰ এটা—সি ভাবিলে। আমি মাত্ৰ এটা হে মাৰিব পাৰিম। কথাবতৰাৰ পৰা তাক বলিয়া যেন লাগে। কেনেকৈ খোজ দিছে চোৱাঁচোন! চোৱাঁ, সি এটা জন্তু! সি আগবাঢ়ি আহিছে কেনেকৈ চোৱা। এইটো মোৰ চিকাৰ—

মোৰ লগতে ইয়াকো নিব লাগিব। এতিয়া ওপৰলৈ আহি থকা মানুহটো মোৰ সৈতে একে পথৰে যাত্ৰী হব। যান্ত্ৰিক বন্ধু, আহাঁ—আহি থাকা! ওপৰলৈ উঠি আঁহা! লোনে লোনে আঁহা। মৃত্যুক আঁকোৱালি লবলৈ আহি থাকা! আঁহা—খোজ দিয়া! পলম নকৰিবা। লোনে লোনে আহাঁ—ঠিক যেনেদৰে আহিছা তেনেকৈয়ে আহাঁ। ঘূৰি পিছত থকাবোৰলৈ নাচাবা! ও, ঠিক তেনেকৈ আনকি তললৈও নাচাবা। সমুখলৈ চাই চাই আহি থাকা! চোঁৱা, তাৰ গোঁফ্ একোচাও আছে। কিহৰ বাবে গোঁফ্ ৰাখিছা? যান্ত্ৰিক বন্ধু গোঁফৰ লায়েক মানুহ। সি এটা কেপ্তেইন। তাৰ চোলাৰ হাত ফুটালৈ চোৱাঁচোন। তাক মই বলিয়া বুলিছিলোঁ।। মুখখন ইংৰাজৰ দৰে—চোৱাঁ। বঙা মুখ, ধুনীয়া চুলি আৰু নীলা চকু। মূৰত টুপি নাই—গোঁফ্কোচা হালধীয়া। তাৰ ওপৰত নীল-বৰণীয়া চকু। শেঁতা নীল-বৰণৰ চকু কিবা আসোঁৱাহ থকা যেন লাগে। যেন দৃষ্টিৰ ক্ষমতা নাই সেই শেঁতা চকুযুৰিত। এতিয়া কাষ পালাহি এৰা একেবাৰে ওচৰত। যান্ত্ৰিক বন্ধু—এইয়া লোঁৱা।

অটোমেটিক ৰাইফলৰ ঘোঁৰাটো সি লাহেকৈ টানি দিলে। সৰ্দাৰ কান্ধৰ ওপৰত বন্দুকটোৱে তিনিবাৰ খুন্দা মাৰিলে। তিনিটা খুটি থকা অটোমেটিক বন্দুকবোৰৰ সংকোচন মাৰি ডালে প্ৰত্যেকটো গুলী ওলোৱাৰ পাছত পিছৰফালে এনেকৈ খুন্দিয়ায়।

পাহাৰৰ গাত কেপ্তেইন তলমূৰকৈ পৰিল! বাওঁহাত খন গাৰ তলত। পিস্তল লৈ থকা সোঁহাতখন মূৰটো চেৰাই গৈ আগবাঢ়ি আছে। পাহাৰৰ নামনিৰ চাৰিও ফালৰ পৰা চুড়াৰ ওপৰলৈ বুলি আকৌ গুলীবৰ্ষণ আৰম্ভ হ'ল। শিলটোৰ আঁৰত লেফটেনেন্ট বেৰেন্দো লেপেটো খাই পৰি আছিল। সি চিন্তা কৰিছিল, গুলীবৰ্ষণৰ মাজেদিয়েই সি মুকলি ঠাইডোখৰ এতিয়া দৌৰি পাৰ হব লাগিব। এনে সময়তে সি পাহাৰৰ ওপৰৰ পৰা সৰ্দাৰ হুটা মাত শুনিবলৈ পালে।

"ডকাইতৰ দল," মাতটো ভাহি আহিছিল, "ডকাইতৰ দল, গুলী কৰ! মোক মাৰ!"

পাহাৰৰ ওপৰত অটোমেটিক ৰাইফলটো আগত লৈ এল্‌ সৰ্দা মাটিত পৰি আছিল। হাঁহোঁতে তাৰ বুকুখনত বিষ উঠিছিল আৰু মূৰটো ফাটি টুকুৰা টুকুৰ হৈ পৰিব যেন অনুভৱ হৈছিল।



সি মনৰ আনন্দত আকৌ চিঞৰি উঠিল, "ডকাইতৰ দল, মোক মাৰ! ডকাইতৰ দল।" তাৰ পিছত সি মূৰটো জোকাৰিলে—মনত অপাৰ আনন্দ। সি ভাবিলে, আমাৰ মৃত্যু যাত্ৰাৰ পথিক বহুতো আছে।

শিলটোৰ আঁৰৰ পৰা ওলাবৰ সময়ত সি অটোমেটিক ৰাইফলৰে আনটো অফিচাৰকো গুলীয়াবলৈ পাঙিলে। এতিয়াই নহলেও কিছু সময়ৰ পিছত সি শিলটোৰ আঁৰৰ পৰা যাবই লাগিব। কাৰণ সৰ্দাৰে জানিছিল যে শিলটোৰ আঁৰৰ পৰা সি কেতিয়াও আদেশ জাৰি কৰিব নোৱাৰে আৰু তাক মৰাৰ এই-টোৱেই ডাঙৰ সুযোগ।

ঠিক সেই সময়তে পাহাৰৰ চূড়াত থকা অন্যান্য মানুহবোৰে প্লেনবোৰ অহাৰ শব্দ শুনিবলৈ পালে।

এল্‌ সৰ্দাৰে কিন্তু শুনা নাছিল। শিলটোৰ কাষৰ এঢলীয়া অংশটোৰ প্ৰতি সি অটোমেটিক ৰাইফলটো টোৱাঁই লৈ ৰৈ আছিল আৰু মনে মনে চিন্তা কৰিছিল। তাক মই দৌৰা অৱস্থাতহে দেখা পাম। যদি মই সাৱধান নহওঁ তেন্তে মাৰিব নোৱাৰিম। মুকলি ঠাইডোখৰত তাক মই পিছফালৰ পৰা গুলীয়াব পাৰিম। দৌৰি যোৱাৰ লগে লগে মই বন্দুকটোও সি গৈ থকাৰ ফালে আগুৱাই নিব লাগিব আৰু সদায় তাৰ আগলৈ গুলী কৰিব লাগিব। নতুবা তাকে প্ৰথমে গুলীয়াবলৈ দি সি কিবা কৰিব পৰাৰ আগতেই তাক শেষ কৰিব লাগিব। শিলৰ দাঁতিৰ পৰাই তাৰ ওপৰত গুলী কৰাৰ চেষ্টা কৰিব লাগিব আৰু তাৰ ঠিক আগলৈ টোৱাঁই বন্দুক মাৰিব লাগিব। তেনেতে কোনোবাই তাৰ কান্ধত হাত এখন দিয়া যেন লাগিল। ঘূৰি চাই দেখিলে জোৱাকিন—ভয়ত মুখখন শেঁতা পৰি আছে। সি লৰাটোৱে আঙুলিয়াই দিয়া ঠাইলৈ চালে আৰু দেখিলে যে তিনিখন প্লেন আহিছে।

সেই মুহূৰ্ত্ততে লেফ্টেনেন্ট বেৰেন্দো শিলৰ আঁৰৰ পৰা ওলাই আহিল। মূৰটো তললৈ কৰি আৰু ভৰি দুটা চোঁচৰাই নিয়াদি সি দৌৰি পাহাৰৰ এঢলীয়া অংশটো পাৰ হ'ল আৰু অটোমেটিক ৰাইফলটো থোৱা শিলটোৰ আঁৰত সোমালহি।

প্লেন চাই থাকোঁতে সৰ্দাৰে তাক যোৱা নেদেখিলে।

"এইটো উলিয়াওঁ ধৰচোন," সি জোৱাকিনক কলে; লৰাটোৱে শিল আৰু মৰা ঘোঁৰাটোৰ মাজত পাতি থোৱা অটোমেটিক ৰাইফলটো টানি উলিয়ালে।

প্লেনবোৰ একেবাহে আহি আছিল। বহুত দূৰৈৰ পৰা সিহঁতৰ শব্দ কাণত পৰিছিলহি। প্ৰতি মুহূৰ্তে মুহূৰ্তে প্লেনবোৰ ডাঙৰ হৈ আহিছিল আৰু যিমানে ওচৰ চাপিছিল সিমানে তাৰ শব্দবোৰ ডাঙৰ হৈছিল।

"প্লেন গুলীয়াবলৈ ওপৰলৈ মূকৈ শুই পৰা," সৰ্দাৰে কলে, "আহি থাকোঁতে সিহঁতৰ আগলৈ গুলীয়াবা।"

সি চকু নপচৰোৱাকৈ প্লেনবোৰলৈ চাই থাকিল। খুব খৰকৈ মুখেৰে ভোৰ ভোৰালে, "মৰিবলৈ ধৰাবোৰ হতশ্ৰীহঁত!"

"ইগ্‌নাচিঅ," সি কলে, "বন্দুকটো লৰাটোৰ কান্ধত থোৱা"। জোৱাকিনৰ প্ৰতি লক্ষ্য কৰি কলে, "এই শুন্। তাতে বহ, লৰচৰ নকৰিবি! কুঁজা হৈ দে আৰু—নাই হোৱা—আৰু।"

সি পিঠি পেলাই শুই পৰিল আৰু অটোমেটিক ৰাইফলটো টোৱাঁই লৈ প্লেনবোৰ অহা চাবলৈ ধৰিলে।

জোৱাকিনে কুঁজাহৈ পিঠিত বন্দুকটো পাতি লৈছিল। প্লেনৰ গুম্‌গুমনি শব্দ শুনাৰ লগে লগে তাৰ গাৰ কপনি উঠিছিল। বন্দুকৰ ঠেং তিনিটা পিঠিৰ পৰা ওলমি পৰিছিল বাবে বন্দুকৰ আগটোও তাৰ গাৰ লগে লগে কপি আছিল।

"এই ইগ্‌নাচিঅ," বন্দুকৰ ঠেং তিনিটা মোক ধৰি দেচোন।"

ইগ্‌নাচিঅ' পেট পেলাই পৰি ললে আৰু প্লেনবোৰ অহা চাই চাই দুই
হাতেৰে বন্দুকৰ ঠেং কেইটা ধৰি বন্দুকটো পোনাই দিলে।

"তোৰ মূৰটো নমাই দে", সি জোৱাকিনক কলে, "অলপ আগবঢ়াই দে!"
শব্দ ওচৰ চাপি অহাৰ লগে লগে জোৱাকিনে নিজে নিজে কবলৈ ধৰিলে,
"পেচিঅ'নেৰিয়াই কৈছে, মৃত্যুয়েই শ্ৰেয়ঃ......।" তাৰপৰা হঠাতে সি কথা
সলনি কৰিলে, "হে মেৰী মাতৃ, দয়াৰ আধাৰ, তোমাৰ মাজত ভগবানৰ স্থিতি।
নাৰীৰ ভিতৰত তুমি মহীয়ান, তোমাৰ গৰ্ভজাত যীশু মহাভাগ্যবান। হে পবিত্ৰ
মেৰী মাতৃ, ভগবানৰ জন্মদাত্ৰী, এই পাপীৰ বাবে এতিয়া এই মৃত্যুক্ষণত অলপ
প্ৰাৰ্থনা কৰা—আমেন! হে পবিত্ৰ মেৰী, ভগবান মাতৃ", সি পুনৰ আৰম্ভ কৰিলে।
কিন্তু প্লেনৰ গৰ্জন বেচি হৈ অহাৰ লগে লগে তাৰ লগতে সুৰ মিলাই সি অনু-
শোচনাৰ সুৰত গাবলৈ ধৰিলে, "হে মোৰ প্ৰভু, ভগবান, তোমাক দুখ দিয়াৰ বাবে
মই সঁচাকৈয়ে দুঃখিত; তোমাৰ প্ৰতি মোৰ প্ৰেম......"
তেনেতে এটা ভীষণ বিস্ফোৰণে তাৰ কাণ তাল মাৰি ধৰিলে—কান্ধত পৰি



থকা বন্দুকৰ নল ডাল অতিপাত গৰম হোৱা যেন লাগিল। তাৰ পৰা ওলোৱা বিস্ফোৰণৰ শব্দই তাৰ কাণ কলা কৰিলে। ইগনাচিঅ'ই ঠেং কেইটা জোৰেৰে ধৰি আছে—গৰম নলাডালে তাৰ পিঠিত পুৰিছে। গৰ্জনৰ মাজে মাজে বন্দুকটোৱে খুন্দিয়াইছে। অনুশোচনাৰ শব্দবোৰ সি পাহৰি গ'ল।

তাৰ মাত্ৰ মনত আছিল মৃত্যুক্ষণৰ কথা। এৰা—আমাৰ মৃত্যুক্ষণ। এতিয়াই এই মুহূৰ্তে। আনবিলাক মানুহে গুলী কৰিছিল। এতিয়াই—আমাৰ মৃত্যুক্ষণত। সেয়ে হওক যেন।

তাৰ পিছত, বন্দুকৰ গৰ্জনৰ মাজতে সি শুনিবলৈ পালে বতাহৰ এটা তীব্ৰ সোঁসোৰনি শব্দ—যেন ফাটি দুফাল হৈ গৈছে। জুই আৰু ধোঁৱাৰ সংমিশ্ৰিত বিস্ফোৰণৰ গৰ্জনত মাটি তল-ওপৰ হ'ল—তাৰে কিছুমান উফৰি আহি তাৰ আঁঠুত আৰু মুখত লাগিলহি। ধূলি আৰু শিলবোৰ খণ্ড-বিখণ্ড হৈ চাৰিওফালে সিঁচৰিত হৈ পৰিল। ইগ্‌নাচিঅ' আৰু বন্দুকটো তাৰ পিঠিৰ ওপৰত পৰি হেঁচা মাৰি ধৰিলে।

তথাপিও তাৰ মৃত্যু হোৱা নাছিল কাৰণ সি বতাহৰ সেই সোঁসোৰনি শব্দ আকৌ শুনিবলৈ পালে—বিৰাট গৰ্জনৰ মাজত মাটিবোৰ তাৰ দেহৰ তলত তল-ওপৰ কৰিবলৈ ধৰিলে।

প্লেনবোৰে এবাৰ এবাৰকৈ তিনিবাৰ পাহাৰৰ চূড়াৰ ওপৰত বোমাবৰ্ষণ কৰিলে—কিন্তু তাত থকা এটা মানুহেও সেই কথা গম নাপালে। ইয়াৰ পিছত আকৌ মেচিন-গানেৰে ওপৰৰ পৰা গুলী চলাই প্লেনবোৰ আঁতৰি গ'ল। পাহাৰৰ ওপৰলৈ শেষবাৰৰ বাবে ছোঁ মাৰোঁতে প্লেনবোৰে মেচিন গানেৰে গুলীয়াই থৈ গ'ল—প্ৰথমখন প্লেন ইয়াৰ পিছত ওপৰলৈ উঠিল—বাকীবোৰ প্লেনেও গুলী চলাই তেনেকৈয়ে ওপৰলৈ উঠিল আৰু আকাশত ইংৰাজীৰ "ভি" আখৰৰ আকাৰত নিজকে সজাই চেগভিয়াৰ ফালে উৰি গ'ল।

ইয়াৰ পিছত নামনিৰ পৰা পাহাৰৰ চূড়ালৈ অবিৰাম ভাৱে গুলীবৰ্ষণ আৰম্ভ হ'ল। এই সুযোগতে লেফ্‌টেনেন্ট বেৰেন্দোৱে এটা পহৰীয়া সৈন্যৰ দল লৈ চূড়াৰ কাষত বোমা বৰ্ষণৰ ফলত হোৱা গাঁত এটাত সোমালগৈ। তাৰ পৰা ওপৰলৈ হাতবোমা দলিয়াবলৈ সুবিধা হ'ব। পাহাৰৰ ওপৰত হয়তো কোনোবাটো জীয়াই থাকিবও পাৰে—বেৰেন্দোৱে সেইবাবে অনিশ্চয়তাৰ মাজত কোনো

কাম নকৰিবলৈ সিদ্ধান্ত লৈছিল। ওপৰত হোৱা বিশৃঙ্খলতাৰ মাজত হয়তো কোনোবা এটা জীয়াই আছে আৰু সিহঁত ওপৰলৈ উঠিলৈ বাট চাই আছে। পাহাৰৰ চূড়াত মৰা ঘোঁৰাটো, ভগা-শিলৰ টুকুৰা, বোমাৰ বিস্ফোৰণত তল-ওপৰ হোৱা আৰু হালধীয়া বঙ লোৱা মাটিৰ চপৰাবোৰ বিশৃঙ্খলভাৱে অ'ত-ত'ত পৰি আছিল। বেবেন্দোৱে ইয়াৰ মাজলৈ চাৰিটা হাতবোমা দলিয়ালে আৰু তাৰ পিছত চাবৰ বাবে গাঁতৰ পৰা ওলাই ওপৰ উঠিল।

জোৱাকিন বোলা ল'ৰাটোৰ বাহিৰে পাহাৰৰ চূড়াত কোনো জীৱিত অৱস্থাত নাছিল। ইগ্নাচিঅ'ৰ মৃত দেহৰ হেচঁাত ল'ৰাটো অজ্ঞান হৈ পৰি আছিল। বোমাৰ বিস্ফোৰণ আৰু গৰ্জনৰ মাজত তাৰ সকলো ভাবৰ যতি পৰিল—চাৰিও কাষে কি ঘটিছে তাকো সি কব পৰা নাছিল। এটা বোমা আহি তাৰ ইমান কাষতে ফাটিলহি যে তাৰ উশাহ-নিশাহ বন্ধ হৈ পৰিল। লেফ্টেনেণ্ট বেবেন্দোৱে প্ৰাৰ্থনাৰ ভঙ্গীত হাতখন এবাৰ ওপৰ-তল কৰিলে আৰু তাৰ পিছত খুব ক্ষিপ্ৰ-তাৱে অথচ শান্তভাৱে ল'ৰাটোৰ মূৰৰ পিছফালে গুলী কৰিলে। সৰ্দোৱেও এনে-ভাৱে আহত হোৱা ঘোৰঁাটো গুলী কৰি মাৰিছিল।

পাহাৰৰ চূড়াত থিয় হৈ লেফ্টেনেণ্ট বেবেন্দোৱে পাহাৰৰ গাত পৰি মৰি থকা নিজৰ মানুহবোৰলৈ চালে। তাৰ পিছত সমুখৰ সমতল ভূমি ডোখৰলৈ চকু ঘূৰালে। এই ঠাই ডোখৰতে সিহঁতে ঘোৰঁাত উঠি খেদি আহি থাকোঁতে এল্ সৰ্দো বাগি দি লুকাইছিল। সিহঁতৰ সৈন্য বাহিনীয়ে ইমান সময় অপেক্ষাত থকা ঠাই ডোখৰ সি ইয়াৰ পৰা দেখা পালে। তাৰ পিছত সি মৃত সৈনিক বোৰৰ ঘোঁৰাবোৰ আনিবলৈ আদেশ দিলে আৰু লা-গ্ৰান্জালৈ নিবৰ বাবে মৃত দেহ ঘোৰঁাৰ জীনৰ ওপৰত বান্ধি লবলৈ নিৰ্দেশ দিলে।

"সৌটোকো বান্ধ", সি কলে, "সেই অটোমেটিক ৰাইফলটোৰ ওপৰত হাত দি থকা মানুহটো। সেইটো সৰ্দো যেন লাগিছে। সিয়েই পুৰণি মানুহ আৰু সিয়েই বন্দুকটো চলাইছিল। নহয়, তাৰ মূৰটো কাটি কাপোৰ এখনেৰে মেৰিয়াই ল।" সি অলপ সময় চিন্তা কৰিলে, "আনবোৰ মানুহবো মূৰবোৰ কাটি লব পাৰ। আৰু সেই পাহাৰৰ নামনিত প্ৰথমতে গুলীয়াই মৰা মানুহ কেইটাৰো লবি। পিস্তল, ৰাইফল আৰু এই বন্দুকটো বান্ধি ঘোঁৰাত লাদি দে।"

প্ৰথম আক্ৰমণৰ সময়ত মৰা লেফটেনেণ্ট জনৰ মৃতদেহ পাহাৰৰ গাত পৰি



আছিল। সি সেই ঠাইলৈ নামি গ'ল। সি মৃতদেহটোলৈ চালে কিন্তু স্পৰ্শ নকৰিলে।

সি নিজকে নিজে কলে, "যুদ্ধ কি বীভৎস বস্তু" !

তাৰ পিছত সি প্ৰাৰ্থনাৰ ভঙ্গীত এটা ক্ৰুছ কৰি হাতখন লৰালে। পাহাৰৰ তললৈ নামি যাওঁতে সি মৃত বন্ধুৰ আত্মাৰ সদগতিৰ বাবে পাঁচবাৰ পবিত্ৰ ভগবান আৰু পাঁচবাৰ পবিত্ৰ মেৰীৰ নাম আওৰালে। তাৰ আদেশ পালন কৰিছেনে নাই তাক চাবৰ বাবে সি তাত ন'বল।

## ॥ ২৮ ॥

প্লেনবোৰ আঁতৰি যোৱাৰ পিছত ৰবাৰ্ট জৰ্ডান আৰু প্ৰিমিটোভে গুলীবৰ্ষণ আৰম্ভ হোৱা শুনিবলৈ পালে। গুলীৰ শব্দৰ লগে লগে তাৰ অন্তৰত পুনৰ উথল মাথল-আৰম্ভ হ'ল। দূৰৰ সুউচ্চ ভূমিখণ্ডৰ এটা চূড়াৰ ওপৰেদি এচমকা ধোৱাঁ উৰি গ'ল—তিনিখনকৈ শাৰীপাতি প্লেনবোৰ তেতিয়া দূৰৰ আকাশলৈ আঁতৰি গৈছে।

"সিহঁতে বোধহয় নিজৰ অশ্বাৰোহী সৈন্যৰ ওপৰতে জধে মধে বোমাবৰ্ষণ কৰিলে। সৰ্দো আৰু তাৰ দলৰ মানুহখিনিৰ চাগৈ একো কৰিব পৰা নাই," ৰবাৰ্ট জৰ্ডানে নিজকে নিজে কলে, "এই আপদীয়া প্লেনবোৰে তোমাক ভয়তে মৰা যেন কৰিব পাৰে, কিন্তু মাৰিব হলে নোৱাৰে।"

গুলীবৰ্ষণৰ শব্দলৈ কাণ দি প্ৰিমিটোভে কলে, "যুদ্ধ এতিয়াও চলি আছে।" এইবাৰ প্ৰত্যেকবাৰ বোমা বিস্ফোৰণৰ লগে লগে সি মুখখন কোঁচাই পেলাইছিল। সি জিভাৰে শুকান ওঁঠ দুটা তিয়াই ললে।

"কিয় নচলিব?" ৰবাৰ্ট জৰ্ডানে কলে, "প্লেনে কেতিয়াও মানুহ মাৰিব নোৱাৰে।"

তাৰ পিছত গুলীয়াগুলীৰ শব্দ একেবাৰে বন্ধ হ'ল। এটা গুলীৰ শব্দও তাৰ কাষত নপৰিল। লেফ্টেনেন্ট বেৰোন্দোৰ পিস্তলৰ শব্দও তাৰ ওচৰ নাপালেহি।

গুলীয়াগুলী শেষ হওঁতে কথাটোৰ গুৰুত্ব সি বৰ বিশেষ অনুভৱ কৰা নাছিল। কিন্তু নীৰৱতা বাঢ়ি যোৱাৰ লগে লগে তাৰ অন্তৰত এটা উদাসভাৱে ঠাই



নালেহি। তাৰ পিছত সি হাতবোমা বিস্ফোৰণৰ শব্দ শুনিবলৈ পালে—কিছু সময়ৰ বাবে তাৰ অন্তৰত পুনৰ আশাৰ সঞ্চাৰ হল। কিন্তু তাৰ পিছতে পুনৰ নীৰৱতা আৰম্ভ হ'ল—কতো এটাও শব্দ হোৱা নাই। সি বুজি পালে যে ইতিমধ্যে সকলো শেষ হ'ল।

এটা টিনৰ পাত্ৰত পহৰ সিজোৱা মঙহ ভৰাই লৈ মেৰিয়া কেম্পৰ পৰা ওপৰলৈ উঠি আহিল। ডাঠকৈ সিজোৱা মঙহত কাঠফুলা দিয়া আছিল। মেৰিয়াই লগত আনিলে এটোপোলা কটী, চামৰাৰ মদৰ বটল এটা, চাৰিখন টিনৰ কাঁহী, দুটা কাপ আৰু চাৰিখন চামুচ। বন্দুকটো পাতি থোৱা ঠাইৰ ওচৰত ৰৈ তাই অগাষ্টিন আৰু এলাদিঅ'ৰ কাৰণে কাঁহী দুখন পাৰি দিলে; সিহঁতক কেইখনমান কটী উলিয়াই দি, মদৰ বটলৰ সাঁফৰটো খুলি, কাপ দুটাত দুকাপ মদ ঢালি দিলে। সেই সময়ত বন্দুকটোৰ ওচৰত আন্চেলমোৰ সলনি এলাদিঅ' আছিল।

ৰবাৰ্ট জৰ্ডানে ওপৰৰ পহৰা-ঘাঁটিলৈ তাই হেলান দি উঠি অহা লক্ষ্য কৰিছিল। তাইৰ কান্ধত আছিল কটীৰ মোনাটো; এটা হাতেৰে তাই টিনৰ পাত্ৰটো কঢ়িয়াই আনিছিল। চুটিকৈ কটা চুলিৰে সৈতে তাইৰ মূৰটো বেলিৰ পোহৰত উজ্জ্বল হৈ পৰিছিল। সি অলপ তললৈ নামি গল আৰু তাইৰ পৰা টিনৰ পাত্ৰটো নিজৰ হাতলৈ তুলি ললে। তাৰ পিছত তাইক শেহৰ শিলটো পাৰ হবলৈ সাহায্য কৰিলে।

তাই সুধিলে, "প্লেনবোৰে কি কৰিলে?" তাইৰ চকুত এটা আতঙ্কৰ ভাব ফুটি উঠিছিল।

"সৰ্দোহঁতৰ ওপৰত বোমা পেলালে।"

সি টিনৰ পাত্ৰটো খুলি মাংসৰ জোল অলপ কাঁহী এখনত বাকি ললে।

"সিহঁতে এতিয়াও যুদ্ধ কৰি আছে নেকি?"

"নাই, শেষ হ'ল।"

"ইস্," বুলি কৈয়েই তাই ওঁঠ দুটা কামুৰি ধৰিলে আৰু দূৰৰ সমতলখণ্ডৰ ফালে চাই ৰ'ল।

"মোৰ ভোক নাই," প্ৰিমিটোভে কলে।

"তথাপিও খোৱাঁ," ৰবাৰ্ট জৰ্ডানে কলে।

"মই খোৱা বস্তু গিলিবই নোৱাৰোঁ।"

"ইয়াৰে এঢোক পি লোৱা বন্ধু," ৰবার্ট জৰ্ডানে কৈ তালৈ বুলি মদৰ বটলটো আগবঢ়াই দিলে, "তাৰ পিছত খাবা।"

"সদৰ্েৰি এই ঘটনাই ভোক-পিয়াহ একেবাৰে হৰিলে," প্ৰিমিটোভে কলে, "তুমিয়ে খোৱা, মোৰ ইচ্ছা নাই।"

মেৰিয়া তাৰ ওচৰলৈ গল আৰু ডিঙিত সাৱটি ধৰি এটা চুমা খালে।

"খোৱা," তাই কলে, "প্ৰত্যেকেই নিজৰ শৰীৰৰ যত্ন লব লাগে।"

প্ৰিমিটোভে তাইৰ পৰা নিজকে একৰাই অন্যফালে মুখ ঘূৰালে। মূৰটো ওপৰলৈ তুলি সি মদৰ বটলৰ পৰা লাহে লাহে কিছু মদ মুখত ঢালি প্ৰথমে গিলি দিলে। তাৰ পিছত সি চামৰাৰ বটলৰ গুৰিত ধৰি এটা হেঁচা দি কিছুমান মদ আকৌ ডিঙিত বাকি ললে। ইয়াৰ পিছত টিনৰ পৰা কাঁহীত কিছু জোল বাকি লৈ খাবলৈ আৰম্ভ কৰিলে।

ৰবার্ট জৰ্ডানে মেৰিয়ালৈ চাই মূৰটো জোকাৰিলে। তাই তাৰ কাষতে বহিল আৰু হাত এখনেৰে তাৰ কান্ধত সাৱটি ধৰিলে। এটাই আনটোৰ অন্তৰৰ ভাৱ উপলব্ধি কৰি দুয়োটা সেই ঠাইত বহি আছিল। ৰবার্ট জৰ্ডানে মঙহ আৰু জোল খাবলৈ আৰম্ভ কৰিলে, কাঠফুলা খিনি খাওঁতেহে তাৰ কিছু সময় লাগিল। তাৰ পিছত সি অলপ মদ খালে। এই খোৱা সময়ৰ ভিতৰত দুয়ো নীৰৱে আছিল।

খোৱা শেষ হ'লত সি কলে, "ইচ্ছা কৰিলে তুমি ইয়াতে থাকিব পাৰা, সোণজনী।"

"নাথাকোঁ, মই পিলাৰৰ ওচৰলৈ যাব লাগিব।"

"ইয়াত থাকিলে একো নহয়। এতিয়া কিবা বিপদ হব বুলি মোৰ মনে নধৰে।"

"নাই, মই পিলাৰৰ ওচৰলৈ যাবই লাগিব। তাই মোক কিছুমান কথা শিকাই আছে।"

"কি শিকাইছে?"

"এবিধ শিক্ষা" তাই হাঁহি মাৰি তাক এটা চুমা খালে, "ধৰ্ম-শিক্ষা দিয়া শুনিছা নহয়?" তাইৰ মুখখন ৰঙা পৰি উঠিল, "এইয়াও ঠিক তেনে-কুৱাই", তাই আকৌ ৰঙা পৰিল, "কিন্তু অলপ বেলেগ ধৰণৰ"।

"তেনেহলে শিক্ষা লোৱাঁগৈ যোৱাঁ", সি কৈ তাইৰ মূৰটো মোহাৰি



দিলে। তাই তালৈ চাই আকৌ হাঁহিলে। তাৰ পিছত প্ৰিমিটোভক্ কলে, "অন্য বস্তু কিবা লাগিবনেকি তোমাক"?

"নালাগে, আইজনী", সি কলে। দুয়োটাই মন কৰিলে যে সি এতিয়াও সম্পূৰ্ণ আগৰ অৱস্থালৈ ঘূৰি আহিব পৰা নাই।

"বুঢ়া, চালাম", তাই তাক কলে।

"শুনা," প্ৰিমিটোভে কলে, "মই মৰিবলৈ ভয় নকৰোঁ, কিন্তু সিহঁতক এনেকৈ অকলশৰে এৰি দিয়াটো—"তাৰ মাতত কান্দোনৰ সুৰ স্পষ্ট হৈ ওলাল।

"ইয়াৰ বাহিৰে কোনো উপায় নাই", ৰবার্ট জৰ্ডানে কলে।

"জানো, কিন্তু একে কথাই—।"

"একো উপায় নাই", ৰবার্ট জৰ্ডানে পুনৰায় দোহাৰিলে, "এতিয়া সেইবোৰ কথা নপতাই ভাল"।

"ঠিকেই, কিন্তু সিহঁতে অকলশৰে কি কৰিছে চাগৈ? আমাৰ পৰাও কোনো সাহায্য নেপালে—"।

"যিমানে এইবোৰ কথা বাদ দিব পাৰা সিমানে ভাল", ৰবার্ট জৰ্ডানে কলে, "আৰু তুমি, সোণটি, তোমাৰ শিক্ষা লবলৈ যোৱাঁগৈ"।

শিলৰ মাজে মাজে তাই নামি যোৱা সি চাই থাকিল। ৰ'দত বহি তাৰ গৰম লাগিছিল কিন্তু পাহাৰৰ নামনিলৈ আৰু সেই নামনিৰ গাতথকা পাইন গছৰ শাৰী বোৰলৈ চাই চাই সি গৰমৰ প্ৰতি ৰৰ কাণ কৰা নাছিল। এঘন্টা সময় পাৰ হ'ল; সূৰ্যটো তাৰ এতিয়া বাওঁফালে বহুদূৰলৈ আঁতৰি গৈছে। তেনেতে সি পাহাৰৰ চূড়াৰ ওপৰেদি সিহঁতক অহা দেখিলে আৰু চাবলৈ দূৰবীণটো তুলি ললে।

ওখ পৰ্বতটোৰ সেউজীয়া নামনিত প্ৰথম অশ্বাৰোহী সৈন্য দুটা দেখাৰ সময়ত ঘোঁৰাবোৰ ক্ষুদ্ৰ আকাৰৰ যেন দেখা গৈছিল। তাৰ পিছত আৰু চাৰিটা অশ্বাৰোহী সৈন্য বহল পৰ্বতৰ গাত সিচঁৰিত হৈ অহাৰ দৰে নামি আহিল। তাৰ পিছত সি দূৰবীণেৰে চাই দেখিলে মানুহ আৰু ঘোঁৰাৰ দুটা শাৰী তাৰ চকুত স্পষ্ট হৈ দেখা দিছে। চাই থাকোঁতে সি গম পালে যে কাষলতিৰ পৰা ঘামৰ জোল বৈ গাৰ দুয়ো কাষে বাগৰি গৈছে। শাৰীৰ মূৰত এটা মানুহ ঘোঁৰাত উঠি গৈছিল। তাৰ পিছত আৰু বহুতো

অশ্বাৰোহী আহিল। তাৰ পিছত আহিল আৰোহী নথকা ঘোঁৰাবোৰ—সিহঁতৰ পিঠিৰ জীনত কিছুমান বোজা বন্ধা আছিল। তাৰ পিছত আৰু দুটা অশ্বাৰোহী। ইয়াৰ পিছত আহিল আহত হোৱা অশ্বাৰোহীৰ দল—ঘোঁৰাত যাওঁতে সিহঁতৰ কাষে কাষে কিছু মানুহ খোজ কাঢ়ি গৈ আছে। শাৰীৰ শেহৰ ফালে আৰু বহুতো অশ্বাৰোহী দেখা গ'ল।

সৈন্যবোৰ পাহাৰৰ গাৰ পৰা নামি কাষৰ অৰণ্যৰ মাজত সোমাই নেদেখা হোৱালৈকে ৰবাৰ্ট জৰ্ডানে চাই থাকিল। দুয়ো মূৰে বান্ধ দিয়া এটা দীঘল গোটা আকাৰৰ "পঞ্চ" মোনা এটা ঘোঁৰাৰ জীনৰ ওপৰত বোজাই দি আনিছিল। মটৰমাহৰ চিৰা, গুটিৰ ভিতৰত ওফন্দি থকা দি, মোনাটোও ঘোঁৰাৰ খোজৰ লগে লগে জোকাৰ খাই খাই ওফন্দি উঠিছিল। ৰবাৰ্ট জৰ্ডানে দূৰত্বৰ বাবে এই মোনাটো দেখা নেপালে। মোনাটো জীনৰ ওপৰত পথালিকৈ বান্ধি থোৱা আছিল আৰু তাৰ দুয়োটা মূৰ জীনৰ ষ্টীৰাপৰ চামৰাৰ ফিটাৰে আঁটি দিয়া হৈছিল। মোনাৰ কাষতে জীনৰ ওপৰত সৰ্দাৰৰ অটোমেটিক ৰাইফলটো চকুত পৰাকৈ বান্ধি থোৱা আছিল।

সৈন্যদলৰ শাৰীৰ একেবাৰে আগত আছিল লেফ্‌টেনেণ্ট বেৰেন্দো। তাৰ গা-ছোৱা বেঁকা হৈ ওলাই পৰিছিল—বন্দুকৰ নলটো সমুখলৈ উলিয়াই লোৱা। বেৰেন্দোৰে কিন্তু অকণো গৰ্ব অনুভৱ কৰা নাছিল। যুদ্ধৰ পিছত অহা এটা উদাসতাই তাৰ অন্তৰত ঠাই লৈছিল। সি চিন্তা কৰিছিল—মূৰ কাটি অনা খুব নিষ্ঠুৰতাৰ কাম হ'ল—কিন্তু প্ৰমাণ আৰু চিনাক্ত কৰণৰ বাবে এইটো কাম কৰাৰ আৱশ্যক হৈ পৰিল। কোনে জানে এইবোৰৰ বাবে মোৰ বহুতো বিপদ হব পাৰে। মূৰ বোৰ কটা বাবে সিহঁতে বেলেগ ভাবেও কথাটো লব পাৰে। অৱশ্যে কিছুমানে এনেবোৰ কাম ভালেই পায়। সম্ভৱ সিহঁতে মূৰবোৰ বুৰগ' লৈ পঠাই দিব। এইটো বৰ নিষ্ঠুৰ কাম। প্লেনবোৰে বৰ বেয়া কাম কৰিলে—খুব বেয়া কাম। ষ্ট'ক মৰ্টাৰৰ সাহায্যেৰে বিশেষ ক্ষতি নোহোৱাকৈয়ে আমি এই কামটো অনায়াসে কৰিব পাৰিলোঁহেঁতেন। গুলী বাৰুদ কঢ়িয়াবলৈ দুটা খচ্চৰ আৰু এটা খচ্চৰৰ জীনৰ দুয়োকাষে দুটা মৰ্টাৰ—এইখিনিয়েই। এইখিনি থকাহলে আমাৰ সৈন্যদলৰ ৰূপটো বেলেগ হ'লহেঁতেন। স্বয়ংক্ৰিয় বন্দুকৰ শক্তি আমাৰ আছেই। আৰু এটা খচ্চৰ লাগে ; নহয়—খাব-বাৰুদবোৰ কঢ়িয়াবলৈ



দুটা খচ্চৰৰ প্ৰয়োজন। বাদ দিয়া এইবোৰ কথা—সি নিজকে নিজে কলে। তোমাৰ কল্পনামতে ৰূপ ললে অশ্বাৰোহী সৈন্যদল সৈন্য হৈ নাথাকে। এইবোৰ কথা এৰা। নিজে নিজে তুমি এটা পদাতিক বাহিনী গঢ়ি তুলিছা। ইয়াৰ পিছত এতিয়া তোমাক এটা মাউন্‌টেইন্‌ গান্‌ লাগিব।

পাহাৰত মৃত্যু হোৱা জুলিয়ানৰ কথা সি চিন্তা কৰিলে। তাৰ মৃত্যু হ'ল—প্ৰথম সৈন্যদলৰ মাজৰ এটা ঘোঁৰাত তাৰ মৃতদেহটো বান্ধি নিয়া হৈছে। সি এতিয়া অৰণ্যৰ গছৰ ছাঁৰ মাজে মাজে গৈ আছিল। বেলিৰ পোহৰখিনি সি পাহাৰৰ গাত এৰি থৈ আহিল। অৰণ্যৰ আন্ধাৰৰ মাজে মাজে গৈ থাকোঁতে সি পুনৰ প্ৰাৰ্থনা আৰম্ভ কৰিলে।

"হে ক্ষমাদাত্ৰী দেৱী, তুমি পৱিত্ৰ, তোমাক নমস্কাৰ", সি গাবলৈ ধৰিলে, "তুমি আমাৰ জীৱন, আমাৰ সুখ-দুখৰ আধাৰ, আমাৰ আশাৰ স্থল। এই কষ্টৰ আৱৰৰ পৰা তোমাৰ প্ৰতি আমি আমাৰ দুখ, বেজাৰ আৰু চকুপানীৰে নিবেদন কৰিছোঁ......"।

সি প্ৰাৰ্থনা কৰিয়েই থাকিল। সৰি পৰা পাইনৰ কাঁইটবোৰ ঘোঁৰাৰ খুৰাৰ তলত পৰি ভঙাৰ শব্দ হৈছিল। বেলিৰ পোহৰ পাইন গছৰ মাজেদি চেগা-চোৰোকাকৈ আহি পৰিছিলহি—ঠিক যেন গিৰ্জাৰ গম্বুজৰ মাজেদি পাৰ হৈ অহা পোহৰ। সি প্ৰাৰ্থনা কৰি থাকোঁতেই গছৰ মাজে মাজে যোৱা সমুখৰ অশ্বাৰোহী সৈন্যৰ দলটোলৈ এবাৰ চালে।

অৰণ্যৰ পৰা ওলাই সি লা গ্ৰান্‌জালৈ বুলি যোৱা হালধীয়া ৰঙৰ ৰাস্তাত উঠিল। ঘোঁৰাৰ খুৰাই উৰোৱা ধূলি এচমকা সিহঁতৰ মূৰৰ ওপৰলৈ উৰি গল। সিহঁত ঘোঁৰাত উঠি যাওঁতেও ধূলিবোৰ মূৰৰ ওপৰত উৰি আছিল। ঘনীভূত হোৱা ধূলিবোৰ জীনৰ ওপৰত তলমূৰকৈ বান্ধি নিয়া মৃত দেহ, আহত প্ৰাপ্ত আৰু কাষত খোজ কাঢ়ি যোৱা মানুহবোৰৰ গাত লাগিলহি।

ধূলিৰ মাজেদি যাওঁতেই আন্‌চেলমোৱে সিহঁতক দেখা পালে।

আহত আৰু মৃতদেহবোৰ সি এটা এটাকৈ লেখি গল। সৰ্দাৰৰ অটোমেটিক ৰাইফলটো সি চিনি পালে। পঞ্চঅ' কাপোৰেৰে বন্ধা টোপোলাটো সবাতোকৈ আগত যোৱা ঘোঁৰাটোৰ গাত পথালিকৈ বান্ধি থোৱা আছিল। ষ্টিৰাপৰ ফিটা কেইডাল জোকাৰ খোৱাৰ লগতে টোপোলোটোও লৰচৰ কৰি গৈছিল। সেইটো টোপোলাত কি আছিল আন্‌চেলমোৱে গম নেপালে। কিন্তু সন্ধিয়া সময়ত

সৰ্দোৰে যুঁজ কৰা পাহাৰৰ চূড়াটো পোৱাৰ লগে লগে সি দীঘল পঙ্কজ কাপোৰৰ টোপোলাত কি আছিল ধৰিব পাৰিলে। আন্ধাৰ হোৱাৰ বাবে সি পাহাৰৰ ওপৰত কোন কোন পৰি আছিল চিনিব নোৱাৰিলে। কিন্তু তাত পৰি থকা মৃতদেহবোৰ সি হিচাপ কৰিলে আৰু তাৰ পিছত পাহাৰটো পাৰ হৈ পাব্লোৰ ঘাঁটিলৈ বুলি ৰাওনা হ'ল।

আন্ধাৰত অকলশৰে খোজ দিওঁতে তাৰ অন্তৰখন ভয়তে গোট মৰাৰ দৰে হল। বোমাৰ বিস্ফোৰণত হোৱা গাঁতবোৰে, তাৰ অন্তৰত ত্ৰাসৰ সৃষ্টি কৰিলে। ওপৰত সি যি দেখিলে তাৰপৰা তাৰ অন্তৰত এটা বিৰাট আতংকৰ সৃষ্টি হ'ল। তাৰ ফলস্বৰূপে সি ভৱিষ্যতৰ কথা আনকি পিছদিনাৰ কথাও চিন্তা কৰিবলৈ এৰি দিলে। মাত্ৰ এই খবৰটো দিবলৈ সি যিমানে পাৰে বেগাই খোজ দিবলৈ ধৰিলে। যাওঁতে সৰ্দো আৰু তাৰ লগৰীয়া বিলাকৰ আত্মাৰ সদগতিৰ বাবে সি প্ৰাৰ্থনা কৰি গল। আন্দোলন আৰম্ভ হোৱাৰ পিছত সি এই প্ৰথম বাৰৰ বাবে প্ৰাৰ্থনা কৰিলে।

"হে দয়াময়ী, মৰমী আৰু দয়ালু কুমাৰী—", সি প্ৰাৰ্থনা কৰেঁাতে গালে।

অৱশেষত সি পিছদিনাৰ বিষয়ে চিন্তা নকৰাকৈ থাকিব নোৱাৰিলে। সি ভাবিলে ; ইংৰাজটোৱে যি কয় মই তাকে কৰিম আৰু যিহকে কৰিবলৈ কয় তাকে কৰিম। হে প্ৰভু, মই যেন তাৰ কাষত থাকিব পাৰোঁ আৰু যাতে তাৰ নিৰ্দেশবোৰো নিৰ্ভুল হয়। কাৰণ প্লেনৰপৰা বোমা পেলোৱৰ সময়ত মই নিজকে সংযত কৰি ৰাখিব নোৱাৰোঁ যেন লাগে। হে ভগবান, কাইলৈ যেন শেষ অৱস্থাৰ সময়ত মই প্ৰকৃত মানুহৰ দৰে আচৰণ কৰিব পাৰোঁ। কাইলৈৰ দিনটোৰ কৰিবলগীয়া কামৰ বাবে মই যেন সজাগ হৈ থাকিব পাৰোঁ। মোক শক্তি দিয়া প্ৰভু! অতিশয় বিপন্ন অৱস্থাতো যেন মই পলাবলগীয়া নহয় তাৰ বাবে মোৰ ভৰি কেইটা শাসন কৰিবলৈ মোক সমৰ্থ দিয়া হে ভগবান! কাইলৈৰ যুঁজত যেন মই প্ৰকৃত মানুহ হিচাপে পৰিচয় দিব পাৰোঁ! হে প্ৰভু, তোমাক যিহেতু মই এইখিনি সাহায্যৰ বাবে প্ৰাৰ্থনা জনালোঁ, মোক যেন দান কৰা। গুৰুতৰ বুলি বিবেচনা নকৰা হলে তোমাৰ ওচৰত এই প্ৰাৰ্থনা নজনালোঁহেঁতেন। ভৱিষ্যতলৈ তোমাক মই এনেদৰে কেতিয়াও আমনি নকৰোঁ।

প্ৰাৰ্থনাৰ ফলত অকলশৰে আন্ধাৰত খোজ কাঢ়ি যাওঁতে সি নিজকে কিছু সুস্থিৰ বোধ কৰিলে। প্ৰকৃত মানুহৰ দৰে কাম কৰিব পাৰিব বুলি তাৰ প্ৰত্যয়



জন্মিল। পাহাৰৰ ওপৰৰ পৰা তললৈ নামি যাওঁতে সি সৰ্দো আৰু তাৰ দলৰ মানুহবোৰৰ হকে প্ৰাৰ্থনা কৰি গল। কিছু সময়ৰ ভিতৰতে সি ফাৰ্ণাণ্ডোৱে পহৰা দি থকা ওপৰৰ ঘাঁটিটো পালেহি। ফাৰ্ণাণ্ডোৱে তাক পৰিচয় দিবৰ বাবে আহ্বান জনালে।

"সি উত্তৰ দিলে, "মই আন্চেল্মো।"

"ঠিক আছে" ফাৰ্ণাণ্ডোৱে কলে।

"বন্ধু, সৰ্দোৰ কথা গম পাইছানে ?" আন্চেলমোৱে ফাৰ্ণাণ্ডোক সুধিলে।

"কিয় নাপাম ?" ফাৰ্ণাণ্ডোই কলে, "পাব্লোৱে আমাক কৈছে।"

"সি তালৈ গৈছিলনেকি ?"

"কিয় নাযাব ?" ফাৰ্ণাণ্ডোই খুব নীৰসভাৱে উত্তৰ দিলে, "অশ্বাৰোহী সৈন্যবোৰ যোৱাৰ পিছতে সি পাহাৰটো চাই আহিলগৈ।"

"সি তোমাক কলে……।"

"সি আমাক সকলো কৈছে," ফাৰ্ণাণ্ডোই কলে, "এই ফেচিষ্টবোৰ কেনে নিৰ্দয়! আমি স্পেনৰপৰা এই পশুবোৰ নিৰ্মূল কৰিব লাগিব।" সি অলপ ৰল আৰু ঘৃণাৰ সুৰত যোগ দিলে, "ইহঁতৰ সাধাৰণ মৰ্যাদা বোধৰো কাণ্ডজ্ঞান নাই।"

আনচেল্মোৱে আন্ধাৰতে হাঁহিলে। এঘন্টাৰ আগতে সি এনেদৰে কেতিয়াবা হাঁহিব বুলি কেতিয়াও ভাবিব নোৱাৰিলেহেঁতেন। এই ফাৰ্ণাণ্ডো মানুহটো কি অদ্ভুত, সি ভাবিলে।

"ঠিক কৈছা," সি ফাৰ্ণাণ্ডোক কলে, "আমি সিহঁতক শিক্ষা দিব লাগিব। সিহঁতৰ প্লেন, স্বয়ংক্ৰিয় বন্দুক—বাৰুদ, টেঙ্ক আৰু কামান বোৰ কাঢ়ি আনি আমি সিহঁতক মৰ্যাদাৰ জ্ঞান দিব লাগিব।"

"খুব সঁচা," ফাৰ্ণাণ্ডোই কলে, "মোৰ সৈতে তোমাৰ মত মিলাত মই বৰ সুখী হৈছো।"

আপোন মৰ্যাদাৰে সৈতে ফাৰ্ণাণ্ডোক আন্ধাৰত থাকিবলৈ দি আন্চেল্মো তলৰ গুহালৈ বুলি ৰাওনা হল।

## ॥ ২৯ ॥

আন্‌চেল্‌মো গৈ পাওঁতে ৰবার্ট জৰ্ডান গুহাৰ ভিতৰৰ কাঠৰ টেবুলখনৰ একাষে বহি আছিল। তাৰ সমুখত বহিছিল পাব্‌লো। দুয়োটাৰে মাজত চপ্‌চপীয়া এবাটি মদ আৰু টেবুলৰ ওপৰত দুয়োটাৰ বাবে দুটা কাপ আছিল। ৰবার্ট জৰ্ডানৰ নোটবুকখন বাহিৰত ওলাই আছিল আৰু তাৰ হাতত আছিল এডাল পেঞ্চিল। গুহাৰ পিছৰ অংশত আছিল মেৰিয়া আৰু পিলাৰ—আন্‌চেলমোৱে সিহঁতক নেদেখিলে। এই কথাবতৰাবোৰৰ পৰা দূৰৈত ৰাখিবৰ বাবেই পিলাৰে যে মেৰিয়াক সেই ঠাইত আৱদ্ধ কৰি ৰাখিছে আন্‌চেলমোৱে তাক জানিবৰ উপায় নাছিল। টেবুলৰ কাষত পিলাৰ উপস্থিত নথকা কথাটো আন্‌চেলমোৰ মনত কেনেবা কেনেবা যেন লাগিছিল।

গুহামুখত ওলোমাই থোৱা কম্বলখন আঁতৰাই আন্‌চেল্‌মো ভিতৰলৈ সোমাই আহোঁতে ৰবার্ট জৰ্ডানে মূৰ তুলি চালে। পাব্‌লোৰ দৃষ্টি টেবুলখনৰ ওপৰতে নিবদ্ধ আছিল। সি মদৰ বাটিটোলৈ একেথৰে চাই থকা যেন লাগিছিল যদিও প্ৰকৃততে সি বাটিটো দেখা পোৱা নাছিল।

"মই ওপৰৰ পৰা আহিলোঁ," আন্‌চেলমোৱে ৰবার্ট জৰ্ডানক কলে।

"পাব্‌লোৰ মুখৰ পৰা আমি খবৰ পাইছোঁ," ৰবার্ট জৰ্ডানে কলে।

"পাহাৰৰ ওপৰত ছটা মৃতদেহ আছে। সিহঁতে মূৰবোৰ কাটি লৈ গল," আন্‌চেলমোৱে কলে, "আন্ধাৰ হোৱাৰ পিছত মই তালৈ গৈছিলোঁ।"

ৰবার্ট জৰ্ডানে সম্মতিসূচক মূৰ জোকাৰিলে। পাব্‌লোই মদৰ বাটিটোলৈ



চাই মনে মনে বহি থাকিল। তাৰ মুখখন প্ৰকাশভঙ্গীহীন। গাহৰিৰ দৰে সৰু সৰু চকু দুটাৰে সৈতে সি মদৰ বাটিলৈ এনেকৈ চাই আছিল যেন সি কেতিয়াও তেনে বস্তু দেখা নাই।

"বহা," ৰবার্ট জৰ্ডানে আন্‌চেলমোক কলে।

টেবুলৰ কাষত চামবাৰে ঢকা আসন এখনত বুঢ়া বহিল। ৰবার্ট জৰ্ডানে টেবুলৰ তললৈ হাতখন দি খামোচ মাৰি ধৰি এটা হুইস্কিৰ বটল উলিয়াই আনিলে। এই বটলটো সৰ্দাৰে উপহাৰ দিয়া। বটলৰ আধখিনি প্ৰায় শেষ হৈছে। টেবুলৰ তলৰ পৰা কাপ এটা আনি ৰবার্ট জৰ্ডানে একাপ মদ ঢালিলে আৰু কাপটো টেবুলৰ ওপৰেদি আন্‌চেলমোৰ ফাললৈ ঠেলি দিলে।

"বন্ধু, এইকণ খাই লোৱাঁ," সি কলে।

আন্‌চেলমোৱে খাওঁতে পাব্‌লোৱে তাৰ মুখলৈ চালে। তাৰ পিছত আকৌ মদৰ বাতিটোৰ ফাললৈ মুখ ঘূৰালে।

মদ গিলোঁতে আন্‌চেলমোৱে তাৰ নাক, মুখ আৰু চকুত এটা পোৰণি অনুভৱ কৰিলে। কিন্তু তাৰ পিছতে পেটত তাৰ এটা মধুৰ অথচ আৰামদায়ক উত্তাপ লাগিল। হাতখন ওভোটাই সি মুখখন মছি পেলালে।

তাৰ পিছত সি ৰবার্ট জৰ্ডানলৈ চাই কলে, "আৰু অলপ খাওঁনে?"

"নিশ্চয়," ৰবার্ট জৰ্ডানে কলে আৰু বটলৰ পৰা আৰু একাপ মদ ঢালি দিলে। এইবাৰ কাপটো সি আগৰ বাৰৰ দৰে ঠেলি নিদি আন্‌চেলমোৰ হাতে হাতে দিলে।

এইবাৰ খাওঁতে সি পোৰণিটো অনুভৱ কৰা নাছিল, কিন্তু পেটৰ উত্তাপ দুগুণে বাঢ়িল। অত্যধিক ৰক্তস্ৰাৱত "চেলাইন" ঔষধ যেনে উপকাৰী, এই মদখিনিয়েও তাৰ মেজাজ সুস্থিৰ কৰিবলৈ তেনে উপকাৰকে সাধিলে।

বুঢ়াই পুনৰ বটলটোৰ ফালে চালে।

"বাকীখিনি কাইলৈৰ বাবে," ৰবার্ট জৰ্ডানে কলে, "ৰাস্তাত কি দেখা পালা, বুঢ়া?"

"বহুতো সৈন্য অহা-যোৱা কৰিছে," আন্‌চেলমোৱে কলে, "তুমি দেখুওৱা মতে মই সকলো টুকি থৈছোঁ। মোৰ হৈ এতিয়াও এজনে চাই আৰু টুকি আছে। সবিশেষ জানিবলৈ মই পিছত যাম।"

"টেঙ্ক-বিধ্বংসী বন্দুক দেখিলা নেকি? সেই যে বৰ বৰ চকা আৰু দীঘল দীঘল বন্দুকৰ নলা লগোৱা?"

"হয়," আন্‌চেলমোৱে কলে, "ৰাস্তাইদি তেনে ধৰণৰ গাড়ী চাৰিখন গৈছিল। প্ৰত্যেকখন গাড়ীয়ে এনে বন্দুক কঢ়িয়াই নিছিল—বন্দুকৰ নলাবোৰৰ ওপৰত পাইন গছৰ ডাল-পাত সজোৱা আছিল। প্ৰত্যেকটো বন্দুকৰ লগত ছটাকৈ মানুহ গাড়ীত উঠি গৈছিল।"

"চাৰিটা বন্দুক, নহয় জানো?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"চাৰিটা," কাগজ-পত্ৰবোৰ নোচোৱাকৈয়ে আন্‌চেলমোৱে উত্তৰ দিলে।

"বন্দুকৰ উপৰিও আন কি কি ৰাস্তাইদি গৈছিল, মোক কোঁৱা।"

ৰাস্তাত তাৰ কাষেদি পাৰ হৈ যোৱা আৰু দেখা বস্তুৰ বিতং হিচাপ সি ৰবাৰ্ট জৰ্ডানক দিলে। ৰবাৰ্ট জৰ্ডানে সকলোবোৰ টুকি ললে। আন্‌চেলমোৱে সকলোবোৰ কথা আৰম্ভণিৰ পৰা ক্ৰমান্বয়ে বিবৰি কলে—নিৰক্ষৰ মানুহৰ অদ্ভুত স্মৰণ শক্তিৰে সি খুটিনাটি সকলো মনত ৰাখিছিল। সি কথা কৈ থাকোঁতে পাব্‌লোৱে ইতিমধ্যে বাটিৰ পৰা দুবাৰো মদ ঢালি খাই ললে।

"এল্ সৰ্দোৱে যুঁজ কৰা পাহাৰৰ পৰা অশ্বাৰোহী সৈন্যৰ দল এটা নামি আহি লা গ্ৰান্‌জাত সোমালগৈ," আন্‌চেলমোৱে কলে।

তাৰ পিছত সি ঘোঁৰাৰ ওপৰত তুলি নিয়া আহত আৰু মৃত দেহৰ সংখ্যাৰ এটা হিচাপ দিলে।

"এটা ঘোঁৰাৰ জীনৰ ওপৰত টোপোলা এটা পথালিকৈ থোৱা আছিল। তাৰ ভিতৰতহে কি আছিল মই ধৰিব নোৱাৰিলোঁ," সি কলে, "কিন্তু এতিয়া গম পালোঁ সেইবোৰ মূৰ।" সি নোবোৱাকৈ কৈ গ'ল, "তাত এক স্কোৱাড্ৰন অশ্বাৰোহী আছিল। সিহঁতৰ মাত্ৰ এটা অফিচাৰহে জীয়াই আছিল। ৰাতিপুৱা তুমি বন্দুকৰ ওচৰত থকা সময়ত বিটো অফিচাৰ আহিছিল সেইটো কিন্তু নহয়। সেইটো নিশ্চয় মৰিল। সিহঁতৰ কাপোৰ-কানিৰ পৰা যি বুজিলো মৃতদেহৰ ভিতৰত দুটা অফিচাৰ আছিল। জীনৰ ওপৰত সিহঁতক তলমূৰকৈ পেলাই থোৱা আছিল—সিহঁতৰ হাতবোৰ ওলমি গৈছিল। মূৰবোৰ নিয়া ঘোঁৰাৰ পিঠিত এল্ সৰ্দোৰ অটোমেটিক ৰাইফলটোও সিহঁতে লৈ গৈছিল। নলাডাল বেঁকা হৈ আছিল। ইমানেই", সি কথা শেষ কৰিলে।



"এইখিনি খবৰেই যথেষ্ট", ৰবাৰ্ট জৰ্ডানে কৈ তাৰ কাপটো মদৰ বাটিত ভৰাই দিলে, "তোমাৰ বাহিৰে আৰু কোনে বিপাব্লিকৰ সীমা পাৰ হৈছে?"

"এন্ড্ৰিজ আৰু এলাদিঅ'ই।"

"সিহঁতৰ ভিতৰত কোন্‌টো ভাল?"

"এন্ড্ৰিজ।"

"ইয়াৰ পৰা নাভাচেৰাদা পাবলৈ তাৰ কিমান সময় লাগিব?"

"যদি ভাগ্য সুপ্ৰসন্ন হয় তেন্তে খুব সাৱধানেৰে আৰু বস্তবাহানি নিনিয়াকৈ গলে তিনি ঘণ্টা লাগিব। আমি বস্তবাহানি লৈ নিৰাপদ ৰাস্তাৰে ঘূৰিপকি আহিলোঁহঁক।"

"সি সঁচাকৈয়ে পাবিবনে?"

"নোৱাৰিবও পাৰে। কোনো নিশ্চয়তা নাই।"

"তোমাৰ ক্ষেত্ৰতো নে?"

"এৰা।"

তেন্তে কথা এইটো,—ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিলে। পাৰিব বুলি সঠিককৈ সি কোৱা হলে, মই তাক নিশ্চয় পঠালোঁহেঁতেন।

"তোমাৰ দৰে এন্ড্ৰিজও তালৈ যাব পাৰিব জানো?"

"মোৰ দৰেহে নেলাগে ভালকৈয়ে পাৰিব। সি ডেকা ল'ৰা।"

"কিন্তু সি সেইখিনি পোৱাটো সঠিক হব লাগে।"

"যদি একো অঘটন নহয় তেন্তে সি ওলাবগৈ। যদি তাৰ কিবা হয়, আন এজনৰ ক্ষেত্ৰতো তেনে হব পাৰে।"

"মই তাৰ হাতত এটা খবৰ লিখি পঠাম", ৰবাৰ্ট জৰ্ডানে কলে, "জেনেৰে-লক ক'ত লগ পাব সেইবিষয়ে মই তাক ভালকৈ বুজাই দিম। তেওঁ সৈন্য বাহিনীৰ ঘাঁটি এষ্টাডো মেয়ৰত আছে।"

"সি সৈন্যৰ ঘাঁটি-চাটি একো বুজি নাপাব", আন্‌চেলমোৱে কলে, "এইবোৰ কথাই মোকে সদায় বিবুদ্ধি কৰে। তাক জেনেৰেলৰ নামটো আৰু থকা ঠাই-ডোখৰৰ কথা ভালকৈ বুজাই দিবা"।

"তেওঁক ডিভিজনৰ সেই এষ্টাডো মেয়ৰত হে লগ পাব।"

"সেই ডোখৰ এডোখৰ ঠাইৰ নাম নেকি?"

"ঠাইৰ নাম বন্ধু", ৰবাৰ্ট জৰ্ডানে খুব ধৈৰ্য সহকাৰে বুজাবলৈ ধৰিলে, "এই

ঠাইডোখৰ জেনেৰেলে বাছি লৈছে। এই ঠাইতে তেওঁ যুদ্ধৰ সদৰ-ঘাঁটি কৰিব।"

"সেই ঠাইডোখৰ ক'ত?" আন্‌চেলমোৰ বৰ ভাগৰ লাগিছিল। আৰু ভাগৰে তাৰ নিৰ্বুদ্ধিতা আৰু বঢ়াইছিল। লগতে ব্ৰিগেড, ডিভিজন, সৈন্যবাহিনী আদি শব্দবোৰে তাক সদায় বেমেজালিত পেলাইছিল। প্ৰথমতে সি শুনিছিল কলম্ বা সৈন্যৰ শাৰী, তাৰ পিছত ৰেজিমেণ্ট আৰু সদৌশেহত ব্ৰিগেডৰ কথা। এতিয়া আকৌ ওলাল বিগ্ৰেড্ আৰু ডিভিজন দুয়োটা। সি এইবোৰ বুজি নাপায়—ঠাই বুলিলে ঠাই হব লাগে।

"লাহে লাহে বুজিবলৈ চেষ্টা কৰা, বন্ধু" ৰবাৰ্ট জৰ্ডানে কলে। সি বুজিছিল যে সি যদি আন্‌চেল্‌মোক ভালকৈ বুজাব নোৱাৰে, তেন্তে এন্দ্ৰিজকো ভালকৈ বুজোৱা তাৰ পক্ষে কঠিন হব, "ডিভিজনৰ এষ্টাডো মেয়ৰ হল এডোখৰ ঠাই যত জেনেৰেলে নিজৰ সৈন্য বাহিনীৰ পৰিচালনাৰ বাবে ঘাঁটি স্থাপন কৰিব। তেওঁ এটা ডিভিজনৰ ওপৰৱালা আৰু এটা ডিভিজনত দুটা ব্ৰিগ্ৰেড থাকে। ঠাই ডোখৰ বাছি লবৰ সময়ত মই তাত নাছিলোঁ, সেইবাবে মই তাৰ সঠিক অৱস্থান কব নোৱাৰোঁ। সম্ভৱতঃ ই এটা গুহা, নাইবা এখন নাও নতুবা এটা সৰু ঘৰ তালৈ তাঁৰৰ সংযোগ থাকিব। এন্দ্ৰিজে জেনেৰেল আৰু ডিভিজনৰ এষ্টাডো মেয়ৰ নামৰ ঠাইডোখৰ বিচাৰিব লাগিব। সি এই চিঠিখন জেনেৰেলক দিব লাগিব। নাইবা এষ্টাডো মেয়ৰত থকা মুৰব্বীজনক দিলেই হব। নহলে মই নাম লিখি দিয়া মানুহজনক দিলেই হব। আক্ৰমণৰ প্ৰস্তুতিকৰণ চোৱামেলাৰ বাবে দুজন বাহিৰত থাকিলেও, এজন তাত উপস্থিত থাকিবই। এতিয়া বুজি পালানে?"

"হয়।"

"তেন্তে এন্দ্ৰিজক মাতি আনা। মই এতিয়াই চিঠিখন লিখি এইটো মোহৰ মাৰি বন্ধ কৰি দিম।" সৰু ঘূৰণীয়া আৰু কাঠৰ ওপৰত লগোৱা ৰবৰৰ ষ্টাম্প এটা সি তাক দেখুৱালে। তাত এচ্, আই, এম্—এই আখৰ তিনিটা লগাই থোৱা আছে। লগতে সি পঞ্চাশ চেণ্টৰ আকাৰৰ সৰু ঘূৰণীয়া চিঁয়াহীৰ পেড্‌টোও দেখুৱালে। এই বস্তুকেইটা সি জেপত লৈ ফুৰিছিল। "এই মোহৰটো তেওঁলোকে গ্ৰহণ কৰিব। এন্দ্ৰিজক এতিয়া মাতি আনা মই তাক



সকলো বুজাই কম। সি ততাতৈয়াকৈ যাব লাগে কিন্তু তাৰ আগতে সি কথাখিনি বুজি লব লাগিব।"

"মই বুজি পালে, এন্দ্ৰিজেও বুজি পাব। তুমি কিন্তু খুব ভালকৈ বুজাই কব লাগিব। এই ডিভিজন, ষ্টাফ্ আদি কথাবোৰ মোৰ বাবে দুৰ্বোধ্য। মই সদায়েই এটা নিৰ্দিষ্ট লক্ষ্য যেনে এটা ঘৰলৈহে যাওঁ। নাভাচেৰাদাত সৈন্য বাহিনীৰ কাৰ্যাধ্যক্ষ এটা পুৰণি হোটেলত থাকে। গুৱাডাৰামাত কিন্তু সেই কুননি থকা ঘৰটোত হে থাকে।"

"এইজন জেনেৰেল," ৰবাৰ্ট জৰ্ডানে কলে, "সীমাৰ একেবাৰে কাষৰীয়া এডোখৰ ঠাইত থাকে। প্লেনৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ তেওঁৰ ঘাঁটি মাটিৰ তলত হব। এন্দ্ৰিজে সুধি সহজে উলিয়াব পাৰিব। মাত্ৰ সি সুধিব জানিব লাগিব। সি মই লিখাখিনি দেখুৱালেই হব। এতিয়া তাক আনাগৈ যোঁৱা—কাৰণ এই চিঠিখন সোনকালে সেইখিনি পাবগৈ লাগে।"

ওলমি থকা কম্বলৰ তলেদি আন্‌চেল্‌মো চাপৰি বাহিৰলৈ ওলাই গল। ৰবাৰ্ট জৰ্ডানে তাৰ নোটবুকত লিখিবলৈ আৰম্ভ কৰিলে।

"ইংলেচ, শুনা", পাব্‌লোৱে মদৰ বাটিলৈ চাই থাকি মাত লগালে।

"মই লিখিছোঁ", ৰবাৰ্ট জৰ্ডানে নোচোৱাকৈয়ে উত্তৰ দিলে।

"শুনা, ইংলেচ," পাব্‌লোই এইবাৰ মদৰ বাটিটোলৈ চাই কলে, "এইটো কথাত নিৰাশ হোৱাৰ কোনো কাৰণ নাই। সৰ্দোৰ অবিহনেও ঘাঁটি অধিকাৰ কৰিবলৈ আমাৰ বহুতো মানুহ আছে আৰু তুমিও দলং ধ্বংস কৰা কামত সহায় কৰিবলৈ বহুতো মানুহ পাবা।"

ৰবাৰ্ট জৰ্ডানে লিখা বন্ধ নকৰাকৈয়ে কলে, "ভাল কথা।"

"বহুত আছে," পাব্‌লোৱে কলে, "তোমাৰ মতামত আৰু সিদ্ধান্তৰ আজি মই প্ৰশংসা কৰিছোঁ, ইংলেচ।" পাব্‌লোৱে মদৰ বাটিটোক উদ্দেশ্য কৰি কলে, "মোৰ বিশ্বাস তোমাৰ বিচাৰ-বুদ্ধি যথেষ্ট আছে। মোতকৈ তুমি বেচি বুধিয়ক। তোমাৰ ওপৰত মোৰ বিশ্বাস আছে।"

ৰবাৰ্ট জৰ্ডানে কথাবোৰলৈ বেচিকৈ কাণ দিয়া নাছিল। সি গলজলৈ লিখা ৰিপৰ্টত মনোনিবেশ কৰিছিল। যিমান পাৰে কম কথাতে সি চিঠিখন লিখিবলৈ যত্ন কৰিছিল অথচ চাইছিল যাতে ই সম্পূৰ্ণ প্ৰত্যয়যোগ্য হয়। কিয়নো সি বিচাৰিছিল যাতে তাৰ চিঠিখনে আক্ৰমণটো বন্ধ কৰাব পাৰে;—

অথচ তাৰ কামটোৰ বিপদৰ আশংকা কৰি সি যে আক্ৰমণ বন্ধ কৰাবলৈ বিচৰা নাই এই কথাটোও সি তেওঁলোকক চিঠিৰ দ্বাৰা প্ৰত্যয় নিয়াবলৈ যত্ন কৰিছিল। সি লিখিছিল যে তাৰ দ্বাৰা সি মাত্ৰ তেওঁলোকক ঘটনাবোৰৰ বিবৰণ হে দিছে।

"ইংলেচ", পাব্লোৱে মাত দিলে।

"মই লিখিছোঁ," ৰবাৰ্ট জৰ্ডানে নোচোৱাকৈয়ে উত্তৰ দিলে।

মই বোধহয় দুটা নকল পঠিওৱা ভাল হব, সি ভাবিলে। যদি দুটা পঠিয়াওঁ তেন্তে দলং উৰাবলগীয়া হলে মই আৱশ্যকীয় মানুহৰ যোগান নেপাম। এই আক্ৰমণ কি কাৰণে কৰিবলগীয়া হৈছে মই নেজানো। বোধহয় ই শত্ৰুক বাধা দি ৰাখিবৰ বাবে কৰা আক্ৰমণ। নতুবা বাহিৰৰ সৈন্যবাহিনীবোৰ আকৰ্ষণ কৰি আনিবৰ বাবেও আক্ৰমণটো কৰিব পাৰে। এনেও হব পাৰে যে উত্তৰাংশৰ পৰা প্লেনবোৰ আনিবৰ বাবে এই আক্ৰমণ কৰা হব। বোধহয় এইবোৰ কাৰণেই। বোধহয় কৃতকাৰ্যতাৰ বাবে এই আক্ৰমণ পৰিকল্পনা কৰা হোৱা নাই। মইনো কি জানো ? এইখন মই গল্জলৈ লিখা ৰিপৰ্ট। আক্ৰমণ আৰম্ভ নোহোৱালৈকে মই দলংখন ধ্বংস কৰিব নেলাগে। এই বিষয়ত মোৰ প্ৰতি থকা নিৰ্দেশ একেবাৰে পৰিষ্কাৰ। যদি আক্ৰমণ বন্ধ কৰে তেন্তে মইও কোনো ধ্বংসাত্মক কাম কৰিব নেলাগে। যি কি নহওক, নিৰ্দেশ পালন কৰিবৰ জোখাৰে মই ইয়াত যথেষ্ট মানুহ যোগাৰ ৰাখিবই লাগিব।

"তুমি কি কৈছিলা ?" সি পাব্লোক সুধিলে।

"তোমাৰ ওপৰত মোৰ বিশ্বাস আছে, ইংলেচ", পাব্লোৱে তেতিয়াও মদৰ বাটিটোলৈ চাই চাই কথা কৈছিল।

বন্ধু, মইও বিচাৰোঁ। মোৰ তেনে ক্ষমতা হওক, ৰবাৰ্ট জৰ্ডানে ভাবিলে। সি তেতিয়াও চিঠিখন লিখি আছিল।



## ॥ ৩০ ॥

সেই নিশা কৰিবলগীয়া সকলো কাম কৰা হ'ল। আৱশ্যকীয় সকলো আদেশ দিয়া হৈ গ'ল। পুৱা কৰিবলগীয়া নিজ নিজ কৰ্তব্য সম্পৰ্কে প্ৰত্যেককে জনাই দিয়া হৈছে। এন্দ্ৰিজ যোৱা তিনি ঘণ্টা হ'ল। আক্ৰমণ হলে পুৱাৰ লগে লগে আৰম্ভ হব—নহলে নহয়েই। ৰবাৰ্ট জৰ্ডানে প্ৰিমিটোভৰ লগত কথা পাতিবলৈ ওপৰৰ পহৰা ঘাঁটিলৈ গৈছিল। তাৰ পৰা ঘূৰি নামি আহোঁতে সি ভাবিলে, মোৰ বিশ্বাস আক্ৰমণটো হব।

গল্জে আক্ৰমণ কৰিবই কাৰণ বাতিল কৰিবৰ ক্ষমতা তেওঁৰ নাই। আক্ৰমণ বাতিল কৰাৰ অনুমতি মাদ্ৰিদৰ পৰা আহিব লাগিব। যি বুজিছোঁ সেই সময়ত মাদ্ৰিদত কাকো বিচনাৰ পৰা তুলিব নোৱাৰিব। শোৱাৰ পৰা উঠিলেও টোপনিৰ জালত সিহঁতে এইবোৰ কথা চিন্তা কৰিব নোৱাৰিব। শত্ৰুৱে আক্ৰমণৰ সন্মুখীন হবলৈ কৰা সাজ-সজ্জাৰ কথা মই গল্জলৈ আগতে জনাব লাগিছিল ; কিন্তু এটা ঘটনা প্ৰকৃততে নঘটালৈকে মইনো কেনেকৈ জনাওঁ! আন্ধাৰ হলেহে সিহঁতে সামৰিক বাহিনীৰ চলাচল আৰম্ভ কৰে। সিহঁতে ৰাস্তাৰ ওপৰত কৰা যি কোনো চলাচল প্লেনবোৰে দেখা পোৱাটো নিবিচাৰে। কিন্তু সিহঁতৰ প্লেনবোৰে কৰিছে কি ? সেই ফেচিষ্ট প্লেনবোৰ ?

এইবোৰে আমাৰ ফলীয়া মানুহবোৰক নিশ্চয় সতৰ্ক কৰি দিছে। মোৰ বোধেৰে ফেচিষ্টবোৰে প্লেনৰ সহায়ত গুৱাদালাজাৰাৰ মাজেদি আন এটা ভুৱা আক্ৰমণ চলাবৰ চেষ্টাত আছে। চৰিয়া আৰু চিগুয়েনজাত ইটালীয়ান সৈন্য

সমাবেশৰ কথা আছিল ; ইয়াৰ উপৰিও উত্তৰাংশত কিছুমান ইটালীয় সৈন্যই যুদ্ধ কৰি আছে। একে সময়তে দুটা ডাঙৰ আক্ৰমণ চলাবলৈ সিহঁতৰ আৱশ্যকীয় সৈন্যও নাই আৰু যা-যোগাৰো নাই। ই একেবাৰে অসম্ভৱ ; গতিকে গোটেই কথাটোৱেই এটা বিৰাট প্ৰহসন।

কিন্তু যোৱা মাহত আৰু তাৰ আগতে ইটালীয়ান বিলাকে কিমান সৈন্য কাদিজত নমালেহি, তাৰ ভূ আমি পাওঁ। সিহঁতে গুৱাদালাজাৰত পুনৰ আক্ৰমণ কৰিবৰ চেষ্টা কৰিব পাৰে ; কিন্তু এইবাৰ সিহঁতে আগৰ দৰে ভুল নকৰিব যেন লাগে। এইবাৰ সিহঁতে তিনিফালৰ পৰা আক্ৰমণ চলাব আৰু গুৱাদালাজাৰৰ পৰা ওলাই ৰেল লাইনৰ কাষে কাষে গৈ উপত্যকাৰ পশ্চিমাঞ্চল পাবগৈ। এইটো এটা উপায় আছে যিটো সিহঁতে সুচাৰুৰূপে কৰিব পাৰিব। হান্‌চে তাক দেখুৱাই থৈ গৈছে। প্ৰথম বাৰত সিহঁতে বহুতো ভুল কৰিলে। গোটেই পৰিকল্পনাটোৱেই দোষযুক্ত আছিল। সিহঁতে গুৱাদালাজাৰা আক্ৰমণ কৰোঁতে যি সৈন্যবাহিনী নিয়োগ কৰিছিল, সেই একে বাহিনীকে আৰগান্দাত মাদ্ৰিদ-ভেলেঞ্চিয়া ৰাস্তা আক্ৰমণৰ সময়ত ব্যৱহাৰ নকৰিলে। এই দুয়োটা আক্ৰমণ একে সময়তে সিহঁতে নচলালে কিয় ? কিয় ? কিয় ? কিয় নকৰিলে কাৰণটো আমি কেতিয়াকৈ জানিম ?

অথচ দুয়োবাৰেই আমি একেটা সৈন্যবাহিনীৰ দ্বাৰাই সিহঁতক বাধা দিলোঁ। একে সময়তে দুয়োটা আক্ৰমণ চলোৱা হলে আমি সিহঁতক কেতিয়াও প্ৰতিহত কৰিব নোৱাৰিলোঁহেঁতেন। মূৰ ঘমাবৰ আৱশ্যক নাই—সি নিজকে নিজে কলে। ইয়াৰ আগতে ঘটা অলৌকিক ঘটনাবোৰলৈ নোচোৱা কিয় ? পুৰাতে হয়তো তুমি দলংখন ভাঙিব লাগিব ; নতুবা নেলাগিবও পাৰে। কিন্তু নেলাগিব বুলি ভাবি নিজকে নিজে ফাঁকি দিবলৈ নুখুজিবা। তুমি এদিন নহয় এদিন দলংখন ভাঙিবই লাগিব—যদি এইখন নহয়, তেন্তে আন এখন দলং। কি কৰিব লাগিব, তাক ঠিক কৰাৰ গৰাকী তুমি নহয়। তুমি আদেশহে পালন কৰিবা। আদেশ পালন কৰা, ফলাফলৰ বাবে চিন্তা নকৰিবা।

এই বিষয়ত পোৱা আদেশত একো আঁৰ নাই—অতিশয় পৰিষ্কাৰ। কিন্তু তুমি বেচিকৈ চিন্তা কৰিবৰ আৱশ্যক নাই—নতুবা ভয় খোৱাৰ কাৰণো নাই। তোমাৰ ওপৰত যদি ভয়ৰ প্ৰভাৱ পৰিবলৈ নিজকে এৰি দিয়া তেন্তে সেই ৰোগে তোমাৰ সহকৰ্মীসকলকো ছুব।



তথাপিও সেই মূৰ কাটি নিয়া ঘটনাটো আওকাণ কৰিব নোৱাৰি—সি নিজকে নিজে কলে। আৰু সেই বুঢ়া মানুহটো অকলশৰে সেইবোৰ চাবলৈ পৰ্বতৰ চূড়া ওলালগৈ। তেনে অৱস্থাত তুমি সিহঁতৰ কাষলৈ যাবলৈ কেনে পলাহেঁতেন ? এই ঘটনাটোৱে তোমাৰ ওপৰত এটা ডাঙৰ প্ৰভাৱ পেলাইছে —নাই পেলোৱা জানো ? ঠিকেই, সেই ঘটনাই তোমাৰ ওপৰত এটা গভীৰ ছাপ পেলালে, জৰ্ডান। আজিৰ দিনটোত তোমাৰ এনে অভিজ্ঞতা কেইবাটাও হ'ল। তথাপিও তুমি বিচলিত হোৱা নাই। এতিয়ালৈকে তোমাৰ আচৰণ ঠিকেই আছে।

সি নিজকে উপহাস কৰি কলে, তুমি মণ্টানা বিশ্ববিদ্যালয়ত স্পেন ভাষাৰ শিক্ষক হোৱা হলেহে ভাল আছিল। তুমি শিক্ষক হিচাপে ভাল কাম কৰিব পাৰিলাহেঁতেন। কিন্তু তুমি নিজকে আনতকৈ কিছু বেলেগ বুলি ভাবিবলৈ আৰম্ভ নকৰিবা। এই বিষয়ত তুমি বেচি অগ্ৰগতি কৰিব পৰা নাই। ডুবানলৈ চোৱাঁ—তেওঁৰ সামৰিক শিক্ষা বুলিবলৈ একোৱেই নাই। তেওঁ সঙ্গীত ৰচনা কৰিছিল আৰু লৰাকালত নগৰত অনাই বনাই ফুৰিছিল। অথচ তেওঁ এতিয়া এজন ডাঙৰ জেনেৰেল আৰু এটা ব্ৰিগেডৰ অধিকৰ্তা। দবা খেল শিকা যেনেকৈ বিচক্ষণ বুদ্ধিৰ শিশুৰ পক্ষে সহজ ঠিক তেনেকৈ ডুবানৰ বাবেও এই কথাবোৰ শিকা আৰু বুজা একেবাৰে সহজ হৈ পৰিছিল ! শৈশৱাস্থাৰ পৰা তুমি যুদ্ধৰ কলা-কৌশল সম্পৰ্কে অধ্যয়ন কৰিছা—ককাদেউতাৰে তোমাৰ শিক্ষা আৰম্ভ কৰিলে আমেৰিকাৰ গৃহ যুদ্ধৰ মাজেদি। ব্যৱধান মাত্ৰ এইখিনিয়েই যে ককাদেউতাৰৰ মতে সেই-খন যুঁজ আছিল বিদ্ৰোহৰ যুঁজ। কিন্তু ডুবানৰ তুলনাত তুমি হ'লা দবা-খেলৰ বিচক্ষণ শিশুটোৰ বিপক্ষে খেলা এটা অভিজ্ঞ খেলোৱাৰ। ডুবান্। ডুবানক আকৌ লগ পালে খুব ভাল লাগিব। বেচেৰা হ'লে সি তাক আকৌ গে'-লৰ্ডত লগ পাব। এৰা, এইবিলাক যেতিয়া শেষ হ'ব। দেখিছা, তাৰ আচৰণ কেনে ?

এই বিলাক শেষ হলে মই তাক গে'-লৰ্ডত লগ পাম,—সি পুনৰ নিজকে নিজে কলে। নিজকে ফাঁকি নিদিবা—সি কলে। তুমি সকলোবিলাক বেচ সুচাৰুৰূপেই কৰিছা—ধীৰে সুস্থিৰে, আৰু নিজকে ফাঁকি নিদিয়াকৈ। তুমি ডুবানক লগ পাবলৈও নোযোৱা—আৰু সেইটো কথাৰ কোনো গুৰুত্বও

নাই। তাৰ বাবে চেষ্টাও নকৰিবা—সি নিজকে নিজে কলে। তেনেবোৰ বিলাসিতা কৰিবৰ মন নেমেলিবা।

নতুবা বীৰ হৈ মৃত্যুবৰণ কৰাৰ কথাও চিন্তা নকৰিবা। এই পাহাৰৰ মাজত আমি কোনো নাগৰিকে বীৰৰ মৃত্যুবৰণ কৰাটো নিবিচাৰোঁ। গৃহযুদ্ধত তোমাৰ ককাদেউতাবে চাৰিবছৰ যুঁজ কৰিলে; এই খন যুঁজত তুমি প্ৰথম বছৰটো শেষ কৰিছা হে মাথোন। এতিয়াও তোমাৰ বাবে বহুত সময় বাকী আছে আৰু এই কামটোৰ বাবে তুমিয়েই উপযুক্ত লোক। তাৰোপৰি এতিয়া তুমি মেৰিয়াকো পাইছা। তুমি চোন আটাই খিনিকেই পাইছা। চিন্তা নকৰিবা। অশ্বাৰোহী সৈন্যৰ স্কোৱাড্ৰন আৰু গৰিলা বাহিনীৰ মাজতনো কি পাৰ্থক্য আছে? বিশেষ একো নাই। মূৰবোৰ কাটি নিলেই যেনিবা কিনো হ'ল? সেইটো ঘটনাই জানো পৰিস্থিতি কিবা সলনি কৰিব? একো নকৰে।

যুদ্ধৰ পিছত ককাদেউতা ফৰ্ট কাৰ্ণিত থকাৰ সময়ত ৰেড্ ইণ্ডিয়ান বিলাকে মূৰৰ ছালখন একৰাই নিছিল। তোমাৰ দেউতাৰাৰ অফিচ কোঠাত যে এটা দেৰাজ আছিল মনত পৰেনে? তাৰ এটা খাপৰ পৰা কিছুমান কাড়ৰ জোং মেল খাই ওলাই আছিল। ঈগল চৰাইৰ পাখি লগোৱা যুদ্ধৰ শিৰস্ত্ৰাণ বোৰ বেৰত ওলোমাই থৈছিল আৰু তাৰ ভিতৰত থকা কোমল পাখিবোৰ কিছু পৰিমাণে দোঁ খাই পৰিছিল। হৰিণৰ ছাল পোৱা গন্ধৰ দৰে গোন্ধোৱা চাৰ্ট আৰু ভৰিৰ জোতা বোৰৰ কথা মনত আছেনে? দেৰাজৰ এচুকত আওঁজাই থোৱা সেই মহ চিকাৰ কৰা ধনুখনৰ বিৰাট ঘোৰডালৰ কথা মনত আছেনে? আৰু যে দুটা কাড়ৰ তূণ আছিল—এটা চিকাৰৰ আৰু আনটো যুদ্ধৰ! কাঁড়বোৰ দুয়োহাতেৰে মুঠি মাৰি ধৰিলে কেনে লাগিছিল মনত আছেনে?

এনেবোৰ কথা সুঁৱৰিবৰ চেষ্টা কৰা। কিছু বাস্তৱ কথা মনত পেলোৱা। ককাদেউতাৰাৰ তৰোৱাল খনৰ কথা ভাবা—খাঁজ থকা খাপটোৰে সৈতে কেনে উজ্জ্বল আৰু চকচকীয়া! কেইবাবাৰো শান্ দিয়াৰ পিছত ধাৰটো কিমান পাতল হৈছে তাক ককাদেউতৰাই তোমাক দেখুৱাইছিল। ককাৰৰ স্মিথ্ বেচন্ কোম্পানীৰ তৈয়াৰী বন্দুকটোৰ কথা মনত আছেনে? তাৰ পৰা মাত্ৰ এজাঁইহে গুলী মাৰিব পাৰি। বন্দুকটো অফিচাৰ-পৰ্যায়ৰ, নলাৰ



বেৰ বত্ৰিশ দশমিক আৰু গুলী চলোৱা ঘোঁৰাৰ ওপৰত আচ্ছাদন হীন। আজিলৈকে ব্যৱহাৰ কৰা বন্দুকৰ ভিতৰত ইয়াৰ ঘোঁৰাটোৱেই আটাইতকৈ কোমল আৰু নিখুঁত। ইয়াক সুন্দৰভাৱে তেল দি ৰখা হৈছিল—মসৃণতা নাইকিয়া হৈছিল যদিও নলাৰ ভিতৰ খন পৰিস্কাৰ হৈ আছিল। বন্দুক সুমুৱাই থোৱা চামৰাৰ মোনাত ঘঁহনি খাই খাই নলাৰ তামবৰণীয়া ধাতু-ডোখৰ আৰু চিলিণ্ডাৰটো ক্ষয় গৈছিল। দেৰাজৰ এটা খাপত চামৰাৰ মোনাৰে সৈতে ইয়াক সুমুৱাই থোৱা আছিল। মোনাটো আঁৰি লোৱা ফিটাডালৰ ওপৰত ইউ, এচ্ বুলি লিখা আছিল। লগত আছিল পৰিষ্কাৰ কৰা সৰঞ্জাম খিনি আৰু দুশ জাঁই গুলী। গুলীৰ বাকচটোৰ ডাঠ কাগজৰ আৰু সেইবিলাক মম লগোৱা সূতাৰে বন্ধা আছিল।

দেৰাজৰ পৰা পিস্তলটো উলিয়াই তুমি লব পাৰা। ককাদেউতাৰ মতে তোমাৰ ইচ্ছামতে তাক লৰা-চৰা কৰিব পাৰা। কিন্তু তুমি সেইটো লৈ ধেমালি কৰিব নোৱাৰা, কাৰণ পিস্তলটো এটা মাৰাত্মক অস্ত্ৰ।

তুমি এবাৰ ককাদেউতাৰাক সেই পিস্তলেৰে তেওঁ কেতিয়াবা মানুহ মাৰিছিল নেকি বুলি সুধিছিলা আৰু তেওঁ উত্তৰত কৈছিল, "হয়।"

তেতিয়া তুমি সুধিছিলা, "কেতিয়া ককাদেউতা?" আৰু তেওঁ কৈছিল, "বিদ্ৰোহৰ যুঁজত আৰু তাৰ পাছতো।"

তুমি কৈছিলা, "ককা, সেই বিষয়ে মোক কবনে?"

তেওঁ উত্তৰ দিছিল, "সেইবিলাক কথা মই কবৰ ইচ্ছা নকৰোঁ, ৰবাৰ্ট।"

তাৰ পিছত এইটো পিস্তলেৰেই তোমাৰ দেউতাৰাই আত্মহত্যা কৰিলে। তুমি স্কুলৰপৰা ঘৰলৈ অহাৰ পিছত তেওঁক কবৰ দিয়া হ'ল। মৃত্যুৰ কাৰণ অনুসন্ধান কৰা হোৱাৰ পিছত বিষয়াজনে পিস্তলটো ঘূৰাই দি কৈছিল, "বোপাই, মোৰ বোধেৰে তুমি পিস্তলটো ৰাখিবলৈ বিচৰা। নিয়মমতে এইটো মোৰ হাততে ৰাখিব লাগিছিল; কিন্তু মই জনামতে তোমাৰ দেউতাৰাই এই বন্দুকৰ সহায়েৰে বহুতে ভাল বস্তু সংগ্ৰহ কৰিলে; কিয়নো তোমাৰ ককাৰে যুঁজৰ গোটেই সময়-খিনিত ইয়াক টোপোলা বান্ধি লৈ ফুৰোঁতেই গল। কেৱল অশ্বাৰোহী সৈন্যৰ লগত ইয়ালৈ আহোঁতেহে উলিয়াই লৈছিল। তথাপিও বন্দুকটো খুব ভাল অৱস্থাত আছে। আজি আবেলি মই তাক ব্যৱহাৰ কৰি চাইছিলোঁ। বন্দুকটোৰে গুলী খুব ভালকৈ মাৰিব নোৱাৰিলেও যি কোনো বস্তুত কিন্তু লগাব পাৰি।"

সদায় ৰখা দেৰাজটোৰ ভিতৰত সি বন্দুকটো পুনৰ সুমুৱাই থৈছিল। কিন্তু পিছদিনা সি সেইটো উলিয়াই আনিলে আৰু ঘোঁৰাত উঠি বেড্‌লজৰ ওপৰত থকা ওথ ঠাইডোখৰৰ একেবাৰে চূড়া পালেগৈ। লগত চাৰ্‌ গৈছিল। এতিয়া সেই ঠাইত গিৰিপথৰ ওপৰেদি আৰু বিয়েৰ টুথ উপত্যকাৰ মাজেদি কুক্‌ মহা-নগৰীলৈ যোৱা এটা বাট বান্ধিলে! চূড়াৰ ওপৰত বতাহ কম আৰু সেই পাহাৰটোত গ্ৰীষ্মকালত বৰফ পৰে। সিহঁত গৈ এটা হ্ৰদৰ কাষত ৰ'লগৈ—তাৰ গভীৰতা প্ৰায় আঠ শ ফুট, পানীবোৰ ডাঠ নীলা। চাৰে ঘোঁৰা দুটা ধৰি থাকিল। সি এটা শিলৰ ওপৰত উঠি লৈ তলৰ স্থিৰ পানীখিনিলৈ চালে। তাৰ মুখখন পানীত জিলিকি উঠিল। লগতে দেখা পালে তাৰ হাতত থকা বন্দুকটো। তাৰ পিছত সি বন্দুকটো পানীত পেলাই দিলে। কিছুমান বুৰবুৰণি তুলি বন্দুকটো তললৈ সোমাই গল। পানীৰ তলত বন্দুকটো হাতঘড়ী এটাৰ আকাৰৰ সমান হোৱালৈকে সি দেখা পালে আৰু তাৰ পিছত ই নেদেখা হৈ পৰিল। তাৰপৰা সি শিলটোৰ পৰা নামি আহিল। ঘোঁৰাত উঠোঁতে সি চাবুক ডালেৰে এনে এটা কোৰ লগালে যে ৰে'চ্‌ নামৰ তাৰ পুৰণি ঘোঁৰাটোৱে খেলনা ঘোঁৰাৰ দৰে জপিয়াবলৈ আৰম্ভ কৰিলে। জপিয়াই থাকোঁতে সি ঘোঁৰাটো হ্ৰদৰ পাৰে পাৰে কিছু দৌৰালে। আৰু শান্ত হলত সিহঁত অহা বাটেদি উলটিল।

"পুৰণি বন্দুকটো কিয় তেনেকৈ পেলালা, তাৰ কাৰণ মই বুজিছোঁ, বৰ্‌" চাৰে কলে।

"যদি জানিছাই, তেন্তে মই সেইবিষয়ে আৰু কবৰ ইচ্ছা নকৰোঁ," সি কৈছিল।

এই বিষয়ে আৰু সিহঁতে কথা নেপাতিলে। তাৰ লগে লগে ককাদেউতাৰ সৰু বন্দুকটোৰ অস্তিত্বও শেষ হৈ গল। কিন্তু তেওঁৰ তৰোৱালখন থাকিল। মিচৌলাত বাকী বস্তুৰ সৈতে তৰোৱালখন এতিয়াও তাৰ বাকচত আছে।

ককাদেউতাই বাৰু আজিৰ এই অৱস্থা দেখা হলে কি ভাবিলেহেঁতেন—সি চিন্তা কৰিলে। ককা আছিল এজন নিপুণ সৈনিক—এই কথা সকলোৱেই স্বীকাৰ কৰে। মানুহৰ মতে ককাদেউতাৰ লগত সেইদিনা কাষ্টাৰ থকাহেঁতেন তেওঁ ইমান সহজে নিজকে মৃত্যুৰ মুখলৈ আগবঢ়াই নিদিলেহেঁতেন। তেওঁ বাৰু "লিটল্‌ বিগ হৰ্ণ"ৰ কাষে কাষে পতা ছাউনীবোৰৰ পৰা ধূলি নাইবা ধোঁৱা



দেখা পোৱা নাছিলনে? অৱশ্যে বাতিপুৱা ডাঠ কুঁৱলী থকা হলে কথা বেলেগ আছিল। কিন্তু মই জনামতে তাত কুঁৱলী নাছিল।

মোৰ সলনি এতিয়া ইয়াত ককাদেউতা থাকিব লাগিছিল। বোধহয় কাইলৈ ৰাতিলৈ মানে আমি দুয়ো একেলগ হমগৈ। "সিপুৰী" বুলি যদি অভিশপ্ত আৰু ঠগ্‌বাজ্‌ কিবা এটা বস্তু আছে—মোৰ বিশ্বাস এনে কোনো বস্তু নাই, সি ভাবিলে—তেন্তে তাত তেওঁৰ লগত কথাবতৰা হবলৈ মই ভালেই পাম। কিয়নো মই জানিবলগীয়া কথা বহুতো আছে। এইবিলাক কথা মই এতিয়া তেওঁক সুধিবৰ অধিকাৰ আছে, কাৰণ ঠিক তেনে ধৰণৰ কামেই মই এতিয়া কৰিবলগীয়া হৈছে। এতিয়া সুধিলে আশা কৰোঁ তেওঁ বেয়া নেপায়। আগতে মই সুধিবৰ অধিকাৰ পোৱা নাছিলোঁ। মই বুজিছোঁ, তেওঁ মোক ভালদৰে বুজি নোপোৱা বাবে এইবিলাক কথা কোৱা নাছিল। কিন্তু এতিয়া, মোৰ বোধেৰে, আমি দুয়ো বেচ মিলিব পাৰিম। এতিয়াই তেওঁৰ সৈতে কথা-বতৰা হবপৰা হলে আৰু তেওঁৰপৰা উপদেশ লব পৰা হলে ভাল পালোঁহেঁতেন। উপদেশ নাপালেও, তেওঁৰ লগত কথা পাতিয়েই ভাল লাগিলহেঁতেন। তেওঁৰ আৰু মোৰ মাজত সময়ৰ ইমান ব্যৱধান হোৱাটো বৰ দুখৰ কথা।

এই চিন্তাৰ মাজত তাৰ মনত পৰিল যে, যদি কেনেবাকৈ এই সাক্ষাৎ হয়ো তেন্তে সি আৰু ককাদেউতাক—দুয়ো, তাৰ দেউতাকৰ উপস্থিতিৰ বাবে বৰ অপ্ৰস্তুত হৈ পৰিব। যি কোনো মানুহৰ এনে কাম কৰিবৰ অধিকাৰ আছে; কিন্তু কামটো কৰা ভাল কথা নহয়, সি ভাবিলে। মই বুজোঁ। কিন্তু এনে কামত সন্মতি দিব নোৱাৰোঁ। ভাল ভাষাত কবলৈ গলে ই অনাৱশ্যক আওহেলা। কিন্তু তুমি নিশ্চয় বিষয়টো ধৰিব পাৰিছা চাগৈ? মইও বুজি পাইছোঁ—তথাপিও। এৰা—তথাপিও এনে কাম কৰিবলৈ তুমি নিজকে লৈ অতিপাত ব্যস্ত হৈ থাকিব লাগিব।

সঁচাকৈয়ে, ককাদেউতা এতিয়া ইয়াত থাকিব লাগিছিল, সি ভাবিলে। অন্ততঃ এঘণ্টাৰ বাবে। যিজনে বন্দুকটোৰ অসদ্ব্যৱহাৰ কৰিলে, হয়তোবা তেওঁৰ যোগেদিয়েই ককাদেউতাই, মোৰ বৰ্তমান থকা গুণখিনিকে মোক দিছে। সম্ভৱতঃ এই খিনিয়েই আমাৰ ভিতৰত থকা একমাত্ৰ যোগাযোগ। কিন্তু এইটো জহন্নামে যাওক—সঁচাকৈয়ে জহন্নামে যাওক। মোৰ মতে সময়ৰ ইমান ব্যৱধান নথকা হলে ভাল হ'লহেঁতেন; কাৰণ আনজনে যি বোৰ মোক শিকাবলগীয়া

নহল সেইবোৰ কথা মই ককাৰ পৰা শিকিব পাৰিলোঁহেঁতেন। কিন্তু চোৰাঁচোন—তেওঁ কেনে ধৰণৰ সংশয়ৰ মাজত দিন কটাব লগীয়াত পৰিছিল আৰু তাক কেনেকৈ সংযত কৰিব লগীয়া হৈছিল আৰু কেনেকৈ চাৰি বছৰৰ পিছত ৰেড ইণ্ডিয়ান বিলাকৰ সৈতে কৰা যুঁজত সেই ভয়ৰ অৱসান হৈছিল (যদিও সেই ক্ষেত্ৰত ভয়ৰ বৰ বিশেষ থল নাছিল!) আৰু সৰ্বসাধাৰণতে দ্বিতীয় পুৰুষৰ বুলফাইটাৰ যেনে ধৰণৰ হয় ঠিক তেনে ধৰণৰ এজন কাপুৰুষ তেওঁ আনজনৰ মাজেদি সৃষ্টি কৰা নাই জানো? দেখিলানে এতিয়া? বোধ-হয় সেই আনজনৰ যোগেদি অতিক্ৰম কৰাৰ পিছতহে ককাৰ তেজ পুনৰ শুদ্ধ হ'ল—নহয় জানো?

তেওঁক কাপুৰুষ বুলি গম পোৱাৰ পিছত যে মই কেনে অস্বস্তি বোধ কৰিছিলোঁ সেই কথা মই কেতিয়াও নাপাহৰোঁ। কোৱাঁ—ইংৰাজী ভাষাত কথাটো প্ৰকাশ কৰা। কাপুৰুষ! নিজৰ কথাত প্ৰকাশ কৰা খুব সহজ। তুমি "কুকুৰৰ পোৱালী" বুলিবলৈ বিদেশী ভাষা প্ৰয়োগ কৰাৰ কোনো অৰ্থ নাই। অৱশ্যে তেওঁ "কুকুৰৰ পোৱালী" নাছিল। তেওঁ মাত্ৰ এটা কাপুৰুষ—যি কোনো মানুহৰ বাবে হব পৰা এইটোৱেই চৰম দুৰ্ভাগ্য। কিয়নো, কাপুৰুষ নোহোৱাহেঁতেন, তেওঁ সেই তিৰোতাজনীক শাসন কৰিব পাৰিলে-হেঁতেন আৰু মানুহজনীয়ে তেওঁৰ লগত কাজিয়া কৰাটোও বন্ধ কৰিব পাৰিলে-হেঁতেন। তেওঁ আন এজনী তিৰোতা বিয়া কৰোৱাহেঁতেন মই বাৰু কেনেকুৱা হলোঁহেঁতেন? এইটো কথা তুমি কেতিয়াও নাজানা,—সি ভাবিলে আৰু মিচিকিয়াই হাঁহিলে। বোধহয় তাইৰ দন্দুৰা স্বভাৱে আনটোৰ মাজত থকা অভাৱখিনি পূৰণ কৰিছিল। আৰু তোমাৰো! ৰবা, অলপ সহজ হবৰ চেষ্টা কৰা। কাইলৈৰ কাম শেষ নোহোৱালৈকে এই তেজৰ গৌৰৱ আৰু অন্যান্য কথাবোৰ গাই নেথাকিবা! ইমান ততাতৈয়াকৈ কদৰ্য নহবাচোন। আৰু কেতিয়াও কদৰ্য নহবা। কাইলৈ তুমি কেনে ধৰণৰ তেজ দেখুওৱা—চাম নহয়।

কিন্তু সি পুনৰ ককাদেউতাকৰ কথা চিন্তা কৰিবলৈ ধৰিলে।

"জৰ্জ কাষ্টাৰ অভিজ্ঞ অশ্বাৰোহী সেনাধিনায়ক নাছিল ৰবাৰ্ট," তাৰ ককাদেউতাকে কৈছিল, "মানুহ হিচাপেও তেওঁ বুদ্ধিমান নাছিল।"

জৰ্জ্জ কাষ্টাৰে পহছালৰ চাৰ্ট পিন্ধিছিল; মূৰত আছিল বতাহত উৰি থকা হালধীয়া ৰঙৰ চুলিৰ বেণী। এনে এজন মানুহৰ বিপক্ষে ককাদেউতাকে উপৰোক্ত কথাবোৰ কওঁতে সি মনে মনে ক্ষুব্ধ হোৱাৰ কথা এতিয়াও তাৰ মনত পৰে। ৰেড লজৰ সমূহীয়া কোঠাটোত আন্হিউজাৰ বুচে অঁকা জৰ্জ কাষ্টৰৰ লিথ'গ্ৰাফ্ ছবি এখন আঁৰি থোৱা আছিল। ছবিত জৰ্জ কাষ্টাৰে সেই পাহাৰটোৰ ওপৰত সামৰিক বিভলভাৰ এটা লৈ থিয় হৈ আছে আৰু তেওঁক চাৰিওফালৰ পৰা ৰেড ইণ্ডিয়ান চিয়াউক্সবিলাকে বেঢ়ি ধৰিছে।

"বিপদৰ মাজত সোমাই পৰা লগতে সেই বিপদৰ পৰা মুক্ত হব পৰা ক্ষমতা তেওঁৰ যথেষ্ট আছিল", ককাদেউতাক কৈছিল, "লিটল্ বিগ্ হৰ্ণত তেওঁ বিপদত পৰিল কিন্তু সেই বিপদৰ পৰা তেওঁ ওলাই আহিব নোৱাৰিলে।"

"ফিল চেৰিডন্ কিন্তু বুধিয়ক মানুহ আছিল—লগতে জেব ষ্টুৱাৰ্টও। কিন্তু বৰ্তমানলৈকে দেখাৰ ভিতৰত জন্ মচ্ বিয়েন্ট আটাইতকৈ দক্ষ সেনানায়ক আছিল।"

মিৰ্চোলাত থকা তাৰ ট্ৰাঙ্কৰ ভিতৰত জেনেৰেল ফিল চেৰিডনে "কিলি-দা-হৰ্চ" কিল্পেট্ৰিকলৈ লিখা চিঠি এখন এতিয়াও আছে। এই কিল্পেট্ৰিক, তাৰ ককাদেউতাকৰ মতে, অনিয়মীয়া অশ্বাৰোহী সৈন্যৰ সৈন্যাধ্যক্ষ হিচাপে জন্ মচ্ বিতকৈও সুদক্ষ আছিল।

গলজ্ ক মই ককাদেউতাৰ বিষয়ে কোৱা ভাল হব—সি ভাবিলে। অৱশ্যে তেওঁ ককাদেউতাৰ কথা কেতিয়াও শুনা নাই। ইংৰাজ বিলাকে অৱশ্যে তেওঁলোকৰ কথা জানে কাৰণ ইউৰোপৰ অন্যান্য দেশৰ মানুহতকৈ ইংৰাজ বিলাকে আমাৰ গৃহযুদ্ধৰ কথা বেচিকৈ পঢ়িব লগা হয়। কাৰখোভে কৈছিল যে যুদ্ধ শেষ হোৱাৰ পিচত মই ইচ্ছা কৰিলে মস্কোৰ লেনিন ইন্‌ষ্টিটিউটলৈ পঢ়িবলৈ যাব পাৰোঁ। সি আৰু কৈছিল যে মই ইচ্ছা কৰিলে ৰেড্ আৰ্মিৰ সামৰিক স্কুললৈও পঢ়িবলৈ যাব পাৰোঁ। ককাদেউতাই বাৰু এই বিষয়ে কি ভাবিলে-হেঁতেন? ককাদেউতা! তেওঁ জীয়াই থকা কালত জানি শুনি কোনো ডেমক্ৰেটৰ সৈতে একেখন টেবুলত নবহিছিল।

কিন্তু ৰ'বা—মই সৈনিক হবলৈ নিবিচাৰোঁ, সি ভাবিলে। মই নিজে সেইটো ভালকৈ জানো। গতিকে সেইটো বাদ দিব লাগিব। মই মাত্ৰ যুদ্ধখনত জয় হোৱাটো বিচাৰোঁ। মই ভাবোঁ, সৈনিক হিচাপে নিপুণ এজন মানুহ আন কামৰ বাবে ভাল নহয়। কিন্তু এইটো কথা সঁচা নহয়। নেপোলিয়ন আৰু

ওৱেলিংটনলৈ চোৱাঁ! আজি সন্ধিয়া তুমি একেবাৰে মূৰ্খ হলা—সি ভাবিলে।

সাধাৰণতে তাৰ মনটো তাৰ এটা ভাল লগৰীয়া আৰু আজি নিশালৈকে অৰ্থাৎ ককাকৰ কথা চিন্তা কৰোঁতেও ভালেই আছিল। তাৰ পিছত বাপেকৰ চিন্তাই তাক বিপথে নিলে। সি তাৰ বাপেকক বুজি পাইছিল, তেওঁক সৰ্বতোপ্ৰকাৰে ক্ষমা কৰিছিল আৰু পুতৌ কৰিছিল ; কিন্তু তেওঁৰ বাবে সি লজ্জাবোধ কৰিছিল।

তুমি সেইবোৰ কথা নভবাই ভাল, সি নিজকে নিজে কলে। অলপ পিছতেই তুমি মেৰিয়াক লগ পাবা আৰু তেতিয়া তোমাৰ চিন্তা কৰাৰ আৱশ্যক নাইকিয়া হব। আটাইবোৰ কাম কৰা হ'ল যেতিয়া, সেইটো কৰাই এতিয়া উত্তম উপায়। যি কোনো এটা বিষয়ৰ ওপৰত বেচিকৈ মনোযোগ দিলে তুমি তাক বন্ধ কৰিব নোৱাৰা আৰু ভৰ নোহোৱা তাঁতৰ মাকোৰ দৰে তোমাৰ মগজুও বেগেৰে চলিবলৈ আৰম্ভ কৰে। তুমি একেবাৰে চিন্তা নকৰাই ভাল।

কিন্তু ধৰি লোঁৱা—সি ভাবিলে। ধৰি লোঁৱা—প্লেনবোৰে বোমা পেলাওঁতে যদি সেই টেঙ্কবিধ্বংসী কামানবোৰ ভাঙি পেলায় আৰু সিহঁতক ছেদেলি-ভেদেলি কৰি দিয়ে আৰু যেনেকুৱা ওখ পাহাৰেই কি নহওক, টেঙ্কবোৰে যদি একেবাৰতে সেই পাহাৰ বগাই উঠিব পাৰে আৰু যদি বন্ধু গল্‌জে তেওঁৰ আগত থকা সেই মদাহী, জুৱাৰী, ধৰ্মান্ধ আৰু বীৰৰ সংমিশ্ৰিত কোৱাটাৰজাইম্ ব্ৰিগেডটো কামত লগাব পাৰে (গল্‌জৰ আনটো ব্ৰিগেডত থকা ডুৱানৰ সৈন্যবোৰ যে ভাল তাক মই জানো) তেন্তে কাইলৈ ৰাতি আমি চেগভিয়া পামগৈ।

এবা, ধৰিলোৱাঁ—সি নিজকে নিজে কলে। মই লা গ্ৰান্‌জাতহে থাকিম। কিন্তু তুমি সেই দলংখন ভাঙিব লাগিব,—হঠাতে এই কথাটো সি ভালকৈ উপলব্ধি কৰিলে। এই আদেশ কেতিয়াও প্ৰত্যাহাৰ নহয়। কাৰণ তুমি যি ধৰণে কিছু সময়ৰ পৰা কথাবোৰ ভাঙিছা-পাতিছা সি মাত্ৰ আক্ৰমণৰ আদেশ-দিওঁতা সকলৰ বাবে আক্ৰমণৰ সম্ভাব্য ফলাফলৰ এটা ছবিহে মাত্ৰ। ঠিকেই, তুমি দলংখন ভাঙিবই লাগিব—সি এইবাৰ দৃঢ়ভাৱে উপলব্ধি কৰিলে। এন্ত্ৰিজৰ কিবা হলেও ইয়াৰ লৰচৰ নহব।

কৰিব লগীয়া সকলো কামেই প্ৰায় হৈ গৈছে—পিছৰ চাৰিটা ঘণ্টাৰ বাবে



সি মুক্ত—আন্ধাৰৰ মাজে মাজে ওপৰৰ পৰা নামি আহোঁতে কথাটো ভাবি তাৰ ভাল লাগিল। বাতিৰ চিন্তাৰ মাজেৰে তাৰ মনলৈ বিশ্বাস ঘূৰি আহিল। দলংখন ভঙাৰ সুনিশ্চিত সিদ্ধান্তটোৱে তাৰ মনলৈ শান্তি ঘূৰাই আনিলে।

তাৰ মনত আছিল অনিশ্চয়তা আৰু তাৰ ফলত হোৱা লাগ্‌বান্ধ নোহোৱা কিছুমান চিন্তা। দিনবাৰৰ হিচাপ ভুল হোৱাৰ বাবে কোনো এটা উৎসৱলৈ নিমন্ত্ৰিত সকল আহিবনে নাহে—এনে এটা উৎকণ্ঠাৰ দৰে আছিল তাৰ মনৰ অনিশ্চয়তা। গলজৰ ওচৰলৈ এন্ত্ৰিজক পঠোৱাৰ পিছৰ পৰা সি এই অনিশ্চয়তাৰ মাজত আছিল। এতিয়া সেই সকলোবোৰৰ পৰা সি মুক্ত। তাৰ এতিয়া প্ৰত্যয় জন্মিছে যে সেই উৎসৱ কেতিয়াও প্ৰত্যাহাৰ নহয়। সঠিক হোৱা বহুত ভাল—সি ভাবিলে। সঠিক হোৱাটো সঁচাকৈ সদায়েই ভাল।

## ॥ ৩১ ॥

বিচনাৰ মোনাটোৰ মাজত পুনৰ দুয়োটা একেলগে শুই আছিল। তেতিয়া ৰাতি প্ৰায় শেষ হওঁ হওঁ। মেৰিয়া তাৰ গাৰ কাষতে শুইছিল। তাইৰ সুঠাম মিহি কৰঙন দুটা তাৰ ভৰিত ঘঁহনি খাইছিল। নাদ থকা সমতল ভূমিৰ পৰা উঠি অহা দুটা সৰু সৰু পাহাৰৰ দৰে মেৰিয়াৰ উঠন বুকুখন তাৰ বুকুখন চুই-ছিলহি। সেই পাহাৰৰ দুবৈত থকা উপত্যকাৰ নিচিনা তাইৰ ডিঙিটোত সি ওঁঠ দুটা লগাই চিন্তাহীন ভাবে আৰু লৰচৰ নকৰাকৈ শুই আছিল। তাই হাতেৰে তাৰ মূৰটো মোহাৰি দিছিল।

মেৰিয়াই তাক এটা চুমা খালে আৰু খুব কোমলকৈ কলে, "ৰবাৰ্টো, মই বৰ লজ্জিত। তোমাক মই হতাশ কৰিব নোখোজোঁ। কিন্তু তাত অলপ ঘা লাগিছে আৰু খুব বিষাইছে। মই পুনৰ তোমাৰ কিবা কামত আহিম বুলি মই নাভাবোঁ।"

"এনে ঘা আৰু বিষ সদায় থাকে" সি কলে, "নহয় মোৰ সোণটো। সেইটো একো বিশেষ কথা নহয়। যন্ত্ৰণা হবলগীয়া কোনো কাম আমি নকৰোঁ।"

"সেইটো নহয়! কথাটো হৈছে মই তোমাক যিভাৱে সন্তুষ্ট কৰিব খোজোঁ ঠিক সেইভাৱে পৰা নাই।"

"সেইটো কথা বৰ আৱশ্যকীয় নহয়। সদায়েই হৈ থকা কথা। আমি একে লগে শুই থাকিলেই একেলগে থকা হ'ল।"

"হয়, কিন্তু মই বৰ লাজ পাইছোঁ। বোধহয় মোৰ ওপৰত অত্যাচাৰ কৰাৰ



পৰাই এই যন্ত্ৰণা আৰম্ভ হ'ল। তোমাৰ আৰু মোৰ ভিতৰত এইবোৰ হোৱা নাই।"

"এইবোৰ কথা নপতাই ভাল।"

"মইও ইচ্ছা নকৰোঁ। মোৰ মতে আজি নিশা মই তোমাক হতাশ কৰা উচিত হোৱা নাই। সেইবাবে মই নিজৰ দায় একৰাৰলৈ বিচাৰিছোঁ।"

"শুনা সোণটি," সি কলে, "এইবিলাক কথা আহে আৰু যায়—ই একো সমস্যা নহয়।" কিন্তু সি ভাবিলে; শেষ নিশাত এইটো সুলক্ষণ নহয়।

তাৰ পিছত সি নিজে নিজে লাজ পালে আৰু কলে, "মোৰ কাষলৈ আহাঁ, সোণজনী তোমাৰ লগত প্ৰেম কৰি যেনেকুৱা ভাল লাগে, এই আন্ধাৰত তোমাক কাষত পালেও তেনেকুৱা ভাল লাগে।"

"মই আজি বৰ লাজ পাইছোঁ; কাৰণ মই ভাবিছিলোঁ যে এল্ সৰ্দোৰ ঘাঁটিৰ পৰা নামি অহাৰ পিছত সেই সমতল অঞ্চলত আমি যেনে কৰিছিলোঁ, আজি ৰাতিও ঠিক তাৰ পুনৰাবৃত্তি হব।"

"বাদ দিয়া," সি তাইক কলে, "সেইবোৰ সদায়েই নহয়। মই হাঁহেৰেও ৰাজী, মাহেৰেও ৰাজী" সি হতাশা আঁতৰাই তাইক ফাঁকি দি কলে, "দুয়ো আমি নিৰলে ইয়াতে শুই থাকিম। কথা পাতোহঁক আহাঁ। তোমাৰ লগত ভালকৈ কথা পতাই নাই।"

"কাইলৈ দিনটোৰ কথা পাতিমহঁক নেকি? আৰু তোমাৰ কামৰ সম্পৰ্কে? তোমাৰ কামৰ সম্পৰ্কে মই জানিব খোঁজো।"

"নালাগে।" সি কলে আৰু মোনাটোৰ ভিতৰত ভৰি মেলি দি অলসভাৱে শুই পৰিল। তাৰ গালখন তাইৰ কান্ধত লগাই দিলে। আৰু বাওঁ হাতখন তাইৰ মূৰৰ তলেদি মেলি দিলে। "কাইলৈৰ কথা নপতাই আটাইতকৈ বুধিয়কৰ কাম হব। আজি কি হ'ল সেইবিষয়েও আলোচনা নকৰাই ভাল। এইবোৰত আমি ক্ষতিৰ কথা আলোচনা নকৰোঁ। কাইলৈ যি কৰিব লাগে আমি কৰিম। তোমাৰ ভয় লাগিব নেকি?"

"সঁচাকৈয়ে" তাই কলে, "মোৰ সদায়েই ভয় হয়। কিন্তু এতিয়া তোমাৰ বাবেহে ভয় হৈছে। ইমান চিন্তা মই নিজৰ বাবেও নকৰোঁ।"

"মোৰ বাবে চিন্তা নকৰিবা, মইনা। মই বহুতো কাম কৰিছোঁ।—ইয়াতকৈও বেয়া কাম," সি ফাঁকি দি কলে।

তাৰ পিছত হঠাতে সি অবস্তৰ চিন্তাৰ মাজত নিজকে এৰি দিলে, আৰু কলে, "আমি মাদ্রিদৰ কথা পাতোঁ দেই। আমি দুয়ো মাদ্রিদত থাকিলে কি কৰিম?"

"বাৰু," তাই কলে, তাৰ পিছত, "ৰবাৰ্টো, মই তোমাৰ প্ৰতি খুব অন্যায় কৰিছোঁ।—তোমাক মই সন্তুষ্ট কৰিব নোৱাৰিলোঁ। মই বৰ দুঃখিত। তোমাক তুষ্ট কৰিবপৰা আন কিবা উপায় নাইনে?"

সি তাইৰ মূৰটো মোহাৰি দিলে আৰু এটা চুমা খালে। তাৰ পিছত তাইৰ খুব কাষ চাপি অলস ভাবে শুই শুই নিশাৰ নিৰ্জনতা কাণ পাতি শুনি থাকিল।

"মোৰ লগত মাদ্রিদৰ কথা পাতিব পাৰা।" সি কলে আৰু চিন্তা কৰিলে, "অতিৰিক্ত শক্তি যদি মোৰ হয় তেন্তে মই কাইলৈৰ বাবে সাঁচিব লাগিব। যিখিনি আছে সেই সকলোবোৰ মোক কাইলৈৰ বাবে আৱশ্যক হব। কাইলৈ পাইন গছৰ কাঁইট এটাও মোৰ বাবে যিমান আৱশ্যক হব আজি তাৰ সিমান আৱশ্যক নাই। পৃথিবীৰ ওপৰত কোনে বীজ সিঁচিলে বুলি বাইবেলত লিখিছে? অ'নান! অ'নানে কেনেকৈ বাৰু সিঁচিলে?" সি ভাবিলে অ'নানৰ বিষয়ে শুনা কথা আৰু মোৰ মনত নপৰে। আন্ধাৰতে সি এবাৰ হাঁহিলে।

তাৰ পিছত সি ভাৱপ্ৰৱণতাৰ মাজত পুনৰ সোমাই পৰিল। অবান্তৰতাৰ হাতত আত্মসমৰ্পণৰ এটা পৈশিক উল্লাস সি অনুভৱ কৰিছিল—যেন কেৱল নিশাৰ আন্ধাৰত গ্ৰহণ কৰিব পৰা যৌনলিপ্সাৰ এটা সামগ্ৰী—কেৱল গ্ৰহণ কৰাৰ আনন্দ।

"সোণজনী," সি তাইক এটা চুমা যাচি কলে, "শুনা। কালি ৰাতি মই মাদ্রিদৰ কথা ভাবিছিলোঁ। মাদ্রিদ পাই মই ৰাচিয়ান বিলাকক দেখা কৰিবলৈ সিহঁতৰ হোটেললৈ যাওঁতে তোমাক কেনেকৈ হোটেলত এৰি থৈ যাম তাকে চিন্তা কৰিছিলোঁ, কিন্তু সেইটো নহব—তোমাক মই কোনো হোটেলতে এৰি থৈ নাযাওঁ।"

"কেলেই নোযোৱা?"

"কাৰণ মই তোমাৰ আলপৈচান ধৰিম। তোমাক মই কেতিয়াও দূৰৈত নাৰাখোঁ। কাগজ-পত্ৰ সংগ্ৰহ কৰিবলৈ চেগুৰিদাদলৈ যাওঁতে



তোমাকো লৈ যাম। তাৰ পিছত তোমাৰ লগত গৈ আৱশ্যকীয় সকলো-খিনি কাপোৰ-কানি কিনিম।"

"মোৰ কিনিব লগীয়া কাপোৰ খুব কম। মই নিজেই কিনিব পাৰোঁ।"

"নহয়, বহুত কিনিবলৈ আছে। আমি দুয়ো একেলগে গৈ ভাল ভাল বস্ত্ৰ কিনিম। তুমি সেইবোৰ পিন্ধি ধুনীয়া জনী হৈ পৰিবা।"

"মোৰ মতে হলে আমি দুয়ো হোটেলৰ ৰুমতে থাকি কাপোৰ-কানিৰ অৰ্ডাৰ দি, অনালেই ভাল হব। হোটেলটো কোন্‌খিনিত বাৰু?"

"প্লাজা-ডেল-কালাও ত। সেই হোটেলৰ ৰুমত আমি ইচ্ছামতে থাকিব পাৰিম। তাত এখন বহল বিচনা আছে—নিকা বগা চাদৰ পৰা। গাধোৱা টবত গৰম পানী পাবা। ৰুমত দুটা বস্ত্ৰ ৰাখিব পৰা আলমাৰিও আছে। এটাত মই মোৰ বস্ত্ৰবোৰ ৰাখিম; তুমি আনটো লবা। ৰুমটোত ওখ আৰু বহল বহল খিৰিকী লগোৱা আছে—তাৰ পৰা বাহিৰৰ ৰাস্তাৰ কাষত থকা নিজৰাটো দেখা যায়। আইনে অনুমোদন নকৰা কিছুমান খোৱা বস্তুৰ সন্ধেদও মই জানো—তাত ভাল বস্ত্ৰ পোৱা যায়। হুইস্কি আৰু অন্যান্য ভাল ভাল মদ থকা দোকানৰ খবৰও মই জানো। ভোক লাগিলে খাব পৰাকৈ সকলো বস্ত্ৰ আমি ৰুমৰ ভিতৰত ৰাখিম। ইচ্ছা হলে মদ খাবৰ বাবে হুইস্কিও থব লাগিব আৰু তোমাৰ বাবে মই "মেন্‌জেনিলা" কিনি দিম।"

"হুইস্কি খাবৰহে মন আছে।"

"কিন্তু হুইস্কি পোৱা টান আৰু তুমি যদি মেন্‌জেনিলা খাবলৈ বেয়া নোপোৱা।"

"নেলাগে তোমাৰ হুইস্কি, ৰবাৰ্টো," তাই কলে, "তোমাক যে মই খুব ভাল পাওঁ। তুমি আৰু তোমাৰ নোপোৱা হুইস্কি। তুমি এটা গাহৰি।"

"নহয়, তুমি খাব লাগিব। কিন্তু হুইস্কি তিৰোতাৰ পক্ষে ভাল নহয়।"

"আৰু তিৰোতাৰ পক্ষে যি বিলাক বস্ত্ৰ উপকাৰী, সেইবোৰহে মই আজিলৈকে খাই আছোঁ", তাই কলে, "বাৰু, তাত বিচনাত শোওঁতে মোৰ বিয়াৰ পোছাকটো পিন্ধি শুব লাগিবনেকি?"

"নেলাগে। তোমাক মই বিভিন্ন ধৰণৰ পায়জামা আৰু ৰাতি পিন্ধা সাজ কিনি দিম—অৱশ্যে তুমি যদি ভাল পোৱা।"

"মই সাতোটা বিয়াৰ সাজ কিনিম", তাই কলে, "যাতে সপ্তাহ টোত

দিনে এটাকৈ পিন্ধিব পাৰোঁ। আৰু তোমাৰ বাবেও এটা পৰিষ্কাৰ বিয়াৰ সাজ কিনি দিম। তোমাৰ কাপোৰ-কানিবোৰ কেতিয়াবা ধোৱানে?"

"কেতিয়াবা ধোওঁ।"

"মই সকলো বস্তু নিকাকৈ ৰাখিম। সৰ্দোৰ আড্ডাত দিয়াৰ দৰে তোমাক হুইস্কি ঢালি পানীও মিহলাই দিম। তুমি মদৰ সৈতে খাবৰ কাৰণে জলকাই, হেজেল-বাদাম আৰু নিমখ-সনা কড্ মাছ গোটাব লাগিব। আমি এমাহ হোটেলৰ ৰুমটোৰ ভিতৰতে থাকিম আৰু কেতিয়াও এৰি নেযাওঁ। মই যদি তোমাক সন্তুষ্ট কৰিব পাৰিলোঁহেঁতেন", হঠাতে তাই খুব দুখ মনেৰে কলে।

"সেইটো একো কথা নহয়," ৰবাৰ্ট জৰ্ডানে তাইক কলে, "সঁচাকৈয়ে সেইটো ভাবিব লগীয়া বিষয় নহয়। বোধহয় সেইসময়ত তুমি কেনেবাকৈ দুখ পালা আৰু অকনমান ঘা লাগিল। সেই ঘাৰ পৰাই এতিয়া বিষ হৈছে। এনেকুৱা হোৱাটো সম্ভৱপৰ। সময়ৰ লগে লগে ভাল হৈ যাব। আৰু যদি সঁচাকৈয়ে ঘা হৈছে তেন্তে মাদ্ৰিদত ভাল ডাক্তৰ আছে।"

"কিন্তু আগতে যে সকলো ভালেই আছিল," তাই অনুনয়ৰ সুৰত কলে।

"পুনৰ যে সকলো ঠিক হৈ পৰিব তাৰে সেইটো চিন।"

"তেন্তে আমি পুনৰ মাদ্ৰিদৰ কথা পাতোঁহঁক", তাই ভৰি দুটাৰে তাৰ ভৰি দুটা মেৰিয়াই ধৰিলে আৰু মূৰটো তাৰ কান্ধত মোহাৰি দিলে, "মই বাৰু এই চুটি চুটিকৈ কটা চুলিৰে সৈতে দেখিবলৈ আভজা নহমনে? তুমি মোক লৈ লাজ নাপাবানে?"

"নাপাওঁ। তুমি দেখিবলৈ শুৱনী। তোমাৰ মুখখন ধুনীয়া—ল'নি দেহা— দীঘল আৰু কৃশাঙ্গী। তোমাৰ ছালবোৰ মিহি। গাৰ বৰণ পোৰা সোণৰ দৰে। মানুহে দেখিলে মোৰ ওচৰৰ পৰা তোমাক পলুৱাই নিবৰহে চেষ্টা কৰিব।"

"থোৱাঁ থোৱাঁ, তোমাৰ পৰা মোক নিব পাৰিব!" তাই কলে, "নমৰালৈকে মোক আৰু আন মানুহে স্পৰ্শও কৰিব নোৱাৰে। মোক পলুৱাই নিয়ে? চাম্ বাৰু।"

"চাবা বাৰু। বহুতে নিবৰ চেষ্টা কৰিব।"

"মই যে তোমাকহে ভাল পাওঁ এই কথা সিহঁতৰ চকুত পৰিব।



সিহঁতে গম পাব যে মোৰ গাত হাত দিয়া মানে তপত লোৰ পাত্ৰত [illegible] দিয়াৰ নিচিনা হ'ব। কিন্তু তুমি? তোমাৰ জোৰৰ ধুনীয়া ছোৱালী [illegible] পৰিলে একা? মোক লৈ তেতিয়া লাজ নোপোৱাতো?"

"কেতিয়াও নেপাওঁ। আৰু তোমাক মই বিয়া কৰাম।"

"তোমাৰ ইচ্ছা," তাই কলে, "কিন্তু আমি এতিয়া গিৰ্জা আদি নামানো [illegible]তিয়া বিয়াৰ কিবা প্ৰয়োজন আছে বুলি মই নাভাবোঁ।"

"মই বিয়াখন হোৱাটো ইচ্ছা কৰোঁ।"

"তোমাৰ ইচ্ছাৰ কথা সেইটো। কিন্তু শুনা। গিৰ্জা থকা কোনোবা [illegible]লৈ গলে আমি বোধহয় গিৰ্জাতে বিয়াখন পাতিব পাৰিম।"

"মোৰ দেশত গিৰ্জা এতিয়াও আছে," সি তাইক কলে, "গিৰ্জাত বিয়া [illegible]টো তুমি ভাল বুলি বিবেচনা কৰিলে, তাতে পাতিম। মই বিয়া কৰোৱাই [illegible]। সেইবাবে অসুবিধা বেচি নহ'ব।"

"তুমি অবিবাহিত বুলি জানি মই বৰ সুখী হৈছোঁ," তাই কলে, "আৰু [illegible] যে বিবাহ-সম্পৰ্কীয় সকলো কথা জানা আৰু সেইবোৰ মোক কৈছা তাৰ [illegible] মই বৰ আনন্দ পাইছোঁ। তাৰ মানে তুমি বহুতো তিৰোতাৰ সংস্পৰ্শলৈ [illegible]হিছা। পিলাৰে কৈছিল যে এনে মানুহহে স্বামী হ'বৰ যোগ্য লোক। কিন্তু [illegible] পিছত তুমি আন তিৰোতাৰ লগত পলাই নোযোৱা তো? তুমি [illegible]নেকৈ গলে মই মৰিম।"

"মই বেচি তিৰোতাৰ সংস্পৰ্শলৈ অহা নাই," সি এইবাৰ সঁচা কথা কলে, "তোমাক লগ নোপোৱালৈকে মই ভবাই নাছিলোঁ। যে মই কাৰোবাক এনেদৰে [illegible] পাব পাৰিম।"

তাই তাৰ গালত আঙুলিৰে টুকুৰিয়াই দিলে আৰু হাত দুখনেৰে তাৰ [illegible]টো চেপি ধৰিলে, "তোমাৰ নিশ্চয় বহুত তিৰোতাৰ লগত চিনাকি আছে।"

"সিহঁতৰ কাৰো প্ৰেমত পৰা নাই।"

"শুনা। পিলাৰে মোক কথা এটা কৈছিল···।"

"কোৱাঁ।"

"নেলাগে। নোকোৱাই ভাল। মাদ্ৰিদৰ কথাকে আকৌ পাতোঁহঁক।"

"তুমি কি কব খুজিছিলা?"

"মই কব নোখোঁজো।"

"যদি দৰকাৰী কথা তেন্তে কৈ পেলোৱাই ভাল।"

"দৰকাৰী বুলি তুমি ভাবা নেকি ?"

"এৰা।"

"কথাটো নজনাকৈয়ে তুমি দৰকাৰী বুলি কেনেকৈ জানিলা ?"

"তোমাৰ আচৰণৰ পৰা।"

"তেন্তে তোমাৰ পৰা লুকুৱাওঁ। পিলাৰে কৈছিল যে কাইলৈ আমাৰ সকলোৰে মৃত্যু হব। এই কথা পিলাৰেও জানে আৰু তুমিও ভালকৈ জানা। তুমি হেনো এই কথাৰ ওপৰত মুঠেই গুৰুত্ব দিয়া নাই। তেওঁ অৱশ্যে তোমাক সমালোচনা কৰা নাই—তোমাক তাৰ বাবে শলাগিছেহে।"

"পিলাৰে তেনেকৈ কৈছেনে ?" সি কলে। পাগল, কুকুৰৰ পোৱালী—সি ভাবিলে। সি কলে, "এইবোৰ কথা তাইৰ অযৰী মগজুৰ আৱিষ্কাৰ। বজাৰৰ পোহাৰী আৰু চাহৰ দোকানত সোমাই ফট্ ফটাই থকা কাপুৰুষবোৰেহে এনে কথা কয়। এইবোৰ নিজে উলিওৱা নিলাজ কথা," তাৰ কাষলতিৰ তলৰ পৰা ঘাম বৈ পৰা সি গম পালে। সি নিজকে নিজে কলে, "কিহেঁ ? ভয় খাইছা নেকি ?" তাৰ পিছত সি ফুটাই কলে, "তাইৰ মুখত গোবৰ আছে, কুসংস্কাৰত বিশ্বাস কৰা তিৰোতা কুকুৰৰ জাত। আমি আকৌ মাদ্ৰিদৰ কথা পাতোঁহঁক আঁহা।"

"তুমি তেন্তে এইবোৰ কথা নাজানা ?"

"নেজানো তো ! এই বাজে কথাবোৰ নকৰা," সি অলপ টানকৈ কলে। কওঁতে মুখৰ পৰা বেয়া কথাও ওলাল।

কিন্তু এইবাৰ মাদ্ৰিদৰ কথা পাতোঁতে আগৰ সেই ভুৱা দিয়াৰ প্ৰচেষ্টা নাছিল। এইবাৰ সি মাত্ৰ ছোৱালীজনীৰ কাষত শুই আছিল—যুঁজৰ আগৰ নিশাটো পাৰ কৰিবৰ বাবে। এই কথাটো সি ভালকৈ বুজি পাইছিল আৰু উপলব্ধি কৰি তাৰ ভালেই লাগিছিল। আগতে অনুভৱ কৰা বিলাসিতাৰ আৰাম এতিয়া আৰু নাই। কিন্তু সি এই অনুভূতি পুনৰ আনিবৰ চেষ্টা কৰিলে।

"তোমাৰ চুলি সম্পৰ্কে মই চিন্তা কৰি চাইছোঁ," সি কলে "সেই সম্পৰ্কে কি কৰিব পৰা যায় তাকো চিন্তা কৰিছোঁ। এতিয়া তোমাৰ গোটেইটো মূৰতে চুলি গজিছে আৰু প্ৰায় জন্তুৰ নোমৰ সমান দীঘল হৈছে। এতিয়া সেইবোৰ চুলি খুব আৰাম লাগে। মই চুলিবোৰ ছুই খুব ভাল পাওঁ। দেখিবলৈও ধুনীয়া—যেনে পথাৰৰ শস্য বতাহত লৰচৰ কৰাৰ দৰে তোমাৰ চুলিতো ঢৌ খেলে। তোমাৰ চুলিত হাত ফুৰালেই মোৰ এনে লাগে।"



"তোমাৰ হাতখনেৰে মোৰ চুলিবোৰ মোহাৰি দিয়া।"

সি মূৰটো মোহাৰি দিলে কিন্তু হাতখন আঁতৰাই নানিলে। কথা কৈ থাকোঁতে তাৰ ডিঙিটো উখহা যেন লাগিল, "মই ভাবিছিলোঁ যে মাদ্ৰিদত আমি দুয়ো নাপিতৰ তালৈ গৈ তোমাৰ চুলিকোচা পুৰুষৰ দৰে দুয়োকাষে আৰু পাছফালে অলপ অলপ কটাই দিম। দীঘল হয় মানে তেনেকৈ নগৰত ভাল দেখাব।"

"তেতিয়া মই দেখিবলৈ তোমাৰ নিচিনা হম," তাই কলে আৰু তাক টানকৈ সাৱটি ধৰিলে, "তাৰ পিছত মই পুনৰ দীঘল হোৱাটো ইচ্ছা নকৰোঁ।"

"নহয়, সময়ৰ লগে লগে ই দীঘল হৈ পৰিব। তেনেকৈ কাটিলে দীঘল হওঁতে ধুনীয়াকৈ হব আৰু তুমিও যত্ন লবলৈ ভাল পাবা। দীঘল হবলৈ কিমান দিন লাগিব ?"

"খুব দীঘল নেকি ?"

"নহয়, তোমাৰ কান্ধত পৰাকৈ। কান্ধত পৰাকৈ দীঘল হলেহে মই ভাল পাওঁ।"

"চিনেমাৰ গাৰ্বোৰ দৰে নেকি ?"

"হয়," সি খুব গধুৰভাৱে কলে।

ভুৱা কথাৰে তাইৰ ওপৰত বিশ্বাস জন্মোৱা এটা ইচ্ছাই এতিয়া তাৰ মনটো হেঁচি ধৰিছে আৰু সিও এই ইচ্ছাৰ সমুখত নিজকে এৰি দিছে। সি পুনৰ কবলৈ ধৰিলে, "মূৰৰ পৰা চুলিবোৰ কান্ধলৈকে ওলমি থাকিব, আগবোৰ সাগৰৰ ঢৌৰ দৰে ঘোঁৰ খোৱা হব। চুলিৰ বৰণ হব পকা ঘেঁহুৰ দৰে। তোমাৰ মুখত পোৱা সোণৰ জেউতি; এই ছাল আৰু চুলিৰে সৈতে তোমাৰ চকু দুটা সোণৰ বৰণৰ হব, তাৰ চাৰিওফালে থাকিব ক'লা ৰঙৰ পটভূমি। তোমাৰ মূৰটো মই দুহাতেৰে ধৰি সেই চকু দুটালৈ চাই থাকিম—তোমাক আৰু টানকৈ সাৱটি ধৰিম।"

"কত ?"

"যি কোনো ঠাইতে। য'তে আমি থাকোঁ। তোমাৰ চুলিবোৰ গজিবলৈ কিমান দিন লাগিব ?"

"মই কব নোৱাৰোঁ, কাৰণ আগতে কেতিয়াও চুলি কটা নাছিলোঁ। কিন্তু মই ভাবোঁ, ছমাহৰ পিছত কাণৰ তললৈকে আৰু এবছৰৰ ভিতৰত

তুমি ইচ্ছা কৰাৰ দৰে কাৰুৰ ওপৰ পাবহি। কিন্তু প্ৰথম অৱস্থাত কি হব জানানে?"

"কোৱাঁ।"

"আমাৰ সেই বিখ্যাত হোটেলৰ বিখ্যাত ৰুমটোৰ বিৰাট নিকা বিচনা-খনত দুয়ো শুম আৰু বহিম। তাৰ পৰা একোণত থকা আয়নাখনত আমাকে চাম। আয়নাত আমাৰ দুয়োৰে প্ৰতিবিম্ব ওলাব। মই তেতিয়া তোমাৰ ফালে এনেকৈ ঘূৰি লৈ—হাত দুখনেৰে তোমাক সাৱটি ধৰিম। তোমাক এনেকৈ এটা চুমা খাম।"

তাৰ পিছত দুয়ো ওচৰা-ওচৰিকৈ ৰাতিৰ আন্ধাৰত নীৰৱে পৰি থাকিল। সি তাইক সাৱটি ধৰিছিল। দেহৰ সান্নিধ্যৰ হেতু দুয়ো গাত উষ্ণতাৰ এটা বেদনা অনুভৱ কৰিছিল। লৰচৰ নকৰাকৈ গাত-গা লগাই দুয়োটা শুই আছিল। কোনোদিনেই বাস্তৱত পৰিণত নহব বুলি জানিও ৰবাৰ্ট জৰ্ডানে সেই কথাবোৰ পুনৰাবৃত্তি কৰিছিল আৰু আঁত নেহেৰুৱাবলৈ সি ইচ্ছা কৰিয়েই পুনৰ আৰম্ভ কৰিলে, "সোণটি, আমি সদায় সেই হোটেলত নাথাকোঁ।"

"কিয়?"

"মাদ্রিদৰ পাৰ্কিউ অৰ্ দি বুৰেন ৰিটিৰ" ৰাস্তাৰ কাষত আমি এটা ঘৰ পাব পাৰোঁ। আন্দোলনৰ আগতে এগৰাকী মহিলাই এই ঘৰটোত পাব পাৰোঁ। আন্দোলনৰ আগতে এগৰাকী মহিলাই এই ঘৰটোত বিচনা-পাতি আদি আহিলা গোটাই ঘৰটো ভাড়ালৈ দিছিল। মহিলা গৰাকীক মই চিনি পাওঁ। ঘৰটো লোৱাৰ উপায় মই জানো। আন্দোলনৰ পূৰ্বে কেৱল ভাড়াৰ পৰিবৰ্তে ই এনে ঘৰ পোৱা গৈছিল। পাৰ্কৰ ফালে মূ-কৰা ঘৰও তাত আছে। খিৰিকীৰ পৰাই পাৰ্কৰ সকলো দেখা যায়—পাৰ্কৰ লোৰ বেৰ, বাগান, ফুৰিবৰ বাবে সৰু সৰু শিল দিয়া আলিবাট, আৰু তাৰ কাষে কাষে সেউজীয়া ল'ন। দীঘল দীঘল ছাঁ দিয়া গছ আৰু অলেখ নিজৰাও আছে। এতিয়া যে বাদাম গছবোৰত ফুল ফুলিব পায়। মাদ্রিদত আমি পাৰ্কত ফুৰিব পাৰিম আৰু যদি লেকবোৰত পানী হৈছে তেন্তে নাও চলাব পাৰিম।"

"পানী কিয় নেথাকে তাত?"

"যোৱা নৱেম্বৰত পানীবোৰ উলিয়াই পেলোৱা হ'ল, কাৰণ বোমা পেলাবলৈ অহা প্লেনবোৰৰ কাৰণে এই লেকবোৰ এটা ভাল চিহ্ন হৈ পৰিছিল। কিন্তু মই ভাবোঁ এতিয়ামানে চাগে সেইবোৰ পানীৰে পুনৰ পূৰাব পায়। অৱশ্যে মই



সঠিক নহয়। পানী যদি নেথাকেও তেন্তে আমি পাৰ্কৰ মাজে মাজে খোজ কাঢ়ি লেকৰ পৰা বহুত দূৰলৈকে যাব পাৰোঁ। পাৰ্কৰ একাষে এখন অৰণ্যৰ দৰে ঠাই আছে। পৃথিৱীৰ সকলো ঠাইৰ পৰা গছবোৰ আনি তাত ৰোৱা হৈছে। গছৰ গাত নামবোৰ লিখা আছে। তাৰপৰা গছৰ নাম আৰু দেশৰ নাম জানিব পাৰি।"

"মই কিন্তু সকলোতকৈ আগতে চিনেমা চাবলৈহে যাম।" মেৰিয়াই কলে, "কিন্তু গছবোৰৰ কথা শুনি বৰ ভাল লাগিছে। যদি মনত ৰাখিব পাৰোঁ তেন্তে তোমাৰ পৰা মই সেই নামবোৰ শিকি লম।"

"সেইবোৰ মিউজিয়ামৰ দৰে নহয়," ৰবাৰ্ট জৰ্ডানে কলে, "সেইবোৰ আপোনা আপুনি গজে। পাৰ্কৰ ভিতৰত পাহাৰ আছে আৰু পাৰ্কৰ একাংশ হাবিৰ দৰে। তাৰ তলতে কিছুমান কিতাপৰ দোকান আছে। খোজ কঢ়া ৰাস্তাৰ দাঁতিয়ে দাঁতিয়ে শ-শ কিতাপৰ দোকান আছে। পুৰণা কিতাপও আছে। আন্দোলনৰ পিছৰ পৰা কিতাপৰ সংখ্যা বেচি হ'ল। বোমা পেলোৱাৰ সময়ত ঘৰবোৰ লুটপাট কৰি মানুহে এই কিতাপবোৰ আনিলে; কিছুমান কিতাপ ফেচিষ্টবোৰৰ ঘৰৰ পৰা অনা; যিবোৰ মানুহে চুৰি কৰিছিল সেই বোৰেই দোকানবোৰলৈ আনিলে। কিতাপৰ দোকানত মই প্ৰায়েই গোটেই দিনটো কটাব পাৰো। আন্দোলনৰ পূৰ্বে মই এনেকুৱাকৈ কটাইছিলোঁ। মাদ্রিদত সময় পালে পুনৰ তেনে কৰিবৰ মন আছে।"

"তুমি কিতাপৰ দোকানত থকাৰ সময়ত মই ঘৰৰ কামত ব্যস্ত হৈ থাকিম," মেৰিয়াই কলে, "চাকৰ এটা ৰাখিবলৈ টকা হবগৈনে?"

"কিয় নহব? তুমি যদি পচন্দ কৰা তেন্তে হোটেলত থকা সেই পেট্ৰাকে ৰাখিব পৰা হব। তাই ৰান্ধনী হিচাপে ভাল আৰু বেচ চাফ্-চিকুণ। ৰাতৰি-কাকতৰ মানুহৰ সৈতে মই তাই ৰন্ধা আহাৰ খাইছোঁ। তাৰ ৰুমবোৰত ইলেক্‌ট্ৰিক ষ্টোভ্ আছে।"

"যদি তুমি তাইক ৰাখিব খোজা তেন্তে ৰাখিবা," মেৰিয়াই কলে, "নহলে মই আন কাৰোবাক বিচাৰি লম। কিন্তু তুমি কামত বেচি সময় আঁতৰি থাকিবা নেকি? এনেবোৰ কামত তোমাৰ লগত মোক যাবলৈ ক'ত দিব চাগৈ?"

"মই বোধহয় মাদ্রিদত কাম এটা যোগাৰ কৰিব পাৰিম। বৰ্তমানৰ

কামটো মই বহুত দিন কৰিছোঁ। আৰু আন্দোলনৰ আৰম্ভণিৰ পৰা মই যুদ্ধত আছোঁ। সিহঁতে এতিয়া মোক মাদ্রিদত কাম এটা দিব পাৰে। মই কেতিয়াও অৱশ্যে খোজা নাই। মই সদায়েই একেবাৰে যুদ্ধক্ষেত্ৰত নাইবা এইবোৰ কামকে কৰি আছোঁ।"

"জানানে তোমাক লগ পোৱাৰ আগলৈকে মই একো বস্তুৰ বাবে হেপাহ কৰা নাছিলোঁ—নতুবা খোজাও নাছিলোঁ। অথবা আন্দোলন আৰু যুদ্ধ জয়ৰ কথাৰ বাহিৰে অন্য কথা চিন্তাও কৰা নাছিলোঁ। সঁচাকৈয়ে মোৰ আশা-আকাঙ্ক্ষা বোৰ নিভাঁজ আৰু সামান্য আছিল। বহুতো কাম কৰিলোঁ আৰু এতিয়া তোমাক ভাল পাইছোঁ, আৰু" সি তাৰ পিছত অবান্তৰতা আৰু ভুৱাবে পৰিপূৰ্ণ কথাবোৰ কবলৈ আৰম্ভ কৰিলে, "আমি এটা উদ্দেশ্যৰ বাবে যুদ্ধ কৰিছোঁ, সেই উদ্দেশ্য মোৰ যেনে প্ৰিয়, তুমিও মোৰ তেনে প্ৰিয়; স্বাধীনতা, সন্মান, কাম কৰাৰ মানবীয় অধিকাৰ আৰু ক্ষুধা-মুক্ত মানৱ যেনেকৈ মোৰ প্ৰিয়, তুমিও মোৰ তেনে প্ৰিয়। মাদ্রিদক মই যেনেকৈ ভাল পাওঁ, তোমাকো তেনেকৈ ভাল পাওঁ। এই মাদ্রিদক আমি যুদ্ধ কৰি ৰক্ষা কৰিলোঁ। মোৰ মৃত কমৰেডসকলক মই যেনে ভাল পাওঁ তোমাকো তেনে ভাল পাওঁ। বহুতো কমৰেড্ মৰিল—বহুত অলেখ! কিমানৰ যে মৃত্যু হল তুমি অনুমান কৰিব নোৱাৰা। পৃথিবীৰ ভিতৰত আটাইতকৈ ভাল পোৱা বস্তুৰ দৰে তোমাক মই ভাল পাওঁ—আৰু বেচি ভাল পাওঁ। তোমাক খুব ভাল পাওঁ, মইনা! মুখেৰে যিখিনি কওঁ তাতকৈ বহুত বেচি। তোমাক কথা এটা কবৰ বাবেহে এইবোৰ কলোঁ। কোনোদিনে মোৰ পত্নী নাছিল। তোমাৰ মাজত এগৰাকী পত্নী পাইছোঁ। মই বৰ সুখী।"

"মোৰ শক্তি অনুসৰি এগৰাকী ভাল পত্নী হবৰ চেষ্টা কৰিম," মেৰিয়াই কলে, "মোৰ অভিজ্ঞতা বেচি নাই কিন্তু সেইখিনি ক্ষতিপূৰণ কৰিবলৈ মই চেষ্টা কৰিম। যদি আমি মাদ্রিদত থাকোঁ—ভালৰে কথা। যদি আন ঠাইত থাকিবলগীয়া হয় তেন্তেও কোনো কথা নাই। আমি যদি কোনো ঠাইতে থাকিবলৈ নেপাওঁ কিন্তু তোমাৰ লগত মই থাকিব পাৰোঁ তেন্তে আৰু ভাল হব। তোমাৰ দেশলৈ যাব পাৰিলে, তাৰ মানুহে কোৱা দৰে মইও ইংৰাজী কবলৈ শিকিম। সিহঁতৰ আচাৰ-ব্যৱহাৰবোৰ মই শিকিম আৰু সিহঁতে যেনেকৈ কৰে মইও কৰিম।"



"তুমি বহুবাৰ দৰে হবা।"

"হব পাৰোঁ। মই ভুল কৰিলে কিন্তু তুমি দেখুৱাই দিবা। মই দুবাৰ ভুল কেতিয়াও নকৰোঁ—অৱশ্যে দুবাৰ ভুল হব পাৰে। বাহিৰত থাকোঁতে যদি তুমি অকলে থাকাঁ তেন্তে আমাৰ খোৱাখিনি ময়েই ৰান্ধিব পাৰোঁ। যদি পত্নীসকলক ঘৰ চলোৱা শিক্ষা দিয়া স্কুল আছে তেন্তে মই তাত পঢ়ি শিকিব পাৰিম।"

"স্কুল তাত আছে কিন্তু তোমাৰ শিকাৰ আৱশ্যক নহব।"

"পিলাৰে মোক কৈছিল যে তোমাৰ দেশত এনে স্কুল আছে। তাই হেনো কোনোবা এখন আলোচনীত পঢ়িছিল। আৰু তাই কৈছিল যে মই হেনো ইংৰাজী কবলৈ ভালকৈ শিকিব লাগিব যাতে মোৰ পৰা তুমি লাজ নোপোৱা।"

"তাই এইবোৰ কথা কেতিয়া কলে?"

"আজি বস্তু-বাহানি সামৰিবৰ সময়ত। তোমাৰ পত্নী হবলৈ কি কি কৰিব লাগিব তাকে তাই মোক বাৰে বাৰে কৈছিল।"

বোধহয় তাইও মাদ্রিদলৈ যাব, ৰবাৰ্ট জৰ্ডানে ভাবিলে। তাৰ পিছত ফুটাই কলে, "তাই আৰু কি কলে?"

"তাই কৈছিল যে মই মোৰ শৰীৰটোৰ যত্ন লব লাগিব। আৰু বুল-ফাইটাৰৰ দৰে দেহৰ সৌন্দৰ্যও অটুট ৰাখিব লাগিব। তাই আৰু কৈছিল যে এইটো খুব আৱশ্যকীয় কথা।"

"হয়," ৰবাৰ্ট জৰ্ডানে কলে, "কিন্তু কেইবা বছৰলৈকে তুমি তাৰ বাবে চিন্তা কৰাৰ আৱশ্যক নাই।"

"নহয়; তাই কৈছিল যে তিৰোতা জাতিয়ে সদায় দেহৰ যত্ন লব লাগে কিয়নো যি কোনো সময়তে আমাৰ পৰিবৰ্তন হব পাৰে। তাই মোক কৈছিল যে তাইও এসময়ত মোৰ দৰে খীণ আছিল কিন্তু সেই কালত তিৰোতাই ব্যায়াম নকৰিছিল। মই কি কি ব্যায়াম কৰিব লাগিব তাই কৈছিল। আৰু মই হেনো বেচিকৈ খোৱা বেয়া। কি কি খাব নেলাগে তাৰো এটা হিচাপ দিছিল। মই পিছে পাহৰিলোঁ; তাইক আকৌ সুধি লব লাগিব।"

"আলু," সি কলে।

"হয়," তাই কবলৈ ধৰিলে, "আলু আৰু ভজা বস্তু বেয়া। আৰু মোৰ ঘাৰ

কথা কওঁতে তাই তোমাক কবলৈ হাঁক দিছিল। তাই কৈছিল যে মই হেনো
বিষ সহ্য কৰিব লাগিব আৰু এই কথা তোমাক জনাব নেলাগে। পিছে তোমাক
মই ফাঁকি দিব নোখোজোঁ। কাৰণে সকলো কথা কৈ দিলোঁ। মোৰ ভয়ো
লাগে হয়তো তুমি দুখ আৰু আনন্দৰ ভাগ আমি সমানে নলওঁ বুলি ভাবিব পাৰা।
তাৰোপৰি সেই যে পাহাৰৰপৰা নামি অহাৰ পিছত উপত্যকাত ৰাতি কটাওঁতে
যিবোৰ কৰিছিলোঁ আজি সেইবোৰ নহল নহয়!”

“মোক কৈ তুমি ভাল কৰিছা।”

“সঁচাকৈয়ে নে? মই খুব লাজ পাইছোঁ; তুমি যিহকে কৰিবলৈ কোৱা মই
তাকে কৰিম, তোমাৰ হকে। নিজৰ স্বামীৰ বাবে কি কৰিব লাগে পিলাৰে
সকলো কৈছে।”

“একো কৰাৰ সকাম নাই। যিখিনি আমাৰ আছে সেয়েই দুয়োৰে হব।
তাকেই আমি খুব সাৱধানে ৰাখিম। তোমাক মই ভাল পাওঁ, তোমাৰ কাষত
এনেকৈ শুই থাকি ভাল পাওঁ; তোমাক চুই মোৰ ভাল লাগে; তুমি যে
সঁচাকৈয়ে আছা ভাবি খুব ভাল লাগে। তোমাৰ যেতিয়া ভাল হব তেতিয়া
আমাৰ সকলো সম্পূর্ণ হব।”

“মই যত্ন লব পৰা তোমাৰ কোনো কাম নাইনে? তাই মোক এইবোৰ
কৰিবলৈ বুজাইছিল।”

“নাই। আমাৰ কাম যুটীয়াভাৱে হব। তোমাৰ বাহিৰে আন একো
আৱশ্যক নাই।”

“কথাটো মোৰ ভাল যেন লাগিছে। কিন্তু জানিবা তুমি যিহকে কৰিবলৈ
কোৱা মই সদায় তাকে কৰিম। কিন্তু তুমি মোক দেখুৱাই দিব লাগিব; কাৰণ
মই বিশেষ একো নেজানো। তাই মোক যিবোৰ কথা কলে তাৰ সৰহখিনিকে
মই ভালদৰে বুজি নেপালোঁ। সুধিবলৈও লাজ লাগিল। তাই যে বহুত কথা
জানে—বহুত জ্ঞান আছে।”

“সোণজনী,” সি কলে, “তুমি সঁচাকৈয়ে অপূর্ব।”

“থোঁৱা,” তাই কলে, “আড্ডা সলনি কৰা, বস্তু বাহানি সামৰা, আৰু এখন
যুঁজৰ লগতে আন এখন যুঁজলৈ প্রস্তুত হোৱা দিন এটাৰ ভিতৰত পত্নীৰ
সকলো কথা শিকাটো বৰ টান কথা। মই যদি কিবা ডাঙৰ ভুল কৰোঁ তেন্তে
তুমি মোক দেখুৱাই দিব লাগিব। কাৰণ তোমাক মই ভাল পাওঁ। ভুলেগুচ্ছই



কথাবোৰ মনত ৰখা হয়তো সম্ভৱপৰ হব। তাই কোৱা বহুত কথা খুব
জটিল।”

“তাই আৰু কি কলে?”

“ইমানবোৰ কথা মই এতিয়া মনত পেলাব নোৱাৰোঁ। মোৰ ওপৰত কি
অত্যাচাৰ কৰিলে সেইকথা তোমাক কবলৈ কৈছিল—যদিহে সেই কথা আকৌ
কেতিয়াবা মোৰ মনত পৰে। কাৰণ তুমি ভাল মানুহ আৰু কথাবোৰ ইতিমধ্যে
গম পালা। কিন্তু আগৰ দৰে মনত অনুশোচনা নহলে মই হেনো এই কথাষাৰ
কব নেলাগে আৰু তোমাক কলে হেনো মই এই অনুশোচনাৰ পৰা অব্যাহতি
পাম।”

“এতিয়াও তোমাৰ মনত কথাষাৰ লাগি আছে নেকি?”

“নাই। প্রথমে তোমাক লগ পোৱাৰ পিছৰপৰা এতিয়া সেই ঘটনা হোৱাই
নাই যেন লাগে। কিন্তু মোৰ আই-বোপাইৰ বাবে এতিয়াও বেজাৰ লাগে।
সেই বেজাৰ সদায় থাকিব। মই যদি তোমাৰ পত্নী হব লাগে তেন্তে তোমাৰ
নিজৰ গৌৰৱৰ সন্মান অটুট ৰাখিবৰ বাবেই এই কথা তুমি জনা উচিত। মই
কেতিয়াও কাৰো ওচৰত আত্মসন্মান সমর্পণ কৰা নাই। মই সদায় বাধা দি
আহিছোঁ। মোৰ ওপৰত অত্যাচাৰ কৰিবলৈ সিহঁতৰ দুটা নাইবা দুটাতকৈ
বেচি মানুহ লাগিছিল। এটাই মোৰ মূৰৰ ওপৰত বহি ধৰি থাকে। এইবোৰ
কথা মোৰ গৌৰৱ আছে বাবেহে কৈছোঁ।”

“তোমাৰ ভিতৰতে মোৰ গৌৰৱ লুকাই আছে। আৰু নকবা।”

“নহয়, তোমাৰ খাতিৰতহে কৈছোঁ—এনে গৌৰৱ তোমাৰ পত্নীৰ ক্ষেত্রত
আৱশ্যক। আৰু এটা কথা—মোৰ পিতা আছিল গাওঁখনৰ মেয়ৰ আৰু
এজন সন্মানিত লোক। মা আছিল নিষ্ঠাবান কেথলিক আৰু সন্মানিতা
মহিলা। পিতা ৰিপাব্লিকান আছিল বাবে ৰাজনীতিৰ কাজিয়াত সিহঁতে
পিতা আৰু আই দুয়োকো গুলী কৰি মাৰিলে। মই দুয়োকো গুলী কৰা
দেখিছিলোঁ। আমাৰ গাৱঁৰ কচাইখানাৰ বেৰত থিয় কৰাই পিতাক
গুলী কৰোঁতে তেওঁ কৈছিল, ‘ৰিপাব্লিক দীর্ঘজীৱী হওক’।”

সেই একেখন বেৰতে থিয় হৈ মোৰ মাই কৈছিল, “এই গাঁৱৰ মেয়ৰ
মোৰ স্বামী দীর্ঘজীৱী হওক।” মই ভাবিছিলোঁ সিহঁতে মোকো গুলী কৰি
মাৰিব আৰু ময়ো “ৰিপাব্লিক দীর্ঘজীৱী হওক, আৰু মহিলা পাত্রী দীর্ঘ-

জীৱী হওক" বুলি চিঞৰিম। কিন্তু সিহঁতে মোক নামাৰিলে, তাৰ সলনি এই বেয়া কামবোৰ কৰিলে।"

"শুনা। আমাৰ ছুয়োৰো গাত লগা এটা কথা আছে। তোমাক মই এতিয়া কম। গুলী কৰাৰ পিছত সিহঁতে আমাক অৰ্থাৎ যিবিলাক লগা-ভগা মানুহে গুলী কৰা দেখিছিল সেইবোৰক, গুলী কৰা ঠাইৰ পৰা আতৰাই নিলে। তাৰ পৰা পাহাৰ বগাই নগৰৰ মাজ ঠাইত তুলিলেগৈ। প্ৰায় সকলোৱেই কান্দিছিল। কিছুমানে অৱশ্যে এই ঘটনা দেখাৰ পিছত নিমাত হৈ পৰিছিল, কিয়নো সিহঁতৰ চকু পানী শুকাই গৈছিল। মইও কান্দিব পৰা নাছিলোঁ। বাকী কি ঘটিছে মই লক্ষ্য কৰা নাছিলোঁ, কাৰণ মই কেৱল পিতা আৰু মাক গুলী কৰি মৰাহে চাই আছিলোঁ। মাই কোৱা শুনিছিলোঁ "মোৰ স্বামী এই গাঁৱৰ মেয়ৰ দীৰ্ঘজীৱী হওক"—এই কথাষাৰ মোৰ কাণত মাৰ চীৎকাৰ ৰূপে বাৰে বাৰে বাজি আছিল। সেই চীৎকাৰৰ যেন শেষ নহব। মোৰ মা ৰিপাব্লিকান নাছিল। তেওঁ সেইবাবে "ৰিপাব্লিক দীৰ্ঘজীৱী হওক" বুলি কেতিয়াও নকয়। কিন্তু মাৰ ভৰিৰ ওচৰত তলমূৰে পৰি থকা পিতাৰ কথাহে দীৰ্ঘজীৱী হওক বুলি চিঞৰিছিল।

"তেওঁ যি কলে সেয়েই খুব ডাঙৰকৈ চীৎকাৰৰ সুৰত ওলাইছিল। সিহঁতে তেওঁক গুলী কৰিলে আৰু তেওঁ মাটিত পৰিল। মই আনৰ লগৰ পৰা তেওঁক তুলি ধৰিবলৈ যাব খুজিছিলোঁ। কিন্তু আমাৰ সকলোকে সিহঁতে বান্ধি থৈছিল। অসামৰিক গাৰ্ড বাহিনীয়ে গুলী কৰিছিল। ফেলেঞ্জিচ-বিলাকে আমাক পাহাৰৰ ওপৰেদি আঁতৰাই লৈ যাবৰ সময়তো সিহঁতে আৰু মানুহক গুলী কৰি মাৰিবলৈ তাত ৰৈ আছিল। অসামৰিক গাৰ্ড-বাহিনীৰ মানুহবোৰে ৰাইফলৰ গাত ভেজাঁ দি থিয় হৈ আছিল আৰু মৃতদেহবোৰ বেৰত ওলমি আছিল। বহুতো তিৰোতা আৰু ছোৱালীৰ এটা শাৰীৰ মাজত আমাক হাতত বান্ধি নিছিল। পাহাৰৰ ওপৰেদি সিহঁতে আমাক পশুৰ দৰে খেদি নিছিল। বিভিন্ন ৰাস্তাৰে নি আমাক নগৰৰ মাজ পোৱালেগৈ। তাত চিটী হলৰ সন্মুখত থকা নাপিতৰ দোকানৰ আগত আমাক থিয় কৰালেগৈ।

"তাৰ পিছত ছুটা মানুহে আমালৈ চালে। তাৰে এটাই কলে, "এই জনী মেয়ৰৰ জীয়েক" আনটোৱে কলে, "তাইৰ পৰাই আৰম্ভ কৰা।"



"তাৰ পিছত মোৰ হাত বান্ধি থোৱা ৰছীডাল কাটি দিলে। এটাই আনবোৰক কলে, "শাৰীটো ভালকৈ বান্ধা।" মানুহ ছুটাই মোক হাতত ধৰি নাপিতৰ দোকানলৈ লৈ গ'ল। মোক ধৰি দাড়ি নি চুলি কটা চকী-খনত বহুৱাই ধৰি থাকিল।"

"নাপিতৰ দোকানৰ আয়নাখনত মোৰ মুখখন দেখা পালোঁ। লগতে দেখিলোঁ মোক ধৰি থকা মানুহ কেইটাৰ মুখকেখন; মোৰ ওচৰতে থকা আৰু তিনিটা মানুহৰ মুখ আয়নাত দেখিলোঁ। সিহঁতৰ এটাকো মই চিনি নাপালোঁ কিন্তু আয়নাত সিহঁতৰ আৰু লগতে মোৰ মুখখনো দেখিছিলোঁ। সিহঁতে কেৱল মোকহে দেখিছিল। মই দাঁত তুলিবৰ বাবে চেয়াৰত বহি থকা যেন লাগিছিল আৰু যেন তাত বহুতো চিকিৎসক আছিল আৰু সিহঁত যেন সকলোবোৰ বলিয়া। বেজাৰত মোৰ মুখৰ চেহেৰা পৰিবৰ্তন হৈছিল, আয়নাত সেইবাবে মই নিজৰ মুখখনকে ভালকৈ ধৰিব পৰা নাছিলোঁ। তথাপিও তালৈ চাই নিজৰ মুখ বুলি বুজি পালোঁ। মোৰ ইমান বেজাৰ লাগিছিল যে ভয়-সংশয় নাইবা কোনো অনুভূতিও নাছিল—কেৱল বেজাৰহে অনুভৱ কৰিছিলোঁ।

"সেই সময়ত মই চুলিৰে ছুদলীয়াকৈ বেণী গুথিছিলোঁ। আয়নাত চাই থাকোঁতেই এটা মানুহে বেণী এডাল ধৰি লৈ খুব জোৰেৰে দুখ পোৱাকৈ টান মাৰি দিলে। তাৰ পিছত খুৰ এখন লৈ একেবাৰে মুৰ-চপাই বেণীডাল কাটি পেলালে। মই আনডাল বেণীৰ লগতে কটা বেণীডালৰ গুৰিটো দেখিলোঁ। তাৰ পিছত সি টনাটনি নকৰাকৈ আনডাল বেণীও কাটি পেলালে। খুৰ-খনে মোৰ কাণ এখনতো অলপ কাটিলে। তাৰ পৰা তেজ ওলাই অহা মই দেখা পালোঁ। আঙুলিৰে তুমি ঘা ডোখৰ অনুভৱ কৰা নাইনে?"

"কৰিছোঁ। কিন্তু এইবোৰ কথা নোকোৱাই ভাল হব নেকি?"

"একো নহয়। বেয়া কথাবোৰ নকওঁ বাৰু। মানুহটোৱে খুৰ খনেৰে মোৰ ছুয়োডাল বেণী গুৰিতে কাটি পেলালে। বাকী বোৰ মানুহে দেখি হাঁহিছিল। মই কাণৰ ঘা ডোখৰৰ যন্ত্ৰণা অনুভৱ কৰিব পৰা নাছিলোঁ। ছুটাই মোক ধৰি থাকিল আৰু আনটোৱে সমুখত থিয় হৈ বেণী ছুডালেৰে মোৰ মুখত কোব্‌ মাৰি দিলে। সি কলে, "এনেকৈয়ে আমি কমিউনিষ্ট সন্যাসিনী তৈয়াৰ কৰোঁ। সৰ্বহাৰা ভ্ৰাতৃসকলৰ লগত কেনেকৈ হাত মিলাব লাগে সেই-বিষয়ে ইয়েই তোক এটা শিক্ষা দিব। কমিউনিষ্ট যীশুখৃষ্টৰ বিয়াৰ কন্যা!

"মোৰ বেণী হুডালেৰেই এবাৰ হুবাৰকৈ কেইবাবাৰো সি মোৰ মুখত কোবাই দিলে। তাৰ পিছত হুয়োডাল মোৰ মুখত দি ডিঙিৰ সৈতে গাঁথিদি বান্ধি পেলালে। মোক ধৰি থকা মানুহ কেইটাই তাকে দেখি হাঁহিছিল।

"বাকী চাই থকা মানুহবোৰেও হাঁহিছিল। আয়নাত সিহঁতক ইহাঁ দেখি মই কান্দিবলৈ ধৰিলোঁ। কিন্তু গুলী কৰা সেই দৃশ্যটো দেখাৰ পিছত মোৰ কান্দিবৰ শক্তি নাছিল।

"তাৰ পিছত এটা মানুহে ক্লিপাৰ খুৰ এখনেৰে মোৰ মূৰৰ চুলিবোৰ ছাটি পেলালে। প্ৰথমতে কপালৰ পৰা পোনে পোনে ডিঙিৰ পাছফাললৈকে কাটিলে তাৰ পিছত মূৰৰ ওপৰত ক্ৰচ কৰি আৰু সদৌ শেহত কাণ কেইখনৰ কাষলৈকে ছাটি পেলালে। মোক সিহঁতে এনেকুৱা ভাৱে ধৰি আছিল যে মই যাতে চুলিবোৰ কটা দেখা পাওঁ। সিহঁতে যে এনেকৈ কাটিব মই বিশ্বাস কৰিব পৰা নাছিলোঁ—তথাপিও দেখা পালোঁ সিহঁতে কাটি পেলালে। মোৰ মুখখন মেল খাই পৰিছিল। কান্দি কান্দি মই আয়নাত সেই দৃশ্য চাইছিলোঁ। মোৰ মুখৰ সেই বীভৎস দৃশ্যৰ পৰা মই চকু আঁতৰাই আনিব নোৱাৰিলোঁ। মোৰ মূৰটোত চুলি একেবাৰে নাইকিয়া হ'ল।

"খুৰ চলোৱা মানুহটোৱে চুলিকটা শেষ কৰি নাপিতৰ দেৰাজৰ পৰা এবটল আয়োডিন উলিয়াই আনিলে। সিহঁতে নাপিতটোকো গুলী কৰি মাৰিলে, কিয়নো সি চিণ্ডিকেটৰ সভ্য আছিল। তাৰ মৃতদেহটো হুৱাৰমুখত পৰি আছিল। সিহঁতে মোক দোকানৰ ভিতৰলৈ নিওঁতে তাৰ মৃতদেহৰ ওপৰেদি লৈ গৈছিল। আয়োডিনৰ বটলৰ মুখখনেৰে মানুহটোৱে মোৰ কাণৰ ঘা ডোখৰত ঘঁহি দিলে। বেজাৰ আৰু বীভৎসতাৰ মাজতো মোৰ কাণত মই বিষ অনুভৱ কৰিছিলোঁ।"

"তাৰ পাছত সি মোৰ সমুখত থিয় হৈ আয়োডিনেৰে সৈতে মোৰ কপালত ইউ, এইচ, পি বুলি লিখি দিলে। ছবি আঁকা শিল্পীৰ দৰে সি খুব সাৱধানেৰে আৰু লাহে লাহে আখৰ কেইটা লিখিছিল। আয়নাত মই সকলোবোৰ দেখা পাইছিলোঁ। মা আৰু পিতাৰ শোকত মোৰ হৃদয় গোট মাৰিছিল; মোৰ কান্দিবৰ শক্তি নাছিল। মা আৰু পিতাৰ তুলনাত মোৰ যে একো ডাঙৰ দুৰ্ঘটনা হোৱা নাই তাক মই বুজি পাইছিলোঁ।

"লিখা শেষ হোৱাৰ পিছত ফেলেঞ্জিচটোৱে অলপ পিছহুঁহকি চুলি কটা



আৰু আখৰখিনি পৰীক্ষা কৰি চালে। তাৰ পিছত আয়োডিনৰ বটলটো থৈ ক্লিপাৰ-খুৰখন হাতলৈ তুলি ললে আৰু কলে, "পিছৰটো আনা।" মোৰ হুয়োখন হাতত টানকৈ ধৰি সিহঁতে নাপিতৰ দোকানৰ বাহিৰলৈ উলিয়াই নিলে। নাপিতটো তেতিয়াও হুৱাৰ-মুখত পৰি আছিল। তাৰ মুখখন ওপৰ মুৱা হৈ আছিল, মুখৰ বৰণ ধোঁৱাবৰণীয়া হৈ পৰিছিল। বাহিৰলৈ নিওঁতে মই তাৰ মৃতদেহটোত উজুটি মাৰি দিলোঁ। ইতিমধ্যে হুটা মানুহে মোৰ আটাইতকৈ প্ৰিয় বন্ধু কনচেপচিয়নক ধৰি ভিতৰলৈ সুমুৱাই আনিছিল। মই তাইৰ গাত খুন্দা মাৰিবলৈ অলপহে বাকী থাকিল। তাই প্ৰথমতে মোক দেখি চিনিব পৰা নাছিল, কিন্তু পিছত চিনি পালে। তাই মোক দেখি চিঞৰি দিলে। মোক সিহঁতে বাহিৰলৈ চোচোঁৱাই নিওঁতেই তাইৰ চিঞৰ শুনিবলৈ পাইছিলোঁ। তাৰ পিছত সিহঁতে মোক চিটী হ'লৰ হুৱাৰেদি সুমুৱাই নি মোৰ পিতাৰ অফিচ পোৱালেগৈ আৰু তাৰে বিচনা এখনৰ ওপৰত পেলাই দিলে। তাতে সিহঁতে মোৰ ওপৰত বেয়া কামবোৰ কৰিলে।"

"মোৰ সোণজনী," ৰবাৰ্ট জৰ্ডানে কলে আৰু লাহেকৈ তাইক সাৱটি ধৰি গাৰ কাষলৈ টানি আনিলে। তাৰ মনটো তেতিয়া ঘৃণাৰে ত্যক্ত হৈ পৰিছিল। "এইবোৰ কথা হুনাই নকবা। মোক নকবা—কিয়নো মোৰ সহৰ সীমা চেৰাই গৈছে।"

তাৰ আকৰ্ষণত তাই সঁহাৰি দিয়া নাছিল। নিৰ্বিকাৰ হৈ থাকি তাই কলে, "বাৰু, এইবোৰ কথা পুনৰ কেতিয়াও নকওঁ। কিন্তু সিহঁত বেয়া মানুহ। যদি পাৰোঁ তোমাৰ সৈতে সিহঁতৰ কেইটামানক মাৰিবৰ মন আছে। তোমাৰ গৌৰৱ ৰক্ষাৰ বাবেই এইবোৰ মই তোমাক কলোঁ। কাৰণ মই তোমাৰ পত্নী হব লাগিব। তুমি সেইবাবে বুজি পাবা।"

"কোৱা বাবে মই ভাল পাইছো," সি কলে, "ভাগ্য ভাল হলে, কালিলৈ আমি বহুতকে মাৰিব পাৰিম।"

"কিন্তু ফেলেঞ্জিষ্টবিলাকক মাৰিব পাৰিম নে নোৱাৰোঁ? সিহঁতে হে এইবোৰ কাম কৰিছিল।"

"সিহঁতে যুদ্ধ নকৰে," সি গধুৰভাৱে কলে, "সিহঁতে পিছত থাকিহে হত্যা কৰে। যুদ্ধত আমি সিহঁতৰ সৈতে যুঁজিবলৈ নেপাওঁ।"

"কিন্তু আন কোনোবা উপায়েৰে সিহঁতক মাৰিব নোৱাৰিনে? কেইটামান
মাৰিবৰ মোৰ খুব ইচ্ছা হৈছে।"
"মই সিহঁতৰ বহুতকে মাৰিছোঁ," সি কলে, আৰু পুনৰ মাৰিম। ৰেল-
গাড়ীত আমি বহুতকে মাৰিলোঁ।"
"তোমাৰ লগত মই ৰেলগাড়ী ধ্বংস কৰিবলৈ যাবৰ মন আছে," মেৰিয়াই
কলে, "পিলাৰে মোক ৰেলগাড়ীৰপৰা উদ্ধাৰ কৰাৰ সময়ত মই পগলাৰ দৰে
হৈছিলোঁ। মোৰ অৱস্থাৰ কথা তাই কৈছিল নেকি?"
"কৈছিল। সেইবিষয়ে আৰু কথা নকবা।"
"মই অচেতন হৈ পৰিছিলোঁ আৰু মই কান্দিছিলোঁ। কিন্তু আন এটা
কথা মই তোমাক কবই লাগিব। এইটো কথা নোকোৱাকৈ থাকিব নোৱাৰোঁ।
তেতিয়া বোধহয় তুমি মোক বিয়াকে নকৰাবা। কিন্তু, ৰবাৰ্টো, যদি তুমি বিয়া
কৰাব নোখোজা, তথাপিও—তথাপিও জানো আমি সদায় একেলগে থাকিব
নোৱাৰিম?"
"মই তোমাক বিয়া কৰাম।"
"নহয়। মই এইটো পাহৰিছিলোঁৱেই। বোধহয় তুমি বিয়া কৰোৱা
উচিত নহব। কিয়নো মই বোধহয় তোমাৰ কোনো সন্তান গৰ্ভত ধাৰণ কৰিব
নোৱাৰিম। পিলাৰে কৈছিল যে সন্তান হোৱাহেঁতেন সিহঁতে মোৰ ওপৰত
অত্যাচাৰ কৰোঁতেই হলহেঁতেন। মই এইটো কথা তোমাক কবই লাগিব।
ইস্, কব নোৱাৰোঁ, কিয় এই কথাটো কবলৈ পাহৰি আছিলোঁ।"
"সেইটো একো দৰকাৰী কথা নহয়," সি কলে, "প্ৰথম কথা হ'ল, কথাটো
সঁচা নহবও পাৰে। সঁচা বা মিছা কেৱল ডাক্তৰেহে কব পাৰিব। তাৰোপৰি
বৰ্তমান অৱস্থাত এই পৃথিবীলৈ মই মোৰ সন্তান অহাটো নিবিচাৰোঁ। মোৰ
যিখিনি মৰম আছে সেইখিনি কেৱল তোমাৰ বাবে।"
"মই তোমাৰ লৰা-ছোৱালী গৰ্ভত ধাৰণ কৰিবলৈ ইচ্ছা কৰোঁ," তাই কলে,
"আমি ফেচিষ্টৰ বিৰুদ্ধে যুঁজিছোঁ। আমাৰ যদি সন্তান নহয়, তেন্তে এই
পৃথিবীখন কেনেকৈ ভাল হব?"
"তোমাক," সি কলে, "তোমাক মই ভাল পাওঁ। শুনিছানে তুমি?
আমি এতিয়া টোপনি যাব লাগিব, সোণটি। ৰাতিপুৱাৰ বহুত আগতে
মই উঠিব লাগিব। আজিকালি খুব সোনকালে ৰাতি পুৱায়।"



"মই যে পিছত কথাষাৰ কৈছিলোঁ—সেই বিষয়ে ভাবিবলগীয়া একো নাই?
আমাৰ বিয়া হব পাৰে নেকি?"
"আমাৰ বিয়া হৈয়েই গৈছে। তোমাক মই এতিয়াই বিয়া কৰালোঁ।
তুমি মোৰ পত্নী। কিন্তু এতিয়া শুই থাকাঁ—কাৰণ সময় প্ৰায় নায়েই।"
"আমাৰ সঁচাকৈয়ে বিয়া হবনে? নে কেৱল কথা পতাহে হ'ল?"
"সঁচাকৈয়ে হব।"
"তেন্তে শুই থাকোঁ; সাৰ পালে বিয়াৰ কথাকে ভাবিম।"
"মইও।"
"শুভৰাত্ৰি, স্বামী।"
"শুভৰাত্ৰি, মোৰ পত্নী।"

তাইৰ স্থিৰ নিশ্বাসৰ শব্দ তাৰ কাণত পৰিলহি। সি বুজি পালে যে তাইৰ
টোপনি আহিছে। তাৰ টোপনি অহা নাছিল। তাইৰ টোপনি ভাগিব বুলি
সি লৰচৰ নকৰাকৈ বিচনাতে পৰি থাকিল। তাই কোৱা কথাবোৰৰ
বিষয়ে সি চিন্তা কৰিলে; তাৰ মনটো ঘৃণাৰে ভৰি পৰিল। পুৱালৈ সিহঁতক
মাৰিব পাৰিব এই কথা ভাবি তাৰ অলপ ভাল লাগিল। কিন্তু মই এই
কথাবোৰ নিজৰ বুলি লোৱাটো ঠিক নহব—সি ভাবিলে।
কিন্তু নিজকে আঁতৰাই ৰাখোঁ কেনেকৈ? সিহঁতৰ ওপৰতো আমি
অমানুষিক অত্যাচাৰ চলাইছোঁ। তাৰ কাৰণ হৈছে আমি অশিক্ষিত আৰু
কথাবোৰো ভালকৈ বুজি নাপাওঁ। সিহঁতে এই কামবোৰ স্বেচ্ছাই আৰু
উদ্দেশ্য লৈহে কৰিছে। যি বিলাকে এনে কাম কৰিলে সিহঁত হ'ল সিহঁতৰ
শিক্ষাই তৈয়াৰ কৰা শেহতীয়া কেনা লগা ফুল। সিহঁত হল স্পেনীয় বীৰত্বৰ
ফুল। কি যে মানুহ সিহঁত। এন্ৰিক লিষ্টাৰ, পাব্লোৰ'পৰা আৰম্ভ কৰি
কৰ্টেজ, পিজাৰো, মেন্দেজ দি এভিলাৰ দৰে মানুহৰ পিছত এইবোৰ হল
কুকুৰৰ সন্তান। আৰু কেনে অপূৰ্ব চৰিত্ৰৰ মানুহ! এই পৃথিবীত খুব ভাল
অথবা খুব বেয়া মানুহ নাই—দয়ালু অথবা নিষ্ঠুৰ লোকও নাই। এনেবোৰ
মানুহক বুজি পায় কোনে? মই নাপাওঁ, কিয়নো বুজি পোৱাহেঁতেন, মই
সিহঁতক ক্ষমা কৰিলোঁহেঁতেন। বুজি পোৱা মানে ক্ষমা কৰা। এইটো কথা
সত্য নহয়। ক্ষমা বোলা গুণটো অতিৰঞ্জিত কৰা হৈছে। ক্ষমা হল ক্ৰিষ্টিয়ানৰ
সৃষ্টি; স্পেন দেশ কেতিয়াও ক্ৰিষ্টিয়ান নাছিল। স্পেনৰ গিৰ্জাবোৰৰ ভিতৰত

এবিধ বিশেষ ধৰণৰ মূৰ্তিপূজা আছে। ইহঁতে নতুন কুমাৰী মূৰ্তি নিৰ্মাণ কৰি লৈছে ( অৱ্ৰা ভাৰ্জিন মেচ )। মোৰ বোধেৰে সেই কাৰণেই সিহঁতে শত্ৰুপক্ষৰ কুমাৰীবিলাকৰ ওপৰত অত্যাচাৰ কৰিছিল। প্ৰকৃততে ইহঁতৰ মাজত ধৰ্মান্ধতা খুব গভীৰ, বিশেষকৈ স্পেনীয় ধৰ্মান্ধ আৰু গোঁড়া মানুহৰ মাজত। আন দেশৰ লগত ই তুলনা নহয়। সাধাৰণ মানুহ গিৰ্জাৰ পৰা আঁতৰি আহিছে; কাৰণ গিৰ্জাবিলাক আছে চৰকাৰৰ হাতত আৰু চৰকাৰটো হ'ল একেবাৰে গেলা-পচা। এইখন দেশতহে কেৱল সংস্কাৰ নহল। তাৰ অনুসন্ধানৰ দাম এতিয়া ইহঁতে দিছে—ভাল হৈছে।

এৰা, এইটো ভাবিবলগা বিষয়। নিজ নিজ কামৰ চিন্তাৰ পৰা অব্যাহতি লবলৈ এইটো এটা ভাল বিষয়। ভাও জোৰাতকৈ বা ছলাহী দিয়াতকৈ এইটো বহুত ভাল। আজি ৰাতি ভগবানে বহুতো ছলনা কৰিলে। পিলাৰেও গোটেই দিনটো ছলনা কৰিলে। সঁচাকৈয়ে! কালিলৈ যদি সিহঁত মৰি থাকে তেন্তে কি হব? দলঙখনৰ কাম যেতিয়ালৈকে সুচাৰুৰূপে কৰে তেতিয়ালৈকে ই একো বিশেষ কথা নহয়। সেইটোকে সিহঁতে কাইলৈ কৰিব লাগিব।

কিন্তু নহয়। এইবোৰ কাম তুমি অনিৰ্দিষ্টকাললৈ কৰি থাকিব নোৱাৰা। কিন্তু তুমি অনন্ত কাললৈ জীয়াইও থাকিব নোৱাৰা। হয়তো এই তিনিটা দিনেই মোৰ গোটেই জীৱনৰ সমষ্টি, সি ভাবিলে। যদি এইটো সঁচা হয় তেন্তে মোৰ মতে কালিৰ ৰাতিটো বেলেগ ভাৱে কটাব লাগিছিল। কিন্তু শেহৰ ৰাতিটো কোনোকালেই শুভ নহয়। অন্তত বিফল হোৱাটোও বেয়া। কিন্তু শেষৰ কথা কেতিয়াবা ভালও হয়। "এই নগৰৰ মেয়ৰ মোৰ স্বামী দীৰ্ঘজীৱী হওক"—সঁচাকৈয়ে ভাল।

সি এইটো কথা ভাল বুলি প্ৰকৃততে উপলব্ধি কৰিলে; কিয়নো কথাষাৰ উচ্চাৰণ কৰোঁতে তাৰ গাৰ ওপৰেদি এটা শিহৰণ বৈ গ'ল। কাতি হৈ সি মেৰিয়াক এটা চুমা খালে; তাই কিন্তু সাৰ নেপালে। খুব লাহেকৈ সি ইংৰাজীতে ফুচ্‌ফুচাই কলে, "মই তোমাক বিয়া কৰাম, সোণজনী। তোমাৰ পৰিয়ালক লৈ মই গৰ্বিত।"



# ॥ ৩২ ॥

মাদ্ৰিদত সেই নিশা হোটেল গে'লৰ্ডত বহুতো মানুহ গোট খাইছিল। হোটেলৰ গাড়ী-বাৰান্দাত এখন গাড়ী আহি ৰ'লহি। মটৰৰ সমুখৰ লাইট-সেইটা নীলা ৰঙেৰে বোলোৱা আছিল। তাৰ পৰা এজন চুটি-চাপৰ মানুহ নামিল। তেওঁৰ ভৰিত ক'লা ঘোঁৰাত উঠা বুট জোতা, ধোৱাঁ বৰণীয়া চেপা-মৰা পেন্ট আৰু গাত ডিঙিলৈকে বুটাম-মৰা ধোৱাঁ বৰণৰে এটা জেকেট। গাড়ীৰ দুৱাৰখন মেলোঁতেই পহৰীয়া দুটাই তেওঁক অভিবাদন জনালে। হোটেলৰ ৰখীয়াৰ টেবুলত বহি থকা গুপ্ত পুলিচ দুটাক মূৰেৰে সংকেত দি তেওঁ এলি-ভেটৰত উঠিলগৈ। দুৱাৰৰ ভিতৰ ফালে দুটা পহৰীয়া চকীত বহি আছিল। সেই চুটি চাপৰ মানুহজন সিহঁতৰ ওচৰেদি পাৰ হৈ এলিভেটৰত সোমাওঁতে দুয়োটাই মূৰ তুলি চালে। অচিনাকি মানুহৰ গা-খানাতালাচ কৰা সিহঁতৰ কাম—কোনোবাই পিস্তল আদি অস্ত্ৰ কঢ়িয়াই নিছেনেকি তাক চাব লাগে। আৰু তেনে অস্ত্ৰ পালে তাক ৰখীয়াৰ হাতত জমা দিব লাগে। সেই ক'লা বুট পিন্ধা চুটি মানুহজনক সিহঁতে চিনি পায় আৰু সেইবাবে তেওঁ পাৰ হৈ যাওঁতে সিহঁতে প্ৰায় চোৱাই নাছিল।

তেওঁ গে'লৰ্ডত বাস কৰা নিজৰ কোঠাটোত সোমাবৰ সময়ত তাত মানুহে ভৰি আছিল। সৰ্বসাধাৰণ বৈঠকখানাৰ দৰে তাত মানুহে বহি, থিয় হৈ, কথা পাতি আছিল। ডাঙৰ ডাঙৰ পাত্ৰৰ পৰা আনি পুৰুষ, আৰু মহিলা সকলে ভোদ্‌কা, হুইস্কি, চৌডা আদি খাইছিল। তাৰে চাৰিজন মানুহে সামৰিক পোছাক পিন্ধি আছিল। আন বিলাক মানুহে কোট পেন্ট আৰু চামৰাৰ

জেকেটৰ পোছাক কৰিছিল। চাৰিগৰাকী মহিলাৰ ভিতৰত তিনিগৰাকীৰ গাত বাত্তাত ফুৰিবলৈ যোৱা সাধাৰণ পোছাক। চতুৰ্থগৰাকী ক'লা আৰু খুব ক্ষীণ—তেওঁ মহিলাৰ চুটি সামৰিক স্কাৰ্ট পিন্ধিছিল আৰু তেওঁৰ ভৰিত আছিল ওখ বুট জোতা।

কমত সোমোৱাৰ পিছত কাৰ্কভ সামৰিক পোছাক পিন্ধা মহিলা গৰাকীৰ ওচৰ পালেগৈ আৰু মূৰ দোৱাঁই হাত জোকাৰিলে। এই মহিলা গৰাকী তেওঁৰ পত্নী; ৰুচ ভাষাত তেওঁ কিবা এটা কথা কলে। আন কোনো মানুহে সেই কথা নুশুনিলে। কমত সোমাওঁতেই তেওঁৰ চকুত যি ঔদ্ধত্যৰ ভাব আছিল খন্তেকৰ বাবে সি নাইকিয়া হ'ল। তাৰ পিছত তেওঁৰ চকু পৰিল আন এগৰাকী মহিলাৰ ওপৰত—তেওঁৰ উপপত্নী। এই গৰাকী মহিলাৰ মূৰৰ বৰণ হ'ল মেহ'গনি কাঠৰ বৰণ, মুখত প্ৰেম-বিলাসী এটা ভাব আৰু দেহৰ গঠন ল'নি। তাইক দেখা মাত্ৰকে ঔদ্ধত্যৰ ভাব তেওঁৰ চকুলৈ পুনৰ ঘূৰি আহিল। চুটি অথচ দৃঢ় পদক্ষেপেৰে তেওঁ উপপত্নীৰ ফালে আগবাঢ়ি গ'ল। আৰু তাইক এনে ভাৱে মূৰ দোৱাঁই আৰু হাত জোকাৰি সম্ভাষণ জনালে যে তাক বাকীবোৰ মানুহে তেওঁ নিজৰ ঘৈণীয়েকক কৰা সম্ভাষণৰ ভেঙুচালি বুলি ভাবিবলৈ বাধ্য হ'ল। কোঠাটোৰ সিমূৰলৈ যাওঁতে ঘৈণীয়েকে চাই থকা নাছিল। তেওঁ এটা দীঘল অথচ ধুনীয়া স্পেনীয় অফিচাৰৰ সৈতে থিয় দি আছিল। এতিয়া দুয়ো ৰুচ ভাষাত কথা পাতিবলৈ আৰম্ভ কৰিলে।

"তোমাৰ প্ৰিয়পাত্ৰ দেখোন অলপ শকত হৈছে" কাৰ্কভে ছোৱালীজনীক কলে, "দ্বিতীয় বছৰ পোৱাৰ লগে লগে আমাৰ বীৰ সকলৰ গাত চৰ্বি গোট খাবলৈ আৰম্ভ কৰিছে।" তেওঁ যাক উদ্দেশ্য কৰি কথাষাৰ কৈছিল তেওঁৰ ফালে ঘূৰি চোৱা নাছিল।

"তোমাৰ যিটোহে চেহেৰা, বামুণী ভেকোলা এটা দেখিলেও তোমাৰ চকু পোৰে", ছোৱালীজনীয়ে বঙ্ মনেৰে কলে। তাই জাৰ্মান ভাষাত কথা কৈছিল। "কাইলৈৰ যুঁজত মইও তোমাৰ লগত যাব পাৰোঁনেকি?"

"নেলাগে। কোনো যুদ্ধ নহয়।"

"সকলোৱেই কথাটো জানে," ছোৱালীজনীয়ে কলে, "এনে ৰহস্যজনক নহবাচোন। ড'লৰচ যাব। মই তাইৰ লগত নহলে কাৰ্মেনৰ লগত যাম। বহুত মানুহ যাব।"



"যিয়েই নিয়ে তাৰ লগতে যাবা," কাৰ্কভে কলে, "মই নিব নোৱাৰোঁ।"

তাৰ পিছত সি ছোৱালীজনীৰ ফালে ঘূৰি লৈ গম্ভীৰ ভাৱে সুধিলে, "এইবোৰ কথা তোমাক কোনে কলে? ঠিককৈ কোৱাঁ।"

"ৰিচাৰ্ডে," তাইও গম্ভীৰ হৈ উত্তৰ দিলে।

কাৰ্কভে গাটো জোকাৰি আঁতৰি আহিল।

"কাৰ্কভ," এটা মানুহে মাত দিলে। মানুহটোৰ গাৰ বৰণ ধোৱাঁ বঙৰ—মুখখন ডাঙৰ; মুখত এটা অৱসন্ন ভাৱ। চকুৰ পতাবোৰ ওলাই অহা; তলৰ ওঁঠটো ওলমি পৰিছে। চেপা মাতেৰে সি কলে, "এটা ভাল খবৰ আছে, শুনিছানে?"

কাৰ্কভ মানুহটোৰ ওচৰলৈ গ'ল। সি কলে, "মই এতিয়াহে গম পাইছোঁ। দহ মিনিটো হোৱা নাই। উৎসাহজনক খবৰ। চেগভিয়াৰ ওচৰত গোটেই দিনটো জুৰি ফেচিষ্ট বিলাকে নিজৰ ভিতৰতে যুদ্ধ কৰিলে। মেচিন গান আৰু অটোমেটিক ৰাইফল লৈ বিদ্ৰোহ দমন কৰিবলৈ সিহঁত বাধ্য হ'ল। আবেলি বেলিকা প্লেনেৰে নিজৰ সৈন্যৰ ওপৰতে বোমাবৰ্ষণ কৰিলে।"

"সঁচাকৈয়েনে?" কাৰ্কভে সুধিলে।

"সঁচাকৈয়ে," সেই মানুহটোৱে কলে, "ড'লৰে নিজে খবৰটো আনিছে। তাই ইয়ালৈকে আহিছিল আৰু তাইৰ এনেকুৱা স্ফূৰ্তি মই আগতে দেখা নাই। খবৰৰ সত্যতা তাইৰ মুখৰ বৰণৰ পৰাই ধৰিব পাৰি। সেই মহান্ মুখখন…," সি মনৰ আনন্দত কলে।

"সেই মহান্ মুখখন," কাৰ্কভে নিৰ্জীৱ ভাৱে কথাষাৰৰ পুনৰাবৃত্তি কৰিলে।

"তুমি তাইৰ কথা শুনাহেঁতেন," সেই চকুৰ পতা ওলোৱা মানুহটোৱে কলে, "তাইৰ মুখত এটা জ্যোতি ফুটি উঠিছিল—সেই জ্যোতি এইখন পৃথিবীৰ নহয়। খবৰটোৱেই তাইৰ মুখত জ্যোতিৰূপে প্ৰকাশ পাইছিল। তাইৰ মাতৰ পৰাই তাই কোৱা কথাৰ সত্যতা নিৰূপণ কৰিব পাৰিলাহেঁতেন। এই কথাটো লৈ মই 'ইজ্‌ভেষ্টিয়া' কাকতলৈ এটা প্ৰবন্ধ যুগুত কৰিছোঁ। সেই মহান্ কণ্ঠস্বৰৰ জৰিয়তে মই খবৰটো শুনিলোঁ—সেই মাতৰ ভিতৰত দয়া, কাৰুণ্য আৰু সত্য নিহিত আছিল। মোৰ বাবেই যুদ্ধখনৰ এটা ডাঙৰ মুহূৰ্ত। প্ৰকৃত সাধু পুৰুষৰ দৰে সত্য আৰু সাধুতা তেওঁৰ মাজেদি প্ৰকাশ পায়। তেওঁক মানুহে এনেয়ে 'লা পেচিঅ' নেৰিয়া বুলি নকয়।"

“এনেয়ে নকয়”, কাৰ্কভে নিৰ্জীৱ ভাৱে কলে, “তুমি ‘ইজ্‌ভেষ্টিয়াৰ’ বাবে এতিয়াই লিখা ভাল হব। নহলে সেই শেহত ৰোৱা ধুনীয়া কথাবোৰ পাহৰি যাবা।”

“এই গৰাকী মহিলাক লৈ ঠাট্টা কৰা উচিত নহয়। তোমাৰ দৰে মানৱ-দ্বেষী লোকৰ পক্ষেও উচিত নহয়,” মানুহটোৱে কলে, “তুমি তেওঁৰ কথা শুনিবলৈ আৰু তেওঁৰ মুখখন দেখা পাবলৈ ইয়াত থাকিব লাগিছিল।”

“সেই মহান্ কণ্ঠস্বৰ,” কাৰ্কভে কলে, “সেই মহান্ মুখ। লিখা, লিখা,” সি কলে, “মোক এইবোৰ কথা নকবা। গোটেইছোৱা মোক কৈ নষ্ট নকৰিবা। যোৱা, এতিয়াই লিখি পেলোৱাঁগৈ।”

“এতিয়াই নহয়।”

“এতিয়াই ভাল হব,” কাৰ্কভে কৈ তাৰ ফালে চালে।

“মোৰ বোধেৰে, এতিয়াই ভাল হব,” কাৰ্কভে কৈ তাৰ ফালে চালে। চকু-ওলোমা মানুহটোৱে ভোদ্‌কাৰ গিলাচটো তাৰ পিছত অন্যফালে মু কৰিলে। সি দেখা আৰু শুনাৰ মধুৰ হাতত লৈ তাত অলপ সময় থিয় দি থাকিল। সি লিখিবলৈ বুলি কোঠাৰ স্মৃতিত অভিভূত হৈ পৰিছিল। কিছু সময়ৰ পিছত সি লিখিবলৈ বুলি কোঠাৰ পৰা ওলাই গল।

কাৰ্কভে আন এটা মানুহৰ কাষ চাপিল। তাৰ বয়স আঠচল্লিশ বছৰ, চুটি চাপৰ, শেঁতা নীলা চকু, মুখমণ্ডলত আনন্দৰ এটা ভাৱ, মূৰত পাতল বগা চুলি, হাঁহোঁ হাঁহোঁ কৰা মুখত পাতল হালধীয়া একোচা মোচ। মানুহজনৰ গাত সামৰিক পোছাক। মানুহটো হাংগেৰীয় আৰু এক ডিভিজন সৈন্যৰ কমাণ্ডাৰ।

“ডলবচ আহোঁতে তুমি ইয়াত আছিলা নেকি?” কাৰ্কভে মানুহটোক সুধিলে।

“হয়।”

“কি কলেহে?”

“ফেচিষ্ট বোৰে হেনো নিজৰ ভিতৰতে যুদ্ধ কৰিছে। যদি সঁচা হয় ভালৰে কথা।”

“আগ গুৰি নাইকিয়া কথাবোৰ শুনা তোমালোকে।”

“বৰ লাজ লগা বিষয়। সংবাদসেৱী বিলাকক গুলীয়াই মাৰিব লাগে— লগতে ইয়াত থকা মানুহবোৰকে। আৰু সেই ৰিচাৰ্ড নামৰ টুটকীয়া জাৰ্মান টোকো মাৰিব লাগে—তাৰ নাম শুনিব নেপায়। যি সেই বজাৰীটোক ব্ৰিগেডৰ



কমাণ্ডাৰ পাতিলে, তাকো গুলী কৰা উচিত। বোধহয় তোমাক আৰু মোকো মৰাহে উচিত। সঁচাকৈয়ে”, জেনেৰেলে হাঁহি কলে, “যদিও আমাক মৰা কথাটো কোনোবাই কোৱাটো নিবিচাৰেঁ।”

“এই কথাটো মইও কব নোখোজোঁ”, কাৰ্কভে কলে, “ইয়ালৈ মাজে মাজে অহা আমেৰিকানজন সেই তাতে আছে। জৰ্ডানক বোধহয় তুমি চিনি পোৱাই; সি গৰিলা বাহিনীৰ লগত আছে। এতিয়া কোৱা ঘটনাটো যি ঠাইত হল বুলি কথা বতৰা পাতিছে, সি তাতে আছে।”

“আজি নিশা তেন্তে তাৰ পৰা এটা ৰিপৰ্ট পাব লাগে”, জেনেৰেলে কলে, “সিহঁতে মই তালৈ যোৱাটো পচন্দ নকৰে, নহলে মই গলোঁহেঁতেন আৰু কথাটোৰ সন্দেহ লব পাৰিলোঁহেঁতেন। সি গল্‌জৰ তলত কাম কৰিছে, নহয় জানো? গলজ্‌ক কালিলৈ লগ পাবা।”

“কাইলৈ পুৱা।”

“যদি খবৰবোৰ ভাল নহয় তেন্তে তেওঁৰপৰা আঁতৰি থাকিবা,” জেনেৰেল জনে কলে, “মোৰ দৰে তেৰেঁ তোমালোকৰ সঙ্গ পচন্দ নকৰে। অৱশ্যে মোতকৈ তেওঁৰ খঙ বহুত কম।”

“কিন্তু এই কথাটো...... ।”

“বোধহয় ফেচিষ্টবিলাকে যুদ্ধৰ আখৰা কৰিছে,” জেনেৰেল জনে হাঁহি কলে, “যদি গল্‌জে সিহঁতক কিছু শিক্ষা দিব পাৰে—তেন্তে দেখা পাবাই। গল্‌জে এইবাৰ চেষ্টা কৰক। গুৱা ভালাজাৰাত আমি সিহঁতক কিছু শিক্ষা দিলোঁ।”

“তুমিও যাবা বুলি শুনিছোঁ,” কাৰ্কভে হাঁহি কলে। তাৰ কুৰূপ দাঁত কেইটা ওলাই পৰিল। জেনেৰেল জনৰ হঠাতে খঙ উঠি গ’ল।

“মোৰ ওপৰতো—এতিয়া মোৰ ওপৰতো চকু পৰিছেহি। সদায় আমাৰ ওপৰতে চকু। এই বাজে আলোচনাকাৰী মানুহৰ দলটো। যদি এটা মানুহেও মুখখন বন্ধ কৰিলেহেঁতেন তেন্তে দেশখন ৰক্ষা পৰিলহেঁতেন।

“তোমাৰ প্ৰিয়েটোৱে দেখোন মনে মনে থাকিব পাৰে।”

“সি কিন্তু জিকিব পাৰিম বুলি বিশ্বাস নকৰে। মানুহৰ ওপৰত বিশ্বাস নহলে জিকিবা কেনেকৈ?”

“সেইটো তুমিয়েই ঠিক কৰা” কাৰ্কভে কলে, “মই অলপ শোওঁ গৈ।”

ধোঁৱা আৰু কথাৰে মুখৰিত হৈ থকা কোঠাটো এৰি সি পিছফালে থকা শোৱা কোঠাত সোমালগৈ। বিচনাখনৰ ওপৰত বহি সি বুটযোৰ খুলি পেলালে। আনটো কমৰ কথাবোৰ তেতিয়াও তাৰ কাণত পৰিছিলহি। দুৱাৰ খন সেইবাবে সি বন্ধ কৰি দি খিৰিকীখন খুলি দিলে। কাপোৰ-কানি সি নোখোলাকৈয়ে শুই পৰিল কাৰণ পুৱা দুটা বজাতে উঠি সি কলমেনাৰ, চাৰচেভা আৰু নাভাচেৰাভা হৈ সি সমুখ ৰণাঙ্গণলৈ যাব লাগিব। পুৱাৰ লগে লগে গল্‌জে আক্রমণ চলাব।



## ॥ ৩৩ ॥

ৰাতিপুৱা দুটা বজাৰ সময়ত পিলাৰে তাক জগাই দিলে। তাইৰ হাতখন তাৰ গাত লাগোঁতে মেৰিয়া বুলি ভাবি সি "সোণজনী" বুলি তাইৰ ওচৰ চাপি গৈছিল। তাৰ পিছত পিলাৰে হাতখনেৰে তাৰ কান্ধত ধৰি জোকাৰি দিলে; সি হঠাতে সম্পূর্ণ ভাৱে সাৰ পাই গ'ল: নঙঠা গোঁ ভৰিৰ কাষত পৰি থকা পিস্তলটো সি মুঠি মাৰি ধৰিলে। পিস্তলটোৰ চেফ্‌টি কেইচটো আঁতৰাই সি মনেৰে সম্পূর্ণ সজাগ হৈ ৰ'ল।

আন্ধাৰতে চাই সি পিলাৰক চিনি পালে। ঘড়ীটো চাই দেখিলে দুটাহে বাজিছে। সি সুধিলে, "কি হৈছে তোমাৰ ?"

"পাব্‌লো পলাল", মানুহজনীয়ে তাক কলে।

ৰবার্ট জর্ডানে পেণ্ট আৰু জোতাযোৰ পিন্ধি ললে। মেৰিয়াই সাৰ পোৱা নাছিল।

"কেতিয়া ?" সি সুধিলে।

"প্রায় এঘণ্টা হ'ল।"

"তাৰ পিছত ?"

"তোমাৰ বস্তু কিছুমান লৈ গ'ল", মানুহজনীয়ে বৰ দুখেৰে কলে।

"হেঁ ? কি নিলে ?"

"কব নোৱাৰোঁ", তাই কলে, "আহি চোৱাহি।"

আন্ধাৰতে দুয়োটা গুহাৰ ফালে আগবাঢ়ি গ'ল আৰু কম্বলৰ আঁৰ কাপোৰৰ তলেদি গুহাৰ ভিতৰলৈ সোমাল। ভিতৰৰ অ'ত-ত'ত পোৰা খৰিৰ টুকুৰা, ছাইবোৰ পৰি আছিল; কিবা এটা দুৰ্গন্ধ ওলাইছিলঃ শুই থকা মানুহৰ নিশ্বাসৰ গন্ধও তাৰ নাকত লাগিলহি। টৰ্চটো জ্বলাই সি শুই থকা মানুহবোৰ পাৰ হৈ যাবলৈ ধৰিলে। আন্‌চেলমোৱে সাৰ পাই সুধিলে, "সময় হ'ল নেকি।"

"নাই হোৱা", ৰবাৰ্ট জৰ্ডানে ফুচফুচাই কলে, "শুই থাকা বুঢ়া।"

পিলাৰৰ মূৰৰ শিতানত টোপোলা দুটা আছিল। তাইৰ বিচনাখন কম্বলৰ পৰ্দা এখনেৰে গুহাৰ বাকীবোৰৰ পৰা পৃথক কৰি ৰখা হৈছিল। ৰেড ইণ্ডিয়ান বিলাকৰ বিচনাৰ দৰে, ঘাম আৰু বেমাৰী মানুহ শোৱা বিচনাৰ গোন্ধ এটা তাৰ নাকত লাগিলহি। ৰবাৰ্ট জৰ্ডানে বিচনাৰ ওপৰত আঁঠু কাঢ়ি টৰ্চৰ পোহৰত টোপোলা দুটা চালে। প্ৰত্যেকটোৰ ওপৰৰ পৰা তললৈকে দীঘলকৈ কটা। বাওঁ হাতেৰে টৰ্চটো ধৰি ৰবাৰ্ট জৰ্ডানে সোঁ হাতখনেৰে প্ৰথম টোপোলাটো পৰীক্ষা কৰি চালে। এইটো টোপোলাত তাৰ বিচনাখন আছিল। গতিকে তাত বিশেষ বস্তু থাকিব নেলাগে। নাই, তাত বেছি বস্তু নাছিল। তাৰ ভিতৰত কেইডালমান তাঁৰ এতিয়াও আছে কিন্তু চাৰিকোণীয়া বিস্ফোৰকৰ বাকচটো নাই। চিগাৰ বাকচ এটাত কিছুমান ডেটনেটৰ ভালকৈ বান্ধি থোৱা আছিলঃ সেই বাকচটোও নাই। লগতে ওপৰত স্ক্ৰু থকা ফিউজ আৰু কেপ্ থকা বাকচটোও নিলে।

ৰবাৰ্ট জৰ্ডানে আনটো টোপোলাও চালে। তাত এতিয়াও বিস্ফোৰকখিনি পূৰা হৈয়েই আছে। এটা পেকেট বোধহয় নাই।

থিয় হৈ সি তিৰোতাজনীলৈ চালে। খুব পুৱাই সাৰ পোৱা মানুহৰ দৰে তাৰ বুকুখন দুদা দুদা লাগি গ'ল। ই যেন এটা বিৰাট দুৰ্ঘটনা; এই আপদীয়া ভাৱে হেজাৰ গুণে তাৰ মনৰ ওপৰত প্ৰতিক্ৰিয়া আৰম্ভ কৰিলে।

"এনেকৈয়ে তুমি আনৰ বস্তুৰ ওপৰত পহৰা দিয়া নেকি?" সি সুধিলে।

"টোপোলা কেইটাত মূৰ লগাই মই শুইছিলোঁ। হাত এখনো তাৰ ওপৰত দি থৈছিলোঁ," পিলাৰে তাক কলে।

"খুব ভালকৈয়ে শুলা।"

"শুনাচোন", মানুহজনীয়ে কলে, "সি ৰাতি উঠা দেখি মই সুধিলোঁ, "পাব্‌লো, কলৈ যোৱা?" "প্ৰস্ৰাৱ কৰিবলৈ যাওঁ," সি উত্তৰ দিলে। তাৰ



পিছত মই শুই থাকিলোঁ। কিমান সময়ৰ পিছত আকৌ সাৰ পালোঁ কব নোৱাৰোঁ। কিন্তু তাক নেদেখি ভাবিলোঁ বোধহয় সি ঘোঁৰাবোৰ চাবলৈ গৈছে। ঘোঁৰাবোৰ ৰাতি চোৱাটো তাৰ অভ্যাস। "তাৰ পিছত," "তাই বৰ দুখ মনেৰে কলে, "সি নহা দেখি মোৰ চিন্তা লাগিল। তেতিয়া মই টোপোলা কেইটা চাই দেখিলোঁ যে কাটি থোৱা আছে। তাৰ পিছত তোমাৰ ওচৰ পালোঁহি।"

"বাহিৰলৈ আঁহা", ৰবাৰ্ট জৰ্ডানে কলে।

দুয়োটা গুহাৰ বাহিৰ পালেহি। এতিয়াও ৰাতি বহুতো আছে; ৰাতি পুৱাবৰ যে হ'ল তাক এটাইও অনুভৱ কৰিব পৰা নাছিল।

"পহৰা দি থকা ৰাস্তাৰ বাহিৰেও অন্য বাটেদি সি যাব পাৰে নেকি?"

"দুটা বাট আছে।"

"ওপৰত পহৰীয়া কোন আছে?"

"এলাদিঅ'।"

ঘোঁৰা চৰোৱা ঠাই ডোখৰ নোপোৱালৈকে ৰবাৰ্ট জৰ্ডানে কথা কোৱা নাছিল। তিনিটা ঘোঁৰা তেতিয়াও তাত চৰি আছিল। ডাঙৰ ঘোঁৰাটো আৰু ধোঁৱা বৰণীয়াটো তাত দেখা নগ'ল।

"কিমান সময়ৰ আগতে সি গ'ল কব পাৰানে?"

"প্ৰায় এঘণ্টা হ'ল।"

"তেন্তে কৰিব লগীয়া একো নাই", ৰবাৰ্ট জৰ্ডানে কলে, "টোপোলাত যিখিনি আছে তাকে লৈ মই শুবলৈ যাওঁ।"

"ময়েই চাম টোপোলা কেইটা।"

"নালাগে চাব তুমি! এবাৰ চাই যি কৰিলা সেয়েই পাইছোঁগৈ।"

"ইংলেচ", মানুহ জনীয়ে কলে, "এই ঘটনাৰ বাবে ময়ো তোমাৰ সমানেই দুখ পাইছোঁ। তোমাৰ বস্তুখিনি ঘূৰাই আনিবৰ কাৰণে মই যি লাগে তাকে কৰিম। তুমি মোক মনোকষ্ট নিদিবা। পাব্‌লোৱে আমাৰ দুয়োটাকে ঠগিলে।

তাইৰ কথা শুনাৰ পিছত ৰবাৰ্ট জৰ্ডানে দেখিলে যে তাইৰ ওপৰত সি খঙ কৰাৰ থল নাই। এই তিৰোতা জনীৰ লগত সি কাজিয়াও কৰিব নোৱাৰে। আজিৰ দিনটোৰ আঢ়ৈ ঘণ্টা পাৰ হ'ল—এইৰ লৈতেই আজিৰ কামবোৰ কৰিব লাগিব।

তাইৰ কান্ধৰ ওপৰত হাতখন থৈ সি কলে, "পিলাৰ, বিশেষ একো হোৱা

নাই। যিখিনি নিলে, সেইখিনি খুব দৰকাৰী বস্তু নহয়। হেৰোৱা বস্তুখিনি আমি থকা বস্তুৰ পৰা সাজি লম।"

"সি কি কি নিলে?"

"বিশেষ একো নিয়া নাই। নিব পৰা অলপ বিলাসৰ সামগ্ৰী।"

"বিস্ফোৰণ কৰা যন্ত্ৰৰ কিবা অংশনেকি?"

"এৰা। কিন্তু আন উপায়েৰেও বিস্ফোৰণ কৰাব পাৰি। কোৱাঁচোন, পাব্লোৰ হাতত কেপ্ আৰু ফিউজ নাছিলনেকি? সিহঁতে নিশ্চয় তাক এইবোৰ বস্তুৰ যোগান ধৰিলেহেঁতেন।"

"সি সেইবোৰো নিলে," তাই দুখেৰে কলে, "মই তৎক্ষণাত চালোঁ। এতিয়া সেইবোৰো নাই।"

হাবিৰ মাজে মাজে সিহঁত গুহাৰ ফালে আগবাঢ়িল।

"অলপ শোৱাঁগৈ যোৱা", সি কলে, "পাব্লো গল যেতিয়া আমিও আতঁৰাই ভাল।"

"মই এলাদিঅ'ৰ ওচৰলৈ যাওঁ।"

"সি বোধহয় আন বাটেদিহে গ'ল।"

"যি কি নহওক, মই যাওঁচোন। মোৰ অসাৱধানতাৰ ফলতেই এনে হ'ল—তোমাক মই বিশ্বাসঘাতকতা কৰিলোঁ।"

"নহয়, নহয়," সি কলে, "অলপ শোৱাঁগৈ যোৱা। চাৰিটা বজাত আমি যাত্ৰা কৰিব লাগিব।"

তাইৰ লৈতে সি গুহাৰ ভিতৰলৈ সোমাল আৰু দুই হাতেৰে একোবস্তু ওলাই পৰিব নোৱাৰাকৈ টোপোলাদুটা সাৱটি ধৰি বাহিৰলৈ উলিয়াই আনিলে।

"মই চিলাই কৰি দিওঁ।"

"যাত্ৰাৰ আগতে কৰিবা", সি লাহেকৈ কলে, "তোমাৰ পৰা মই টোপোলা দুটা আতঁৰাই নিয়া নাই; মই যাতে শুব পাৰোঁ তাৰ বাবেহে নিছোঁ।"

"চিলাই কৰিবলৈ হলে টোপোলাকেইটা অলপ আগতে পাব লাগিব।"

"সোনকালেই পাবা," সি কলে, "শোৱাগৈ যোৱাঁ।"

"নহয় নহয়" তাই কলে, "তোমাৰ প্ৰতি, ৰিপাব্লিকৰ প্ৰতি মই কৰ্তব্যৰ আওহেলা কৰিলোঁ।"

"অলপ শুই লোৱাঁগৈ যোৱাঁ', সি লাহে লাহে কলে "যোৱাঁ শোৱাঁগৈ।"



## ॥ ৩৪ ॥

পৰ্বতবোৰ ফেচিষ্টবোৰৰ দখলত আছিল। কাষৰ ভেয়াম অঞ্চল কোনেও অধিকাৰ কৰা নাই। তাৰে এঠাইত অৱশ্যে ফেচিষ্টবোৰৰ চকী এটা আছিল। আগতে পান কৰি থকা খেতিয়কৰ ঘৰ এটাতে সিহঁতে থাকিবলৈ লৈছিল—শত্ৰুৰ বিটো ওৱাল পালে তাকো সিহঁতে ভালকৈ পহৰা দি আছিল। ৰবাৰ্ট জৰ্ডানৰ পৰা কিবা খবৰ লৈ গল্জৰ ওচৰলৈ যাওঁতে আন্দ্ৰেজে আন্ধাৰতে এই চকীটোৰ চাৰিওকালে এপাক মাৰি চাই ললে। তাতে কৰবাত তাঁৰ এডালত এটা বিস্ফোৰক পদাৰ্থ লগাই থোৱা আছিল। এবাৰ ফুটিছিলো। আন্দ্ৰেই সেই কথা জানে। সি এন্ধাৰে-মুধাৰে তাঁৰ ডাল ভালকৈ থৈ সাৱধানে তাৰ ওপৰেদি পাৰ হ'ল। তাৰ পিছত সৰু জুৰিটোৰ কাষে কাষে যাবলৈ ধৰিলে। জুৰিটোৰ দাঁতিত ফুলি থকা পপ্লাৰ ফুলবোৰ বাতিৰ বতাহত হালি-জালি নাচি আছিল। ফেচিষ্টবোৰ থকা ঘৰটোৰ কাষত কুকুৰা এটাই ডাক দিলে। জুৰিটোৰ দাঁতিয়েদি গৈ থাকোঁতে সি পাছলৈ উভতি চালে। পপ্লাৰ গছবোৰৰ ফুকুটাইদি তাৰ চকুত পৰিল, ঘৰটোৰ খিৰিকী এখনৰ তলফালে এটা চাকি জ্বলি আছে। নিশা তেতিয়া গহীন, আকাশ মুকলি। আন্দ্ৰেই লাহে লাহে জুৰিটো পাৰ হৈ পথাৰ পালেগৈ।

পথাৰখনত চাৰিটা শুকান খেৰৰ পুঁজি আছিল। যোৱা বছৰ জুলাইত যেতিয়া যুদ্ধ আৰম্ভ হৈছিল তেতিয়াৰে পৰা পুঁজি কেইটা তাতে আছে। খেৰবোৰ কোনেও নিয়া নাই, গোটেই বছৰটো সেইদৰে থকাত খেৰবোৰ বেয়া হ'ল। এতিয়া সেইবোৰ কোনো কামতে নেলাগে।

পুঁজিকেইটা তেনেই নষ্ট হ'ল। তাবে দুটা পুঁজিৰ মাজেদি পাৰ হৈ যাওঁতে
আল্লেই ভাবিলে। কিন্তু খেৰবোৰ নিয়ে কোনে? ৰিপাব্লিকান সকলে পথাৰ-
খনৰ সিফালে থকা গুৰাদাৰামাৰৰ সেই ওখ গৰাটোত খেৰবোৰ কঢ়িয়াবলৈ টান
পায়, ইফালে ফেচিষ্টইঁতৰো বোধহয় খেৰৰ কোনো দৰ্কাৰ নাই।

সিহঁতৰ দৰ্কাৰী খেৰ আছেই, শইচো আছে। বস্তু সিহঁতৰ উভৈনদী,
সি মনে মনে ভাবিলে। কাইলৈ বাতিপুৱা কিন্তু আমি সিহঁতক এশিকনি
দিমেই। ছৰ্দোক সিহঁতে যি কৰিলে তাৰ পোটক কাইলৈ লম। কি যে
বৰ্বৰ সিহঁত! কিন্তু পুৱা বাটটো ধূলিৰে ধোৱাঁকোৱা হয়।

সংবাদটো দি আকৌ উভতি গৈ পুৱা আক্ৰমণৰ সময়ত সি চকীত উপস্থিত
থাকিব লাগিব। এবা, থকাটোৱেই ভাল হব—সি ভাবিলে। কিন্তু, মনটোৱে
জানো সঁচাকৈয়ে তাক উভতিবলৈ কৈছে? উভতি যোৱাৰ মন নাই নেকি
তেনেহলে! ৰবাৰ্টে খবৰটো লৈ যাবলৈ কোৱাৰ সময়ত তাৰ ভাল লাগিছিল
কিয়? নাই নাই, বাতিপুৱা যি ঘটিব ধৈৰ্যৰে তাৰ সন্মুখীন হোৱাটোৱে কথা।
সি সেই কথাৰ সপক্ষে ভোট দিছে। সেইমতে কাম কৰিব লাগিব। ছৰ্দোৰ
দলটোৰ ধ্বংসলীলা সি পাহৰিব নোৱাৰে। ছৰ্দোৰ দলৰ যি হ'ল হ'ল, এতিয়াৰ
কৰ্তব্য ঢিলাই দিলে নহব।

ৰবাৰ্টে তাক খবৰটোৰ কথা কওঁতে তাৰ ল'ৰাকালৰ কথা মনত পৰিছিল।
গাঁৱত উৎসৱ হয়, উৎসৱত ষাঁড়-গৰুক কুকুৰ লগাই জোকোৱা খেল এবিধ
হয়। তাহানি এনেকুৱা খেল হোৱা দিন এটাৰ কথা তাৰ মনত পৰিল।
সেইদিনা পুৱা সি শোৱাপাটীতে মন কৰিলে যে বাহিৰত কলহৰ কাণে ৰবযুণ
দিছে। ৰবযুণত চাগৈ বাট-পথ উটি গৈছে, তাৰ মনটোৱে সকাহ পালে—
বলদক জোকোৱা নহলেই ভাল।

কিন্তু ল'ৰাকালত ষাঁড়ক জোকোৱা খেলটো বৰ ভাল লাগিছিল তাৰ।
খেল কেতিয়া হয় তালৈকে সি বাট চাই থাকে। ৰ'দ, ধূলি সি একো
নগনে, সময়ত সি উপস্থিত হ'বগৈয়ে। ঠাই টুকুৰা দুচকীয়া গাড়ী কিছু
মানেৰে বেৰি পেলোৱা হয়। এই আবেষ্টনৰ এফালে মাত্ৰ সোমাব পৰা
বাট থাকে। সেইফালেদি চকালগোৱা ডাঙৰ বাকচ এটাত ষাঁড়-গৰুটো
গাড়ীৰে ঘেৰাও কৰা ঠাই টুকুৰালৈ অনা হয়। সি দেখে, গৰুটো ক্ৰমাৎ
বাকচৰ পৰা ওলাই আহে, ঠেং কেইটা শিকলিৰে বন্ধা। তাক দেখিলেই



সি উত্তেজিত হয়, ৰং লাগে, কেতিয়াবা ভয়তে সি ঘামি যায়। ষাঁড়টোৱে
শিঙেৰে বাকচৰ কাঠত খুন্দা মাৰে, তাৰ পিছত সি লাহে লাহে মাটিলৈ
নামি আহে—সি মূৰ ডাঙি চায়, নাকৰ বিন্ধাকেইটা বহল হৈ পৰে, কাণ
দুখন কোঁচ খায়, ক'লা ছালখনৰ ওপৰত ধূলিবোৰ জিলিকি থাকে, চকু-
কেইটা বহলকৈ মেলি দিয়ে,, পানীত উটি অহা কাঠ বালিত ঘঁহনি খাই
যেনেকৈ চিকচিকীয়া আৰু টান হয়, তাৰ শিং দুটাও তেনেকুৱা চিকচিকীয়া
আৰু টান। সেই শিংকেইটাৰ তলত জিলিকি থকা চকুকেইটা সি অলপো
নপচাৰে। শিঙ দুটাৰ জোঙা আগকেইটা আগবঢ়াই সি যুঁজলৈ সাজু
হোৱা দৃশ্য চাই মনটো কেনেবা কেনেবা লাগে।

বছৰৰ মূৰত এবাৰ এই খেল হয়। সেইদিনটো লৈ সি সদায় আগ্ৰহেৰে
অপেক্ষা কৰে। মূৰটো তললৈ কৰি মেকুৰী জপিওৱা দি জপিয়াই, সি
যেতিয়া কাৰোবাক বাছি লব, সেই সময়ত তাৰ চকুকেইটা দেখিয়েই বুকু
কঁপি যায়। ল'ৰাকালত এই দিনটো তাৰ কাৰণে বৰ আমোদৰ দিন
আছিল। তথাপি খেলৰ দিনা তাহানি পুৱা শোৱাপাটীত ৰবযুণৰ শব্দ
শুনিলেই খেল নহয় বুলি জানি মনটোৱে তাৰ সকাহ পায়—ঠিক তেনেকৈ
আজি এই ইংৰাজ জনৰ আদেশ পালন কৰিবলৈ আহি মনটোৱে যেন
সকাহ পাইছে।

গাৱঁৰ পথাৰত হোৱা সেই ষাঁড়ৰ খেলত সি সদায় সাহ দেখুৱাই
আহিছে। ওচৰৰ গাৱঁৰ আন আন মানুহৰ দৰেই তাৰো সাহ আছিল।
অৱশ্যে সি খেল চাবলৈ আন গাৱঁলৈ কাহানিও যোৱা নাই। নিজৰ ঠাইত
সি কোনোকালে বাদ দিয়া তাৰ মনত নপৰে। ষাঁড়ৰ আক্ৰমণৰ সময়লৈকে
সি থিৰেৰে ৰব পাৰে, শেহ মুহূৰ্তত দাঁতিলৈ জাপ মাৰি গুচি যায়। কাৰোবাক
খুচি যদি পেলাই দিয়ে, সি গৈ ষাঁড়ৰ নাকে মুখে থৈলা এটাৰে কোবাই
আঁতৰাই দিয়ে। কোনোবা মানুহক সি খুচি পেলাই দিলে, সি গৈ তাৰ
শিঙত ধৰি টানি আনে—গালত চৰিয়ায়, মুখখনত গুৰিয়াই দিয়ে। তেতিয়া
সি সেই মানুহটো এৰি আন কাৰোবাক লাগেগৈ।

কাৰোবাক খুচি পেলালেই সি গৈ তাৰ নেজডালত ধৰি পকাই দিয়ে,
আৰু তাক আন এফালে টানি লৈ যায়। এবাৰ সি তেনেকৈ এহাতেৰে
ষাঁড়ৰ নেজত ধৰি এনেকৈ টানিলে যে সি আনখন হাতেৰে তাৰ শিঙত ধৰিব

পৰা হ'ল। শিঙত ধৰোঁতেই ষাঁড়ে আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। উপায় নাপাই সি পাছফালনৈ ভিৰাই ল'ব মাৰিলে। ল'ব মাৰিলে হয়। সি কিন্তু নেজডালো নেৰিলে, শিঙটোও নেৰিলে। এৰিলেই তাৰ বিপদ। মূৰকত মানুহ কিছুমানে হাতত কটাৰী লৈ আহি ষাঁড়টোক খুচি দিলে। তেহে ৰক্ষা। কেউফালে ধূলি, ওপৰে ৰ'দ, মানুহৰ চিঞৰ-বাখৰ—তাৰ উপৰি ষাঁড় আৰু মানুহৰ টনাটনি—মদৰ গোন্ধ—তাৰ মাজত সেই মানুহজাক আহি ষাঁড়ক ঘেৰি ধৰিছে—ইফালে সি সেই মানুহজাকৰ একেবাৰে আগত ঘূৰিব লাগিছে। সি গৰুটোৰ শিঙত এহাতে টানকৈ ধৰিও আছে। গৰুটোৰেও ককালটো ধেনুভিৰীয়া কৰি জপিয়াবলৈ ধৰিছে, শিঙত ধৰি থকা হাতটো যেন এতিয়াই ছিগি পৰিব তাৰ এনেকুৱা লাগিল। ষাঁড়টোৰ ডিঙিত সি ছুৰীৰে খুচিবলৈ ধৰিলে। ডিঙিটো তাৰ উখহি গৈছে উখহা ঠাইতে চুৰীখন সি বহুৱাই দিছে বাৰে বাৰে। তাৰ কাণখন সি দাঁতেৰে কামোৰ মাৰি ধৰিলে।

তাৰ কাণত কামোৰা এয়ে প্ৰথম। সি ভালেমান সময় কামুৰিয়েই থাকিল। ঘূৰোঁতে ঘূৰোঁতে ষাঁড়ৰ মুখ শুকাই চুণৰ টেমি যেন হ'ল। আটাইবোৰ মানুহে তাক পিছত বান্দৰ নচুৱা দিলে। মানুহবোৰে তাক লৈ হাঁহি ধেমালি কৰে যদিও, তাক আতোলতোলকৈ ৰাখেও। বছৰি সি এনেকুৱা খেলা কৰিব লাগিব। মানুহবোৰে কয়, সি ভিল্লাকন্‌জচৰ মানুহ বুলডগ; বুলডগ যদিও সি শুকান খেৰহে খায়—এনেকৈ বুলি তাৰ কথাকে উপ্‌লুঙা কৰে। বছৰি সি প্ৰথমতে তাৰ এই খেলা চাবলৈ মানুহবোৰে বাট চাই থাকে। বছৰি বছৰি সি প্ৰথমতে বাকচটোৰ পৰা ওলাই আহি কাৰোবাক আক্ৰমণ কৰে, তাৰ পিছত সেই টনাটনি ঘূৰা-ঘূৰি চলে। ছুৰী লৈ মানুহবোৰ যেতিয়া লৰি যায়। তেতিয়া সিও চিকাৰ এৰি মানুহৰ মাজত জপিয়াবলৈ ধৰে। শেহত, সি ক্লান্ত হৈ বৈ যায়, মানুহৰ খোচাখুচিত মৃতপ্ৰায় হয়। তথাপিও সি উঠে, নাহে নাহে গৈ থাকে। কাণখন ছিগা বাবে তাক অলপ লজ্জিত যেন দেখি, কিন্তু চকুৰে মুখে গৰ্বৰ ভাব তেতিয়াও ফুটি উঠে। গাড়ীবোৰৰ মাজেদি তাক লৈ গৈ মানুহবোৰে তাক গা ধুৱাই পিঠিত চপৰিয়াই ছালৰ মোনাত নিয়া মদ খাবলৈ দি কয়, "বুলডগ, তই বহুত দিন জীয়াই থাক।"

আন্দ্ৰেজৰো লাজ লাগে। তথাপি এইবোৰ কৰি সি গৰ্ব অনুভৱ কৰে, সুখো পায়। শেষত হাত ভৰি ধুই তাৰ চুৰীখন চাফা কৰি পেলায়। তাৰ



পিছত ছালৰ মোনাৰ পৰা মদ লৈ জিভাত লাগি থকা ষাঁড়ৰ কাণৰ সোৱাদ সেই বছৰৰ বাবে ধুই লয়। সি মদেৰে কুল্‌কুলি কৰি ডিঙিলৈকে মুখখন পৰাণি আকৌ মদখিনি শিলৰ ওপৰত উলিয়াই পেলাই দিয়ে।

এবা, সি ভিল্লাকন্‌জচৰ বুলডগ সঁচাকৈয়ে হয়। আন্দ্ৰেজেও বছৰি তাৰ নগত খেলা কৰাৰ সুযোগ এৰিব নোৱাৰে। দহবন কাতি কৰি হলেও সি তালৈ আহিবই। কিন্তু তাহানি এদিন পুৱা বৰষুণ দিওঁতে খেল-পথাৰলৈ যাব নগাৰ কথা মনলৈ আহোঁতে তাৰ কিয় সকাহ পোৱা যেন অনুভৱ হৈছিল সি আজিও নুবুজে।

মই কিন্তু উভতিবই লাগিব। সি ভাবিলে, চকীকেইটা আৰু দলঙখনৰ প্ৰশ্ন আছে। নগলে নহব, ভাই ইলাডিঅ' তাতে আছে, সি মোৰ নিচেই আপোন। এন্‌চেলম, প্ৰিমিটোভ, ফাৰনেন্দ আছে, ৰাফেল আছে, ৰাফেল মানুহটোৰে অৱশ্যে এইবোৰ কথাত বৰকৈ লগা নাই,—তদুপৰি তিৰোতা দুজনী আছে, পাব্‌লো আছে। ইংৰাজটোও আছে। সি বিদেশী, তাৰ কথা নধৰিলেও চলে, আনৰ মাজ্ঞাবহ। মানুহ যেনেকুৱাই নহক, সিহঁত আটাইবোৰৰ লক্ষ্য একেটাই। মই এই খবৰটো লৈ অহাৰ অজুহাত দেখুৱাই তালৈ নোযোৱাকৈ থাকিব নোৱাৰোঁ। যিমান পাৰোঁ ততাতৈয়াকৈ খবৰটো দি উভতিব লাগিব, চকীত আক্ৰমণ হোৱাৰ সম্ভাৱনা আছে। মই নগলে মোৰ নীচ প্ৰবৃত্তিৰ পৰিচয়হে ফুটি ওলাব। এই কথা ফট্‌ফটীয়াকৈ ওলাই আছে। সি গুণা-গঁথা কৰি চালে,—হঠাত তাৰ মনত খেলালে, নিজৰ দায়িত্ব পালন কৰাত এটা বিশেষ আনন্দও আছে। তদুপৰি তাত থাকিলে ফেচিষ্টকেইটামানকো বধ কৰিব পাৰিম, সি ভাবিলে, আগতে মাৰিছিলোঁ। সঁচা, কিন্তু সেইয়া বহুত দিনৰ আগৰ কথা। কাইলৈ সংগ্ৰাম হব,—প্ৰত্যক্ষ সংগ্ৰাম হব। কাইলৈৰ দিনটো লেখত লবলগীয়া। কাইলৈ দিনটোৰ দৰে দিন আহক, সেইটো দিন এনেয়ে কটাব নোৱাৰি, মই তাত উপস্থিত থাকিবই লাগিব।

বিপাব্লিকান সৈন্যবোৰ যত আছে সেইফালৈ এটা আওগৰীয়া ৰাস্তা আছে। সেই ৰাস্তাটোৰেদি সি গৈ আছিল। ৰাস্তাটোৰ দুয়ো কাষে জোপোহা কাঁইটীয়া বন।...তাৰ ভৰিৰ কাষৰ পৰা বনকুকুৰা এটা পাখি কোবাই হঠাৎ উৰি গল। আন্ধাৰত একো উমান নাপাই সি বৰ ভয় খালে। ভয়ত তাৰ শ্বাসৰোধ হৈ গল। কেতিয়াবা হঠাতে এনেকুৱা হয়েই, সি ভাবিলে। উস্, তাৰ পাখিৰ

কোৰ ইমান বেছি! তাই হয়তো উমনিত আছিল, মোৰ গছক পৰাত তাই চক খালে যেন লাগিছে। যুঁজখন যদি নহলহেঁতেন, মই বনজোপাত কমাল এখন বান্ধি চিন এটা থৈ গলোঁহেঁতেন! দিনৰ বেলিকা আহি বাহঁটো বিচাৰি কণী কেইটা নিব পাৰিলোঁহেঁতেন। কণী কেইটা নি ঘৰৰ উমনিত পৰা কুকুৰাৰ কণীৰ লগত থৈ দিলোঁহেঁতেন। তেতিয়া সৰু সৰু বনকুকুৰাৰ পোৱালী হলহেঁতেন, ডাঙৰ হ'লে আলহীক খুৱাব পৰা গলহেঁতেন। কিন্তু সিহঁত জানো পোহনীয়া হব? চকু কেইটা ফুটাই নেদেখা কৰিলে কিজানি সিহঁত আৰু উৰি নাযায়।

কিন্তু সিহঁতক পোহপাল দি সেইটো কৰিবৰ সত নাযায়। এটা কাম কৰিব লাগিব। পাখি কাটি নতু ঠেঙত ৰছী বান্ধি এৰাল লগাই ৰাখিলেহে ভাল হব। যুঁজখন নোহোৱা হলে ইলাডিঅ'ক লগত লৈ তেহে আলহী স্থধিব পৰা যাব। যুঁজখন নোহোৱা হলে ইলাডিঅ'ক লগত লৈ ফেচিষ্টবোৰৰ কোঠাটোৰ ওচৰত থকা নিজৰাটোত মাছকে ধৰিলোঁহেঁতেন। এবাৰ সেই নিজৰাটোত দিনটোৰ ভিতৰত চাৰি ডজন মাছ ধৰা মনত আছে। যুঁজ-বাগৰ শেষ হলে চিৰা-ডি-গ্ৰিডচলৈ যাব পাৰি। তাৰ নিজৰাবোৰত অপাৰ মাছ পোৱা যায়। গ্ৰিডচলৈ যাবৰ বৰ মন যায় কেতিয়াবা। জহকালি তাত থাকি ভাল লাগিব, জাৰকালি কিন্তু বৰ জাৰ হয়। কিন্তু জাৰকালিৰ আগে আগে আমি যুঁজখনত জিকিবও পাৰোঁ।

দেউতা ৰিপাব্লিকান নোহোৱা হ'লে, ইলাডিঅ' আৰু মই সম্ভৱতঃ ফেচিষ্টদলৰ সৈন্য হলোঁহেঁতেন! সিহঁতৰ সৈন্য হোৱা হলে কোনো আহকাল নহলহেঁতেন। লোকৰ তলত আদেশ পালন কৰি জীয়াই থাকিবলৈ ভাল। মৰিবও পাৰি। শেহত যি হব লগা আছে হবই। কতৃৰ্পক্ষৰ বিৰুদ্ধে যুদ্ধ-বিগ্ৰহ কৰাতকৈ সেও মানি তাৰ অধীনত থকাটো বেছি সহজ।

কিন্তু এনেকুৱাকৈ অনিয়মিত ভাৱে যুঁজ কৰাটো বৰ দায়িত্বৰ কথা। দুশ্চিন্তা কৰিলে দুশ্চিন্তা বাঢ়ে। ইলাডিঅ'ই মোতকৈ বেছিকৈ ভাবে। দুশ্চিন্তাও কৰে সি। যি উদ্দেশ্য লৈ যুঁজখন চলিছে তাত মোৰ বিশ্বাস আছে। সেইবাবে মই আৰু চিন্তাও নকৰোঁ। কিন্তু এনেকুৱা জীৱনত দায়িত্ব বেছি।

বৰ দুৰ্যোগৰ সময়ত আমি ওপজিছোঁ, সি ভাবিলে। অন্য যুগ হয়তো ইয়াতকৈ সহজ হলহেঁতেন। দুখ-দৈন্যৰ বিৰুদ্ধে আমি আটায়ে যুঁজ কৰিছোঁ। গতিকে কষ্ট কোনেও অনুভৱ নকৰে। যি কৰিছে, সি এই পৰিবেশত তিষ্ঠিবও



নোৱাৰে। সময়টো জটিল—সিদ্ধান্ত লোৱা সহজ নহয়। ফেচিষ্টবোৰে আক্ৰমণ কৰিলত আমি এই সিদ্ধান্ত লব লগাত পৰিলোঁ। আমি যুঁজ কৰোঁ জীয়াই থাকিবলৈ। মোৰ কিন্তু মন যায়, মই যেন উভতি গৈ সেই জোপোহা বনজোপাত কমালৰ বান্ধ এটা দি থওঁ। দিনৰ পোহৰত গৈ কণী কেইটা আনি ঘৰচীয়া কুকুৰাক উমাবলৈ দিম। মোৰ চোতালত বনকুকুৰাৰ পোৱালি ঘূৰি ফুৰা চাই কিমান ভাল লাগিব! এইবোৰ সৰু সৰু নিয়মিত কথাহে মোৰ ভাল লাগে।

কিন্তু মোৰ তো ইয়াত ঘৰ নাই, চোতাল নাই; সি ভাবিলে। পৰিয়ালো মোৰ নাই, যিবা ভাই এটা আছে সিও কাইলৈ যুঁজলৈ যাব। নিজৰ বুলিবলৈ তোমাৰ আছে মাত্ৰ বতাহ, ৰ'দ আৰু শুদা পেট এটা। বতাহ কম, ৰ'দ নাই বুলিলেই হয়। জেপত আছে চাৰিটা বোমা—কিন্তু বোমা দলিয়াবহে লাগিব। পিঠিৰ বন্দুকটোৰেনো কি কৰিবা? গুলীহে এৰিব পাৰিবা। তাৰ পিছত [illegible]বাদ দিব লাগিব। তোমাৰ যি আছে সকলো আনক দিবহে লাগিব। তুমি নিজেই এটি দৰ্শন হৈ পৰিবা—হতভগীয়াৰ অৱস্থাই এনে হয়! সি ভাবিলে, মনে মনে এবাৰ হাঁহি ল'লে।

কিন্তু এইবোৰ ডাঙৰ চিন্তাতকৈ গাৱঁত তাহানি কোনোবা খেল হোৱা দিন [illegible]টোত পুৰা বৰষুণ হওঁতে মনটোৱে সকাহ অনুভৱ কৰাৰ কথা তাৰ মনত পৰে। [illegible]য়া, এই পৰ্বতশাৰীৰ মূৰতে চৰকাৰী কোঠ আছে। সি জানে, তাত তাক [illegible]ন্দীয়ে নিশ্চয় ধৰিব।

# ॥ ৩৫ ॥

মেৰিয়া নামৰ ছোৱালী জনী শুই আছিল। তাইৰ কাষতে ৰবাৰ্ট জৰ্ডানো কাতি হৈ আছিল। তেওঁ তাইৰ ফালে পিঠি দি আছিল। তাইৰ দাঘল শৰীৰটো ৰবাৰ্টৰ পিঠিত লাগি আছে। নাৰী-দেহৰ স্পৰ্শ আজি পৰিহাস! তেওঁৰ খং উঠিল। খঙতে ভোৰভোৰাই নিজকে ক'বলৈ লাগিল,···তাক দেখিয়েই মই বুজিছিলোঁ, সি এই কামোৰ মাৰিব। মই মূৰ্খ,—বৰ নিৰ্বোধ। মনেই নকৰিলোঁ,—এতিয়া আৰু ভাবিলে কি হ'ব?

সি নো কেনেকৈ সেইবোৰ লুকালে? আন্ধাৰত বিচাৰি পাবা ক'ত? সি হয়তো সেইবোৰ থৈ দিছে। ডিনেমাইটো অলপ সি লৈ গ'ল। বদ্-মাচ্, বিশ্বাসঘাতকী! সেই তেজখাতীজনীৰ হাতত বিস্ফোৰক পদাৰ্থবোৰ দিবলৈ মোক কিহে পাইছিল? সমূলি বিশ্বাস নাই তাইৰ! কুৎসিৎ জহৰা তিৰোতা ক'ৰবাৰ।

ভাবি থাকিলে আৰু লাভ কি? যি হ'ল হ'ল আৰু। তুমি সুযোগ ল'ব লাগিছিল, লৈছিলা। কিন্তু তুমি ঠগ খালা। এতিয়া হিয়ামূৰ ভুকুৱালে লাভ কি? খং বা বেজাৰ কৰি কি হ'ব? বস্তু হাতৰ পৰা গ'লেই। ঈশ্বৰে দেখিব তইঁতক।

এইখন দেশ ৰসাতললৈ যক। স্পেনদেশৰ এই বিশ্বাসঘাতকীবোৰ ধ্বংস হক। লাৰ্গ', প্ৰিয়েটো, এচেনচিঅ', মিআজা, ৰজ'—যি ঠায়েই নহ'ক



সকলো জহন্নামে যক। সিহঁতৰ অহংকাৰ, স্বাৰ্থপৰতা, গৰ্ব, প্ৰবঞ্চনা—সব ৰসাতলে যক। সিহঁতৰ কাৰণে আমি মৰাৰ আগেয়ে সিহঁত শেষ হৈ যক। পাব্‌লোক ঈশ্বৰে দেখিব। এই যুঁজে কি ৰূপ লয় আমি কেনেকৈ জানিম? ডুৰুত্তিক মই ভাল বুলিয়েই ভাবিছিলোঁ। কিন্তু সি সেখোন নিজৰ মানুহৰ হাততে মৰিল! সি নিজৰ মানুহকে আক্ৰমণ কৰিব খুজিছিল। নিয়মানুবৰ্তিতা ৰক্ষাৰ বাবেই তাক গুলীয়ালে। নিয়মানুবৰ্তিতাই নে অনিয়মানুবৰ্তিতা কোনে জানে! কাপুৰুষ গাহৰি ক'ৰবাৰ! পাব্‌লোই নিলে, মোৰ বিস্ফোৰক পদাৰ্থ সিয়েই আঁতৰালে। যক, যক সি ৰসাতললৈ যক। কিন্তু সি যাওক ছাৰি আমাকহে ৰসাতললৈ নিলে। সকলোৱেই তোমাকহে প্ৰবঞ্চনা কৰে। স্পেনৰ শাসকবৰ্গও সেই একে পানীৰ মাছ···সিহঁতো অহঙ্কাৰী, বিশ্বাসঘাতক—মহাপ্ৰবঞ্চক।

এই ঘৃণা ক্ৰমাৎ বেছি হৈ অহাৰ লগে লগে তাৰ খঙো দমি আহিল। কথাবোৰৰ ওপৰত তাৰ বিশ্বাস কমি আহিল। কথাবোৰ যদি সঁচাই হয়, তেন্তে তেওঁনো ইয়াত আছেহি কিয়? এই ভাল মানুহো আছে নহয়—তেওঁলোকলৈ চোৱা। ইঃ, এনেকৈ ভবাটো অন্যায় হ'ল। তাৰ মনটোৱে সহিলে। খঙত সি একোনাই হোৱা বাবেহে এনেকৈ ভাবিছিল। এতিয়া খং নাই। মনটো এতিয়া শান্ত হৈ পৰিছে। ভাল নোপোৱা কোনো তিৰোতাৰ লগত সঙ্গম হোৱাৰ পিছত মানুহৰ যেনেকুৱা লাগে তাৰো তেনেকুৱাই লাগিল।

মেৰিয়াই টোপনিতে হাঁহিলে, বাগৰ সলাই তাৰ কাষ চাপিল। "বেচেৰী মেৰিয়াজনী," তেওঁ অকলে অকলে কলে, "অলপ আগতে তাই যদি কথা কলেহেঁতেন, তাইক শেষ কৰি দিলোঁহেঁতেন! খঙ উঠিলে মানুহ একেবাৰে পশু হৈ যায় কিজানি।"

তেওঁ তাইক হাতেৰে সাবটি ধৰিলে। তাইৰ কান্ধখনৰ ওপৰত নিজৰ থুঁতৰিটো থৈ সি ভাবিবলৈ ধৰিলে। কি কি কৰিব লাগিব, কেনেকৈ কৰিলে ভাল হ'ব—তাৰ কথা।

কামটো বেয়া নহয়। মুঠেই বেয়া নহয়। এনে কাম আগেয়ে কোনোবাই কৰিছে বুলি মই নেজানো। পাকত পৰিলে এতিয়াৰে পৰা বহুতেই এনে কাম কৰিব। আমি এনে কাম কৰিম বুলি যদি সিহঁতে শুনে! এৰা,

সিহঁতে যদি শুনে। আমাৰ কামৰ কথা শুনি সিহঁত হয়তো আচৰিত নহব। বাৰু, সেইবোৰ থক—চিন্তা কৰি লাভ নাই। যি আছে তাৰেই দলংখনৰ কাম শেষ কৰিম। খঙ্‌টো যে মোৰ মাৰ গ'ল, সেইবাবে ঈশ্বৰক ধন্যবাদ। বৰকৈ ধুমুহা আহিলে উশাহ লবলৈ টান হয়। বৰকৈ খঙ উঠিলেও তেনেকুৱা লাগে। ক্ৰোধ এটা বেয়া বিলাসিতা—যিটোক চম্ভালিব পৰা সামৰ্থ্য আমাৰ নাই।

"সকলো ঠিক হৈ আছে, চেনেহী," শুই থকা মেৰিয়াৰ কান্ধত ভৰ দি তেওঁ ক'লে, "এইবোৰৰ বিষয়ে তুমি মূৰ ঘমাব নালাগে। তুমি এইবোৰ কথা নাজানা। আমি মৰি-তৰি হলেও দলঙ্‌খন ধংস কৰিমেই। তুমি অকণো চিন্তা নকৰিবা।" ইতো আৰু বিয়াৰ উপহাৰ নহয়। সুনিদ্ৰাও অমূল্য বস্তু—নহয় জানো? আঙুলিত আঙঠি যেনেকৈ পিন্ধা, তাকো তুমি পাৰা যদি পিন্ধি থাকা। তুমিতো ভালকৈ শুইছাই। শোৱা, শুই থাকা, মোৰ চেনেহী! তোমাক নজগাওঁ। এইকণ উপকাৰৰ বাহিৰে আৰু নো তোমাক কি কৰিম? এতিয়া?

তাইক লাহেকৈ ধৰি তেওঁ তাতে পৰি থাকিল। তাইৰ নিশ্বাস-প্ৰশ্বাস, হৃৎস্পন্দন অনুভৱ কৰিলে—লগে লগে হাতৰ ঘড়ীটোত সময়ো নিৰীক্ষণ কৰিলে।



## ॥ ৩৬ ॥

আন্দ্ৰেজ গৈ গৈ চৰকাৰী কোঠ পালেহি। এন্ধাৰে মুধাৰে সি কোঠটো পাৰ হৈ যাব পাৰিলেহেঁতেন,—চৰকাৰী এলেকাত গৈ সোমাব পাৰিলে-হেঁতেন...কিন্তু কোঠটোৰেদি যোৱাটোকে সি নিৰাপদ বুলি ভাবিলে। পাৰ হৈ গ'লেও সি মাৰিব নোৱাৰে। পাহাৰটোৰ কাষৰ মাটিৰ দেৱালখনৰ গুৰিৰ পৰা সি চিঞৰিবলৈ লাগিল।

তাৰ কাণত পৰিল, কোনোবাই যেন কিবা এটা টানিছে। তাৰ পিছত মাটিৰ দেৱালৰ সিপাৰৰ পৰা ৰাইফলৰ শব্দ হ'ল। কিবা এটা ভাগি গ'ল। শব্দটো শুনি আন্দ্ৰেজ মাটিত লিপিটখাই শুই চিঞৰিলে:

"কমৰেড্ সকল, গুলী নকৰিবা। মই ভিতৰলৈ যাব খোজোঁ।"

"কেইজন আছা?" দেৱালৰ সিপাৰৰ পৰা কোনোবাই সুধিলে।

"মই,—অকলে,—এজন মাত্ৰ।"

"কোন্ তুমি?"

"মই ভিল্লাকনজচৰ আন্দ্ৰেজ লোপেজ, পাব্লোৰ দলৰ পৰা আহিছোঁ—কিবা এটা খবৰ আছে।"

"তোমাৰ হাতত ৰাইফল আৰু অন্যান্য সঁজুলি কিবা আছে নে কি?"

"আছে।"

"ৰাইফল-তাইফোল নহলে আমি কাকো সোমাবলৈ নিদিওঁ। —আৰু তিনিটাতকৈ বেছি মানুহৰো প্ৰবেশ নিষেধ।" ভিতৰৰ পৰা কোনোবাই ক'লে।

"মই অকলেহে আছোঁ," আন্দ্ৰেই চিঞৰিলে, "দৰ্কাৰী কথা আছে, সোমাবলৈ দিয়া।" দেৱালৰ সিপাৰে কোনোবাই কিবাকিবি কথা পাতি আছিল। আন্দ্ৰেই কিন্তু একো ধৰিব নোৱাৰিলে। তাৰ পিছত কণ্ঠস্বৰ শুনা গল; "কেইজন আহিছা?"

"এজন—অকল মইহে, ঈশ্বৰৰ নামত কৈছোঁ।"

আকৌ দেৱালৰ সিপাৰে কথা পতা শুনা গল। অলপ পিছতে কাৰোবাৰ কণ্ঠস্বৰ ভাহি আহিল; "ফেচিষ্ট, শুনা।"

"মই ফেচিষ্ট নহওঁ," আন্দ্ৰেজে চিঞৰিলে, "মই পাব্‌লোৰ দলৰ গৰিলা-যুঁজাৰু। এটা সংবাদ লৈ আহিছোঁ।"

"মানুহটো উন্মাদ," কোনোবাই কোৱা আন্দ্ৰেই শুনিলে, "তাৰ গালৈ বোমা এৰি দিয়া।"

"শুনাচোন," আন্দ্ৰেজে ক'লে, "মই অকলে আহিছোঁ। একেবাৰে অকলে। ঈশ্বৰৰ দোহাই, মিছা কোৱা নাই। মই অকলে আহিছোঁ। সোমাবলৈ দিয়া।"

সি শুনিলে, কোনোবাই হাঁহি হাঁহি কৈছে—"ই ধাৰ্মিকৰ দৰে কথা কৈছে।"

তাৰ পিছত কোনোবা এটাই ক'লে, "ভাল কথা হব, ইয়াক বোমা দি মাৰি পেলোৱা।"

কথা বিষম দেখি আন্দ্ৰেই চিঞৰিলে, "নহয় নহয়, সেইটো কৰিলে ভুল হব। দৰ্কাৰী কথা আছে, সোমাবলৈ দিয়া মোক।"

"তুমি অকলে নে কি?" ভিতৰৰ পৰা কোনোবাই সুধিলে।

"একেটা কথাকে কিমান বাৰ ক'ব লাগে হেঁ—মই অকলে আহিছোঁ।"—আন্দ্ৰেই ডাঙৰকৈ ক'লে।

"যদি অকলশৰে আহিছা তেন্তে তোমাৰ ৰাইফলটো মূৰৰ ওপৰলৈ দাঙি ধৰা।"

আন্দ্ৰেজ থিয় হৈ দুই হাতেৰে ধৰি বন্দুকটো মূৰৰ ওপৰত ললে।

"এতিয়া এই তাঁৰ বোৰৰ মাজেৰে আঁহা।"

আন্দ্ৰেজে অসুবিধা পালে। সি ক'লে, "হাত কেইটাৰে তাঁৰবোৰ নেদাঙিলে যাবই নোৱাৰি।"

"হাত দাঙি থাকা।"—আদেশৰ সুৰত কোনোবাই ক'লে।

"মই যে লাগি ধৰিছোঁ।" আন্দ্ৰেই ক'লে।



"তাক বোমা এটা দি মাৰি পেলোৱাটোৱেই সহজ কথা হলহেঁতেন।" কোনোবাই চিঞৰি উঠিল।

আন এটাই ক'লে, "ৰাইফলটো নমাই লবলৈ কোৱা। হাতকিথন দাঙি সি আহিব কেনেকৈ? অলপ ভাবি চাবা কথাটো।"

"এই ফেচিষ্টবোৰ চব একেই। ছল পালে গললৈ জপিয়ায়।" আন এটাই মাত দিলে।

"শুনাচোন" আন্দ্ৰেজে ৰবকৈ চিঞৰি দিলে, "মই ফেচিষ্ট নহয়। পাব্‌লোৰ দলৰ গৰিলা-যুঁজাৰুহে। টাইফয়েড ৰোগতো যিমান মানুহ মাৰে, আমাৰ হাতত তাতকৈ বেছি ফেচিষ্ট মৰিছে।"

ইয়াৰ উত্তৰ যিটো মানুহে দিলে তাক সেই কোঠটোৰ দলপতি যেন বোধ হ'ল। সি ক'লে, "মই পাব্‌লোৰ দলৰ কথা শুনা নাই। কোনো সাধু-সন্ন্যাসীৰ নামো মই নাজানো। কোনো দলৰ কথাকে মই নুবুজোঁ। ৰাইফলটো নমাই হাত দুখনেৰে তাঁৰ বোৰ আঁতৰাই আহি থাকা।"

"তোমালোকৰ অলপো দয়া-মায়া নাই" আন্দ্ৰেই ক'লে। সি তাঁৰ বোৰ দাঙি দাঙি গৈ থাকিল।

"কিহৰ দয়া-মায়া? যুদ্ধ বুলি নাজানা, তুমি?" কোনোবাই চিঞৰি তাক উত্তৰ দিলে।

"তেনে যেনেই লাগিছে।" আন্দ্ৰেই ক'লে।

"সি কি কৈছে?"

আন্দ্ৰেই কিবা এটা খোলাৰ শব্দ শুনিলে। সি চিঞৰি দিলে, "মই একো কোৱা নাই। ৰবা গুলী নকৰিবা, মই এই আপদীয়া কাঁটা তাঁৰ সোপা পাৰ হৈ লওঁ।"

"আমাৰ তাঁৰ বোৰ আপদীয়া বুলি নকবি। ক'লে, বোমা দলিয়াম।" কোনোবাই ক'লে।

আন্দ্ৰেই প্ৰমাদ গণি কবলৈ ধৰিলে, "বৰ ভাল তাঁৰ এইবোৰ, বকৰানিত এয়া পাৰিজাত ফুলিছে। কেনে ধুনীয়া! ভাইহঁত, মই তোমালোকৰ কাষ খন্তেকতে পামগৈ।"

সি শুনিবলৈ পালে, কোনোবাই যেন কৈছে, "বোমা দি তাক মাৰি পেলা। সেইটোৱেই ভাল কাম হব।"

আন্দ্ৰেজৰ সৰ্বশৰীৰ ঘামিবলৈ ধৰিলে। সি বুজিলে, বোমা দিব খোজা এই মানুহটোৱে যি কোনো মুহূৰ্ত্তে হাতবোমা এটা দলিয়াই দিব পাৰে। সি ক'লে, "ভাইহঁত, মই নগণ্য মানুহ।"

বোমাৰ কথা কৈ থকা মানুহটোৱে ক'লে, "মই সেই কথা মানি লৈছোঁ।"

"ঠিক কৈছা তুমি" আন্দ্ৰেই কলে। কাঁইটীয়া তাঁৰৰ তৃতীয় বেৰাটো সি ইতিমধ্যে পাৰ হ'ল। দেৱালখনৰ সি ওচৰ চপাৰ লগে লগে সি কলে, "মোৰ কথা নধৰিবা, মই নগণ্য প্ৰাণী। কিন্তু যিটো কামৰ কাৰণে আহিছোঁ সিহে গুৰুতৰ।"

বোমাপ্ৰিয় মানুহটোৱে চিঞৰিলে, "স্বাধীনতাতকৈ ডাঙৰ কথা একো হ'ব নোৱাৰে।" অলপ বৈ আকৌ তৰ্ক কৰাৰ ছলেৰে সুধিলে, "স্বাধীনতাতকৈ কিবা ডাঙৰ বস্তু আছে বুলি ভাবা নে কি তুমি?"

আন্দ্ৰেজ নিশ্চিন্ত হ'ল। সি বুজিলে এই দলটোৱেই আটাইতকৈ উন্মাদ; ডিঙিত ইহঁতেই ৰঙা-কলা কমাল বান্ধি লয়। প্ৰকাশ্যে ক'লে, "নহয়, ভাইহঁত, তেনেকৈ কিয় ভাবিম? স্বাধীনতা দীৰ্ঘজীৱী হওক।"

তাৰ কথা শুনি সিহঁত আটাইবোৰে দেৱালৰ ওপৰৰ পৰা তাৰ ফালে চাই চিঞৰিবলৈ ধৰিলে, "এফ, এ, আই, দীৰ্ঘজীৱী হক। চি, এন, টি, দীৰ্ঘজীৱী হক। নৈৰাজ্যবাদী কৰ্মীসংঘ দীৰ্ঘজীৱী হক—স্বাধীনতা দীৰ্ঘজীৱী হক।"

আন্দ্ৰেজে ঘূৰাই চিঞৰিলে, "আমি সকলো যেন দীৰ্ঘজীৱী হওঁ।"

বোমাপ্ৰেমিকে ক'লে "এই মানুহটো আমাৰ সহধৰ্মী। তাকে আকৌ মই বোমা দি মাৰি পেলাব খুজিছিলোঁ।!"

মানুহটোৱে হাতৰ হাতবোমাটোলৈ চালে। দেৱাল পাৰ হৈ আহোঁতে আন্দ্ৰেক সি দেখি বৰ বিচলিত হ'ল। বোমাপ্ৰেমিকে তাক দুই হাতে সাৱটি মাৰি ধৰি গালত চুমা খালে। তেতিয়াও হাতত তাৰ বোমাটো আছিলেই, সাৱটি মাৰি ধৰোঁতে আন্দ্ৰেজৰ কান্ধৰ এটা অংশত বোমাটো লাগি আছিল।

"ভাই, তোমাৰ যে একো নহ'ল, সেইবাবে মই বৰ সন্তোষ পাইছোঁ।" সি ক'লে।

"অফিছাৰ জন ক'ত আছে?" আন্দ্ৰেই সুধিলে।

"ময়ে ইয়াৰ দলপতি, চাওঁ তোমাৰ কাগজ-পত্ৰ"—মানুহটোৱে ক'লে।

কাগজ-পত্ৰবোৰ লৈ সি গুহাটোলৈ গ'ল। তাতে মম এডাল জ্বলাই লৈ



সেইবোৰ সি চালে। চাৰিচুকীয়া পাটৰ কাপোৰ এটুকুৰাত ৰিপাব্লিকৰ পতাকা অঁকা আছে, মাজতে এচ, আই, এমৰ মোহৰ। এখন পাছ আছিল। তাত তাৰ নাম, বয়স, উচ্চতা, জন্মস্থান, সকলো লিখা আছিল। ৰবাৰ্ট জৰ্ডানৰ সংবাদবাহী চিঠিখনো আছে। তাতো এচ, আই, এমৰ মোহৰ। গল্জলৈ দিয়া কাগজৰ দুৱাটো চাৰিজাপকৈ বান্ধি চীল কৰি দিয়া হৈছে। লগতে এচ, আই, এমৰ লোহাৰ সাঁচটোও আছে। সাঁচটো কাঠৰ টুকুৰাৰ আগ এটাত লগোৱা।

পাটৰ কাপোৰৰ টুকুৰাটো আন্দ্ৰেক দি দলপতিটোৱে ক'লে "মই এইখন চালোঁ। এইখিনি তোমালোকৰ আছে বুলি জানো! কিন্তু এইখিনি থাকিলেও এই পাছখন নহলে নচলিব" এইবুলি সি পাছখন ভালকৈ পঢ়ি লৈ সুধিলে, "তোমাৰ জন্ম ক'ত?"

"ভিল্লাক'ন্জচ্‌ত'" আন্দ্ৰেই কলে।

"তাৰ মানুহে কিহৰ খেতি কৰে?"

"তৰমুজৰ—সকলোৱে সেই কথা জানে।" —আন্দ্ৰেই ক'লে।

"তুমি তাৰ কাক চিনি পাবা?"

"কিয়? তুমিও তাৰেই নেকি?"

"নহয়, মই তালৈ গৈছিলোহঁে। মোৰ ঘৰ এৰানজুৱেঝত।"

"যাৰেই বিষয়ে সোধা তাৰ বিষয়েই ক'ব পাৰিম।"

"বোছ ৰিন্‌কন্‌ৰ বিষয়ে কোৱাচোন।"

"অ' সেই যে মদৰ দোকান আছে—তেওঁৰ কথা।"

"অঁ।"

"মূৰটো খুৰোৱা, পেটুৱা, কেঁৰাচকুৱা সেই মানুহজন নহয় জানো?"

"অ' তেতিয়াহলে, এইখন সত্য বুলি ধৰিছোঁ।" এই বুলি কৈ দলপতিজনে কাগজখন তাক দি পুনৰ সুধিলে, "সিহঁতৰ লগত থাকি তুমি কি কৰা?"

"এই গণ্ডগোল আৰম্ভ নৌ হওঁতেই আমাৰ দেউতা ভিল্লাকাষ্টিনত থাকিবলৈ ল'লে।" আন্দ্ৰেজে কলে, "আমি আছিলোঁ। পৰ্বতৰ সিপাৰে থকা ভৈয়াম অঞ্চলত। তাত থাকোঁতেই এই গণ্ডগোল হৈছিল। মই পাব্‌লোৰ দলত যোগ দি যুঁজ কৰিলোঁ।। কিন্তু, সেইবোৰ বকলা মেলিবৰ সময় মোৰ নাই, নৱালৰি হৈছে, এই চিঠিসোপা মই লৈ যাব লাগে।"

দলপতিটোৰে ততাতৈয়া নকৰিলে। সি সুধিলে, "ফেচিষ্টৰ দেশত এতিয়া
কি হৈছে?"
আন্দ্ৰেজে গৰ্বেৰে ক'লে, "আজিকালি বাট-পদূলি ধূলিৰে ধোঁৱা-কোঁৱা।
ছবজেৰ দল সিহঁতেই ধ্বংস কৰিলে।"
"ছবজে' কোন?" দলপতিৰ প্ৰশ্নত ঘৃণাৰ সুৰ।
"পৰ্বতীয়া দলবোৰৰ আটাইতকৈ ভাল দল এটাৰ দলপতি।"
"তোমালোক আটাইবোৰ ৰিপাব্লিকলৈ গুচি আহাঁ আৰু সৈন্যদলত যোগ
দিয়াহি।" অফিচাৰ জনে ক'লে, "গৰিলা-যুঁজৰ কাৰবাৰ অনৰ্থক বেছি হৈছে।
তোমালোক সকলো আহি আমাৰ স্বাধীনতাকামী সৈন্যদলৰ ওচৰত আত্মসমৰ্পণ
কৰাহি। দৰ্কাৰ হ'লে আমি গৰিলা-যুঁজলৈ পঠিয়াম।"
আন্দ্ৰেজ অতিশয় ধৈৰ্যশীল লোক। কাঁটা-তাঁৰবোৰৰ মাজেদি সোমাই
আহোঁতেও সি বৰ শান্তভাৱে আহিল। এইবোৰ পৰীক্ষাই তাক বিমোৰত
পেলাব নোৱাৰিলে। সি বুজিলে এই মানুহটোৱে সিহঁতক বুজাই নাই, সিহঁতৰ
কাম-কাজৰ কথাও ধৰিব পৰা নাই। ধৰিব নোৱাৰাটো স্বাভাৱিক। সি যে
যিহকে পাই তিহকে ক'ব, সেই কথাও সি ধৰিব পাৰিছিল। তাৰ কামো যে
সোনকালে নহয় সেই কথাও সি জানিছিল। এতিয়া সি যাব পাৰিলেই ৰক্ষা।
"তুমি হয়তো ঠিকেই কৈছা, কমৰেড" আন্দ্ৰেই ক'লে, "মই পাচে ৩৫ নং
ডিভিজনৰ সেনাপতিলৈ কিবা সংবাদ দিবগৈ লাগে। মোৰ ওপৰত সেই আদেশ
আছে। সিহঁতে দিনত এই পৰ্বতত আক্ৰমণ চলাব, এতিয়া ৰাতি ভালেখিনি
হ'ল। সেই দেখি মই যাবই লাগে।"
"কিহৰ আক্ৰমণ? তুমি কি জানা আক্ৰমণৰ বিষয়ে।"
"উহোঁ, মই একো নেজানোঁ। মই এতিয়া নাভাচেৰেডালৈ যাবই লাগিব,
তাৰ পৰা উভতিব লাগিব। তোমাৰ সেনাপতিয়ে তাৰ পৰা যাবলৈ কিবা যান-
বাহন দিব পাৰিব—তুমি এবাৰ তেওঁক কৈ দিবানে? মানুহ এজন মোৰ লগত
পঠিয়ালেই হ'ব—তেৱেঁই কথাটো ক'ব পাৰিব। মোৰ তেতিয়া পলম নহয়।"
"এইবোৰ কথাত মোৰ বৰ সন্দেহ হৈছে। কাঁটা তাঁৰবোৰৰ ওচৰতে তোক
মাৰি পেলোৱা হ'লেই ভাল আছিল।" সি ক'লে।
"কমৰেড, তুমি মোৰ কাগজ-পত্ৰবোৰ চাইছা, উদ্দেশ্য নো কি তাকো মই
কৈছোঁ।" আন্দ্ৰেই ধৈৰ্যেৰে উত্তৰ দিলে।



"কাগজ-পত্ৰ জাল হব পাৰে। ফেচিষ্ট মাত্ৰেই এনে ফন্দী উলিয়াব পাৰে।
সেনাপতিৰ ওচৰলৈ ময়ে যাম তোৰ লগত।" অফিছাৰ জনে ক'লে। "ৰেচ্
তুমি যোৱাই ভাল। গলে সোনকালে যোৱাই ভাল।"—আন্দ্ৰেজে ক'লে।
"চানছেজ্, মই নাহোঁ মানে তুমি দলপতিৰ কাম চলাবা। মই যেনেকৈ
কৰিছোঁ, তুমিও সেইদৰে নিজৰ কৰ্তব্য কৰিব লাগে বুলি জানাই। মই
আমাৰ এই কমৰেড্ জনক সেনাপতিৰ ওচৰলৈ লৈ যাওঁ।" অফিছাৰে ক'লে।
পৰ্বতৰ সিপাৰে এটা ট্ৰেন্স্ আছিল। ট্ৰেন্সটো বাম। সেই ফালে-
দিয়েই সিহঁত দুয়ো যাবলৈ ধৰিলে। আওগৰীয়া বাটটোত অপাৰ ঢেকীয়া
গজি আছে। পৰ্বতীয়া সৈন্যবোৰে এই ঢেকীয়াবোৰৰ মাজে মাজে শৌচ
কৰে। বৰ দুৰ্গন্ধ। আন্দ্ৰেই এন্ধাৰত গৈ থাকোঁতে সেই গোন্ধটো পালে।
এই মানুহবোৰ শিশুৰ দৰে অথচ ভয়লগাও। সিহঁত বৰ লেতেৰা, কোনো
নিয়ম-নীতি মানি নচলে। মৰম-চেনেহ নথকা নহয়, কিন্তু মানুহবোৰ মূৰ্খ।
সদায় বন্দুক-বাৰুদ লৈ ফুৰে দেখি সিহঁতলৈ ভয়ো লাগে। আন্দ্ৰেজৰ ৰাজনীতি
লৈ কোনো কাৰবাৰ নাই। দৰ্কাৰ হ'লে মাত্ৰ ৰিপাব্লিকৰ কথা কয়,—ইমানেই।
এই মানুহবোৰৰ কথা বতৰা সি আগেয়ে ভালেমান বাৰ শুনিছে, কথাবোৰ বেয়া
নহয়, শুনিবলৈ সুৰলা। তথাপি কিয় জানো, সিহঁতক তাৰ ভাল নেলাগে।
স্বাধীন বুলিয়েই জানো যিহক-তিহকে কৰিব লাগে? মেকুৰী স্বাধীন, সেইবুলি
সি যিহকে-তিহকে নকৰে। আটাইতকৈ ডাঙৰ নৈৰাজ্যবাদী হ'ল মেকুৰী।
মেকুৰীৰ পৰা সিহঁতে সেই শিক্ষা ললেহে সিহঁতক মই শ্ৰদ্ধা কৰিম।
আন্দ্ৰেজে ভাবি-চিন্তি গৈ আছিল। এনেতে হঠাতে, তাৰ আগফালে
আহি অফিছাৰটো থিয় হ'ল আৰু সুধিলে, "তোমাৰ হাতত বন্দুকটো এতিয়াও
আছে নহয়?"
"আছে, নেথাকি ক'লৈ যাব?"—আন্দ্ৰেই কলে। "সেইটো মোক দি দিয়া,"
অফিছাৰটোৱে ক'লে, "নহলে তুমি মোৰ পিঠিলৈকে গুলী মাৰিবা।"
"কিয় মাৰিম? তোমাৰ পিঠিলৈ গুলী কৰিম কিয়?" আন্দ্ৰেই সুধিলে।
"মই কাকো বিশ্বাস নকৰোঁ। বন্দুকটো দিয়া।" অফিছাৰটোৱে ক'লে।
আন্দ্ৰেই বন্দুকটো গাৰ পৰা খুলি তাক দি কলে, "তেনেহলে তুমি লোৱা।"
"মই লোৱাই ভাল, তেহে দুয়োৰে বিপদ কম হ'ব।" অফিছাৰে ক'লে।
আন্ধাৰে-মুধাৰে সিহঁত নামি গৈ থাকিল।

## ॥ ৩৭ ॥

ববার্ট জর্ডান তেতিয়াও পৰি আছিল। মেৰিয়াও শুই আছে কাষতে। তেওঁ হাত ঘড়ীটো চাই আছিল। ঘড়ীটো সৰু, তাৰ আপোন গতিত সি গৈ আছিল—সি যে আছে, সেই কথা অনুভৱ কৰাই টান। ঘড়ীটোৰ মিনিটৰ কাঁটা ডাল মণিবই নোৱাৰি। একেৰাহে চাই থাকিলে কাঁটা ডাল যেন লৰচৰ কৰাই নাই এনেকুৱা লাগে। তাৰ থুঁতৰিৰ তলত ছোৱালী-জনীৰ মূৰটো—ঘড়ীটো চাবলৈ সি যেতিয়া মূৰটো ঘূৰায়, তাইৰ মূৰৰ চুটি চুটিকৈ কটা চুলিবোৰ তাৰ গালত লাগি যায়। সৰু সৰু চুলিবোৰ বৰ মিহি যেন লাগে। মেকুৰী এটাৰ গাত হাত ফুৰাই দিলে তাৰ গাৰ নোমবোৰ যেনেকুৱা মিহি আৰু সতেজ যেন লাগে মেৰিয়াৰ শিঁয়ৰি উঠা চুলিৰ স্পৰ্শটোও তেনেকুৱা লাগিল তাৰ। গালখন চুলিত লগাই দিওঁতে তাৰ ডিঙিটো ওকন্দি পৰে, আবেগত তাইক তেওঁ সাৱট মাৰি ধৰে। ডিঙিটো বিষোৱা যেন লাগে। তলমূৰ কৰি আকৌ ঘড়ীটো চাবলৈ ধৰে—ডায়েলখনত ঘন্টাৰ কাঁটাডাল য'ত জিলিকি থাকে তালৈকে একেৰাহে তেওঁ চাই থাকে। কাঁটাডাল লৰচৰ কৰি থকা দৃশ্যটো চাই চাই মেৰিয়াক আৰু কাষলৈ টানি আনে। তাইক এতিয়া জগাব নোৱাৰি, কিন্তু শেষ সময়ত তাইক অকলে এৰি থৈ যোৱাও টান! তাইৰ কাণত ওঁঠ কিখন তেওঁ লগাই দিয়ে···তাৰ পিছত ওঁঠকিখন নি ডিঙিত লগায়। ছালখন ইমান মসৃন, চুলিৰ পৰশ ইমান মিহি! ঘড়ীৰ কাঁটা ডাল চৈ থকা তেওঁৰ



চকুত পৰে। তেওঁ তাইক আৰু টানকৈ সাৱট মাৰি ধৰে। জিভাৰ আগটো গোটেই গালখনত লগাই দিয়ে। তাৰ পিছত জিভা গৈ তাইৰ কাণৰ লতি পায়গৈ। সেইটো অংশৰ ধুনীয়া ভাঁজবোৰতো জিভাখন লগাই চায়। জিভাখনৰ কঁপনি উঠে। জিভাৰ কঁপনিৰ লগে লগে ডিঙিৰ বিষো আকৌ অনুভৱ কৰে। ঘড়ীৰ কাঁটা ক্ৰমাৎ ওপৰলৈ উঠে। ঘড়ীলৈ চাই তেওঁ দেখে যে সময় যথেষ্ট হৈছে। মেৰিয়া তেতিয়াও টোপনিত লালকাল, তেওঁ আলফুলকৈ তাইৰ মূৰটো ঘূৰাই ললে আৰু তাইৰ ওঁঠত চুমা খালে। দুয়ো তাতে পৰি থাকিল—ববার্টে মেৰিয়াৰ জপোৱা ওঁঠ দুটাত নিজৰ ওঁঠখন লাহে লাহে ঘহাই আছিল। তাৰ পিছত তেৰোঁ তাইৰ ফালে মূৰকৈ শুই ললে। তাইৰ কমনীয় শৰীৰৰ শিহৰণ ববার্টে ভালকৈ অনুভৱ কৰিলে। তাই তেতিয়াও সাৰ পোৱা নাই। টোপনিতে এবাৰ হামিয়াই ববার্টক টানকৈ সাবটি ললে। এইবাৰ তাই সাৰ পালে। ববার্টৰ দৃঢ় ওঁঠত তাইৰ ওঠ লাগি ধৰিল। ববার্টে তাইক সুধিলে, "দুখ পাইছানে কি ?"

তাই কলে, "নাই, দুখ পোৱা নাই।"

"চেনেহী।"

"কথা নকবা।"

"মোৰ ৰূপহী"

"কথা নকবা, মনে মনে থাকা।"

সিহঁত দুয়ো একেলগে পৰি থাকিল। ঘড়ীৰ কাঁটাও চলি আছে। এতিয়া কিন্তু ঘড়ী চোৱা নাছিল ববার্টে। সিহঁত দুয়ো বুজিলে, এনে ঘটনা নঘটি কেনেকৈ থাকিব ; ঘটাটোৱেই বেছি সম্ভৱ,—এনে ঘটনা সদায় ঘট আহিছে। অতীতত ঘটিছে, বৰ্তমানত ঘটিছে আৰু ভৱিষ্যতেও ঘটিব। . সিহঁতৰ বেলিকাও সেয়ে হৈছে। সিহঁতে আজি বৰ্তমানক পাইছে,—উপভোগ কৰিছে,—বৰ্তমানৰ এই ক্ষণ চিৰন্তন ! আৰু একো নাই, কেৱল আছে বৰ্তমান—বৰ্তমানৰ এই ক্ষণ, এই মধুৰ মুহূৰ্ত আছে—এই লগ্ন, এই ক্ষণ অমৰ—ইয়েই আবহমান কাল চলি আছে, আগলৈও থাকিব। বৰ্তমানৰ সৈতে সিহঁত যেন মিলি গৈছে···কেৱল বৰ্তমান—আছে আৰু একো নাই। হে বৰ্তমান, তুমি আহা, তোমাৰ বাহিৰে আজি একো নাই। তোমাৰ বাহিৰে একো দেখা নাই, একো চিনা নাই—আমি ক'ত আছোঁ, কিয় আছো—এই প্ৰশ্ন নাই—কেৱল হে বৰ্তমান, তুমি আহা, সেয়ে

সঁচা। তুমি নিত্য, তুমি অখণ্ড। হয়, হয়, তুমি এক, তুমি অখণ্ড—এই অখণ্ডই বৰ্তমান, উঠা-বহা, শোৱা-নাওবোৱা গাড়ী চলোৱা, জীৱনৰ বাটেদি অহা যোৱা সকলো বৰ্তমান—অখণ্ড এই বৰ্তমানৰ লগ্ন,—ই এক অভিন্ন, অখণ্ড—এতিয়াও সি অখণ্ড,—মমতা, কোমলতা, ব্যাকুলতা, সুখ সকলোৰে সি প্ৰতীক—এই বৰ্তমানৰ কোলাতে নিশাৰ গন্ধ লৈ দেৱদাৰুবৃক্ষ শুই আছে, প্ৰভাতৰ স্বপ্ন দেখিছে।

ৰবাৰ্টৰ মন মেৰিয়াৰ স্বপ্নত বিভোৰ হৈ পৰিছিল, এবাৰ তেওঁ কলে, "মেৰিয়া তোমাক মই ভাল পাওঁ, ইয়াৰ বাবে তোমাক ধন্যবাদ।"

"মনে মনে থাকা। কথা নোকোৱাই মঙ্গল।" মেৰিয়াই ক'লে।

"এইটো সামান্য কথা নহয়, তোমাক কবই লাগিব।"

"নহয়, নকবা।"

"চেনেহী।"

তাই কিন্তু তেওঁক সাৰটি ল'লে; মূৰটো লৰালে। ৰবাৰ্টে কোমল মাতেৰে সুধিলে, "চেনেহী, দুখ পাইছা নে কি?"

"নাই পোৱা, এনে সৌভাগ্যৰ বাবে ময়ো কৃতজ্ঞ।" মেৰিয়াই ক'লে।

দুয়ো তাতে নীৰৱে পৰি থাকিল। ইটোৰ কাষতে সিটো। মূৰৰ পৰা ভৰিলৈকে পৰস্পৰৰ অঙ্গ-স্পৰ্শ চলি আছিল। ৰবাৰ্ট জৰ্ডানে ঘড়ীটোলৈ আকৌ মন কৰিলে। মেৰিয়াই মাত লগালে, "বৰ সৌভাগ্য আমাৰ।"

"এৰা, আমি ভাগ্যবান।" তেওঁ ক'লে।

"শুবলৈ সময় আৰু আছে জানো?"

"নাই, কাম অলপতে আৰম্ভ হবই।"

"উঠিব যেতিয়া লাগিবই, কিবাকিবি দুটা মান খাই লোৱা হওক।"

"বাৰু।"

"তুমি বাৰু অকণো উদ্বিগ্ন হোৱা নাই নে?"

"নাই হোৱা।"

"সঁচানে?"

"নাই, নাই, এতিয়া একো চিন্তা নাই।"

"আগতে দেখোন তুমি চিন্তা কৰিছিলা!"

"অলপ মান কৰিছিলোঁ।"



"মই জানো কিবা সহায় কৰিব নোৱাৰোঁ?"

"নেলাগে,—তুমি তো বৰ সহায় কৰি থৈছা।" তেওঁ ক'লে।

"সেইটো, সেইটো মোৰ কাৰণে হে।"

"নহয় আমাৰ দুয়োৰো কাৰণে।" তেওঁ কলে, "কোনো অকলশৰীয়া নহয়। আহা, চেনেহী, কাপোৰ-কানি পিন্ধোহঁক।"

মেৰিয়াই সৌভাগ্যৰ কথা কৈছিল। ৰবাৰ্ট জৰ্ডানে ভাবিলে। কিবাকিবি ভাবি থাকে মানুহটোৱে। মনটোৱেই যেন তেওঁৰ চিৰসঙ্গী। এইবোৰ কথাৰ লগত সৌভাগ্যৰ কি কথা আছে? ফৰাচী বিলাকে যি সৌভাগ্য বা গৌৰৱৰ জয়গান গাই ফুৰে সেই গৌৰৱ বা সৌভাগ্য এইবোৰ কামত নাই। প্ৰাচীন কালৰ পুৰণি গীতত হে এনে সৌভাগ্যৰ কথা পোৱা যায়। মই ভাগ্য বা ঈশ্বৰ-বিশ্বাসী নহয়। এই কাৰ্যৰ গুৰুত্ব অস্বীকাৰ কৰাৰ উপায় নাই। কিছুমান কথা আমি উৰাই দিব নোৱাৰো, টেলিফোনৰ গ্ৰাহক-যন্ত্ৰ হাতত ললে তুমি উত্তৰ দিবই লাগিব, পৃথিৱী যে সূৰ্যৰ চাৰিওফালে ঘূৰে তাক তুমি কবই লাগিব, পৃথিবীৰ উপৰিও আৰু যে অনেক গ্ৰহ আছে তাক নুই কৰা টান। এই কাৰ্যৰ গুৰুত্ব নুই কৰাটো অজ্ঞতাৰহে পৰিচায়ক হব।

জানিবলগীয়া যে কিমান কথা আছে! আমি যি জানো সি নিচেই সামান্য। জীৱনৰ এই চাৰিটা দিনতে বহুত শিকিলোঁ, জানিলোঁ, আগেয়ে এনে অভিজ্ঞতা মোৰ হোৱাই নাই। আজি হয়তো মৰিব পাৰোঁ, তথাপি মনটোৱে দেখোন নেমানে। আৰু যেন বহুত দিন জীয়াই থাকিম। বুঢ়া হোৱালৈকে জীয়াই থাকিলে বহুত কথা জানিম। মানুহে জানো জীৱন জুৰি শিকিব পাৰে? মানুহে বুজিব পৰা কথাৰ এটা সীমা আছে নে কি? এইবোৰ কথা ভাবি আচৰিত হওঁ। মইতো এতিয়া ভালেমান নজনা কথা জানিলোঁ। আৰু যদি সময় পালোঁহেঁতেন!

"চেনেহী, তুমি মোক বহুত কথা শিকালা।" তেওঁ ইংৰাজীতে কলে।

"কি কৈছা?"

"তোমাৰ পৰা মই বহুত জানিলোঁ।"

"তুমিহে দেখোন জনাশুনা শিক্ষিত লোক।" তাই ক'লে।

এৰা শিক্ষিত, মই শিক্ষিত হয়, তেওঁ ভাবিলে; শিক্ষাৰ আৰম্ভণি নিচেই সামান্য মোৰ, নিচেই সামান্য। এতিয়া মই বহুত শিকিছোঁ। আজি যদি কেনেবাকৈ

মবোঁ সেইখিনি অথলে যাব। সময় হাতত নিচেই ক'ম; এই ধাৰণাই মনটো ৰৰ স্পৰ্শকাতৰ কৰি তুলিছে! এনে স্পৰ্শকাতৰ মন লৈ জানো কিবা কথা শিকিব পাৰি? আচলতে সময় কম বুলি কোৱাৰ পৰা একো লাভ নাই। সেই কথাও তুমি বুজা উচিত। ইয়ালৈ অহাৰ পিছৰে পৰা মই এই পৰ্বতবোৰতে কাল কটাইছোঁ। আন্‌চেলম মোৰ বহুদিনীয়া বন্ধু। চাৰ্লচ, ছুৰ, গাই,—মাইক,—ইহঁতো আছে—কিন্তু সিহঁতকৈ আন্‌চেলম'ক মই ভালকৈ চিনি পাওঁ। চাৰ্লচহঁতকো ভালকৈ বুজিছোঁ। অগষ্টিনৰ মুখখন নাওপাত কচুপাত, সি মোৰ ভাই। এনে ভাই মই আগেয়ে পোৱা নাই। মেৰিয়া মোৰ প্ৰণয়িনী, মোৰ পত্নী। এনে প্ৰণয়ৰ অভিজ্ঞতা ইতিপূৰ্বে মোৰ নহ'ল। এনে পত্নীও মই পোৱা নাই। তাইক মোৰ ভনীও বুলিব পাৰি, ভনীৰ এনে চেনেহ আগেয়ে মই নাপালোঁ। তাইক মোৰ জীয়ৰী বুলিও ধৰিব পাৰা? এনে এজনী জী মই কত পাম? ইমান ভাল তাই, এৰিবলৈ মোৰ বেয়া লাগে।

জোতাৰ ফিতা টানি আছিল ৰবার্টে। মেৰিয়ালৈ চাই ক'লে, "জীৱনটো ৰৰ সুখৰ যেন লাগিছে, চেনেহী।" তাই কামতে বহি ৰবার্টৰ ভৰিৰ সৰু গাঁঠিত হাতেৰে ধৰি আছিল। গুহাৰ মুখত দিয়া আঁৰ-কাপোৰখন এনেতে কোনোবাই গুচাই দিলে। দুয়ো গুহাৰ ভিতৰৰ পোহৰ দেখিলে। তেতিয়াও ৰাতি। দেৱদাৰু গছৰ ফাঁকেৰে তেওঁ দেখিলে তৰাবোৰ যেন তললৈ নামিছে। সোন-কালে যেন ৰাতিপুওৱাৰ আশা নাই তথাপি তেওঁৰ ধাৰণা হ'ল, ৰাতি চুটি হৈ আহিছে, ৰাতিপুৱাবলৈ আৰু বেছি সময় নাই।

মেৰিয়াই মাত লগালে, "ৰবার্ট।"

"কি, চেনেহী?"

"আজিৰ এই কামটোত আমি দুয়ো একেলগে থাকিম নহয় জানো?"

"ওহোঁ, আৰম্ভ হৈ যোৱাৰ পিছতহে।"

"আৰম্ভণিতে নহয়?"

"নহয়। তুমি ঘোঁৰাবোৰ চাবা।"

"তোমাৰ লগত মই থাকিব নোৱাৰিম তেনেহলে?"

"নোৱাৰিবা চেনেহী, তাত মই কৰা কাম হে আছে, তদুপৰি তুমি থাকিলে মোৰ চিন্তাহে হ'ব।"

"কামটো শেষ হ'লেই তুমি জানো গুচি নাহিবা?"



"বিমান পাবোঁ সোনকালে আহিম" ৰবার্ট জৰ্ডানে ক'লে। এন্ধাৰত সি [...]ৰ মিচিকাই হাঁহি আকৌ ক'লে, "ব'লা চেনেহী কিবা খাওঁগৈ ব'লা।"

"তোমাৰ কাপোৰ-কানি?"

"বেয়া নোপোৱা যদি লৈ যোৱা।"

"মই বেয়া নেপাওঁ।" তাই ক'লে।

"মই তোমাক সহায় কৰিম বাৰু।"

"নালাগে, মোকে অকলে কৰিবলৈ দিয়াচোন।"

তাই আঁঠুকাঢ়ি কাপোৰ-কানিবোৰ সামৰিবলৈ লাগিল। সামৰি থাকোঁতেই [...]ইৰ মনটো সলনি হ'ল। থিয় হৈ কাপোৰ-কানিবোৰ জোকাৰিলে। আকৌ [আঁ]ঠুকাঢ়ি কাপোৰবোৰ মেৰাই টোপোলা এটা কৰি ললে। আৰু দুটা [টো]পোলা আছিল। ৰবার্টে সেই কেইটা ডাঙি ল'লে। এই কেইটা টোপোলাত [...] সৰু ফুটা আছিল। ৰবার্টে সেইবাবে ফুটাকেইটাইদি বস্তু সৰি পৰিব [পা]ৰে বুলি টোপোলাদুটা অতি সাৱধানে তুলি ল'লে। তাৰ পিছত দুয়ো পাইনৰ [...]জে মাজে গৈ যিটো গুহাৰ মুখত ধোঁৱা লগা আঁৰ-কাপোৰখন তৰা আছিল [সে]ইখিনি পালে গৈ। তেতিয়া তেওঁৰ ঘড়ীত তিনি বাজিবলৈ দহ মিনিট [বা]কী। কিলাকুটিৰে আঁৰ কাপোৰখন একতীয়া কৰি দুয়ো গুহাৰ ভিতৰলৈ [সো]মাই গ'ল।

## ॥ ৩৮ ॥

গুহাৰ ভিতৰত জুইকুৰাৰ কাষতে আটাইবোৰ মানুহ থিয় হৈ আছিল। মেৰিয়াই জুইকুৰা ফুৰাই দিলে। পিলাৰে কফি তৈয়াৰ কৰি কেটলি এটাত থলে। তাই শুবলৈ নগল। ধোঁৱাৰে ধুৱঁলী-কুঁৱঁলী হৈ থকা গুহাটোত টুল এখনত বহি লৈ ৰবার্টৰ টোপালা এটাৰ ফুটা মাৰিবলৈ লাগিল। ইটো টোপোলাৰ ফুটা আগতেই সীলে। জুইৰ পোহৰত তাইৰ মুখখন জিলিকি আছিল।

ফার্ণেণ্ডোলৈ চাই তাই মাত লগালে, ‘ছুঁ’ আৰু অলপ খোৱাচোন। পেট পূৰাই খালেনো কি হব ?”

“তেনেকৈ নকবাহে, তোমাৰ মুখো নহয় কম—একেবাৰে লাও-পাত কচুপাত।” অগষ্টিনে ক'লে।

অটমেটিক ৰাইফলটোতে আউজি আছিল সি। ৰাইফলটোৰ ঠেং কেইটা জাপ খুৱাই নলীৰ কাষত লগাই থোৱা আছিল। তাৰ জেপত কেইটামান হাত-বোমা, চচ্‌পেনত ভৰাই লোৱা থৈলা এটা এটা কান্ধত, আনটোত থাৰ বাৰুদৰ টোপোলা। সি চিগাৰেট হুঁপি হুঁপি কফিৰ কাপটো এটা হাতেৰে ডাঙি ললে। কফি কাপ মুখৰ কাষলৈ আনি তাত ফুৰাই দিলে।

“তুমিতো বহুত বস্তু লৈ যাবলৈ ওলাইছা” পিলাৰে তাক কলে, “এই সোপা লৈ তুমি এশ গজ যোৱাই টান।”

“পৰ্বতৰ পৰা নামিহে যাব লাগে, তেনেই আওগৰীয়া।” অগষ্টিনে কলে।

“আওগৰীয়া ৰাস্তাটো নৌপাওঁতেই কোঠলৈ উঠি যাব লাগিব” ফার্ণেণ্ডোই কলে।



“ছাগলী উঠাদি উঠিম।” অগষ্টিনে ক'লে।

তাৰ পিছত সি ইলাডিঅ'ৰ পিনে চাই কলে, “তোমাৰ ককায়েৰাৰ খবৰ কি ? …মাৰ সেই নামজ্বলা ককায়েৰা দেধোবমোধোবত পৰি কিবাহে কৰিছে চাগৈ, নহয় ?”

ইলাডিঅ' বেৰত আউজি আছিল, সি কলে, “মুখ বন্ধ কৰা।”

মানুহটো খিঙ্‌খিঙীয়া। সিও নিজেও সেইকথা জানে, সকলোৱেই জানে। …বা এটা কৰাৰ আগতে তাৰ কি কৰোঁ কি নকৰো লাগে, বেগেতে খং উঠে। …ি বেৰৰ পৰা টেবুলৰ কাষলৈ আহিল, টেবুলৰ কাষতে মাটিত আওজাই থোৱা …না এটাত হাতবোমা কিছুমান আছিল, সি তাৰ পৰা কেইটামান বোমা লৈ …পত ভৰাবলৈ ধৰিলে।

ৰবার্ট জর্ডানো সেই মোনাটোৰ গুৰিতে তাৰ নিচেই কাষতে বহি আছিল। …ৰেঁ মোনাটোৰ পৰা চাৰিটা হাতবোমা উলিয়াই ললে। তাৰে তিনিটা লোহাৰ …মা। সেই বোমা কেইটাত কটাৰপিনৰ সহায়েৰে স্প্রিং খুৱাই থোৱা আছে। …তে টানিবৰ কাৰণে এটা ৰিং আছে।

সেই বোমা কেইটা দেখি তেওঁ ইলাডিঅক সুধিলে: “এইবোৰ কৰপৰা …নিছা ?”

“সেইবোৰ ? সেইবোৰ ৰিপাব্লিকৰ পৰা। বুঢ়াই আনিছে।”

“কেনেকুৱা বোমা সেইবোৰ ?”

“বৰ ভাল বোমা।” ইলাডিঅ'ই ক'লে।

“ময়ে আনিলোঁ।” আন্‌চেলমোই কলে, “এটা মোনাত যাঠিটা যাকে। মুঠতে …ব্বে পাউণ্ড।”

পিলাৰৰ ফালে চাই ৰবার্ট জর্ডানে সুধিলে, “কামত লগাইছানে এইবোৰ ?” মাইকী মানুহজনীয়ে ক'লে,” আমি সেইবোৰ ব্যৱহাৰ কৰিছোঁ। অটাৰ'ৰ কোঠটো পাব্‌লোৱে এইবোৰেৰেই ধ্বংস কৰিলে।”

তাই পাব্‌লোৰ নাম লোৱা মাত্ৰকে অগষ্টিনে ভোৰভোৰাই উঠিল। জুইৰ পোহৰত পিলাৰৰ ঘোপা চকুকেইটাও ৰবার্টৰ চকুত পৰিল।

“থৈ দিয়া, কথা কৈ লাভ নাই।” তাই অগষ্টিনক ক'লে।

ৰবার্ট জর্ডানে ধোঁৱাবৰণীয়া হাতবোমা এটা হাতত লৈ আছিল। তাৰ কটাৰপিনৰ বেঁকা ভাঁজটো বুঢ়া আঙুলিৰ নখেৰে পৰীক্ষা কৰি চাই তেওঁ সুধিলে: “এইবোৰ সদায় ফুটেনে ?”

"ফুটে" ইলাদিঅ'ই কলে, "সেইবোৰ বোমাৰ এটাও নুফুটাকৈ থকা নাই।"

"বৰ সোনকালেই বিস্ফোৰণ হয় নে কি ?"

"দূৰৰ পৰা দলিয়াই দিব লাগে। সোনকালেই ফুটে।"

চাবোনৰ টিনৰ আকাৰৰ বোমা এটা দেখুৱাই সি সুধিলে ঃ

"এইবোৰ একা ?"

"সেইবোৰ মিছা, ফুটে হয়, কিন্তু কামত নাহে।"

"সদায় ফুটে নে ?"

"ফুটে। কিন্তু আমাৰ খাৰ-বাৰুদেই বোলা, বোমাই বোলা, যিয়েই নহক, সদায় কামত আহে বুলি ক'ব নোৱাৰি।"

"কিন্তু সেইটো সদায় ফুটে বুলিয়েই ক'লা দেখোন।"

"মই নহয়, তুমি আন কাৰোবাক হে সুধিছিলা,—আমাৰ যিকোনো বস্তুৱেই সদায় ভাল কাম কৰা মই দেখা নাই।"

"সেইবোৰ চব ফুটিছিল" ইলাডিঅ'ই জোৰ দি ক'লে। মাইকী মানুহ-জনীলৈ চাই সুধিলে "তুমিয়েই কোৱাচোন সঁচা কথাটো ?"

"তুমি কেনেকৈ জানিলা আটাইবোৰ ফুটিছে বুলি ? অটাৰত পাব্লোই বোমা দিছিল, তুমিতো নহয়।"

"অ' সেই বাট্‌লু তিৰোতাৰ ল'ৰাই" অগষ্টিন জিকৃজিকাই উঠিল।

"সেইবোৰ কথা নকবা।" পিলাৰে কলে।

মাইকী মানুহজনী মনে মনে নাথাকিল। তাই ৰবাৰ্টক ক'লে, "সেইবোৰ প্ৰায় একেই, বুজিছে। মাত্ৰ এই ভাঁজ দিয়াবোৰ ব্যৱহাৰ কৰিবলৈ বৰ সহজ।"

"মই প্ৰত্যেকৰে এটাকৈ কামত লগাম। কিন্তু এই ভাঁজ দিয়াবোৰৰ বিস্ফোৰণ নিৰাপদ হব।" ৰবাৰ্ট জৰ্ডানে ভাবিলে, ফুটাই একো নকলে।

ৰবাৰ্টক অগষ্টিনে সুধিলে, "তুমি বোমা পেলাবানেকি ?"

"নেপেলাম কিয় ?" ৰবাৰ্টে কলে।

কুঁজা হৈ ৰবাৰ্ট জৰ্ডানে বোমাবোৰ ভাগ ভাগ কৰিবলৈ ধৰিলে। বোমাবোৰ চাই থাকোঁতে তেওঁৰ মনত নানা ভাবে ভূমুকি মাৰিলে ঃ কামটো অসম্ভৱ। যিটো কথা মই নেজানো, সেইটো কৰিম বুলি কওঁ কেনেকৈ ? আক্ৰমণৰ সময়ত সৰ্দো যিদৰে বিপদগ্ৰস্ত হৈছিল, আমাৰো অৱস্থা তথৈবচ। এই কথা সমৰ্থন



কৰা টান। এনে আঁচনি আমি কৰিব লাগে, যিটো কাৰ্যত পৰিণত কৰা একপ্ৰকাৰ অসম্ভৱ। আঁচনি কৰিলোঁ হয়, কিন্তু এতিয়া দেখিছোঁ, কাৰ্যকৰী কৰা টান হব, বিশেষকৈ এতিয়া, আজি ৰাতিপুৱা। সমল যি আছে তাৰে দুটা কোঠৰ এটাহে লব পৰা হব, দুয়োটা অধিকাৰ কৰিব নোৱাৰি। আমি নিশ্চিত ভাৱে কব নোৱাৰোঁ লম বুলি। লব পাৰিম বুলি ভবাটো আত্ম-প্ৰৱঞ্চনা হব। অন্ততঃ আজি ৰাতিপুৱা কোনোমতেই সম্ভৱ নহয়।

দুয়োটা কোঠ অধিকাৰ কৰিলে চেষ্টা নিস্ফল হব। পাব্লোৱে সেইকথা জানে। সি সদায় যিহকে তিহকে কৰিব খোজে ; 'সৰ্দোৰ দলক যেতিয়া শত্ৰুৱে আক্ৰমণ কৰে, তেতিয়াহে সি বুজিছে। আমি একেবাৰে মৰিমূৰ হৈ গৈছিলোঁ। হঠাৎ বিধাতাই আহি কিবা কৰুণা কৰিবহি এনে আশা লৈ কোনো কাম কৰিব নোৱাৰি। এতিয়া যিমান সমল আছে তাৰে দলওখনেই ভাঙিব নোৱাৰি। মিছাতে আটাইৰে বধৰ ভাগীহে হব লাগিব। পিলাৰ, আন্‌চেল্‌ম, অগষ্টিন প্ৰিমিটিভ, এই খিঙ্‌খিঙীয়া ইলাডিঅ, অকামিলা ইহুদীটো, বুঢ়া ফাৰনেণ্ড—সকলো ছাৰখাৰ হব, তথাপি দলং ভঙা নহব। বিধাতাই জানো চমকপ্ৰদভাৱে কিবা কৰুণা কৰিব ? গল্‌ঝেও আন্দ্ৰেৰপৰা খবৰটো পাই এই কাম বন্ধ কৰিবলৈ জানো নিৰ্দেশ দিব ? যদি তেনে হোৱাৰ আশা নাই—যদি এতিয়াৰ আদেশ বাহাল থাকে, তেন্তে আটাইবোৰ মৰি ছাৰখাৰ হব। মেৰিয়াও শেষ হৈ যাব। বৰ্তমানৰ যি নিৰ্দেশ এই নিৰ্দেশত তায়ো মৰিব। তাইক মই মৃত্যুৰ গৰাহৰপৰা ৰক্ষা কৰিব নোৱাৰিমনে ? পাব্লো জহন্নামে যক। তেওঁ ভাবিবলৈ ধৰিলে।

ঔহোঁ, খং কৰা বেয়া। খং কৰাও বেয়া, ভয় খোৱাও বেয়া। যোৱা নিশাটো মেৰিয়াৰ লগত শুই নাথাকি যদি মই সেই মানুহজনী লৈ কামটো কৰিবৰ কাৰণে পৰ্বতে পৰ্বতে মানুহকে বিচাৰিলোঁহেতেন ! কিন্তু মানুহ বিচাৰোঁতে মোৰ কিবা হোৱা হ'লে, দলও ভঙাত মই থাকিলোঁহেঁতেন কেনেকৈ ? এৰা, সেইবাবেই, সেইবাবেই বাহিৰলৈ ওলাই নগলোঁ। বাহিৰলৈ গ'লেই কোনোবা নাইকিয়া হব পাৰে, তেতিয়া হলে এজন মানুহ অন্ততঃ কমি যাব। যিখিনি হাতত আছে সেইখিনি এৰিব নোৱাৰি, সেইখিনিকে লৈ আঁচনি কৰিব লাগিব, তাক কাৰ্যকৰীও কৰিব লাগিব।

কিন্তু এই আঁচনি কামত নাহে, কামত নাহে। নিশাৰ এন্ধাৰত এই আঁচনি কৰিছিলোঁ, এতিয়া ৰাতি পুৱাইছে। নিশাৰ আঁচনি পুৱা কামত নাহে।

নিশা আমি যেনেকৈ ভাবোঁ পুৰা তেনেকৈ কাম কৰিব নোৱাৰি। সেইবাবেই এতিয়া ভাবিছোঁ, এই আঁচনি কামত নাহিব।

জন মছবিয়ে যদি এনে অসম্ভৱ কাৰ্যৰ পৰা বিৰত থাকে, তেন্তে কি বেয়া কথা হব? সি সঁচাই বিৰত আছিল। বৰ টান কাম। হঠাৎ বিধাতাই করুণা কৰিব, এনে আশাও দলিয়াই দিব নোৱাৰি। সেই কথা মনত ৰখা ভাল। কিন্তু সেই আশা লৈ কাম কৰাও টান। কামটো কেৱল সম্ভৱপৰ হব লাগিব, এনে নহয়, নিশ্চিতভাৱে তাক কৰিব পৰাও হব লাগিব। কিন্তু ইয়াত কাম কেনেকৈ হৈছে চোৱা। গুৰিতেই ভুল হ'ল, তুষাৰ-নদীৰ পৰা তুষাৰহে ওলায়, এনেবোৰ ভুল কাৰ্যই বিপদ বঢ়ায়।

টেবুলখনৰ কাষতে তেওঁ বহি আছিল। তাৰ পৰাই মূৰ ডাঙি চাই মেৰিয়াক দেখিলে। তাই তেওঁক দেখি মিচিকিয়াই হাঁহি মাৰিলে। ৰবাৰ্টেও হাঁহি এটা মাৰি আৰু চাবিটো হাতবোমা উলিয়াই লৈ জেপত ভৰালে। তেওঁ বোমাবোৰ খুলি ব্যৱহাৰ কৰিব পাৰিব। যি বোৰ টুকুৰা উফৰি যাব, তাৰ পৰা আকৌ অপকাৰ হব নে কি? ওহোঁ, নহয়। টুকুৰাবোৰ বিস্ফোৰণৰ লগে লগে ওলাব পাৰে, কিন্তু ছিটিকি নেযায়। ছিটিকি যাব নেলাগে দেখোন। এইকণ আত্মবিশ্বাস লাগে। মনে মনে ভাবিলে তেওঁ। যোৱা নিশা মনত পৰিছিল, ককাদেউতাক আৰু তেওঁ, কিমান উগ্ৰ সাহসী, তাৰ তুলনাত দেউতাক কিমান ভীৰু! লাগে এতিয়া, অকণমান আত্ম-প্ৰত্যয় লাগে।

মেৰিয়ালৈ চাই তেওঁ আকৌ হাঁহিলে। কিন্তু হাঁহিটো অন্তঃসাৰশূন্য, মুখৰ হাঁহি।

তাই চাগে ভাবিছে, মই বৰ অদ্ভুত মানুহ। তেওঁ ভাবিলে। তোক তো মই অকৰ্মণ্য বুলি ভাবোঁ। খালি সেই সৌভাগ্যৰ গান, মুখত কিছুমান অৰ্থহীন কথা। তোমাৰ ধাৰণাবোৰ অদ্ভুত, নহয়নে? গোটেই পৃথিবীকে তুমি এনাজৰীৰে বান্ধিছা—নাই বন্ধানে বাৰু? এইবোৰ কথা, মোৰ দৰ্কাৰ নাই।

নাই, নাই, খং কৰা বেয়া। কথাবোৰ সহজভাৱে লব লাগে। সেইটোৱেই পথ। চলাৰ উপায় সদায় পোৱা যায়। চিন্তা কৰি চোৱা দৰ্কাৰ। বস্তু এটা হেৰুৱাব লাগিব বুলিয়েই তাৰ অস্তিত্ব অস্বীকাৰ কৰিব নোৱাৰি। ককাল-ভগা সাপে নিজৰ নেজতে কামোৰে। মই তেনেকুৱা হম কিয়? মোৰ তো ককাল ভগা নাই। কান্দিলে কি হব, তাতকৈ খুন্দা-সহিবলৈ বাট চাম। খং কৰি কি



লাভ? যুঁজলৈ অপেক্ষা কৰোঁ। যুঁজ চলি থাকোঁতেই এইবোৰ কৰিবলৈ সময় বহুত পাম। যুঁজৰ সময়তে সেইবোৰ কামত আহিব।

এনেতে বেগ এটা লৈ পিলাৰ তেওঁৰ কাষ পালেহি।

তাই কলে, "এইবোৰ বোমা শক্তিশালী,—এইবোৰৰ ওপৰত তুমি নিৰ্ভৰ কৰিব পাৰা।"

"তোমাৰ কেনে লাগিছে?"

তাই মূৰটো লৰাই মাত্ৰ হাঁহি এটা মাৰিলে। তাইৰ হাঁহিটো নিষ্কপট যেন লাগিল ৰবাৰ্ট জৰ্ডানৰ। তাই কলে, "ভালেই লাগিছে।"

তাই উঠি আহি তেওঁৰ কাষত বহি সুধিলে, "কামটো আৰম্ভ হবই, নহয় এতিয়া, তুমি কি ভাবিছা?"

ৰবাৰ্টে ঘপহকৰে উত্তৰ দিলে, "ভাবিছোঁ মানুহৰ কথা, আমাৰ মানুহ নিচেই কম।"

"এৰা ময়ো তাকেই ভাবিছোঁ, মানুহ নিচেই তাকৰ।" তাই ক'লে।

তাই এইবাৰ ফুচফুচাই কবলৈ ধৰিলেঃ, "মেৰিয়াই ঘোঁৰাবোৰ অকলে চাব পাৰিব। মই নেচালেও হ'ব। আমি মাত্ৰ ঠেঙত জৰী বান্ধি দিমহঁক। অশ্বাৰোহী সৈন্যই ব্যৱহাৰ কৰা ঘোঁৰা সেইবোৰ, সিহঁতে গুলীৰ শব্দলৈ ভয় নকৰে। তলৰ কোঠটোলৈকে মই যাম, পাব্লোৰ কামখিনি মই কৰিম। গতিকে মানুহৰ ভিতৰত মোকে ধৰিব পৰা।"

"ভালকথা, তুমি তেনে কৰিবা বুলি মই ভাবিছিলোঁৱেই।"

"নহয়, ৰবাৰ্ট," পিলাৰে ৰবাৰ্টলৈ চাই ক'লে, "চিন্তা নকৰিবা। সকলো ভালে ভালে হৈ যাব। এনে এটা ঘটনা ঘটিব বুলি সিহঁতৰ ভ্ৰূক্ষেপ নাই।"

"সেইটো হয়।" ৰবাৰ্ট জৰ্ডানে ক'লে।

পিলাৰেও সৰু সৰু মিঠা মাতেৰে ক'লে, "ৰবাৰ্ট, আৰু এটা কথা, সেই বিয়াৰ কথাটো......"

ৰবাৰ্ট জৰ্ডানৰ খং উঠিল। সুধিলে, "কি বিয়াৰ কথা?"

"ৰ'বা, খং নকৰিবাচোঁন, সেই বিয়াৰ কথা ক'ব খুজিছিলোঁ—আচলতে ইহুদী-টোৰ লেকলেকনি এইবোৰ—ময়ো তাকে সঁচা বুলি ভাবিছিলোঁ—পাচে মিছা।"

"বাদ দিয়া সেইবোৰ।" ৰবাৰ্ট জৰ্ডানে ক'লে। সেইবোৰ কথাৰ প্ৰতি তেওঁ সম্পূৰ্ণ উদাসীন।

মানুহজনীয়ে কলে, "এইবোৰ মিছা। যুঁজৰ সময়ত সেইবোৰ কথা তুমি চিন্তা নকৰিবা।" তাইৰ মাতটো কৰ্কশ যদিও চেনেহ-সনা।

"মই সেইবোৰ চিন্তা নকৰোঁ," ৰবার্ট জৰ্ডানে ক'লে।

"সেইবোৰ কথা নাই ভবা যদিও তুমি ডাঙৰ কথা ভাবি আছা। সকলো ভালে-কুশলেই হৈ যাব। আমি এনেবোৰ কামৰ কাৰণেই ওপজিছোঁ।" তাই ক'লে।

"ৰাজনৈতিক মুৰব্বীয়ানা মোৰ দৰ্কাৰ নাই," ৰবার্ট জৰ্ডানে তাইক ক'লে।

তাই তেওঁলৈ চাই মিচিক্ কৰে হাঁহি মাৰিলে। তাইৰ মুখখন বহল, ওঁঠ কেইটা কুৎসিৎ তথাপি তাইৰ হাঁহিটো ধুনীয়া আৰু অকপটীয়া যেন লাগিছিল—তাই হাঁহি মাৰি কলে, "ৰবার্ট, তোমাৰ কথা মই ইমান ভাবোঁ।"

"সেইবোৰ কথাৰ দৰ্কাৰ নাই এতিয়া।" ৰবার্টে উত্তৰ দিলে।

পিলাৰে ফুচ্‌ফুচাই কলে, "হয়, ৰবকৈ তুমি চিন্তা নকৰিবা। আমি কাম ভালকৈ কৰিম।"

ৰবার্ট জৰ্ডানে ক্ষীণ হাঁহি মাৰি ক'লে—"কিয় নকৰিম? আমি কৰিমেই। সকলো ঠিক হৈ যাব।"

"আমি কেতিয়া যাব লাগিব?" পিলাৰে সুধিলে।

ৰবার্টে হাতঘড়ীটো চাই ক'লে, "যি কোনো মুহূৰ্ত্ততে।"

আন্‌চেলম ওচৰতে আছিল। এটা টোপোলা তাক তেওঁ দি সুধিলে, "বুঢ়া, কেনে হৈছেগৈ।"

বুঢ়াই কাঠৰ টুকুৰা চাঁচি আছিল। এই টুকুৰাই শেহৰ টুকুৰা। ৰবার্ট জৰ্ডানে দিয়া মডেল এটাকে চাই চাই বুঢ়াই চাঁচি আছিল। কেতিয়াবা দৰ্কাৰ হ'ব বুলি ওপৰঞ্চি কিছুমান কাঠৰ টুকুৰা লৈ বুঢ়াই কাম কৰি আছিল। ৰবার্টৰ প্ৰশ্ন শুনি বুঢ়াই উত্তৰ দিলে; "এতিয়ালৈকে ভালেই চলিছে।" সি হাত খন ডাঙি কলে, "চোৱা।" হাতখন অলপো কঁপা নাই।

ৰবার্টে ক'লে, "মোৰ হাত কেতিয়াও নকঁপে। বাৰু, আঙুলি এটা ডাঙি ধৰাচোন।"

আন্‌চেলমই আঙুলি এটা দেখুৱালে। আঙুলিটো কঁপি আছে। সি ৰবার্ট জৰ্ডানলৈ চালে।

"মোৰো হয় তেনেকুৱা" ৰবার্টে আঙুলিটো দেখুৱাই ক'লে, "সদায় হয়, বোধকৰোঁ সকলোৰে হয়েই।"



"মোৰ নহয়," ফাৰ্ণেণ্ডোই ক'লে,। সোঁ-হাতৰ তৰ্জনীটো ডাঙি ধৰিলে। তাৰ পিছত বাওঁহাতৰটো।

"তুমি থুৱাব পাৰানে?" অগষ্টিনে ফাৰনেণ্ডক সুধিলে। ৰবার্টলৈ চাই চকু টিপিয়ালে। ফাৰ্ণেণ্ডোই বৰ গৰ্বেৰে গুহাৰ মজিয়াত থুৱাই লৈ ভৰিৰে মোহাৰি পেলালে।

"সেই লেতেৰাটো কতা," পিলাৰে ক'লে, "সাহ আছে যদি জুইত থুৱাচোন চাওঁ।"

"আমি এইখন ঠাই এৰি যামেই, পিলাৰ, থুৱালেনো কি হব?" ফাৰনেণ্ডই ক'লে।

"এই ঠাই তই এৰি যাবলগীয়া ন'হবও পাৰে। আগলৈ সাৱধান হবি। এনেকৈ নুথুৱাবি।" পিলাৰে ক'লে।

অগষ্টিনৰ ধেমালি কৰিবৰ মন গ'ল। সি ক'লে, "সেইটোৰে সাইলাখ ক'লা মেকুৰীৰ দৰে কথা কৈছে।"

"মই ধেমালিহে কৰিছোঁ, বুজিছা?" পিলাৰে কলে।

"ময়ো ধেমালিহে কৰিছোঁ। কাম আৰম্ভ হলেহে আৰু স্ফূৰ্তি হ'ব।" অগষ্টিনে উত্তৰ দিলে।

ইলাডিঅ'ৰ পিনে চাই ৰবার্ট জৰ্ডানে ক'লে, "ইহুদীটো ক'ত?"

"ঘোঁৰাবোৰ ৰখি আছে। গুহাৰ মুখলৈ গ'লেই তুমি তাক দেখিবা।"

"তাৰ কেনে লাগিছে?"

ইলাডিঅ'ই হাঁহি কলে, "বৰ ভয় কৰিছে সি।"

"ৰবার্ট, শুনাচোন......" বুলি পিলাৰে কিবা এটা কবলৈ মুখ মেলিছিল। কিন্তু ৰবার্টে সেইফালে নেচালে। তেওঁ চালে মানুহজনীলৈ—তাইৰ মুখখন মেলা, চকুৰে মুখে যেন কিবা এটা অবিশ্বাসৰ ভাৱ! পিষ্টলটো লৈ তেওঁ গুহাৰ মুখৰ ফালে আগবাঢ়ি গল। গৈ দেখিলে পাব্‌লো থিয় হৈ আছে। এহাতে এখন কম্বল, কান্ধত এটা সৰু অটমেটিক ৰাইফল। মানুহটো চাপৰ, শকত, মুখত চুটি চুটি দাঢ়ি,—চকুকেইটা ৰঙা, থিয় হৈ ভিতৰলৈ চাই আছে এনেয়ে, কাকো লক্ষ্য কৰা নাই।

অবিশ্বাসৰ ভাৱেৰেই পিলাৰে সুধিলে, "অ' তুমি?"

"এৰা মই," পাব্‌লোৱে গহীনাই কৈ গুহাৰ ভিতৰলৈ সোমাই আহিল।

সি সোমাই আহি ৰবাৰ্টক ক'লে, "বুজিছা, ইলিয়াজ্ আৰু আলেজেন্দ্ৰোৰ দলৰ পাঁচজন মানুহ মোৰ হস্তগত হৈছে। লগতে সিহঁতৰ ঘোঁৰাবোৰো।"

"বোমা-বিস্ফোৰক একো নাপালা?" ৰবাৰ্ট জৰ্ডানে সুধিলে, "আন কিবা পালানে?"

"পাইছিলোঁ," কালৈকো নোচোৱাকৈয়ে পাব্‌লোৱে ক'লে, "কিন্তু আটাইবোৰ পৰ্বতৰ কুৰুঙেদি নৈত পেলাই দিলোঁ। কিন্তু, বোমা ফুটোৱাৰ উপায় এটা মোৰ মনত খেলাইছে।"

"ময়ো ভাবিছোঁ এটা," ৰবাৰ্ট জৰ্ডানে ক'লে।

পাব্‌লোৰ বৰ ভাগৰ লাগিছিল। সি সুধিলে, "কিবা পানীয় আছে নে?"

ৰবাৰ্ট জৰ্ডানে তাৰ ফালে ফ্লাস্কটো আগবঢ়াই দিলে। সি শোহাশোহে খাই হাতেৰে মুখখন মচি পেলালে।

"কি হল তোমাৰ?" পিলাৰে সুধিলে।

"একো হোৱা নাই," পাব্‌লোৱে ক'লে, "মই উভতি আহিলোঁ।"

"কিন্তু হ'ল কি?"

"একো নাই, মনটো বেয়া লাগি গৈছিলোঁ, এতিয়া গুচি আহিলোঁ।"

সি ৰবাৰ্ট জৰ্ডানৰ ফালে চালে। "মই আচলতে ভীৰু নহয়।"

ৰবাৰ্ট জৰ্ডানে ওঁম্ তৎসৎ একো নেমাতিলে। পেটে পেটে ভাবিলে, পাব্‌লো, তই ভীৰু নহব পাৰ, কিন্তু তই জহন্নামে গলি। দগাবাজ, তোক দেখি বং পাইছোঁ।

পাব্‌লোৱে কৈ গল, "ইলিয়াজ আৰু আলেজেন্দ্ৰোৰ দলৰ পৰা পাঁচজনতকৈ বেছি আনিব নোৱাৰিলোঁ। মই যিটো অকলে কৰিছোঁ, তোমালোকৰ নটায়ো সেইটো কৰিব নোৱাৰা। নোৱাৰা, মই জানো। ৰবাৰ্টে আগনিশা সেই কথা কৈছিল। তলৰ কোঠত সাতজন আছে। লগত দলপতি এজনো থাকে। সিহঁতে যদি ফুকলি মাৰি খেদি আঁহিলহেঁতেন, নাইবা ফেৰ পাতি ধৰিলেহেঁতেন, তেতিয়া কি কৰিলাহেঁতেন!"

এইবাৰ ৰবাৰ্টলৈ চাই সি কবলৈ ধৰিলে। "যাবৰ সময়ত মোৰ ধাৰণা হৈছিল, তোমালোকে হয়তো কামটো অসম্ভৱ যেন ভাবি মই এৰি থৈ আহিম বুলি ভাবিবা। কিন্তু তোমাৰ বস্তুটো দলিয়াই দিয়াৰ পিছত মোৰ ধাৰণা সলনি হৈ গ'ল।"



"তোমাক দেখি মোৰ ভাল লাগিছে," ৰবাৰ্ট জৰ্ডানে ক'লে, "সি পাব্‌লোৰ কাষলৈ গৈ ক'লে, "এই হাতবোমাবোৰৰ সহায়ত আমি কাম চলাম। বোমাবোৰে কাম কৰিব। বাকীবোৰ কথা এৰা এতিয়া।"

"তোমাৰ কাৰণে মই একো কৰা নাই" পাব্‌লোৱে ক'লে, "তুমি ভাল লক্ষণৰ মানুহ নহয়। এইবোৰ তোমাৰ সৃষ্টি। সর্দোৰ দলৰ ঘটনাও তোমাৰে কাম। তোমাৰ বস্তুটো দলিয়াই দিয়াৰ পিছত, মোৰ যেন সহায় আৰু নাই এনেকুৱা লাগিছিল।"

"তোমাৰ মাৰা……" পিলাৰে ক'লে।

"তোমালোকৰ কাৰণেই মই ঘোঁৰাত উঠি লৰিছোঁ। কামটো হব বুলিয়েই গৈছোঁ। যিখিনি পাৰোঁ সেইখিনি মই তোমালোকলৈ আনিছোঁ। মই সিহঁতক ওপৰতে থৈ আহিছোঁ। প্ৰথমতে তোমালোকক কথাটো কবৰ মন গ'ল। সিহঁতে মোকে দলপতি বুলি ভাবিছে।"

"ইচ্ছা যদি কৰা, তুমিয়েই দলপতি হব পাৰা।" পিলাৰে ক'লে। পাব্‌লোৱে মানুহজনীলৈ চালে, মুখেৰে একো নকলে। অলপ ৰৈ শান্তভাৱে ক'লে, "সর্দোৰ ধ্বংসলীলাৰ পিছৰ পৰা মই বহুত ভাবিছোঁ। মৰিব লগা হলে সকলো একেলগে মৰাই মঙ্গল। কিন্তু ৰবাৰ্ট, এইবোৰ তোমাৰ কাম। তুমি নহা হলে এইবোৰ নহ'লহেঁতেন। মই তোমাক ঘিণ কৰোঁ।"

ফাৰ্ণেণ্ডোৰ জেপটো হাতবোমাৰে পূৰ হৈ আছিল। কান্ধত এটা গুলীৰ টোপোলা। সি তেতিয়াও টু অলপ লৈ ৰুটী খাই আছিল। ৰুটী খাই খাই সি মাত লগালে, "কিন্তু পাব্‌লো, এই কামটোত আমি কৃতকাৰ্য হম বুলি তুমি নাভাবা নে কি? পৰহি নিশা তুমি কৈছিলা বোলে কামটো হব বুলিয়েই তোমাৰ দৃঢ়বিশ্বাস।"

"তাক আৰু অলপ টু দি দিয়াহে, মেৰিয়া" পিলাৰে পেংলাই কৰি ক'লে।

পিলাৰে পাব্‌লোলৈ চালে। তাইৰ চকুত অবিশ্বাসৰ ভাব এতিয়া নাই। তাই ক'লে, "তুমি আহিলা?"

"অঁ, আহিলোঁ।"

"অহাটো ভালেই হ'ল," পিলাৰে ক'লে, "তুমি এতিয়া দেখাত যেনেকুৱা ক্লান্ত হৈছা, আচলতে তুমি তেনে হব নালাগিছিল বুলিয়েই মই ভাবোঁ।"

মানুহজনীলৈ চাই পাব্লোৰে ক'লে, "এনেকুৱা এটা কাম কৰাৰ পিছত মনটো বৰ নিঃসঙ্গ যেন লাগে। সহ্য কৰাই টান।"

"এৰা, সহ্য কৰাই টান, পোন্ধৰ মিনিটো তুমি সহ্য কৰিব নোৱাৰা।" তাইৰ কথাত ঠাট্টাৰ সুৰ।

"ঠাট্টা নো কৰিছ কিয়? মইতো উভতি আহিছোঁ।"

"আহিছা ভাল কৰিছা?" তাই কলে, "শুনা, এয়া কফি খোৱা, আৰু ব'লা। এইবোৰ আৰু কিমান চাই থাকিবা?"

"কফি আছে নে কি?" পাব্লোৰে সুধিলে।

"আছে, কিয় নেথাকিব?" ফাৰ্ণেণ্ডোই ক'লে।

"মেৰিয়া, অলপ দেচোন মোক।" মেৰিয়ালৈ চাই পাব্লোৰে কলে। তাইক অতপৰে সি লক্ষ্যই কৰা নাই। সুধিলে, "তোৰ ভাল নে?"

"ভালেই" বুলি কৈ মেৰিয়াই তাক এপিয়লা কফি দিলে। "হুঁ দিম নে কি?" পাব্লোৰে মূৰ দুপিয়ালে।

পিলাবক পাব্লোৰে ক'বলৈ ধৰিলে, তাত আৰু যেন কোনো নাই। কেৱল পিলাবহে আছে—তাইলৈকে চাই চাই সি কৈ গল। "বুজিছ, অকলশৰে থাকিবলৈ মই বৰ টান পাওঁ। কালি অকলশৰে আছিলোঁ হয়, কিন্তু তইঁত আটাইৰে মঙ্গলৰ কাৰণে কাম কৰিছিলোঁ দেখি নিজক অকলশৰীয়া যেন নালাগিল। কিন্তু যোৱা নিশাটো কি কম আৰু!"

"তোমাৰ আগৰজন বিখ্যাত জুডাচ্ ইচ্কাৰিঅই ডিঙিত ফাঁচ লৈ মৰিল।" পিলাবে কলে।

"সেইদৰে কথা নকবি বুজিছ," পাব্লোৰে কলে, "মই উভতি অহা তই দেখা নাই? জুডাচ-ফুডাচৰ কথা নকবি। মই এয়া উভতি আহিছোঁ।"

"মানুহবোৰ কেনেকৈ আনিলা?" পিলাবে সুধিলে, "আনিবলগীয়া বস্তু কিবা আনিছানে?"

পিলাবলৈ ভালকৈ সি চাই ললে এই ছেগতে। তাৰ পিছতে দুৰলৈ চাই কলে, "ভাল বেয়া দুইটা আছে। মৰিবলৈ কলেও মৰিব। তই যিটোকে ভাল পাৱ।"

আকৌ পাব্লোৰে পিলাবৰ চকুলৈ চালে। এইবাৰ চকু আঁতৰাই নানিলে।



গাহৰিৰ চকু যেন সৰু সৰু ৰঙা চকু কেইটাৰে পিলাবৰ দেহৰ সুষমা চাই থাকিল সি।

তাই ফুচফুচাই মৰমলগা মাতেৰে ক'লে, "মানুহে এবাৰ যি পায় তাক সম্পূৰ্ণভাৱে নেহেৰুৱায় কিজানি।"

পাব্লোৰে আকৌ তাইলৈ চালে। কলে, "শুন, সময়ত যি পাওঁ তাকে গ্ৰহণ কৰিবলৈ মই সাজু।"

"তুমি আহিলা বুলি মোৰ এতিয়াহে বিশ্বাস হৈছে, কিন্তু তুমিতো বহুত দূৰ গৈছিলা।"

পাব্লোৰে একো নকলে। ৰবাৰ্ট জৰ্ডানলৈ চাই ক'লে, "ৰটলটো দিয়া, আৰু অলপ খাই লওঁ। তাৰ পিছত দিহাদিহি যোৱাহে কথা।"

## ॥ ৩৯ ॥

এক্ষাৰে মুধাৰে পৰ্বতৰ ওপৰৰ হাবিৰ মাজেদি সিহঁত আহি ঠেক গিৰিপথ-টো পালেহি। সিহঁত আটাইবোৰৰ পিঠিত মেট্‌ৰা বোজা, সেইদেখি খৰকৈ উঠিব নোৱাৰিছিল। ঘোঁৰাবোৰৰ পিঠিতো একোটা বোজা, ওপৰত থৈলাবোৰ বন্ধা আছে।

"আমি দৰ্কাৰ হ'লে সিহঁতক এৰি দিব পাৰোঁ। কিন্তু ৰাখিব পাৰিলে সিহঁতক লৈয়ে আন এটা শিবিৰ পাতিব পাৰোঁ।" পিলাৰে ক'লে।

"খাৰ-বাৰুদ আৰু অলপ আছিল নহয়—সেইবোৰ ক'ত আছে?" ৰবাৰ্ট জৰ্ডানে ক'লে।

"ঘোঁৰাৰ জীনত বন্ধা থৈলাবোৰত।"

ৰবাৰ্ট জৰ্ডানৰ বোজাটো গধুৰ লাগিল। কামিজটোৰ জেপত পূৰ হৈ হাতবোমাবোৰো বৰ গধুৰ হৈ পৰিছে। ডিঙিটো টানি টানি নিছে। তদুপৰি কৰ্কালত পিষ্টল, ট্ৰাউজাৰৰ জেপত সৰু মেচিনগানৰ ক্লিপ কিছুমান সুমাই লোৱাত জেপটো ওফন্দি আছে। মুখত কফিৰ সোৱাদ তেতিয়াও লাগি আছে। সোঁহাতত এটা সৰু মেচিনগান, বাওঁহাতেৰে কামিজৰ কলাৰত ধৰি গৈছে—জেপৰ বোজাই কামিজটো টানি ধৰিছে।

এক্ষাৰে এক্ষাৰে তেওঁৰ কাষ চাপি পাব্‌লোৱে ক'লে, "কি হলহেঁ তোমাৰ?"

ৰবাৰ্ট জৰ্ডানে একো নকলে। পাব্‌লোৱে আকৌ ক'লে, "কামটো কৰিম বুলিয়েই সিহঁতক আনিছোঁ। তুমি নেলাগে বুলি নকবা।"



"নকওঁ। কিন্তু কামটো হব লাগিব।" ৰবাৰ্টে ক'লে।

"সিহঁতৰ ঘোঁৰা পাঁচোটাও আছে।" পাব্‌লোৱে ক'লে।

"ভালকথা", ৰবাৰ্ট জৰ্ডানে কলে, "আটাইবোৰ ঘোঁৰা একেলগে ৰাখিব গিব।"

ৰাক বুলি কৈ পাব্‌লোৱে মনে মনে থাকিল।

ৰবাৰ্ট জৰ্ডানেও একো নকলে। মনতে কিবাকিবি গুণা-গথা কৰিবলৈ িলে। তেওঁ ভাবিলে, বুঢ়া পাব্‌লোৰ কিবা সলনি ঘটিছে জানো? ঘটিছে ধ কৰোঁ! তাৰ প্ৰত্যাবৰ্তন এটা আচৰিত ঘটনা। আমাৰ পন্থাত দীক্ষা ি পাইছে, তাৰ সমস্যা সমাধান হৈছে।

"সেই পাঁচটাক তলৰ চকীত ৰাখিম, সৰ্দোৰ দলৰো কাম হ'ব। মই তাঁৰ টি দলঙত লাগিম। এই বিষয়ে আমি কথা পাতিছোঁৱেই।" পাব্‌লোৱে ক'লে।

দহ মিনিটৰ আগতে আমি এইবোৰ কথা হৈছিলোঁৱেই, আকৌ ই এইবোৰ া উলিয়াইছে কিয়······ৰবাৰ্ট জৰ্ডানৰ কবৰ মন গৈছিল, কিন্তু নকলে। পাব্‌লোৱে আকৌ আৰম্ভ কৰিলে, "গ্ৰেডোটলৈ যোৱা হবগৈ পাৰে। তাৰ াও মই বৰকৈ ভাবিছোঁ।"

ৰবাৰ্ট জৰ্ডানে একো নকৈ ভাবিলে, পাঁচ মিনিটৰ ভিতৰতে আকৌ বা কি খেলালে ইয়াৰ মনত? এয়া এটা ভাব খেলালেই। পাব্‌লো, ঘোঁৰাৰ বাবে জানো কিবা কৰিবা? তুমি যি কোৱা তাকে মই বিশ্বাস নকৰোঁ। নকৰোঁ, কেতিয়াও নকৰোঁ।

পাব্‌লো গুহালৈ উভতি আহি যেতিয়া পাঁচটা মানুহ আনিছোঁ বুলি ক'লেহি, তেতিয়া ৰবাৰ্ট জৰ্ডানে ভাল পালে। বৰফ পৰাৰে পৰা কাৰ্যসমাধাৰ আশা ক্ৰমাৎ ক্ষীণ হৈ আহিছিল। পাব্‌লোক দেখি ৰবাৰ্টে যেন অনুভৱ কৰিলে, এতিয়াও আশা আছে। ৰবাৰ্ট জৰ্ডানে ভাগ্যত বিশ্বাস নকৰে, পাব্‌লো ঘূৰি অহাৰ লগে লগে তেওঁৰো ভাগ্য উদয় হৈছে এনে ধাৰণা তেওঁৰ নাই। কিন্তু সি অহাৰ পৰা অৱস্থা ভাললৈ আহিছে আৰু কামটো হৈ উঠাৰ সম্ভাৱনা হৈছে। আগেয়ে কৃতকাৰ্য হোৱাৰ আশা নাছিলেই। এতিয়া তেওঁৰ অন্তৰ আত্ম-বিশ্বাসেৰে ভৰপূৰ হ'ল। পাম দিলে টায়াৰ এটাত বতাহ সোমাই যেনেকৈ ওফন্দি পৰে, ঠিক তেনেকৈ তেওঁৰ মনটোও আত্ম-বিশ্বাসেৰে ভৰি পৰিল। প্ৰথম

অৱস্থাত একো ধৰিব নোৱাৰি, পম দিয়া আৰম্ভ কৰাৰ লগে লগে টিউবটো লাহে লাহে ওকন্দি আছে। তাৰ পিছত ক্ৰমাৎ উঠি অহা জোৱাৰ নাইবা ৰূপে-ৰসে পূৰ হোৱা গছৰ দৰে স্থিৰ হৈ পৰে—ৰবাৰ্ট জৰ্ডানৰো আৰম্ভণিৰ ব্যৰ্থতাৰ আশঙ্কা লাহে লাহে নাইকিয়া হ'ল, তাৰ ঠাইত আনন্দই দেখা দিলে, কামটো সমাধা কৰাৰ আশা জিলিকি উঠিল।

মানুহটোৰ এইটোৱেই ডাঙৰ গুণ। যুজাৰু এনেকুৱাই হোৱা উচিত। ব্যৰ্থ পৰিণতি এনে মানুহে আওকাণ নকৰে, বৰং ঘৃণাহে কৰে। লোকৰ কাৰণে অধিক দায়িত্ব ল'লে নাইবা কাম সুপৰিকল্পিত নহ'লে এনে গুণ থাকিলেও মানুহে কাম কৰিব নোৱাৰে। তেনে ক্ষেত্ৰত অশুভ পৰিণতি, বা ব্যৰ্থতা অৱশ্যম্ভাৱী হৈ উঠে। নিজৰ অপকাৰ হ'লে হয়তো আওকাণ কৰিব পাৰি। কিন্তু এনেবোৰ কাম এজনৰ কাম নহয়। তেওঁৰ নিজৰ যে বিশেষ মূল্য নাই সেইকথা তেওঁ বুজে, তেওঁৰ মৰণো সামান্য কথা। এই কথা তেওঁ ভালকৈ বিশ্বাস কৰিছিল। যোৱা কেইদিনত তেওঁ এটা কথা ভালকৈ বুজিছে—তেওঁৰ লগত এজন থাকিলে তেওঁ সকলো কৰিব পাৰে। সচৰাচৰ এনে নঘটে। কিন্তু তেওঁৰ বেলিকা এনে হৈছিল। সেই ক্ষেত্ৰত তেওঁ ভাগ্যবান। নিবিচৰাকৈয়ে এই সুযোগ আহিছিল। তাৰ মহিমা সদায় থাকি যাব। নেহেৰায়। কিন্তু আজি ৰাতিপুৱা তাৰ অন্ত পৰিছে। এতিয়া সন্মুখত আছে কেৱল কৰ্তব্য।

পাব্‌লো নহ'লে ভাল নেলাগে—সি ঘূৰি আহিলতহে মোৰ মনটো ভাল লাগিছে। অকলে অকলে কৈ গ'ল, সি তাত বেয়াও কৰি থৈ আহিছে। তাক লৈ মোৰ লাজো লাগে কেতিয়াবা। পাব্‌লো, তোৰ বিচাৰ মই তো কৰিব নোৱাৰোঁ, মোৰ সেই সুকীয়া মনোবল নাছিল। আমাৰ আটাইৰে দুৰ্দশা। এতিয়া মাথোন কৰ্তব্য কৰ, লাগ-বান্ধ নোহোৱা কথা কবলৈ ভাবিবলৈ এৰ। এতিয়া মাথোন কৰ্তব্য কৰ, লাগ-বান্ধ নোহোৱা কথা কবলৈ ভাবিবলৈ এৰ। ভালকৈ চিন্তা কৰাৰ সময় এতিয়া। তেতিয়াহে তোৰ ভাল হ'ব। কিন্তু দিনৰ দিনটো মানুহজনীৰ কথাকে ভাবি নেথাকিবি। তাইক তই কামত নলগাব পাৰ, কিন্তু বিপদৰ পৰা ৰক্ষা কৰিব নোৱাৰ। তাইক তই এইবোৰ কামৰ পৰা নিলগাই ৰাখিছই। ঘোঁৰাও আমাৰ যথেষ্ট হব যেন লাগিছে। তাই তাৰে ৰথীয়া হৈ থাকক। তাইৰ কাৰণে আৰু নো তই কি কৰিবি? কামটোকে ভালকৈ আৰু যিমান পাৰ কম সময়তে কৰি তাৰ পৰা আজৰি হ। তাইৰ কথা ভাবি থাকিলে কামত বাধাহে পাবি। তাইৰ কথা ভাবি নাথাকিবি।



ৰবাৰ্টে এনেকৈ বহুত ভাবিলে। তাৰ পিছত তাতে মেৰিয়াহঁতলৈ বাট চালে। ঘোঁৰাবোৰ লৈ মেৰিয়া, পিলাৰ, আৰু ৰাফেল অলপ পিছতে আহিল।

এস্কাৰে-মুধাৰে তেওঁ মেৰিয়াক ক'লে, "চেনেহী, শৰীৰ কেনে?"

"ভাল, ৰবাৰ্টো"।

বাওঁ হাতলৈ বন্দুকটো লৈ সোঁহাতটো তাইৰ কান্ধত থৈ ৰবাৰ্টে তাইক ক'লে, "তুমি অলপো চিন্তা নকৰিবা।"

'নাই কৰা' তাই কলে।

"সকলো ঠিক-ঠাক কৰা আছে। ঘোঁৰাবোৰ লৈ ৰাফেল তোমালোকৰ লগত থাকিব।" সি কলে।

"মই তোমাৰ লগতহে থাকিম।"

"ওঁহো, নেলাগে। ঘোঁৰাবোৰ তুমি ৰাখিব লাগিব।"

"বাৰু, মই তাতে থাকিম।" তাই শলাগিলে।

এনেতে ঘোঁৰা এটাৰ হিঁ হিয়নি শুনা গ'ল। তলৰ মুকলি ঠাইৰ পৰাও আন এটা ঘোঁৰাই প্ৰতিধ্বনি কৰিলে। দুয়োটা ঘোঁৰাৰ হিঁহিয়নি গানৰ সুৰৰ অনুৰণন যেন লাগিল।

ৰবাৰ্ট জৰ্ডানে এস্কাৰতে নতুন ঘোঁৰাবোৰলৈ মন কৰিলে। পাব্‌লোৰ লগতে তেওঁ আহি সিহঁতৰ ওচৰ পালেহি। মানুহবিলাক ঘোঁৰাৰ কাষতে থিয় দি আছিল। ৰবাৰ্ট জৰ্ডানে সিহঁতক অভিবাদন জনালে। সিহঁতেও প্ৰত্যভিবাদন জনালে। ৰবাৰ্টে এস্কাৰত সিহঁতৰ মুখবোৰ নেদেখিলে।

পাব্‌লোই ৰবাৰ্টক চিনাকি কৰি দি ক'লে, "এই জনেই ডিনেমাইট দিয়া মানুহ। এওঁ ইংৰাজ। আমাৰ লগত আহিছে।"

মানুহবোৰৰ কোনেও একো নকলে। এস্কাৰতে সন্তৰ মূৰ দুপিয়ালে। তাৰে কোনোবা এটাই ক'লে, "বলা, আমি সাজু থাকোঁ। অলপতে ৰাতি পুৱাব।"

"হাতবোমা সৰহকৈ আনিছনে?" আন এটাই সুধিলে।

"ভালেমান আছে।" পাব্‌লোই ক'লে, "ঘোঁৰাবোৰ এৰি দিয়াৰ পিছত সেইবোৰ দিব লাগিব তোমালোকেই।"

"তেনেহলে যাওঁহঁক বলা। নিশাটোৰ আধাখিনি ইয়াত ৰৈ আছোঁ।" আন এটাই মাত লগালে।

এনেতে পিলাৰ ওলালহি। তাইলৈ চাই এটাই কলে, "অ, পিলাৰ দেখোন।"

"তুমি কেনে আছা ?" পিলাৰে সুধিলে।

"ভালেই।"

"তোমাৰ ঘোঁৰা কোনটো ?" পিলাৰে তাক সুধিলে।

"পাব্লোৰ ধোঁৰা বৰণীয়া ঘোঁৰাটো। বেচ্ তজবজীয়া সি।" মানুহটোৱে ক'লে।

"আহাঁ, আহাঁ যাওঁ; ইয়াত কথা চোবাই থাকিলে নহয়।" এটাই ক'লে।

সি ঘোঁৰাত উঠাৰ লগে লগে পিলাৰে সুধিলে, "ইলিচিঅ', তোমাৰ ভালনে ?"

"দেখিছাই আৰু। এতিয়া আহা, কাম কৰিব লাগে।" তাৰ মাতটো অলপ কৰ্কশ।

বিয়াগোস ঘোঁৰা এটাত উঠিলৈ পাব্লোৱে ক'লে, "তোমালোকে কেপ্ কেপাই নেথাকিবা। মোৰ পাচে পাচে আঁহা। ঘোঁৰাবোৰ য'ত এৰি দিবগৈ লাগিব সেই ঠাইলৈকে তোমালোকক মই লৈ যাম।"



## ॥ ৪০ ॥

ৰবাৰ্ট জৰ্ডানে যেতিয়া শুই শুই, দলঙখন ধ্বংস কৰাৰ কথা ভাবিছিল, সি যেতিয়া মেৰিয়াৰ লগত আছিল, তেতিয়া আন্দ্ৰে তাৰ কামত ঘূৰি ফুৰিছিল। কিন্তু তাৰ কাম মন্থৰ গতিতহে চলিছিল! বাট-পথ চিনি পোৱা নিপোতল স্বাস্থ্যৰ কোনো গাঁৱলীয়া মানুহে এন্ধাৰে মুধাৰে যেনেকৈ যাব পাৰে, সেইদৰে ৰিপাব্লিকান সৈন্য শিবিৰ নোপোৱালৈকে আন্দ্ৰেই গাৱঁলীয়া ঠাইত ফেচিষ্ট শিবিৰৰ মাজেদি খৰখোজত গৈ আছিল, কিন্তু যেই ৰিপাব্লিকান সৈন্য শিবিৰ সীমাত সোমালহি তাৰ গতি মন্থৰ হৈ পৰিল।

ৰবাৰ্ট জৰ্ডানে এচ্. আই. এমৰ চীল মোহৰ মাৰি আন্দ্ৰেৰ হাতত চিঠি এখন আৰু পৰিচয়-পত্ৰ এখন দি পঠিয়াইছিল। কথা আছিল, আন্দ্ৰেই পৰিচয়-পত্ৰ দেখুৱাব, আৰু যাবলগীয়া ঠাইলৈ যিমানপাৰে খৰকৈ যাব। কিন্তু পোনে পোনে গৈ সন্মুখৰ সৈন্য শিবিৰত যিজন দলপতি লগ পালে সি তাৰ এই ঔৎসুক্য বৰ বেয়াকৈ সন্দেহ কৰিলে।

সেই দলপতিজনৰ লগত সি গৈ বেটেলিয়ন কমাণ্ডাৰৰ ওচৰ পালেগৈ। বেটেলিয়ন কমাণ্ডাৰজন আন্দোলনৰ আগতে নাপিত আছিল। তাৰ মুখে সকলো কথা শুনি সি বৰ উৎসাহ দেখুৱালে। এই কমাণ্ডাৰৰ নাম হ'ল গমেজ। সি ইজন দলপতিৰ মূৰ্খামিৰ বাবে ককৰ্থনা কৰি আন্দ্ৰেক পিঠিত চপৰিয়াই ওলগ জনালে। আন্দ্ৰেক এপিয়লা ব্ৰাণ্ডি খাবলৈ দিলে, ব্ৰাণ্ডি অৱশ্যে বৰ ভাল বিধৰ নহয় তথাপিও তাকে সি আন্দ্ৰেক দি অভ্যৰ্থনা জনালে। তাৰ পিছত কলে,

মই আগতে নাপিত আছিলোঁ। সঁচা, কিন্তু গৰিলা যুজত যোগ দিয়াৰ হেপাহ মোৰ সদায় আছিল। লবালবিকৈ সহকাৰীজনক জগাই বেটেলিয়নৰ দায়িত্ব দিলে আৰু মটৰ চাইকেল চলোৱা মানুহটোক জগাই মাতি আনিবলৈ অৰ্ডাৰ্লিক ক'লে। বিগ্ৰেড হেড্‌কোৱাৰ্টাৰলৈ আন্দ্ৰেক মটৰ-চাইকেল চলোৱা মানুহটোৰ লগত নপঠিয়াই সি নিজেই লৈ যাবলৈ ঠিক কৰিলে। সি গলেহে কাম হব। আগৰ ঠাইত আন্দ্ৰেক তুলি সি মটৰ-চাইকেলত উঠি বোমাৰ টুকুৰাৰে উপচি থকা পৰ্বতীয়া বাটেদি যাবলৈ ধৰিলে। খলাবমা ৰাস্তাত মটৰ-চাইকেলে গোঁ-গোঁৱাই জপিয়াই যোৱাদি গৈ আছিল। বাটৰ দুয়োকাষে দুশাৰী গছ! গছৰ গুৰিছোৱা চুণ দিয়া। হেড্‌লাইটৰ পোহৰত গছৰ গুৰিছোৱা জিলিকি পৰিছিল। গ্ৰীষ্মকালৰ আৰম্ভণিত হোৱা আন্দোলনত বাটৰ কাষে কাষে যুঁজ চলিছিল আৰু বোমাও পেলোৱা হৈছিল। গুলী লাগি আৰু বোমাৰ টুকুৰা পৰি গছৰ বাকলিবোৰ এৰাই গৈছিল। পোহৰত সেইবোৰ ওলাই আছিল। সিহঁত গৈ হেড্‌কোৱাৰ্টাৰ পালেগৈ। পৰ্বতীয়া সৰু চহৰৰ এই হেডকোৱাৰ্টাৰৰ ওপৰখন ভগা। ঘৰটোৰ চাইকেল বেচ দিয়া মানুহৰ দৰে গোমেজে ব্ৰেক ধৰি বৈ গল। তেওঁ মটৰ-চাইকেলখন ঘৰৰ বেৰত আওজাই থওঁতে কলমটিয়াই থকা চন্তৰীটোৱে সাৰ পালে। গোমেজে তালৈ কেৰেপকে নকৰিলে। পোনচাটেই সোমাই গৈ এটা ডাঙৰ কোঠা পালেগৈ। কোঠাটোৰ বেৰত কেউফালে মেপ কিছুমান আঁৰি থোৱা আছে। ডেস্ক্‌ এখনত ৰিডিংলেম এটা লৈ টোপনিয়াই টোপনিয়াই অফিচাৰ এজন বহি আছিল। চকুত সেউজীয়া চেলুলয়ডৰ চশমা। কাষত দুটা টেলিফোন, এখন খবৰ-কাকত।

অফিচাৰজনে গোমেজৰ ফালে চাই সুধিলে, "তুমি কোন, ইয়ালৈ আহিছা কিয়? টেলিফোনেৰে কথা-বতৰা নহলা কেলেই?"

"লেফটেনেণ্ট কৰ্ণেলক মই দেখা কৰিব লাগে।" গোমেজে উত্তৰ দিলে।

"তেওঁ শুই আছে।" অফিচাৰ জনে কলে, "এমাইলমান আঁতৰৰ পৰা তোমাৰ সেই চাইকেলখনৰ লাইটটো মোৰ চকুত পৰিছিল। কোন্ মুহূৰ্তত বোমা পৰে ঠিক নাই। মৰিব খুজিছানে?"

"লেফ্‌টেনেণ্ট কৰ্ণেলক মাতি দিয়ক। বৰ জৰুৰী কথা।" গোমেজে কলে।

"কৈছোঁ নহয়, তেওঁ শুই আছে।" অফিচাৰজনে কলে। আন্দ্ৰেৰ ফালে চাই কলে, "এই ডকাইতটোক লগত আনিছা কেলেই?"



"এওঁ গৰিলা-যুঁজাৰু। সিপাৰৰ সৈন্য-শিবিৰৰপৰা আহিছে। সেনাপতি গল্‌জলৈ এটা বৰ জৰুৰী সংবাদ লৈ আহিছে। নাভাচৰেডাৰ সিপাৰে ৰাতিপুৱাতে আক্ৰমণ হোৱাৰ কথা আছে। সেই আক্ৰমণৰ দায়িত্ব আছে গল্‌জৰ ওপৰতে।" উত্তেজিত মাতেৰে গোমেজে কলে, "ঈশ্বৰৰ দোহাই, কৰ্ণেলক জগাই দিয়ক।"

চেলুলয়ডৰ মাজেদি কলমটিয়াই কলমটিয়াই অফিচাৰ জনে গলজলৈ চাই কলে, "তোমালোক বলিয়া হৈছা। মই সেনাপতি গল্‌জক চিনি নেপাওঁ, আক্ৰমণ হোৱাৰ কথাও নেজানোঁ। সিমানেই কথা। এতিয়া তোমাৰ বেটেলিয়ন যত আছে তালৈ তুৰন্তে উভতি যোৱা।"

"কৈছোঁ নহয়, কৰ্ণেলক জগাই দিয়ক" গোমেজে কলে। আন্দ্ৰেই মন কৰিলে, গোমেজে দাঁত কামুৰি আছে।

"দাঁত কামুৰিলে কি হব? গুচি যোৱা।" বৰ অলসভাৱে কৈ অফিচাৰ জন যাবলৈ ওলাল।

গোমেজে গধুৰ পিস্তলটো উলিয়াই অফিচাৰ জনৰ পিনে ডাঙি ধৰি কলে, "অধৰমী ফেচিষ্ট, জগাই দে বুলিছোঁ—জগাই দে—নহলে মৰিবি আজি মোৰ হাতত।"

"শান্ত হোৱা, বৰা, তোমালোক নাপিতবোৰৰ সোনকালে খং উঠে।"

ৰিডিংলেমৰ পোহৰত আন্দ্ৰেই দেখিলে গোমেজৰ মুখখন ঘৃণাত কোচ খাই আছে। তেওঁ বিশেষ একো নকৈ মাত্ৰ এষাৰ কথা উচ্চাৰণ কৰিলে, "জগাই দে।"

বৰ বিৰক্তিৰে অফিচাৰজনে অৰ্ডাৰ্লিটোক মাতিলে। এটা সৈন্য দুৱাৰ মুখলৈ আহি কুৰ্ণিচ কৰি আকৌ ওলাই গল।

"লগত তেওঁৰ প্ৰণয়িনীও আছে।" এই বুলি কৈ অফিচাৰ জনে কাগজ খনত চকু ফুৰালে। কাগজখন চাই চাই কলে, "তোমাক দেখিলে তেওঁ নিশ্চয় ভাল পাব।"

"তোমাৰ নিচিনা মানুহেই যুদ্ধ-জয়ৰ বাটত বিঘিনিপথালি দিছা।" গোমেজে অফিচাৰজনক ক'লে।

অফিচাৰজনে গোমেজৰ কথালৈ কাণ নিদিলে। খবৰ কাগজখন চাই নিজেই ভোৰভোৰালে "কি অদ্ভুত কাগজ এইখন?"

আন্দোলনৰ পূৰ্বেই মাদ্ৰিদত কেথলিক ৰক্ষণশীল দলে “এল্ ডিবেট” নামৰ এখন মুখপত্ৰ উলিয়াইছিল। গোমেজে সেইখন কাগজৰ কথা উল্লেখ কৰি অফিছাৰজনক ক'লে, “তুমি এল্ ডিবেট নপঢ়া কিয়? সেইখনহে তোমাৰ কাগজ ?”

অফিচাৰজনে তলমূৰ কৰিয়েই উত্তৰ দিলে, “মই তোমাৰ ওপৰৱালা। মোৰ এটা ৰিপোৰ্টৰ যথেষ্ট মূল্য আছে। সেইকথা নাপাহৰিবা। মই 'এল্ ডিবেট' কাহানিও পঢ়া নাই। মিছাতে দোষাৰোপ নকৰিবা।”

“নহয়, তুমি এ. বি. চি. পঢ়াই ভাল।” গোমেজে ক'লে, “তোমাৰ দৰে মানুহৰ পৰাই সৈন্যদল ৰসাতললৈ গ'ল। তোমাৰ লেখীয়া এই ব্যৱসায়ীবোৰক লৈয়ে। সদায় সেইকথা নহ'ব। আমি দুবিধ মানুহৰ গৰাহত পৰিছোঁ—এবিধ অজ্ঞ, আনবিধ নিন্দুক। যি অজ্ঞ তাক শিকাই-বুজাই ল'ব লাগিব, যি নিন্দুক, তাক দলৰ পৰা বাহিৰ কৰিম।”

এইবাৰো অফিছাৰজনে তলৰ মূৰ ওপৰ নকৰাকৈয়ে ক'লে, “বহিষ্কাৰ”—এইটো শব্দহে তুমি বোধহয় ক'ব খুজিছা। এইয়া কাগজত লিখিছে, তোমালোকৰ বহুতো খ্যাতনামা ৰুচদেশীয় লোক বহিষ্কৃত হৈছে। যুগটো বহিষ্কাৰৰ যুগ—নিমখ জুলাপতকৈও ইয়াৰ কোৰ বেছি।”

“যিহকে নোকোৱা, আচলতে তোমাৰ দৰে মানুহৰ প্ৰয়োজন শেষ হৈ আহিছে, সেইবোৰক বহিষ্কাৰ কৰিবই লাগিব।” গোমেজে খণ্ডত কলে।

অফিচাৰ জনবো খং উঠিল। নিজকে নিজে কোৱাদি মুখৰ ভিতৰতে তেওঁ কলে, “প্ৰয়োজন শেষ হৈ আহিছে। প্ৰয়োজন শেষ হৈ আহিছে—এইষাৰ কথা স্পেনদেশীয় মানুহৰ মুখৰ কথা নহয়।”

“তেনেহলে শুনী কৰা” গোমেজে কলে—“তুমি জানো বুজা নাই ? স্পেন-দেশীয় মানুহেও এনেকৈ কথা কয়।”

“বাৰু, কয় যদি কয়, এতিয়া ইমান ডাঙৰকৈ কথা নকবা। কৰ্ণেলৰ বাহিৰেও ইয়াত আৰু মানুহ আছে। তোমাৰ খং দেখি মোৰ বিৰক্তি লাগিছে। মই এনেকুৱা কথা-বতৰা মুঠেই ভাল নেপাওঁ। পাৰ্যমানে তাৰ পৰা আঁতৰি থাকোঁ।”

গোমেজে আন্দ্ৰেজলৈ চাই মূৰ দুপিয়ালে। তেওঁৰ চকু দুটা ক্ৰোধ আৰু বিৰক্তিত জ্বলি উঠিল। কিন্তু তেওঁ একো নকৈ ভৱিষ্যতে পাৰিলে কিবা কৰিম বুলি সহি সামৰি থাকিল। যোৱা ডেৰ বছৰে এনেকৈ তেওঁ বহুত সহি আহিছে।



এই ডেৰ বছৰৰ ভিতৰতে তেওঁ চিয়েৰাৰ বেটেলিয়নৰ সৈন্যাধ্যক্ষ পদো পাইছে। এনেকৈ ভাবি থাকোঁতেই পাইজামা পিন্ধিয়েই লেফটেনেন্ট কৰ্ণেল ওলাই আহিল। তেওঁক দেখি তেওঁ পোন হৈ অভিবাদন জনালে।

লেফটেনেন্টৰ নাম মিৰাণ্ডা। মানুহজন চুটি-চাপৰ, শাঁওবৰণীয়া। গোটেই জীৱনটো তেওঁ সৈন্যদলতে কটাইছে। মাদ্ৰিদত থাকোঁতে তেওঁক ঘৈণীয়েকে ভাল নোপোৱা হ'ল, মৰক্কোত থাকোঁতে আকৌ অগ্নিমান্দ্য আৰম্ভ হ'ল। ঘৈণীয়েকক 'তালাক' দিব নোৱাৰি (অগ্নিমান্দ্যটো ভাল কৰাৰ কোনো প্ৰশ্নই নুঠিল) ৰিপাব্লিকান দলত ভৰ্তি হ'ল আৰু লেফ্‌টেনেন্ট কৰ্ণেল হিচাপে গৃহযুদ্ধত লাগি গ'ল। তেওঁৰ একমাত্ৰ আকাঙ্খা আছিল এই একেটা পদতে থাকি যুঁজখনৰ অন্ত পেলোৱা। চিয়েৰাত থাকোঁতে শত্ৰুৱে যেতিয়াই আক্ৰমণ কৰিছিল তেতিয়াই তেওঁ ভালদৰে আত্মৰক্ষাও কৰিছিল। যুঁজ কৰি তেওঁৰ মতে ভাল লাগে। হয়তো মাংসৰ পৰিমাণ কমাই দিয়া বাবেই তেওঁৰ শৰীৰত চডিয়াম বাইকাৰ্বনেটৰ ভাগ বেছি হৈছিল। গধূলি তেওঁ হুইস্কি খাই সময় কটায়। তেওঁৰ ঘৈণীয়েকে হ'ল তেইশ-বছৰীয়া, লগত এটি কেঁচুৱাও। সোমাই আহি গোমেজক তেওঁ প্ৰত্যভিবাদন জনালে আৰু হাতখন আগবঢ়াই দি সুধিলে, “কিয় আহিলা গোমেজ ?” গোমেজক প্ৰশ্ন কৰিয়েই ডেস্কত বহি থকা সহকাৰী অফিছাৰ-জনলৈ চাই ক'লে, “পেপ চিগাৰেট এটা দিয়াচোঁন।”

গোমেজে আন্দ্ৰেজৰ কাগজ-পত্ৰবোৰ আৰু সি লৈ অহা চিঠিখন উলিয়াই তেওঁক দেখুৱালে। নিৰাপদে অহা-যোৱা কৰিবলৈ দিয়া অনুমতি পত্ৰখন কৰ্ণেলে লৰালৰিকৈ চকু ফুৰাই আন্দ্ৰেজলৈ চাই হাঁহিলে, তাৰ পিছত আগ্ৰহেৰে চিঠিখন চাবলৈ ধৰিলে। মোহৰটো আঙুলিৰে ভালকৈ পৰীক্ষা কৰি চালে। চাই অঁতাই অনুমতিপত্ৰ আৰু চিঠি দুয়োখন আন্দ্ৰেৰ হাতত শোধাই দি আন্দ্ৰেজক সুধিলে, “পাহাৰত থাকি বৰ কষ্ট পাইছানেকি ?”

“নাইপোৱা কৰ্ণেল,” আন্দ্ৰেজে ক'লে।

“জেনেৰেল গল্‌জৰ হেড্‌কোৱাৰ্টাৰলৈ কোন্‌খিনিৰ পৰা ওচৰ হ'ব সেইকথা কোনোবাই তোমাক তাত কৈছেনে ?”

“নেভেচেৰেডাৰ পৰা ওচৰ হ'ব, কৰ্ণেল, আমাৰ লগত থকা ইংৰাজজনেই এইকথা আমাক কৈছে।”

“কোন ইংৰাজ ?” শান্তভাৱে কৰ্ণেলে সুধিলে।

'ডিনেমাইট নিয়া সেই ইংৰাজজন !"

লেফ্‌টেনেণ্ট কৰ্ণেলে মূৰ জুপিয়ালে। ডিনেমাইট নিয়া ইংৰাজজন! যুদ্ধৰ দিনত ইও এক আপুৰুগীয়া কথা—ডিনামাইট নিয়া ইংৰাজজন কোন্? তেওঁ ভাবিলে। গোমেজলৈ চাই কলে, "গোমেজ, তুমি তেওঁক মটৰত লৈ যোৱাই ভাল।" চেলুলয়ডৰ আই-শ্বেড লৈ থকা অফিছাৰজনক কলে। "গলজক দেখুৱাবৰ কাৰণে এখন পৰিচয়-পত্ৰ এওঁক দিয়া। মই চহী কৰি দিম। টাইপ কৰি দিয়াই ভাল। দুয়োটা মোহৰ মাৰি দিবা আগতে।" গোমেজৰ ফালে চাই তেওঁ ক'লে, "তোমাক অলপ জোৰী বস্তুৰ দৰ্কাৰ হব আজি। দৰ্কাৰ হোৱাটো স্বাভাৱিক। তাতে এই আক্ৰমণৰ সময়ত মানুহ সাজু হবই লাগে। মই বাৰু তোমাক কিবা অলপ জোৰী বস্তু তৈয়াৰ কৰি দিম।" তাৰ পিচত আন্দ্ৰেজৰ ফালে মূৰ কৰি নৰমেৰে সুধিলে, "তোমাক কিবা লাগে নে কি? অলপ খোৱা বস্তু, নহলে অলপ মদ দিম নেকি?"

"নেলাগে, কৰ্ণেল, মোৰ ভোক লগা নাই। আগৰ চকীত অলপ ফৰাচী মদ খাই আহিছোঁ। বেছিকৈ খালে অপকাৰহে কৰিব।" আন্দ্ৰেজে উত্তৰ দিলে।

"তুমি আহোঁতে মোৰ এলেকাৰ বিপৰীত ফালেদি কিবা গণ্ডগোল দেখি আহিলা নে কি?" কৰ্ণেলে সুধিলে।

"একেই দেখিলোঁ, আগৰ দৰেই শান্ত।"

"তিনি মাহৰ আগতে মই তোমাক চাৰ্চিভিল্লাত লগ পাইছিলোঁ, নহয়?" কৰ্ণেলে সুধিলে।

"হয়।"

কৰ্ণেলে আন্দ্ৰেৰ পিঠিত হাত ফুৰাই ক'লে, "এৰা, মোৰ মনত পৰিছে। তুমি সেই বুঢ়া আন্‌চেল্‌মোৰ লগত থকা নাই জানো? তেওঁ ভালে আছে নে?"

"হয় কৰ্ণেল, তেওঁ কুশলে আছে।" আন্দ্ৰেজে ক'লে।

"তেওঁৰ খবৰটো পাই ভাল লাগিছে।" কৰ্ণেলে উত্তৰ দিলে।

"তেওঁৰ খবৰটো পাই ভাল লাগিছে।" কৰ্ণেলে উত্তৰ দিলে।

এনেতে অফিছাৰ জনে টাইপ কৰা কাগজখন আনিলে। তেওঁ পঢ়ি চাই তাত চহী দিলে। তাৰ পিছত গোমেজ আৰু আন্দ্ৰেজলৈ চাই ক'লে, "তোমালোক আৰু নৰবা, সোনকালে যোৱা গৈ। মাত্ৰ মটৰ সাৱধানে চলাবা।"



গোমেজলৈ চাই ক'লে, "লাইট কেইটা লগাই লবা। বিশেষ একো নহয়, মাত্ৰ সাৱধান হ'বা। মোৰ কথা কমৰেড গল্‌জক কবা গৈ। পেগৰিনচৰ যুঁজৰ পিছতে এবাৰ লগপোৱা, তাৰ পৰা তেওঁক দেখাই নাই।" তেওঁ দুয়োৰে লগত কৰমৰ্দন কৰি আকৌ কলে, "কাগজ পত্ৰখিনি ভালকৈ জেপত সুমাই লোৱা। মটৰত বৰ বতাহ।"

তেওঁবিলাক যোৱাৰ পিছত কৰ্ণেলে উঠি গৈ মদৰ বটল আৰু গিলাছ উলিয়াই ললে। নিজেই বটলৰ পৰা অলপ হুইস্কি বাকি ললে। বেৰৰ দাঁতিত থকা মাটিৰ পাত্ৰটোৰ চেঁচা পানী তাত মিহলালে। তাৰ পিছত তেওঁ গিলাছটো হাতত লৈ হুইস্কিখিনি এঢোক এঢোককৈ খাই খাই বেৰৰ বিয়াগোম মেপখনৰ কাষত থিয় হ'লগৈ। মেপত নেভেচেৰেডাৰ সিফালে ক'ত ক'ত আক্ৰমণ হ'ব পাৰে তাকে ভালকৈ চালে।

বহি থকা অফিছাৰজনক তেওঁ শেহত ক'লে, "এইবাৰ গল্‌জৰ হে পাল পৰিছে, মোৰ নহয়—সেইবাবে ভালেই পাইছোঁ।" অফিছাৰজনে একো নমতা দেখি তেওঁ মেপখন চাবলৈ মন এৰি অফিছাৰজনলৈ চালে। চাই দেখিলে যে তেওঁ হাত দুটাৰ মাজত মূৰটো গুজি টোপনিয়াই আছে। কৰ্ণেলে ডেস্কৰ কাষলৈ গৈ ফোন দুটা অফিছাৰজনৰ মূৰত দুয়োফালে লাগি থকাকৈ ওচৰ চপাই থলে। তাৰ পিছত তেওঁ আকৌ অলপ হুইস্কি বাকি লৈ পানী মিহলালে, আৰু মেপখনৰ ওচৰলৈ গৈ তন্ন তন্নকৈ চাবলৈ ধৰিলে।

গোমেজৰ মটৰ চাইকেলৰ পাছফালৰ চিটটোত আন্দ্ৰেজে ভালকৈ ধৰি বহি যাবলৈ ধৰিলে। মটৰ চাইকেল চলাৰ লগে লগে তেওঁৰ মুখখন বতাহে আমনি কৰিব নোৱাৰাকৈ ঘূৰাই ললে। সৰু গাঁৱলীয়া ৰাস্তা। ৰাস্তাটোৰ দুয়োকাষে পপলাৰ। ক'লা ক'লা পপ্‌লাৰ ফুলৰ শাৰী। তাৰ মাজেদি হেড্‌ লাইটৰ পোহৰত আন্ধাৰ ফালি মটৰ চাইকেলখন আগবাঢ়ি যাবলৈ ধৰিলে। ওচৰেদি যোৱা এটা নিজৰাৰ পাৰে পাৰে কুঁৱলী পৰিছিল। কুঁৱলীৰ মাজেদি যাওঁতে হেড্‌লাইটৰ পোহৰ কমি গৈছিল, ৰাস্তাটো ওপৰলৈ উঠাৰ লগে লগে হেড্‌লাইটৰ পোহৰত এটা চাৰিআলিত স্পষ্ট হৈ উঠিল পাহাৰৰ পৰা নামি অহা খালি ট্ৰাকবোৰ।

## ॥ ৪১ ॥

পাব্‌লো বলহি আৰু আন্ধাৰতে ঘোঁৰাৰ পৰা নামিল। নামোতে কেৰকেৰ শব্দ হ'ল, ফোপনিও উঠিল বৰকৈ, তদুপৰি ঘোঁৰাই দৈ মূৰ নৰাওঁতে লেকামৰো শব্দ হ'ল—সেইবোৰ ৰবাৰ্ট জৰ্ডানৰ কাণত পৰিল। তেতিয়াই তেওঁবিলাকো নামিল। তেওঁ ঘোঁৰাবোৰ সুঙি গোন্ধ পালে। নকৈ অহা মানুহবোৰৰো মলিয়ন কাপোৰৰ টেঙা টেঙা গোন্ধ আহিছে। গুহাৰ ধোঁৱাঁৰ ভিতৰত থকা সকলৰ গাৰ পৰা অহা গোন্ধো সুকীয়া। ৰবাৰ্ট জৰ্ডানে তাৰ ঘ্ৰাণ ললে। পাব্‌লো কাষতে থিয় হৈ আছিল। তাৰ গাৰ পৰাও গোন্ধ ওলাইছে। গোন্ধ-টো তামৰ পইচা এটা মুখত ল'লে যেনেকুৱা লাগে তেনেকুৱা। চিগাৰেট এটা উলিয়াই জৰ্ডানে বৰকৈ হুপিবলৈ ধৰিলে। এনেতে পাব্‌লোৱে কোমল মাতেৰে কোৱা শুনিলে—"পিলাৰ, হাতবোমাৰ থৈলাটো তুমি আনা, আমিও ঘোঁৰাবোৰৰ ভৰিত বান্ধ একোটা দিওঁহক।"

ৰবাৰ্টে ফুচ্‌ফুচাই অগষ্টিনক কলে, "অগষ্টিন, তুমি আৰু আন্‌চেলম' দুয়ো মোৰ লগত দলংখনলৈ যাব লাগিব। সৰু বন্দুক থোৱা থৈলাটো পালানে?"

"পালোঁ। নাপাম কিয়?" অগষ্টিনে ক'লে।

পিলাৰে প্ৰিমিটিভৰ সহায়ত ঘোঁৰা এটাৰ পৰা বোজা নমাই আছিল। ৰবাৰ্ট জৰ্ডান তাইৰ কাষলৈকে গৈ লাহেকৈ কলে:

"শুনাচোন, হেৰা।"



পিলাৰে ঘোঁৰাৰ তলপেটত পকা জীনৰ হুক এডাল পকাই আছিল, ৰবাৰ্টৰ কথা শুনি ফুচফুচাই কোৱাদি কলে, "এই সময়ত আকৌ কি কথা?"

"বোমাৰ শব্দ নুশুনালৈকে চকীটো আক্ৰমণ যে কৰিব নালাগে এই কথা তুমি বুজিছা নহয়?"

"সেইযাৰ কথাকে নো আৰু কেইবাৰ কোৱা? তুমিও দেখোন লাহে লাহে বুঢ়ী মানুহৰ নিচিনা হলা, ইংলেচ!"

"সাৱধান হবৰ বাবেহে কৈছোঁ। আৰু, এটা কথা। চকীটো ধ্বংস কৰি তোমালোক দলঙখনলৈ আহিবা আৰু ওপৰৰ পৰা বাটটো আৰু মোৰ বাওঁফালে থকা সৈন্যবোৰক চাই থাকিবা।" ৰবাৰ্টে কলে।

"প্ৰথমবাৰ কওঁতেই মই বুজিছোঁ, নুবুজাৰ কোনো কথা নাই। তুমি তোমাৰ কাম কৰি যোৱা।" পিলাৰে ফুচফুচাই কলে।

"এটা কথা মন কৰিবা," ৰবাৰ্টে আকৌ কোমল মাতেৰে ক'লে, "বোমা পৰাৰ শব্দ নোহোৱালৈকে কোনেও লৰচৰ কৰিব নোৱাৰিব, কোনেও এজাঁই গুলী কৰিব নোৱাৰিব আৰু কোনেও বোমা পেলাব নোৱাৰিব—এই কথা বুজিছা নহয়?"

পিলাৰৰ খং উঠিল। ফুচ্‌ফুচাই ক'লে, "মোক তুমি পেংলাই কৰি নাথাকিবা। ছৰডেকৰ লগত যেতিয়া আছিলোঁ৷ তেতিয়াই সেইকথা শিকিলোঁ।"

পাব্‌লোই য'ত ঘোঁৰাবোৰ বান্ধি আছিল ৰবাৰ্ট তালৈকে গ'ল। ৰবাৰ্টক দেখি পাব্‌লোই কলে, "অলপতে ভয়খোৱা ঘোঁৰাকেইটাক ঢিলাকৈ বান্ধি হৈছোঁ। এনেকৈ বান্ধিছোঁ যাতে ৰছীডাল টানখালেই সিহঁত মুকলি হ'ব পাৰিব। বুজিছা?"

"ভাল হৈছে।"

"কেনেকৈ চন্তালিব লাগিব ছোৱালীজনী আৰু ইহুদীটোক মই ক'ম।" পাব্‌লোই কলে। তাৰ লগত নকৈ অহা মানুহখিনি জুম বান্ধি হাতৰ বন্দুক-বিলাকত আঁউজি আছিল।

"সকলো কথা বুজিব পাৰিছা নহয়?" ৰবাৰ্ট জৰ্ডানে সুধিলে।

"কিয় নুবুজিম?" পাব্‌লোৱে ক'লে, "চকীটো মাৰি তাঁৰ কাটিব লাগিব। তাৰ পিছত দলং। তোমাৰ বোমাৰ শব্দ নোহোৱালৈকে দলংখন পহৰা দি থাকিব লাগিব।"

"বোমা নিদিয়ালৈকে একোকে নকৰিবা!"

"সেইটো ঠিকেই।"

"ভাল কথা, তেতিয়াহে কাম হ'ব।"

পাব্‌লোই ক'লে, "তোমাৰ সৰু বন্দুকটিৰে তুমি আমাক ৰক্ষা কৰিবা। উভতি আহিলেও সেয়েই আমাৰ আশ্ৰয় হব।"

"সেয়ে হ'ব।" ৰবাৰ্ট জৰ্ডানে কলে।

"আৰু কথা নাই। কিন্তু সময় আহিলে তুমি বৰ সাৱধান হ'ব লাগিব।"

"সাৱধান নহলে কাম কৰা সহজ নহয়।" পাব্‌লোৱে ক'লে।

"বন্দুকটো ময়ে ব্যৱহাৰ কৰিম।"

"তুমি জানো ভালকৈ চলাব জানা? অগষ্টিনক গুলী কৰিবলৈ দিবৰ মোৰ মন নাই। তাৰ মনটো বৰ কোমল। শেহত ভুল কৰি মোকো জানোচা গুলী কৰে।" পাব্‌লোৱে ক'লে।

"মোৰ এইবোৰৰ অভিজ্ঞতা আছে। যদি অগষ্টিনে বন্দুক মাৰে, সি যাতে তেনেকুৱা নকৰে তালৈ মই চকু ৰাখিম।"

"তেনেহলে আৰু কথা নাই।" এইবুলি কৈ আকৌ ফুচফুচাই আনে সুশুনাকৈ ক'লে, "ঘোঁৰা হে কম হ'ব যেন পাইছোঁ।"

"কুকুৰধূলি কটা! তই কেনে মানুহ প্ৰথমতেই মই বুজিলোঁ।"—ৰবাৰ্ট জৰ্ডানে এনেকৈ ক'ব খুজিছিল, কিন্তু নকলে। ফুটাই কলে, "মই খোজ কাঢ়ি যাম। ঘোঁৰা এটা ওলাব, বুজিছা। আটাইবে কাৰণেই হ'ব লাগে দেখোন।" কোমলকৈ ক'লে পাবলোৱে।

"সেইটো তোমাৰ কথা। মোক তুমি লেখত নধৰিলেও হ'ব। তোমাৰ সৰু নতুন বন্দুকটোৰ বাবে গুলী আছেনে নাই?" ৰবাৰ্ট জৰ্ডানে ক'লে।

"আছে। অশ্বাৰোহী কেইজনৰ লগত আছে। মই মাত্ৰ চাৰিজাঁই মাৰিছিলোঁ পৰীক্ষা চাবৰ বাবে। ওখ পৰ্বতৰ মাজত মই কালি পৰীক্ষা কৰি চালোঁ।" পাব্‌লোৱে ক'লে।

"আমি যাওঁ বলা" ৰবাৰ্টে ক'লে, "তালৈ সোনকালে গৈ ভালদৰে লুকাই থকাহে কথা।"

"যাওঁহক বলা তেন্তে।" পাব্‌লোৱে সমৰ্থন কৰিলে।

ৰবাৰ্ট জৰ্ডানৰ মনতে খেলালে, এই জহৰাটোৱে বা আকৌ কি ভাবিছে?



এতিয়া অৱশ্যে ভয় আৰু নাই। নতুন মানুহবোৰে কি কৰে—সেইটো মই নেভাবোঁ—সিহঁতক চিনিকে নেপাওঁ।

ৰবাৰ্টে কৰমৰ্দনৰ বাবে হাত আগবঢ়াই দি কলে, "সফলো ভাগ্য। পাব্‌লো" দুয়োখন হাত লগ লাগিল।

হাতখন আগবঢ়োৱাৰ লগে লগে ৰবাৰ্ট জৰ্ডানে ভাবিছিল, কিজানিবা এতিয়া সাপ-সুপ নাইবা কোনো কুষ্ঠৰোগীকহে স্পৰ্শ কৰিবলৈ ওলাইছে। পাব্‌লোৰ হাতৰ পৰশ কেনেকুৱা লাগে ৰবাৰ্টে নেজানে। এক্ষাৰত পাব্‌লোৱে তেওঁৰ হাতখন কোৱা-মুঠীয়াকৈ ধৰি মুকলি মনেৰে জোকাৰিলে, তেৰোঁ তাৰ হাতখন টিপি দিলে। এক্ষাৰত হাতখন ছুই ৰবাৰ্টৰ ভাল লাগিল। তাৰ হাতৰ পৰশটো অদ্ভুত অদ্ভুত যেন লাগিল। ৰবাৰ্টে ভাবিলে, হক তেওঁ, এতিয়া আমি দুয়ো মিত্ৰ। মিত্ৰপক্ষৰ লগত সদায় এনে কৰমৰ্দন কৰি আহিছোঁ। গালত চুমা খোৱাও কত হৈছে...ক'ত আমোদ উৎসৱ কৰা হৈছে—এতিয়া অৱশ্যে সেইবোৰ কৰিব লগা হোৱা নাই। সকলো মিত্ৰই এনেকুৱা। হয়তো ঘৃণা ভালপোৱা দুয়োটাই থাকে। কিন্তু এই পাবলো একাচেকা মানুহ। ফুটাই কলে, "সফলো ভাগ্য পাব্‌লো, মই তোমাক ৰক্ষা কৰিম। চিন্তা নকৰিবা।"

"তোমাৰ বস্তু চুৰ কৰিব লগা হোৱাত মই মনতে বেয়া পাইছোঁ।" পাব্‌লোৱে ক'লে।

"কিন্তু ভালেখিনি দৰ্কাৰী বস্তু দেখোন তুমি আনিছাই।"

"বস্তুখিনিৰে কাম সমাধা হব লাগে।" পাব্‌লোৱে কলে।

এনেতে পিলাৰ এক্ষাৰতে ঘপহ্ কৰে আহি ক'লেহি, "তোমালোকে দুয়ো ইয়াত কি কৰিছাহি? অলপো খবৰ নাই তোমালোকৰ; বিদায় লওঁতেই ইমান পৰ কৰিলে কি হ'ব? ইফালে কোনোবাই বোমাবোৰ লৈ যাব ৰবাৰ্ট।"

"তই মোক আৰু নুবুজিলি। ৰবাৰ্ট আৰু মই ইটোৱে সিটোক ভালকৈ বুজোঁ।" পাব্‌লোৱে ক'লে।

পিলাৰে কলে, "তোমাক কোনে বুজে। স্বয়ং ঈশ্বৰেও তোমাৰ মন ধৰিব নোৱাৰে—তোমাৰ আয়েৰাও নোৱাৰে। মোৰতো কথা বাদেই। ৰবাৰ্ট যোৱা। সোনকালে যোৱা। তোমাৰ চুটিচুলীয়া মেৰিয়াৰ ওচৰত বিদায় লোৱাগৈ। তাৰ পিচত যোৱাগৈ। তোমাৰ 'হেৰিয়াত' মোৰ 'হেৰি' কৰিবৰ ইচ্ছা গৈছে।

পিছে তুমি যেন ষাড় গৰু ওলোৱাৰ কথা ভাবি কোচ খাই গৈছা এনে যেন লাগিছে।”

ৰবাৰ্ট জৰ্ডানে কলে, ‘তোমাৰ মাতৃৰ নামত।’ পিলাৰে বংমনেৰে ফুচফুচাই কলে, “তোমাৰ মাতৃয়েই নাছিল। এতিয়া কাম আৰম্ভ কৰাটোৰেই মোৰ ইচ্ছা যাতে কামটো সমাধা হয়। যোৱা মানুহবোৰ লৈ যোৱা।” এই বুলি তাই পাব্লোলৈ চাই কলে, “তোমাৰ মানুহবোৰো লৈ যোৱা। তোমাৰ সুদৃঢ় প্ৰতিজ্ঞা কিমান পৰ থাকে কব নোৱাৰোঁ। এহালকতো মই কোনো গ্ৰাহ্যতে নানো। যি কি নহওক, লৈছা যেতিয়া সিহঁতক লৈ যোৱাগৈ।”

ৰবাৰ্ট জৰ্ডানে টোপোলাটো কান্ধলৈ তুলি ল’লে। তাৰ পিছত মেৰিয়াক বিচাৰি ঘোঁৰাবোৰৰ ফালে আগবাঢ়িল। যাওঁতে পিলাৰক ক’লে, “যাওঁ দেই, সোনকালে আকৌ দেখা হোৱাৰ আশা ৰাখিছোঁ।”

ৰবাৰ্টৰ মনত এটা অস্বাভাৱিক অনুভূতি জাগিল। তেওঁ অনুভৱ কৰিলে, তেওঁ যেন এইবোৰ কথা আজি কোৱা নাই। কোনোবা কাহানিয়েই ক’লে; তেওঁৰ এনেকুৱা লাগিল এইখন, এইখন এখন ট্ৰেইনহে একেৰাহে চলি আছে। তেওঁ মাত্ৰ ষ্টেচনৰ প্লাটফৰ্মত থিয় হৈ বৈ আছে।

মেৰিয়াই ক’লে, “যোৱা ৰবাৰ্টো, সাৱধানে চলিবা।”

“বাৰু” বুলি কৈ তেওঁ তাইক চুমা খাবলৈ বুলি মূৰটো চাপৰাই আনিলে; মূৰটো চাপৰাই দিওঁতে পিঠিৰ টোপোলাটো মুখৰ ফালে বাগৰ খাই গ’ল; আৰু লগে লগে তেওঁৰ কপাল আৰু তাইৰ কপালৰ ঠেকাঠেকি হ’ল। ৰবাৰ্টৰ ধাৰণা হ’ল, এনেকুৱা ঘটনা যেন আগতেও হৈছিল।

“নেকান্দিবা” তেওঁ কলে। তাৰ মাতটো গধুৰ, কিন্তু অকল পিঠিত থকা গধুৰ টোপোলাটোৰ কাৰণেই নহয়।

“নেকান্দো বাৰু; কিন্তু সোনকালে আহিবা।” তাই ক’লে।

“গুলীয়াগুলী হ’লে ভয় নাখাবা। গুলীয়াগুলী বৰকৈ হ’ব পাৰে।”

“নাই ভয় নেখাওঁ, মাত্ৰ সোনকালে আহিবা।”

“বিদায়, ৰূপহী” কওঁ-নকওঁকৈ ৰবাৰ্টে কলে।

“যোৱা, ৰবাৰ্টো।”

প্ৰথমতে যিবাৰ ৰবাৰ্ট জৰ্ডান ৰেড্লজ ষ্টেচনৰ পৰা ৰেলগাড়ীত উঠি বলিংচলৈ গৈ গাড়ী সলনি কৰি ঘৰৰ পৰা স্কুললৈ যায়, তাৰ পিছত আৰু



কেতিয়াও নিজকে এনে ল’ৰামানুহ যেন লগা নাই। সেইবাৰ ঘৰৰ পৰা যাবলৈ তাৰ ভয় লাগিছিল, কিন্তু সেই ভয়ৰ কথা সি কাকো কোৱা নাছিল। ৰেলৰ কোঠাত উঠাৰ চিৰিডাল সি চুকি পাইছিল কাঠৰ বাকচ এটাৰ ওপৰত উঠিহে। গাড়ীৰ কণ্ডাক্টৰে যেতিয়া তাক উঠিবলৈ বুলি চিৰিৰ কাষত থলেহি, ঠিক তাৰ আগে আগে বাপেকে বিদায়ৰ চুমা খাই কৈছিল, “আমি দুজনে এতিয়া আৰু একেলগে থাকিব নোৱাৰোঁ, ঈশ্বৰে যেন আমাৰ দুয়োৰে ওপৰত কৃপাদৃষ্টি কৰে।” তেওঁৰ পিতাক বৰ ধাৰ্মিক আছিল। কথাখিনি তেওঁ বৰ আন্তৰিকতাৰে কৈছিল। তেওঁৰ গোঁফ কোছা সেমেকি আছিল, চকু কেইটাও আবেগত সজল হৈ উঠিছিল। প্ৰাৰ্থনাৰ ধৰ্মগন্ধী বিষণ্ণতা, পিতাকৰ বিদায়ৰ চুমা—এই আটাই-বোৰ মিলি ৰবাৰ্ট জৰ্ডানক বিমোৰত পেলাইছিল; হঠাৎ তেওঁৰ ধাৰণা হৈছিল, তেওঁ যেন পিতাকতকৈ অনেক গুণে ডাঙৰ, যেন পিতাকৰ বাবে তেওঁ বৰ দুখ পাইছে। এই পীড়াদায়ক অনুভূতি তেওঁৰ বাবে অসহ্য হৈছিল।

ৰেল এৰি দিয়াৰ পিছত গাড়ীৰ পিছৰ প্লেটফৰ্মৰ ওপৰত থিয় হৈ তেওঁ দেখিছিল, ষ্টেচনটো আৰু পানীৰ ওখ টেঙ্কটো ক্ৰমাৎ সৰু হৈ আহিছে, স্লিপাৰ-দিয়া ৰেলৰ চিৰি দুটা ক্ৰমাৎ সংকীৰ্ণ হৈ হৈ শেহত এটা বিন্দুত মিলি গৈছে—আৰু তাত ষ্টেচনটো আৰু পানীৰ টেঙ্কটো নিচেই এধানিমান হৈ পৰিছে—ৰেল-গাড়ীখনে লগে লগে ঘৰ্ঘৰ শব্দ কৰি আগবাঢ়িছে—তেওঁক ঘৰৰ পৰা দূৰলৈ লৈ গৈছে।

ৰেলৰ ব্ৰেকৃমেনে তেওঁক কৈছিল, “কি হে, তোমাক যোৱা দেখি দেউতাৰে দেখোন বৰ দুখ পাইছে!”

তেওঁ কৈছিল, “হয়।” তেওঁ তেতিয়া চাই আছিল চেজ লতাবোৰ—ৰেল লাইনৰ ওখ বান্ধটোত এই চেজ-লতাবোৰ গজিছে, তাৰ পৰা আৰম্ভ কৰি টেলিগ্ৰাফৰ খুটাৰ মাজেদি সিপাৰৰ ধূলিময় ৰাজ আলিলৈকে লতাবোৰ বিয়পি আছিল। চেজ-লতাৰ ভিতৰত বনকুকুৰা আছে নে নাই তাকে তেওঁ চাই আছিল।

“স্কুললৈ যাবলগীয়া হোৱাত মন বেয়া লগা নাইনে তোমাৰ?”

“নাই লগা” তেওঁ সঁচা কথাই কৈছিল।

অলপ আগতে এই কথা সঁচা যেন নালাগিলহেঁতেন, কিন্তু সেই মুহূৰ্তত কথাষাৰ সঁচাকৈয়ে তেওঁ কৈছিল।—সেইদিনা ৰেল এৰাৰ আগতে নিজকে

যেনেকৈ ল'ৰামানুহ যেন লাগিছিল, আজি বহুতদিনৰ মূৰত বিদায় লওঁতে আকৌ তেওঁৰ তেনেকৈ নিজকে ল'ৰাযেন অনুভৱ হৈছে। এতিয়া নিজকে বৰ্ৰ ল'ৰা-ল'ৰা যেন লাগিছে, বৰ অস্বস্তি হৈছে। কোনোবা স্কুলীয়া ল'ৰাই বাৰান্দাত থিয় হৈ অকণমান ছোৱালী এজনীৰ কাষৰ পৰা বিদায় লওঁতে তাইক চুমা খোৱা উচিত হ'ব নে নহয় তাৰ কথা ভাবি যেনেকৈ অস্বস্তি অনুভৱ কৰে ; এতিয়া এই বিদায় লোৱাৰ সময়তো তাৰ তেনেকুৱা লাগিছে। অলপ পৰৰ পিছতে সি বুজিলে, এই অস্বস্তি বিদায়-লোৱাৰ বাবে নহয়। আচলতে ইয়াৰ পিছত যি সংঘৰ্ষ আৰম্ভ হ'ব, তাৰ কাৰণেই এনে অস্বস্তি আহিছে। সেই সংঘৰ্ষৰ কথা ভাবি যি অস্বস্তি হৈছে, এই বিদায়-পৰ্ব তাৰে এটি অংশ মাথোন।

তাৰ মনত নানা ভাবে ভূমুকি মাৰিলে :—আকৌ সেই একে চিন্তা, মনলৈ আহিছে। কিন্তু এনে কাম কৰিবলৈ যাওঁতে যি কোনো মানুহে নিজকে অসহায় শিশু যেন অনুভৱ কৰিব। এইবোৰ চিন্তা নো কিহৰ তাৰ কথা তেওঁ এতিয়া নকয়। নিজকে সি কলে, আপোন কাম চম্ভালি লৈ সাধ্য কৰা, এতিয়া আৰু পুনৰ ল'ৰা হ'বৰ সময় নাই।'

ফুটাই কলে, "ৰূপহী, যাওঁ দেই, যাওঁ কেচাসোণ!

মেৰিয়াই কলে, "যোৱা, ৰবাৰ্টো।"

যাবলৈ ওলাই, সি আন্‌চেল্‌মো আৰু অগষ্টিন য'ত থিয় হৈ আছিল, তালৈ গৈ তেওঁ কলে, "বলা, আমি যাওঁগৈ।"

আন্‌চেলমোৱে গধুৰ বোজাটো চিপ্ এটা মাৰি কান্ধলৈ তুলি ল'লে।

আন্‌চেলমোৱে গোটেই বোজাটো কান্ধত গুহাটো এৰি থৈ অহাৰ পিছৰে পৰা আন্‌চেলমোৱে গোটেই বোজাটো কান্ধত তুলি লৈ ফুৰিছে—এতিয়া সি গছ এজোপাত আঁউজি থিয় হৈ ৰৈ আছে—তাৰ পিঠিৰ বোজাৰ ওপৰেদি স্বয়ংক্ৰিয় ৰাইফলটোৰ নলীডাল ওলাই আছে।

সি ক'লে, "বলা, আমি যাওঁ।"

তেওঁবিলাক তিনিও পাহাৰৰ তললৈ নামি যাবলৈ ধৰিলে।

গছ-গছনিৰ মাজেদি ইজনৰ পিছত সিজনকৈ একে শাৰী হৈ তেওঁবিলাক গৈ আছে—যাওঁতে ফাৰ্ণেণ্ডো কাষেদি গৈছিল। ফাৰ্ণেণ্ডোৱে তেওঁবিলাকক দেখি ক'লে, "তোমাৰ মঙ্গল হওক, ডন ৰবাৰ্টো।"—তেওঁবিলাক যেনি গৈছিল তাৰ পৰা অলপ আঁতৰতে টিকা পেলাই মাটিত বহি আছিল, তাৰ কথা কেইষাৰ কিন্তু বেচ্ গহীন।



ৰবাৰ্ট জৰ্ডানে ক'লে, "তোমাৰ মঙ্গল হওক, ফাৰ্ণেণ্ডো।"

অগষ্টিনেও ক'লে "সকলো কাৰ্যতে তোমাৰ শুভ হওক।"

ফাৰ্ণেণ্ডো অগষ্টিনৰ কথালৈ কাণ নিদি কলে, "ধন্যবাদ, ডন ৰবাৰ্টো।"

ৰবাৰ্টৰ কাণত ফুচ্‌ফুচাই অগষ্টিনে ক'লে, "ই এটা বিচিত্ৰ জীৱ।"

ৰবাৰ্টে ক'লে, "সেইটো হয়। তোমাক সহায় কৰিম নেকি ? ঘোঁৰাক দিয়াদি লৈছে দেখোন তোমাক বোজা।"

অগষ্টিনে ক'লে, "মোৰ কাৰণে চিন্তা নকৰিবা। আমি যে ৰাওনা হ'ব পাৰিলোঁ তাতেই মোৰ আনন্দ।"

আন্‌চেলমোৱে কলে, "লাহে লাহে কথা কোৱা। এই যি কথা কলা, আৰু নকৰা। ক'লেও লাহে লাহে ক'বা।"

তেওঁবিলাক অতি সাৱধানে পাহাৰৰ তললৈ নামিবলৈ ধৰিলে ; একেবাৰে আগত আন্‌চেল্‌মো, তাৰ পিছতে অগষ্টিন,—শেহত ৰবাৰ্ট জৰ্ডান গৈ আছে। তেওঁ খোজ দিওঁতে খোপনি পুতি গৈছে, যাতে পিছল নাখায়। যাওঁতে তেওঁ অনুভৱ কৰিছে, জোতাৰ তলত যেন সৰি পৰা অজস্ৰ পাইনৰ পাত। এবাৰ হঠাতে ভৰি এটা গছৰ শিপাত লাগিল,—পৰি যাওঁ বুলি কিহবাত ধৰিবলৈ হাত মেলোঁতেই পিঠিৰ অটমেটিক ৰাইফলৰ চেঁচা নলীটো আৰু তিনিঠেঙীয়া ষ্টেণ্ডখনৰ ভাঁজ কৰা ঠেং কেইটাতহে হাত লাগিল। তাৰ পিছত পাহাৰৰ দাঁতিয়েদি তেওঁবিলাক বৰ কষ্টেৰে নামিবলৈ লাগিল ; ৰবাৰ্ট জৰ্ডানৰ জোতা এবাৰ পিছল খাই হাবিৰ মাটিত দীঘল দাগ বহুৱাই দিলে। আকৌ বাওঁ হাতখন আগবঢ়াই দিওঁতে গছএজোপাৰ গুৰিৰ খহটা বাকলিত হাত লাগিল। তাৰ পিছত হাতখনৰ ওপৰত ভৰ দি তেওঁ নিজকে চম্ভালি লৈছেহে, এনেতে হাতখন এৰাই গৈ এটুকুৰা মিহি ঠাইৰ ওপৰত পৰিলগৈ—হাতখন একৰাই নি দেখিলে, হাতখনৰ তলুৱাৰ তলভাগ এঠাএঠি হৈছে। বাটৰ চিন ৰাখিবৰ বাবে গছৰ ছাল কোনোবাই কাটি চাঁছি থৈছে। তাৰ পিছত তেওঁলোকে হাবি-বনেৰে ভৰা আওগৰীয়া পৰ্বতৰ গাত বগাই তললৈ নামি সেই দলঙ্‌খনৰ ওপৰৰ ওখ ঠাই পালেগৈ। প্ৰথম দিনা ৰবাৰ্ট জৰ্ডান আৰু আন্‌চেলমোৱে যি ঠাইত ৰৈ সকলো কথা ভালকৈ নিৰীক্ষণ কৰিছিল, এতিয়া তেওঁলোক গৈ সেই ঠাইতে ৰ'লগৈ।

এবাৰ আন্‌চেলমোৱে আন্ধাৰতে পাইন গছ এজোপাৰ কাষত আহি

ব'লহি। তাৰ পিছত ৰবাৰ্ট জৰ্ডানৰ হাতৰ মুঠিত ধৰি ফুচ্‌ফুচাই ক'লে, "সৌৱা, চোৱা, তাৰ জুইদানীটোত জুই জ্বলি আছে।" আন্‌চেলমোৱে কথাবাৰ বৰ লাহে লাহে কৈছিল, জৰ্ডানে কথমপি শুনিলেহে।

তলত পোহৰ দেখা গৈছে। তাতে দলঙ্‌খন গৈ ৰাস্তাত লাগিছে। ৰবাৰ্ট জৰ্ডানে সেই কথা জানে।

আন্‌চেলমোৱে ক'লে, "সেইদিনা আমি ইয়াতে থিয় হৈ চাইছিলোঁ।" এই বুলি কৈ সি ৰবাৰ্ট জৰ্ডানৰ হাতখনত ধৰি টানি তললৈ নামি গ'ল আৰু এজোপা গছৰ গুৰিত কাটি থোৱা সঙ্কেত চিহ্নত হাত লগাই দি ক'লে, "তুমি যেতিয়া কেউফালে চাই আছিলা, তেতিয়া মই গছ জোপাত এই দাগটো কাটি থৈছিলোঁ। তুমি কৈছিলা বোলে ইয়াৰ সোঁহাতে মেচিনগান বহুৱাম।"

"এৰা তাতেই বহুৱাম।"

"বাৰু।"

কেই জোপামান পাইন গছৰ গুৰিত তেওঁবিলাক দুজনে বোজাবোৰ নমাই থৈ আন্‌চেল্‌মোক অনুসৰণ কৰি পাইন গছ পুলিবে ছাটি থকা এটুকুৰা সমান ঠাই পালেগৈ।

আন্‌চেল্‌মোৱে কলে, "ইয়াতে—ঠিক এইখিনিতে।"

সৰু সৰু পুলি গছবোৰৰ আঁৰত লেপেটা কাঢ়ি বহি লৈ ৰবাৰ্ট জৰ্ডানে অগষ্টিনক লাহে লাহে ক'লে, "দিনত তুমি ইয়াৰ পৰাই তলৰ ৰাস্তাটোৰ এটা অংশ আৰু দলঙলৈ সোমোৱা বাটটো দেখিবলৈ পাবা, গোটেই দলঙখন দীঘে দীঘে দেখিবা ; আৰু দলঙৰ সিফালৰ ৰাস্তাটোৰ একাংশও চকুত পৰিব। তাৰ পিছত সেই শিলগুটি দ'মৰ কাষতে ৰাস্তাটো ঘূৰি বেঁকা হৈছে।"

অগষ্টিনে উম্‌তৎসৎ একো নামাতিলে।

"আমি যেতিয়া বিস্ফোৰণৰ কামত লাগি থাকিম, তুমি তেতিয়া ইয়াত মাটিত পৰি থাকিবা—ওপৰৰ পৰা বা তলৰ পৰা কোনোবা অহা দেখিলেই তালৈ গুলী মাৰিবা।"

অগষ্টিনে সুধিলে, "সেই জুইকুৰা ক'ত জ্বলিছে ?"

ৰবাৰ্ট জৰ্ডানে চেপা চেপা মাতেৰে ক'লে, "দলঙখনৰ এইপাৰে চন্তৰী থকা কাঠৰ ঘৰটোত।"

"এই চন্তৰী দুটাক কোনে খতম্ কৰিব ?"



"তোমাক দেখোন আগতেই ক'লোঁ,—বুঢ়া আৰু মই দুয়ো। কিন্তু সিহঁতক যদি আমি শেষ কৰিব নোৱাৰা যেন দেখা, তেনেহলে তুমি সিহঁত থকা ঘৰ দুটাৰ মাজলৈ গুলী মাৰিব লাগিব, যদি সিহঁতক দেখা তেনেহলে গুলী কৰি মাৰি পেলাবা।

"অঁ তুমি মোক কৈছিলা হয়।"

"বিস্ফোৰণ হৈ গলে পাব্‌লোৰ মানুহবোৰ যেতিয়া কেকুৰিটো ঘূৰি এইফালে আহিব তেতিয়া যদি সিপক্ষৰ মানুহে সিহঁতক জুলুম কৰে তেনেহলে সিহঁতৰ মূৰৰ ওপৰেদিয়েই তুমি গুলী চলাব লাগিব। সিহঁত আহিলে সিহঁতৰ মূৰৰ ওপৰেদিয়েই গুলী চলাবা, চাবা যাতে আন কোনো মানুহে একোপধ্যে সিহঁতৰ পাছ লব নোৱাৰে। বুজিলা ?"

"নুবুজিম কিয় ? কালি ৰাতিও তুমি এই কথা মোক কৈছিলা।"

"তোমাৰ কিবা সুধিবলগীয়া আছে নে কি ?"

"নাই—মোৰ দুটা মৈলা আছে, ওপৰলৈ গৈ মই তাত বস্তু ভৰাম তাৰ পিছত ইয়ালৈ লৈ আহিম। ওপৰত মোক কোনেও নেদেখে।"

"কিন্তু ইয়াত মাটি খান্দি-কুৰুকি নাথাকিবা। ওপৰত আগেয়ে আমি যেনেকৈ লুকাইছিলোঁ, এতিয়াও তুমি সেইদৰে কাৰো চকুত নপৰাকৈ ইয়াত থাকিব লাগিব।"

"মাটি নেখান্দো। এই এন্ধাৰতে ধুলিবালি অলপ মই আনি থম। তুমি চিন্তা নকৰিবা। তাৰ পৰা এনেকৈ সকলো সজাই থম যে সিপাৰৰ পৰা কোনেও একো নেদেখে।"

"তুমি সিহঁতৰ নিচেই কাষতে আছা বুলি জানিছা নে নাই ? দিনৰ পোহৰত তলৰ পৰা সেই জোপোহা-জোপোহ গছবোৰ ভালকৈ দেখি।"

"সেইবোৰ কথা লৈ চিন্তা নকৰিবা। তুমি এতিয়া কেনি যাবা ?"

"মই এতিয়া এই সৰু মেচিনগানটো লৈ তললৈ নামি গৈ আৰু কাষ চাপিম। বুঢ়া এতিয়া কুৰুংটো পাৰ হৈ যাব, সিপাৰৰ চন্তৰী ঘৰটো আক্ৰমণ কৰিবৰ বাবে সাজু হব। ঘৰৰ দুৱাৰ মুখখন সেইমুৱা হৈ আছে।"

অগষ্টিনে কলে, "তেনেহলে আৰু একো নাই। নমস্কাৰ, ৰবাৰ্ট, তোমাৰ হাতত চুৰট আছেনে ?"

"ইমান ওচৰতে থাকি তুমি চুৰট খাব নোৱাৰা।"

"নাই, মুখত সুমাইহে থম—পিছত থাম।"

ৰবাৰ্ট জৰ্ডানে চিগাৰেটৰ কেচটো তেওঁৰ হাতলৈ দিলে। অগষ্টিনে তাৰ পৰা তিনিটা চুৰট লৈ মূৰৰ চেপেটা গৰখীয়া টুপীটোৰ ভাঁজত সুমাই থলে। বন্দুকৰ নলীৰ মুখখন পেংডালৰ সৈতে পুলি পুলি পাইন গছৰ জোপাৰ মাজত সুমাই ভাঁজ কৰা তিনঠেঙীয়া টুলখনৰ ভাঁজ খুলি এঠাইত থলে আৰু তাৰ পিছত হাতেৰে বোজাটো খুলি তাৰ ভিতৰৰ বস্তবোৰ প্ৰয়োজন অনুসৰি ওচৰতে য'ত য'ত থব লাগে থবলৈ ধৰিলে।

লগতে কলে, "আৰু একো কথা নাই।"

আন্‌চেল্‌মো আৰু ৰবাৰ্ট জৰ্ডানে তাৰ কাষৰ পৰা তেওঁবিলাকৰ থৈলা কেইটা য'ত থৈ আহিছিল তালৈ গুচি গল।

ৰবাৰ্ট জৰ্ডানে ফুচ্ ফুচাই কলে, "এইবোৰ ক'ত থলে ভাল হব বাৰু?"

"ইয়াতেই ভাল হব। কিন্তু তোমাৰ সৰু মেচিনগানটোৰে ইয়াৰপৰা চন্তৰীটোলৈ গুলী কৰিব পাৰিবা নে?"

"সেইদিনা আমি এইখিনিতে আছিলোঁ নহয়, জানো?"

আন্‌চেল্‌মোৱে কলে, "হয় গছ এই জোপাই। ছুৰীৰে ইয়াৰ গাত দাগ কাটি থৈছিলোঁ মই।" আন্‌চেল্‌মোৱে ইমান লাহে লাহে কথা কৈছে, যে জৰ্ডানে কথমপি শুনিবলৈ পাইছিল। জৰ্ডানে বুজিলে, প্ৰথম দিনাৰ দৰেই আজিও আন্‌চেল্‌মোৱে ওঁঠ নলৰোৱাকৈ কথা কৈছে।

এইবোৰ ঘটনা যেন আজিৰ নহয়, বহুতদিনৰ আগৰহে—জৰ্ডানৰ তেনেকুৱা লাগিল আকৌ। এইবাৰ এনেকুৱা লগাৰ কাৰণ হ'ল তেওঁৰ প্ৰশ্ন আৰু আন্‌চেল্‌মোৰ উত্তৰৰ পুনৰাবৃত্তি। অগষ্টিনৰো তেনেকুৱা লাগিছিল, চন্তৰীবোৰৰ সম্পৰ্কে সি এনে এটা প্ৰশ্ন কৰিছিল যাৰ উত্তৰ সি আগৰে পৰাই জানে।

তেওঁ লাহেকৈ কলে, "ঠাই টুকুৰা নিচেই কাষতে। একেবাৰে ওচৰতে বুলি কব পাৰি। কিন্তু পোহৰ আহিছে আমাৰ পাছৰ পৰাহে। এই ঠাইৰ পৰাই কাম চলাব লাগিব।"

আন্‌চেল্‌মোৱে কলে, "তেনেহলে মই আৰু যাওঁ, কুকুংটো পাৰহৈ সিপাৰৰ আচল ঠাইত ৰওঁগৈ।" তাৰ পিছত আকৌ কলে, "মোক ক্ষমা কৰা, ৰবাৰ্ট, কি জানিবা কিবা ভুল হয়, কিবা মূৰ্খামি কৰোঁ সেইবাবে—"

"কি কৈছা?" লাহেকৈ ৰবাৰ্টে সুধিলে।



"আটাইবোৰ কথা মোক ভালকৈ আৰু এবাৰ কোৱা, মই যাতে কামবোৰ নিখুঁতভাৱে কৰিব পাৰোঁ।"

"মই গুলী কৰাৰ পিছত তুমি গুলী কৰিবা। নিৰ্দিষ্ট মানুহটো মৰিলেই দলং খন পাৰ হৈ মোৰ ওচৰলৈ তুমি গুচি আহিবা। মই থৈলা দুটা তালৈ নমাই লৈ যাম। তাৰ পিছত ডিনেমাইট বহুওৱা সম্বন্ধে মই তোমাক যিহকে কৰিবলৈ কওঁ তাকে কৰিবা। কি কৰিব লাগে মই তোমাক সকলো কম। মোৰ যদি কিবা হয় তেনেহলে যেনেকৈ কৈছোঁ তেনেকৈ তুমি নিজেই সকলো কৰিবা। কামবোৰ লাহে ধীৰে কৰিবা—ভালকৈ কৰিবা। কাঠৰ গোঁজ পুতি কটকটীয়াকৈ বহুৱাই দিবা আৰু হাতবোমাবোৰ ৰছীৰে ভালকৈ লগলগাই বান্ধি দিবা।"

আন্‌চেলমোৱে ক'লে, "এতিয়া সকলো বুজিছোঁ। সকলো কথা মনত পৰিছে। এইবাৰ মই যাওঁ। দিনত ভালকৈ লুকাই থাকিবা, ৰবাৰ্ট।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "যেতিয়া গুলী কৰিবা, তেতিয়া ধীৰ-স্থিৰ ভাৱে কৰিবা, চাবা যাতে অথলে নেযায়। তাক মানুহ বুলি নেভাবিবা। তাক নিচান বুলিয়েই ধৰি ল'বা—মনত ৰব নে বাৰু? গোটেই মানুহটোলৈ গুলী কৰিবলৈ চেষ্টা নকৰিবা। এটুকুৰা বিশেষ ঠাই লক্ষ্য কৰি লবা। সি যদি তোমাৰ ফালে মূৰ কৰি থাকে তেনেহলে তাৰ ঠিক পেটৰ সোঁমাজতে গুলী কৰিবা। যদি পিঠি দি থাকে, তেন্তে পিঠিৰ মাজতে কৰিবা। শুনাচোন, মানুহটো বহি থাকিলে মোৰ গুলীৰ আৱাজ শুনি নিশ্চয় থিয় হ'ব—তাৰপিছত সি হয় লৰ মাৰিব, নহয় লেপেটা কাঢ়ি বহিব। ঠিক সেই সময়তে গুলী কৰিবা। তেতিয়াও যদি বহিয়েই থাকে, তথাপি গুলী কৰিবা—পলম নকৰিবা। কিন্তু গুলী যাতে অথলে নাযায় তালৈ মন কৰিবা। তাৰপৰা পঞ্চাশ গজ আঁতৰত ৰ'বা। তুমি চিকাৰী মানুহ। তোমাৰ অসুবিধা নহয়।"

আন্‌চেলমোৱে ক'লে "তুমি যি হুকুম দিয়া, মই তাকেই কৰিম।"

ৰবাৰ্ট জৰ্ডানে ক'লে "এয়ে মোৰ হুকুম।"

এইবুলি কৈ ৰবাৰ্টে ভাবিলে, এটা কথা ভাল হৈছে, এই উপদেশটো আদেশ হিচাপে দিয়াৰ কথা মোৰ এতিয়া মনত পৰিছে। ইয়াৰ পৰা তাৰ সুবিধাহে

হ'ব। তাৰ পাপৰ ভাগো কিছু কমিব। সেইটো হব বুলিয়েই মই ভাবোঁ। অলপ নহয় অলপ হ'ব। মানুহক হত্যা কৰা বিষয়ে প্ৰথম দিনা সি মোক যিবোৰ কথা কৈছিল সেইবোৰ মই পাহৰিছিলোৱেই।

ভাবিবলৈ এৰি ক'লে, "হুকুম মোৰ পালা নহয়, এতিয়া যোৱা।"

আন্‌চেল্‌মোৱে ক'লে, "যাওঁ আৰু, আকৌ সোনকালে দেখা হ'ব।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "সোনকালেই দেখা হ'ব বুঢ়া।"

ৰবাৰ্ট জৰ্ডানৰ মনত পৰিল বাপেকলৈ—ৰেল-ষ্টেচনত সেই বিদায় দিয়াৰ কথা, কিমান করুণ সেই বিদায় ক্ষণ! সেইবাবে এই মুহূৰ্ততো বিদায় বা শুভযাত্ৰা বা তেনে ধৰণৰ বিদায়সূচক শব্দ ব্যৱহাৰ নকৰিলে।

ফুচ্‌ফুচাই সুধিলে, "বন্দুকৰ নলীৰ ভিতৰত তেল মচি-কাচি লৈছানে বুঢ়া, নহলে গুলী যেনিয়ে-তেনিয়ে যাব।"

আন্‌চেল্‌মোৱে ক'লে, "গুহাতেই মই আটাইবোৰ বন্দুকৰ নলী মচি চাফা কৰি থৈছোঁ।"

ৰবাৰ্ট জৰ্ডানে কলে "যোৱা, আকৌ দেখা হ'ব।"

বুঢ়া আন্‌চেল্‌মোৱে গছ-গছনিৰ মাজেদি ঘূৰি পকি হাতত-সাৰে ভৰিত-সাৰে যাবলৈ ধৰিলে।

পাইন গছৰ সৰাপাতেৰে উপচি থকা হাবিৰ মাজৰ সেই ঠাইটুকুৰাতে দীঘল দি ৰবাৰ্ট জৰ্ডানে কাণপাতি শুনিবলৈ ধৰিলে পাইনৰ সো-সোৱনি—দিনৰ পোহৰৰ লগে লগে যি বতাহ ব'ব পাইনৰ গছে-পাতে তেতিয়া তাৰ প্ৰথম শিহঁৰণ লাগিছে। সৰু মেচিন-গানটোৰ কাৰ্ট্ৰিজ কিলিপ উলিয়াই আনি বন্দুকৰ নলীটো লৰাই-চৰাই চালে। তাৰ পিচত বন্দুকটো ঘূৰাই লৈ আন্ধাৰত বন্দুকৰ মুখত নিজৰ মুখখন লগাই নলীৰ ভিতৰত ফু দিবলৈ ধৰিলে—নলীৰ মুখত জিভাখন লগাৰ লগে লগে চৰ্বি আৰু তেল দিয়া লোহাৰ স্বাদ তেওঁ অনুভৱ কৰিলে। তাৰ পিছত বন্দুকটো বাওঁহাতৰ আগত লৈ আগটো ওখ কৰি থলে, যাতে পাইনৰ পাত নাইবা আন একো জাবৰ-জোথৰ তাত সোমাব নোৱাৰে। কিলিপৰ ভিতৰৰ পৰা আটাইবোৰ কাৰ্ট্ৰিজ বুঢ়া-আঙুলিৰে ঠেলি উলিয়াই ৰুমাল এখনত থলে; তাৰপিছত এটা এটাকৈ আটাইবোৰ কাৰ্ট্ৰিজ আন্ধাৰতে আঙুলিৰে চাই চিতি আকৌ এটা এটাকৈ হেঁচি কিলিপৰ মাজত সুমালে।



এইবাৰ কিলিপটো হাতত গধুৰ যেন লাগিল,—তাক মেচিন-গানৰ মাজলৈ আকৌ হেঁচি সুমাই দিলে, সুমাওঁতে গম পালে সি ক্লিক্ কৰি আচল ঠাইত ৰ'লগৈ। তেওঁ পাইন গছৰ গুৰিত ওপৰলৈ পেট কৰি শুই আছে—বন্দুকটো তেওঁৰ বাওঁ-হাতৰ আগত থৈছে—তেওঁ শুই শুই সেই পোহৰটোৰ ফালে চাই আছে। মাজে মাজে পোহৰটো নেদেখি, তেতিয়া তেওঁ বুজিলে, ঘৰৰ মাজত চন্তৰীটো আহি জুইদানীৰ কাষত বৈছেহি। ৰবাৰ্ট জৰ্ডানে সেইখিনিতে শুই শুই দিনৰ পোহৰৰ বাবে অপেক্ষা কৰি ৰ'ল।

## ॥ ৪২ ॥

পাবলোৱে পাৰ্বত্য অঞ্চলৰ পৰা ঘোঁৰাত উঠি গুহালৈ ঘূৰি আহোঁতে আৰু গোটেই দ'লটোৱে ভৈয়ামলৈ নামি আহি ঘোঁৰা বান্ধি থৈ যোৱা ঠাই পাওঁতে যিমান সময় লাগিছিল, সেইখিনি সময়ত আন্দ্ৰেজ গোল্‌ঝৰ ঘাই ঘাটিৰ পিনে ভালেখিনি আগুৱালে। নাভাকেৰেদালৈ যোৱা ৰাস্তাইদি তেতিয়া বহুত ট্ৰাক পাৰ্বত্য অঞ্চলৰ পৰা ভৈয়ামৰ ফালে ঘূৰি আহিছে। নাভাকেৰেডালৈ যোৱা ৰাস্তাটো পোৱাহি ঠাইতে এটাহে পৰীক্ষা-ঘাটি আছিল। গোমেজে যেতিয়া ঘাটিৰ চন্তৰীৰ হাতত লেফটেনেন্ট কৰ্ণেল মিৰাণ্ডাৰ পৰা অনা নিৰাপত্তাৰ চিঠিখন দেখুৱালে, তেতিয়া সি চিঠিখন টৰ্চ লাইটৰ পোহৰেৰে চালে, নগৰ ইটো চন্তৰীকো দেখুৱালে, তাৰ পিছত চিঠিখন সি ঘূৰাই দি চেলাম দিলে আৰু কলে,

“গৈ থাকক, কিন্তু লাইট নুমাই যাব!”

আকৌ মটৰ চাইকেল ঘৰ্ঘৰাই চলিবলৈ আৰম্ভ কৰিলে। আন্দ্ৰেজে ভালকৈ ধৰি বহি গৈছে—ডাঙৰ ৰাস্তাটোৰেদি তেওঁবিলাক আগবাঢ়িছে। যান-বাহনৰ বৰ ভিৰ, গোমেজে বৰ সাৱধানে গাড়ী চলাইছে। কোনো ট্ৰাকতে পোহৰ নাই। ট্ৰাকবোৰ এটা দীঘলীয়া লাইন কৰি অবিচ্ছিন্ন ভাৱে তললৈ নামি গৈছে। কিছু-মান মাল বোজাই কৰা ট্ৰাক ৰাস্তাৰ ওখ অংশতো চলিছে আৰু ট্ৰাক অহা-যোৱা কৰি থকা বাবে বতাহত অসংখ্য ধূলিকণা উৰিছে। আন্দ্ৰেজে অন্ধকাৰত ধূলিকণাবোৰ নেদেখিলেও অনুভৱ কৰিব পাৰিছে, নিয়ৰ পৰাদি মুখত আহি ধূলিকণা পৰিছেহি—হুয়োপাৰি দাঁতৰ মাজত পৰি কিচ্‌কিচাই উঠিছে।



তেওঁবিলাক দুয়ো এখন ট্ৰাকৰ পাছে পাছে গৈ আছে। মটৰ-চাইকেলখন ঘৰ্ঘৰাই লাহে লাহে আগবাঢ়িছে। তাৰপিছত গোমেজে মটৰ চাইকেলৰ বেগ বঢ়াই দি ট্ৰাকখন পাৰ হৈ গ'ল, সেইখন ট্ৰাক পাৰ হৈ আৰু এখন পাৰ হ'ল—তাৰ পিছত আৰু এখন—ইফালে তেওঁবিলাকৰ বাওঁফালেদি ইবোৰ ট্ৰাক তললৈ নামিবলৈ ধৰিলে। তেতিয়া তেওঁবিলাকৰ পাছফালে এখন মটৰ—বাৰে বাৰে ইলেকট্ৰিক হৰ্ণৰ শব্দকৰি ট্ৰাকৰ ঘৰ্ঘৰণি আৰু ধূলিবোৰ যেন মটৰখনে বিদীৰ্ণ কৰিব খুজিছে। তাৰ পিছত হেডলাইট দুটা ভমক্ কৈ জ্বলিল—তাৰ পোহৰত সমুখৰ ধূলিবোৰ দেখিবলৈ এটুকুৰা হালধীয়া গোটা মেঘৰ দৰে হৈ পৰিল। তাৰ পিছত গিয়েৰৰ ক্ৰমবৰ্ধমান শব্দ হ'ল আৰু গাড়ীখন তেওঁবিলাকৰ কাষেদিয়েই ধুমুহা যোৱাদি গুচি গ'ল। ইলেকট্ৰিক হৰ্ণৰ আৱাজে যেন কিবা দাবীহে কৰিলে, যেন কাৰোবাক ভয়হে দেখুৱালে, কাৰোবাৰ মূৰত যেন মাধমাৰহে শোধালে।

তাৰ পিছত সমুখৰ আটাইবোৰ ট্ৰাক ৰৈ গ'ল। তেওঁবিলাক দাঁতিয়ে দাঁতিয়ে গৈ আছে—ট্ৰাকবোৰৰ ভিতৰত কিছুমান এম্বুলেন্সৰ গাড়ী, অফিচাৰৰ গাড়ী, এখন অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত গাড়ী, তাৰ পিছতো ইখনৰ পাছত সিখনকৈ দুখন গাড়ী—আটাইবোৰ ৰৈ আছে—ধূলি তেতিয়াও উৰি আছে। তাৰ মাজে মাজে ট্ৰাকবোৰত গধুৰ ধাতুৰে সজা কামানৰ নলীবোৰ ঠোঁট উলিওৱা কাছ যেন দেখি। তেওঁবিলাক গৈ আছে। গৈ গৈ আৰু এটা পৰীক্ষা ঘাঁটি পালেগৈ। তাত ইখন গাড়ীৰ লগত সিখন গাড়ীৰ খুন্দা খালে। ট্ৰাক এখন আহি আহি বলহি—সেইখনৰ পাছে পাছে আৰু এখন ট্ৰাক আহি আছিল, ট্ৰাকখন আগৰ খন ট্ৰাকৰ মানুহে দেখা নাছিল, ইয়াৰ ফলত পাছৰ ট্ৰাকবোৰ আহি আগৰ ট্ৰাকবোৰত খুন্দা মাৰি পাছফালটো ভাঙি চুৰমাৰ কৰি দিছে—সৰু সৰু বন্দুকৰ গুলী-বাৰুদবোৰ বাটৰ ওপৰত ছিটিকি পৰিছে। বাকচ এটা আছাৰ খাই মাটিত পৰি ভাগি গ'ল। পিতলেৰে সজা কাৰ্ট্ৰিজৰ মোনাবোৰ বাটৰ ধূলিত সিঁচৰিত হৈ পৰিছিল। পৰীক্ষা ঘাটিত নিৰাপত্তাৰ চিঠি দেখুৱাবৰ বাবে গোমেজ আৰু আন্দ্ৰেজে মটৰ-চাইকেলখন ৰখাই অচল যান-বাহনবোৰৰ মাজে মাজে টানি টানি নিবলগীয়া হ'ল। এইদৰে যাওঁতে আন্দ্ৰেজহঁতে কাৰ্ট্ৰিজৰ মোনাবোৰ গচকি যাব লগীয়া হৈছিল। দ্বিতীয় ট্ৰাকখনৰ ৰেডিয়েটৰ ভাগি চুচুৰ্মৈ হৈ ভিতৰলৈ সোমাল। পাছৰ ট্ৰাকখনৰ মুখ সেইখনৰ পাছ দুৱাৰত খুন্দা খাই আছে। আৰু এশখনমান ট্ৰাক এখন এখনকৈ আহি ৰৈ

আছেহি। ওখ বুট-জোতা পিন্ধা অফিছাৰ এজনে চিঞৰি চিঞৰি বাটেদি পাছলৈ গৈ আছে, ভগা ট্ৰাকখন যাতে বাটৰ পৰা আঁতৰাই নিব পাৰি তাৰ বাবে ড্ৰাইভাৰহঁতক ট্ৰাকবোৰ পাছলৈ নিবলৈ কৈছে।

ইতিমধ্যে ইখনৰ পিছত সিখনকৈ ভালেমান ট্ৰাক আহি থুপ খালেহি। ট্ৰাকবোৰ পাৰ হৈ যোৱাৰ উপায় নাই। সেইটো কৰিবলৈ হলে অফিচাৰজন ক্ৰমাৎ বেছি হৈ অহা ট্ৰাকবোৰৰ একেবাৰে মূৰলৈ যাবলৈ লাগিব। লাইনটো যাতে আৰু দীঘল নহয় তাৰ ব্যৱস্থা কৰিব লাগিব। আন্দ্ৰেজৰ চকুত পৰিল, অফিচাৰজনে হাতত এটা টৰ্চলাইট লৈ লৰি-ধাপৰি উজুটি খাই একোবাৰ প্ৰাণৰ-কাতৰে চিঞৰিছে, একোবাৰ উধাই-মুধাই গালি পাৰিছে, আনহাতে আন্ধাৰত ইখনৰ পিছত সিখনকৈ ট্ৰাক আহি থুপ খাইছেহি।

পৰীক্ষা-ঘাটিত থকা মানুহটোৱে নিৰাপত্তাৰ চিঠিখন ললে হয়, কিন্তু ঘূৰাই দিবলৈ ইচ্ছা নকৰিলে। মানুহ দুটা থিয় হৈ আছে—পিঠিত ৰাইফল ওলোমাই থোৱা আছে, হাতত টৰ্চ। সিহঁত দুটায়ো চিঞৰি কিবা কৈছে। নিৰাপত্তাৰ চিঠিখন যিটোৰ হাতত আছিল সি আলিবাটটো পাৰ হৈ ভৈয়ামৰ ফালে যোৱা ট্ৰাক এখনৰ ওচৰ পালেগৈ। ড্ৰাইভাৰটোক পাছৰ পৰীক্ষা-ঘাটিলৈ পোনে পোনে গৈ ক'বলৈ কলে যে ইয়াৰ যান-বাহনৰ এই বিশৃঙ্খলা শেষ নোহোৱালৈকে তাত ট্ৰাকবোৰ আটক কৰি ৰাখিব লাগিব। ড্ৰাইভাৰে কথাষাৰ মন দি শুনি গুচি গল। তাৰ পিছত যিখন ট্ৰাকৰ মালবস্তু মাটিত পৰি গোটেইখন সিঁচৰতি হৈ আছে তাৰ ড্ৰাইভাৰটোক চিঞৰি চিঞৰি কিবা এটা কৈ পৰীক্ষা-ঘাটিৰ সৈনিকটো আলিবাটটো পাৰ হৈ গুচি আহিল—নিৰাপত্তাৰ চিঠিখন তাৰ হাতত তেতিয়াও আছিল।

চিঞৰি চিঞৰি সি ড্ৰাইভাৰক কলে, "মালবস্তু ইয়াতে পৰি থক, তুমি ইয়াৰ পৰা আগুৱাই যোৱা, এই গণ্ডগোল শেষ কৰি পেলাওঁ।"

ড্ৰাইভাৰটোৱে তেতিয়া গাড়ীৰ পাছফালে গৈ তলমূৰ কৰি কিবা এটা চাই আছিল, সি কলে, "মোৰ গিয়েৰ-সঞ্চাৰক যন্ত্ৰ ভাগি গুৰি হৈ গ'ল।"

"তোমাৰ গিয়েৰ সঞ্চাৰক যন্ত্ৰ জহন্নামে যক। যাবলৈ কৈছোঁ, গুচি যোৱা।"

ড্ৰাইভাৰটোৱে তাক ক'লে, "ডিফাৰেন্সিয়েল ভাগি গ'লে গাড়ী চলাব নোৱাৰি।" এইবুলি কৈ সি আকৌ তলমূৰকৈ কামত লাগিল।



"তেনেহলে আন এখন গাড়ীৰে টানি লৈ যোৱা—মোৰ ৰাস্তাৰ এই আৱৰ্জনাবোৰ চাফা কৰিব লাগে।"

পৰীক্ষা-ঘাটিৰ মানুহটোৱে ট্ৰাকৰ গুৰি হৈ যোৱা অংশটোত টৰ্চৰ পোহৰ পেলোৱাৰ লগে লগে ড্ৰাইভাৰটোৱে তালৈ ক্ৰুদ্ধ দৃষ্টিৰে চালে।

মানুহটোৱে তেতিয়াও চিঞৰি ক'লে, "আগুৱাই যোৱা। আগুৱাই যোৱা।" তেতিয়াও নিৰাপত্তাৰ চিঠিখন তাৰ হাততে আছিল।

গোমেজে তাক কলে, "সেই কাগজখন মোক ঘূৰাই দিয়া। আমি লৰা-লৰিকৈ যাব লাগে।"

"নিয়া তোমাৰ নিৰাপত্তাৰ চিঠি, লৈ যোৱা।" এই বুলি কাগজখন গোমেজক দি মানুহটোৱে ভৈয়ামৰ ফালে যোৱা ট্ৰাক এখন ৰখাবৰ বাবে লৰি আলিবাটটো পাৰ হৈ গ'ল।

চিঞৰি চিঞৰি সেইখন গাড়ীৰ ড্ৰাইভাৰক সি কলে, "সেই চাৰি আলিত গাড়ী ঘূৰাবা—এই ভগা গাড়ীখন টানি লৈ যাব পৰাকৈ তোমাৰ গাড়ীখন ৰাখিবা।"

"মোক হুকুম দিয়া হৈছে……।

"থৈ দিয়া তোমাৰ হুকুম, মই যি কৈছোঁ তাকে কৰা।"

গিয়েৰ টানি ড্ৰাইভাৰে গাড়ী এৰি দিলে পোনে পোনে ভৈয়ামৰ ফালে, ক্ৰমাৎ ধূলিৰ মাজত গাড়ীখন নেদেখা হ'ল।

এতিয়া ৰাস্তাৰ সোঁফালটো ওলাই পৰিল। মটৰ চাইকেল চলাই গোমেজে ভগা ট্ৰাকখনৰ দাঁতিয়েদি পোনে পোনে গুচি গল। আন্দ্ৰেজে ভালকৈ ধৰি বহি গৈছে। সি দেখিলে, পৰীক্ষা ঘাটিৰ চন্তৰীটোৱে আৰু এখন ট্ৰাক ৰখাইছে আৰু ড্ৰাইভাৰটোৱে তাৰ বহাঠাইৰ পৰা মূৰটো উলিয়াই তাৰ কথা শুনিছে।

এইবাৰ তেওঁবিলাক কোবত যাবলৈ ধৰিলে! বাটটো ক্ৰমাৎ ওপৰলৈ উঠিছে পাহাৰৰ ফালে। সেইবাবেই কোবত যাব লগা হৈছে। প্ৰায় আটাইবোৰ যান-বাহন পৰীক্ষা-ঘাটিত আটক কৰি থোৱা হৈছে। এতিয়া ভৈয়ামৰ ফালে যাব লগা ট্ৰাকবোৰ তেওঁবিলাকৰ বাওঁহাতেদি গৈ আছে ইখনৰ পাছত সিখনকৈ। তেওঁবিলাকৰ মটৰ চাইকেলো দ্ৰুতবেগে ওপৰলৈ উঠিছে। অৱশেষত পৰীক্ষা-ঘাটিত আবদ্ধ হোৱাৰ আগেয়েই যিবোৰ ট্ৰাক পাহাৰৰ ফালে ওপৰলৈ গৈ আছিল, মটৰ চাইকেল খনো এতিয়া সেই ট্ৰাকবোৰৰ পাছ ধৰি যাবলৈ ধৰিলে।

তেওঁবিলাকে তেতিয়াও লাইট জ্বলোৱা নাই। প্ৰথমতে পাৰ হ'ল এখন অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত গাড়ী, তাৰ পিছত সৈন্যবাহী ট্ৰাক কিছুমানৰ কনভয় এটা পাৰ হ'ল। এন্ধাৰত সৈন্যবোৰে মনে মনে আছে, কাষেদি যাওঁতেহে আন্দ্ৰেজে সিহঁত থকা কথাটো বুজিব পাৰিলে। ট্ৰাকৰ ভিতৰত থুপ খাই সিহঁত গাতে গা লগাই থিয় হৈ আছে, ধূলিৰ মাজত সিহঁতক কথামপি দেখা গৈছে মাত্ৰ। তাৰ পিছত সিহঁতৰ পাছফালে বলহি উৰ্দ্ধতন অফিচাৰৰ গাড়ী এখন—তাৰ ইলেকট্ৰিক হৰ্ণৰ শব্দত কাণ ফাটি যাওঁ ফাটি যাওঁ হৈছে। হেড্‌লাইটটো এবাৰ জ্বলিছে। আৰু এবাৰ নুমাইছে। লাইটটো জ্বলিলে আন্দ্ৰেজে সৈন্যবোৰ দেখে, সিহঁতৰ মূৰত ইস্পাতৰ শিৰস্ত্ৰাণ, ৰাইফলবোৰ থিয়কৈ ধৰি আছে, মেচিনগানবোৰৰ মুখ অন্ধকাৰ আকাশৰ ফালে তুলি থোৱা হৈছে—যেন ক'লা নিশাৰ গাত কিছুমান দাগহে কাটি থৈছে। লাইটটো নুমালেই আটাইবোৰ এন্ধাৰত মিলি যায়। এবাৰ সৈন্যবাহী ট্ৰাক এখনৰ কাষেদি যাওঁতে হেডলাইটৰ পোহৰ পৰিল, পোহৰত সি দেখিলে সৈন্যবোৰে মুঠেই লৰচৰ কৰা নাই, মুখ সিহঁতৰ বিষণ্ণ, মূৰত ইস্পাতৰ শিৰস্ত্ৰাণ পিন্ধি ট্ৰাকত এন্ধাৰে এন্ধাৰে সিহঁত আহি আছে—কিন্তু যাব কলৈ? সেই কথা সিহঁতেহে জানে, সিহঁতে আক্ৰমণ কৰিব। এন্ধাৰৰ মাজত সিহঁতৰ মুখমণ্ডলত নিজস্ব সমস্যাৰ চাপ ফুটি উঠিছে,—এই পোহৰত সিহঁতক যেনেকুৱা দেখি দিনত হয়তো তেনেকুৱা দেখা নগলহেঁতেন। এইখন মুখ সিহঁতে লাজতে ইটোৱে সিটোক দেখুৱাব নোৱাৰে। শেষত যেতিয়া গুলীবৰ্ষণ আৰু আক্ৰমণ আৰম্ভ হব তেতিয়া আৰু সিহঁতে নিজ নিজ মুখৰ কথা ভাবিবলৈ আজৰি নেথাকে।

আন্দ্ৰেজে ইখনৰ পাছত সিখনকৈ কেইবাখনো সৈন্যবাহী ট্ৰাক পাৰ হৈ গৈ আছে—গোমেজ তেতিয়া অনুসৰণৰত সামৰিক গাড়ীখনৰ আগে আগে গৈছে। তেওঁ কিন্তু সৈনিকহঁতৰ মুখবোৰৰ কথা ভবা নাই—ভাবিছিল—"উস্ কি বিৰাট সৈন্যবাহিনী! কেনে অপূৰ্ব অস্ত্ৰ-শস্ত্ৰ! কেনে চমৎকাৰ যন্ত্ৰপাতি! চোৱা, সৈন্যবোৰলৈ চোৱা, এইবোৰেই আমাৰ ৰিপাব্লিকৰ সৈন্য। সিহঁতক এবাৰ চাই লোৱা। কিমান ট্ৰাক সৈন্যেৰে ভৰপূৰ হৈ আছে! সকলোৰে সাজ-পাৰ একেই! সকলোৰে মূৰত ইস্পাতৰ শিৰস্ত্ৰাণ। এৰোপ্লেন আহিলে মাৰিবলৈ বুলি ট্ৰাকত মেচিন-গানবোৰ কেনেকৈ সজাই থোৱা, কি বিৰাট সৈন্যদল গঠন কৰা হৈছে!"



ওখ ওখ ছাইবৰণীয়া সৈন্যবাহী ট্ৰাকবোৰৰ কাষেদি মটৰ-চাইকেল গৈ আছে—ইখনৰ পাছত সিখন ছাইবৰণীয়া ট্ৰাক! ড্ৰাইভাৰৰ চাৰিচুকীয়া কক্ষবোৰ ওখ, কুৰূপ ৰেডিয়েটৰবোৰৰ আকৃতিও চাৰিচুকীয়া। চৌদিশে ধূলি উৰিছে, অনুসৰণৰত সামৰিক গাড়ীখনৰ লাইট এবাৰ জ্বলিছে, এবাৰ নুমাইছে। তাৰ মাজে মাজে ট্ৰাকবোৰ ৰাস্তাইদি ক্ৰমাৎ ওপৰলৈ উঠিছে। যেতিয়া গাড়ীবোৰৰ পাছৰ দুৱাৰত নাইবা ধূলিৰে পোত খাই থকা দাঁতিবোৰত পোহৰ পৰে, তেতিয়া সৈন্যবাহিনীৰ ৰক্ত-তাৰকা-চিহ্ন জিলিকি উঠে। ট্ৰাকবোৰ এতিয়া তেওঁবিলাকৰ কাষেদিয়েই পোনে পোনে ওপৰলৈ উঠি গৈছে। ৰতাহ চেঁচা হৈছে, বাটটোত ডেধাৰ কেকুৰি দেখা গৈছে, একাবেকা হৈ বাটটো এতিয়া ওপৰমুৱা হৈছে। ট্ৰাকবোৰ লাহে লাহে গৈ আছে, ইঞ্জিনবোৰে গোঁ গোঁৱাইছে,—পোহৰৰ জিলমিলনিত হঠাতে একোবাৰ কোনো কোনো ইঞ্জিনৰ পৰা ধোঁৱা ওলোৱা দেখা গৈছে। মটৰ-চাইকেলখনো ওপৰলৈ তুলি নিয়া কষ্টকৰ হৈ পৰিছে—তেওঁবিলাক উঠি গৈ আছে। আন্দ্ৰেজে সন্মুখৰ চিট্‌টোত ভালকৈ ধৰি বহি আছে। আন্দ্ৰেজে ভাবিছে, সিহঁতৰ এই মটৰ-চাইকেল অভিযান বৰ ভয়লগা হৈছে। আগতে কাহানিও সি মটৰচাইকেলত উঠা নাই। এতিয়া আক্ৰমণৰ প্ৰস্তুতিপৰ্বৰ ইমান অহা-যোৱা আৰু ব্যস্ততাৰ মাজতে সিহঁতে মটৰ-চাইকেলত উঠি পৰ্বত বগাবলগীয়া হৈছে। ওপৰলৈ উঠি যাওঁতে আন্দ্ৰেজে এতিয়া বুজিব পাৰিছে, ঘাটি আক্ৰমণত ভাগ লবলৈ সময়মতে ঘূৰি যোৱাৰ কোনো উপায় এতিয়া আৰু নাই। ইমান যান-বাহনৰ চলাচল আৰু বিশৃঙ্খল অৱস্থাৰ মাজত যদি সি কাইলৈ নিশাও সেইখিনি পায়গৈ তেতিয়াহলে সি পৰম ভাগ্য বুলি ভাবিব। এনে ধৰণৰ আক্ৰমণাত্মক অভিযান বা আক্ৰমণ-প্ৰস্তুতি সি ইতিপূৰ্বে কতো দেখা নাই। এতিয়া বাটেদি উঠি যোৱাৰ লগে লগে ৰিপাব্লিকৰ এই বিৰাট সৈন্যবাহিনীৰ শক্তিৰ কথা ভাবি সি বিস্ময়ত অভিভূত হৈ পৰিল।

সিহঁত এতিয়া দীঘলীয়া থিয় আৰু আওগৰীয়া বাটেদি গৈছে। সেইখিনিত বাটটো পৰ্বতৰ গাতে লাগি কুণীয়াকৈ ওপৰমুৱা হৈছে। আওগৰীয়া অংশৰ মূৰ পাওঁ-পাওঁ হওঁতেই বাটটো বৰ থিয় যেন লাগি গোমেজে তাক নামিবলৈ কলে। তাৰ পিছত তেওঁবিলাক দুয়ো মটৰ-চাইকেল ঠেলি ঠেলি গিৰিপথৰ এই শেষ অংশটো পাৰ হ'ল। থিয় অংশৰ মূৰ পাৰ হৈয়েই বাওঁফালে ৰাস্তাটোৰ পৰা শাখাবাট এটা গৈছে,—এই শাখাবাটটো ঘূৰি আহি আকৌ ঘাই ৰাস্তাত

লাগিছেহি—ইয়াতে গাড়ী ঘূৰাব পাৰি। ৰাতিৰ ক'লা আকাশৰ বিপৰীতে পাথৰেৰে সজা বিয়াগোম ঘৰ এটাৰ ক'লা আকৃতি অস্পষ্টভাৱে দেখা গৈছে। ঘৰটোৰ আগত চাকি কেইটামান ঢিমিক-ঢামাককৈ জ্বলি আছে।

গোমেজে আন্দ্রেজক ক'লে, "বলা তাৰ্লৈ যাওঁ, ঘাই ঘাটিটোনো ক'ত আছে সুধি আহোঁ।" তাৰ পিছত মটৰ-চাইকেল ঘূৰাই তেওঁবিলাক সেই ডাঙৰ পাথৰৰ ঘৰটোৰ দুৱাৰৰ কাষ পালেগৈ। দুৱাৰ জপাই থোৱা আছে,—আগত মাত্ৰ দুজন চন্তৰী থিয় দি আছে। গোমেজে মটৰ-চাইকেলখন বেৰত আঁওজাই থৈছেহে এনেতে চামবাৰ পোছাক পিন্ধা আন এজন মটৰ-চাইকেলৰ ড্ৰাইভাৰ দুৱাৰ খুলি ভিতৰৰ পৰা ওলাই আহিল। দুৱাৰেদি ভিতৰৰ পোহৰ বাহিৰলৈ অহাত মানুহটোৰ চেহেৰা তেওঁবিলাকৰ চকুত পৰিল,—তাৰ কান্ধত ওলমি আছে সংবাদ বাহী থামটো—কঁকালত বন্ধা আছে কাঠৰ 'মাউজাৰ' পিস্তল এটা। এনেতে পোহৰ নাইকিয়া হ'ল। এন্ধাৰতে মানুহটোৱে দুৱাৰৰ কাষতে থোৱা মটৰ-চাইকেলখন বিচাৰি লৈ তাৰ পেডোলত ভৰি দিছে। তাৰপিছত ইঞ্জিনে গোঁ-গোৱাই চলিবলৈ আৰম্ভ কৰিলে, তাৰপিছত ওপৰ ফালে সগৰ্জনে যাবলৈ ধৰিলে।

দুৱাৰৰ কাষলৈ গৈ গোমেজে চন্তৰী এটাক কলে, "মই পয়ষষ্টি নম্বৰ ব্ৰিগেডৰ কাপ্তান গোমেজ। পয়ঁত্ৰিশ নম্বৰ ডিভিজনৰ সৈন্যাধ্যক্ষ গল্জৰ ঘাই ঘাটিটো কোনখিনিত মোক তুমি ক'ব পাৰিবানে?"

চন্তৰীটোৱে ক'লে, "সেইটো ইয়াত নহয়।"

"তেনেহলে এইটো ইয়াত কি।"

"নিয়ন্ত্ৰণ দপ্তৰ।"

"কি নিয়ন্ত্ৰণ দপ্তৰ?"

"এই—নিয়ন্ত্ৰণ দপ্তৰ, আৰু কি?"

"কিহৰ নিয়ন্ত্ৰণ-দপ্তৰ?"

এন্ধাৰতে চন্তৰীটোৱে গোমেজক সুধিলে, "তুমি কোন্ হে ইমানবোৰ কথা সুধিবলৈ?" গিৰিসঙ্কটৰ এই শীৰ্ষদেশত আকাশ মুকলি, তৰাবোৰ ফটফটীয়াকৈ জিলিকি আছে। ধূলিৰ মাজৰ পৰা আহিও আন্দ্রেজে ইমান এন্ধাৰতো আটাইবোৰ স্পষ্টভাৱে দেখিছে। তাৰ তললৈ, ৰাস্তাটো য'ত সোঁ-ফালে ফাটি



আছে সেইপিনেদি অহা-যোৱা কৰা ট্ৰাক আৰু গাড়ীবোৰৰ সি বৰ ভালকৈ দেখিছে—সিফালে মুকলি আকাশ।

গোমেজে ক'লে, "মই পয়ষট্টি নম্বৰ ব্ৰিগেডৰ প্ৰথম বেটেলিয়নৰ কাপ্তান ৰোগেলিও' গোমেজ। মই জানিব খুজিছোঁ, সেনাপতি গলঝৰ ঘাই ঘাটিটো ক'ত?"

চন্তৰীটোৱে দুৱাৰখন লাহেকৈ খুলি ভিতৰ সোমাই চিঞৰি ক'লে, "ৰক্ষীদলৰ কৰ্পোৰেলক পঠিয়াই দিয়া।"

ঠিক এই সময়তে উৰ্দ্ধতন সামৰিক কৰ্মচাৰী সকলৰ এখন ডাঙৰ গাড়ী ওপৰলৈ উঠি ৰাস্তাৰ কেঁকুৰি এটাৰ কাষ পালেহি, তাৰ পিছত গাড়ীখন পাথৰেৰে সজা ঘৰটোৰ আগত ৰক্ষীদলৰ কৰ্পোৰেলৰ কাৰণে বাট চাই থকা আন্দ্রেজ আৰু গোমেজৰ ফালে আহিবলৈ ধৰিলে। তেওঁবিলাকৰ ফালে আহি গাড়ীখন গেটৰ বাহিৰত ৰলহি।

গাড়ীখনৰ পাছফালৰ পৰা এজন দীঘল মানুহ বাহিৰলৈ ওলাই আহিল—তেওঁৰ লগত আন্তৰ্জাতিক ব্ৰিগেডৰ পোছাক পিন্ধা আৰু দুজন মানুহ আছিল। এই মানুহটো বুঢ়া, শকত-আৱত, মূৰত খাকি ৰঙৰ এটা টুপী—ফৰাচী সৈন্য-বাহিনীৰ পদাতিক সৈন্যইহে সাধাৰণতে এনেকুৱা টুপী পিন্ধে—গাত এটা অভাৰকোট, হাতত মেপ থোৱা এটা বেগ, অভাৰকোটৰ ওপৰত পেটী এডালেৰে পিস্তল এটা ককালত বান্ধি থোৱা আছে।

মানুহজনে ফৰাচী ভাষাতে ড্ৰাইভাৰক গাড়ীখন গেটৰ মুখৰপৰা আন ভাল ঠাইত ৰাখিবলৈ ক'লে। আন্দ্রেজে ফৰাচী সমূলি নেজানে, গোমেজে আগতে নাপিতৰ কাম কৰিছিল—সেইবাবে দুই-এটা কথা মাত্ৰ জানে।

আন দুজন কৰ্মচাৰীৰ সৈতে মানুহজন আহি দুৱাৰ মুখ পালেহি। ভিতৰৰ পৰা অহা পোহৰত গোমেজে মানুহটোৰ মুখখন দেখি চিনিব পাৰিলে। ভালেমান ৰাজনৈতিক সভা-সমিতিত এই মানুহজনক গোমেজে দেখিছে, আৰু মুন্দো অব্ৰেৰো' নামৰ আলোচনীত ফৰাচী ভাষাৰ পৰা অনুবাদ কৰা এওঁৰ ভালেমান প্ৰবন্ধ পঢ়িছে। তেওঁৰ চেলাউৰিযোৰ, সেমেকা ধূসৰবৰণ চকু, তেওঁৰ থুঁতৰি আৰু ওঁঠৰ ওলাই থকা মাংস—সকলো গোমেজে চিনি পায়। তেওঁ জানে, এওঁ আধুনিক ফ্ৰান্সৰ এজন মহান বিপ্লৱী নেতা—ফৰাচী নৌবাহিনীয়ে যেতিয়া কৃষ্ণ-সাগৰত বিদ্ৰোহ কৰিছিল, তেতিয়া এৱেঁই বিদ্ৰোহৰ

নেতৃত্ব কৰিছিল। আন্তৰ্জাতিক ব্ৰিগেডত এওঁৰ ৰাজনৈতিক মৰ্যাদা বৰ বেছি, তেওঁ নিজে সেইকথা জানে। এওঁ যে গল্‌ঝৰ ঘাই ঘাটি কত তাক জানে আৰু তালৈ যোৱাৰ বাটৰ কথাও কৈ দিব পাৰে—সেই কথা গোমেজে জানে। কিন্তু কালক্ৰমত বহু ব্যৰ্থতা, পাৰিবাৰিক আৰু ৰাজনৈতিক তিক্ততা আৰু নিষ্ফল উচ্চাকাঙ্খাৰ ফলত এতিয়া মানুহজন কেনে ধৰণৰ হৈ উঠিছে সেই কথা গোমেজে ঘুণাক্ষৰেও নাজানে। এওঁক কথা সোধাও যে বৰ বিপদজনক সেই কথাও গোমেজৰ অবিদিত। এইবোৰ কথা নজনা বাবেই তেওঁ গৈ মানুহজনৰ সমুখত থিয় হলগৈ, তাৰ পিছত চেলাম এটা দি ক'লে, "কমৰেড মাচাৰ, আমি সেনাপতি গল্‌ঝলৈ বুলি খবৰ এটা আনিছোঁ। আপুনি তেওঁৰ ঘাই-ঘাটিলৈ কেনি যাব পাৰি কব পাৰিবনে? কথাটো বৰ জৰুৰী।"

দীঘল, হটঙা, শকত-আৱত বুঢ়া মানুহজনে মূৰটো আগলৈ কৰি গোমেজৰ ফালে চালে,—সেমেকা চকু দুটাৰে একান্তভাৱে তেওঁক চাবলৈ ধৰিলে। তেওঁ এইমাত্ৰ মুকলি গাড়ী এখনত বহুত কাম লৈ ভালেমান বাট আহিছে। তথাপি যুদ্ধক্ষেত্ৰৰ সমুখত আৱৰণহীন বিজুলী চাকিৰ পোহৰত তেওঁৰ মুখখন দেখি ধাৰণা হয়, সেইখন মুখ যেন গেলি-পচি গৈছে। মুখখন দেখিলে এনেকুৱা লাগে যেন, বৰ বুঢ়া সিংহৰ নখৰ ভিতৰত যিবোৰ আবৰ্জনা থূপ খাই থাকে, সেইবোৰেহে মুখখনৰ গঢ় দিছে।

তেওঁ গোমেজলৈ চাই চাই সুধিলে, "আপোনালোকে কিবা সংবাদ বহন কৰি আনিছে, বুলিলে নহয়নে?" তেওঁৰ মুখৰ স্পেনিচ ভাষাত কাটালনিয়াৰ উচ্চাৰণ শুনা গ'ল। তেওঁৰ জলুখলীয়া চকু কেইটাৰে কেঁৰাহিকৈ আন্দ্ৰেজলৈ চালে, কিন্তু আন্দ্ৰেজক সৰহপৰ তেওঁ নাচালে, সোনকালেই গোমেজৰ ফালে তেওঁ আকৌ চকু ঘূৰালে।

"সেনাপতি গল্‌জলৈ বুলি এটা খবৰ লৈ আহিছোঁ কমৰেড মাচাৰ। তেওঁৰ ঘাই ঘাটিলৈ গৈ তেওঁৰ হাতে হাতে সেইটো দিব লাগে।"

"এই খবৰটো কৰপৰা আনিছে, কমৰেড?"

গোমেজে কলে, "ফেচিষ্ট ব্যূহৰ পাছফালৰ পৰা।"

আঁদ্ৰে মাচাৰে হাতখন আগবঢ়াই দি গোমেজৰ পৰা ৰিপৰ্ট আৰু আন আন কাগজপত্ৰবোৰ ল'লে; এবাৰ সেইবোৰ চকু ফুৰাই নিজৰ জেপত থৈ দিলে। তাৰ পিছত ৰক্ষীদলৰ কৰ্পৰেলক ক'লে, "এওঁলোক দুজনক গ্ৰেপ্তাৰ



কৰা, ভালকৈ খানাতল্লাচ কৰা, মই মাতি পঠিয়ালে এওঁলোকক মোৰ ওচৰলৈ লৈ যাবা।"

ৰিপৰ্টটো জেপত লৈয়েই তেওঁ দীঘল দীঘল খোজ দি শিলৰ ঘৰটোৰ ভিতৰলৈ সোমাই গ'ল।

গোমেজে ৰক্ষী এজনক সুধিলে, "এই মানুহটোৰে এনেকুৱা কৰিছে কিয়? এওঁৰ হ'ল কি?"

ৰক্ষীয়ে ক'লে, "মানুহটো বলিয়া,—খণ্ডত একোনাই হৈছে।"

গোমেজে কলে, "নহয়, নহয়, মানুহজন মহান্ ৰাজনৈতিক নেতা। আন্তৰ্জাতিক ব্ৰিগেডবোৰৰ ঘাই কমিচাৰ।"

ৰক্ষীদলৰ কৰ্পৰেলে ক'লে, "হব পাৰে, কিন্তু মানুহটো বলিয়া। ফেচিষ্ট ব্যূহৰ পাছফালে তোমালোকে কি কৰা?"

মানুহটোৰে তেতিয়াও খানাতল্লাচ কৰি আছিল। গোমেজে সুধিলে, "এই কমৰেডজন সেই অঞ্চলৰ গৰিলা-যুঁজাৰু। সেনাপতি গল্‌ঝলৈ বুলি খবৰ লৈ আহিছে। চাবা, যেন কাগজপত্ৰ নেহেৰায়। টকাকড়ি সাবধানে ৰাখিবা—আৰু সেই সূতাৰে বন্ধা বুলেটটো। গুৱাদাৰামাত সেই গুলীটোৱেই মোক আহত কৰিছিল।"

কৰ্পৰেলে ক'লে, "চিন্তা নকৰিবা। আটাইবোৰ কাগজপত্ৰ এই দেৰাজতে থাকিব। গল্‌ঝ কত থাকে তোমালোকে আমাক নুসুধিলা কিয়?"

"তোমালোককে সুধিব খুজিছিলোঁ। চন্তৰীক কথাটো সুধি চালোঁ। সি তোমাক মাতিছিল।"

"তাৰ পিছত সেই পাগলটো অহাৰ লগে লগে তোমালোকে তেওঁকে সুধিলা হবলা? তাক কোনেও কথা সোধা উচিত নহয়। মানুহটো পাগল। গল্‌ঝ আছে এই ৰাস্তাটোৰ সিপাৰে, ইয়াৰ পৰা প্ৰায় তিনি কিলোমিটাৰ আঁতৰত—সোঁফালৰ হাবিত থকা পাহাৰবোৰৰ মাজতে তেওঁ থাকে।"

"এতিয়া জানো তুমি আমাক এৰি দিব নোৱাৰা? তেতিয়া হলে আমি তেওঁৰ ওচৰলৈ গুচি যাব পাৰোঁ।"

"উঁহো, নোৱাৰোঁ, এৰি দিলে মোৰ মূৰ যাব। সেই পাগলটোৰ কাষলৈ তোমালোকক মই লৈ যাবই লাগিব। তদুপৰি ৰিপৰ্টটো তেওঁৰ হাততে থাকিল নহয়?"

"কাবোবাক কথাটো কৈ দিব নোৱাৰানে ?"

"পাৰোঁ, দায়িত্বশীল কোনোবা মানুহ লগ পালেই কম। মানুহটো পাগল বুলি সকলোৱে জানে।"

গোমেজে ক'লে, "মই ভাবিছিলোঁ তেওঁ এজন মহান পুৰুষ—ফৰাচী দেশৰ গৌৰৱ স্বৰূপ।"

কৰ্পবেলে আন্দ্ৰেজৰ কান্ধত হাত এখন থৈ ক'লে, "গৌৰৱেই বোলা, বা যিহকেই নোবোলা, তেওঁ হব পাৰে, কিন্তু মানুহটো হলে একেবাৰে বলিয়া। গুলী কৰি মানুহ মৰাটো তেওঁৰ এটা বাতিক হৈছে।"

"সঁচাকৈয়ে তেওঁ গুলী কৰি মানুহ মাৰেনে ?"

কৰ্পবেলে ক'লে, "কৈছোঁ কিটো, শুনিছা কিটো! সেই বুঢ়াটোৱে যিমান মানুহ মাৰে প্লেগতো সিমান মানুহ নমৰে। কিন্তু আমি যেনেকৈ ফেচিষ্ট মাৰোঁ, তেনেকৈ তেওঁ নেমাৰে।—ওহোঁ, কেতিয়াও নামাৰে। তেওঁ মাৰে কিছুমান অদ্ভুত জীৱ—ট্ৰট্স্কি পন্থী, ব্যত্যয়বাদী, বিচিত্ৰ ধৰণৰ এনেকুৱা প্ৰাণী কিছুমান।"

আন্দ্ৰেজে এইবোৰ কথা একো বুজিব নোৱাৰিলে।

কৰ্পবেলে কলে, "এস্কৰিয়েলত থাকোঁতে আমি তেওঁৰ কাৰণেই যে কিমান মানুহ মাৰিব লগা হ'ল তাৰ লেখ-জোখ নাই। গুলী কৰিবলগীয়া মানুহ আমিয়েই সদায় গোটাই দিওঁ। আন্তৰ্জাতিক ব্ৰিগেডৰ সৈন্যবোৰে, বিশেষকৈ ফৰাচী সৈন্যবোৰে গুলী কৰি নিজৰ মানুহ মাৰিবলৈ সমূলি ইচ্ছুক নহয়। এই অসুবিধাৰ বাবেই আমিয়েই কামটো কৰিব লগা হয়। মই ভালেমান ফৰাচীক মাৰিছোঁ, বেল্‌জিয়ানক মাৰিছোঁ, আৰু নানা ধৰণৰ ভালেমান মানুহ মাৰিছোঁ। মানুহ হত্যা কৰাটো তেওঁৰ এটা বাতিক হৈ পৰিছে। অপৰাধ সদায় ৰাজনৈতিক, মানুহটো একেবাৰে উন্মাদ। তেওঁ যি বিশুদ্ধীকৰণ কৰিব খুজিছে, সি চেলভাৰ্চান ইন্‌জেকচনতকৈও শক্তিশালী।"

"এই ৰিপৰ্টৰ কথা তুমি কাবোবাক ক'বানে ?"

"ক'ম ; নিশ্চয় ক'ম। এই ব্ৰিগেড দুটাৰ সকলোকে মই চিনি পাওঁ। সকলো মানুহেই এই পিনে যাতায়াত কৰে। ৰাচিয়ানবোৰকো, আন কি, মই চিনি পাওঁ, সিহঁতৰ সকলো খবৰ ৰাখোঁ,—যদিও সিহঁতৰ নিচেই কম মানুহেহে স্পেনিচ ভাষাত কথা ক'ব পাৰে। এই পাগলটোৱে যাতে স্পেনিয়াৰ্ড হঁতক গুলী কৰি মাৰিব নোৱাৰে, তাৰ ব্যৱস্থা আমি কৰিম।"



"আৰু ৰিপৰ্টটোৰ কি হ'ব ?"

"ৰিপৰ্টটোৰ ব্যৱস্থা কৰিব লাগিব। চিন্তা নকৰিবা, কমৰেড—এই পাগলটোক কেনেকৈ চম্ভালিব লাগে আমি জানো। নিজৰ দলৰ কাৰণেহে তেওঁ বৰ বিপদজনক। এতিয়া তেওঁক ভালকৈ চিনি পাইছোঁ।"

আঁদ্ৰে মাচৰৰ মাত শুনা গ'ল ঃ "বন্দী দুজনক ভিতৰলৈ লৈ আহা।"

কৰ্পবেলে সুধিলে, "অলপ মদ খাবানে ?"

"অলপ পালে বেয়া নহয়।"

কৰ্পবেলে আলমাৰিৰ ভিতৰৰ পৰা এবটল মদ উলিয়ালে—গোমেজ আৰু আন্দ্ৰেজ দুয়ো এঢোক এঢোক খাই ল'লে। কৰ্পবেলে নিজেও অলপ খাই ল'লে, তাৰ পিছত হাতেৰে মুখখন মছিলে।

সি ক'লে, "ব'লা যাওঁ।"

ৰক্ষী-কক্ষৰ পৰা তেওঁবিলাক ওলাই গ'ল। মদ খাই তেওঁবিলাকৰ মুখ, পেট আৰু বুকু বেচ্ গৰম হ'ল। হলঘৰটোৰ আনটো মূৰলৈ গৈ তেওঁ-বিলাক এটা কক্ষত সোমাল। তাতে এখন দীঘলীয়া টেবুলৰ কাষত মাচাৰ বহি আছে। সমুখত এখন মেপ পেলাই থোৱা আছে,—হাতত এডাল ৰঙা নীলা পেন্সিল,—এই পেন্সিলডালৰ সহায়তে তেওঁ উৰ্দ্ধতন সামৰিক কৰ্মচাৰীৰ ভূমিকা অভিনয় কৰে। আন্দ্ৰেজৰ কাৰণে ইও এক ঘটনা মাত্ৰ। আজি ৰাতি ইয়াৰ আগতে কেইবাটাও ঘটনা ঘটি গৈছে। সদায়েই এনেকুৱা ঘটনা ঘটিয়েই থাকে। কাগজপত্ৰ ঠিকঠাক থাকিলে, মনত কোনো পাপ নাথাকিলে বিপদৰ একো সম্ভাৱনা নাই। শেষত এৰি দিবই, এৰি দিলে ৰাৰণা কৰিব পৰা হ'ব। কিন্তু ৰবাৰ্ট জৰ্ডানে তো নৰালৰি কৰিবলৈ কৈছিল। এতিয়া আন্দ্ৰেজে বুজিছে, দলং আক্ৰমণৰ আগতে উভতি যোৱাটো তাৰ কাৰণে এতিয়া আৰু অসম্ভৱ। এতিয়া সিহঁতে এটা ৰিপৰ্ট দিবহৈ লাগে, অথচ টেবুলৰ কাষত বহি থকা এই বুঢ়াটোৱে সেইখন জেপত ভৰাই থৈছে।"

মাচাৰে তলমূৰ কৰিয়েই ক'লে, "তাতে থিয় হৈ থাকা।"

মদ খাই গোমেজৰ খং চৰিছিল, তেওঁ উত্তেজিত হৈ কলে, "শুনক, কমৰেড মাচাৰ, আজি ৰাতি নৈৰাজ্যবাদীহঁতৰ মূৰ্খামিৰ বাবে আমাৰ কামত বিঘিনি

হৈছে, তাৰ পিছত কাম পণ্ড কৰিছে আমোলাতান্ত্ৰিক ফেচিষ্টে; আৰু এতিয়া আপোনাৰ এই কমিউনিষ্টসুলভ সন্দেহে আমাক অসুবিধাত পেলাইছে।"

মাচাৰে তেতিয়াও তলমূৰকৈয়ে ক'লে, "তোমাৰ বক্তৃতা বন্ধ কৰা। এইখন সভা নহয়।"

গোমেজে ক'লে, "কমৰেড মাচাৰ, কথাটো বৰ জৰুৰী আৰু অত্যন্ত গুৰুত্বপূৰ্ণ।"

কৰ্পবেল আৰু তেওঁৰ লগৰ সৈনিকজনে কৌতুকেৰে গোটেই ঘটনাটো লক্ষ্য কৰিছিল,—মনতে ধাৰণা হৈছিল যেন তেওঁবিলাকে নাটকহে দেখিছে—এনে নাটক তেওঁবিলাকে বহুবাৰ দেখিছে; কিন্তু ইয়াৰ উৎকৃষ্ট মুহূৰ্তবোৰ তেওঁবিলাকৰ কাৰণে সদায় সমানে উপভোগ্য।

মাচাৰে ক'লে, "সকলো কথাই জৰুৰী। যি কোনো কথাই গুৰুত্বপূৰ্ণ।" পেন্সিলডাল হাতত লৈ এইবাৰ তেওঁ মূৰ তুলি গোমেজহঁতৰ ফালে চাই ক'লে, "গল্‌ঝ যে ইয়াত আছে তাক তোমালোকে কেনেকৈ জানিলা? আক্ৰমণৰ আগে আগে বিশেষ এজন সেনাপতিক এইদৰে বিচাৰি ফুৰাটো কিমান এটা গুৰুতৰ কথা তাক তোমালোকে জানানে নেজানা? সেই সেনাপতিজন যে ইয়াতে থাকিব তাক তোমালোকে জানিলা কেনেকৈ কোৱা।"

গোমেজে আন্দ্ৰেজলৈ চাই ক'লে, "তুমিয়ে তেওঁক বুজাই কৈ দিয়া।"

আন্দ্ৰেজে আৰম্ভ কৰিলে, "কমৰেড্ সেনাপতি"—পদবী সম্বন্ধীয় এই ভুল মাচাৰে শুধৰাই নিদিলে,—"বৃহৰ সিপাৰৰ পৰা এই কাগজৰ খামটো মোক এজনে দিছে—"

মাচাৰে ক'লে, "বৃহৰ সিপাৰে? সৌ তেওঁ কৈছিল দেখোন তুমি ফেচিষ্ট ব্যূহৰ ভিতৰৰ পৰা আহিছা।"

"সেইটো মোক দিছে এজন ইংৰাজে। তেওঁৰ নাম ৰবাৰ্ট। দলগত ডিনেমাইট দিবৰ বাবে তেওঁ আমাৰ লগত আহি যোগ দিছে। এতিয়া বুজিলেনে?"

মাচাৰে আন্দ্ৰেজক ক'লে, "তোমাৰ কাহিনী কৈ যোৱা।" আমি যেনেকৈ কওঁ "মিছা কথা," বা "মনেসজা কথা,—কাহিনী কথাটো তেওঁ তেনেকৈ ব্যৱহাৰ কৰিলে।

"কমৰেড সেনাপতি, ইংৰাজজনে মোক যিমান সোনকালে পাৰি এই



ৰিপৰ্টটো সেনাপতি গল্‌ঝক দিবলৈ কৈছে। তেওঁ আজি এইবোৰ পাহাৰৰ মাজত আক্ৰমণ চলাব। কমৰেড সেনাপতি, আপুনি অনুমতি দিয়ক, এতিয়া খবৰটো তেওঁক দিওঁগৈ।"

মাচাৰে মূৰ দুপিয়ালে। তেওঁ এতিয়া আন্দ্ৰেজৰ ফালে একেথিৰে চাইহে আছে, কিন্তু আন্দ্ৰেজক তেওঁ মন কৰা নাই।

কোনোবাই যদি শুনে যে তেওঁৰ ব্যৱসায়-সংক্ৰান্ত প্ৰতিদ্বন্দ্বী এজন বীভৎস মটৰ দুৰ্ঘটনাত মৰিছে, নাইবা যাক তেওঁ বৰ ঘিণ কৰে, অথচ তেওঁৰ সততা সম্বন্ধে কাহানিও সন্দেহ কৰা নাই তেনে মানুহে যদি টকা আত্মসাৎ কৰাৰ দায়ত পৰে, তেতিয়া তেওঁৰ মনত যেনেকুৱা আতঙ্ক আৰু আনন্দৰ মিহলি অনুভূতিৰ সৃষ্টি হয়, ঠিক তেনেকুৱা অনুভূতি জাগি উঠিল মাচাৰৰ মনত! তেওঁ ভাবিবলৈ ধৰিলে,—গলঝ, গল্‌ঝো হয়তো তেনে ধৰণৰ মানুহ! গল্‌ঝৰ লগত ফেচিষ্টৰ ইমান ঘনিষ্ঠ সম্পৰ্ক আছে! গল্‌ঝক তেওঁ যোৱা কুৰি বছৰ ধৰি চিনি পায়। সিবাৰ জাৰকালি চাইবেৰিয়াত এই গল্‌ঝেই লুকাক্‌চৰ সহযোগত সোণ-বোজাই কৰা ৰেলগাড়ীখন লুটপাট কৰি নিছিল। গল্‌ঝে কলচাকহঁতৰ বিৰুদ্ধে যুঁজ কৰিছে, পোলেণ্ডত যুঁজ কৰিছে, ককেচাচত কৰিছে,—চীনতো কৰিছে,—পহিলা অক্টোবৰৰ পৰা ইয়াতো যুঁজ কৰি আছে। কিন্তু তেওঁৰ লগত টুকচেভস্কিৰ বৰ ঘনিষ্ঠতা আছিল। অৱশ্যে ভৰচিলভৰ লগতো আছিল,—কিন্তু টুকচেভস্কিৰ সৈতেও আছিল! আৰু বা কাৰ কাৰ লগত ঘনিষ্ঠতা আছে? ইয়াত কাৰকভৰ লগত তো আছেই, আৰু আছে লুকাক্‌চৰ লগত। কিন্তু এই হাঙ্গেৰিয়ানবোৰ সদায় ষড়যন্ত্ৰপ্ৰিয়। গলক তেওঁ দুচকু পাৰি দেখিব নোৱাৰে—একেবাৰে দেখিবই নোৱাৰে। এটা কথা মন কৰা দৰকাৰ—ভালকৈ লক্ষ্য কৰা দৰকাৰ। গলঝে সদায় গলক ঘিণ কৰি আহিছে। কিন্তু তেওঁ পুট্‌ঝক ভাল পায়। সেইটোও মনত ৰাখিব লাগিব। তেওঁৰ ঘাই সামৰিক কৰ্মচাৰী হ'ল ডুভাল। ইয়াৰ পৰিণাম কি হব পাৰে ভাবি চোৱা। নিজ কাণেই শুনিছোঁ, তেওঁ কয়, কোপিক এটা গণ্ডমূৰ্খ। এইটো খাঁটি সত্য। ইয়াত কোনো সন্দেহ নাই। তদুপৰি, ফেচিষ্ট-ব্যূহৰ পৰা অহা এই ৰিপৰ্টটো।—

কেৰোনে ধৰা ডালবোৰ কাটি পেলালেহে গছ নিৰেমাৰী হয় আৰু লহপহ্‌কৈ বাঢ়ে। কিন্তু কেৰোণ ক'ত উলিয়াব লাগিব, তেহে তাক নিৰ্মূল কৰিব পৰা

হ'ব। কিন্তু ইমানবোৰ মানুহ থাকোঁতে—গল্‌ঝ কিয়? শেষত গল্‌ঝে বিশ্বাসঘাতকতা কৰিলে! কাকো যে বিশ্বাস কৰিব নোৱাৰি তাক তেওঁ অৱশ্যে জানে। কাকো কৰিব নোৱাৰি। কেতিয়াও নোৱাৰি। তোমাৰ তিৰোতাক নোৱাৰি, ভাইক নোৱাৰি, বহুতদিনীয়া পুৰণি বন্ধুকো নোৱাৰি—কাকো নোৱাৰি, কেতিয়াও নোৱাৰি।

তেওঁ ৰক্ষীবোৰক ক'লে, "ইহঁতক ইয়াৰ পৰা নিয়া। সাৱধানে পহৰা দিবা।" —কৰ্পৰেলে সৈনিকটোলৈ এবাৰ চালে। মাচাৰে কৰা কামৰ ভিতৰত এইটো কামেই শান্ত ভাৱে কৰিছে যেন লাগিল।

গোমেজে কলে, "কমৰেড্ মাচাৰ, বলিয়ালি নকৰিব। মই এজন বিশ্বস্ত অফিচাৰ, বিশ্বস্ত কমৰেড—মোৰ কথা শুনক। এই ৰিপৰ্টটো যেনে তেনে দিবই লাগিব। কমৰেড সেনাপতি গল্‌ঝক দিবলৈ বুলি এওঁ ফেচিষ্ট ব্যূহ ভেদ কৰি কাগজ-পত্ৰবোৰ লৈ আহিছে।"

মাচাৰে এইবাৰ সহৃদয়তাৰে ৰক্ষীবোৰক ক'লে, "ইহঁতক লৈ যোৱা। হয়তো ইহঁতক শেষ কৰি দিবলগীয়া হ'ব পাৰে,—কিন্তু তথাপিও সিহঁত মানুহ, সেই দেখি সিহঁতলৈ তেওঁৰ কৰুণা হৈছে। গল্‌ঝ সম্পৰ্কীয় এই ঘটনাটোৰ বাবে তেওঁ বেছি দুখ পাইছে। শেষত আকৌ গল্‌ঝৰ কথা—তেওঁ ভাবিবলৈ ধৰিলে। ফেচিষ্টইহঁতৰ চিঠিখন তেওঁ ভাবলফৰ ওচৰলৈ লৈ যাব। নহয়, নহয়, চিঠিখন তেওঁ নিজেই লৈ যাব গল্‌ঝৰ ওচৰলৈ—চিঠিখন পাই তেওঁ কি কৰে চাব। এৰা, তেওঁ তাকেই কৰিব। গ'ল্‌ঝ যদি সিহঁতৰ পক্ষৰ মানুহ হয়, তেন্তে ভাব্‌লফকনো তেওঁ কেনেকৈ বিশ্বাস কৰিব। নহয়, নহয়, এই সম্পৰ্কে তেওঁ বৰ সাৱধানে চলিব লাগিব।

আন্দ্ৰেজে গোমেজৰ ফালে ঘূৰি সুধিলে, "তাৰ মানে, তুমি এইটো ক'ব খুজিছানেকি যে তেওঁ ৰিপৰ্টটো আৰু পঠিয়াই নিদিয়ে?" কথাটো তাৰ বিশ্বাস হোৱা নাই।

গোমেজে ক'লে, "নিজৰ চকুৰেই দেখোন দেখিছা।"

আন্দ্ৰেজে উত্তৰ দিলে, "তাৰ বেশ্যা মাকৰ মুখত মই প্ৰস্ৰাব কৰোঁ। বলিয়া ক'ৰবাৰ।"

গোমেজে ক'লে, "এৰা মানুহটো বলিয়াই!—হেৰা পাগল, শুনাচোন, পাগল!—মাচাৰৰ ফালে ঘূৰি তেওঁ চিঞৰিবলৈ ধৰিছে,—আৰু মাচাৰে ৰঙা-নীলা



পেন্সিল ডাল হাতত লৈ আকৌ মেপখনৰ ওপৰত চকু ফুৰাইছে।—"মোৰ কথা শুনিছনে নাই, পাগল খুনী ক'ৰবাৰ!" মাচাৰ ৰক্ষীবোৰক ক'লে, "ইহঁতক ইয়াৰ পৰা নিয়া! নিজৰ গুৰুতৰ অপৰাধৰ কথা চিন্তা কৰি সিহঁত অধীৰ হৈ পৰিছে।"

মাচাৰৰ এই ধৰণৰ কথা কৰ্পৰেলে আগতে শুনিছে। তেওঁ আগতে ভালেমানবাৰ শুনিছে।

গোমেজে আকৌ চিঞৰিলে, "উন্মাদ খুনী কৰ'বাৰ!"

আন্দ্ৰেজে ক'লে, "তোৰ মাৰ বুঢ়ী বেশ্যা, তই পাগল।"

মানুহটোৰ আজলমঠালি দেখি তাৰ খং উঠিল। সি যদি সঁচাকৈয়ে পাগল তেনেহলে তাক পগলা-গাৰদত ৰখা উচিত, জেপৰ পৰা ৰিপৰ্টটো কাঢ়ি আনিব লাগে। এইটো, পাগলটো জহন্নামে যাওক। এনেয়ে মানুহটো শান্ত আৰু মৰমিয়াল,—কিন্তু আজি তাৰ স্পেনিয়াৰ্ড সুলভ খং মূৰৰ চুলি পাইছেগৈ। এতিয়া সি খণ্ডতে একো নাই হ'ব।

ৰক্ষীসৈন্যবোৰে গোমেজ আৰু আন্দ্ৰেজক বাহিৰলৈ লৈ গ'ল—মেপখনৰ ফালে চাই মাচাৰে বৰ বেজাৰ-মনেৰে মূৰটো এবাৰ লৰালে। গোমেজহঁতে তেওঁক গালি পৰা শুনি ৰক্ষীহঁতে ভাল পাইছিল, কিন্তু ঘটনাটোত আশা কৰা মতে সিহঁতে স্ফূৰ্তি কৰিবলৈ নেপালে। সিহঁতে ইয়াতকৈ ভাল দৃশ্য কেইবাটাও দেখিছে। মানুহে মাচাৰক শাও দিলেও তেওঁ অলপো বিচলিত নহয়। কিমান মানুহে মৰিবৰ সময়ত তেওঁক শাও-শপনি দিছে! মানুহ হিচাপে সিহঁতৰ প্ৰতি তেওঁৰ অকপট সহানুভূতি সদায় থাকে। এই কথাটো তেওঁ নিতৌ ভাবে। তেওঁৰ নিজস্ব বুলি অভিহিত কৰিব পৰা সত্য ধাৰণা সমূহৰ ভিতৰত যিখিনি এতিয়াও আছে, ইও তাৰ ভিতৰত অন্যতম।

তেওঁ একে ঠাইতে বহি আছে—দৃষ্টি কেৱল মেপখনৰ ওপৰত। গোঁফ-কোচাও মেপখনত লাগি আছে। মেপখনত মকৰাৰ জালৰ দৰে সৰু সৰু বাদামী ৰঙৰ ৰেখা একোডাল টানি, বৃত্তৰ মাজত বৃত্ত একোটা আঁকি ভূমিৰ ক্ৰমোন্নতি দেখুওৱা হৈছে। এইবোৰ তেওঁ কোনোকালে ভালকৈ নুবুজে। এই ক্ৰমোন্নতি ৰেখাবোৰ চাই চাই তেওঁ মাত্ৰ বুজে যে এইবোৰ পাহাৰ, সেইবোৰ উপত্যকা, কিন্তু এই পাহাৰটো কিয়নো ইমান গুৰুত্বপূৰ্ণ, এই উপত্যকাটো নো কিয় দখল কৰিব লাগে—এইবোৰ কথা তেওঁ কোনোকালে বুজিব নোৱাৰে। কিন্তু বাজ-

নৈতিক কমিচাৰ নিয়োগৰ প্ৰথা চলন্তি থকাৰ বাবে ব্ৰিগেড সমূহৰ ৰাজনৈতিক মুৰব্বী হিচাপে উৰ্দ্ধতন সমৰ-পৰিষদৰ আলোচনাত মন্তব্য প্ৰকাশ কৰাৰ অধিকাৰ তেওঁৰ আছে। মেপত থকা একাবেঁকা নদী পথবোৰ অনিয়ন্ত্ৰিত বুলি মনে নধৰে—তাৰ কাষে কাষে সেউজীয়া অৰণ্যৰ মাজে মাজে বাটৰ ৰেখাবোৰ গৈছে—আৰু তাৰ মাজত সৰু সৰু বাদামী ৰেখাৰে পৰিবেষ্টিত এই নম্বৰ দিয়া ঠাইবোৰ আছে। এইবোৰৰ এটাৰ ওপৰতে হাতৰ আঙুলি থৈ তেওঁ একোবাৰ চিঞৰি উঠে—"এই টুকুৰা—এই টুকুৰাই হ'ল দুৰ্বল স্থান।"

গল আৰু কোপিক দুয়ো ৰাজনীতিত লিপ্ত, উচ্চাভিলাষীও; দুয়ো সকলো কথাতে একমত। ইয়াৰ ফলত যিবোৰ সৈনিকে কোনোকালে মেপ দেখা নাই, নিজৰ ঠাই এৰাৰ আগে আগে মাত্ৰ যি সেই পাহাৰটোৰ নম্বৰ জানিব পাৰে, নাইবা যাক পাহাৰৰ মাটি অথবা খালবোৰ মাত্ৰ দূৰৰ পৰাহে দেখুৱাই দিছে—সিহঁত পাহাৰ বগাই যাওঁতেই মৰে, নতুবা, পাহাৰলৈ উঠিবই নোৱাৰে—জলফাঁই গছবোৰৰ মাজত বহুৱাই থোৱা মেচিনগানৰ গুলীয়ে সিহঁৰ গতিৰোধ কৰি দিয়ে। কেতিয়াবা হয়তো আন আন ৰণক্ষেত্ৰত সহজে পাহাৰৰ ওপৰলৈ উঠি যায়, কিন্তু শেষত দেখে যে তাৰ পৰা সিহঁতৰ একো লাভেই নহ'ল, অৱস্থা ইতিপূৰ্বে যেনে আছিল, তেতিয়াও তেনেই আছে। কিন্তু গলঝৰ সমৰ-পৰিষদত মাচাৰে যেতিয়া এই ধৰণে মেপৰ ওপৰত তেওঁৰ হাতৰ আঙুলি থয়, তেতিয়া মুৰত ভালেমান আঘাতৰ চিন থকা আৰু শেঁতা মুখৰ এই সেনাপতিজনৰ কোৱাৰিৰ মাংসপেশী সবল হৈ উঠে—তেওঁ মনে মনে ভাবিবলৈ ধৰে—"আঁদ্ৰে মাচাৰ, মেপত তোমাৰ এই গলিত পাণ্ডুবৰণীয়া হাত থোৱাৰ আগতে মই তোমাক গুলী কৰি মৰা উচিত। যিবোৰ কথা তুমি খায় নে কাণত পিন্ধে একো নাজানা, তাত তুমি হাত দি বহুতক হত্যা কৰিছা—তুমি তাৰ বাবে ৰৌৰৱ নৰকত পচিবা। তোমাৰ নামেৰে মানুহে ট্ৰেক্টৰৰ কাৰখানা, গাওঁ আৰু সমবায় সমিতিৰ নামকৰণ কৰিছে—তুমি এটি প্ৰতীক মূৰ্তিত পৰিণত হৈছা—তোমাক স্পৰ্শ কৰাৰ সাধ্য মোৰ নাই। কিন্তু তুমি মোৰ দপ্তৰ এৰি আন কৰবালৈ তুৰন্তে গুচি যোৱা—তাত গৈ যিমান পাৰা সন্দেহ কৰা, বক্তৃতা দিয়া—আৰু আনৰ কামত হস্তক্ষেপ কৰা, দোষ ধৰি ধৰি মানুহ মাৰা।"

কিন্তু গল্ঝে প্ৰকাশ্যে এইবোৰ কথা নকয়। মাত্ৰ মাচাৰৰ হালি থকা শৰীৰ, আগৰঢ়াই দিয়া আঙুলি, সেমেকা শেঁতা চকু, কেঁচাপকা গোঁফ আৰু উশাহ-



নিশাহৰ দুৰ্গন্ধৰ পৰা আঁতৰি থাকিবলৈ অলপমান পাছত বহে, তাৰ পিছত কয়, "বুজিছোঁ কমৰেড, মাচাৰ, আপোনাৰ কথা মই বুজিছোঁ। কিন্তু আপোনাৰ যুক্তিহে মনোমত হোৱা নাই—সেই বাবেই আপোনাৰ লগত একমত হব নোৱাৰিলোঁ। যদি ভাল পায়, মোক আপুনি নামানিবও পাৰে। আপুনি যেনেকৈ কৈছে, ঠিক তেনেকৈ পাৰ্টিত কথাটো উত্থাপন কৰিব পাৰে। কিন্তু মোৰ হ'লে ইয়াত মত নাই।"

খালি টেবুলখনত মেলি থোৱা মেপখন আগত লৈ মাচাৰে বহি বহি এতিয়াও কাম কৰিয়েই আছে—মূৰৰ ওপৰত আবৰণহীন বিজুলী-বাতিয়ে জল্‌মলাই আছে। মূৰৰ বহল টুপীটো অলপ টানি লৈ চকুকেইটাত পোহৰ নপৰাকৈ ৰাখিছে—আক্ৰমণৰ নিৰ্দেশপত্ৰৰ ষ্টেন্‌চিল কৰা নকল এটা বাৰে বাৰে চাইছে,—আৰু অতিশয় সাৱধানে ধীৰে-সুস্থে, অতি কষ্টেৰে নিৰ্দেশবোৰ মেপত খটুৱাইছে। এনেকৈয়ে হয়তো সামৰিক কলেজৰ ছাত্ৰ কোনোবা ডেকা অফিচাৰে সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰে। তেওঁ যুদ্ধৰ কামত লাগি আছে। মনে মনে সৈন্য পৰিচালনা কৰিছে। আনৰ কামত হস্তক্ষেপ কৰাৰ অধিকাৰ তেওঁৰ আছে। তেওঁ বিশ্বাস কৰে যে, এনে কৰিলেই সৈন্যবাহিনীৰ অধিনায়কত্ব কৰা হয়। সেই দেখি গল্‌ঝলৈ দিয়া ৰবাৰ্ট জৰ্ডানৰ চিঠি তেওঁ জেপত সুমাই থৈ সেই ঠাইতে বহি থাকিল। গোমেজ আৰু আন্দ্ৰেজ দুয়ো ৰক্ষীকক্ষত বহি বহি বাট চাই ৰ'ল—আৰু ইপিনে দলঙৰ পৰা অলপ ওপৰত ৰবাৰ্ট জৰ্ডানে হাবিৰ মাজত মাটিত দীঘল দি পৰি থাকিল।

আঁদ্ৰে মাচাৰে যদি বাধা নিদি আন্দ্ৰেজ আৰু গোমেজক তেওঁবিলাকৰ গন্তব্য স্থানলৈ যাবলৈ অনুমতি দিলেহেঁতেন, তথাপিও আন্দ্ৰেজৰ এই দৌত্য-কাৰ্যৰ ফল এনেকুৱা নহৈ অন্য কিবা প্ৰকাৰৰ হলহেঁতেন নে নহ'লহেঁতেন সন্দেহজনক। আক্ৰমণ বাতিল কৰাৰ ক্ষমতা থকা মানুহ ৰণক্ষেত্ৰত কোনো নাছিল। যুদ্ধৰ কাম ভালেমান সময়ৰ আগতে আৰম্ভ হ'ল—এতিয়া হঠাতে তাক বন্ধ কৰিব নোৱাৰি। ডাঙৰ যুদ্ধ-প্ৰচেষ্টাৰ মাজত এটা প্ৰবল স্থিতি-প্ৰৱণতাও থাকে। এই প্ৰৱণতা দূৰ কৰি ব্যস্ততা আনি দিব পাৰিলে তাক সহজে নাইকিয়া কৰাটো কঠিন হৈ পৰে। যুদ্ধৰ প্ৰচেষ্টা আৰম্ভ কৰা যেনে কষ্টকৰ, বন্ধ কৰাও তেনে কষ্টকৰ।

আজি ৰাতি এই বুঢ়া মানুহজনে মূৰৰ টুপীটো আগলৈ ঠেলি সন্মুখত

মেপখন লৈ বহি থাকোঁতেই হঠাতে কোঠাৰ দুৱাৰখন খুলি কচ্‌দেশীয় সাংবাদিক কাৰকভ্‌ ভিতৰলৈ সোমাই আহিল। তেওঁৰ লগত আৰু দুটা কচ্‌দেশীয় মানুহ—সিহঁতৰ গাত অসামৰিক সাজ-পাৰ,—চামৰাৰ কোট, মূৰত টুপী। সিহঁত সোমোৱাৰ লগে লগে বক্সীদলৰ কর্পবেলে নিতান্ত অনিচ্ছুকভাৱে বাহিৰ ফালৰ পৰা দুৱাৰখন বন্ধ কৰি দিলে। দায়িত্বশীল মানুহ হিচাপে সর্বপ্রথম এই কাৰকভক তেওঁ লগ পাইছে।

কাৰকভে তেওঁৰ ভগা দাঁত কেইটা উলিয়াই অলপ হাঁহিলে, তাৰ পিছত ভদ্রভাৱে অথচ অৱজ্ঞাৰে কওঁ-নকওঁকৈ ক'লে, "কমৰেড্‌ মাচাৰ।"

মাচাৰ থিয় হ'ল। তেওঁ কাৰকভক সমূলি ভাল নেপায়। কিন্তু কাৰকভ, আহিছে "প্রাভ্‌দা" নামৰ কাকতৰ প্রতিনিধি স্বৰূপে। ষ্টেলিনৰ লগত তেওঁৰ যোগাযোগ আছে। সম্প্রতি স্পেনদেশৰ আটাইতকৈ শক্তিশালী তিনিজন মানুহৰ ভিতৰত তেৰোঁ এজন।

তেওঁ কলে—"কমৰেড কাৰকভ।"

কাৰকভে মেপৰ ফালে চাই প্রশ্ন কৰিলে—"কি কৰিছে? আক্রমণৰ পৰিকল্পনা কৰিছেনে কি?"

মাচাৰে কলে, "নহয়, পৰিকল্পনাটো ভালকৈ চাইছোঁহে।"

এইবাৰ কাৰকভে মাত কোমলাই সুধিলে, "আক্রমণ আপুনিয়েই কৰিব নে গল্‌ঝে কৰিব?"

মাচাৰে তেওঁক কলে, "জানেই দেখোন মই এজন কমিচাৰহে।"

কাৰকভে ক'লে, "ওঁহো, এয়া আপোনাৰ বিনয়হে। আচলতে আপুনি এজন সেনাপতি। এয়া আপোনাৰ মেপ আছে, সামৰিক দূৰবীণো আছে, কিন্তু কমৰেড মাচাৰ, এসময়ত আপুনি নৌ-সেনাপতি নাছিল জানো?"

মাচাৰে ক'লে, "মই প্রধান গোলন্দাজৰ সহকাৰী আছিলোঁ।"

মাচাৰৰ এই কথা মিছা। আচলতে বিদ্রোহৰ সময়ত তেওঁ এজন ঘাই অফিচাৰ আছিল। কিন্তু এতিয়া তেওঁ নিজেই এই বুলি ভাবে যে তেওঁ সঁচাকৈয়ে এদিন সহকাৰী গোলন্দাজ আছিল।

কাৰকভে ক'লে, "অঁ, মোৰ ধাৰণা আছিল, আপুনি এজন প্রথম শ্রেণীৰ অফিচাৰ আছিল। মই প্রায়ে ভুল সংবাদ পাওঁ। সাংবাদিকৰ এনেকুৱাই হয়।"

আন দুজন কচ্‌দেশীয় মানুহে কথা পতা নাছিল। তেওঁবিলাকে মাচাৰৰ



কান্ধৰ ওপৰেদি মেপখনলৈ চাই আছিল আৰু মাজে মাজে নিজৰ ভাষাত কিবাকিবি মন্তব্য দিছিল। মাচাৰ আৰু কাৰকভে প্রথম সম্ভাষণৰ পাছৰ পৰাই ফৰাচী ভাষাত কথা কৈছিল।

মাচাৰে ক'লে, "প্রাভ্‌দা কাকতত সঁচাই-মিছাই কথা প্রকাশ নকৰাই ভাল।" কথাষাৰ তেওঁ অলপ টানকৈয়ে ক'লে, ইয়াৰ কাৰণ, তেওঁ হেৰোৱা মর্যাদা ঘূৰাই আনিব খোজে। কাৰকভে সদায় তেওঁক সৰু কৰিব খোজে—তেওঁক দেখিলেই মাচাৰ বিব্রত হৈ পৰে, সতর্কও হয়। তেওঁ আঁদ্রে মাচাৰ—ফৰাচী কমিউনিষ্ট পার্টিৰ কেন্দ্রীয় সমিতিৰ পৰা আহিছে—মর্যাদা তেওঁৰ অসীম। কিন্তু কাৰকভে কথা কওঁতে তেওঁৰ এইবোৰ কথা মনত নেথাকে। তেওঁক কোনেও যে স্পর্শ কৰিব নোৱাৰে এই কথাও মনলৈ অনাটো কঠিন হৈ পৰে। সদায় ইচ্ছা কৰিলেই কাৰকভে সদায়েই তেওঁক হাঁহি হাঁহি স্পর্শ কৰিব পাৰে। কাৰকভে আকৌ ক'লে, "প্রাভদা" লৈ পঠিওৱাৰ আগতে লেখাখিনিৰ ভুল মই শুধৰাই দিওঁ। "প্রাভদা"ত মই যি লিখোঁ, সত্য কথাকে লিখোঁ। বাৰু, কমৰেড মাচাৰ, কওকচোন, চিগোভিয়াৰ ফালে কর্মৰত আমাৰ এটা গৰিলা দলৰ পৰা গল্‌ঝলৈ সংবাদ এটা অহাৰ কথা আছিল—এনেকুৱা কিবা কথা আপুনি শুনিছেনে? জর্ডান নামেৰে তাত এজন আমেৰিকাৰ কমৰেড আছে। তেওঁৰ পৰা এটা খবৰ পোৱাৰ কথা আছিল। ফেচিষ্ট ব্যূহৰ পাছ ফালে বোলে যুঁজ চলিছে—তাৰে খবৰ পঠোৱাৰ কথা আছিল গল্‌ঝলৈ।"

মাচাৰে সুধিলে, "আমেৰিকান নে কি?" —আন্দ্রেজে তেওঁক ইংৰাজ বুলি কৈছিল। তেনেহলে কথাটো এইটোহে। তেওঁৰ তেতিয়াহলে ভুল হৈছে। কিন্তু সেই আহম্মক দুটাই এওঁৰ লগত কথা কবলৈ পালে কেনেকৈ?

বৰ অৱজ্ঞাৰে কাৰকভে মাচাৰৰ ফালে চাই ক'লে, "হয়—এটা আমেৰিকান ল'ৰা—তাৰ ৰাজনীতিৰ জ্ঞান নাই বুলিলেই হয়, কিন্তু স্পেনিয়ার্ডৰ লগত ভালদৰে চলিব জানে—আৰু গৰিলাৰ কামত বেচ্‌ কৃতিত্ব দেখুৱাইছে। ৰিপর্টটো মোক দিয়কচোন, কমৰেড মাচাৰ, সেইটো কেতিয়াবাই পঠিয়াৰ লাগিছিল, দেৰিহে হ'ল।".

মাচাৰে সুধিলে, "কিহৰ ৰিপর্ট?" কৈয়েই তেওঁ বুজিব পাৰিলে যে এইদৰে প্রশ্ন কৰি গণ্ডমূর্খৰ কাম কৰিছে তেওঁ। কিন্তু নিজৰ ভুল তেওঁ ইমান সোনকালে স্বীকাৰ কৰা মানুহ নহয়। হীনতা স্বীকাৰ কৰাত কৈ আন কিবা এটা কোৱাই ভাল।

ভগা দাঁত কেইটা টিপি ধৰি কাৰকভে ক'লে, "আৰু সেই নিৰাপদ ভ্ৰমণৰ অনুমতিপত্ৰখনো দিব।"

আঁদ্ৰে মাচাৰে জেপৰ পৰা ৰিপৰ্টটো উলিয়াই টেবুলৰ ওপৰত থলে। তাৰ পিছত কাৰকভৰ ফালে চালে। এৰা, তেওঁ ভুল এটা কৰিছে, এতিয়া আৰু ভুল শুধৰাবৰ কোনো উপায় নাই। কিন্তু সেইবুলি হীনতা-স্বীকাৰ তেওঁ কেতিয়াও নকৰে।

কাৰকভে কোমল সুৰে ক'লে, "আৰু সেই নিৰাপদ ভ্ৰমণৰ অনুমতিপত্ৰখনো দিয়ক।"

মাচাৰে সেইখনো ৰিপৰ্টৰ কাষতে উলিয়াই থলে।

কাৰকভে স্পেনিচ্ ভাষাত চিঞৰিলে, "কমৰেড কৰ্পবেল।"

কৰ্পবেলে দুৱাৰ খুলি সোমাই আহিল। তেওঁ এবাৰ মাচাৰৰ ফালে চালে; চিকাৰী কুকুৰৰ দলৰ হাতত পৰাভূত হলে বুঢ়া বনৰীয়া গাহৰিয়ে যেনেকৈ সিহঁতৰ ফালে চায় ঠিক তেনেকৈ তেওঁ একেবাহে মাচাৰৰ পিনে চাবলৈ ধৰিলে। মাচাৰৰ মুখত ভয়ৰ কোনো চিন নাই, হীনতাবোধৰো কোনো লক্ষণ নাই। তেওঁৰ খঙহে উঠিছে—মাত্ৰ সাময়িক ভাবে পৰাভৱ মানি লৈছে। তেওঁ জানে, কুকুৰৰ দলে তেওঁক কেতিয়াও আটক কৰি ৰাখিব নোৱাৰে।

কাৰকভে ক'লে, "ৰক্ষীকক্ষত যি দুজন কমৰেড্ আছে তেওঁবিলাকক লৈ এতিয়াই সেনাপতি গলৃঝৰ ঘাই ঘাটিলৈ গুচি যোৱা। বৰ দেৰি হৈ গৈছে।"

কৰ্পবেল ওলাই গ'ল। তেওঁ যোৱাৰ ফালে মাচাৰে অলপ পৰ চালে, তাৰ পিছত কাৰকভলৈ চালে।

কাৰকভে ক'লে, "কমৰেড্ মাচাৰ, আপুনি কিমান দুৰ্ অস্পৰ্শনীয় পুৰুষ এইবাৰ মই চাম।"

মাচাৰে তেওঁলৈ চাই ৰ'ল—মুখেৰে ওঁম্‌তৎসৎ একো নকলে।

কাৰকভে কবলৈ ধৰিলে, "কৰ্পবেলক আপুনি শাস্তি দিয়াৰ কথা যেন নেভাবে। কৰ্পবেলে একো কোৱা নাই। ৰক্ষীকক্ষত সিহঁত দুটাৰ লগত মই দেখা কৰিছিলোঁ—সিহঁতেই মোক সকলো কৈছে। (এই কথাটো মিছা)—মই ভাবো যে মানুহে যাৰ যি ক'ব লগা আছে সকলোটি মোক ক'ব।" (এইটো সত্য, যদিও এইবোৰ কথা কৰ্পবেলেই কৈছিল) কিন্তু কাৰকভে সঁচাকৈয়ে বিশ্বাস কৰে যে মানুহ সহজেই তেওঁৰ ওচৰলৈ যাব পাৰে কাৰণেই



তেওঁ সিহঁতৰ উপকাৰ কৰিব পাৰে—সহৃদয় মধ্যস্থতাৰ ফলত মানুহৰ মঙ্গল সাধন সম্ভৱ হয়। এই বিষয়ে তেওঁৰ মনত কোনো তিক্ততা নাই।

"আপুনি এটা কথা জানেনে, মই চোভিয়েট যুক্তৰাষ্ট্ৰত থকা সময়ত আজাৰবাইজানৰ চহৰ এখনত যদি কোনোবাই অত্যাচাৰ কৰে, তাৰ মানুহবোৰে "প্ৰাভ্‌দা". কাকতত মোৰ নামত চিঠি লিখে? এই কথা আপুনি জানেনে নেজানে? সিহঁতে কয়, "কাৰকভে আমাক সহায় কৰিব।"

আঁদ্ৰে মাচাৰে তেওঁৰ ফালে তেতিয়াও চাই আছিল—মুখত তেওঁৰ ফুটি উঠিছিল ক্ৰোধ আৰু বিৰাগ। তেওঁৰ মনত চিন্তা মাত্ৰ কেৱল এটা—কাৰকভে তেওঁৰ বিৰুদ্ধাচৰণ কৰিছে। কাৰকভৰ ক্ষমতা আছে, হেন-তেন কিবাকিবি বহুত বাৰ আছে—তথাপিও কাৰকভ যেন সাৱধানে থাকে।

কাৰকভে কৈ গ'ল, "এই কথাটো স্বকীয়া, কিন্তু নীতিৰ ফালৰ পৰা দুয়োটাই এক। কমৰেড মাচাৰ, আপুনি কিমান অস্পৰ্শনীয় ব্যক্তি সেইটো মই চাম। সেই ট্ৰেক্টৰ কাৰখানাটোৰ নাম সলনি কৰিব পাৰিনে নোৱাৰি তাকো চোৱা যাওক।"

কাৰকভৰ ফালে চাবলৈ এৰি মাচাৰে এইবাৰ মেপত চকু দিলে।

কাৰকভে তেওঁক সুধিলে, "জৰ্ডানে কি লিখিছে ৰিপৰ্টত?"

মাচাৰে ক'লে, "মই সেইখন পঢ়াই নাই। কমৰেড কাৰকভ, এইবাৰ আপুনি মোক শান্তিৰে থাকিবলৈ দিয়ক।"

কাৰকভে ক'লে, "ভাল, আপোনাৰ যুঁজৰ কাম লৈ আপুনি থাকক—মই যাওঁ।"

তেওঁ তাৰ পৰা ৰক্ষীকক্ষ পালেহি। আন্দ্ৰেজ আৰু গোমেজ আগতেই গ'ল। অলপ সময় তাতে ৰৈ তেওঁ চাই ৰল ওপৰলৈ—সিপাৰৰ পৰ্বতৰ টিংবোৰলৈ। পুৱাৰ ধুসৰ পোহৰত সেইবোৰ জিলিকি আছে। তেওঁ মনে মনে ভাবিলে,—আমিও সেই ওপৰতে গৈ থাকিব লাগিব—তালৈ আৰু বেচি সময় নাই।

আন্দ্ৰেজ আৰু গোমেজ আকৌ মটৰ-চাইকেলত যাবলৈ ধৰিলে। লাহে লাহে পোহৰ হৈ আহিছে। আন্দ্ৰেজ পিছৰ চিটত বহি গৈছে। উপত্যকাৰ ওপৰ ফাল পাতলীয়া কুঁৱলীৰে ঢাক খাই আছে। তাৰ মাজে মাজে বেঁকাবেঁকি বাটেদি কেইবাটাও কেঁকুৰি ঘূৰি মটৰ চাইকেল গৈ আছে। এবাৰ কোৰত গৈ থাকোঁতে চকা পিছলি গৈ মটৰ-চাইকেল ৰৈ গ'ল। আন্দ্ৰেজে কথাটো

গম পালে। তাৰ পিছত দুয়ো নামিল, সেইখিনিতে বাটটো তললৈ নামি গৈছে —তাতে মটৰ-চাইকেলৰ কাষতে দুয়ো ৰ'ল। তেওঁবিলাকৰ বাওঁ ফালে হাবিৰ মাজত পাইন গছৰ ডাল-পাতৰ আঁৰত কেইটামান টেঙ্ক দেখা গ'ল। হাবিৰ মাজত এতিয়া ভালেমান সৈন্য আছে। আন্দ্রেজে দেখিলে, কেইজনমান সৈনিকে ষ্ট্ৰেচাৰৰ দীঘল দীঘল মাৰিবোৰ কান্ধত লৈ গৈছে। সমৰ-পৰিষদৰ গাড়ী তিনিখন ৰাস্তাৰ বাহিৰে সোঁ-ফালেদি গছ-গছনিৰ মাজত লুকাই থোৱা আছে—গাড়ীকেইখন দুয়োদাঁতিত গছ-পাত দি ঢাকি থৈছে—পাইনৰ ডাল আনি ওপৰত জাপি দিছে।

গোমেজে মটৰ-চাইকেল ঠেলি নি তাৰে এখন গাড়ীৰ কাষ পোৱালেগৈ। তাৰ পিছত পাইন গছ এজোপাত চাইকেলখন আঁওজাই থৈ এজন ড্ৰাইভাৰক আটাইবোৰ কথা ক'লে। ড্ৰাইভাৰটো তেতিয়া এজোপা গছত আঁউজি বহি আছিল।

ড্ৰাইভাৰে কলে, "মই তোমালোকক তেওঁৰ ওচৰলৈ লৈ যাম।" তাৰ পিছত সি কাটি অনা ডাল পাতবোৰ দেখুৱাই কলে, "এইবোৰেৰে মটৰ চাইকেলখন ঢাকি থোৱা।"

পাইন বনৰ ডাল পাতৰ মাজেদি এইমাত্ৰ বেলিটো দেখা গৈছে। গোমেজ আৰু আন্দ্রেজ দুয়ো ড্ৰাইভাৰৰ পাছে পাছে গল। ড্ৰাইভাৰটোৰ নাম ভিচেণ্টি। তেওঁবিলাক ৰাস্তা পাৰ হৈ পাইন গছবোৰৰ মাজেদি এটা ট্ৰেন্সৰ মুখ পালেগৈ। ট্ৰেন্সৰ ওপৰৰ পৰা টেলিফোনৰ তাঁৰ গছ-গছনিৰে ভৰা পাহাৰৰ দাঁতিয়েদি গৈ পাহাৰৰ সিপাৰ পাইছেগৈ। ড্ৰাইভাৰ ভিতৰলৈ সোমাই গল—তেওঁবিলাক দুজন বাহিৰতে ৰ'ল। ট্ৰেন্সটোৰ নিৰ্মাণ পদ্ধতি দেখি আন্দ্রেজে প্ৰশংসা নকৰি নোৱাৰিলে। বাহিৰৰ পৰা চালে ট্ৰেন্সটো পাহাৰৰ মাজৰ গাঁত এটা যেন দেখি। আশে পাশে ধূলি বালি সমূলি নাই। মুখৰ পৰা সি দেখিবলৈ পালে, কক্ষটো যিমানদসিমান বহলো। ওপৰত গধুৰ কাঠ দিয়া আছে। তলত স্বচ্ছন্দে মানুহ ঘূৰি ফুৰিছে, খুন্দা-খুন্দলি খোৱাৰ ভয় মুঠেই নাই।

ড্ৰাইভাৰ ভিচেণ্টি ওলাই আহিল।

সি কলে, "ওপৰ ফালে আক্ৰমণৰ বাবে সৈন্য সমাবেশ কৰা হৈছে, তেওঁ তালৈকে গৈছে। মই সেইখন তেওঁৰ কৰ্মচাৰীৰ হাতত দি আহিছোঁ। তেওঁ চহী কৰি লৈছে। এয়া লওক।"



বচিদ থকা খামটো সি গোমেজৰ হাতলৈ দিলে। গোমেজে আন্দ্রেজক দিলে। আন্দ্রেজে চাই জেপত ভৰাই থলে। সি সুধিলে, "চহী কৰা মানুহজনৰ নাম কি?"

ভিচেণ্টিয়ে কলে, "ডুভাল।"

আন্দ্রেজে কলে, "ভালেই হৈছে। যি তিনিজনক ৰিপৰ্টটো দিবলৈ হুকুম দিছিল, তেৱেঁ। তাৰে এজন।"

গোমেজে আন্দ্রেজক সুধিলে, "আমি জানো উত্তৰৰ কাৰণে বাট চাব লাগিব?"

"সেইটো বোধহয় ভাল কথা হব। কিন্তু দলংখন ভাগি যোৱাৰ পিছত ৰবাৰ্টক ইবা দলৰ ইবোৰক কত বিচাৰি পাম তাকহে জনা টান হ'ল—সেইকথা আন কি ঈশ্বৰেও নেজানে।"

ভিচেণ্টিয়ে কলে, "সেনাপতি ঘূৰি নহালৈকে মোৰ লগতে থাকিব আহক। মই আপোনালোকৰ কাৰণে কফিৰ ব্যৱস্থা কৰিছোঁ। আপোনালোকৰ চাগৈ বৰ ভোক লাগিছে।

গোমেজে তাক সুধিলে, "এই টেঙ্কবোৰ কিহৰ?"

গছ-পাতেৰে ঢাকি থোৱা মটীয়া বৰণৰ টেঙ্কবোৰৰ কাষেদিয়েই তেওঁবিলাক গৈছে। প্ৰতিটো টেঙ্কৰ সমুখত পাইন পাতৰ ওপৰত দুটাকৈ চকাৰ দাগ বহি আছে—দেখিলে বুজি যে কৰবাৰ পৰা ঘূৰি আহি পাছলৈ গৈ বাটৰ পৰা সিহঁত যেন আঁতৰি আছে। ডাল-পাতৰ ভিতৰৰ পৰা এই টেঙ্কবোৰৰ ৪৫ মিলিমিটাৰ কামান মাটিৰ লগত সমান্তৰালভাৱে ওলাই আছে। চামৰাৰ কোট আৰু খাঁজকটা শিৰস্ত্ৰাণ পিন্ধা চালক আৰু গোলন্দাজবোৰৰ কিছুমানে গছত আঁউজি বহি আছে, কিছুমানে মাটিতে পৰি শুই আছে।

ভিচেণ্টিয়ে ক'লে, "এইবোৰ সংৰক্ষিত টেঙ্ক। ইয়াত থকা সৈন্যবোৰো সংৰক্ষিত। যিবোৰে আক্ৰমণ আৰম্ভ কৰিব সিহঁত ওপৰত আছে।"

আন্দ্রেজে ক'লে, "সংখ্যা দেখোন বহুত বেছি।"

ভিচেণ্টিয়ে ক'লে, "হয়, এটা সম্পূৰ্ণ ডিভিজন।"

ট্ৰেন্সৰ ভিতৰত ডুভালে বাওঁহাতে ৰবাৰ্ট জৰ্ডানৰ ৰিপৰ্টটো লৈ বহি আছে। লগে লগে হাতৰ ঘড়ীটোলৈ মন কৰি আছে। এইবাৰৰ সতে চাৰিবাৰ তেওঁ ৰিপৰ্টটো পঢ়িছে—প্ৰতিবাৰ পঢ়াৰ লগে লগে গম পাইছে—কাষলতিৰ তলৰ

পৰা গাৰ দুই কাষে ঘাম বৈ আহিছে। তাৰ পিছত টেলিফোনটো ধৰি কৈছে— "তেনে হলে মোক চিগোভিয়া ঘাটি দিয়ক। কি ক'লে? তেওঁ গুচি গৈছে? মোক আভিলা ঘাটিটো দিয়কচোন।"

টেলিফোন কৰিয়েই আছে তেওঁ। দুয়োটা ব্ৰিগেডৰ লগতে তেওঁ কথা কৈছে। আক্ৰমণৰ বাবে সৈন্য সংগ্ৰহ কেনে হৈছে তাৰ তদাৰক কৰাৰ উদ্দেশ্যে গল্‌ঝ দুই ঠাইলৈকে গৈছিল, এতিয়া তেওঁ পৰ্যবেক্ষণ ঘাটি এটা চাবলৈ গৈছে। পৰ্যবেক্ষণ ঘাটিলৈ ফোন কৰি চালে, গ'লঝ তাতো নাই।

ডুভালে ক'লে, "মোক এক নম্বৰ এৰপ্লেন বিভাগটো দিয়ক।" তেওঁ হঠাতে ঠিক কৰিছে, তেৱেঁই সকলো দায়িত্ব গ্ৰহণ কৰিব। সকলো ভাৰ নিজে মূৰ পাতি লৈ তেওঁ আক্ৰমণ স্থগিত ৰাখিব। এই আক্ৰমণ বন্ধ কৰাই ভাল। শত্ৰু আক্ৰমণৰ বাবে উদ্যত, এই কথা জানিও সিহঁতৰ বিৰুদ্ধে 'অতৰ্কিত' আক্ৰমণ চলাবৰ বাবে সৈন্য কোনোমতেই পঠিয়াব নোৱাৰি। ইয়াৰ অৰ্থ সিহঁতক নিশ্চিত মৃত্যুৰ মুখলৈ ঠেলি দিয়া। এইটো কৰিব নোৱাৰি। কোনোমতেই কৰিব নোৱাৰি। পৰিণাম যি হয় হ'ব। সিহঁতে যদি ইয়াৰ বাবে মোক গুলী কৰি মাৰে, মাৰক। তেওঁ পোনে পোনেই বিমান-ঘাটিলৈ ফোন কৰিব, বিমান-আক্ৰমণ বাতিল কৰিব। কিন্তু যদি শত্ৰুক ঘেৰাও কৰিবৰ বাবেই এই আক্ৰমণ কৰা হয়—তেতিয়াহ'লে কি হ'ব? এনেকুৱাওতো হব পাৰে যে, এই আক্ৰমণৰ লক্ষ্য হ'ল—শত্ৰুৰ আহিলা-পাতি আৰু সৈন্য-সামন্ত সকলো ঠাইৰ পৰা আঁতৰাই দিয়া—তেনেহলে কি হব? এই আক্ৰমণৰ উদ্দেশ্য যদি সেয়ে হয়? আক্ৰমণ কৰিলে তোমাক তো কোনেও কৈ নিদিয়ে যে আক্ৰমণ কৰা হৈছে কেৱল শত্ৰু সৈন্যক যুদ্ধক্ষেত্ৰত ঘেৰাও কৰিবৰ বাবে!

তেওঁ চিগ্‌নেলাৰক ক'লে, "এক নম্বৰ এৰপ্লেন-বিভাগ মোক নেলাগে। ডিভিজনৰ উনসত্তৰ নম্বৰ পৰ্যবেক্ষণ-ঘাটিটো মোক সেইটো এৰি দিয়ক। দিয়ক।"

তেওঁ চিএৰ-বাখৰ কৰিয়েই আছে, এনেকুৱা সময়ত উৰাজাহাজ উৰাৰ শব্দ শুনা গ'ল।

আৰু ঠিক সেই সময়তে পৰ্যবেক্ষণ-ঘাটিৰ লগত তেওঁৰ ফোনৰ যোগাযোগো হৈ গ'ল।

শান্তভাৱে গলঝে ক'লে, "কি কৈছা?"



বালিৰ বস্তা এটাৰ ওপৰত আঁউজি শিল এটাত ভৰি মেলি তেওঁ বহি আছে—ঠোঁটত এটা চুৰট। কথাও কৈছে—আৰু পাছলৈ ঘূৰি ওপৰলৈও চাইছে। তেওঁ দেখিছে, তিনিখন তিনিখনকৈ শাৰী পাতি এৰোপ্লেনবোৰ প্ৰথম সূৰ্যৰ আলোকেৰে উজ্জ্বল পৰ্বতৰ ওপৰেদি বজ্ৰৰ দৰে গৰ্জন কৰি উৰি আহিছে—আকাশৰ বুকুত ৰূপৰ দৰে জক্‌মক্ কৰিছে। তেওঁ চাই আছে—সূৰ্যৰ পোহৰত এৰোপ্লেনবোৰ ইমান সুন্দৰ, ইমান উজ্জ্বল হৈছে। তেওঁ চাইছে,—এৰোপ্লেনবোৰ আগুৱাই আহিছে আৰু প্ৰপেলাৰবোৰৰ ওপৰত ৰ'দ পৰি একোযোৰা আলোক-বৃত্ত যেন হৈ পৰিছে।

তেওঁ ফোনত ক'লে, "অঁ।"—কথা ফৰাচী ভাষাত চলিছে—কিয়নো ইমূৰত আছে ডুভাল: "আমাৰ সকলো আয়োজন মিছা হ'ল। অঁ। সদায় এনেকুৱা হয়েই দেখোন। অঁ। বৰ দুখৰ কথা। অঁ। ইমান দেৰি হ'ল পোৱা—বৰ লাজৰ কথা।"

এৰোপ্লেনবোৰ আগুৱাই আহিছে,—তাৰ ফালে চাই চাই গল্‌ঝৰ দুই চকুত গৌৰৱৰ আভা জিলিকি উঠিল। এৰপ্লেনৰ পাখিত আঁকা ৰঙা চিনবোৰ তেওঁ এতিয়া ভালকৈ দেখিছে—তেওঁ দেখিছে—কেনেকৈ অবাধ গতিৰে গম্ভীৰ গৰ্জন তুলি সিহঁত আগুৱাই আহিছে। এইটো কেনেকৈ সম্ভৱ হ'ল শুনক। এইবোৰ আমাৰ বিমান। ডাঙৰ ডাঙৰ বাকচত জাহাজৰ ভিতৰত এইবোৰ আহিছে—কৃষ্ণসাগৰৰ পৰা যাত্ৰা কৰি মাৰ্মোৰা প্ৰণালীৰ মাজেৰে, দাৰ্দানেলিচৰ ভিতৰেদি ভূমধ্যসাগৰ পাৰ হৈ এইখিনি পাইছেহি—তাৰ পিছত আলিকান্তিত সিহঁতক বৰ যত্ন সহকাৰে জাহাজৰ পৰা নমোৱা হৈছে। নিপুণভাৱে বিচ্ছিন্ন অংশবোৰ জোৰা লগাই গঢ় দিয়া হৈছে—পৰীক্ষা কৰিও চোৱা গৈছে—ক'তো খুঁত নাই। আৰু এতিয়া সিহঁতক ধুনীয়াকৈ সজাই-মেলি গুম্ গুম্ শব্দেৰে উৰাই নিয়া হৈছে—সেইয়া, সিহঁত বহুত ওপৰেদি উৰি আহিছে—আটাই কেইখন ৰ'দত ৰূপালী হৈ পৰিছে—পাহাৰৰ সিপাৰে যি দুটা শৈলশিৰা আছে, বোমা দি ভাঙি সেইকেইটা চুৰমাৰ কৰি পেলাব—তেতিয়া আমি পাৰ হৈ আগবাঢ়ি যাব পাৰিম।

গল্‌ঝে জানে, তেওঁৰ মূৰৰ ওপৰদি উৰি আৰু অলপমান আগুৱাই গ'লেই শিহুৰ দৰে বতাহত লুটিবাগৰ খাই খাই বোমাবোৰ পৰিবলৈ আৰম্ভ কৰিব। তেতিয়া শৈলশিৰাৰ টিং দুটা ভাঙি গুৰি কৰি মেঘৰ দৰে গৰ্জন কৰি পুনৰ আকাশলৈ উঠিব—ধুমুহাৰ কোবত মেঘ অদৃশ্য হোৱাদি সিহঁতো অদৃশ্য

হৈ যাব।  তাৰ পিছত টেঙ্কবোৰ ঘৰ্ঘৰণি তুলি সেই দুটা টিং পাৰ হৈ যাব—পাছে পাছে যাব দুটা বিগ্ৰেড বাহিনী।  সঁচাকৈয়ে এইটো যদি অতৰ্কিত আক্ৰমণ হ'লহেঁতেন, ইয়াৰ পিছত সিহঁতে পোনে পোনে গৈ থাকিব পাৰিলেহেঁতেন—ভৈয়াম অঞ্চল, ওখ পাহাৰ, সকলো পাৰ হৈ ভিতৰত সোমাব পাৰিলেহেঁতেন—দৰ্কাৰ হ'লে ৰ'ব পাৰিলেহেঁতেন, প্ৰতিৰোধ নিৰ্মূল কৰিব পাৰিলেহেঁতেন, সকলো সমস্যাৰে সমাধান কৰিব পাৰিলেহেঁতেন—ভালেমান কাম বুদ্ধি খটুৱাই কৰিব পাৰিলেহেঁতেন!  টেঙ্কবোৰে সহায় কৰিলেহেঁতেন—দৰ্কাৰ হলে পাছলৈ ঘূৰি আহিব পাৰিলেহেঁতেন—গুলী কৰি সৈন্যবাহিনীক আঁৰত ৰক্ষা কৰিব পাৰিলেহেঁতেন—আক্ৰমণকাৰী সৈন্য লগত লৈ আন কিছুমান আহিলহেঁতেন, তাৰ পিছত সকলো বাধা-বিঘিনি ঠেলি, ভাঙি চুৰমাৰ কৰি সিপাৰ ওলাবগৈ পাৰিলেহেঁতেন।  বিশ্বাসঘাতকতা নকৰা হ'লে, সকলোৱে নিজ নিজ কৰ্তব্য পালন কৰা হ'লে, এনেকুৱা নিশ্চয় হ'লহেঁতেন।

এইয়া সমুখতে সেই দুটা শৈলশিৰা আছেই, টেঙ্কবোৰো পৰি আছে। আৰু আছে দুটা উৎকৃষ্ট ব্ৰিগেড বাহিনী—দৰ্কাৰ হলেই হাবি এৰি ওলাই যাব—আৰু এইয়া উৰিছে অজস্ৰ বিমান—কৰিবলগীয়া খিনি যথাযথভাবেই তেওঁ কৰি গৈছে।

কিন্তু এৰ'প্লেনবোৰৰ ফালে চাই থাকোঁতে থাকোঁতেই সিহঁত আহি তেওঁৰ মূৰৰ ওপৰ পালেহি—তেওঁৰ মনটো ভাল নালাগিল, কিয়নো ফোনত তেওঁ জৰ্ডানৰ ৰিপৰ্টটো শুনিছে—তেওঁ জানিছে যে সেই শৈলশিৰা দুটাৰ ওপৰত এতিয়া এটিও শত্ৰুসৈন্য নেথাকে।  সিহঁতক তললৈ নমাই নি ট্ৰেন্সৰ ভিতৰত থব—যাতে বোমাৰ টুকুৰা সিহঁতৰ গাত নেলাগে।  অথবা, সিহঁতে হাবিৰ মাজতে লুকাই থাকিব।  তাৰ পিছত বোমাৰু বিমানবোৰ উভতি যোৱাৰ লগে লগে সিহঁতৰ যিবোৰ মেচিনগান, অটমেটিক ৰাইফল আৰু টেঙ্ক-ধ্বংসী কামান ৰাস্তাইদি গৈছে বুলি জৰ্ডানে খবৰ দিছে সেইবোৰ লৈ সিহঁত আকৌ তালৈ উঠি আহিব।  ইয়াৰ ফলত আকৌ বেয়া কাণ্ড ঘটিব।  কিন্তু এই যে এৰপ্লেনবোৰে কাণ-তাল-মৰাকৈ শব্দ কৰি আগুৱাই আহিছে, এইবোৰ দেখি বুজা যায়,—কি যে কাণ্ড নঘটিলহেঁতেন।  এৰপ্লেনবোৰলৈ চাই চাই গলৰে টেলিফোনত ক'লে, "ওঁহো, এতিয়া একো কৰাৰ সময় নাই—একোৱেই নাই। এতিয়া আৰু একো নেভাবিবা।  যি ঘটিছে তাক মানি লব লাগিবই।"



গলৰে কঠিন দৃপ্ত দৃষ্টিৰে এৰোপ্লেনবোৰলৈ চালে।  তেওঁ জানে,—কি হ'লহেঁতেন, আৰু তাৰ সলনি এতিয়া কি হব।  যিটো হ'লহেঁতেন তাৰ কথা ভাবি তেওঁ গৌৰব অনুভৱ কৰিছে, আৰু সঁচাকৈয়ে তেনে ঘটিলেইহেঁতেন—তাত সন্দেহ অকণো নাই।  তেওঁ কলে, "ভাল বাৰু, আমাৰ কাৰণে যিখিনি সম্ভৱ সেইখিনিকে কৰা যাওক।"  তাৰ পিছত টেলিফোন এৰি দিলে।

কিন্তু তেওঁৰ কথা ডুভালৰ কাণত নপৰিল।  টেবুলত বহি তেওঁ ৰিচিভাৰটো ধৰি আছে, কিন্তু শুনিছে কেৱল এৰোপ্লেনৰ গৰ্জন।  তেওঁ ভাবিছে—এইবাৰ—হয়তো এইবাৰ!  শুনা, সেইয়া সিহঁত আহিছে—হয়তো বোমাৰু বিমানবোৰে সিহঁতক চুৰমাৰ কৰিব—এইবাৰ হয়তো আমি সিহঁতৰ ব্যূহ ভাঙি ভিতৰলৈ সোমাই যাম।  ইতিমধ্যে তেওঁ বিচৰামতে হয়তো অতিৰিক্ত সৈন্যবোৰো আহি পাবহি—হয়তো এয়ে সেইক্ষণ—এইবাৰ সময় হৈছে—যোৱা, যোৱা, আগবাঢ়া! গৰ্জন এতিয়া ইমান ভয় লগা হৈ উঠিছে যে তেওঁৰ মনৰ চিন্তাৰ আঁত হেৰাই গৈছে।

## ॥ ৪৩ ॥

দলং আৰু আলিবাটৰ ওপৰত পাহাৰৰ আওগবীয়া অঞ্চল এটিত পাইন গছ এজোপাৰ গুৰিত ৰবাৰ্ট জৰ্ডান দীঘল দি পৰি আছে—তেওঁৰ চকুত পৰিছে চৌপাশে দিনৰ পোহৰ। দিনৰ পোহৰ তেওঁৰ সদায় ভাল লাগে, এতিয়া সেইবাবে প্ৰাণ ভৰি চাইছে। বেলি ওলোৱাৰ আগে আগে সকলো বস্তু পোহৰ পৰি উজলি উঠে—সেই সময়ত ঘন হৈ থকা বস্তুবোৰ এন্ধাৰ হৈ থাকে, ফাঁক থকা ঠাই ক্ৰমাত উজ্জল হয়, আৰু ৰাতি যিবোৰ বস্তু উজ্জল যেন দেখা গৈছিল, সেইবোৰ লাহে লাহে হালধীয়া হৈ পৰে তাৰ পিছত দিনৰ পোহৰ অহাৰ লগে লগে নাইকিয়া হৈ যায়। তেওঁৰ অনুভৱ হ'ল, তেওঁ নিজেও যেন এই-বোৰৰ মাজত সোমাই পৰিছে, তেওঁৰ ভিতৰখনো যেন ধূসৰ আলোকেৰে উজলি উঠিছে। তেওঁ য'ত আছে, তাৰ তলৰ পাইন গছবোৰ এতিয়া ধুনীয়াকৈ দেখা গৈছে,—গা-গছবোৰ টান, মুগা-বৰণীয়া। ৰাস্তাটো চিকচিকীয়া হৈ আছে—তাৰ ওপৰ ভাগত পাতলীয়া কুঁৱলীৰ আৱৰণ। তেওঁৰ গোটেই গা নিয়ৰ পৰি তিতি গৈছে,—বুকুৰ তলৰ বননিখন বৰ কোমল যেন লাগিছে—কাযলটি হুটাৰ তলত পাইন গছৰ সৰি পৰা হালধীয়া পাতৰ মৰ্মৰণি অনুভৱ কৰিছে। তলৰ নৈৰ পৰা পাতলীয়া কুঁৱলী ওপৰলৈ উঠিছে। তাৰ মাজেদি দলঙৰ লোহাৰ জঁকাটো তেওঁ দেখিবলৈ পাইছে—সুদৃঢ় গঠন দলঙখনৰ—ইপাৰ-সিপাৰ ছুই আছে। দুয়ো মূৰত দুটা চন্তৰীৰ ঘৰ। ঘৰ কেইটা কাঠেৰে তৈয়াৰী! নৈৰ ওপৰখনত কুঁৱলীবোৰ ইমান ঘন হৈ আছে যে দলঙৰ আকৃতি



-ক সক ৰেখাৰ নিচিনা দেখা গৈছে—তেওঁ দেখি ভাবিছে, দলঙখন যেন -কৰাৰ জালহে!

তেওঁ এতিয়া চন্তৰীটোকো দেখিছে—ঘৰটোৰ সোঁমাজত সি থিয় হৈ আছে; -ট্লৰ টিঙ এটা ফুটা উলিয়াই তাত জুই একুৰা ধৰি সি কুঁজা হৈ হাত দুটা -কিছে—সি কুঁজা হওঁতেই তেওঁৰ চকুত পৰিল, তাৰ পিঠিত কম্বলখন জিলিকি -ছে। মূৰত ইস্পাতেৰে তৈয়াৰী কৰা শিৰস্ত্ৰাণ। ভালেখিনি নামনিয়েদি -নৰ মাজে মাজে নৈ বৈ গৈছে—ৰবাৰ্ট জৰ্ডানে পানীৰ খল্‌খলনি শুনিছে। -তেওঁ দেখিবলৈ পাইছে—চন্তৰীৰ ঘৰৰ পৰা কিছুমান অস্পষ্ট ধোঁৱাৰ কুণ্ডলী ওপৰ -লৈ গৈ আছে।

তেওঁ ঘড়ীটো চালে, তাৰ পিছত ভাবিবলৈ ধৰিলে,—আন্দ্ৰেজ জানো গল্‌ঝৰ -লৈ যাব পাৰিছে? দলঙখন ধ্বংস কৰিবলৈ হ'লে উশাহ নিশাহো লাহে -হে লব লাগিব—তেহে সময়ৰ গতি মন্থৰ যেন অনুভৱ হ'ব। আন্দ্ৰেজ জানো -চাকৈয়ে পাইছে গৈ? আৰু যদি সি যায়গৈ, তেনেহলে তেওঁবিলাকে আক্ৰমণ -তিল কৰিবনেকি? বাতিল কৰিবৰ বাবে সময় জানো পাব? মৰিলে মৰক, যি -য় হক, তুমি ভাবি কি কৰিবা? বাতিল কৰিবও পাৰে নকৰিবও পাৰে। এই দুটাৰ এটা কৰিবই লাগিব—নহলে অন্য উপায় নাই। কি হয় পিছত জনা -যাব। যদি আক্ৰমণ সফল হয়? গলঝে কৈছিল, হবও পাৰে। কৈছিল, আশা আছে—যদিহে আমাৰ টেঙ্কবোৰ ৰাস্তাইদি নামি আহিব পাৰে, আমাৰ সৈন্যদল সোঁহাতৰ পৰা সোমাই তললৈ নামি লা গ্ৰানজাৰ কাষেদি আগবাঢ়ি যাব পাৰে আৰু যদিহে পাহাৰৰ গোটেই বাওঁফালটো পাছফালৰ পৰা ঘেৰাও কৰি বিচ্ছিন্ন কৰিব পাৰি। যুঁজত জয়লাভ কেনেকৈ হয় তাৰ কথা কোনোকালে তুমি ভবা নাই কিয়? অতদিনে প্ৰতিৰোধ কৰিহে আহিছা—সেই কথা ভাবো কেনেকৈ? হয়, সঁচা কথা। কিন্তু সি হ'ল আগৰ কথা—সেইবোৰ আহিলা-পাতি যেতিয়া এই বাটেদি যায় তাৰো আগৰ কথা। ল'ৰা মানুহৰ দৰে ভাবি কি লাভ? মাত্ৰ এটা কথা মনত ৰাখিবা—আমি যিমান পৰ সিহঁতক ইয়াত যুদ্ধত ব্যস্ত ৰাখিব পাৰোঁ, সিমান পৰ ফেচিষ্টহঁত এই একে টুকুৰা ঠাইতে আবদ্ধ হ'ব। আমাক শেষ নকৰালৈকে সিহঁতে আন দেশ আক্ৰমণ কৰিব নোৱাৰে—আৰু আমাক সিহঁতে কোনোপধ্যেই শেষ কৰিব নোৱাৰে। ফৰাচীসকলে যদি আমাক অলপ সহায় কৰে—আৰু যদি তেওঁবিলাকে সীমান্ত অঞ্চলহে মুকলি কৰে, আৰু

আমেৰিকাৰ পৰা আমি যদি উৰা-জাহাজ সংগ্ৰহ কৰিব পাৰোঁ, তেনেহলে সিহঁতে আমাক কোনোকালে শেষ কৰিব নোৱাৰে। যদি আমি কাৰোবাৰ পৰা সাহায্য পাওঁ তেনেহলে সিহঁতে আৰু আমাক শেষ কৰিব নোৱাৰে। ভাল অস্ত্ৰ-শস্ত্ৰ পালে ইয়াৰ মানুহে চিৰকাল যুঁজ কৰি থাকিব।

ওঁহো, ইয়াত জয়লাভৰ আশা কৰা মিছা—অন্ততঃ অহা কেইটামান বছৰ জুৰি সেই আশা নাই। এই আক্ৰমণ কৰা হৈছে সিহঁতক একে ঠাইতে আৱদ্ধ কৰি ৰাখিবলৈ। এই বিষয়ে মিছা আশা পোষণ কৰি লাভ নাই। কিন্তু যদি সিহঁতৰ ব্যূহ ভেদ কৰি ভিতৰলৈ সোমাই যাব পাৰোঁ—তেতিয়াহলে, সিও এটা ডাঙৰ আক্ৰমণেই হ'ব। তেনেকৈ ভবাটো মাত্ৰা-জ্ঞানৰ অভাৱৰ চিন—মাত্ৰাজ্ঞান থাকিব লাগে মানুহৰ। কিন্তু যদি সেয়ে হয়,—তেনেহলে কি হ'ব? উত্তেজিত নহবা—তেওঁ নিজকে কলে, ৰাস্তাইদি কি বস্তু নিয়া হৈছিল মনত আছেনে? সেই বিষয়ে তুমি যথাসাধ্য কৰিছাই। কিন্তু এটা চৰ্টৱেভ ৰেডিঅ' আমাৰ লগত ৰখা প্ৰয়োজন। সময়ত পাম, এইটো ঠিক, কিন্তু এতিয়াও হাতলৈ অহা নাই। এতিয়া মাথোন চাৰিওফালে চকু ৰাখা, আৰু নিজৰ যি কৰ্তব্য তাক কৰি যোৱা।

পৃথিবীত অনন্তকাল জুৰি বহুতো দিন আহিব—আজিৰ এই দিনটো তাৰে ভিতৰৰে এটা। কিন্তু ভৱিষ্যতৰ দিনবোৰত যিখিনি ঘটিব, সেইখিনিত নিৰ্ভৰ কৰিব লাগিব আজি তুমি যি কৰা তাৰ ওপৰত। গোটেই বছৰ জুৰি এনেকৈ চলি আহিছে। বহুকাল,—বহু বছৰ এনেকৈয়ে চলি গৈছে। এই যুঁজখনো আদিৰ পৰা অন্তলৈকে এনেকুৱাই। তেওঁ নিজকে ক'লে,—এই ৰাতিপুৱাতে তুমি দেখোন ডাঙৰ ডাঙৰ কথা ভাবিবলৈ আৰম্ভ কৰিছা—সোঁৱা চোৱা, কোন্ আহিছে চোৱা।

তেওঁ দেখিলে, দুজন মানুহ কেঁকুৰিটো ঘূৰি সিফালৰ পৰা দলঙৰ ফালে আহি আছে—গাত কম্বল, মূৰত ইস্পাতৰ শিৰস্ত্ৰাণ, কান্ধত ৰাইফোল। এজন দলঙৰ সিমূৰে থকা চন্তৰীৰ ঘৰত সোমাল,—তেওঁক আৰু দেখা নগ'ল। ইজন লাহে লাহে গহীন খোজেৰে দলঙেদি এইফালে আহিবলৈ ধৰিলে। দলঙৰ ওপৰেদি আহোঁতে এবাৰ বৈ কুকুংটোলৈ থু পেলালে, তাৰ পিছত গহীন খোজেৰে আকৌ আহিবলৈ ধৰিলে। আনটো চন্তৰীয়ে তাৰ লগত কিবা কথা পাতিলে, তাৰ পিছত দলঙেদি আকৌ উভতি গ'ল। যিটো চন্তৰীৰ পাল শেষ হ'ল, সি নকৈ



অহা চন্তৰীটোতকৈ বৰ বেছি খৰকৈ গৈছিল (ৰবাৰ্টে ভাবিলে, গৈ কফি খাবলৈ পায় নে নেপায় ঠিক নাই, সেইবাবেহে), কিন্তু সিও দলঙৰ মাজ ভাগ পাই থুৱাবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে ভাবিলে,—ই ইহঁতৰ কিবা ৰেজালি নে কি? সেই কুকুঙটোত নামিলে ময়ো থুৱাব লাগিব।—অৱশ্যে, থু পেলোৱা অৱস্থা থাকিব লাগিব, নহলেনো থুৱাবা কেনেকৈ? ওঁহো, এইবোৰ ৰেজালিৰ পৰা একোকাম নহয়। তাৰ পৰা যে কাম নহয়, সেই কথা প্ৰমাণ কৰি মই দেখুৱাব লাগিব তালৈ যোৱাৰ আগতে।

নকৈ পহৰা দিবলৈ অহা মানুহটো চন্তৰী ঘৰটোৰ মাজতে বহিছে। সঙ্গীন-যুক্ত ৰাইফোলটো ৰেৰত আঁউজাই থোৱা আছে। ৰবাৰ্ট জৰ্ডানে জেপৰ পৰা দূৰবীণটো উলিয়াই লেন্সৰ স্ক্ৰু ঘূৰাবলৈ ধৰিলে। অৱশেষত দলঙৰ এই ফালৰ মূৰটো স্পষ্ট হৈ উঠিল, দলঙৰ ৰঙদিয়া ধূসৰবৰণীয়া ৰূপটো ক্ৰমাৎ পৰিষ্কাৰ হ'ল। তাৰ পিছত তেওঁ দূৰবীণটো চন্তৰী ঘৰটোৰ পিনে ঘূৰালে।

চন্তৰীটো ৰেৰত আঁউজি বহি আছে। এটা খুটিত শিৰস্ত্ৰাণটো ওলোমাই থৈছে। তাৰ মুখখন জিলিকি আছে। ৰবাৰ্ট জৰ্ডানে দেখিয়েই চিনি পালে, এই মানুহটোৱেই আজি দুদিনৰ আগতে আবেলি পৰত সেই ঠাইতে পহৰা দিছিল। মূৰত সেই একেটা হাতেৰে গোঁথা পচমী টুপী। আজি সি দাড়ি খুৰোৱা নাই। তাৰ গালৰ হনু ওলোৱা,—গাল দুখন সোমোৱা। চেলাউৰি-যোৰ নোমাল, মাজতে যোৰা লাগিছে। দেখিলেই বুজিব পাৰি মানুহটোৰ টোপনি তেতিয়াও পূৰ হোৱা নাই—ৰবাৰ্ট জৰ্ডানে তালৈ চাই থাকোঁতেই সি এবাৰ হামিয়ালে। তাৰ পিছত ধপাতৰ মোনা এটা আৰু এপেকেট চুৰটৰ কাগজ উলিয়াই এটা চুৰট পকালে। এটা লাইটাৰ লৈ কেইবাবাৰো জলাবলৈ চেষ্টা কৰি নোৱাৰি শেষত জেপত আকৌ ভৰাই থলে। তাৰ পিছত জুইদানিৰ ওচৰলৈ গৈ হাতেৰে কয়লাৰ পোৰা আঙঠা এটা উলিয়াই আনিলে—হাতৰ ওপৰত লৈ লৰাই লৰাই ফুৱাবলৈ ধৰিলে, চিগাৰেটটো তাতে জলাই আকৌ আঙঠাটো জুইৰ মাজলৈ দলিয়াই দিলে।

তেতিয়া চন্তৰী-ঘৰৰ ৰেৰত আঁউজি বহি বহি সি চুৰট খাবলৈ ধৰিছে,—৮-শক্তিবিশিষ্ট জেইচ্ দূৰবীণৰ সহায়েৰে ৰবাৰ্ট জৰ্ডানে তাৰ মুখৰ ফালে চাই ল'লে। অলপ পিছতে দূৰবীণটো ভাঁজ কৰি জেপত ভৰাই থ'লে।

মনতে ঠিক কৰিলে, তাৰ ফালে আৰু ঘূৰি নেচাওঁ।

সেই ঠাইতে শুই শুই তেওঁ ৰাস্তাৰ ফালে চাই আছিল—চিন্তা-ভাৱনা নকৰাটোকে ঠিক কৰিলে। এনেতে কেৰ্কেটুৱা এটাৰ মাত শুনিলে। ৰবাৰ্ট জৰ্ডানে দেখিলে; কেৰ্কেটুৱা এটাই পাইন গছ জোপাৰ গা-গছেদি বগাই তললৈ নামি আহিছে—নামি আহোঁতে সি এবাৰ থমকি ৰ'ল, মানুহটোৱে য'ত পহৰা দি আছে, সেইফালে ডিঙি বেঁকা কৰি এবাৰ চালে। কেৰ্কেটুৱাটোৰ সৰু সৰু তিৰবিৰাই থকা চকু দুটা তেওঁৰ চকুত পৰিল, তেওঁ দেখিলে, কিবা এটা উত্তেজনাত তাৰ নেজডাল নাচি আছে। তাৰ পিছত কেৰ্কেটুৱাটো আন এজোপা গছলৈ গ'ল, সৰু সৰু হাতোৰা আৰু দীঘল ডাঙৰ নেজেৰে দীঘল দীঘল জাপ মাৰি মাজৰ ঠাইখিনি পাৰ হৈ গ'ল! গছজোপাৰ পৰাও সি এবাৰ ৰবাৰ্ট জৰ্ডানক চাই ল'লে, তাৰ পিছত গা-গছ জোপাৰ সিপাৰে গৈ নাইকিয়া হ'ল। অলপ পিছত সেই-জোপা পাইন গছৰে ওখ ডালত তাৰ কিঁট কিঁট্ চিঞৰ ৰবাৰ্ট জৰ্ডানে শুনিবলৈ পালে। চাই দেখিলে, সি ডালতে দীঘল দি আছে, তেতিয়াও সি নেজ ডাল লৰাই আছে।

পাইন গছবোৰৰ মাজেদি ৰবাৰ্ট জৰ্ডানে আকৌ তলৰ চন্তৰীঘৰটোলৈ চালে। কেৰ্কেটুৱাটোক ধৰিব পৰা হ'লে জেপত থৈ দিব পাৰিলেহেঁতেন—তেতিয়াহলে ইমান ভাল হ'লহেঁতেন! কিবা এটা হাতেৰে ছুই থাকিব পৰা হ'লে আৰু ভাল লাগিলহেঁতেন। তেওঁ কিলাকুটি কেইটাকে পাইনৰ পাতত ঘঁহি দিলে, কিন্তু উঁহোঁ, ইয়াতো তেনে সুখ পোৱা নেযায়। এনেকুৱা কাম কৰাৰ সময়ত নিজকে যে কেনে অকলশৰীয়া অকলশৰীয়া লাগে তাক কোনেও নুবুজে। কিন্তু মই জানো—সেইটো মই বুজোঁ। মোৰ চেনেহী যেন এনেবোৰ বিপদৰ মাজৰ পৰা নিৰাপদে যাব পাৰে—তাকে আশা কৰিছোঁ। উঁহো, এইবোৰ চিন্তা কৰি কি লাভ? এৰা, এইবোৰ চিন্তা এৰিবই লাগিব। কিন্তু আশা কৰাত কি লেঠা আছে—আশা কৰিমেই। দলঙ্খন যেন নিৰ্বিঘ্নে ধ্বংস কৰিব পাৰোঁ, আৰু চেনেহী যেন নিৰাপদে উভতি যাব পাৰে। সিমানেই—আৰু একো নেলাগে। এতিয়া মই তাকে বিচাৰোঁ।

তেওঁ এতিয়াও তাতে শুই আছে,—তেওঁৰ চকু এতিয়া আলিবাটত নাই, চন্তৰীঘৰলৈকো চোৱা নাই, তেওঁ চাই আছে একেৰাহে দূৰৰ



পাহাৰবোৰ। এতিয়া আৰু কোনো চিন্তাৰ প্ৰয়োজন নাই, তেওঁ মনতে ভাবিলে। মনে মনে শুই আছে তেওঁ,—ৰাতিও পুৱাইছে! জহকালিৰ আৰম্ভণিৰ মনোৰম পুৱা—মে মাহ শেষ হৈছে—সেইবাবে জহ যেন খৰকৈ আহিছে। মটৰ-চাইকেলত উঠি এজন সৈনিকে দলঙ পাৰ হৈ আহি ৰাস্তাইদি ওপৰ ফালে গুচি গ'ল—গাত চামৰাৰ কোট,—মূৰত শিৰস্ত্ৰাণ, আৰু বাওঁ ভৰিৰ ওপৰত ওলমি আছে খাপত সুমাই থোৱা অটমেটিক ৰাইফল এটা। এবাৰ এখন এম্বুলেন্স গাড়ী দলং পাৰ হৈ তেওঁৰ তলৰ ৰাস্তাটোৰেদি ওপৰ ফালে গুচি গ'ল। কিন্তু তাতে শেষ। পাইন বনৰ গোন্ধ আহি তেওঁৰ নাকত লাগিছেহি; নৈৰ কুলুকুলু শব্দ তেওঁ শুনিবলৈ পাইছে। এতিয়া দলঙ্খন ভালকৈ ওলাই পৰিছে—পুৱাৰ পোহৰত ধুনীয়া হৈ পৰিছে। তেওঁ তাতে শুই আছে—বাওঁ বাহুৰ তলছোৱাৰ ওপৰত চাব-মেচিন গানটো থৈ শুই আছে।—চন্তৰী ঘৰটোৰ পিনে এবাৰো ঘূৰি চোৱা নাই। এই দৰে ভালেখিনি সময় গ'ল—মনে মনে তেওঁ ভাবিছে—কিজানি ঘটনাটো আৰু আৰম্ভই নহ'ব, মে মাহৰ শেষত এনে এটা ধুনীয়া পুৱা তেনেকুৱা কাণ্ড হ'ব নোৱাৰে। এনেকৈ ভাবি থাকোঁতে হঠাৎ তেওঁৰ কাণত পৰিল—বহুত বোমা একেলগে পৰাৰ ধুপ্-ধুপ্ শব্দ।

বোমা পৰাৰ ধুপ্-ধুপ্ ধাপ্-ধাপ্ শব্দ হৈছে—পাহাৰত ঠেকা খাই তাৰ প্ৰতিধ্বনি তেতিয়াও অহা নাই—শব্দ কাণত পৰাৰ লগে লগেই ৰবাৰ্ট জৰ্ডানে দীঘলকৈ উশাহ টানি চাব-মেচিন গানটো য'ত আছিল ত'ৰ পৰা তুলি ললে। চাব-মেচিন গানটো বৰ গধুৰ, তাৰ হেঁচাত হাত অৱশ যেন অনুভৱ হ'ল, হাতৰ অনিচ্ছুক আঙুলি কেইটা যেন অসাৰ হৈ পৰিছে।

চন্তৰী-ঘৰৰ মাজত থকা মানুহটো বোমাৰ শব্দ শুনা মাত্ৰকে থিয় হ'ল। ৰবাৰ্ট জৰ্ডানে মন কৰিলে। সি ৰাইফলটো হাতেৰে ললে আৰু ঘৰৰ আগলৈ গৈ কি হৈছে কাণ পাতি শুনিছে। ৰাস্তাৰ ওপৰত সি থিয় হৈ আছে, তাৰ গোটেই গাতে ৰ'দৰ পোহৰ পৰিছে। হাতেৰে গুঁথা টুপীটো মূৰৰ এদাঁতিলৈ বাগৰি পৰিছে,—এৰ'প্লেনে য'ত বোমা পেলাইছে,—সেইফালে আকাশ মুৱা হৈ সি একে থৰে চাই আছে, দাড়ি নুখুৰোৱা মুখখনত ৰ'দ পৰিছে।

এতিয়া ৰাস্তাত কুঁৱলী নাই; ৰবাৰ্ট জৰ্ডানে মানুহটোক পৰিষ্কাৰকৈ

দেখিছে—তাতে থিয় হৈ সি আকাশৰ ফালে চাই আছে। গছ-গছনিৰ মাজেৰে ব'দৰ পোহৰ আহি তাৰ গাত পৰিছে।

ৰবাৰ্ট জৰ্ডানে অনুভৱ কৰিলে, তেওঁৰ যেন উশাহ লোৱাত বৰ কষ্ট হৈছে—তাঁৰ এডালেৰে যেন বুকুখন টানকৈ কোনোবাই বান্ধি থৈছে। বন্দুকটোৰ কটা খাঁজবোৰ আঙুলিৰে তেওঁ চুই চালে। তেওঁ এতিয়া মানুহটোৰ বুকুলৈ বন্দুকটো টোঁৱাই সাজু হ'ল, তাৰ পিছত লাহেকৈ বন্দুকৰ ঘোৰা টানিলে।

তেওঁ অনুভৱ কৰিলে, বৰ কোবত বন্দুকটোৱে পাছলৈ আহি হঠাতে কান্ধত খুন্দা মাৰিলে। ৰাস্তাৰ ওপৰৰ মানুহটোৱে বৰ বিস্মিত আৰু বেদনাৰ্ত হৈ আগলৈ হাউলি গৈ ৰহিল, তাৰ পিছত হামখুৰি খাই কপালখন দি ৰাস্তাৰ ওপৰতে পৰিল। ৰাইফোলটোও লগতে পৰি গ'ল—মানুহটোৰ হাতৰ আঙুলি তেতিয়াও ৰাইফোলৰ ট্ৰিগাৰ গাৰ্ডটোত লাগি আছিল—হাতৰ মুঠিটো মাত্ৰ ঢিলা হেন দেখা গৈছিল। সঙ্গীনযুক্ত ৰাইফলটো তেনেকৈ ৰাস্তাৰ ওপৰতে পৰি থাকিল। দলঙলৈ যোৱা বাটত মূৰ পেলাই পৰি থকা মানুহটো আৰু চন্তৰী ঘৰটোলৈ ৰবাৰ্ট জৰ্ডানৰ চাবৰ মত নগ'ল। ইটো চন্তৰীক তেওঁ দেখা নাই। তলৰ আওগৰীয়া ঠাইটুকুৰাৰ সোঁফালটৈলে তেওঁ চালে,—তেওঁ বুজিলে, অগষ্টিন তাতেই লুকাই আছে। তাৰপিছত তেওঁৰ কাণত পৰিল আন্‌চেল্‌মোৰ বন্দুকৰ আৱাজ—পাহাৰৰ কুকঙৰ ভিতৰৰ পৰা সেই আৱাজৰ প্ৰচণ্ড প্ৰতিধ্বনি শুনা গ'ল। তাৰ পিছত তেওঁ আকৌ আন্‌চেল্‌-মোৰ গুলীৰ শব্দ শুনিলে।

দ্বিতীয়টো গুলীৰ শব্দ শুনাৰ লগে লগে দলঙৰ সিপাৰে তলত ৰাস্তাৰ কেঁকুৰিটোৰ আঁৰত হাতবোমা এটা ফুটাৰ শব্দ শুনা গ'ল। তাৰ পিছত ৰাওঁফালে ৰাস্তাৰ ভালেখিনি ওপৰত আৰু হাতবোমাৰ বিস্ফোৰণ শুনা গ'ল। তাৰ পিছত তেওঁৰ কাণত পৰিল, ৰাস্তাৰ ওপৰত কোনোবাই ৰাইফোলৰ গুলী মাৰিছে আৰু তলত হাতবোমাৰ শব্দৰ মাজে মাজে পাব্‌লোৰ অশ্বাৰোহী দলৰ ৰাইফলৰ কৰ্কশ আৱাজ উঠিছে। তেওঁ দেখিলে, দলঙৰ সিপাৰৰ শিলৰ প্ৰাচীৰ বগাই আন্‌চেল্‌মোৱে ফোঁপাই-জোপাই ওপৰৰ পৰা দলঙৰ কাষতে নামিছে। চাব-মেচিন গানটো পিঠিত ওলোমাই পাইন জোপাৰ গা-গছৰ পাছফালে থকা গধুৰ বোজা দুটা তুলি হেপোৰ-তেপোৰকৈ সি গৰাটো পাৰ



হ'ল আৰু লৰালৰিকৈ ৰাস্তাটোলৈ নামিবলৈ ধৰিলে—এহাতে এটা বোজা, ইটো হাতত এটা; বোজা বৈ বৈ তাৰ এনেকুৱা লাগিছে যেন কান্ধৰ মাংসপেশীৰ জোৱা ভাগি হাত দুটা এতিয়াই ছিগি পৰিব।

তললৈ বেগাই নামি যাওঁতে তাৰ কাণত পৰিল, অগষ্টিনে আটাহ পাৰিছে,—"ৰবাৰ্ট, তোমাৰ চিকাৰ ভাল হক!" তেওঁ শুনি মনতে ভাবিলে, "ভাল চিকাৰ! ভাল চিকাৰ!—এইয়া জানো ভাল চিকাৰ?" ঠিক তেনে সময়তে দলঙৰ সিপাৰে আন্‌চেল্‌মোৰ গুলীৰ আৱাজ তেওঁ শুনিবলৈ পালে,—দলঙৰ লোহাৰ মাজত সেই শব্দ জন্‌জনাই উঠিল। আলিবাটৰ ওপৰত চন্তৰীটো পৰিয়েই আছে, তাৰ মৰাশ টো পাৰ হৈ বোজা দুটা লৈ সি লৰি গৈ দলঙৰ ওপৰ পালেগৈ।

এহাতে বন্দুকটো ধৰি বুঢ়া তেওঁৰ ফালে লৰি গ'ল আৰু চিঞৰি ক'লে, "একো ভুল হোৱা নাই। তাক একেবাৰে শেষ কৰি দিবলগীয়া হ'ল সেইটোহে ভাবিছোঁ।"

ৰবাৰ্ট জৰ্ডানে দলঙৰ মাজতে আঁঠু কাঢ়ি বহি লৈ বোজা দুটা খুলি মাল-বস্তু উলিয়াইছে। তেওঁ দেখিলে, আন্‌চেল্‌মোৰ দুই গালৰ ঠৰঙা পকা দাড়িৰ মাজেদি চকুৰ পানী বাগৰি আহিছে।

তেওঁ আন্‌চেল্‌মোক ক'লে, "ময়ো এটাক মাৰিলোঁ।" দলঙৰ মূৰত যিটো চন্তৰী তলমূৰ কৰি পৰি আছে তাৰ ফালে মূৰটো লৰাই তেওঁ দেখুৱাই দিলে।

আন্‌চেল্‌মোৱে ক'লে, "বুজিছোঁ, বোপাই, বুজিছা; সিহঁতক নেমাৰিলে আমাৰ নচলে, সেই দেখি মাৰিলোঁহঁক।"

ৰবাৰ্ট জৰ্ডানে দলঙৰ জকাটো পাৰ হৈ তললৈ নামিছে। লোহাত নিয়ৰ থ'প খাই আছে, হাতখন চেঁচা চেঁচা লাগিছে, তিতিছেও,—বৰ সাৱধানে তেওঁ নামি গৈছে। পিঠিত ব'দ পৰিছে। মাজে মাজে দলঙৰ বন্ধনী একোটাত ভৰি থৈ নপৰাকৈ থিয় হৈছে, তলৰ পানীৰ কল্‌কল্ শব্দ আহি কাণত পৰিছেহি। কাণত পৰিছে—ৰাস্তাৰ ওখ ভাগটোৰ সিপাৰে ঘাটিত হোৱা ঘন ঘন বন্দুকৰ শব্দ,—গুলী বৰ বেছিকৈ কৰিছে। তেওঁ বৰকৈ ঘামিবলৈ ধৰিলে, অথচ দলঙৰ তলত বৰ জাৰ। তেওঁৰ হাতত এমুঠি তাঁৰ, ককালত চামৰাৰ পেটিত হাতুৰি এটা বন্ধা আছে।

আন্‌চেল্‌মোক চিঞৰি তেওঁ কলে, "বুঢ়া, এইবাৰ মোক বস্তবোৰ নমাই

দিয়া—এবাৰত একোটাকৈ বাণ্ডিল নমাই দিয়াচোন।" দলঙৰ কাষেদি তললৈ মূৰ কৰি বিস্ফোৰকৰ মুঠাবোৰ নমাই দিবলৈ ধৰিলে, ৰবাৰ্ট জৰ্ডানে হাত মেলি লৈ সেইবোৰ নি যত বহুৱাব লাগে ত'ত হেঁচি হেঁচি বহুৱাই একেলগে বান্ধি দিলে। তাৰ পিছত কাঠৰ গোঁজ একোটা দি টানকৈ লগাই দিবলৈ বুঢ়াক গোজবোৰ খুজিলে, "বুঢ়া, ক'তা, গোঁজবোৰ দিয়াচোন।" নকৈ চাঁচি থোৱা গোজবোৰ টানকৈ মৰিয়াই মৰিয়াই বহুৱালে, দলঙৰ গাৰ মাজত সেইবোৰ ভালকৈ লাগি থকাকৈ মৰিয়াওঁতে মৰিয়াওঁতে নকৈ কটা কাঠৰ গোন্ধ আহি তেওঁৰ নাকত লাগিলহি।

এতিয়া তেওঁ অনৰ্গল কামত লাগিছে, বিস্ফোৰকবোৰ বহুৱাইছে, গোজ পুতিছে, আঁটি আঁটি বান্ধিছে,—চিন্তা কেৱল কেনেকৈ দলঙখন ধ্বংস কৰা যায়—অস্ত্ৰ চিকিৎসকৰ দৰে বৰ খৰকৈ আৰু নিপুণভাৱে কাম কৰিছে তেওঁ। ঠিক তেনে সময়তে ৰাস্তাৰ তলফালে বন্দুকৰ গুলীৰ শব্দ শুনিলে। তাৰ পিছত হাতবোমা ফুটাৰ আৱাজ শুনিবলৈ পালে—ইয়াৰ পিছত আকৌ এটা বোমা ফুটিল, পানীৰ কল্‌কল্ শব্দ তল পৰিল, বোমাৰ গৰ্জন আহি কাণত পৰিলহি। তাৰ পিছত কতো সাৰসুৰ নোহোৱা হ'ল।

তেওঁ ভাবিলে, "হ'ল কি। সিহঁতৰ ওপৰত এইটো কি পৰিল?"

ৰাস্তাৰ ওপৰ ফালে ওখ ঘাটিটোত তেতিয়াও গুলী চলিছিল। তাত গুলী বৰকৈ চলিছে। তেওঁ তেতিয়া টানকৈ বান্ধি থোৱা বিস্ফোৰক পদাৰ্থবোৰৰ ওপৰত হাতবোমা দুটা ওচৰাওচৰিকৈ ৰাখি জোৰপূৰ্বকৈ তাঁৰেৰে বান্ধি পেলাইছে। বান্ধি অঁতাই তেওঁ ভালকৈ হাতেৰে ছুই চাই টানকৈ আঁটি ধৰিবৰ বাবে হাতবোমা দুটাৰ ওপৰত এডাল গোজ বহুৱাই দিলে। এতিয়া গোটেই বিস্ফোৰক পিণ্ডটো লোহাৰ মাজত ভালকৈ লাগি ৰ'ল।

ওপৰলৈ চাই আন্‌চেল্‌মোক তেওঁ কলে, "বলা, বুঢ়া, এতিয়া সিফালে যাওঁ।" তাৰ পিছতে দলঙৰ তলৰ লোহাবোৰত ধৰি ধৰিয়েই তেওঁ সিপাৰ পালেগৈ। মনতে ভাবিলে, "তেওঁ যেন এটা হতভগীয়া টাৰজান, ইস্পাতৰ অৰণ্যৰ ভিতৰেদি গৈ আছে। লাহে লাহে দলঙৰ তলৰ অন্ধকাৰৰ পৰা তেওঁ ওলাল,—তলত নৈৰ অবিৰাম সোঁত—ওপৰলৈ চাই দেখিলে, আন্‌চেলমোৰ মুখ। ওপৰৰ পৰা আন্‌চেল্‌মোৱে হাত মেলি বিস্ফোৰকৰ মুঠাবোৰ তেওঁৰ হাতলৈ নমাই দিছে। তেওঁ আন্‌চেল্‌মোৰ মুখলৈ চাই ভাবিলে,—এই হতভগীয়াটোৰ মুখখনত বেজাৰ



নাই, কন্দাও নাই এতিয়া। বৰ ভাল কথা। একালে কাম সিজিল, এতিয়া এট ফালটো হলেই কাম শেষ। এইখিনিৰেই দলঙখন ধ্বংস হ'ব। কামটো কৰিবই লাগিব। উত্তেজিত হৈ লাভ নাই। কামটো কৰি লোৱা। আগৰ বাৰৰ দৰেই ক্ষিপ্ৰগতিৰে আৰু পৰিপাটিকৈ কামটো কৰা। দোধোৰ মোধোৰ হলে নহ'ব। ধীৰে সুস্থিৰ ভাবি চিন্তি কৰা। যিমান পাৰা সিমান ততাতৈয়া কৰা, কিন্তু বেছিকৈ নহয়। ঠাই টুকুৰা বৰ চেঁচা। ঘাটিৰ তলৰ মদ থোৱা ঘৰৰ দৰে চেঁচা—লেতেৰাও নহয়। সাধাৰণতে এনেকুৱা শিলৰ দলঙৰ তলত কাম কৰিলে বহুতো লেতেৰা বস্তু দেখা যায়। এইখন দলঙ্ সমাজিকত দেখা দলঙৰ দৰে—এৰা, সমাজিকত দেখা সৰ্বনশীয়া দলঙৰ দৰে। বুঢ়া ওপৰত আছে—বিপদ তাৰেই বেছি। যিমান পাৰা ততাতৈয়া কৰা, কিন্তু বৰ বেছিকৈ নকৰিবা। ওপৰত গুলীচালনা বন্ধ হলে ভাল হয়। বুঢ়া দুটামান গোজ আৰু দিয়াচোন।" —এতিয়াও গুলী চলি আছে—ভাল লগা নাই। তাত পিলাৰ বিপদত পৰিল।

ঘাটিৰ কেতবোৰ মানুহ নিশ্চয় বাহিৰত আছিল,—পাছফালে বাহিৰত নতু মিলটোৰ আঁৰত। সিহঁতে এতিয়াও গুলী মাৰিয়েই আছে। ইয়াৰ মানে মিলটোৰ ভিতৰত কোনোবা আছে। আৰু সেই আপদীয়া কাঠৰ গুৰিৰ দ'ম-বোৰ! বৰ ডাঙৰ ডাঙৰ কাঠৰ গুৰিৰ দমবোৰ! সেইবোৰ যদি পুৰণি হয় আৰু বস্তাত যদি ভৰাই থোৱা থাকে তেনেহলে তাৰ আঁৰত থিয় হৈ যুঁজ কৰিবলৈ ভাল লাগে।—সিহঁতৰ কেইজনমান নিশ্চয় এতিয়াও বাচি আছে। তলত পাব্লোৰ কোনো সাৰ-সুৰ নাই। দ্বিতীয়বাৰ ইমান গুলীৰ আৱাজ কিয় হ'ল, কোনে জানে? নিশ্চয় গাড়ী নাইবা মটৰ চাইকেলত উঠি কোনোবা আহিল। ভগবানক প্ৰাৰ্থনা কৰিছোঁ যেন সিহঁতৰ কাষলৈ কোনো সুসজ্জিত সামৰিক গাড়ী নাইবা টেঙ্ক নাহে। কাম কৰি যোৱা। যিমান পাৰা ততাতৈয়াকৈ গোজ পুতি আঁটি আঁটি বান্ধি পেলোৱা। ই কি, তুমি কঁপিছা, এজনী হতভগীয়া তিৰোতাৰ দৰে কঁপিছা? কি হল তোমাৰ? আচলতে কামটো কৰোঁতে তুমি বৰ ততাতৈয়া কৰিছা? মই বাজী ৰাখি কব পাৰোঁ, সৌ ওপৰত থকা মানুহজনী কঁপা নাই! তাই পিলাৰ,—পিলাৰৰ কথা কৈছোঁ। তাই কিজানি কঁপিছেই, কোনে জানে? তাই থকা ঠাইৰ পৰা যিবোৰ শব্দ আহিছে, তাৰ পৰা ধাৰণা হয়, তাই বৰ বিপদত পৰিছে। বিপদ বেছি হলে তায়ো কঁপিব। পৃথিৱীত যত এনে দুৰ্ভগীয়া আছে,—সেই সকলোৰেই এনেকৈ কঁপে।

এদাঁতিলৈ হাউলি মূৰটো ওপৰলৈ তুলি গাত ব'দ লৈ আন্‌চেলমোৱে দিয়া বস্তুবোৰ লবলৈ বুলি তেওঁ হাত মেলি দিলে। তেওঁৰ মূৰটো পানীৰ ছিটিকিনি নপৰাকৈ ৰাখিছে। এনেতে হঠাতে ৰাস্তাত ঘনাই বন্দুকৰ শব্দ হবলৈ ধৰিলে—হাতবোমাও ফুটিল—ইটোৰ পিছত সিটো।

"সিহঁত হয়তো মিলৰ ওপৰত জঁপিয়াই পৰিছে।"

তেওঁ মনে মনে ভাবিলে, "ডিনেমাইটবোৰ লেহুকা খুটিৰ দৰে নহৈ গোট গোট হোৱা হলে ভাল হ'লহেঁতেন। ভাল হ'লেনো কি হব? বিশেষ একো নাই, মাত্র লৰচৰ কৰাৰ সুবিধা হৈছে। অৱশ্যে পুৰণি বস্তাটোত ভৰোৱা থল্‌থলীয়া বিস্ফোৰক কিছুমান পোৱা হলে কাম আৰু লবালবিকৈকৰিব পৰা হ'লহেঁতেন! দুটা বস্তা হোৱা হলে আৰু ভাল হ'লহেঁতেন। ওঁহো নহয়—এটা বস্তাৰেই কাম হৈ গলহেঁতেন! মোৰ যদি কেইটামান ডেটনেটৰ আৰু পুৰণি বেটেৰিৰ বাকচটো থাকিলহেঁতেন! সেই বদমাচটোৱে মোৰ বেটেৰি বাকচটো নৈত পেলাই দিলে—সেই কৌটিকলীয়া বাকচটো লৈ কিমান ঠাই ঘূৰিলোঁ! এইখন নৈতে সি পেলাই দিলে—এই পাব্‌লো, বদমাচ দগাবাজ ক'ৰবাৰ! সেইয়া তলত কিন্তু সি সিহঁতক চল্লুৰে চল্লুৰে পানী খুৱাইছে। 'বুঢ়া, মোক আৰু কেইটামান বস্তু দিয়াচোন।"

বুঢ়াই কাম ভালেই কৰিছে! ওপৰত যি ঠাইত সি আছে সেই ঠাইটুকুৰা বৰ বিপদজনক। চন্তৰীটোক গুলী কৰি মৰা কাৰণে সি বৰ বেজাৰ পাইছে। ময়ো বেজাৰ পাইছিলোঁ, কিন্তু সেইকথা লৈ মই মূৰ ঘমোৱা নাই। এতিয়াও কৰা নাই। কিন্তু আন্‌চেল্‌মোৱে মাৰিবলগীয়া হল এটা পঙ্গু মানুহক। পঙ্গু মানুহৰ অৱস্থা কি হয় মই জানো। মোৰ ধাৰণা, অটমেটিক বন্দুকেৰে গুলী কৰি মানুহ মৰাটো সহজ কথা। মানে, যি জনে মাৰে তেওঁৰ পক্ষে। গোটেই কামটোৰেই এক ধৰণৰ। তুমি এবাৰ মাত্র অস্ত্রপাত ছুই দিয়া, তাতেই সকলো শেষ। তুমি একো কৰিব নালাগে। বাৰু সেইবোৰ থক, পিছত ভাবিব লাগিব। বুজিছা, জৰ্ডান, তুমি আৰু তোমাৰ এই মগজু কম হয়—অপূৰ্ব চিন্তা শক্তি তোমাৰ মগজুৰ! আগবাঢ়া, জৰ্ডান,—আগবাঢ়া—ফুটবল খেলাৰ সময়ত বল লৈ যেতিয়া লৰ দিছিলা তেতিয়া সকলোৱেই এনেকৈ চিঞৰি দিছিল! তুমি জানানে, জৰ্ডান নামৰ যিখন হতভগীয়া নৈ আছে,—সেইখন আচলতে তলৰ এই পাহাৰী নৈ খনতকৈ ডাঙৰ নহয়। উৎসৰ থলীত অন্ততঃ। উৎসৰ থলীত সকলোৱেই সৰু। এই দলঙখনৰ তলৰ ঠাইটুকুৰা ধুনীয়া। ঘৰৰপৰা দূৰত



হলেও ঘৰৰ দৰেই আৰামদায়ক। কি হইছে জৰ্ডান তোমাৰ? নিজক চন্তালি কৰা। বুজিছা জৰ্ডান! বৰ গুৰুতৰ কথা এইটো। বুজা নাই? বৰ গুৰুতৰ। কিন্তু যিমানে সময় গৈছে সিমানে গুৰুত্বও কমিছে। ইয়াৰ অন্য দিশটোও ভাবি চোৱা দৰ্কাৰ। দলঙৰ যিয়েই নহওক, মোৰ আৰু চিন্তা নাই। মেইনৰ দৰে মাতে যাব, জাতিটো চলিব। জৰ্ডান নৈ যেনি বৈ যাব, ইহুদীবোৰো সেইপিনে যাব। ওহোঁ নহয়, এই দলঙখনৰ কথাহে কৈছোঁ। এই জৰ্ডান যেনি যাব, হতভগীয়া দলঙ্‌খনো সেইপিনে যাব। প্ৰকৃততে কথাটো কিন্তু ইয়াৰ বিপৰীতহে।

তেওঁ কলে, "ভাই এনচেল্‌মো, মোক আৰু অলপ দিয়া সেইখিনি?" আন্‌চেল্‌মোৱে শলাগিলে। ৰবাৰ্ট জৰ্ডানে আকৌ কলে, "কাম অন্ত হৈ আহিছে বাৰু।" বুঢ়াই আকৌ মূৰ দুপিয়াই শলাগি থলে।

তলৰ হাতবোমাবোৰ বান্ধি-ছাটি যেতিয়া শেষ হ'ল তেতিয়া ৰাস্তাত বন্দুকৰ গুলীৰ শব্দ নাই। কাম কৰি থাকোঁতে তেওঁ আন্দাজ কৰিলে, কেৱল নৈৰ শব্দহে তেওঁৰ কাণত আহি পৰিছেহি। তলৰ ফালে চাই দেখিলে, শিলনিৰ মাজে মাজে নৈ বৈ গৈছে—যেন পানীবোৰ উতলিহে আছে—বগা ফেনেৰে উপচি আছে,—নৈ খন গৈ শিলেৰে পূৰ হৈ থকা ফট্‌ফটীয়া পানীৰ নিজৰাটোত মিলিছে। গোজ এডাল তেওঁৰ হাতৰ পৰা এইখিনিতে পৰিছিল,—সোঁতত সেইডাল পাক ঘূৰণি খাইছে। চাই থাকোতেই গোজ ডাল ঘূৰি থকা ঠাইত ট্ৰাউট মাছ এটাই পোক ধৰিবলৈ বুলি পাক এটা মাৰিলে। হাতবোমা কেইটা আঁটি আঁটি বান্ধি দিবলৈ তাঁৰবোৰ চেপেনাৰে টানি থাকোঁতেই লোহাবোৰৰ মাজেদি তেওঁ দেখিলে, সেউজীয়া পাহাৰৰ গাত ব'দ পৰিছে। মাত্র তিনিদিনৰ আগত তাৰ ৰং আছিল মুগা চানেকীয়া—তেওঁৰ মনত পৰিল।

দলঙৰ তলখন চেঁচা আৰু এন্ধাৰ। তেওঁ তাৰ পৰা বৰকৈ ব'দ পৰা ঠাইলৈ ওলাই আহিল, তাৰ পিছত বেজাৰমুৱা আন্‌চেল্‌মোলৈ চাই কলে, "তাঁৰৰ ডাঙৰ মুঠাটো দিয়া।"

বুঢ়াই তেওঁক মুঠাটো নমাই দিলে।

সাবধান, চাবা কোনোৰকম সেইবোৰ যাতে ঢিলা হৈ নপৰে। এই তাঁৰত ধৰি সেইবোৰ টানিব লাগিব। আটাইবোৰ গুঁথি থোৱা হ'লে ভাল হ'লহেঁতেন। ৰবাৰ্ট জৰ্ডানে ভাবিলে, অৱশ্যে তাঁৰডাল দীঘল, গতিকে

অসুবিধা হোৱাৰ আশা কম। ভাবি থকাৰ সময়ত সি হাতবোমাৰ গাৰ সৰু সৰু পিনবোৰত হাত বুলাই আছিল। সেই পিনবোৰে ছুই থকা আঙঠিবোৰ লৰিলেই হাতবোমাৰ 'লিভাৰ' ডাং খায়। ভালকৈ পৰীক্ষা কৰাৰ পাছত সি দেখিলে যে কাতি হৈ থকা হাতবোমাৰ পিন খুলিলে। তাত লিভাৰ ডাং খাই উঠাৰ বাবে যথেষ্ট ঠাই আছে (পিনবোৰত লাগি থকা তাঁৰডাল লিভাৰৰ তলেদি টানি নিয়া হৈছিল)। এইবাৰ সি এটুকুৰা তাঁৰৰ আঙঠি এটা বান্ধি লৈ সেইডাল বাহিৰা হাতবোমাৰ আঙঠিৰ প্ৰধান তাঁৰ ডালৰ লগত জুটি দিলে। তাৰ পিচত বাণ্ডিলৰ পৰা বাঢ়ি থকা তাঁৰ অলপ লৈ ইস্পাতৰ খুটি এটাত এটা মূৰ মেৰাই থৈ বাণ্ডিলটো আন্‌চেল্‌মোক দি দিলে। আন্‌চেল্‌মোক সি ক'লে, "এই বাণ্ডিলটো সাৱধানে ধৰি থাক।"

এইবাৰ সি পুলৰ ওপৰলৈ উঠি আহি বুঢ়াৰ পৰা বাণ্ডিলটো খুজি ললে আৰু তাৰ পাচত যিমান খৰকৈ পাৰে সিমান খৰকৈ তাঁৰ খুলি খুলি পিছুৱাই গৈ প্ৰহৰীটো হামখুৰি খাই পৰি থকা ঠাইৰ ওচৰলৈ খোজ কাঢ়ি আহিল। খোজ কঢ়াৰ লগে লগে দলঙৰ ওপৰত কুঁজা হৈ তাঁৰ পেলাই সি আগ বাঢ়িল।

পিচলৈ খোজ কাঢ়ি গৈ থকা অৱস্থাতে সি চিঞৰি আন্‌চেল্‌মোক ক'লে, "বোজাটো লৈ আহাঁ।" তাৰ পিচত কুঁজা হৈ চাব-মেচিনগানটো হাতত তুলি লৈ নিজৰ কান্ধত পেলাই ললে।

ঠিক এই সময়তে চকু তুলি আলিবাটৰ ওপৰলৈ চাই সি দেখিলে যে যি কেইটা মানুহ ওপৰৰ চকীটোলৈ গৈছিল, সেই কেইটা উভতি আহিছে।

মানুহ চাৰিটাক সি দেখা পালে। কিন্তু তাঁৰৰ ওপৰত চকু দিব লগা হোৱাত সি বেচি মনোযোগ দিব নোৱাৰিলে। তাঁৰডাল যাতে কোনোৰকমে দলঙৰ বাহিৰৰ কোনো বস্তুত লাগি নধৰে তালৈ সি সততে চকু ৰাখিব লগা হৈছিল। তথাপি সি মন কৰিলে সিহঁতৰ লগত ইলাদিঅ' নাই।

ৰবাৰ্ট জৰ্ডানে তাঁৰডাল পেলাই নি দলঙৰ শেষ খুটিটো পাৰ হৈ তাত তাঁৰৰ পাক দি আলিবাটেদি দৌৰি গৈ চিহ্ন-শিলাৰ গুৰিত ৰ'লগৈ। এইবাৰ সি তাঁৰডাল কাটি আন্‌চেল্‌মোক ধৰিবলৈ দিলে।

"এ আপ, এইডাল ধৰা। আৰু মোৰ লগে লগে দলঙৰ গুৰিলৈ আহাঁ। যোৱাৰ লগে লগে তাঁৰডালো পাতি নিবা। নহয় নেলাগে, মই নিজেই পাতি দি যাওঁ।"



দলঙৰ কাষলৈ আহি তেওঁ নগোৱা তাঁৰডাল টানি খুলি ল'লে। এতিয়া তাঁৰডাল আঁতৰি ওলমি আছে,—পোনে পোনে হাতবোমাৰ বান্ধবোৰত লাগিছে গৈ, কতো লগা নাই। দলঙৰ ঠিক দাঁতিয়েদি গৈছে, কিন্তু কতো দলঙৰ গাত লগা নাই। তেওঁ তাঁৰডাল আন্‌চেল্‌মোৰ হাতত দি ক'লে;

"তাঁৰডাল আকৌ সৌ ওখ শিলটোৰ কাষলৈ লৈ যোৱা। দলঙত নলগোৱাকৈ টান মুঠিৰে ধৰি থাকা। ৰবকৈ নাটানিবা। যেতিয়া গাৰ বলেৰে টান মাৰিবা, তেতিয়া দলঙ উৰি যাব। বুজিলা?"

"অঁ, বুজিলোঁ।"

"লাহেকৈ ধৰি থাকা, সেই বুলি ৰবকৈ ঢিলাই নিদিবা—তেতিয়াহ'লে ক'ৰবাত লাগি থাকিব। ঢিলাই দিলেও মুঠিটো টান মাৰিবা—টানিবৰ সময় নোহোৱালৈকে নেটানিবা। বুজিছানে নাই?"

"অঁ বুজিলোঁ।"

"টানিবৰ সময়ত বৰ জোৰেৰে টানিবা। লাহেকৈ টান নেমাৰিবা।"

কথা কৈ থাকোঁতেই ৰবাৰ্ট জৰ্ডানে ওপৰলৈ চালে—চাই দেখিলে পিলাৰৰ দলৰ যি কেইজন বাকী আছে তেওঁবিলাক আহি আছে। আহি আহি মানুহকেইজন একেবাৰে ওচৰ পাইছেহি। তেওঁৰ চকুত পৰিল, প্ৰিমিটিভ' আৰু ৰাফেলে ফাৰ্ণেণ্ডোক ধৰি ধৰি আনিছে। দেখি ধাৰণা হয়, গুলী লাগিছে তাৰ পেট আৰু কৰঙনৰ সাঁফিত,—কিয়নো সি দুহাতেৰে সেই ঠাইতে হেঁচা মাৰি ধৰি আহিছে—প্ৰিমিটিভ' আৰু জিপচিটোৱে দুফালে ধৰি আহিছে। তাৰ সোঁ-ভৰিটো অকামিলা হৈ ওলমি আছে,—সিহঁত দুটাই তাক খোজ কঢ়াই লৈ আহিছে; আৰু ভৰিৰ জোতাৰ এটা মূৰ মাটিৰ ওপৰত ঘহনা খাই আহিছে। পিলাৰে তিনটা ৰাইফোল কান্ধত লৈ ৰাস্তাৰ দাঁতিয়েদি হাবিৰ মাজে মাজে ওপৰলৈ উঠি গৈছে। ৰবাৰ্ট জৰ্ডানে তাইৰ মুখখন দেখা নাই, কিন্তু পিলাৰে ওপৰলৈ মুখ কৰি গৈ আছে, যিমানপাৰে লৰা লৰিকৈ ওপৰলৈ উঠিছে।

দূৰৰ পৰাই প্ৰিমিটিভ'ই সুধিলে, "কি খবৰ কেনে?"

ৰবাৰ্ট জৰ্ডানে চিঞৰি ক'লে, "ভালেই, কাম শেষেই হৈছে প্ৰায়।"

সিহঁতৰ খবৰ নোসোধাই ভাল,—সোধা বাহুল্য মাত্ৰ। ৰবাৰ্ট জৰ্ডানে সিহঁতৰ ফালৰ পৰা মুখ নৌ-ঘূৰাওঁতেই মন কৰিলে, সিহঁত তিনিওটা ৰাস্তাৰ

এমূৰে থিয় দি আছে—হুটাই ধৰি কাৰ্ণেগুোক ৰাস্তাৰ কাষেদি ওপৰলৈ তুলিবলৈ চেষ্টা কৰিছে—কাৰ্ণেগুোৱে মূৰ লৰাই নালাগে বুলি ইঙ্গিত দিছে।

ৰবাৰ্ট জৰ্ডানে শুনিবলৈ পালে, সি শেহাই শেহাই কৈছে, "ইয়াতে মোক বাইকোল এটা দি থৈ যোৱা।"

"নহয়, তোমাক ঘোঁৰাবোৰৰ কাষলৈ লৈ যাম।"

কাৰ্ণেগুোৱে ক'লে, "ঘোঁৰাবোৰ মই কি কৰিম? ইয়াতেই মোৰ ভাল লাগিছে।" বাকীখিনি জৰ্ডানে শুনিবলৈ নাপালে, তেওঁ আন্‌চেল্‌মোৰ লগত কথা পাতিবলৈ লাগিল।

সি ক'লে, "টেঙ্কবোৰ আহিলেই দলঙ্‌খন ধ্বংস কৰিবা,—কিন্তু চাবা টেঙ্কবোৰ আহি দলঙৰ ওপৰত উঠিবহি লাগিব। যদি সশস্ত্র গাড়ী আহি দলঙৰ ওপৰ উঠেহি, তেতিয়াহলেও দলঙ্ ধ্বংস কৰিবা। আন কিবা আহিলে পাব্‌লোৱেই বাধা দিব।"

"তুমি দলঙৰ তলত থকালৈকে মই দলং নেভাঙো।"

"মোৰ কথা তুমি ভাবিব নেলাগে। সময় হলেই ভাঙি দিবা। মই আৰু এডাল তাঁৰ লগাই এতিয়াই ঘূৰি আহিম। তেতিয়া দুয়ো একেলগে দলঙ্ ভাঙিম।"

দলঙৰ মাজভাগলৈ যাবলৈ বুলি তেওঁ দৌৰ দিলে।

আন্‌চেল্‌মোৱে মন কৰিলে, "ৰবাৰ্ট জৰ্ডানে দলঙৰ ওপৰেদি লৰি গৈছে—হাতত তাঁৰৰ মুঠা, কঁকালত চেপেনাটো ওলমি গৈছে, পিঠিত চাব-মেচিনগানটো আঁৰি লৈছে। সি মন কৰিলে, ৰবাৰ্ট দলঙৰ ৰেলিঙেদি তললৈ নামি গৈ নেদেখা হ'ল। আন্‌চেলমোৱে চিহ্ন-শিলাৰ পিছত সোঁহাতে তাঁৰ ডালত ধৰি লেপেটা কাঢ়ি বহি আছে; এবাৰ ৰাস্তাৰ তললৈ, এবাৰ গোটেই দলঙখন চাইছে। দলঙখন আৰু তাৰ মাজতে সেই চন্তৰীটো পৰি আছে। এতিয়া তাৰ দেহটো ৰাস্তাৰ ফালে অলপ হালি আছে,—যেন পিঠিত ব'দ পৰাত আলিবাটৰ মিহি মসৃন অংশলৈ কুকুকি কুকুকি চাপি গৈছে। তাৰ সঙ্গীন্ লগোৱা ৰাইফোলটো পোনে পোনে আন্‌চেলমোৰ ফালে মুখ কৰি ৰাস্তাৰ ওপৰতে পৰি আছে। চন্তৰীৰ শটো চেৰাই তেওঁৰ দৃষ্টি ৰেলিঙৰ ছাঁ পৰি থকা দলঙৰ ওপৰিভাগেদি গৈ সি পাৰ পালেগৈ—সেইখিনিতে বাটটো বাওঁহতীয়া হৈ কুকুঙৰ কাষে কাষে অলপ দূৰ গৈ আকৌ পাক



লৈছে আৰু ক্রমাৎ শিলৰ প্রাচীৰৰ সিফালে নেদেখা হৈছে। সিপাৰৰ চন্তৰীৰ ঘৰটোৰ ওপৰত ৰ'দ পৰিছে—তালৈ সি অলপপৰ চালে,—তাৰ পিছত হাতৰ তাঁৰডাল আছে নে নাই গম লৈ ফাৰ্ণেগুোৱে য'ত প্রিমিটিভ' আৰু জিপ্‌চিটোৰ সৈতে কথা পাতি আছে তালৈ চকু ঘূৰালে।

ফাৰ্ণেগুোৱে ক'লে, "মোক ইয়াতে থৈ যোৱা। বৰ যন্ত্রণা পাইছোঁ, ভিতৰি ৰক্তক্ষৰণ হৈছে। লৰচৰ কৰিলেই মই গম ধৰিব পাৰোঁ।"

প্রিমিটিভ'ই ক'লে, "ব'লা, তোমাক এই ওখ টুকুৰালৈ লৈ যাওঁ। দুই হাতেৰে আমাৰ কান্ধত ধৰা, আমি তোমাৰ ভৰি দুটা ডাঙি ডাংকোলাকৈ লৈ যাম।"

ফাৰ্ণেগুোৱে ক'লে, "তাৰ পৰা একো লাভ নহয়। ইয়াতেই এটা শিলৰ আঁৰত মোক থৈ যোৱা! ওপৰলৈ গৈয়ো মই একো কৰিব নোৱাৰোঁ, ইয়াত থাকিলেও তথৈবচ।"

প্রিমিটিভ'ই ক'লে, "আমি গুচি গ'লে তোমাৰ কি হ'ব?"

ফাৰ্ণেগুোই ক'লে, "মোক ইয়াতে থৈ যোৱা। এনেকুৱা অৱস্থাত আঁতৰৈ-তলৈ যোৱাৰ কোনো প্রশ্নই নুঠে। ইয়াৰ ফলত তোমালোকে ঘোঁৰা এটা বেছিকৈ পাবা। ইয়াতেই মই ভালে আছোঁ। আৰু সিহঁতো আহি পাবহিয়েই এতিয়া।"

জিপ্‌চিটোৱে ক'লে, "আমি তোমাক পাহাৰৰ ওপৰলৈ নিব পাৰিম। সহজেই পাৰিম।"

সি স্বাভাৱিকতে যিমান সোনকালে পাৰে ইয়াৰ পৰা যাব খুজিছে, প্রিমিটিভৰো ইচ্ছা সেয়ে। তথাপিও সিহঁতে ইমানদুৰ তাক ভাৰ বৈ আনিছে।

ফাৰ্ণেগুোৱে কলে, "নহয়, মই ইয়াতে ভাল পাইছোঁ। ইলাদিঅ'ৰ কি হ'ল?"

জিপচিৰ মূৰত গুলী লাগিছিল, সি আঙুলি দি দেখুৱাই দিলে। সি ক'লে, "ইয়াতে। তুমি আহত হোৱাৰ ঠিক পিছতে। যেতিয়া আমি একেলগে জঁপিয়াই পৰিছিলোঁ।"

ফাৰ্ণেগুই ক'লে, "এতিয়া তোমালোক যোৱা।"

আন্‌চেল্‌মোৱে বুজিছিল, তাৰ বৰ কষ্ট হৈছে। এতিয়া সি দুই হাতেৰে

পেট আৰু কৰঙনৰ মাজঠাইখিনি চেপি ধৰি আছে, ৰাস্তাৰ দাঁতিৰ ঢাপত আঁউজি মূৰটো পেলাই দিছে; ভৰি দুটা আগফালে মেলিছে। মুখ শেঁতা পৰিছে, ঘামিছেও।

সি ক'লে, "কাকূতি কৰিছোঁ, তোমালোক মোৰ ওচৰৰ পৰা যোৱা। মই ইয়াত ভালেই থাকিম।" টনটননিত সি চকু মুদি দিছে, ওঁঠ দুটা কঁপিছে।

প্ৰিমিটিভ'ই ক'লে, "ইয়াত তেনেহলে এটা ৰাইফল আৰু কেইটামান কাৰ্ট্ৰিজ থৈ যাওঁ।"

ফাৰ্ণেণ্ডোৱে চকু নেমেলাকৈয়ে সুধিলে, "ৰাইফোলটো জানো মোৰ ?"

প্ৰিমিটিভ'ই ক'লে "নহয়, তোমাৰটো পিলাৰে লৈছে। এইটো মোৰহে।"

ফাৰ্ণেণ্ডোৱে ক'লে, "মোৰ নিজৰটো হ'লে ভাল হয়, সেইটো ৰাইফোলহে মোৰ ভাল লাগে।"

জিপ্ চিয়ে মিছাকৈয়ে আশ্বাস দি ক'লে, "সেইটো মই তোমাক আনি দিম। সেইটো ননালৈকে এইটোকে ৰাখা !"

ফাৰ্ণেণ্ডোৱে ক'লে, "ইয়াত মই বৰ ভাল ঠাইতে আছোঁ। ৰাস্তাৰ ওপৰ ভাগটোও দেখিম, দলঙখনো দেখিম।"—সি চকুমেলি মূৰ ঘূৰাই দলঙৰ ফালে এবাৰ চালে—তাৰ পিছত টনটননিত তৎ নেপাই চকু কেইটা জপাই দিলে।

জিপচিটোৱে আঙুলিৰে নিজৰ কপালখন টুকৰিয়াই দিলে, আৰু বুঢ়া আঙুলি দেখুৱাই ঠাঁৰে-চিয়াৰে কলে যে এতিয়া সিহঁত তাৰ পৰা আঁতৰাই ভাল।

প্ৰিমিটিভ'ই ক'লে, "এতিয়া যাওঁ। তোমাৰ ওচৰলৈ আকৌ নামি আহিম।" এইবুলি কৈ জিপছিৰ পাচে পাচে পাহাৰ বগাই যাবলৈ লাগিল।

বাটৰ দাঁতিৰ ঢাপত আঁউজি ফাৰ্ণেণ্ডো শুই আছে। বাটৰ মূৰ চিহ্নত কৰিবৰ কাৰণে চুণকাম কৰি থোৱা শিল এচটা তাৰ কাষতে। তাৰ মূৰত ছাঁ পৰিছে, কিন্তু টানকৈ বেণ্ডেজ বন্ধা ক্ষতস্থানৰ ওপৰত আৰু তাত হেঁচা মাৰি ধৰি থকা হাত দুখনত ৰ'দ পৰিছে। ভৰি দুটা আৰু তলুৱা দুখনো ৰ'দতে আছে। কাষত ৰাইফোলটো, আৰু ৰাইফোলৰ দাঁতিত তিনটা কাৰ্ট্ৰিজৰ ক্লিপ্ ৰ'দত জিকমিকাই আছে। মাখি এটা



তাৰ হাতৰ ওপৰত উৰি ফুৰিছে, কিন্তু যন্ত্ৰণা ইমান বেছি হৈছে যে তাৰ তুলনাত এইকণ আৰাম তাৰ আৰাম যেনেই নেলাগিল।

অলপ দূৰত আন্চেল্মোৱে হাতত তাঁৰডাল লৈ ঘুম্ মাৰি বহি আছে—তাৰ পৰাই সি চিঞৰিলে, "ফাৰ্ণেণ্ডো"—মুঠিৰ ভিতৰৰ পৰা তাৰডাল যাতে ওলাই নেযাই তাৰ বাবে সি তাঁৰৰ মূৰত মেৰ এটা দি টানকৈ ধৰি আছে।

সি আকৌ মাতিলে, "ফাৰ্ণেণ্ডো।"

ফাৰ্ণেণ্ডোৱে চকুমেলি চাই সুধিলে, "তোমালোকৰ কাম কেনে হৈছে ?

আন্চেলমোৱে ক'লে, "ভালেই হৈছে। আৰু অলপ সময়ৰ ভিতৰতে এইখন দলঙ্ ধ্বংস হৈ যাব।"

ফাৰ্ণেণ্ডোৱে ক'লে, "শুনি সন্তোষ পালোঁ। দৰকাৰ হ'লেই মোক মাতিবা।"

সি আকৌ চকু কেইটা মুদি দিলে, আকৌ হলাহল বিষত তাৰ সৰ্বশৰীৰ কোঁচ খাই গল।

আন্চেল্মোৱে তাক চাবলৈ এৰি দলঙৰ ফালে মন কৰিলে। ৰবাৰ্ট জৰ্ডানে তলৰ পৰা হাতেৰে তাঁৰৰ বাণ্ডিলটো দলঙৰ ওপৰত কেতিয়া থ'বহি, তেওঁৰ ৰ'দত ক'লা পৰা মূৰ আৰু মুখ কেতিয়া দেখা যাব, তাৰ পিছত দলঙৰ কাষেদি কেতিয়ানো আহি ওপৰ পাবহি—তাৰ বাবে সি বাট চাবলৈ ধৰিলে। তদুপৰি দলঙৰ সিপাৰে দূৰৰ সেই কেঁকুৰিটো ঘূৰি কোনোবা কিজানি ওলায়হি তাতো তাৰ চকু আছে। এতিয়া তাৰ মনত লেশ মানো ভয় নাই, আজি গোটেই দিনটো সি এবাৰো ভয় খোৱা নাই। সি ভাবিলে, সময় যেন বৰ খৰখেদাকৈ গৈছে—সাধাৰণতে যেনেকৈ যায় ঠিক তেনেকৈয়ে যেন গৈ আছে। সেই চন্তৰীটোক গুলীৰে মাৰি মনতে বৰ বেজাৰ পাইছিলোঁ—মনটো বৰ বেয়া লাগিছিল,—এতিয়া কিন্তু সেইটো ভাব নাই। গুলী কৰি জন্তু এটা মৰা যেনেকুৱা মানুহ এটা মৰাও তেনেকুৱা—এই কথা ৰবাৰ্টে কেনেকৈ ক'লে? চিকাৰৰ বেলিকা মোৰ সদায় ভাল লাগে, কিবা অন্যায় কৰিছোঁ বুলি কেতিয়াও মনে নধৰে। কিন্তু মানুহ এজন গুলী কৰিলে ধাৰণা হয়,—যেন ডাঙৰ হোৱাৰ পিছত ভায়েৰাক হে তুমি জানিশুনি মাৰি পেলাইছা। তাক যদি একেবাৰে মাৰি

পেলাবলৈ বাৰে বাৰে গুলী কৰিব লগা হয়—ইচ্ সেইবোৰ কথা আৰু নেভাবো। সেইটো কাম কৰি দেখোন তুমি বেজাৰত অধীৰ হৈ পৰিছিলা, আৰু মাইকীমানুহৰ দৰে৷ হাঁও-হাঁওকৈ কান্দিকাটি দলঙৰ ওপৰেদি এইফালে লৰ দিছিলা !

সি নিজকে প্ৰবোধ দিলে, হক তেওঁ কামটো শেষ হ'ল, ইচ্ছা কৰিলে আন কামৰ বেলিকা যেনেকৈ কৰিছোঁ এইটোৰ বেলিকাও তেনেকৈ প্ৰায়শ্চিত্ত কৰাৰ চেষ্টা কৰা। কিন্তু কালি ৰাতি পাহাৰৰ বাটেদি উভতি অহাৰ সময়ত তুমি যে ভাবিছিলা এতিয়া সেয়ে হৈছে। এতিয়া তুমি যুদ্ধ কৰিছা, মনত কোনো দ্বিধাৰ ভাবো নাই। আজি এই পুৱাতে যদি মই মৰিও থাকোঁ, তাত মোৰ কোনো দুখ বা বেজাৰ কৰিবলগীয়া নাই।

সি ইফালে চাই দেখিলে, ফাৰ্ণেণ্ডো তেতিয়াও শুই আছে—হাত দুটাৰে পেটটো হেঁচি ৰাস্তাৰ দাঁতিত ওখ ঢাপত আউজি পৰি আছে। ওঁঠ দুটা শেঁতা পৰিছে, চকু কেইটা জোৰেৰে জপাইছে,—হেলাই-হেঁফাই উশাহ লৈছে। আন্‌চেল্‌মোৰ ভাব হ'ল, যদি মৰিবলগীয়া আছে, তেনে সোনকালে মৰাই ভাল! নহয়, নহয়, মোৰ কথা হ'ল আজিৰ কাৰণে মই যিটো বিচাৰিছোঁ তাক যদি পাওঁ, তেনেহলে মই আৰু একো নিবিচাৰোঁ। যি বিচাৰিছিলোঁ তাকে মোক দিয়া—বাকীবোৰ তোমাৰ বিবেচনামতে যি কৰা কৰিবা।

গিৰিসঙ্কটৰ মাজত যুঁজ চলিছে—তাৰ পৰা দূৰ। তাৰ শব্দ আহি আন্‌চেলমোৰ কাণত পৰিছেহি। সি নিজকে প্ৰবোধ দিলে, আজি সঁচাকৈয়ে দিন ভাল। আজিৰ দিনটো যে কিমান ডাঙৰ দিন তাক মই ভালকৈ বুজা উচিত, জানি থোৱা উচিত।

কিন্তু মনত তাৰ আনন্দ লগা নাই, উত্তেজনাও অহা নাই। সেইবোৰ এতিয়া একো নাই—আছে কেৱল এটা প্ৰশান্তিৰ অনুভূতি। সেই চিকুণ শিলাৰ আঁৰতে সি লেপেটা কাঢ়ি বহি আছে—হাতত তাঁৰৰ মুঠিটো,—তাঁৰ-ডালৰ অলপমান কঁকালতো মেৰাই থৈছে—তাৰ আঁঠুৰ তলত ৰাস্তাত দিয়া টুকুৰা-টুকুৰ শিল্। নিজকে এতিয়া তাৰ অকলশৰীয়া যেন লগা নাই, এতিয়া সি মুঠেই অকলশৰীয়া নহয়। সি এতিয়া হাতৰ তাঁৰডালৰ লগত, সৌ দলঙখনৰ লগত, আৰু ৰবাৰ্টে তাত বহুৱাই দিয়া ডিনেমাইট খিনিৰ লগত এক হৈ গৈছে।



সৌ দলঙৰ তলত কাম কৰি থকা ৰবাৰ্টৰ লগতো সি এতিয়া একমন একপ্ৰাণ—গোটেই যুদ্ধখন, গোটেই বিপাব্লিক খনৰ লগত সি আজি একাত্ম হৈ পৰিছে।

কিন্তু মনলৈ একো উত্তেজনাৰ ভাব অহা নাই। এতিয়া নিজম পৰিছে, সকলো শান্ত। সি লেপেটা কাঢ়ি তেতিয়াও বহি আছে, তাৰ ডিঙিত আৰু কান্ধত চোকা ৰ'দ পৰিছে। সি ওপৰলৈ চাই দেখিলে, আকাশ মেঘমুক্ত, নৈৰ সিপাৰৰ পাহাৰটো আওগৰীয়াভাবে উঠি গৈছে। সি এতিয়া সুখী নহয় সঁচা, কিন্তু তাৰ মনত লেশমানো ভয় নাই, অকলশৰীয়া অকলশৰীয়া যেন লগা নাই।

অলপ ওপৰত আওগৰীয়া পাহাৰৰ গাত গছ এজোপাৰ পাছফালে পিলাৰ শুই আছে—গিৰিসঙ্কটৰ পৰা ৰাস্তাটো য'ত তললৈ নামিছে, ঠিক সেইখিনিলৈকে তাই একেথিৰে সতৰ্ক দৃষ্টিৰে চাই আছে। কাৰ্ট্ৰিজ ভৰোৱা তিনটা ৰাইফোল তাইৰ কাষতে পেলাই থৈছে। এই সময়তে প্ৰিমিটিভ' আহি তাৰ কাষত বহিলহি, তায়ো লগে লগেই তাৰ হাতত ৰাইফোল এটা তুলি দিলে।

পিলাৰে ক'লে, " শুই লোৱা। গছজোপাৰ আঁৰত। আৰু, হেৰা, জিপচি, তুমি তাত থাকা।" তাই গছ এজোপা আঙুলিয়াই দিলে। "সি মৰিল নেকি?"

প্ৰিমিটিভ'ই ক'লে, "নাই মৰা, এতিয়াও।"

পিলাৰে ক'লে, "ভাগ্য বেয়া। আমাৰ লগত যদি আৰু দুজন মানুহ থাকিলহেঁতেন, তেনেহলে এনে ঘটনা হ'বলৈ নেপায়। কাঠৰ গুৰিৰ দ'মটোৰ কাষেদি সি বগুৱা বাই যোৱা উচিত আছিল। সি এতিয়া য'ত আছে সেই ঠাই টুকুৰা ভাল তো?"

প্ৰিমিটিভ'ই নীৰবে মূৰ দুপিয়াই শলাগিলে।

'ৰবাৰ্টে যেতিয়া দলঙখন ভাঙিব তেতিয়া দলঙৰ ভগা টুকুৰাবোৰ ছিটিকি ইয়ালৈকে আহিব নে কি?" —গছৰ আঁৰৰ পৰা জিপ্‌চিটোৱে সুধিলে।

পিলাৰে ক'লে, "ক'ব নোৱাৰোঁ। মেচিন গান লৈ অগষ্টিন তোমাতকৈও কাষতে আছে। ইমান ওচৰতে থকাটো যদি উচিত নহ'লহেঁতেন তেনেহলে ৰবাৰ্টে তাক তাত থাকিবলৈ নিদিলেহেঁতেন!"

"মোৰ কিন্তু এটা কথা মনত আছে, ৰেলখন যেতিয়া ধ্বংস কৰা হৈছিল,

তেতিয়া ইঞ্জিনৰ লাইটটো মোৰ মূৰৰ ওপৰেদি উফৰি গৈছিল, আৰু ইস্পাতৰ টুকুৰাবোৰ চৰাইৰ জাকৰ দৰে বতাহত উৰি গৈছিল।

পিলাৰে ক'লে, "তোমাৰ স্মৃতি-শক্তিত কবিতাৰ গোন্ধ আছে। চৰাইৰ জাকৰ দৰে নহয়, বুজিছা কুটুন, ধোবাৰ ভাতীৰ নিচিনা আছিল সেইবোৰ। জিপ্ চি, শুনা, আছে এতিয়ালৈকে তুমি যিথিনি কৰিছা ভালেই কৰিছা; এতিয়া আৰু ভয় কৰি নেথাকিবা।"

জিপ্ চিটোৱে ক'লে,—"মই সুধিছিলোঁ। সেইবোৰ ইমান দূৰলৈ উফৰি পৰিবনে কি? যদি পৰে, তেনেহলে মই গছৰ আঁৰত ভালকৈ লুকাই থাকিব লাগিব।"

পিলাৰে তাক ক'লে, "থাকা বাৰু। আমিনো কেইজন মানুহ মাৰিলোঁ।"

"আমি পাঁচোটা মাৰিছোঁ। ইয়াত হ'ল দুজন। সিপাৰত যে আৰু এজন লাং খাই পৰি আছে—দেখা নাই নে? সৌপিনে দলঙলৈ চোৱা। চন্তৰীঘৰটো দেখিছানে? চোৱা, দেখিছানে?" —সি হাতেৰে দেখুৱাই দিলে—"আৰু তলত আছে আঠজন। ৰবাৰ্টৰ কথামতে মই সেইটো চকী চাবলৈ গৈছিলোঁ।"

পিলাৰে জিক্‌জিকাই উঠিল। খঙত অধীৰ হৈ তাই চিঞৰি কলে, "এই ৰবাৰ্টৰ হ'ল কি? দলঙৰ তলত বহি বহি সি কাৰ মূৰটো কৰিছে? সি দলঙ ভাঙিব খুজিছে নে সাজিব খুজিছে?"

মূৰ ডাঙি তললৈ চাই দেখিলে, ৰাস্তাৰ দাঁতিৰ শিলচটাৰ পাছফালে আন্‌চেল্‌মোৱে লেপেটা কাঢ়ি বহি আছে। তালৈ চাই তাই চিঞৰিলে।

"বুঢ়া, তোমাৰ ৰবাৰ্টৰ হৈছে কি?"

হাতৰ তাঁৰডাল সামান্যভাবে টানি ধৰি আন্‌চেলমোৱে চিঞৰি উত্তৰ দিলে, "ধৈৰ্য ধৰা, আই। তেওঁৰ কাম প্ৰায় শেষ হৈছে।"

"কিন্তু কি যজ্ঞ কৰিছে তাত সি? ইমান পলম হৈছে কিয়?"

আন্‌চেলমোৱে চিঞৰি ক'লে, "এনেবোৰ কাম মন দি কৰিব লাগে। বৈজ্ঞানিক কাম নহয়—সেইদেখি।"

পিলাৰে খঙত উগ্ৰমূৰ্তি ধৰি জিপ্ চিটোক কলে, "বিজ্ঞানৰ গাখীৰত মই মূতি দিওঁ। এই বেজীমুৰাটোৱে কি কৰিব লাগে বেগেতে নকৰে কিয়—দলঙ-খন উৰাই দিয়ক।" তাৰ পিছত পাহাৰৰ ওপৰফালে চাই তাই আকৌ চিঞৰি



কলে, "মেৰিয়া, শুনিছ, তোৰ এই ইংৰাজটো......" দলঙৰ তলত জৰ্ডানৰ কাম কল্পনা কৰি তাই উচ্চৈস্বৰে বৰ্ণনা কৰিবলৈ ধৰিলে আৰু লগে লগে লানি নিছিগাকৈ অশ্লীল কথা ও কবলৈ লাগিল।

ৰাস্তাৰ পৰা আন্‌চেল্‌মোৱে তাইক চিঞৰি কলে, "মাতৃ। শান্ত হোৱা। তেওঁ বৰ ডাঙৰ কাম এটা কৰিছে। কাম শেষ হৈছে।"

পিলাৰে খঙেৰে কলে, "জহান্নামে যক সকলো। এতিয়া কামত খৰখেদা কৰা দৰ্কাৰ—যিমান পাৰে সিমান।"

ঠিক সেই সিহঁত আটাইবোৰৰ কাণত পৰিল, ৰাস্তাৰ তললৈ য'ত পাব্‌লোৱে ঘাটিটো দখল কৰি অৱৰোধ কৰি আছে, ঠিক তাতে আকৌ গুলীয়াগুলী আৰম্ভ হ'ল।

পিলাৰে গালি পাৰিবলৈ এৰি কাণপাতি শুনিবলৈ ধৰিলে। তাৰ পিছত কলে, "অঁ হয়, হয়, এইবাৰ আহিল।"

ৰবাৰ্ট জৰ্ডানেও শব্দ শুনিলে। তেওঁ তেতিয়া দলঙৰ দাঁতিয়েদি ওপৰলৈ উঠিছে। লগে লগে হাতেৰে তাঁৰৰ বাণ্ডিলটো ওপৰলৈ দলিয়াই দিছে। দলঙৰ মূৰৰ লোহাত আঁঠু দুটা থৈ দলঙৰ ওপৰৰ ৰাস্তাত হাত দিওঁতেই তেওঁ তলৰ ফালে কেঁকুৰিটোৰ সিপাৰে মেচিনগানৰ গুলীৰ শব্দ শুনিবলৈ পালে। এইবাৰ শব্দৰ গঢ়-গতি বেলেগ। পাব্‌লোৰ অটমেটিক ৰাইফলৰ শব্দও নহয়। তেওঁ থিয় হ'ল আৰু কুঁজা হৈ কাষৰ পৰা তাঁৰৰ বাণ্ডিলটো দলঙৰ বাহিৰফালে নিলে, তাৰ পিছত লাহে লাহে পাছলৈ গৈ বাণ্ডিলৰ পৰা তাঁৰবোৰ এৰি দিবলৈ ধৰিলে।

তেওঁ গৈ আছে, লগে লগে গুলীবৰ্ষণৰ শব্দও শুনিছে—শব্দ শুনি তেওঁৰ এনে ভাব হৈছে যেন সেই শব্দটো তেওঁৰ কলিজাত লাগি প্ৰতিধ্বনিত হৈ তলপেটত আকৌ আহি খুন্দা খাইছেহি। কেঁকুৰিটোলৈ এবাৰ তেওঁ ঘূৰি চালে, কিন্তু তাত গাড়ী, টেঙ্ক অথবা সৈন্য একো নাই। তেওঁ দলঙৰ মূৰলৈকে গল, তথাপিও একো দেখা নেপালে। হাতৰ তাঁৰ কতো জোটাপুটি নোখোৱাকৈ আলফুলকৈ এৰি গৈ আছে—তেতিয়া তেওঁ ভালেখিনি বাট গল, তথাপিও তাত একো নাই। তাঁৰডাল লোহাত নলগাকৈ দলঙৰ কাষেদি বাহিৰফালে ধৰি চন্তৰী ঘৰৰ পাছফালে পাক মাৰি তেওঁ যেতিয়া দলঙৰ পৰা উঠি আহিল, তেতিয়াও তাত একো নেদেখিলে, তেওঁ ৰাস্তাৰ ওপৰলৈ আহিল, তেতিয়াও তলৰ

ৰাস্তা নিৰ্জন। বৰ দীঘলীয়াকৈ যোৱা বল ধৰিবৰ বাবে ফিল্ডৰ এমূৰে থকা খেলুৱৈ যিদৰে পাছলৈ হৈ থাকে ঠিক সেইদৰে তেৱেঁ। সিপাৰৰ পানী যোৱা নলটো পাৰ হৈ বেগাই পাছলৈ গৈ আছে। হাতৰ তাঁৰডাল বজ্ৰ মুঠিৰে ধৰি আছে। এতিয়া তেওঁ ৰাস্তাৰ সিপাৰে আন্‌চেল্মোৰ কাষৰ শিলচটাৰ মুখামুখি হলহি কিন্তু তেতিয়াও তলৰ ৰাস্তা নিৰ্জন।

এনেতে তেওঁ ট্ৰাকৰ শব্দ শুনিবলৈ পালে। ট্ৰাক এখন ওপৰৰ পৰা তললৈ নামি আহিছে—উভতি চাই দেখে, ট্ৰাকখন আহি ৰাস্তাৰ আওগবীয়া ভাগটো পাইছেহি। তেওঁ ততালিকে হাতৰ তাঁৰৰ পাক এটা কঁকালত দি ললে, তাৰ পিছত আন্‌চেল্মোক চিঞৰি ক'লে, "এইবাৰ, উৰাই দিয়া।" তেওঁ খোপনি পুতি ভালকৈ বহি লৈ পিছলৈ হাউলি ককালত মেৰোৱা তাঁৰডাল প্ৰাণপণে টানিবলৈ ধৰিলে। পাছত ট্ৰাকৰ শব্দ, সমুখত ৰাস্তা, তাৰ ওপৰত সেই চন্তৰীটোৰ মৰাশ, তাৰ পাছত দীঘল দলঙ, তাৰ পাছত তলৰ ৰাস্তা এতিয়াও জনশূন্য হৈয়ে আছে। তাৰ পিছত বিস্ফোৰণৰ বিকট গৰ্জন, ভাগি যোৱা ঢৌৰ দৰে দলঙৰ মাজখন ডাং খাই বতাহত ওপৰলৈ উঠিল। তেওঁ তৎক্ষণাৎ দুহাতেৰে টানকৈ মূৰটো ঢাকি শিলেৰে ওপচি থকা খালৰ মাজত তলমূৰ কৰি শুলে—খালত পৰি থাকোঁতেই গম পালে, বিস্ফোৰণৰ ফলত প্ৰচণ্ড বতাহ পাছ ফালৰ পৰা আহি তাৰ গাত লাগিলহি। দলঙৰ যিটো অংশ ওপৰলৈ উঠিছিল, সেইটো টুকুৰা-টুকুৰা হৈ তলত পৰি গল। তেতিয়াও সি শিলতে মুখ গুজি পৰি আছিল। তাৰ গাৰ ওপৰখন ধোৱাঁকোঁৱা হল, এটা পৰিচিত গোন্ধ আহি নাকত লাগিলহি। তাৰ পিছত ভগা ইস্পাতৰ টুকুৰা ধুপ-ধাপ্‌কৈ পৰিবলৈ ধৰিলে।

এই ইস্পাত-বৰ্ষণ শেষ হোৱালৈকে সি জীয়াই ৰ'ল। পিছে সি মূৰ তুলি দলঙখনৰ ফালে চালে। দলঙৰ মাজখন ভাগিছে। ভালেমান ভগা-ছিগা ইস্পাতৰ টুকুৰা দলঙৰ ওপৰত আৰু ৰাস্তাৰ সকলো ঠাইতে ছিটিকি পৰিছে—এইমাত্ৰ যিবোৰ ছিগি আহিছে, সেই টুকুৰাবোৰ জল্‌মলাই আছে। দলঙৰ পৰা প্ৰায় এশ গজ দূৰত ৰাস্তাৰ ওপৰত ট্ৰাকখন ৰৈ আছে। ট্ৰাকৰ ড্ৰাইভাৰ আৰু তাৰ লগত থকা মানুহ দুটা সাকোঁ এড়ালৰ পিনে লৰি গৈছে।

ফাৰ্ণেণ্ডোৰে তেতিয়াও ৰাস্তাৰ দাঁতিৰ ঢাপত আঁউজি পৰি আছে।



তেতিয়াও সি উশাহ-নিশাহ লৈছে। গাৰ দুই ফালে হাত দুটা পোন হৈ পৰি আছে; হাতৰ মুঠি খোল খাই আছে।

বাটৰ দাঁতিৰ বগা শিলচটাৰ পাছফালে আন্‌চেল্মো তলমূৰকৈ পৰি আছে। বাওঁহাতখন মূৰৰ তলত, সোঁ হাত দীঘে-দীঘে আগলৈ পৰি আছে। তাঁৰৰ মেৰ তেতিয়াও ককালত লাগি আছে। ৰবাৰ্ট জৰ্ডান থিয় হৈ ৰাস্তাটো পাৰ হ'ল আৰু তাৰ কাষত বহিলগৈ—ওঁ, নাই, নাই সন্দেহ নাই, সি মৰিল। ইস্পাতৰ টুকুৰা লাগি গাটো কেনে হৈছে তাক চাবলৈ দেহটো লুটিয়াই বাগৰাই তেওঁৰ চাবলৈ মন নগল। সি মৰিল—ইয়াতকৈ তেওঁ আৰু বেচি জানিব নোখোজে।

ৰবাৰ্ট জৰ্ডানে ভাবিলে,—মৰাৰ পিছত মানুহটোক বৰ চুটি-চাপৰ যেন লাগিছে—চুটি-চাপৰ মানুহটো, মূৰত পকা চুলি। মানুহ এইকণ, অথচ ইমান ডাঙৰ ডাঙৰ মেট্‌মৰা বোজা যে কেনেকৈ বৈছিল, ভাবিলে আচৰিত লাগে। তাৰ পিছত ধুনীয়া ছাইবুলীয়া গৰখীয়া পট্‌লুঙৰ ভিতৰেদি ভৰিৰ সৰু গাখি আৰু উৰু দুটা তেওঁৰ চকুত পৰিল—সি দেখিলে, বাটকুৰি বাই বাই তাৰ জোতাৰ গোৰোহা ক্ষয় গৈছে। সি তাৰ বন্দুকটো ললে, বোজা দুটাও তুলি ললে,—এতিয়া খালি বুলিব লাগে। তাৰ পিছত অলপ আগবাঢ়ি গৈ ফাৰ্ণেণ্ডোৰ কাষৰ বন্দুকটোও বুটলি ললে, বাটৰ ওপৰত ভগা ধাৰ থকা ইস্পাতৰ টুকুৰা এটা দেখি সি গোৰ মাৰি আঁতৰাই দিলে। ৰাইফোল দুটা কান্ধৰ ওপৰলৈ তুলি লৈ সি নলৰ মুখ দুটা হাতেৰে ধৰি ললে, আৰু আওগবীয়া পাহাৰ বগাই ওপৰলৈ উঠি হাবিৰ মাজত সোমাল। আৰু এবাৰো সি উভতি নেচালে, আন কি দলঙৰ সিপাৰৰ ৰাস্তাটোলৈও মন নকৰিলে। তাত তলৰ কেঁকুৰিৰ সিপাৰে সিহঁতে এতিয়াও গুলী চলাই আছে—কিন্তু সেইবোৰ চিন্তা কৰিবৰ অৱসৰ তাৰ এতিয়া নাই।

বিস্ফোৰণৰ ধোৱাঁ ডিঙিলৈকে সোমোৱাত সি কাহিবলৈ ধৰিলে; গোটেই শৰীৰ অৱশ অৱশ যেন লাগিল তাৰ।

পিলাৰ শুই থকা ঠাই যেতিয়া পালেগৈ, তেতিয়া সি ৰাইফোল এটা তাইৰ কাষত থলে। পিলাৰে চাই দেখিলে, তাইৰ কাষত তিনটা ৰাইফোল আহি গোট খালেহি।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি বৰ ওপৰত আছা। ৰাস্তাৰ ওপৰ ফালে

এখন ট্ৰাক বৈ আছে, সেইখন তুমি ইয়াৰ পৰা দেখা নাই। সিহঁতে ভাবিছিল এৰোপ্লেনৰ আক্ৰমণ হৈছে। তুমি পাৰিলে অলপ তললৈ নামি যোৱা। মই অগষ্টিনৰ লগত সেইফালে নামি যাম,—পাব্লোক ৰক্ষা কৰিব লাগিব পাছফালৰ পৰা।"

পিলাৰে তাৰ মুখলৈ চাই সুধিলে, "বুঢ়াৰ কি হ'ল ?"

"মৰিল।"

সি আকৌ কাহিবলৈ ধৰিলে,—ডিঙি চেৰচেৰাই যোৱা কাহ; কাহি কাহি মাটিত থুৱাই দিলে।

পিলাৰে তেওঁৰ মুখলৈ চাই ক'লে, "তুমি তো দলং ভাঙিলাই,—কথাটো পাহৰি নেযাবা। বুজিলা ?"

তেওঁ ক'লে, "মই একো কথাই নেপাহৰোঁ। তোমাৰ মাত বৰ ডাঙৰ। তোমাক চিঞৰা মই শুনিছোঁ। সিপাৰে মেৰিয়া আছে, তাইক মোৰ একো বিপদ হোৱা নাই বুলি চিঞৰি কৈ দিয়া।"

পিলাৰে ক'লে, "কাঠৰ কাৰখানাত হোৱা আক্ৰমণত আমাৰ দুজন মানুহ মৰিল।" তাই তেওঁক অৱস্থাটো বুজাই দিবলৈ চেষ্টা কৰিলে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেইটো দেখিছোঁ। কিবা মূৰ্খামি হ'ল হব্পায়।"

পিলাৰে ক'লে, "যোৱা, তুমি যোৱা, কাৰ মূৰটো কৰা, কৰা। মনত ৰাখিবা ফাৰ্ণেণ্ডো আৰু এলাদিঅ'—দুয়োটাই মানুহ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি ওপৰলৈ গৈ ঘোঁৰাবোৰৰ কামত নাথাকাঁগৈ কিয় ? তোমাতকৈ ভালদৰে মই এই ঠাইটুকুৰা ৰক্ষা কৰিব পাৰিম ?"

"তুমি পাব্লোক ৰক্ষা কৰিব লাগিব।"

"জহন্নামে যক্ পাব্লো। সি নিজেই যি কৰে কৰক।"

"নহয়, নহয়, ৰবাৰ্ট। সি ঘূৰি আহিলেই। সৌ তলৰ ফালে যুঁজ কৰিছে। তুমি শুনা নাই নে ? এতিয়াও সেইয়া যুঁজ কৰিয়েই আছে—প্ৰবল বাধা সত্ত্বেও যুঁজ কৰিছে। শুনা নাই নে ?"

"বাৰু, তোক বাৰু মই ৰক্ষা কৰিম। কিন্তু তোমালোক আটাইবোৰ জহন্নামে গলেহে ভাল—পাব্লো আৰু তুমি—দুইটা।"

"পিলাৰে কলে, ৰবাৰ্ট, তুমি ইমান খং নেখাবাচোন। এই কামত মই



তোমাক যিমান সহায় কৰিছোঁ, আনে তোমাক সিমান সহায় কৰা নাই। পাব্লোৱে তোমাৰ ক্ষতি কৰিছে সঁচা, কিন্তু সি ঘূৰি আহিছে নহয়।"

"মোৰ বিস্ফোৰক বেটেৰিটো থকা হ'লে বুঢ়া নমৰে। মই ইয়াৰ পৰাই দলংখন ভাঙি দিব পাৰিলোহেঁতেন।"

পিলাৰে ক'লে, "যদি, যদি, যদি—"

সি যত পৰি আছিল, দলংখন ভগাৰ পিছত, তাৰ পৰাই আন্চেল্মো মৰি পৰি থকা দেখি আছিল। তাৰ মন নিদাৰুণ প্ৰতিক্ৰিয়াত ভাগি গৈছিল। লগে লগে মনৰ মাজত ক্ৰোধ, শূন্যতাবোধ আৰু ঘৃণাৰ উদ্ৰেক হৈছিল। এতিয়াও সেইবোৰ অনুভূতি মাৰ যোৱা নাই। ইয়াৰ উপৰিও দুখৰ পৰা ওপজা নৈৰাশ্যয়ো তাৰ মন আগুৰি আছে। যুঁজাৰুৰ মনত দুখেই ক্ৰোধ আৰু ঘৃণালৈ ৰূপান্তৰিত হয়—নহলে যুঁজাৰুৰ জীৱন কটাব নোৱাৰিলেহেঁতেন ! এতিয়া কাম শেষ, তেওঁ এতিয়া অকলশৰীয়া, সকলোৰে পৰা বিচ্ছিন্ন; মনত অলপো উল্লাস নাই। যাকেই দেখিছে তাকেই ঘৃণাৰ চকুৰে চাইছে।

'যদি বৰফ নপৰিলেহেঁতেন—' পিলাৰে আৰম্ভ কৰিলে। এইবাৰ (ধৰি লোৱা, এই গৰাকী মাইকীমানুহে দুহাতেৰে তেওঁক সাৱটি ধৰা হ'লে যেনে লাগিলহেঁতেন, ঠিক তেনেকুৱাকৈ) লাহে লাহে গোটেই পৰিস্থিতিটোক মনে মনে মানি লৈ, অন্তৰৰ পুঞ্জীভূত ঘৃণা দূৰ কৰি দিলে। এই পৰিবৰ্তনক আকস্মিকভাৱে হোৱা শাৰীৰিক মুক্তিৰ অনুভূতিৰ লগত বিজাব নোৱাৰি। সচাঁ কথা—বৰফ। সেইবাৰেই ঘটনাটো ঘটিল। এই বৰফেই আন বহুতৰে সৰ্বনাশ কৰিছে। আৰু এবাৰ যদি গোটেই কথাটো টলকি চাব পাৰা। অন্ততঃ আন মানুহৰ কি হৈছে তাক যদি ভাবি চাব পাৰা, এবাৰ যদি স্বাৰ্থশূন্য হ'ব পাৰা,—যুদ্ধৰ সময়ত স্বাৰ্থপৰতা সদায় ত্যাগ কৰিব লাগে—তাত স্বাৰ্থ থাকিব নোৱাৰে—তাত তুমি নিজকেই হেৰুৱাই পেলাবলগীয়া হয়। এইদৰে, লাহে লাহে যেতিয়া তেওঁৰ স্বাৰ্থবুদ্ধি অন্তৰ্হিত হ'ল,—তেতিয়া তেওঁৰ কাণত পৰিল—পিলাৰে কৈছে, 'ছৰডো'—

তেওঁ সুধিলে, "কি কৈছা ?"

'ছৰডো'—।

"এৰা," ৰবাৰ্টে ক'লে, তাৰ পিছত তাইলৈ চাই অলপ হাঁহিলে,—মুখৰ মাংসপেশীত আড়ষ্ট সেই হাঁহি—যেন মুখ ফাটিহে হাঁহি ওলাই আহিছে।

"যি কলোঁ পাহৰি পেলোৱা। এইবোৰ কথা মোৰ কোৱা উচিত হোৱা নাই। মোক ক্ষমা কৰা। আহঁ, আমি আটাইবোৰে মিলিজুলি কামটো কৰি পেলাওঁ। তুমি ঠিকেই কৈছা দলঙখন ধ্বংস কৰা হৈছেই।"

'অঁ', সিহঁতৰ হৈ এতিয়া তুমিয়েই আটাইবোৰ কথা ভাবিব লাগিব।"

"বাৰু তেনেহ'লে, মই এতিয়া অগষ্টিনৰ ওচৰলৈ যাওঁ। এই জিপ্‌চিটোক আৰু তললৈ যাবলৈ কোৱা, তেতিয়াহ'লে সেই ৰাস্তাৰ ওপৰ ফালে ভালেমান দূৰলৈকে দেখিব। এই বন্দুককেইটা প্ৰিমিটিভ'ক দি দিয়া, তুমি এই মেচিন-গানটো লোৱা। কেনেকৈ চলাব লাগে মই দেখুৱাই দিম।"

পিলাৰে ক'লে, "এই মেচিন-গানটো তোমাৰ লগতে থক। আমি ইয়াত আৰু সৰহপৰ নেথাকোঁ। পাব্‌লো এতিয়াই আহিব! সি আহিলেই আমি ৰাওনা হ'ম।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ৰাফেল, তুমি মোৰ ওচৰলৈ নামি আহঁা। ইয়ালৈকে আহঁা। সৌ সাঁকোডালৰ তলৰ পৰা যে মানুহকেইজন ওলাই আহিছে, দেখিছানে? সৌৱা, ট্ৰাকখনৰ সিপাৰে—এতিয়া ট্ৰাকখনৰ ফালে আহিছে দেখিছানে? সিহঁতৰ যেই সেই এটালৈ গুলী কৰা, বহা, লাহে লাহে গুলী চলোৱা।"

একান্ত মনেৰে লক্ষ্য থিৰ কৰি জিপ্‌চিয়ে গুলী মাৰিলে—তাৰ পিছত লিপ্‌লিপিটো পাছলৈ টানি জোকাৰ এটা মাৰি কাৰ্ট্ৰিজৰ খোলাটো পেলাই দিলে। ৰবাৰ্ট জৰ্ডানে তেতিয়া তাক ক'লে, "গুলী গৈ সিপাৰৰ শিলত লাগিছে। শিলবোৰ গুৰি হৈ গৈছে—দেখিছানে নাই? দুফুটমান তললৈ লৈ লক্ষ্য কৰা। এইবাৰ, সাৱধান, সিহঁত লৰিছে।—অঁ ভালকৈ টোৱাই লোৱা।"

জিপ্‌চিয়ে ক'লে, "এটাক ঘাইল কৰিছোঁ।" সাঁকোডাল আৰু ট্ৰাকখনৰ মাজভাগতে ৰাস্তাৰ ওপৰতে মানুহটো পৰি গ'ল। আন দুজনে তাক টানি নিনিলে। সিহঁত লৰি গৈ সাঁকোৰ কাষলৈ গৈ মূৰ সুমাই তলত লুকাইছে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেই মানুহটোলৈ আৰু গুলী নকৰিবা। ট্ৰাকখনৰ আগফালৰ টায়াৰলৈ টোৱাই গুলী কৰা। তাত যদি নেলাগে, তেনেহ'লে গুলী ইঞ্জিনত লাগিব। অঁ·····মাৰা!" দূৰবীণ লৈ তেওঁ চাই ক'লে, "আৰু অলপ তললৈ। ঠিক হৈছে। গুলী চলোৱাত তুমি ওস্তাদ। চাবাইচ্। চাবাইচ্। বাৰু, এইবাৰ ৰেডিয়েটৰলৈ মাৰা,—তাৰ যি অংশতে হয় মাৰা—টোঁৱাই লৈ



মাৰি দিয়া। আও, তোমাৰ সন্ধান দেখোন অব্যৰ্থ। আৰু, শুনা, সৌ যে ঠাইটুকুৰা দেখিছা, সেই টুকুৰা কাকো পাৰ হৈ আহিবলৈ নিদিবা। বুজিলা?"

আনন্দতে জিপ্‌চিটোৱে ক'লে, "চোৱা এইবাৰ ট্ৰাকৰ সমুখৰ আইনাখন ভাঙি দিওঁ।" ৰবাৰ্ট জৰ্ডানে বাধা দি কলে, "উঁহো, নেলাগে। ট্ৰাকখন ভাগিলেই—ৰাস্তাইদি কোনোবা নহালৈকে আৰু গুলী নচলাবা। সেই সাঁকো-ডালৰ পোন পালেহিয়েই গুলী মাৰিবা। ড্ৰাইভাৰলৈ গুলী কৰিবলৈ চেষ্টা কৰিবা। তাৰ পিছত তোমালোক আটায়ে মিলি গুলী কৰিবা।" এইষাৰ কথা তেওঁ পিলাৰক উদ্দেশ্য কৰি ক'লে। পিলাৰ এতিয়া প্ৰিমিটিভক লগত লৈ আৰু অলপ তললৈ নামি গৈছে।—"তোমালোকে ঘাঁটি পতা ঠাইটুকুৰা বৰ সুন্দৰ। চোৱা, থিয় গৰাটোৱে তোমালোকক ৰক্ষা কৰিব।"

পিলাৰে ক'লে, "অগষ্টিনৰ লগত যদি তোমাৰ কিবা কাম আছে, এতিয়াই কৰি লোৱা। তোমাৰ বক্তৃতা এৰা। ওথ-চাপৰ মাটি বহুত দেখিছোঁ মই জীৱনত।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "প্ৰিমিটিভ'ক আৰু ওপৰত সৌখিনিত ৰৈ থাকিবলৈ কোৱা। সৌখিনিত, সৌৱা, দেখিছানে? গৰাটো যত বৰ থিয় হৈ আছে, তাৰ এইফালে।"

পিলাৰে ক'লে, "বাৰু, হ'ল আৰু। এইবাৰ, ৰবাৰ্ট, তুমি যোৱা। সকলো কাম নিখুঁতকৈ কৰিবলৈ তোমাৰ ইমান হেপাহ কিয়? ইয়াৰ কাৰণে তুমি একো চিন্তা নকৰিবা।"

এনে সময়তে সিহঁতে এৰোপ্লেনৰ শব্দ শুনিবলৈ পালে।

মেৰিয়া ভালেমান পৰ ঘোঁৰাবোৰৰ কাষতে আছে, কিন্তু অকল এই ঘোঁৰাবোৰ চাই তাইৰ ভাল লগা নাই। ঘোঁৰাবোৰেও তাইক দেখি যে ভাল পাইছে এনে নহয়। হাবিৰ মাজত তাই ৰৈ আছে, তাৰ পৰা ৰাস্তাও নেদেখি, দলঙখনো নেদেখি। প্ৰথমে যেতিয়া গুলীয়াগুলী হয়, তেতিয়া সেই বগামুখৰ মুগাবৰণীয়া ঘোঁৰাটোৰ ডিঙিত সাবটি ধৰিছিল। সিহঁতৰ ছাউনিৰ তলৰ হাবিৰ মাজৰ খোৱাৰত এই ঘোঁৰাটো আছিল, তেতিয়া তাক তাই কিমানবাৰ মৰম কৰিছে, তাৰ বাবে সৰু সুৱা খোৱা বস্তু লৈ আহিছে—কিন্তু এতিয়া তাইৰ মনৰ শঙ্কা দেখি ঘোঁৰাটোৰো ভয় হৈছিল—সি উচাপ খাই

উঠিছিল, বন্দুকৰ আৱাজ আৰু বোমাৰ শব্দ শুনি লোকৰ ৰত্ন বহল হৈ পৰিছিল। মেৰিয়া থিৰে থাকিব নোৱাৰা হ'ল, ইফালে-সিফালে ঘূৰি ফুৰিছে। ঘোঁৰাৰ পিঠিত হাত বুলাই আদৰ কৰে,—ফলত সিহঁত আৰু অধীৰ হৈ পৰিছে।

বন্দুকৰ শব্দ শুনি তাই মনতে নানা গুণা-গঁথা কৰিবলৈ ধৰিলে। তাই ভাবিলে, তাত যেন একো ভয়ানক ঘটনা হোৱা নাই। এতিয়া চিন্তা কৰা নাইবা ভয়ত পেপুৱা লগা সময় নহয়। তাই গোটেই পৰিস্থিতিটো ভালকৈ বুজিবলৈ চেষ্টা কৰিলে। পাব্লোৱে নতুন মানুহবোৰ লগত লৈ তললৈ নামি গৈছে। পিলাৰ আৰু আন আন মানুহ সকলো ওপৰত আছে—এতিয়া তাই ৰবাৰ্টৰ ওপৰতে ভৰসা কৰিব লাগিব। কিন্তু তাই সেইটো কৰিব পৰা নাই। দলঙৰ ইপাৰে-সিপাৰে বন্দুকৰ আৱাজ হৈছে—দূৰৰ ধুমুহাৰ শব্দৰ দৰে নিলগত পৰা যুঁজৰ কোঁহাল বতাহত ভাহি আহিছে। গিৰিসঙ্কট পাৰ হৈ যেন সি তলৰ ফালে আহি আছে আৰু তাৰ মাজত ধ্বনিত হৈছে এটা শুকান কৰ্কশ জন্‌জননি আৰু অনিয়মিত ভাবে পেলোৱা বোমাৰ বিস্ফোৰণ ধ্বনি—এই আটাইবোৰ মিলি কি যে ভয়াবহ কাণ্ড হৈ পৰিছে! মেৰিয়াৰ উশাহ-নিশাহ লব নোৱাৰা যেন লাগিল!

তাৰ পিছত তাই পিলাৰৰ চিঞৰ শুনিলে—পৰ্বতৰ তলৰ পৰা চিঞৰি চিঞৰি তাইক যেন কিবা এটা অশ্লীল কথা ক'লে—কি ক'লে তাই ভালকৈ নুবুজিলে। তাই ভাবিলে, ওহোঁ, নহয়, নহয় হাঁয় ভগবান! এতিয়া তেওঁৰ মহাসঙ্কত—এই সময়ত এইবোৰ কোৱা উচিত নহয়। এতিয়া কাৰো মনত দুখ নিদিবা, বিপদৰ সম্ভাৱনা বঢ়াই নলবা। বেয়া কথা কৈ কাৰো খং নুতুলিবা।

ইয়াৰ পিছত তাই ৰবাৰ্টৰ কল্যাণ কামনা কৰি আপোন মনে বৰ খৰকৈ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে, স্কুলত পঢ়োঁতে তাই এনেকৈ প্ৰাৰ্থনা কৰিছিল দুটা শ্লোক, প্ৰতিটোকে দহবাৰ আওৰাইছে আৰু বাওঁহাতৰ আঙুলিত লেখি লেখি হিচাপ ৰাখিছে—ঠিক এনে সময়তে বিস্ফোৰণ হৈ দলঙখন ভাগি গল। সেই প্ৰচণ্ড গৰ্জন শুনি ঘোঁৰা এটা চক খাই ডিঙি ঘূৰাই চাওঁতেই পঘা ছিগিল, ঘোঁৰাটো হাবিৰ মাজে মাজে ছুটি মেলিলে। শেষত মেৰিয়াই তাক ধৰি আনিলে—ঘোঁৰাটোৱে সেই যি ভয় খালে, তেতিয়াৰে পৰা সি ঠক্‌ঠক্‌কৈ কঁপিছে, গাৰ নোমেবাৰ শিঁয়ৰি উঠিছে, বুকুখন ঘামি ক'লা পৰিছে, পিঠিৰ জিন খহি পৰিছে। গছ-গছনিৰ মাজে মাজে আহি থাকোঁতে মেৰিয়াই তলৰ গুলীয়াগুলীৰ



শব্দ শুনিবলৈ পালে। তাই ভাবিলে, মই আৰু সহিব নোৱাৰোঁ। খবৰ-বাতৰি নেপালে কেনেকৈ জীয়াই থাকিম? উশাহ-নিশাহ বন্ধ হৈ আহিছে, মুখখন শুকাই গৈছে। কি নো কৰিম মই? একো কামতে মন লগা নাই। মোক দেখি ঘোঁৰাবোৰে আৰু ভয় খাইছে। কিবা ভাগ্য ভাল দেখিহে ঘোঁৰাটোকে ধৰিব পাৰিলোঁ। গছ এজোপাৰ গাত খুন্দা খাই তাৰ জিনখন পৰি গ'ল, চক খাই লৰোঁতে তাৰ ঠেং এটা ৰেকাবিত সোমাই ধৰিছিল,—এতিয়া জিনখন তাৰ পিঠিত তুলি দিছোঁ,—কিন্তু হে ভগবান, মই একো খবৰ নেজানোঁ। কি যে কৰোঁ! সহ্য কৰা টান হৈ পৰিছে—হে ভগবান, তেওঁক বিপদত নেপেলাবা। মোৰ মন প্ৰাণ, মোৰ সৰ্বস্ব সেই দলঙখনতে আছে! প্ৰথম কথা হ'ল এই ৰিপাব্লিক, আৰু দ্বিতীয় কথা হ'ল, এই যুঁজত আমি জিকিবই লাগিব। হে মমতাময়ী মাতৃ মেৰী, দলঙৰ পৰা তেওঁক যেন সুকলমে ঘূৰাই আনা, তেতিয়াহলে তুমি যিহকে কৰিবলৈ কোৱা তাকে কৰিম। মই এতিয়া ইয়াত নাই, "মই" বুলি বেলেগ কিবা এটা এতিয়া আৰু নাই, তেওঁ যত আছে, ময়ো তাতেই আছোঁ। মোৰ হৈ তুমি তেওঁক ৰক্ষা কৰিবা, তেতিয়াহলে ময়ো ৰক্ষা পাম, তেতিয়া তোমাৰ কাৰণে যি যি কৰা দৰ্কাৰ, সেই আটাইবোৰ মই কৰি পেলাম। তেৰোঁ বেয়া নেপায়। তেনে কৰিলে ৰিপাব্লিকৰো কোনো ক্ষতি নহয়। মোক তুমি ক্ষমা কৰা, মই দেধোৰমোধোৰত পৰিছোঁ। মোৰ মগজুৰ ঠিক নাই। কিন্তু তুমি যদি তেওঁক ৰক্ষা কৰা তেনেহলে, মই কৰিবলগীয়া খিনি কৰি পেলাম। তেওঁ যি ক'ব তাকে কৰিম। তুমি যি কৰিবলৈ কৰা, তাকে কৰিম। এতিয়া আমি দুটা তোমাৰ মতে চলিম। কিন্তু এতিয়া যে মই একো জানিব পৰা নাই—এই কথা অসহ্য হৈছে!

তাই ঘোঁৰাটোক আকৌ বান্ধি থ'লে, তাৰ পিছত পিঠিত জিনখন আকৌ তুলি দি কম্বলখন সমান কৰি জিন-বন্ধা পেটিডাল টানকৈ বান্ধিলে, ঠিক এনে সময়তে তলৰ গছ-গছনিৰ মাজৰ পৰা পিলাৰৰ চিঞৰ শুনিলে,—"মেৰিয়া, মেৰিয়া, তোমাৰ ইংলেচ নিৰাপদে আছে। শুনিছানে? তেওঁ ভালে আছে। একো বিপদ হোৱা নাই।"

মেৰিয়াই দুয়োখন হাতেৰে জিনখন সাবটি চুটি ছুটিকৈ কটা চুলিৰে ভৰা মূৰটো জিনৰ ওপৰত পেলাই লৈ উচুপিবলৈ ধৰিলে। আকৌ পিলাৰৰ ডাঙৰ মাত তাইৰ কাণত পৰিল, তাই তেতিয়া জিনৰ পৰা মূৰটো ডাঙি

থোকাথুকি মাতেৰে চিঞৰি উত্তৰ দিলে, "অঁ, শুনিছোঁ, ধন্যবাদ।" তাইৰ মাত আকৌ থোকাথুকি হ'ল, কোনোমতে চিঞৰি চিঞৰি আকৌ ক'লে, "ধন্যবাদ। তোমাক শতবাৰ ধন্যবাদ জনাইছোঁ।"

এৰ'প্লেনৰ শব্দ শুনি সিহঁত আটাইবোৰেই ওপৰলৈ চালে। এৰ'প্লেন-বোৰ চিগোভিয়াৰ ফালৰ পৰা আহিছে—আকাশৰ বহুত ওপৰেদি আহিছে—ৰূপৰ দৰে জিলিকিছে।

পিলাৰে ক'লে, "সেইয়া আহিছে। ইমান পৰ এইবোৰৰে অভাৱ হৈ আছিল।" ৰবাৰ্ট জৰ্ডানে এৰ'প্লেনবোৰৰ ফালে চাই আছিল। তেওঁ তাইৰ কান্ধত হাতখন দি কলে, "নহয় পিলাৰ, এইবোৰ আমাৰ কাৰণে অহা নাই। আমাক লৈ সিহঁত মূৰ নঘমায়। তুমি মনে মনে থাকা।"

"মই এইবোৰ বেয়া পাওঁ।"

"ময়ো বেয়া পাওঁ—। এতিয়া কিন্তু মই অগষ্টিনৰ ওচৰলৈ যাব লাগিব।"

পাইনগছবোৰৰ মাজে মাজে ভালেখিনি ঘূৰি-পকি পাহাৰৰ কাষে কাষে তেওঁ যাবলৈ ধৰিলে। ওপৰত এৰ'প্লেনৰ গুম্‌গুমনি। সিফালে ভগা দলঙৰ সিপাৰে ৰাস্তাৰ তলৈৰে কেঁকুৰিটোৰ কাষৰ পৰা ডাঙৰ মেচিন-গানৰ খট্ খট্ শব্দ আহি তেওঁৰ কাণত পৰিলহি।

অগষ্টিন সৰু সৰু পাইন গছৰ জোপাৰ মাজত অটমেটিক ৰাইফোল-টোৰ পাছফালে দীঘল দি পৰি আছিল—ৰবাৰ্ট জৰ্ডান তালৈকে গৈ অগষ্টিনৰ কাষতে শুলে। তেতিয়াও আকাশেদি জাকে জাকে এৰ'প্লেন উৰি গৈছিল।

অগষ্টিনে সুধিলে, "তলত কি হৈছে কোৱাচোন? পাব্‌লোৱে কি কৰিছে? দলঙখন যে ধ্বংস হ'ল সেইকথা সি এতিয়াও জনা নাইনেকি?"

"সি হয়তো আহিব পৰা নাই।"

"তেনেহলে জহন্নামে যক দিয়া। বলা আমি ইয়াৰ পৰা গুচি যাওঁ।" ৰবাৰ্ট জৰ্ডানে ক'লে, "যদি পাৰে, এইবাৰ সি আহিব। এতিয়াই আমি তাক দেখিম।"

অগষ্টিনে ক'লে, "তাৰ কোনো সাৰ-সুৰ নাই। পাঁচ মিনিট হ'ল, তাৰ একো গম-গতি নাই। অ, সেইয়া, শুনা, শুনা, শব্দ আহিছে, সেইটোৱেই পাব্‌লো।"



অশ্বাৰোহীৰ চাব-মেচিনগানৰ ফট্ ফট্ শব্দ শুনা গ'ল। তাৰ পিছত এবাৰ, তাৰ পিছত আকৌ এবাৰ!

ৰবাৰ্ট জৰ্ডানে ক'লে, "সেইটোৱেই এই দগাবাজটো।"

সি ওপৰলৈ চালে। বহুত ওপৰত নীলা নিৰ্মেঘ আকাশৰ মাজেদি ভালেমান এৰ'প্লেন উৰিছে। সি অগষ্টিনৰ মুখলৈ চালে। অগষ্টিনেও ওপৰলৈ মূৰ কৰি এৰ'প্লেন চাইছে। সি তলৰ ভগা দলঙখনলৈ আৰু তাৰ সিপাৰে থকা ৰাস্তাৰ পিনে চালে—তাত মানুহ নাই। সি এবাৰ কাহিলে, থু পেলালে, তাৰ পিছত কাণ দিলে—ৰাস্তাৰ বান্ধটোৰ তলত সেই ডাঙৰ মেচিন-গানৰ তুপ্-তুপ্ দাপ্-দাপ্ শব্দ হৈছে। শুনি তাৰ ধাৰণা হ'ল, আগেয়ে শব্দ য'ত হৈছিল, এতিয়াও ঠিক তাতে শব্দ হৈছে।

অগষ্টিনে সুধিলে, "সেইটো আকৌ কি? কি আপদীয়া আৱাজ এইটো?"

ৰবাৰ্ট জৰ্ডানে ক'লে, "দলঙখন ধ্বংস কৰাৰ আগৰে পৰাই এই শব্দটো শুনিবলৈ পাইছোঁ।"—সি দলঙখনলৈ মন কৰিলে। দলঙখন মাজভাগটো ভাগি তললৈ ওলমি আছে,—ঠিক যেনিবা ইস্পাতৰ চাদৰ এখনহে ওলমিছে—সেই ফাকেদি তলৰ নৈৰ পানী ওলাই আছে। তাৰ কাণত পৰিল, উৰি যোৱা এৰ'প্লেনবোৰে গিৰিসঙ্কটৰ ওপৰত বোমা পেলাবলৈ আৰম্ভ কৰিছে। নতুনকৈ আৰু এৰ'প্লেন আহিছে। এইবোৰ উৰা-জাহাজৰ ইঞ্জিনৰ ঘৰ্ঘৰণিয়ে ওপৰৰ আকাশ ফালি আছে। ওপৰলৈ চাই সি দেখিলে, সহচৰ যুঁজাৰু বিমানবোৰ আৰু ভালেমান ওপৰত পাক দি দি ঘূৰিছে। তলৰ পৰা সেইবোৰ সৰু সৰু বিন্দুৰ দৰে দেখা গৈছে।

প্ৰিমিটিভ'ই ক'লে, "সেইদিনা ৰাতিপুৱা এই এৰ'প্লেনবোৰ ব্যূহৰেখা পাৰ হৈ আগবাঢ়ি গৈছিল বুলি মনে নধৰে। ইহঁত নিশ্চয় বাওঁফালে ঘূৰি ক'ৰবালৈ গৈছিল, এতিয়া উভতিছে। আমাৰ দলৰ মানুহে দেখা হ'লে কোনোমতেই সিহঁতে আক্ৰমণ আৰম্ভ কৰিব নোৱাৰিলেহেঁতেন!"

ৰবাৰ্ট জৰ্ডানে ক'লে, "ইহঁতৰ সৰহভাগেই নতুন এৰ'প্লেন।"

সি ভাবিলে, ঘটনাটো আৰম্ভ হ'ল সাধাৰণভাৱেই, কিন্তু তাৰ প্ৰতিক্ৰিয়া ভীষণ হৈ উঠিল। তুমি যেনিবা শিল এটা দলি মাৰি দিলা, লগে লগে সৰু সৰু ঢৌ সৃষ্টি হ'ল—তাৰ পিছত, সেই ঢৌবোৰেই বিৰাট

জোৰাৰ হৈ সগৰ্জনে তোমাক ছুই গলহি। নতুবা, তুমি যেনিবা চিঞৰ এটা মাৰিলা,—চিঞৰটো বজ্ৰপাতৰ নিৰ্ঘোষ হৈ তোমাৰ কাষলৈ উভতি আহিল—অথচ সেই বজ্ৰৰ পৰশৰ অৰ্থ হ'ল নিশ্চিত মৃত্যু। নতুবা, ধৰিলোৱা, তুমি কাৰোবাক আঘাত কৰিলা, সি মাটিত পৰি গ'ল, তাৰ পিছত বিৰিকি-বিৰিকি দেখালৈকে তুমি দেখিলা লাখ লাখ বৰ্ম পিন্ধা মানুহ মাটিৰ পৰা ওলাই আহিছে।—তেওঁৰ অনুভৱ হ'ল, গিৰিসঙ্কটৰ ওপৰ ফালে গলুঝৰ লগত যে তেওঁ থাকিবলগীয়া হোৱা নাই, সেইটো পৰম সৌভাগ্যৰ কথা।

ৰবাৰ্টে অগষ্টিনৰ কাষতে শুই আছে—শুই শুই সি চাই আছে, জাকে জাকে উৰা-জাহাজ ওপৰেদি উৰিছে; পাছফালে ক'ৰবাত বন্দুকৰ শব্দ হৈছে। সি একেবাহে তলৰ ৰাস্তাটোলৈ চাই আছে। সি জানে, ৰাস্তাৰ ওপৰত এতিয়াই সি কিবা এটা দেখিবলৈ পাব, কিন্তু কি যে দেখিব সি এতিয়াও কব নোৱাৰে। দলং ভঙাৰ সময়ত তাৰ মৃত্যু নহ'ল—এনেকুৱা নিদাৰুণ বিস্ময়ৰ আঘাতত তাৰ মন যেন অসাৰ হৈ পৰিছে। মৃত্যু অনিবাৰ্য বুলিয়েই সি ভাবি থৈছিল,—সেইবাবে এতিয়া যি দেখিছে, সেইবোৰ সমাজিক যেন লাগিছে। সি আপোনা-আপুনি কবলৈ লাগিল,—এইবোৰ চিন্তা দূৰ কৰা,—আজি তোমাৰ বহুত কাম কৰিবলগীয়া আছে। কিন্তু কি হ'ব, এইবোৰ চিন্তাই লগ নেৰে,—সি সজ্ঞানে অনুভৱ কৰিলে, চাৰিওকালৰ সকলো বস্তুকে যেন সি সমাজিকতহে দেখিছে।

সি আপোনা-আপুনি কবলৈ লাগিল,—সেইবোৰ ধোঁৱা বৰকৈ গিলিলা তুমি। কিন্তু আচল কাৰণ সেইটো নহয়, সি বুজিলে। বাহিৰৰ এই নিভাঁজ বাস্তৱতাৰ মাজত এইবোৰ ঘটনা যে কিমান অবাস্তৱ সি তাক অনুভৱ কৰিলে—সেইয়া নিৰ্ঘাত সত্য। সি তলৰ দলঙখনলৈ চালে, তাৰ পিছত চালে চন্তৰীটো য'ত পৰি আছে সেই ঠাই টুকুৰা, তাৰ পিছত মন কৰিলে, আন্‌চেল্‌মোক, তাৰ পিছত ফাৰ্ণেণ্ডোক—সি এতিয়াও ৰাস্তাৰ দাঁতিৰ চাপত আঁউজি শুই আছে, তাৰ পিছত আৰু পাছলৈ তাৰ দৃষ্টি গল,—য'ত মিহি ধূসৰ ৰাস্তাৰ ওপৰ ফালে বিকল ট্ৰাকখন পৰি আছে, সেই ঠাইলৈ—তথাপিও তাৰ মনত এইবোৰ সমাজিক যেন হে লাগিল।

সি নিজকে ক'লে, "তোমাৰ নিজস্ব বুলি যিখিনি আছে, যিমান পাৰা নৰা-নৰিকৈ তাৰ এটা হিচাপ-নিকাচ কৰা।" কুকুৰা-যুঁজত কোনোবা একোটা কুকুৰাৰ বেয়াকৈ আঘাত লাগে, কিন্তু কোনেও তাক নেদেখে, বাহিৰৰ পৰা তাক নেদেখিও, অথচ সেই আঘাতৰ ফলত তাৰ দেহা মৃত্যু-শীতল হৈ পৰে। তাৰো দশা আজি তেনেকুৱাই।

সি আকৌ নিজকে উদ্দেশ্য কৰি কলে, "এইবোৰ সকলো বাজে কথা। তুমি অলপ অধীৰ হৈ পৰিছা। ইমান ডাঙৰ দায়িত্ব পালন কৰাৰ পিছত মনলৈ অৱসাদ অহাটো স্বাভাৱিক,—অইন একো হোৱা নাই। নিজকে চম্ভালি চলিব পাৰিলেই হ'ব।"

ঠিক এনে সময়তে অগষ্টিনে হাত ডাঙি আঙুলিৰে কিবা এটা দেখুৱালে। পৰ্বতৰ কুকুডটোৰ সিপাৰে তেওঁ দেখিলে সেইটো পাব্‌লো।

তেওঁবিলাকৰ চকুত পৰিল, পাব্‌লোৱে কেঁকুৰিটো ঘূৰি এইফালে লৰি আহিছে। বিৰাট এচটা শিলৰ সিপাৰে ৰাস্তাটো য'ত ভাঁজ লৈ নেদেখা হৈছে, তাতে আহি পাব্‌লো বলহি। শিলচটাৰ গাতে আঁউজি থিয় দিলে, তাৰ পিছত পাছলৈ ঘূৰি একেবাহে গুলী চলাবলৈ ধৰিলে। ৰবাৰ্ট জৰ্ডানে পাব্‌লোক দেখিছে—চুটি-চাপৰ শকত-আৱত, গহীন চেহেৰাৰ মানুহটো—থিয় শিলচটাৰ গাত আঁউজি হাতৰ অটমেটিক ৰাইফোলেৰে সি গুলী চলাইছে। সি দেখিলে, থপ্‌থপ্‌কৈ সৰি পৰা কাৰ্ট্ৰিজৰ পিতলৰ খোলাবোৰৰ ওপৰত ৰ'দ পৰি জিক্‌মিকাই আছে। তেওঁবিলাকৰ চকুত পৰিল, পাব্‌লোৱে বহি লৈ তলমূৰ কৰি আৰু এবাৰ গুলী মাৰিলে। তাৰ পিছত সেই চুটি-চাপৰ গা-টি আৰু বেকা ভৰি ছুটিৰে তলমূৰ কৰি পোনে পোনে দলঙৰ ফালে প্ৰাণপণে লৰিবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে অগষ্টিনক ঠেলি অলপ আঁতৰাই ললে। ডাঙৰ অটমেটিক ৰাইফোলটো লৈ সি এতিয়া ৰাস্তাৰ কেঁকুৰিটোলৈ টোৱাই ৰৈ আছে। নিজৰ চাব-মেচিন গানটো বাওঁহাতে পৰি আছে। ইমান দূৰৰ পৰা সেইটোৰে টোঁৱাই গুলী কৰা টান।

পাব্‌লো তাৰ ফাললৈকে আহি আছে। ৰবাৰ্ট জৰ্ডানে কেঁকুৰিটোলৈ নিচান লৈছে, কিন্তু তাত একো দেখা নাই। পাব্‌লো আহি আহি দলঙৰ কাষ পালেহি। এবাৰ পাছলৈ ঘূৰি চালে, এবাৰ দলঙলৈ চালে, তাৰ পিছত বাওঁ ফালে ঘূৰি নৈৰ ফালে নামি গৈ নেদেখা হ'ল। ৰবাৰ্ট জৰ্ডানে তেতিয়াও কেঁকুৰিটোলৈ নজৰ দি আছে—এতিয়াও তাত একো দেখা নাই। অগষ্টিনে এটা আঁঠুত ভৰ দি বহি ললে। সি দেখিলে, ছাগলীৰ দৰে অনায়াসে পাহাৰৰ

গাই দি বগাই পাব্‌লো নৈৰ ফালে নামি গৈছে। পাব্‌লো নামি যোৱাৰ পিছত তলৰ ফালে গুলীয়াগুলী হোৱাৰ একো শব্দ তেওঁবিলাকে শুনা নাই।

ৰবাৰ্ট জৰ্ডানে সুধিলে, "ওপৰফালে তুমি কিবা দেখিছানে কি? সেই শিল-বোৰৰ ওপৰত?"

"উঁহো, একো দেখা নাই।"

ৰবাৰ্ট জৰ্ডানে বাটৰ কেঁকুৰিটোলৈকে চকু দি বহি আছে। সি জানে, ঠিক সেই ঠাইখিনিৰ তলৰ শিলৰ দেৱালখন ইমান থিয় যে কোনেও সেইখন পাৰ হৈ ওপৰলৈ উঠিব নোৱাৰে। কিন্তু তলৈলে বাটটো আৰু আওগৰীয়া। সেই দেখি কোনোবাই হয়তো সেই ফালেদি ঘূৰি ওপৰলৈ উঠিব পাৰে।

আগেয়ে যেনেকৈ এইবোৰ ঘটনা সমাজিক যেন লাগিছিল, এতিয়া সেইবোৰ দিঠক যেন লাগিল তেওঁৰ। তেওঁৰ ধাৰণা হ'ল যেন এটা ৰিফ্লেক্স কেমেৰাৰ লেন্স হঠাৎ ফকাচলৈ আহিছে।—এইবাৰ তেওঁবিলাকৰ চকুত পৰিল, কেঁকুৰিটোত ৰ'দ পৰিছে, তাত দেখা দিছে, সৰু মাটিত লাগি থকা জোঙা শুঁৰৰ দৰে এটা বস্তু, তাৰ ওপৰত ঈষৎ সেউজীয়া ৰঙৰ কুঠৰী এটা আৰু তাৰপৰা ওলাই আহিছে মেচিন-গানৰ নলী। ৰবাৰ্ট জৰ্ডানে তালৈ লক্ষ্য কৰি গুলী চলালে, গুলী লাগিলগৈ ইস্পাতৰ ওপৰত—ঠং ঠং কৈ শব্দ হ'ল। সৰু হুইপেট টেঙ্কটো লৰা-লৰিকৈ পাছলৈ গৈ শিলৰ দেৱালৰ আঁৰ হ'ল। ৰবাৰ্ট জৰ্ডানে কেঁকুৰিটোলৈকে একেথিৰে চাই আছিল। টেঙ্কৰ শুঁৰ লাহে লাহে আকৌ দেখা গ'ল, তাৰ পিছত চকুত পৰিল টেঙ্কৰ কুঠৰীটোৰ এটা চুক; ইয়াৰ পিছত কুঠৰীটো ঘূৰি গ'ল। কামানৰ মুখখন বাস্তাৰ পিনে ঘূৰাই থোৱা আছে।

অগষ্টিনে ক'লে, "সোৱা চোৱা, ৰবাৰ্ট, চোৱা, যেন এন্দুৰ এটাহে গাঁতৰপৰা ওলাই আহিছে।"

ৰবাৰ্ট জৰ্ডানে কলে, "তাৰ আত্ম-প্ৰত্যয় মুঠেই নাই।"

অগষ্টিনে ক'লে, "পাব্‌লোৱে ইমান পৰে এই বিয়াগোম পোকটোৰ লগতে যুঁজ কৰিছিল, ৰবাৰ্ট তুমি তালৈকে গুলী কৰা।"

"নহয়, মই তাক এতিয়া তাৰ একো ক্ষতিসাধন কৰিব নোৱাৰোঁ। তদুপৰি, আমাৰ থকা ঠাইৰ কথা সিহঁতে জনাটোও মই নিবিচাৰোঁ।"

টেঙ্কৰ পৰা কোনোবাই বাস্তাৰ ওপৰেদিনি গুলী চলাবলৈ আৰম্ভ কৰিলে। গুলীবোৰ ৰাস্তাত লাগি ইফালে-সিফালে উফৰি গ'ল। এতিয়া সেইবোৰ



আহি লাগিছেহি দলঙৰ লোহাত, ঠং ঠং শব্দ হৈছে। ৰাস্তাৰ তলৰ পৰা এইটো মেচিন-গানৰে শব্দ শুনিছিল তেওঁবিলাকে।

অগষ্টিনে ক'লে, "মূৰ্খ ক'ৰবাৰ! কিহে ৰবাৰ্ট, এইটোৱেই বিখ্যাত টেঙ্ক নে কি?"

"এইটো পোৱালি টেঙ্ক।"

"এইটো ৰামছাগলি! মোৰ যদি পেট্ৰল থকা সৰু বটল থাকিলহেঁতেন, তেনেহলে ওপৰলৈ উঠি গৈ তাত জুই লগাই দিলোঁহেঁতেন! বাৰু, ৰবাৰ্ট, ই এতিয়া কি কৰিব?"

"অলপ পিছত আকৌ এবাৰ আলেখ-লেখ চাব।"

অগষ্টিনে কলে, "এইটো বস্তুটোলৈকে মানুহৰ ইমান ভয়! চোৱা, ৰবাৰ্ট, মৰা চন্তৰী দুটালৈকে আকৌ গুলী কৰিছে।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "কিনো কৰিব আৰু? গুলী কৰিবলৈতো আৰু একো নাই। দোষ দি আৰু লাভ নাই।"

ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিবলৈ ধৰিলে, "তাক লৈ দেখোন বৰ ৰস কৰিছা! কিন্তু তুমি নিজে হোৱা হলে কি কৰিলাহেঁতেন! তুমি নিজৰ দেশৰ একেবাৰে ভিতৰতে আছিলা, হঠাৎ ঘাই ৰাস্তাৰ ওপৰত গুলী বৰ্ষণ কৰি সিহঁতে তোমাৰ পথ ৰুদ্ধ কৰি দিলে। তাৰ পিছত দলংখন ভাঙি দিয়া হ'ল। এনেকুৱা অৱস্থাত তুমি হোৱা হ'লেও ভাবিলাহেঁতেন যে সমুখৰ ৰাস্তাত মাইন পুতি থোৱা আছে নতুবা টেঙ্ক-ধৰা ফাঁন্দ পতা হৈছে? তেনেকৈয়ে ভাবিলাহেঁতেন! সিহঁতে যি কৰা উচিত তাকে কৰিছে। পাছ-ফালৰ পৰা কিবা ওলায়হি বুলি তালৈ অপেক্ষা কৰিছে—আৰু ইফালে শত্ৰুৰ লগতো লাগি আছে। শত্ৰু আমি কেইজনেই—কিন্তু সিহঁতে তো নেজানে! চোৱা, এই চয়তানে কি কৰিছে চোৱা।"

সেই সৰু টেঙ্কখন কেঁকুৰিটো ঘূৰি সতৰ্কভাবে আগবাঢ়িবলৈ ধৰিলে।

এনেতে অগষ্টিনে দেখিবলৈ পালে, পাব্‌লোৱে নৈখনৰ ইটো পাৰ বগাই ওপৰলৈ উঠিছে,—আঁঠু আৰু হাতত ভৰ দি দেহটোক কোনোমতে ওপৰলৈ তুলিছে—তাৰ জোঙা ডাড়িগোঁফেৰে ভোবোকাৰ মুখৰ পৰা টোপাটোপে ঘাম সৰিছে।

"তেওঁ ক'লে, "এই নিধকটো আহিছে।"

"কোন্ আহিছে ?"

"পাব্লো।"

ৰবাৰ্ট জৰ্ডানে পাব্লোৰ ফালে চালে, তাৰ পৰা ডালপাত দি ঢাকি থোৱা টেঙ্কবোৰৰ এটা ভাগলৈ লক্ষ্য কৰি গুলী চলালে। তেওঁ এটা কথা জানে, মেচিন-গান থকা ঠাইৰ ওপৰত ঠিক সেইখিনিতে খিৰিকী এখন কটা থাকে। সৰু টেঙ্কখন ঘৰ্ঘৰাই পাছলৈ গৈ নেদেখা হ'ল। তেতিয়া ৰবাৰ্ট জৰ্ডানে অটমেটিক ৰাইফোলটো তুলি লৈ তাৰ তিনিশিৰীয়া ক্ৰেমটো ঠিক-ঠাক কৰি নলীটোত লগাই থলে, আৰু টান মাৰি বন্দুকটো কান্ধত ললে। বন্দুকৰ নলী তেতিয়াও তপত হৈয়ে আছে—ইমান তপত যে তেওঁৰ কান্ধ যেন পুৰি গৈছে। সেইগুণে, তেওঁ বন্দুকটো পাছলৈ ভালেখিনি ঠেলি দিলে,—লিপ্লিপিটো ঘূৰাই তাত হাতেৰে ধৰি থাকিল।

তেওঁ চিঞৰি ক'লে, "কাৰ্ট্ৰিজৰ খোলা থকা থৈলাটো আৰু মোৰ সৰু মেচিন-গানটো লৈ মোৰ লগত লৰি আহাঁ।"

ৰবাৰ্ট জৰ্ডানে পাইন গছৰ মাজে মাজে পাহাৰ বগাই লৰিবলৈ ধৰিলে। পাছে পাছে অগষ্টিনো গ'ল, তাৰ পাছত লৰি আহিছে পাব্লো।

পাহাৰৰ ইপাৰৰ পৰা সিপাৰলৈ শুনাকৈ চিঞৰি জৰ্ডানে ক'লে, "পিলাৰ, তুমি সোনকালে গুচি আহাঁ।"

তিনিওজন লৰিবলৈ ধৰিলে—থিয় পাহাৰ বগাই যিমান খৰকৈ যাব পাৰি সিমান খৰকৈ যাবলৈ লাগিল। কিন্তু তেওঁবিলাক বেছি দূৰ যাব নোৱাৰিলে, কিয়নো ক্ৰমান্বয়ে পাহাৰটো অতিপাত থিয়। পাব্লোৰ হাতত সেই অশ্বাৰোহী চাব-মচিনগানটোৰ বাহিৰে আন একো নাই, সেইবাবে সি আহি তেওঁবিলাক দুজনৰ কাষ পালেহি।

অগষ্টিনৰ মুখখন শুকাই গৈছিল। সি পাব্লোক সুধিলে, "তোমাৰ মানুহবোৰ কলৈ গ'ল ?"

পাব্লোৱে ক'লে, "সকলো মৰিল।" কথা কওঁতে সি উশাহ লবই পৰা নাছিল। অগষ্টিনে তাৰ ফালে চালে।

ফোঁপাই-জোপাই পাব্লোৱে ক'লে, "বুজিছা, ইংলেচ, এতিয়া আৰু আমাৰ ঘোঁৰাৰ কোনো অভাব নাই।"



ৰবাৰ্ট জৰ্ডানে মনে মনে ভাবিলে, দুষ্ট হত্যাকাৰী ক'ৰবাৰ। ফুটাই ক'লে, "ভাল কথা, কিহৰ লগত যুঁজ কৰিলা ?"

পাব্লোৱে ক'লে, "বহুতৰে লগত।" সি এতিয়া দীঘল দীঘলকৈ উশাহ লৈছে—"পিলাৰৰ খবৰ পোৱানে ?"

"তাইৰ দলৰ ফাৰ্ণেণ্ডো মৰিল, আৰু সেই ভাইটোও—"

অগষ্টিনে ক'লে, "এলাডিঅ'।"

"তোমাৰ খবৰ কোৱাচোন।" পাব্লোৱে প্ৰশ্ন কৰিলে।

"মই আন্‌চেল্‌মক হেৰুৱালোঁ।"

পাব্লোৱে ক'লে, "তেনেহলে ঘোঁৰা আমাৰ বহুত হ'ল। বোজা কঢ়িয়াবলৈও ঘোঁৰাৰ আৰু অভাৱ নহয়।"

অগষ্টিনে ওঁঠ কামুৰি ৰবাৰ্ট জৰ্ডানলৈ চালে। তেওঁবিলাকে মন কৰিলে, তলৰ গছ-গছনিৰ আঁৰত নেদেখা হৈ থকা টেঙ্কখনে আকৌ ৰাস্তাৰ ওপৰত আৰু দলঙৰ মাজলৈ গুলী চলাইছে।

ৰবাৰ্ট জৰ্ডানে সেইফালে মূৰ কৰি পাব্লোক সুধিলে, "সেইখনৰ কি হ'ল ?"

পাব্লোৰ ফালে চাবলৈ তেওঁৰ মন নাছিল, আনকি গাৰ গোন্ধো সহ্য কৰিবলৈ টান পালে, তেওঁ মাত্ৰ তাৰ কথা শুনিবলৈহে ইচ্ছা কৰিছিল।

পাব্লোৱে ক'লে, "সেইখন আছে কাৰণেই মই আহিব নোৱাৰিছিলোঁ। চকীৰ তলৰ কেঁকুৰিটোত আমি আৱদ্ধ হ'লোঁ। শেহত কিবা কাৰণত সেইখন পাছলৈ হুহঁকি গল, তেহে আহিব পাৰিছোঁ।"

অগষ্টিনে সুধিলে, "তুমি সেই কেঁকুৰিটোৰ পৰা ক'লৈ গুলী কৰিছিলা ?"

পাব্লোৱে তাৰ ফালে চাই দাঁত নিকটাই হাঁহি দিলে, তাৰ পিছত কিবা ভাবি প্ৰকৃতিস্থ হ'ল, কোনো উত্তৰ নিদিলে।

অগষ্টিনে আকৌ সুধিলে, "সিহঁতৰ আটাইকে তুমি গুলী কৰি মাৰিলানে কি ?"

ৰবাৰ্ট জৰ্ডানে ভাবিবলৈ ধৰিলে—খবৰদাৰ, তুমি যেন এটি কথাও নোকোৱা। এইবোৰ ঘটনাৰ লৈতে তোমাৰ একো সম্পৰ্ক নাই। তুমি যেনে আশা কৰিছিলা, তাকেই সিহঁতে কৰিছে—তাতকৈ বহুত বেছি কৰিছে। সেইটো সিহঁতৰ দলাদলিৰ পৰা হোৱা ঘটনা। এতিয়া উচিত-অনুচিত ৰায় দিয়াৰ সময় নহয়। এজন নৰহত্যাকাৰীৰ পৰা তুমি কেনে আচৰণ আশা

কৰা ? এতিয়া তুমি তেনে এজন নৰহত্যাকাৰীৰ লগতে কাম কৰিব লগা হৈছে। সেইবাবে মনে মনে থাকা। আগৰে পৰাই তাৰ কথা তুমি জানাই। এইটো একো নতুন কথা নহয়। তেৱোঁ কিন্তু মনতে ভাবিলে, এইটো দুষ্ট কৰবাৰ,—মহা অঘাইতং।

থিয় পাহাৰত উঠা কাৰণে তেওঁৰ বুকুখন বিষাইছিল। ইমানকৈ লৰ দিয়াবাবে বুকুখন ফাটে যেন লাগিছে। এইবাৰ গছ-গছনিৰ মাজেৰে তেওঁ ঘোঁৰাবোৰ দেখিবলৈ পালে।

অগষ্টিনে ক'লে, "কোৱা কি হৈছিল ? সিহঁতক গুলী কৰিলানে নাই নকলা কিয় ?"

"মনে মনে থাকা," পাব্লোৱে ক'লে, "মই ভালেমান পৰ যুঁজ কৰিলোঁ আজি, আৰু যুঁজ কৰিছোঁ বুলি ভালকৈয়ে কৰিছোঁ—বিশ্বাস নকৰা যদি এই ইংলেচক সোধা।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "যদি সেইটোৱেই হয়, তেনেহলে আজি যাতে আমি ভালে ভালে ইয়াৰ পৰা সাৰিব পাৰোঁ তাৰ ব্যৱস্থা কৰা ; কাৰণ ইয়াৰ ব্যৱস্থা তুমি কৰাৰ কথা আছিল।"

পাব্লোৱে ক'লে, "তাৰ ব্যৱস্থা মই ভাবি থৈছোঁ। ভাগ্য ভাল হ'লে আমি সাৰি যাম।" সি তেতিয়া কোঁপাবলৈ এৰিলে।

"তুমি আমাৰ কাৰোবাক হত্যা কৰিবলৈ ঠিক কৰিছানে কি ? কি কোৱা ? তেতিয়াহলে তোমাকেই এতিয়া হত্যা কৰোঁ।" অগষ্টিনে ক'লে।

"মনে মনে থাকা।" পাব্লোৱে ক'লে, "তোমালোকৰ আৰু গোটেই দলটোৰ কেনেকৈ মঙ্গল হয়, তাৰ কথা মই ভাবিব লাগে। এতিয়া যুঁজ চলিছে—বুজিছা ? নিজৰ ইচ্ছামতে কোনেও একো কৰিব নোৱাৰে এতিয়া।"

অগষ্টিনে ক'লে, "তুমি এটা ছাগলী। তুমিয়েই সকলোতে বাহাদুৰী দেখুৱাব খোজা—নহয় ?"

ৰবাৰ্ট জৰ্ডানে পাব্লোক সুধিলে, "তলত কি কি দেখিছা কোৱা।"

পাব্লোৱে ক'লে, "কিবাকিবি বহুত দেখিছোঁ।" সি এতিয়াও এনেকৈ কোঁপাই আছে। যেন তাৰ বুকুখন ছিৰাছিৰ হৈ যাব। কিন্তু এতিয়া কথা ক'ব পাৰিছে। মুখ আৰু মূৰৰ পৰা ঘাম বৈছে, কান্ধ দুটা আৰু বুকুখন ঘামি তিতি গৈছে। ৰবাৰ্ট জৰ্ডান প্ৰকৃত বন্ধু হয়নে নহয়, তাকে বুজিবলৈ



সি এবাৰ সতৰ্ক দৃষ্টিৰে তালৈ চালে, তাৰ পিছত মিচিকীয়া হাঁহি মাৰি ক'লে, "কিবাকিবি বহুত দেখিছোঁ। প্ৰথমে আমি চকীটো দখল কৰিলোঁ। তাৰ পিছত এখন মটৰ-চাইকেল! তাৰ পিছত আৰু এখন। আকৌ এখন এম্বুলেন্স-গাড়ী। তাৰ পৰা এখন কামান কঢ়িওৱা ট্ৰাক। তুমি দলঙখন ভাঙি দিয়াৰ ঠিক আগে আগেই এই টেঙ্কখন দেখিলোঁ।"

"তাৰ পিছত ?"

"টেঙ্কখনে আমাৰ একো ক্ষতি সাধন কৰিব পৰা নাই সঁচা, কিন্তু বাটৰ ফালে কামানে মুখ লৈ আছিল বুলি আমি তাৰ পৰা আহিব পৰা নাছিলোঁ। সেইখন আঁতৰি যোৱাৰ লগে লগেই মই গুচি আহিলোঁ।"

অগষ্টিনে তেতিয়াও তাক জোকোৱাৰ তালতে আছিল, সি বাধা দি সুধিলে, "আৰু তোমাৰ লগত থকা বিলাক কি হ'ল ?"

"মনে মনে থাকা বুলি কৈছোঁ।" পাব্লোৱে তাৰ মুখলৈ চালে। তাৰ মুখ দেখিলে ধৰিব পাৰি, আন কোনো ঘটনা ঘটাৰ আগতে সি সঁচাকৈয়ে তুমুল যুঁজ কৰি আহিছে।—"সিহঁত আমাৰ দলৰ মানুহ নাছিল।"

এতিয়া তেওঁবিলাকে গছে গছে বান্ধি থোৱা ঘোঁৰাবোৰ দেখিলে। পাইন গছৰ ডালপাতৰ মাজেদি সৰকি আহি ৰ'দৰ পোহৰ সিহঁতৰ গাত পৰিছে। ডাঁহৰ কামোৰত তত্ নেপাই মাজে মাজে মূৰ জোকাৰিছে। ঠেং ভাঙি জোৰেৰে আছাৰিছে। ৰবাৰ্ট জৰ্ডানে মেৰিয়াক দেখিলে, আৰু পিছ মুহূৰ্ততে তাইক তেওঁ সাবটি ধৰিলে। অটমেটিক ৰাইফোলটো তেওঁৰ গাৰ একাষে আঁউজাই থোৱা আছে ; ৰাইফোলৰ ফ্লেচকণ আহি তেওঁৰ কামিহাৰত লাগিছেহি—আৰু মেৰিয়াই চিঞৰি কৈছে, "তুমি—ৰবাৰ্ট, তুমি তেনে সঁচাকৈয়ে আহিছা ?"

"আহিছোঁ, কেচাসোণ, মোৰ কেচাসোণ, এতিয়া আমি যামগৈ।"

"সঁচাকৈয়ে তুমি আহিছা তো ?"

"আহিছোঁ, সঁচাকৈয়ে আহিছোঁ, সোণ!"

যুঁজৰ সময়ত মাইকীমানুহৰ কথা যে কোনোবাই ভাবিব পাৰে এই কথা তেওঁ আগতে জনা নাছিল। যুঁজৰ মাজতো যে তোমাৰ দেহ-মনৰ কোনোবা এটা অংশই তাইৰ কথা ভাবিব পাৰে, ভাবি ভাবি ব্যাকুল হব পাৰে,—আৰু যদি কোনোবা মাইকী মানুহ থাকে, তেনেহলে তাইৰ সৰু সৰু স্তনযুগল

যে চার্টৰ মাজেদি তোমাৰ বুকুত আহি লাগিবহি পাৰে,—আৰু সেই স্তনযুগলে যুঁজৰ মাজতে যে তোমালোক দুয়োৰে কথা মনত পেলাই থাকে—সেই কথাও তেওঁ নেজানিছিল। কিন্তু তেওঁৰ ধাৰণা হ'ল—ই সঁচা কথা। ভাল কথা। অতিশয় ভাল কথা। কিন্তু ইয়াৰ আগতে মইতো এইটো কথা বিশ্বাসেই কৰিব পৰা নাছিলোঁ। ৰবার্ট জর্ডানে গাৰ বলেৰে মেৰিয়াক সাবটি ধৰি গাত এটা ঢকা মাৰিলে। এনেকৈ আগে-পাছে কাহানিও মৰা নাই। তাৰ পিছত ক'লে, "উঠা, কেচাসোণ, সৌ ঘোঁৰাটোৰ পিঠিত উঠি লোৱা।"

তাৰ পিছত সিহঁতে ঘোঁৰাবোৰৰ জৰী খুলিবলৈ লাগিল। ৰবার্ট জর্ডানে অটমেটিক ৰাইফোলটো অগষ্টিনক ঘূৰাই দি নিজৰ চাব-মেচিনগানটো পিঠিৰ ওপৰত ওলোমাই ল'লে। তাৰ পিছত জেপৰ পৰা বোমাবোৰ উলিয়াই ঘোঁৰাৰ পিঠিত ওলোমাই থোৱা মোনাত ভৰাবলৈ ধৰিলে। নিজৰ খালি মোনা দুটাৰ এটাক আনটোৰ ভিতৰত সুমাই লৈ জিনৰ পাছত বান্ধি থ'লে। ঠিক তেনে সময়তে পিলাৰ আহি সেইখিনি পালেহি—থিয় পর্বত বগাই অহা কাৰণে ইমান কোঁপাইছে যে সমূলি কথা কব পৰা নাই,—কেৱল হাত-মুখ লৰাই মনৰ ভাব প্ৰকাশ কৰিছে!

পাব্‌লোৰ হাতত তিন্‌ডাল ছান্দনী-জৰী আছিল। ঘোঁৰাৰ পিঠিৰ মোনা এটাত সেইখিনি সি ভৰাই থলে, তাৰ পিছত থিয় হৈ ক'লে, "কি নো কৰিবা, বলা যাওঁ, পিলাৰ।" তাই মূৰ দুপিয়াই শলাগিলে। তাৰ পিছত সিহঁত আটাইবোৰ ঘোঁৰাত যাবলৈ ধৰিলে।

ৰবার্ট জর্ডানে যিটো ঘোঁৰাত উঠিছিল, সেইটো প্ৰকাণ্ড ধোৱঁাবৰণীয়া ঘোঁৰা। এই ঘোঁৰাটোকে তেওঁ আগদিনা পুৱা বৰফৰ মাজত দেখিছিল। দুকালে ভৰি দুটা দি বহি লৈ গাত হাত ফুৰাই তেওঁ বুজিলে, ঘোঁৰাটো সঁচাই বৰ ভাল। ভৰিত ৰছী খুওৱা জোতা—ভৰি কেইটা দীঘল, ৰেকাব দুটা অলপ চুটি যেন লাগিছে ভৰিৰ তুলনাত। চাব-মেচিনগানটো পিঠিত ওলমি আছে, দুটা জেপত পূৰ হৈ আছে কার্ট্রিজৰ কিলিপ্‌—ঘোঁৰাৰ লেকাম টানি এহাতে ধৰি তেওঁ গুলী শেষ হোৱা কিলিপৰ সলনি আন এটা কিলিপ বন্দুকত ভৰাই লৈছে। তেওঁ দেখিলে, বগা হালধীয়া ৰঙৰ ঘোঁৰাটোৰ জিনৰ লগত এসোপা মাল-বস্তু ৰছীৰে বান্ধি থোৱা আছে, আৰু তাৰ ওপৰত এক ধৰণেৰে বহা ঠাই উলিয়াই পিলাৰ তাতে বহি আহিছে।



প্ৰিমিটিভ'ই ক'লে, "ঈশ্বৰৰ দোহাই, ঘোঁৰাৰ পিঠিৰ পৰা সেই অদৰ্কাৰী বস্তু সোপা পেলাই দিয়া, নহলে তুমি পৰি যাবা, আৰু ঘোঁৰায়ো ইমান বোজা বব নোৱাৰে।"

পিলাৰে ক'লে, "মনে মনে থাকা, তুমি। এতিয়া য'লৈ যাম তাতো সংসাৰ পাতিব লাগিব। তেতিয়াই এইবোৰ কামত লাগিব।"

মুগাবৰণীয়া ডাঙৰ ঘোৰাটোৰ পিঠিত সশস্ত্ৰ পুলিচৰ জিন বন্ধা আছিল। তাৰ ওপৰত বহি আহিছিল পাব্‌লো; সি তাইক সুধিলে, "তেনেকৈ বহি বহি তুমি জানো যাব পাৰিবা?"

পিলাৰে উত্তৰ দিলে, "গাখীৰ-বেচা গুৱালৰ দৰে গৈ থাকিম। —বাৰু, তুমি এতিয়া কেনি যাবা?"

"পোনে পোনে তললৈ। তাৰ পিচত ৰাস্তাটো পাৰ হৈ সৌ থিয় গৰাটো বগাই যাম। তাৰ পিছত গৰাটো য'ত ক্ৰমে ঠেক হৈ পৰিছে তাতে হাবিৰ মাজত লুকাই থাকিম।"

অগষ্টিনে সুধিলে "ৰাস্তা পাৰ হৈ নে কি?"

কালি ৰাতি পাব্‌লোৱে কেইবাটাও ঘোঁৰা গোটালে। তাৰে এটাত অগষ্টিন উঠি আছে। কেনভাচ জোতাৰ কোমল গোৰোহাটো ঘোঁৰাৰ পেটৰ টান ছালৰ ওপৰত লগাই সি তাক ঘূৰাই আনি পাব্‌লোৰ ওচৰত ৰাখিলেহি।

পাব্‌লোৱে উত্তৰ দিলে, "এৰা, ইয়াৰ বাহিৰে আন উপায় নাই।" সি অগষ্টিনৰ হাতত ঘোঁৰা এটাৰ মুখ-বন্ধা ৰছী এডাল দিলে। ইবোৰ ঘোঁৰাৰ ৰছী আছিল প্ৰিমিটিভ' আৰু জিপচিৰ হাতত!

পাব্‌লোৱে আকৌ ক'লে, "ইংলেচ, তুমি ইচ্ছা কৰিলে সকলোৰে শেষত আহিব পাৰা। আমি ওপৰফালে আৰু ৰাস্তা পাৰ হ'ম—মেচিন-গানে আমাক তেতিয়াহলে ঢুকি নেপায়গৈ। কিন্তু আমি সকলোৱেই বেলেগে বেলেগে ঘোঁৰাত বেগাই যামগৈ, তাৰপিছত সেই ঠেক ঠাই টুকুৰাত গৈ লগ হ'মগৈ।"

ৰবার্ট জর্ডানে ক'লে, বাৰু।"

বাটৰ মূৰলৈ পোনাই আটাইকেইজনে গছ-গছনিৰ মাজে মাজে ঘোঁৰাত উঠি তললৈ নামিবলৈ ধৰিলে। ৰবার্ট জর্ডানে গৈছে মেৰিয়াৰ ঠিক পাছে পাছে —গছ-গছনি থকা বাবে লগালগিকৈ যাব পৰা নাই। দুয়োটা উৰুৰে হেঁচা দি সেই ধোৱঁাবৰণীয়া ঘোৰাটোক তেওঁ অলপ আদৰ কৰিলে, তাৰ পিছত বজ্ৰমুঠিৰে

লেকাম ধৰি বহি ললে,—ঘোঁৰাই তেওঁক পিঠিত লৈ খৰতৰ গতিৰে পাইনৰ মাজেৰে তললৈ নামিবলৈ ধৰিলে। ভৈয়ামত ঘোঁৰাক জোঁতাৰ কাইটেৰে খোঁচ দি কথাবোৰ জনায়,—তলৰ ফালে নামি যাওঁতে এতিয়া উকৰে হেঁচা দি তাক বাটৰ সঙ্কেত দিবলৈ ধৰিলে।

সি মেৰিয়াক কলে, "শুনা, বাটটো পাৰ হ'ব্ব বেলিকা তুমি কাৰোবাৰ পাছত যাবা। প্ৰথমতে যোৱাটো যিমান ভয় লগা বুলি আমি ভাবোঁ, আচলতে সিমান নহয়। এজনৰ পাছত যোৱাটো নিৰাপদ। একেবাৰে পাছত যোৱাবোৰৰ ওপৰতে সিহঁতৰ চকু বেছি!"

"কিন্তু তুমি—"

"মই একেকোবতে পাৰ হ'ম। মোৰ কাৰণে কোনো চিন্তা নাই। শাৰী পাতি যোৱাবোৰৰহে বিপদ।"

পাব্লোৰ জোঙা জোঙা চুলিৰ ঘূৰণীয়া মূৰটোলৈ চাই তেওঁ দেখিলে, ঘোঁৰাত উঠি যাওঁতে তাৰ মূৰটো গৈ কান্ধত লাগোঁ লাগোঁ হৈছে। নিজৰ অটমেটিক ৰাইফোলটো পিঠিত ওলমি আছে। তাৰ পিছত পিলাৰলৈ চালে—তাইৰ মূৰটো উদং, কান্ধ দুখন বহল, গোবোহা কেইটাৰে টোপোলা টাপলিবোৰ হেঁচামাৰি ধৰি আছে দেখি আঁঠু দুটা কৰঙনতকৈ ওখ হৈ ওলাই আছে। তাই পাছলৈ ঘূৰি ৰবাৰ্ট জৰ্ডানৰ ফালে চাই এবাৰ মূৰটো দুপিয়ালে।

ৰবাৰ্ট জৰ্ডানে মেৰিয়াক ক'লে, "ৰাস্তা পাৰ হোৱাৰ আগতে তুমি পিলাৰক পাচ পেলাই আগবাঢ়ি গুচি যোৱা।"

গছ-গছনি ক্ৰমে কমি আহিছে—তাৰ মাজেদি তললৈ চাই তেওঁৰ চকুত পৰিল ৰাস্তাৰ তেল দিয়া মিহি ৰং আৰু তাৰ সিপাৰৰ পাহাৰৰ শ্যামল শোভা। ভালকৈ চাই তেওঁ বুজিব পাৰিলে যে তেওঁবিলাক আহি সৰু পুলটোৰ ওপৰত উঠিছেহি—পাহাৰৰ ওপৰৰ পৰা বাটটো য'ত তললৈ পোনে পোনে নামি দলঙৰ কাষ পাইছেগৈ ঠিক সেইখিনিতে। তেওঁ চাই দেখিলে, তেওঁবিলাক দলঙৰ ওপৰ ফালে প্ৰায় আঁঠশ গজ দূৰত আছে। সৰু টেঙ্কখন যদি দলঙলৈকে আহে, তেনেহলে ফিয়াট কামানৰ গুলী আহি এইখিনিতো পাবহিয়েই।

তেওঁ কলে, "মেৰিয়া, আমি ৰাস্তা নোপাওঁতেই তুমি পিলাৰতকৈ আগবাঢ়ি যোৱা। তাৰপিছত এই গৰাটোৰ ওপৰেদি ঘূৰি পাৰ হোৱা।"



মেৰিয়াই ঘূৰি তেওঁলৈ চালে, কিন্তু মুখেৰে একো নক'লে। তেওঁ মেৰিয়ালৈ নেচালে, মাত্ৰ তেওঁৰ কথাৰ মৰ্ম তাই ধৰিব পাৰিছেনে নাই তাৰ গম ল'লে।

তেওঁ মেৰিয়াক ক'লে, "যি কৈছোঁ বুজিব পাৰিছানে?"

মেৰিয়াই মূৰ দুপিয়াই শলাগিলে।

"তেনেহলে আগবঢ়া"—ৰবাৰ্ট জৰ্ডানে কলে।

মেৰিয়াই মূৰ লৰাই ইঙ্গিতেৰে কলে—তেওঁ নেযায়।

"আগবাঢ়ি যোৱা।"

তাই এবাৰ তেওঁলৈ চাই কলে, "ওঁহো, নেযাওঁ। মোক শাৰী পাতি যাবলৈ কৈছে—সেইমতেই মই যাম।"

এই সময়তে পাব্লোৱে জোতাৰ কাঁইটেৰে তাৰ মুগাবৰণীয়া ঘোঁৰাটো খুঁচি খুচি আগলৈ পাইন-পাতেৰে ঢাক খাই থকা আওগৰীয়া পাহাৰৰ শেষ অংশটো হুৰমুৰকৈ পাৰ হৈ তললৈ নামি গল, তাৰ পিছত খট্খট্ শব্দ কৰি ঘোঁৰাৰ খুৰাত জুই-আঙ্গনি তুলি বেগেৰে ৰাস্তাটো পাৰ হৈ গ'ল। বাকী আটাই-বিলাক তাৰ পাছে পাছে যাবলৈ ধৰিলে। ৰবাৰ্ট জৰ্ডানে দেখিলে, সিহঁত ৰাস্তা পাৰ হৈ সিপাৰৰ সেউজীয়া থিয় গৰাটো পাৰ হৈ বেগেৰে ঘোঁৰা চলাই ওপৰলৈ উঠিছে,—তেনেতে তেওঁৰ কাণত পৰিল, মেচিন-গানৰ গুলী হাতুৰিৰ মাৰৰ দৰে ঠুক-ঠাককৈ দলঙৰ গাত আহি লাগিছেহি। তাৰ পিছত এটা আৱাজ শুনিলে, "হোচ্ কৰৰং ধুম্"—'কৰৰং' কৰি যেন এটা ডাঙৰ শব্দ ফাটি চৌচিৰা হৈ 'ধুম' 'ধুম' কৈ বিয়পি গল—লগে লগে তাৰ চকুত পৰিল, সৰু ফোঁৱাৰাৰ দৰে পাহাৰৰ গাৰ পৰা ধূলিমাটি ছিটিকি ওপৰলৈ উঠিল,—তাৰ ওপৰত ধোঁৱাৰ ৰেখা পতাকাৰ দৰে উৰি ফুৰিছে। 'হোঁচ্—কৰৰং—ধুম' আকৌ সেই শব্দ, ৰকেটৰ দৰে "হোঁচ্" কৰি শব্দটো আৰম্ভ হ'ল। পাহাৰৰ আৰু ওপৰত পৰা ধূলিমাটি আৰু ধোঁৱা ওপৰলৈ ছিটিকি গ'ল।

সি সমুখৰ বাটটোৰ মূৰত শেহৰ গছ-গছনিবোৰৰ আঁৰত জিপ্চিটো লৈ আছে। সমুখৰ গৰাটো সি এবাৰ চাই ললে, তাৰ পিছত পাছলৈ ঘূৰি ৰবাৰ্ট জৰ্ডানৰ ফালে চালে।

ৰবাৰ্ট জৰ্ডানে কলে, "লৈ থাকা ৰাফেল—বেগাই ঘোঁৰা মেলি দিয়া।"

জিপচিটোৱে মাল-বস্তু বোজাই কৰা ঘোঁৰা এটাৰ মুখবন্ধা ৰছীডালত ধৰি আছিল—ঘোঁৰাটোৱে মূৰটো পাছলৈ টনা বাবে ৰছীডাল টান হৈ পৰিছে।

ৰবাৰ্ট জৰ্ডানে কলে, "মাল-বস্তু বোজাই কৰা ঘোঁৰাটো এৰি আন এটা ঘোঁৰাত উঠি বেগাই গুচি যোৱা।"

তেওঁ দেখিলে, জিপ্‌চিয়ে পাছলৈ মেলি দিয়া হাতখন ক্ৰমশঃ ওপৰলৈ ডাঙিছে, তাৰ পিছত ভৰিৰ গোৰোহাৰে নিজৰ ঘোঁৰাৰ পেটত খুন্দিয়াই দিলে। তাৰ ধাৰণা হ'ল এইবোৰ কৰোঁতেই যেন তাৰ অনন্তকাল পাৰ হৈ গৈছে। এনেতে ঘোঁৰাৰ ৰছীডাল এবাৰ বৰ টান হোৱাত হঠাৎ মাটিত পৰি গ'ল। জিপচি নিমিষতে ৰাস্তা পাৰ হৈ গ'ল। মাল-বস্তু কঢ়িওৱা ঘোৰাটোৱে চ'ক খাই পাছলৈ গৈ ৰবাৰ্ট জৰ্ডানক আহি খুন্দা মাৰি দিলেহি। ৰবাৰ্ট জৰ্ডানে আঁঠুৰে খুন্দিয়াই তাক আঁতৰালে। জিপ্‌চিয়ে ইতিমধ্যে টান ক'লা ৰাস্তাটো পাৰ হৈ সিপাৰ পালেগৈ, ঘোঁৰাৰে ছুটি মেলি থিয় পাহাৰ বগাই ওপৰত উঠিলে—তেওঁ তাৰ ঘোঁৰাৰ খুৰাৰ শব্দ শুনিবলৈ পালে।

"হোচ-চ্-কৰ্-কৰ্‌ৰাং'—শব্দ কৰি তলৰ প্ৰক্ষেপ-পথেদি বিস্ফোৰক বোমা এটা পৰিলহি। তেওঁ দেখিলে, জিপচিটোৰ সন্মুখতে মাটি ফাটি চিৰাচিৰ হ'ল আৰু ক'লা-বগা বৰণীয়া হৈ ফোঁৰাৰা এটাৰ দৰে ওপৰলৈ ছিটিকি পৰিল। তাকে দেখি গাহৰিৰ দৰে সি ছঁয়াকাটি লৰ দিলে। তেওঁ মন কৰিলে জিপচিটো ঘোঁৰাত উঠি গৈ আছে, এতিয়া আগতকৈ লাহে লাহে যাবলগীয়া হৈছে, বিশাল সেউজীয়া পাহাৰৰ গা বগাই সি ওপৰলৈ উঠিছে। কামানৰ গুলী তাৰ পাছ ফালে আহি পৰিছেহি, আগফালেও পৰিছে। অলপ পৰৰ পিছতে পাহাৰৰ ভাঁজ এটাত সি আটাইকে লগ পালেগৈ।

ৰবাৰ্ট জৰ্ডানে ভাবিলে,—এই আপদীয়া বোজা কঢ়িওৱা ঘোঁৰাটো মই লগত নিব নোৱাৰোঁ, কিন্তু ইয়াক যদি সোঁ-হাতে ৰাখিব পাৰিলোঁহেঁতেন, তেনেহলে বৰ ভাল হ'লহেঁতেন—সিহঁতে যিটো কামানেৰে গুলী কৰিছে, সেইটো ৪৭ মিলিমিটাৰৰ, মোৰ আৰু সেই কামানটোৰ মাজতে ঘোঁৰাটোক কেনেবাকৈ লুকাই নিব পৰা হলে ভাল আছিল। যেনেতেনে ইয়াক ওপৰলৈ নিব পাৰিলেই ৰক্ষা!

তেওঁ নিজৰ ঘোঁৰাটো বোজাবোৱা ঘোঁৰাটোৰ কাষলৈ নি তাৰ ডিঙিৰ ৰছীডালত ধৰিলে, তাৰ পিছত ৰছীডাল হাতেৰে টানি হাবিৰ মাজে মাজে পঞ্চাচ গজ মান ওপৰলৈ উঠি গ'ল—ঘোঁৰাটোৱে তেওঁৰ পাছ ললে। গছ-গছনি যত শেষ হৈছে, সেইখিনি পাই তেওঁ ৰাস্তাৰ তলফালে থকা ট্ৰাকখনৰ পৰা দলঙখনলৈকে এবাৰ চালে। তেওঁ দেখিলে, দলঙখনৰ ওপৰলৈ ভালেমান মানুহ আহিছে, আৰু



দলঙৰ পাছফালৰ ৰাস্তাত বহুতো যান-বাহন একেলগে থূপ খাইছে। ৰবাৰ্ট জৰ্ডানে চাৰিওফালে চালে—শেহত যি বিচাৰি ফুৰিছিল, তাৰে সন্ধান মিলিল। হাতমেলি এজোপা পাইন গছৰ শুকান ডাল এটা ভাঙি ললে। ঘোঁৰাৰ ৰছীডাল এৰি দি, পাহাৰৰ থিয় গৰাটো পোনে পোনে যত গৈ ৰাস্তাত লাগিছেগৈ, ঠিক তালৈকে বোজা বৈ নিয়া ঘোঁৰাটো লাহে লাহে তেওঁ ঠেলি লৈ গল। তাৰ পিছত গছৰ ডালেৰে তাৰ পিঠিত জোৰেৰে মাৰ শোধালে—মুখেৰে কলে, "পলা, আপদীয়াটো পলা।" ঘোঁৰা ৰাস্তা পাৰ হৈ সিপাৰৰ গৰাটোত উঠোঁতেই ডালটো তাৰ গালৈকে তেওঁ দলি মাৰি পঠিয়ালে। ডালটো গৈ ঘোঁৰাৰ গাত লাগিল। ভয় খাই ঘোঁৰাটো বিস্বাশৰদে লৰিবলৈ ধৰিলে।

ৰবাৰ্ট জৰ্ডানে ঘোঁৰাৰ ওপৰতে উঠি পাহাৰৰ গাই দি ৰাস্তাৰ ওপৰ ফালে আৰু ত্ৰিশ গজ গ'ল। তাৰ সিপাৰে বাটৰ কাষৰ মাটি ইমান থিয় যে সেইপিনে নমা বৰ টান। কামানৰ গুলী এতিয়া ধাৰাষাৰে বৰষিছে,—ৰকেট একোটাৰ দৰে ধূলি উৰুৱাই ধুপ্ ধুপ্ কৈ ফুটিছে। ৰবাৰ্ট জৰ্ডানে নিজৰ ঘোঁৰাটোক উদ্দেশ্য কৰি ক'লে, "ব'ল এইবাৰ, তোৰ জাঙটোও ডাঙৰ, বৰণতো তই ছাইবৰণীয়া,—ব'ল, ফেচিষ্ট বদমাচ্ ক'ৰবাৰ।" তাৰ পিছত গৰাই দি হুৰমুৰকৈ ঘোঁৰাটো নমাই দিলে। মুকলি ৰাস্তা পোৱাৰ লগে লগে তেওঁ ইফালৰ পৰা সিফালে প্ৰাণপণে যাবলৈ লাগিল। তেওঁ গম পালে ৰাস্তাটো কেৰ্‌কেৰ্‌কৰে টান, ঘোঁৰাৰ খুৰাৰ আঘাতৰ জোকাৰে তেওঁৰ গোটেই শৰীৰটোকে লৰাইছে,—আনকি, কান্ধ, ডিঙি, দাঁত এইবোৰো নৰা নাই। এইবাৰ তেওঁ সিপাৰৰ মিহি আওগৰীয়া মাটি পালেহি, ঘোঁৰাৰ খুৰা য'ত পৰিছে ত'তে মাটি এৰাই গৈছে, গুৰি হৈ গৈছে—ঘোঁৰাই দীঘল দীঘল জাপ দি উৰ্দ্ধশ্বাসে ছুটি মেলিছে। আওগৰীয়া মাটিটুকুৰাইদি তেওঁ তললৈ চাই দলঙখন আকৌ দেখিলে। এইবাৰ দলঙখন নতুনকৈ দেখা যেন লাগিল। এনেকৈ দলঙখন তেওঁ কাহানিও দেখা নাই। এতিয়া দলঙখন দীঘল যেন লাগিছে। এমূৰৰ পৰা চালে যেনেকৈ কেতিয়াবা চুটিযেন দেখি, এতিয়া তেনে লগা নাই। মাজতে দলঙখনৰ ভগা ঠাইডোখৰ ওলাই আছে। পাছফালে ৰাস্তাৰ ওপৰত সৰু টেঙ্কখন, টেঙ্কখনৰ পাছত এখন ডাঙৰ টেঙ্ক্—তাৰ কামানৰ উজ্জ্বল হালধীয়া ৰঙ্‌টো আইনাৰ দৰে চিক্‌মিকাই আছে। গুলীৰ তীক্ষ্ণ কৰ্কশ শব্দই যেন বতাহৰ বুকু ছিৰাছিৰ

কৰিছে,—তেওঁৰ ধাৰণা হৈছে, যেন সমুখৰ এই ঘোঁৰাৰ দীঘল বগা ডিঙিটোৰ ওপৰেদিনি তেওঁ নৰি গৈছে। তাৰ পিছত পাহাৰৰ ওপৰত ধূলি উৰা দেখা গ'ল। তেওঁ মূৰটো আনফালে ঘূৰালে। ভাব বৈ নিয়া ঘোঁৰাটো তেওঁৰ আগে আগে গৈছে—সোঁফালে অলপ বেছি আঁতৰি পৰিছে। খোজ তাৰ ক্ৰমে ধীৰ হৈ আহিছে। ৰবাৰ্ট জৰ্ডানে পূৰ্ণবেগে ঘোঁৰা চলাই গৈ থাকোঁতে দলঙৰ ফালে চাই দেখিলে, ৰাস্তাৰ কেঁকুৰিটোৰ পাছফালে শাৰী শাৰী ট্ৰাক অচল হৈ ৰৈ আছে—তেওঁ এতিয়া ভালেখিনি ওপৰৰ পৰা কেঁকুৰিটো ভালকৈ দেখিছে। তাৰ পিছত তেওঁ দেখিলে, জুইৰ ফিৰিঙতি উৰিছে—হঠাৎ পিছ মুহূৰ্ততে শুনিলে সেই "হোচ্" "হোঁচ" ধুপ্-ধাপ্ শব্দ। বিস্ফোৰক বোমাটো আহি তেওঁৰ কাষ নেপালেহি সঁচা, কিন্তু য'ৰ পৰা মাটি ধূলি হৈ উৰিছে, তাৰ পৰাই লোহাৰ সৰু সৰু টুকুৰা ছিটিকি পৰাৰ শব্দ আহি তেওঁৰ কাণত পৰিলহি। তেওঁ মন কৰিলে, সমুখৰ হাবিখনৰ এমূৰত ৰৈ সিহঁত আটাই-বোৰেই তেওঁলৈকে চাই আছে। তেওঁ ঘোঁৰাটোক ক'লে, "বল, বল, বেগাই ব'ল।"—তেওঁ গম পালে, পাহাৰটো যিমানে থিয় হৈ আহিছে, তেওঁৰ এই বিয়াগোম ঘোঁৰাটোৰেও সিমানেই দীঘল দীঘল উশাহ লৈছে,—তাৰ দীঘল বগা ডিঙিটো, বগা কাণ দুখন—তেওঁ চালে, আৰু হাতেৰে ডিঙিৰ ঘাম মচি মচি তাক মৰম কৰিলে। তাৰ পিছত পাছলৈ ঘূৰি দলঙৰ পিনে চাওঁতেই দেখিলে, ৰাস্তাৰ ওপৰত থকা সেই মটীয়াবৰণৰ গধুৰ আপচু টেঙ্কখনৰ পৰা জুইৰ ফিৰিঙতি ওলাইছে। কিন্তু এইবাৰ 'হোঁচ' 'হোঁচ' শব্দ নুশুনিলে—মাত্ৰ পালে এটা উৎকট গোন্ধ, আৰু লগতে শুনিলে জন্জনাই যোৱা এটা প্ৰকাণ্ড শব্দ—যেন এটা বয়লাৰহে ফাটি ছিৰাছিৰ হ'ল। ইয়াৰ পিছত তেওঁ গম পালে, তেওঁ সেই বগা ঘোঁৰাটোৰ তলত চেপেটা লাগি পৰি আছে,—ঘোঁৰাটোৰে মাটিত পৰি ঠেং আছাৰিছে—আৰু তেওঁ ঘোঁৰাটোৰ গাৰ হেঁচাৰ পৰা নিজকে উলিয়াবলৈ চেষ্টা কৰিছে।

তেওঁ যে লৰচৰ কৰিব নোৱাৰা হ'ল, এনে নহয়। তেওঁ সোঁ-ফালে কোনোমতে যাব পাৰিছে। কিন্তু সোঁ-হাতে গলেও ঘোঁৰাৰ তলত চেপেটা খাই থকা তেওঁৰ বাওঁ ভৰিটো একেবাৰে অচল হৈ পৰি আছে। তেওঁৰ ধাৰণা হ'ল, ভৰিটোত যেন এটি নতুন সাঁফিৰ উদ্ভৱ হৈছে,—উৰুৰ সাঁফি নহয়,—আন এটা সাঁফি—যিটো কব্জাৰ দৰে ইফালে-সিফালে ঘূৰে। কি হৈছে তেওঁ লাহে লাহে ভালকৈ গম পালে। ঠিক এই সময়তে সেই বগা ঘোঁৰাটো আঁঠুত ভৰ দি কোনোমতে



উঠিল। এনেকুৱা অৱস্থাত ৰবাৰ্ট জৰ্ডানে ৰেকাবৰ পৰা সোঁ-ভৰিটো যেনেকৈ সপহ কৰে উলিয়াই আনিব লাগিছিল, ঠিক তেনেকৈয়ে তেওঁ আনিছিল,—ভৰিটো জিনৰ ওপৰেদিনি পিছলি আহি মাটিত পৰিছিলহি। কিন্তু বাওঁ ভৰিটো তেনেকৈয়ে তেতিয়াও পৰি আছে। তেওঁ দুই হাতেৰে উৰুৰ হাড় পৰীক্ষা কৰি চালে—ভগা হাড়ৰ জোঙা আগটো তেওঁৰ হাতত লাগিল,—হাড়ডাল ছালৰ তলত ওখ হৈ থকাটো তেওঁ বুজিব পাৰিলে।

বগা ঘোঁৰাটো তেওঁৰ ডিঙিৰ ওপৰতে থিয় হৈ আছিল। উশাহ-নিশাহ লওঁতে তাৰ কামিহাড় কেইডাল উঠা-নমা কৰি আছে। তেওঁ য'ত বহি আছে, তাৰ চৌপাশে সেউজীয়া ঘাঁহ, মাজে মাজে নানাবিধৰ পথৰুৱা ফুল ফুলি আছে। তাৰ পৰা গৰাৰ তললৈ চাই তেওঁ ৰাস্তা, দলং, নৈ,—নৈৰ সিপাৰৰ ৰাস্তা—তাৰ পিছত সেই টেঙ্ক দেখিবলৈ পালে। জুই ফিৰিঙতি আকৌ কেতিয়া ওলায় তালৈ তেওঁ বাট চালে। লগে লগেই তেওঁ ফিৰিঙতি দেখিবলৈ পালে,—এইবাৰো "হোঁচ," "হোঁচ" শব্দ নহ'ল। তাৰ পিছত আকৌ বিস্ফোৰণ আৰম্ভ হ'ল,—বিস্ফোৰক পোৰাৰ উৎকট গোন্ধ, চাৰিওফালে মাটি উফৰি পৰিছে,—আৰু তাৰ মাজত তেওঁ মন কৰিলে, সেই বগা ঘোঁৰাটো মনে মনে তেওঁৰ কাষতে বহিল—যেনিবা চাৰ্কাচৰ শিক্ষা পোৱা ঘোঁৰাহে। কাষৰ ঘোঁৰাটোলৈ তেওঁ চাই আছে—তাৰ শ্বাস-প্ৰশ্বাসৰ শব্দ তেওঁৰ কাণত পৰিছেহি।

ইয়াৰ পিছত প্ৰিমিটিভ' আৰু অগষ্টিনে তেওঁক ধৰি গৰাটোৰ বাকী ছোৱা টানি নি ওপৰ পালেগৈ। তেওঁৰ ভৰিত নকৈ যিটো সাঁফিৰ উদ্ভৱ হ'ল, তাৰ ফলত ভৰিটো ৰবৈকে লৰ-চৰ কৰিবলৈ ধৰিলে।—মাটি যিফালে হেলনীয়া সেই-ফালে বেছিকৈ লৰচৰ কৰে। এবাৰ এটা গুলী তেওঁবিলাকৰ মূৰৰ ওপৰেদিয়েই হোঁচ কৰি গুচি গ'ল—সিহঁতে তেওঁক এৰি দি মাটিত শুই দিলে। কিন্তু কিছুমান ধূলি-মাকতি আহি সিহঁতৰ গাৰ ওপৰত পৰিলহি—ইফালে গুলীৰ টুকুৰাও ইফালে-সিফালে উফৰি পৰিছে। সিহঁতে আকৌ তেওঁক তুলি ললে, তাৰ পিছত হাবিৰ মাজৰ পাহাৰৰ দীঘলীয়া ভাঁজটোৰ আঁৰত ৰৈ থকা ঘোঁৰাবোৰৰ কাষলৈ তেওঁক টানি-টুনি লৈ গ'ল। তেওঁ মন কৰিলে, মেৰিয়া, পিলাৰ আৰু পাব্লোৱে তেওঁক বেৰি থিয় হৈ আছে।

মেৰিয়া তেওঁৰ কাষতে আঁঠুকাঢ়ি বহি সুধিলে, "তোমাৰ কি হ'ল, ৰবাৰ্ট ?"

তেওঁ তেতিয়া জবত ঘমাদি ঘামিছে—কোনোমতে ক'লে, "মোৰ বাওঁভৰিটো ভাগিল, সোণ!"

পিলাৰে ক'লে, "সেইটো আমি এতিয়া বান্ধি দিম।" বোজা বৈ নিয়া ঘোঁৰা এটালৈ আঙুলিয়াই তাই আকৌ ক'লে, "তুমি সেই ঘোঁৰাটোতে উঠি যাব পাৰিবা, ৰছী কাটি তাৰ পিঠিৰ মাল-বস্তু খিনি নমাই থোৱা।"

ৰবাৰ্ট জৰ্ডানে মন কৰিলে, পাব্‌লোৰে মূৰ ছুপিয়াইছে। সিও মূৰ ছুপিয়াই তাৰ কথাত হয়ভৰ দিলে।

সি ক'লে, "তোমালোক অলপ আঁতৰি যোৱা।" তাৰ পিছত পাব্‌লোলৈ চাই ক'লে, "এইফালে আহা, পাব্‌লো; কথা এটা শুনা।"

ঘামৰ চেকাৰে মলিয়ন জোঙা জোঙা দাড়িগোঁফ থকা মুখখন লৈ সি তাৰ কাষলৈ গ'ল। পাব্‌লোৰ গাৰ ভেকেটা-ভেকেট গোন্ধ আহি ৰবাৰ্ট জৰ্ডানৰ নাকত লাগিলহি।

সি মেৰিয়া আৰু পাব্‌লোক ক'লে, "আমি অলপ কথা পাতোঁ। পাব্‌লোৰ লগত মোৰ কথা আছে।"

পাব্‌লোৰে সুধিলে, "ৰবকৈ বিষাইছেনেকি?"—সি ৰবাৰ্ট জৰ্ডানৰ মুখৰ কাষত নিজৰ মুখ থৈ সুধিলে।

"বিষোৱা নাই, মোৰ ধাৰণা হৈছে, শিৰবোৰো কিজানি ঠেটেলা খাইছে। শুনা, তোমালোক অলপ আঁতৰি যোৱা। দেখিছাই, মোৰ একপ্ৰকাৰ আধ্যাই পৰিছে। মানুহজনীৰ লগত অলপ সময় কথা হ'ম। মই ক'লেই, তাইক তোমালোকে লৈ যাবা। তাই কিন্তু ইয়াতে থাকিবলৈ বিচাৰিব।—অলপ সময় তাইৰ লগত কথা হওঁ।"

পাব্‌লোৰে ক'লে, "আমাৰ হাতত সময় আৰু বেছি নাই।"

"সেইটো বুজিছোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে "তোমালোক ৰিপাব্লিকলৈ গুচি যোৱাই ভাল হ'ব।"

"ওহোঁ, মোৰ মতে গ্ৰেদোচলৈ যোৱাই মঙ্গল।"

"যিটোৱেই ভাল হয়, তাকেই কৰা।"

পাব্‌লোৰে ক'লে "বাৰু, এইবাৰ তাইৰ লগত কথা হওঁ। সময় বেছি নাই। তোমাৰ যে এই অৱস্থা হ'ল,—বৰ দুখ পাইছোঁ।"

ৰবাৰ্ট জৰ্ডানে ক'লে "হৈছেই যেতিয়া,—সেইবোৰ আলোচনা কৰাৰ সকাম নাই। কিন্তু তুমি যিহকে কৰিবলৈ লোৱা, তাকে ভাবি-চিন্তি কৰিবা। ভাবিলেই বুদ্ধি ওলাব। কৌশলেৰে কাম কৰা ভাল।"

পাব্‌লোৰে ক'লে, "সেইটো কৰিমেই। ক'বলগীয়া খিনি সোনকালে কোৱা। ইংলেচ, সময় হাতত মুঠেই নাই।"

পাব্‌লো তাৰ পৰা আঁতৰি গৈ কাষৰ গছ এজোপাৰ তলত ৰ'লগৈ। তাৰ পিছত সি গৰাটোৰ তললৈ চালে। গৰাটোৰ পোনে পোনে থকা ৰাস্তাটো আৰু তাৰ সিপাৰৰ কুৰুঙটোলৈও এবাৰ মন কৰিলে। পাহাৰৰ গাত বগা ঘোঁৰাটো পৰি আছে—তালৈ চাই তাৰ চকুৱে-মুখে অকপট দুখৰ ভাব ফুটি উঠিল। ৰবাৰ্ট জৰ্ডানে গছ এজোপাৰ গুৰিত আঁউজি বহি আছে। পিলাৰ আৰু মেৰিয়া আহি তেওঁৰ কাষত থিয় হ'লহি।

ৰবাৰ্ট জৰ্ডানে পিলাৰক ক'লে, "মোৰ পটলুঙটো ছুৰীকটাৰীৰে ফালি দিয়াচোন।" মেৰিয়াই বেজাৰ মনে তেওঁৰ কাষতে বহি আছে। মুখেৰে উমতৎসৎ একো মতা নাই। তাইৰ মূৰৰ চুলিকোছাত ৰ'দ পৰিছে। কন্দাৰ আগতে অকণমানি ল'ৰাৰ মুখখন যেনেকৈ কোঁচ খায়, তাইৰ মুখখনো তেনেকৈ বিকৃত হৈ পৰিছে। কিন্তু তাই কান্দিব পৰা নাই।

পিলাৰে নিজৰ ছুৰীকটাৰীখনেৰে তেওঁৰ পটলুঙটোৰ বাওঁফালৰ জেপৰ তলছোৱা ভৰিলৈকে কাটি পেলালে। ৰবাৰ্ট জৰ্ডানে দুই হাতেৰে কটা কাপোৰ টুকুৰা আঁতৰাই খুলি পেলাই, নিজৰ উৰুটো ভালকৈ এবাৰ চালে। উৰুৰ সাঁফিটোৰ দহ ইঞ্চিমান তলত বেঙুনীয়া ৰঙৰ এটা ক'লা দাগ পৰিছে,—ঠাই টুকুৰা জোঙা হৈ উখহিছে। দেখিবলৈ আগজোঙা তামিঘৰাৰ দৰে হৈ পৰিছে। ঠাইটুকুৰা আঙুলিৰে ছুই চাই তেওঁ বুজিলে, হাড় ভাগি দুডোখৰ হ'ল, ভগা হাড় আহি ছালত লাগিছেহি। তললৈ ভৰিটো বৰকৈ বেঁকা হৈ পৰি আছে। তেওঁ মূৰ দাঙি পিলাৰৰ ফালে চালে। পিলাৰো মেৰিয়াৰ দৰে কন্দনামুৱা হৈ আছে।

ৰবাৰ্ট জৰ্ডানে তাইক ক'লে, "তুমি ইয়াৰ পৰা যোৱাচোন।"

পিলাৰে মুখেৰে একোকে নকলে, তলমূৰ কৰি তাৰ পৰা উঠি গুচি গ'ল—পাছলৈ এবাৰো উভতি নেচালে। ৰবাৰ্ট জৰ্ডানে মন কৰিলে, তাইৰ কান্ধ দুটা কঁপিছে।

পিলাৰ যোৱাৰ পিছত ৰবাৰ্ট জৰ্ডানে মেৰিয়াৰ হাত দুখনত ধৰি ক'লে, "সোণ, এইবাৰ আৰু আমি মাদ্ৰিদলৈ যাব নোৱাৰিম।"

মেৰিয়াই উচুপিবলৈ ধৰিলে।

সি ক'লে "নাকান্দিবা সোণ, কান্দিছা কিয় ? এতিয়া আমি মাদ্ৰিদলৈ নেযাওঁ সঁচা, কিন্তু এতিয়া তুমি য'লৈকে যোৱা, ময়ো ত'লৈকে তোমাৰ লগতে যাম।"

মেৰিয়াই একো কথা নক'লে, দুহাতেৰে তাক সাবটি ধৰি তাৰ গালত মুৰ থৈ বহি থাকিল।

ৰবাৰ্ট জৰ্ডানে আকৌ ক'লে, "কেঁচাসোণ, মই যি কৈছোঁ, ভালকৈ মন দি শুনা।" —সি বুজিছে, এতিয়া লৰালৰি নহ'ব—তেওঁৰ সৰ্বাঙ্গ ঘামত তিতি গৈছে। কিন্তু কথাটো ক'বই লাগিব, মেৰিয়াক বুজাবই লাগিব ঃ "কেঁচাসোণ, তুমি এইবাৰ যাবই লাগিব ; কিন্তু ময়ো তোমাৰ লগতে থাকিম। আমাৰ মাজত এটা যিমান পৰ জীয়াই থাকিম, সিমান পৰ আমি দুয়ো জীয়াই আছো বুলি ধৰিবা। মোৰ কথা বুজিছানে নাই ?"

"ওঁহো। মই তোমাৰ লগতে থাকিম।"

"নহয়, কেঁচাসোণ, এতিয়াৰ কৰিবলগীয়া কাম মই অকলেই কৰিব লাগিব। তুমি লগত থাকিলে মই ভালকৈ কাম কৰিব নোৱাৰিম। তুমি গ'লে মোৰো যোৱা হ'ব। কথাটো জানো বুজা নাই ? আমাৰ মাজত এজন জীয়াই থাকিলেই আমি দুয়োজনেই থাকিম।"

"মই তোমাৰ লগতে থাকিম।"

"কেঁচাসোণ, এইবোৰ কাম সকলোৰে একেলগে কৰিব নোৱাৰে। প্ৰত্যেকেই বেলেগে বেলেগে কৰিব লাগে। কিন্তু তুমি যদি গুচি যোৱা, তেন্তে ময়ো তোমাৰ লগতে যাম। ময়ো তোমাৰ লগে লগে যাম, লগতে থাকিম,—তাকে কৰিবলৈ হ'লে এনেকৈয়ে কৰাটোহে সম্ভৱ। তুমি যাবাই, মই সেইকথা জানো। তুমি লখিমী ছোৱালী,—কথা শুনা, আমাৰ দুয়োৰে হৈ তুমি এতিয়া যাবই লাগিব।"

মেৰিয়াই ক'লে, "মই দেখোন তোমাৰ লগত থকাটোহে ভাল। তোমাৰ লগত থকাটোহে উচিত মোৰ পক্ষে।"

"সেইটো হয়। সেই বাবেই কৈছোঁ, তুমি যোৱা, গ'লে মোৰ উপকাৰ কৰা হ'ব। তুমি এইটো কাম কৰিব পাৰিবা, মোৰ মুখলৈ চাই তুমি যোৱা, সোণ !"



"কিন্তু, ৰবাৰ্ট, তুমি বুজা নাই, মোৰ কথাটোও এবাৰ ভাবি চোৱা। ইয়াৰ পৰা গুচি গ'লে মই যে বৰ দুখ পাম।"

তেওঁ ক'লে, "সেইটো সঁচা—তুমি বৰ দুখ পাবা। কিন্তু এতিয়া তুমি আৰু মই এক—দুটি নহয়।"

মেৰিয়া নিমাতে ৰ'ল।

ৰবাৰ্ট জৰ্ডানে তাইৰ ফাললৈ চাই আছে—তেওঁ জৰঘৰ্মাদি ঘামিছে। আকৌ তেওঁ কথা কবলৈ আৰম্ভ কৰিলে, এই কামটো কৰিবলৈ তেওঁ যিমান চেষ্টা কৰিবলগীয়া হৈছে, তেনে চেষ্টা জীৱনত কাহানিও কৰা নাই। তেওঁ ক'লে ঃ

"আমাৰ দুয়োৰে ভালৰ কাৰণেই তুমি গুচি যাব লাগিব। নগলে তুমি স্বাৰ্থপৰ হবা,—সেইটো তোমাৰ অনুচিত হ'ব, সোণ। কৰ্তব্য কৰিবই লাগিব।"

মেৰিয়াই মাত্ৰ মূৰ দুপিয়ালে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি আৰু মই অভিন্ন। সেইটো তুমি নিশ্চয় বুজিছা।" তাৰ পিছত আকৌ ক'লে, "সোণ, মোৰ কথা শুনা, তুমি গ'লেই সঁচাই মোৰো যোৱা হ'ব। মই শপত খাই কৈছোঁ। এই কথা সঁচা।"

তাই একো নকলে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "এইবাৰ তুমি সকলো কথা বুজিব পাৰিছা নিশ্চয়। মই জানিছোঁ, তুমি ধৰিব পাৰিছা। যোৱা, তুমি মোক কথা দিছা যাম বুলি, নহয় জানো ?" কিন্তু মেৰিয়াই একো নেমাতিলে।

"তুমি সন্মত হৈছা, বুজিছোঁ,—ধন্যবাদ। লখিমী ছোৱালীৰ দৰে তুমি যাবাগৈ—গ'লে সোনকালেই যোৱা, বহুত দূৰলৈ যোৱাগৈ—আৰু তুমি গলে আমাৰ দুয়োৰেই যোৱা হ'ব। বাৰু, তোমাৰ হাতটো ইয়াত থোৱা,—তলমূৰ কৰা,—নহয়, নহয়, মূৰটো তললৈ কৰা,—অঁ, হৈছে হৈছে। মোৰ হাত তোমাৰ মূৰত থৈছোঁ—লখিমী ছোৱালী, এইবাৰ আৰু থেৰোগেৰো নকৰিবা। উচিত কামকে তুমি কৰিবলৈ ওলাইছা। তুমি আদেশ পালন কৰিব খুজিছা। মোৰ আদেশ নহয়—আমাৰ দুয়োৰে আদেশ—তোমাৰ মাজতো মই আছোঁ—তাৰ আদেশহে মানিছা। আমাৰ দুয়োৰে হৈ তুমি যোৱা। সঁচাই কৈছোঁ মই। তুমি এতিয়া যোৱা মানে দুয়ো যোৱা। এই কথা মই শপত খাই কৈছোঁ—লখিমী ছোৱালী যোৱা, এইবাৰ তুমি গুচি যোৱা।"

সি পাব্‌লোক ইঙ্গিত দিলে। পাব্‌লোৱে ইমান পৰ গছতলত বৈ তালৈ লুকাই চাই আছিল। সি তাৰ কাষলৈ গ'ল। তাৰ পিছত ঠাঁৱে-চিয়াঁৰে সি পিলাৰকো মাতিলে।

সি ক'লে, "কেঁচাসোণ, আন এটা সময়ত আমি মাদ্রিদলৈ যাম। সঁচাকৈয়ে কৈছোঁ। যোৱা, উঠা, যোৱা,—তেতিয়াহলে, আমাৰ দুয়োৱেই যোৱা হ'ব। উঠা, শুনিছানে নাই ?"

তাই তেওঁৰ ডিঙিত টানকৈ সাবটি ধৰি ক'লে, "নাই শুনা।"

ইমান পৰ ৰবার্ট জর্ডানে শান্তভাৱে বুজাই-বঢ়াই কথা কৈ আছিল; এতিয়া কিন্তু আদেশ দি কলেঃ "উঠা, এতিয়া তুমি যেই ময়ো সেই। এতিয়াও মোৰ যিখিনি থাকিব, সেইখিনি তোমাৰ মাজতে থাকিব। উঠা, যোৱা।"

মেৰিয়াই তলমূৰকৈ উচুপি উচুপি থিয় হ'ল। তাৰ পিছত তাই আকৌ তাৰ কাষত ঘপহ্‌কৈ বহি দিলে। ৰবার্ট জর্ডানে ক'লে, "কেঁচাসোণ, মোৰ সোণ, উঠা, যোৱা।"

তাই তেতিয়া লাহে লাহে ভাগৰে ধৰা মানুহৰ দৰে আকৌ থিয় হ'ল।

পিলাৰে আহি তাইৰ হাতত ধৰিলেহি—তাই তেতিয়াও সেই ঠাইতে বৈ আছে।

পিলাৰে ক'লে, "ব'ল, আমি যাওঁ।" তাৰ পৰা ৰবার্ট জর্ডানৰ পিনে চাই সুধিলে, "তোমাৰ কিবা বস্তুৰ দৰ্কাৰ হ'ব নে কি, ইংলেচ ?"

তেওঁ ক'লে, "একো নেলাগে।" তাৰ পিছত মেৰিয়ালৈ চাই ক'লে, "সোণ, বিদায় ল'ব নেলাগে, তোমাৰ আৰু মোৰ মাজত কোনো প্ৰভেদ নাই। ঈশ্বৰে অনুগ্ৰহ কৰিলে, গ্ৰেদোচত তোমালোকে নিৰাপদে থাকিব পাৰিবা। এতিয়া যোৱাগৈ দেই।" পিলাৰে মেৰিয়াক ধৰি যাবলৈ ধৰিলে। ৰবার্ট জর্ডানে তেতিয়াও শান্তভাৱে তাইক বুজাই আছে—"ওঁহো, পাছলৈ নেচাবা। ৰেকাবত ভৰি তুলি দিয়া। অঁ, ৰেকাবত ভৰি দিয়া।" তাৰ পিছত পিলাৰলৈ চাই ক'লে, "তাইক ধৰি তুলি দিয়া। জিনথনৰ ওপৰত বহুৱাই দিয়া। অঁ, এইবাৰ জাপ মাৰি বহি লোৱা।"

ৰবার্ট জর্ডানে মুখ ঘূৰালে। তেওঁ তেতিয়া ঘামিছে। গৰাটোৰ তললৈ এবাৰ চাই আকৌ তাইৰ ফালে চালে। মেৰিয়া এতিয়া ঘোঁৰাৰ জিনৰ ওপৰত



বহি আছে। কঁপিতে পিলাৰ, ঠিক পাছে পাছে পাব্‌লো। তেওঁ কলে, "এইবাৰ যোৱাঁগৈ দেই।"

মেৰিয়াই আকৌ পাছলৈ চাব খুজিছিল। ৰবার্ট জর্ডানে ক'লে, "ওহোঁ, উভতি নেচাবা। গৈ থাকা।" পাব্‌লোৱে ছান্দনী-জৰীৰে ঘোঁৰাটোক একোব লগালে। আটায়ে ভাবিলে, মেৰিয়া হয়তো এইবাৰ জিনৰ ওপৰৰ পৰা নামি যাব, কিন্তু পাব্‌লো প্ৰায় তাইৰ গা-তে গা-লগাই ঘোঁৰাত উঠি গৈছে—পিলাৰে তাইক ধৰিছে। তিনিওটা ঘোঁৰা পাহাৰৰ ভাঁজ পাৰ হৈ ওপৰ ফালে যাবলৈ আৰম্ভ কৰিলে।

মেৰিয়াই পাছলৈ চাই চিঞৰিবলৈ ধৰিলে, "ৰবার্ট, মোক থাকিবলৈ দিয়া, তোমাৰ কাষত থাকিবলৈ দিয়া।"

ৰবার্ট জর্ডানেও চিঞৰি চিঞৰি উত্তৰ দিলে, "মই তোমাৰ লগতে আছোঁ। এতিয়া মই তোমাৰ লগে লগেই গৈছোঁ। আমি দুয়ো সদায় একেলগে থাকিমেই। গৈ থাকা।"

পাহাৰৰ ভাঁজত সিহঁত নেদেখা হ'ল। সি জৰ্‌জৰ্‌কৈ ঘামিছে, শূন্য দৃষ্টিৰে চাৰিওফালে চাইছে।

অগষ্টিন তেওঁৰ কাষতে বৈ আছিল। সি চাপৰি গৈ সুধিলে, "ইংলেচ, তোমাক গুলী কৰি মাৰিম নে কি ? তুমি যদি তাকে বিচাৰিছা, কোৱা, মোৰো একো আপত্তি নাই।"

ৰবার্ট জর্ডানে ক'লে, "ওহোঁ, সেইটো কৰিব নেলাগে। তুমি ৰাওনা কৰা। মই ভালেই আছোঁ।"

অগষ্টিনৰ চকুত পানী—কান্দি কান্দি সি ৰবার্ট জর্ডানৰ চেহেৰাটোকে মনিব নোৱাৰা হ'ল। সি ক'লে, "চালাম, ইংলেচ।"

ৰবার্ট জর্ডানে উত্তৰ দিলে, "চালাম," তেওঁ গৰাটোৰ সিপাৰে তললৈ চাই আছে। "সেই চুটি চুলিৰ মানুহজনীক ভালকৈ চাবা। চাবা নে ?"

অগষ্টিনে ক'লে, "সেই বিষয়ে তুমি চিন্তা নকৰিবা।—যিখিনি দৰকাৰ, তোমাৰ আছেনে ?"

ৰবার্ট জর্ডানে ক'লে, "এই মেচিন-গানটোৰ কেইটামান মাত্ৰ কাট্ৰিজ আছে। সেই কাৰণে এইটো ময়ে ৰাখিছোঁ। ইয়াৰ কাৰণে কাট্ৰিজ তোমালোকে যোগাৰ

কৰিব নোৱাৰা।—আৰু দুটা যে আছে,—তাৰে এটা পাব্‌লোৰ হাতত আছে—সেই দুটাৰ বাবে যোগাৰ কৰিব পাৰিবা।"

অগষ্টিনে ক'লে, "তুমি যেতিয়া পৰিছিলা, তেতিয়া তোমাৰ বন্দুকৰ নলীটো ধূলি সোমাই মুখখনত সোপা লাগিছিল। মই ভিতৰৰ ধূলি-মাকতি উলিয়াই নলীটো চাফা কৰি থৈছোঁ।"

"সেই মাল-বস্তু কঢ়িওৱা ঘোঁৰাটোৰ কি হ'ল?"

"জিপচিটোৱে তাক ধৰি পেলালে।"

অগষ্টিন ঘোঁৰাত উঠিল, কিন্তু তাৰ যাবৰ মন যোৱা নাই। যিজোপা গছৰ তলত ৰবাৰ্ট জৰ্ডান পৰি আছে, তাৰ ফালে কাতি হৈ তেওঁক সি চাইছে।

ৰবাৰ্ট জৰ্ডানে ক'লে, "তুমি এতিয়া যোৱাগৈ, বুঢ়া। যুঁজৰ সময়ত এইবোৰ হয়েই।"

অগষ্টিনে ক'লে—"যুদ্ধ—কি কদৰ্য বস্তু এই যুদ্ধ—বেশ্যাবৃত্তিৰ নিচিনা বৰ বেয়া কথা।"

"হয়, হয়, কিন্তু তুমি এতিয়া যোৱাগৈ।"

অগষ্টিনে তেওঁৰ সোঁ-হাতখনত ধৰি ক'লে, "চালাম, ইংলেচ।"

ৰবাৰ্ট জৰ্ডানে ক'লে, "চালাম, ভাই, তুমি এতিয়া যোৱা।"

অগষ্টিনে তেওঁৰ ঘোঁৰাটো ঘূৰালে। সি তাৰ মুঠিমৰা হাতখন ইমান জোৰেৰে তললৈ নমাই আনিলে যে, সি যেন সেই হাতেৰে ঠাঁৰে-চিয়ঁৰে কিবা শাওহে দিলে। তাৰ পিছত পাহাৰৰ ভাঁজ পাৰ হৈ ঘোঁৰা চলাই ওপৰ ফালে যাবলৈ ধৰিলে। ইবিলাক ইতিমধ্যে নেদেখা হ'ল। পাহাৰৰ এই ভাঁজটো পাৰ হ'লে হাবিৰ মাজলৈ সোমোৱা বাট পায়। তাতে সি মুঠিমৰা হাতখনেৰে বিদায় অভিবাদন জনালে। ৰবাৰ্ট জৰ্ডানেও হাত ডাঙি উত্তৰ দিলে। ইয়াৰ পিছত অগষ্টিনো ক্ৰমে নেদেখা হ'ল। ৰবাৰ্ট জৰ্ডানে সেউজীয়া ঘাঁহ ছাটি ধৰা পাহাৰৰ গালৈ চালে, তাৰ পিছতে তলৰ ৰাস্তা আৰু দলঙখনলৈ মন কৰিলে। সি ভাবিলে, মই তো ভালেই আছোঁ। এনেকৈ থাকিলে কোনো লোকচান নাই। ওপৰলৈ মূৰ কৰি শুই এতিয়া লাভ নাই—তেনে কৰিলে বিপদহে সম্ভাৱনা। ভগা ভৰিটো লৈ এইদৰে মাটিত পৰি থকাৰো এতিয়া দৰকাৰ নাই। এনেকৈ বহি থাকিয়েই বহুত কিবাকিবি চাব পাৰিছোঁ।

এতিয়া সকলো কাম শেষ হৈছে—সিহঁত আটাইবোৰ গলেই—সি যেন



এতিয়া বৰ ক্লান্ত। সি অনুভৱ কৰিলে, ভিতৰখন যেন একেবাৰে খালি অন্তঃসাৰশূন্য হৈ পৰিছে। মুখলৈ পিত্তৰস উজাৰ খাই আহিছে—তিতা তিতা লাগিছে। অৱশেষত সকলো কামৰ পৰা অব্যাহতি পাইছে। অতীতত যিবোৰ হৈ গ'ল, সেইবোৰ হৈ গ'লেই, ভৱিষ্যতে যদি কিবা হ'ব লগা আছে, সি হ'বই,—তাৰ নিজৰ ফালৰ পৰা এতিয়া আৰু একো সমস্যা নাই।

সিহঁত আটাইবোৰ আঁতৰি গ'ল—সি অকলে গছজোপাতে আঁউজি বহি আছে। ঘাঁহেৰে সেউজীয়া হৈ থকা গৰাটোৰ তললৈ চাই সি দেখিলে, বগা ঘোঁৰাটো পৰি মৰি আছে—অগষ্টিনে তাক গুলী কৰি মাৰি পেলালে। গৰাৰ আৰু তললৈ ৰাস্তাটোও ওলাইছে,—তাৰ সিফালে গছ-গছনিৰে ভৰপূৰ অৰণ্য। তাৰ পিছত দলঙখন আৰু দলঙখনৰ সিপাৰলৈ চাই দেখিলে, ৰাস্তা আৰু দলঙৰ ওপৰত মানুহ কামত লাগিছে। ৰাস্তাটোৰ তলফালে বৈ থকা ট্ৰাকবোৰো তেওঁৰ চকুত পৰিল। গছ-গছনিৰ সুৰুঙাইদি সেইবোৰৰ বগা ৰং জিলিকি আছে। তাৰ পিছত তেওঁ ৰাস্তাৰ ওপৰ ফাললৈ মন কৰিলে—সেইখিনিতে ৰাস্তাটো পাহাৰৰ ওপৰৰ পৰা তললৈ নামিছে—তেওঁ ভাবিলে, সিহঁত সোনকালেই ওলাবহি পাৰে।

পিলাৰে তাইৰ যত্ন লব—মানুহে যিমান কৰিব পাৰে সিমান কৰিব। এই কথা তুমি জানাই। পাব্‌লোৰ পৰিকল্পনা সম্ভৱতঃ নিখুঁত, নহলে সি সেইমতে কাম নকৰিলেহেঁতেন। পাব্‌লোক লৈ চিন্তা কৰাৰ আৱশ্যক নাই। মেৰিয়াৰ কথা ভাবিনো কি লাভ আছে? তাইক তুমি যিবোৰ কথা ক'লা, সেইবোৰ তুমিও বিশ্বাস কৰিবলৈ চেষ্টা কৰা। সেইটোৱেই উত্তম পন্থা। সেইবোৰনো মিছা বুলি কোনে ক'ব পাৰে? তুমি অন্ততঃ নোৱাৰা। একোপক্ষেই তুমি সেই কথা ক'ব নোৱাৰা,—যদি তুমি মিছা বুলি কোৱা, তেনেহলে এতিয়ালৈকে যিবোৰ ঘটনা ঘটিছে সেইবোৰো মিছা বুলি তুমি ক'ব লাগিব। তোমাৰ অন্তৰত যি বিশ্বাস আছে তাক ৰক্ষা কৰিবলৈ চেষ্টা কৰা। সকলো কথাতে অবিশ্বাসী নহ'বা। সময় নিচেই কম—আৰু এইয়া, এইমাত্ৰহে তাইক তুমি বিদায় দিছা। শক্তি চাইহে ভক্তি। তোমাৰ নিজৰ বাবে হয়তো একো কৰিবলৈ নাই। কিন্তু আৰু এটি প্ৰাণীৰ বাবে তুমি অলপ কাম কৰিব পাৰা। যি কি নহওক, এই চাৰিদিন দুয়োৰে

বৰ ভাগ্য। নহয়, ঠিক চাৰিদিন নহয়। সেইখিনি মই যেতিয়া প্ৰথম প্ৰথম পাওঁগৈ, তেতিয়া আবেলি—আৰু আজি সকলো শেষ হওঁতে বেলি হুপৰেই নহ'ল। এইটো লেখেৰে তিনিদিন তিনি ৰাতিয়েই পূৰ নহ'লগৈ। হিচাপত ভুল নকৰিবা, তেওঁ ভাবিলে, হিচাপ সদায় নিখুঁত হ'ব লাগে।

তেওঁ আকৌ ভাবিবলৈ ধৰিলে—তুমি এতিয়া মাটিত দীঘল দিয়াই ভাল। বাটকুৰি বাই ভাগৰ লগা মানুহৰ দৰে গছত আঁউজি বহি নেথাকি ইফালে-সিফালে ঘূৰি দৰকাৰী কাম কৰিব পৰাকৈ ভাল ঠাই এটুকুৰা বিচৰাই উচিত। তোমাৰ ভাগ্য ভাল বুলিয়েই ধৰিবা। ইয়াতোকৈও ডাঙৰ বিপদ হোৱা হ'লে কি কৰিলাহেঁতেন? এদিন নহয়, এদিন, সকলোৰেই এই অৱস্থা হয়। মৰিব লাগিব বুলি যদি জানিছাই,—তেনেহলে মৰিবলৈ ভয় কিহৰ? কি কোৱা? ওহোঁ, সঁচাই, ভয় কৰিবলগীয়া একো নাই। এই স্নায়ুবোৰ ঠেটেলা খাই যোৱাটো বৰং ভালেই হৈছে। হাড় য'ত ভাগিছে—তাৰ তলছোৱাত কিবা বাকী আছে বুলি মই গম ধৰিব পৰা নাই।—ভৰিৰ তলছোৱা তেওঁ এবাৰ হাতেৰে ছুই চালে। সেইটুকুৰা যে তাৰ দেহটোৰে এছোৱা, সেইটো অনুভৱ নহ'ল তেওঁৰ।

সি গৰাটোৰ তলফালে এবাৰ চালে। চাই চাই ভাবিবলৈ ধৰিলে, এই জীৱনটো এৰি থৈ গুচি যাব লাগিব—সেইটোৰেই মোৰ দুখ। মোৰ যিখিনি গুণ আছিল, তাৰে জীৱন-কালত অলপ নহয় অলপ ভাল কাম কৰিব পাৰিছোঁ যেন লাগিছে। "আছিল" নহয়, "আছে" বুলি কোৱা। এৰা, আছে,—যিমান খিনি গুণ "আছে।"

যি বিশ্বাস কৰোঁ তাৰ কাৰণেই এটা বছৰ যুঁজ কৰিছোঁ। ইয়াত যদি আমি জিকোঁ, তেনেহলে সকলো ঠাইতে আমাৰ জয় হ'বই। পৃথিৱী বৰ ধুনীয়া ঠাই—ইয়াৰ কাৰণে যুঁজ কৰি ভাল লাগে। এনেহেন ধুনীয়া পৃথিৱী এৰি যাবলৈ টান। সি নিজকে উদ্দেশ্য কৰি কলে—তোমাৰ কপাল ভাল, ইমান সুন্দৰভাৱে তুমি জীৱন কটাব পাৰিছা! ককাদেউতাৰ জীৱনটো যেনে সুন্দৰ, তোমাৰ জীৱনো তেনে চমৎকাৰ—কিন্তু সিমান দীৰ্ঘজীৱন তুমি নেপালা। আৰু শেহৰ এই দিন কেইটা—এই কেইটা দিনৰ বাবেও তোমাৰ জীৱন সুখৰ হৈছে—ইয়াতকৈ সুখৰ জীৱন আৰু কাৰ হ'ব পাৰে? তোমাৰ ভাগ্য বৰ ভাল, তোমাৰ একো অভিযোগ



থাকিব নোৱাৰে। কিন্তু, মই জীৱনত যিখিনি শিকিলোঁ, তাক যদি সকলোকে শিকাই যাব পাৰিলোঁহেঁতেন, তেনেহলে বৰ ভাল হ'লহেঁতেন! শেহলৈ লৰালৰিকৈ হ'লেও মই ভালেখিনি শিকিছিলোঁ। কাৰকভৰ লগত অলপ কথা-বতৰা হ'ব পৰা হ'লে ভাল আছিল। তেওঁ মাদ্ৰিদত আছে। এই পাহাৰবোৰ পাৰ হৈ "নামিলেই ভৈয়াম—সেই ভৈয়ামৰো সিপাৰে আছে। আৰু তললৈ ধূসৰ প্ৰস্তৰ, পাইনৰ হাবি, জোপোহা কাঁইটীয়া গছ-গছনি পাৰ হৈ তুমি হালধীয়া ওখ মালভূমিৰ সিপাৰে শুভ্ৰ-সুন্দৰ নগৰী দেখিবলৈ পাবা! পিলাৰে কেইজনীমান বুঢ়ীৰ কথা কৈছিল, সিহঁতে কচাই-খানালৈ গৈ কেঁচা তেজ খায়—সেইবোৰ যিদৰে সঁচা, মাদ্ৰিদৰ শুভ্ৰ সৌন্দৰ্যও তেনেকৈ সত্য। এটা বস্তু সঁচা হ'ব নোৱাৰে, আটাইবোৰেই সত্য। এৰ'প্লেনবোৰলৈ মন কৰা, সকলো এৰ'প্লেনেই সুন্দৰ,—তেহেলে সেইবোৰ আমাৰেই হওক বা সিহঁতৰে হওক। সিহঁত জানো সঁচাকৈয়ে সুন্দৰ?—তেওঁ নিজকে সুধিলে।

তেওঁ ভাবিলে,—এইবাৰ তুমি নিজক চম্ভালি লোৱা, বুজিলা? সময় থাকোঁতেই ভালকৈ বহি লোৱা। আৰু এটা কথা। মনত আছেনে? সেই যে পিলাৰে হাতখন দেখুৱাইছিল! এইবোৰ কথা জানো তুমি বিশ্বাস কৰা? ওহোঁ, মই বিশ্বাস নকৰোঁ। আজি ৰাতিপুৱা এইবোৰ মৰা-কটা আৰম্ভ হোৱাৰ আগতে তাইৰ তেনে আচৰণ বৰ ভাল লাগিছিল। সেইবোৰ কথা মই বিশ্বাস কৰিছিলোঁ বুলি তাই হয়তো আশঙ্কা কৰিছিল। মই সেইবোৰ বিশ্বাস নকৰোঁ, তাই কিন্তু কৰে। সিহঁতে হয়তো কিবা দেখে নতু মনে মনে কিবা অনুভৱ কৰে। চিকাৰী কুকুৰে যেনেকৈ পাৰে, ঠিক তেনেকৈ। পিছ মুহূৰ্ততে তেওঁ নিজকে সুধিলে—অতীন্দ্ৰিয় উপলব্ধি বুলি জানো কিবা আছে? কু-মন্ত্ৰ-কুসংস্কাৰ জানো সঁচা? তেওঁ ভাবিবলৈ ধৰিলে, তাই বিদায় সম্ভাষণ জনোৱা নাই, কিয়নো, তেনে কৰিলে মেৰিয়া যাবলৈ মান্তি নহয় বুলি তাই জানে। পিলাৰ মাইকী মানুহ যি মাইকী মানুহেই। যাওক, সেইবোৰ,—এইবাৰ নিজে ঘূৰি বহিবলৈ চেষ্টা কৰা। কিন্তু তেনে চেষ্টা কৰিবলৈ সমূলি মন যোৱা নাই।

এই সময়তে তাৰ মনত পৰিল, পটলুঙৰ পাছফালৰ জেপটোত এটা সৰু চেপেটা বটল আছিল। তেওঁ ভাবিলে, যি বস্তু খালে অনায়াসে

দৈত্য-দানৱ বধ কৰিব পাৰি, তাৰ অলপমান মই খাই লওঁ। তাৰ পিছত ঘূৰি বহিবলৈ চেষ্টা কৰিম। কিন্তু জেপত হাত দি চাই দেখিলে যে, বটলটো তাত নাই। এইৰূপ সান্ত্বনাৰ থল হেৰাই যোৱা বাবে তেওঁ নিজকে বৰ অসহায় যেন অনুভৱ কৰিলে। মনে মনে কলে, এই বস্তুটোৰ ওপৰত দেখোন মই ভালেখিনি নিৰ্ভৰ কৰিছিলোঁ।

"কি হ'ল? পাৰ্‌লোৱেই নিলে নে কি? ছিঃ, ছিঃ, মূৰ্খৰ দৰে কথা নকবা। দলঙৰ কাম কৰি থাকোঁতেই ময়েই বটলটো হেৰুৱালোঁ। এইবাৰ, এইবাৰ বলা জৰ্ডান, এইবাৰ ভালকৈ সিফালে বহি লোৱা।" সি নিজকে ক'লে।

ইমান পৰে যি জোপা গছত পিঠি দি সি আঁউজি আছিল, এইবাৰ তাৰ কাষতে সি শুলে। বাওঁ ভৰিটো দুই হাতেৰে ধৰি জোৰেৰে তললৈ টানিলে? এনেকৈ ওপৰলৈ মূৰ কৰি শুই সি ভৰিটো ধৰি জোৰেৰে টানিবলৈ ধৰিলে,—যাতে ভগা হাড়ৰ মুখ লাগি ছালখন ফুটি নেযায়। সেই অৱস্থাতে সি তপিনাৰ ওপৰত ভৰ দি লাহে লাহে ঘূৰিল। শেষত তাৰ মূৰৰ পাছভাগটো গৰাটোত ওলমি পৰিল। তাৰ পিছত ওপৰ-মুৱা হৈ পৰি থকা ভগা ভৰিটো দুই হাতেৰে ধৰি বাওঁ ভৰিৰ পতাৰ ওপৰত সোঁভৰিৰ তলুৱাৰে হেঁচা মাৰি জোৰেৰে লুটি-বাগৰ দিলে। সি তেতিয়া বৰকৈ ঘামিছে। তাৰ পিছত কিলাকুটিৰ ওপৰত ভেজা দি অলপ ওপৰলৈ উঠি সোঁ-ভৰিৰে জোৰেৰে ঠেলা মাৰি বাওঁ ভৰিটো দীঘলীয়াকৈ থৈ দিলে। এৰা, এইবাৰহে ভাল হৈছে। আঙুলিৰে বাঁও ভৰিৰ উৰুটো চুই চালে। ঠিকেই আছে। হাড়ে ছাল ফুটোৱা নাই। ভগা হাড় মাংসৰ মাজতে সোমাই আছে।

তাৰ মনত খেলালে,—হতভগীয়া ঘোঁৰাটো যেতিয়া আছাৰ খাই পৰি গ'ল, তেতিয়াই ডাঙৰ স্নায়ুডাল ঠেটেলা খালে। এতিয়া সঁচাই বৰকৈ বিষোৱা নাই, মাত্ৰ লৰচৰ কৰিলেহে অলপ বিষায়। সেইটো হয় যেতিয়া ভগা হাড় আন কিহবাত লাগে। চোৱা, নিজকে নিজেই কলে, তোমাৰ কপাল কেনে ভাল! সেই মহাশক্তিশালী বস্তুকণো তুমি আৰু খাবলগীয়া নহ'ল!

সি হাতেৰে চাব-মেচিনগানটো চপাই আনিলে, কাৰ্ট্ৰিজ কিলিপটো উলিয়াই জেপত হাত দি আন এটা কিলিপ্ বিচাৰিলে। বন্দুকৰ কজা খুলি নলীৰ ভিতৰখন চালে, তাৰ পিছত নতুন কিলিপটো লগাই দি গৰাটোৰ তলফালে



চাই থাকিল। মনে মনে ভাবিলে, আৰু সম্ভৱতঃ আধাঘণ্টা। এতিয়া আৰু একো নাই, হৈ যাব।

ইয়াৰ পিছত তেওঁ এবাৰ পাহাৰলৈ, এবাৰ পাইন-গছবোৰলৈ চাবলৈ লাগিল। মনলৈ যাতে একো চিন্তা নাহে তাৰ বাবে সি সাৱধান হ'ল।

নৈখনৰ ফালে এবাৰ চালে। দলঙখনৰ তলৰ চেঁচা-চেঁচা লগা ছাঁত কাম কৰি থাকোঁতে কেনে লাগিছিল তাৰ কথা তেওঁৰ মনত পৰিল। সি ভাবিলে, এতিয়া সিহঁত আহিলেই হয়। সিহঁত অহাৰ আগতে মই জ্ঞান-বুদ্ধি হেৰুৱালেহে বেয়া হ'ব। তেনে যেন নহয়।

বাৰু, তুমি কি ভাবা? মৃত্যু কাৰ কাৰণে সহজ? যিসকল ধৰ্ম-বিশ্বাসী তেওঁলোকৰ নে পোনে পোনেই মৃত্যুক যি সহজে মানি লয় তেওঁলোকৰ? অৱশ্যে তেওঁবিলাকে ধৰ্ম-বিশ্বাসৰ পৰা বহুত সান্ত্বনা পায়, কিন্তু ইয়াক ভয় কৰিবলগীয়া একো নাই। যি সকলে নিজৰ ধৰ্মবিশ্বাস নাই বুলি ভাবে, সেইসকলেহে কষ্ট পায়। মৰোঁতে কেতিয়াবা সময় লয়, কেতিয়াবা এনে যন্ত্ৰণা হয়, যে নিজকে অতি হীন বুলি ধাৰণা হয়। তেতিয়াই মৃত্যু কষ্টকৰ হৈ উঠে। তোমাৰ কপাল কিমান ভাল? দেখিছানে নাই? তুমি এইবোৰ একো ভুগিবলগীয়া হোৱা নাই।

সিহঁত নিৰাপদে গ'ল গৈ—এইটোও মোৰ পৰম সৌভাগ্য। সিহঁত গ'ল—এতিয়া আৰু সিহঁতৰ যিয়েই নহওক, মোৰ তাত কৰিবলগীয়া একো নাই। মই যেনে হব লাগে বুলি ভাবিছিলোঁ, সেয়েই হ'ল। যিটো বিচাৰিছিলোঁ তাকেই পাইছোঁ। ভাবি চোৱাচোন, সেই বগা ঘোঁৰাটো যত পৰি আছে ঠিক তাতেই যদি সিহঁত আটাইবোৰ পৰি মৰি থাকিলহেঁতেন, তেনেহলে কি হ'লহেঁতেন? নতু, আমি আটাইবোৰ যদি ইয়াতে বন্দী হৈ মৃত্যুৰ বাবে অপেক্ষা কৰিবলগীয়া হ'লহেঁতেন—তেনেহলে?—ওহোঁ, সিহঁত এতিয়া গ'ল—বহুত দূৰ গলগৈ। এতিয়া আমাৰ আক্ৰমণ সফল হ'লেই হয়! তুমি কি বিচাৰিছা?—তোমাক আটাইবোৰ লাগে—নহয়? এৰা, মোক আটাইবোৰেই লাগে, অৱশ্যে যি পাওঁ তাতেই মই সুখী। এই আক্ৰমণ যদি ব্যৰ্থ হয়, হ'লে হওক—হ'ব কি? আকৌ আক্ৰমণ হ'ব। এৰোপ্লেনবোৰ যে কেতিয়া উভতিল, মই মনেই কৰিবলৈ নহ'ল। ঈশ্বৰৰ অনুগ্ৰহত মেৰিয়াক মই আঁতৰাই পঠিয়াব পাৰিলোঁ। মোৰ কপাল বৰ ভালেই বুলিব লাগে।

এই সাধুটো যদি ককাদেউতাক কব পাৰিলোঁহেঁতেন, তেনেহলে বৰ ভাল হ'লহেঁতেন! এইদৰে অকলে অকলে মানুহ বিচাৰি বিচাৰি এনে এটা তেওঁ কেতিয়াও কৰা নাই—এই কথা মই ডাঠি ক'ব পাৰোঁ! কিন্তু—সেইটো তুমি জানিলা কেনেকৈ? তেওঁ হয়তো এনেকুৱা কাম ডেধাৰ কৰিছে। ওঁহো,—তেওঁ ভাবিবলৈ ধৰিলে—এনেকৈ বঢ়াই কথা নকৰা। এনেকুৱা কাম বেছিকৈ কোনেও কৰিব পৰা নাই। এনে কাম পাঁচোটাইও কৰিব নোৱাৰে। ঠিক এনে কাম এটাও হয়তো কৰা নাই। নহয়, নহয়, কোনোবাই নিশ্চয় কৰিছে।

তেওঁ নিজে নিজে ক'লে,—এইবাৰ সিহঁত আহিলেই ভাল হয়। সিহঁত এতিয়াই অহা ভাল, কাৰণ ভৰিৰ বিষ এইয়া আৰম্ভ হৈছে। নিশ্চয় সেই উখহা ঠাইটুকুৰাই বিষাইছে।

তেওঁ অনৰ্গল ভাবিবলৈ ধৰিলে—ভালে ভালেই আমি গৈ আছিলোঁ, ঠিক এনে সময়তে গুলীটো আহি পৰিলহি। কিন্তু মই যেতিয়া দলঙৰ তলত আছিলোঁ, তেতিয়া পৰা হ'লে সৰ্বনাশ—কপাল ভাল গুণে নপৰিল। গুৰিতে যদি ভুল হয়, তেনেহলে কিবা খেলিমেলি হবই হব। ওপৰৱালাসকলে গলঝক আদেশ দিওঁতেই তোমাৰ অৱস্থা কাহিল হ'ল। এই কথাটো তুমি আগৰে পৰা জানা, পিলাৰেও হয়তো কথাটো ধৰিব পাৰিছিল। ইয়াৰ পিছত এইবোৰ কাম নিয়াৰিকৈ আমি কৰিব পাৰিম। লগতে লৈ ফুৰিব পৰা বাৰ্তা-প্ৰেৰক চৰ্ট-ৱেভ ৰেডিঅ' এটাৰ বৰ দৰকাৰ। এৰা, বহুত বস্তুৰেই লগত লাগে। মোৰ ভৰি এটাও বঢ়াই লগত নিয়া উচিত।

সি হাঁহিলে। ইহঁাৰ লগে লগে ঘামিবলৈ ধৰিলে। কিয়নো ঠেটেলা খোৱা ডাঙৰ স্নায়ুডাল এতিয়া বৰকৈ বিষাইছে। সি নিজে নিজে ক'লে, সিহঁত আহিলে এতিয়াই আহক। দেউতাই যিটো কাণ্ড কৰিলে, সেইটো কাম মই কৰিব খোজা নাই। সেইটো অনায়াসেই কৰিব পাৰোঁ, কিন্তু কৰিবলগীয়া নহলেই ভাল পাম। মই সেইটো কাম কৰাৰ পক্ষপাতী নহয়।—এইবোৰ কথা আৰু নেভাবিবা। একো কথাকে ভাবি নেথাকিবা। এই বৰ্বৰবোৰ এতিয়াই অহা হ'লে ভাল আছিল। এতিয়াও যে সিহঁত অহা নাই!

তাৰ ভৰিৰ বিষ বাঢ়িছে। বৰ যন্ত্ৰণা। আগেয়ে থকা ঠাইৰ পৰা আঁতৰি অহাৰ লগে লগে বিষ বেছি হৈছে। হয়তো এতিয়াই আত্মহত্যা কৰিব লাগিব। যন্ত্ৰণা সহ্য কৰা শক্তি মোৰ যেন বেছি নাই। শুনা, এতিয়া যদি



সেই কাম কৰি পেলাওঁ, তেতিয়া মোক ভুল বুজিবানে কি? তুমি নো কাৰ লগত কথা হৈছা?—নিজকে সি সুধিলে। সম্ভৱ ককাদেউতাৰ লগত। ওঁহো, নহয়, কাৰো লগত নহয়। বাদ দিয়া এইবোৰ—সিহঁত আহিলেই ৰক্ষা।

শুনা, সেই কাম হয়তো কৰিবলগীয়া হ'বও পাৰে—কিয়নো, অজ্ঞান হৈ পৰিলে সকলো মুদা মৰিব।' আৰু সিহঁতে যদি মোক সুস্থ কৰি তোলে, তেনেহলে নানাৰকম প্ৰশ্ন সুধিব, অত্যাচাৰো কৰিব। সেইটো মুঠেই ভাল কথা নহয়। সিহঁতে এইবোৰ যাতে কৰিব নোৱাৰে তাৰ ব্যৱস্থা কৰাই মঙ্গল। এতিয়াই যদি কামটো কৰি পেলাওঁ, বেয়া হ'ব জানো? হলেই সকলো লেঠা মৰে। কিয়নো—অঃ, শুনিছানে?—মোৰ কথা শুনা—সিহঁত এতিয়াই আহক—আহক, এতিয়াই আহক।

তেওঁ নিজে নিজেই কৈ গ'ল—এইবোৰ কামত তুমি বৰ পাৰ্গত নহয়, বুজিলা জৰ্ডান, এইটো কামত তোমাৰ সিমান পাৰ্গতালি নাই। কিন্তু এনে কামত প্ৰকৃত সুদক্ষ মানুহ জানো আছে? সেইবোৰ কথা এতিয়া জানি কি হব? কিন্তু তুমি তেনে মানুহ নহয়—কেতিয়াও নহয়। সঁচা কথা। দেখাতে তুমি তেনে মানুহ নহয়। কেতিয়াও নহয়। কামটো এতিয়াই কৰা ভাল নে কি? তুমি কি কোৱা?

ওঁহো, সেইটো নহয়। এতিয়াও তুমি কিবা কাম কৰি যাব পাৰা। তুমি কেনে কাম কৰা উচিত—এই জ্ঞান যিমান পৰ থাকে, সিমান পৰ কাম কৰিবই লাগিব। কি কৰিব লাগে সেই কথা যিমান পৰ মনত থাকিব, সিমান পৰ তুমি সুযোগৰ কাৰণে বাট চাব লাগিব। তহঁত আহ—সিহঁত আহক—আহক—এইবাৰ সিহঁত আহক।

সি ভাবিলে,—সিহঁত যে গলগৈ সেই কথাটোকে ভাবা। সিহঁত চাগৈ হাবিৰ মাজে মাজে গৈ আছে। ভাবা, তাকেই ভাবি থাকা। সিহঁতে এতিয়া মানে খাল এটা পাৰ হৈছে। ভাবা, সিহঁত সেই জোপোহা-জোপোহ বনৰ মাজেদি ঘোঁৰাত উঠি গৈ আছে। ভাবা, সিহঁতে গৰা পাৰ হৈ ওপৰলৈ উঠিছে। সিহঁত আজি ৰাতি সম্পূৰ্ণ নিৰাপদ। ভাবা, সিহঁত গোটেই নিশাটো বাটকুৰি বাইছে। দিনৰ বেলিকা সিহঁত হয়তো কৰবাত লুকাই আছে। সিহঁতৰ কথা ভাবা। বাকীবোৰ বাদ দিয়া। সিহঁতৰ কথাকে চিন্তা কৰা। কিন্তু, ক'তা, ইয়াতকৈ আৰু সিহঁতৰ কথা ভাবিবই নোৱাৰি দেখোন!

ঘটনাৰ কথা ভাবাচোন।—ওঁহো, ভাবিব নোৱাৰোঁ।। তেনেহলে মাদ্রিদৰ কথা ভাবা।—তাকো নোৱাৰি। তেনেহলে এগিলাছ চেঁচা পানী খোৱাৰ কথা মনলৈ আনা। এৰা সেইটোৱেই ভাল। ঘটনাটোও তেনেকুৱাই হব। এগিলাছ চেঁচা পানী খোৱাৰ দৰে। ওহোঁ, তুমি মিছা কৈছা। ঘটনাটোৱে সকলো শেষ কৰি দিব—ইয়াতকৈ বেছি আৰু একো নহয়। কেৱল শূন্যতা—অইন একোৱেই নহয়। তেনেহলে কামটো কৰি পেলোৱা। কৰা। এতিয়া কামটো কৰিলে দুষিবলৈ একো নাই। তেনেহলে পলম কৰিছা কিয়? কৰি পেলোৱা কামটো। নহয়, তুমি আৰু বাট চাব লাগিব। কিহৰ কাৰণে? সেইটো তুমি জানাই। বেচ্ তেনেহলে, বাট চোৱা।

সি ভাবিলে, আৰু বাট চাব নোৱাৰোঁ। আৰু যদি বাট চাওঁ, তেনেহলে জ্ঞান হেৰুৱাম। সেইকথা মই গম পাইছোঁ,—কিয়নো ইয়া ভিতৰতে তিনিবাৰ জ্ঞান হেৰুওৱাৰ উপক্রম হৈছে—গম পাইছোঁ; কোনোমতে চম্ভালিছোঁ। চম্ভালিছোঁ সঁচা, কিন্তু ইয়াৰ পিছত কি হয় ক'ব নোৱাৰি। মোৰ ধাৰণা হৈছে, তোমাৰ উৰুৰ ভিতৰখন 'ভগা হাড়ৰ' খোঁচ লাগি চাবিওকালে এৰাই গৈছে, সম্ভৱতঃ ভিতৰত ৰক্তক্ষৰণ হৈছে। বিশেষকৈ শুৱৰ সময়ত হৈছে। উখহাৰ কাৰণো সেইটোৱেই, তাৰ কাৰণেই তুমি দুৰ্বল হৈ পৰিছা, জ্ঞান হেৰুৱাব খুজিছা। এতিয়াই কামটো কৰিলে দুষিবলৈ একো নেথাকে। সঁচাকৈ কৈছোঁ, এতিয়া আত্মহত্যা কৰিলে উচিত কাম কৰা হ'ব।

কিন্তু যদি তুমি আৰু অলপ সময় বাট চাব পাৰা, যদি সিহঁতক অলপ সময় বাধা দি ৰাখিব পাৰা, নতু সিহঁতৰ অফিচাৰটোকে মাৰি পেলাব পাৰা, তেনেহলে ডাঙৰ লাভ হ'ব পাৰে। কাম এটা ভালকৈ কৰিব পাৰিলে, তাৰ ফল——

সি ভাবিলে, বাৰু, সেয়ে হওক। তাৰ পিছত সি মনে মনে শুলে। পৰ্বতৰ গৰাৰ ওপৰেদি গৈ থাকোঁতে ভৰিত লগা ৰবৰৰ টুকুৰা যেনেকৈ সৰি সৰি পৰে, ঠিক তেনেকৈ, চেতনা বিলুপ্ত হোৱাৰ উপক্রম হৈছে—সেই কথা তেওঁ গম পাইছে। কিন্তু প্ৰাণপণে তেওঁ নিজক চম্ভালি ৰাখিছে। তেওঁ নিজকে ক'লে, সিহঁত নহালৈকে যেন জ্ঞান হেৰুৱাই নেপেলাওঁ।

ৰবাৰ্ট জৰ্ডানৰ অদৃষ্ট ভাল বুলিয়েই ক'ব লাগিব, কিয়নো, ঠিক সেই



সময়তে চকুত পৰিল, অশ্বাৰোহী সৈন্যদল হাবি আৰু ৰাস্তা পাৰ হৈ এই ফালে আহিছে। সি দেখিলে, সিহঁতে গৰা বগাই ওপৰলৈ উঠিছে। তেওঁ দেখিলে। এজন সৈনিক আহি সেই বগা ঘোঁৰাটোৰ মৰাশ'টোৰ কাষত ৰ'লহি—তাৰ পিছত চিঞৰি অফিচাৰজনক মাতিলে—অফিচাৰজন তাৰ ফালে আহিল। ৰবাৰ্ট জৰ্ডানে দেখিলে, সিহঁত দুয়োটাই তলমুৱাকৈ বগা ঘোঁৰাটো চাইছে। সিহঁতে ঘোঁৰাটো চিনি পাইছে। কালি পুৱাৰে পৰা এই ঘোঁৰাটো আৰু তাৰ আৰোহীৰ সন্ধান সিহঁতে পোৱা নাই।

ৰবাৰ্ট জৰ্ডানে দেখিলে, সিহঁতে গৰাটোতে থিয় হৈ আছে,—তাৰ নিচেই কাষতেই সিহঁত আছে। তলৰ সেই ৰাস্তা আৰু দলঙখনো তেওঁৰ চকুত পৰিছে, তাৰ সিপাৰে যান-বাহনৰ দীঘলীয়া শাৰী। এতিয়া তাৰ সমগ্র সত্তা অখণ্ড হৈ পৰিছে, যি বস্তুকে চাইছে তাক পূৰ্ণ দৃষ্টিৰে চাইছে। আকাশৰ পিনে চালে। তাত বগা ডাৱৰৰ অহাযোৱা চলিছে। পাইনৰ সৰাপাতৰ ওপৰত তেওঁ শুই আছে—হাতৰ তলুৱাৰে সি সেইবোৰ ছুই চালে। যিজোপা পাইন গছৰ গুৰিত সি পৰি আছে তাৰ গা-গছৰ বাকলিতো হাত ফুৰালে।

তাৰ পিচত চাব-মেচিনগানৰ নলীটো পাইন গছৰ গুৰিত থৈ কিলাকুটিৰ ভেজা লৈ যথাসম্ভৱ বিচ্ছন্ন ভাৱে পৰি ৰ'ল।

অফিচাৰজন এইবাৰ জৰ্ডানহঁতৰ দলৰ ঘোঁৰাৰ খোজ অনুসৰণ কৰি ঘোঁৰাত উঠি আগুৱাই আহিল। সেই বাটটোৰে দি আহিবলৈ হলে, ৰবাৰ্ট জৰ্ডান যত শুই আছে তাৰ পৰা কেইগজমান আঁতৰেদি অফিচাৰজন যাব লাগিব। এইকণ দূৰ একো দূৰ নহয়—একো অসুবিধাই নহয়। অফিচাৰজন হ'ল লেফটেনেণ্ট বেৰেন্দো। তলৰ চকীটোত আক্রমণ হোৱাৰ প্ৰথম সংবাদ সদৰ পোৱাৰ লগে লগেই সিহঁতক ওপৰলৈ আহিবলৈ আদেশ দিয়া হৈছে—সেইবাবেই সিহঁত এতিয়া প্ৰাণজাৰ পৰা গুচি আহিছে। সিহঁতে ঘোঁৰা বৰ বেগেৰে চলাবলগীয়া হৈছে, আকৌ দলংখন ধ্বংস কৰা বাবে সিহঁত পাছলৈ গৈ নৈ পাৰ হৈ আহিবলগীয়া হৈছে—তাৰ পিছত ভালেখিনি হাবিৰ মাজে মাজে আহি এইখিনি পাইছেহি। সিহঁতৰ ঘোঁৰাবোৰ ঘামি-জামি অস্থিৰ হৈ পৰিছে,—কামত চলাবৰ বাবে সিহঁতক জোৰ কৰিবলগীয়া হৈছে।

আগে আগে ঘোঁৰাৰ খোজ চাই চাই লেফ্টেনেন্ট বেৰেন্দো ঘোঁৰাত আহি আছে। তেওঁৰ মুখ গহীন, চিন্তাকুল। তেওঁৰ চাব-মেচিনগানটো নিজৰ ওপৰেদি

আনি বাওঁ কাষনতিত সুমাই থৈছে। ৰবার্ট জর্ডান গছজোপাৰ পাছফালে শুই আছে—অতি সাৱধানে নিজৰ শৰীৰটোক চন্তালি আছে—হাত দুখন যাতে নকঁপে তালৈ লক্ষ্য ৰাখিছে। এঠাইত ব'দ পৰি আছে, তাতে হাবিখনৰ আগৰ পাইন গছবোৰ আহি পাহাৰৰ সেউজীয়া গৰাটোত মিলিছেহি। অফিচাৰজন সেই ঠাই কেতিয়া পায়হি তালৈকে ৰবার্ট জর্ডানে বাট চাই আছে। পাইন-পাতে ছাটি ধৰা মাটিৰ ওপৰত তেওঁৰ বুকুখনে ধপক্ ধপক্‌কৈ আছে—তেওঁ সেইটো ভালকৈ গম ধৰিব পাৰিছে।

শেষ